আধুনিক অসমীয়া

# ৰচনা সমগ্ৰ

[হাইস্কুল শিক্ষান্ত, উচ্চতৰ মাধ্যমিক আৰু প্ৰতিযোগিতামূলক পৰীক্ষাৰ পৰীক্ষাৰ্থীৰ বাবে তথ্যভিত্তিক, সাম্প্ৰতিক তথা গুৰুত্বপূৰ্ণ বিষয়ৰ **২০০ৰো অধিক** ৰচনাৰ একমাত্ৰ আধুনিক সংকলন]




শান্তনু কৌশিক বৰুৱা

**অৰুনোদই প্ৰকাশন**
পাণবজাৰ, গুৱাহাটী ৭৮১ ০০১

Adhunik Asomiyâ Rochanâ Samagra
a collection of essays for HSLC, HS and Competitive Examinations, edited by *Santanu Kausik Baruah* and published by ORUNODOI PRAKASHAN, M L Nehru Road, Panbazar, Guwahati 781 001, Assam
**First Edition** 2009 **Price** Rs 100 00

আধুনিক অসমীয়া
**ৰচনা সমগ্ৰ**

**প্ৰথম প্ৰকাশ** ২০০৯

**প্ৰকাশক**
অৰুনোদই প্ৰকাশন, মতিলাল নেহৰু পথ, পাণবজাৰ, গুৱাহাটী ৭৮১ ০০১
ফোন 0361 2600016 / 2735909

**প্ৰাপ্তিস্থান**
কেমব্ৰিজ ইণ্ডিয়া, মতিলাল নেহৰু পথ পাণবজাৰ, গুৱাহাটী ৭৮১ ০০১

প্ৰীতিমা কৌশিক বৰুৱা

**মুদ্ৰক**
আৰ্ট এন ইমেজ, ১৯৫ কছুবা ৰোড, কলকাতা ৭০০ ০৪২

**মূল্য** ১০০ ০০ টকা

# আধুনিক অসমীয়া

# ৰচনা সমগ্ৰ

[হাইস্কুল শিক্ষান্ত, উচ্চতৰ মাধ্যমিক আৰু প্ৰতিযোগিতামূলক পৰীক্ষাৰ পৰীক্ষাৰ্থীৰ বাবে তথ্যভিত্তিক, সাম্প্ৰতিক তথা গুৰুত্বপূৰ্ণ বিষয়ৰ ২০০-ৰো **অধিক** ৰচনাৰ একমাত্ৰ আধুনিক সংকলন]

# সূচীপত্ৰ

# ৰচনা কেনেকৈ লিখিব লাগে

ৰচনা হৈছে গদ্যত লিখা চুটি প্ৰবন্ধ। ইয়াত একোটা নিৰ্দিষ্ট বিষয়ৰ আলোচনা কৰি, সেই বিষয়টো সম্পৰ্কত যুক্তিনিৰ্ভৰ মতামত এক সু-শৃংখলিত পদ্ধতিৰে প্ৰকাশ কৰা হয়। এনে ধৰণৰ একোখন ৰচনাৰ প্ৰকাশভংগী, বিষয়বস্তু উপস্থাপনৰ ৰীতি আদিত লেখকৰ চিন্তাধাৰাৰ মান প্ৰকাশিত হয়। ৰচনা লিখিবলৈ লোৱা বিষয়টো সম্পৰ্কত লেখকজনৰ জ্ঞান আৰু তেওঁৰ গভীৰতাৰ অতি প্ৰয়োজন। ৰচনা এখনত লেখকৰ এই দিশবোৰৰো উমান পোৱা যায়। ৰচনা লিখাৰ বাবে প্ৰথম অভ্যাস কৰা হয় ছাত্ৰ জীৱনৰ পৰা। সেই সময়ত ছাত্ৰ-ছাত্ৰীসকলে পৰীক্ষাত ভাল নম্বৰ লাভ কৰিবৰ বাবে ৰচনা লিখাৰ অভ্যাস কৰে। কিন্তু বয়স্ক লোকৰ বাবেও ৰচনাই জ্ঞানৰ যোগান ধৰিব পাৰে বা তথ্য সংগ্ৰহৰ প্ৰতি আগ্ৰহী কৰিব পাৰে।

আমি ইয়াত ছাত্ৰ-ছাত্ৰীসকলক ৰচনা লিখাৰ কিছুমান কৌশলৰ লগত চিনাকি কৰি দিব খুজিছোঁ। কাৰণ ৰচনা লিখাৰ কলা-কৌশল আৰু পাৰদৰ্শিতা শিক্ষাৰ এটা প্ৰধান অংগ বুলি কোৱা হয়। শিক্ষাৰ অন্যতম উদ্দেশ্যই হৈছে মানুহক চিন্তা কৰিবলৈ শিকোৱা। চিন্তাৰ ফলসমূহ প্ৰকাশ কৰিবলৈ এটা মাধ্যমৰ প্ৰয়োজন। অন্যহাতে, সু-শৃংখলিত চিন্তাৰ বাবে এটা বিষয় লাগে। এই দুয়োটাৰে বাবে 'ৰচনা'ই উপযুক্ত আহিলা।

*ৰচনা লিখাৰ কৌশলবোৰ এনে ধৰণৰ ঃ*

☑ ৰচনাখন লিখিবলৈ লোৱাৰ আগতেই বিষয়টো মূলতঃ তিনিটা ভাগত ভগাই লোৱা ভাল। সেইকেইটা হৈছে ঃ ভূমিকা, মূল বক্তব্য আৰু উপসংহাৰ বা সামৰণি।

☑ ৰচনাখনৰ আৰম্ভণিয়েই হৈছে ভূমিকা বা প্ৰস্তাৱনা অংশ। ই অতি গুৰুত্বপূৰ্ণ অংশ। এই অংশতে ৰচনাৰ মূল বিষয় সম্পৰ্কত পাঠক অৱগত হোৱা উচিত। কাৰণ এই অংশ পঢ়িয়েই পাঠক ৰচনাৰ মূল বিষয়ৰ প্ৰতি আকৰ্ষিত হ'ব। ভূমিকা অংশত যাতে কোনো অপ্ৰাসংগিক কথা বা অনাৱশ্যক দীঘলীয়া বিৱৰণ নাথাকে তাৰ প্ৰতি লক্ষ্য ৰখা দৰকাৰ।

☑ ভূমিকাৰ পাছতে আৰম্ভ হয় ৰচনাখনৰ মূল বিষয়। মূল্য বক্তব্য পৰিৱেশনৰ বাবে বিষয়টো প্ৰয়োজনীয় সংকেতত ভাগ কৰি প্ৰতিটো ভাগ একোটাকৈ পেৰাগ্ৰাফেৰে বৰ্ণনা কৰিলে পাঠক-পৰীক্ষক উভয়ে আকৰ্ষিত হয়। এনেকৈ ব্যাখ্যা কৰি কৰিয়েই মূল বিষয়টো সমাপ্তিৰ ফালে লৈ যাব পাৰি।

☑ সিদ্ধান্তমূলক সমাপ্তিয়েই হৈছে ৰচনাখনৰ উপসংহাৰ। আৰম্ভণি বা ভূমিকাৰ দৰে সমাপ্তিৰ অংশও ৰচনা এখনৰ বাবে সমানে গুৰুত্বপূৰ্ণ। নদী এখনে উৎসৰ পৰা যাত্ৰা কৰি গতিপথৰ নানা বৈচিত্ৰ্য পাৰ হৈ, মোহনাত সমুদ্ৰৰ বিশাল জলৰাশিৰ

সৈতে মিলি গৈ পৰিক্ৰমা সাৰ্থক কৰে, — সেই কথা ৰচনা এখনৰ ক্ষেত্ৰতো খাটে। উপসংহাৰত লেখক যিদৰে আলোচনাৰ সিদ্ধান্তত উপনীত হয়, সেইদৰে ৰচনাত লেখকৰ নিজস্ব অভিমত বা আশা-আকাংক্ষাও প্ৰতিফলিত হয়।

☑ ৰচনা লিখা বিষয়টো নিৰ্দিষ্ট কৰি লোৱাৰ পাছত সেই বিষয়টো সম্পৰ্কে ভালদৰে চিন্তা-চৰ্চা কৰি ল'ব লাগে। লেখকে এই বিষয়টো সম্পৰ্কত থকা তেওঁৰ জ্ঞান আৰু তথ্য-পাতিবোৰ পৰিপাটিকৈ সজাই-পৰাই ল'ব লাগে। এই জ্ঞান বা তথ্যই হৈছে ৰচনাখনৰ জঁকা। তাৰেই ৰচনাখনৰ এটা অবযব গঢ়ি তোলা যায়। কিন্তু কেৱল তথ্যৰেই একোখন ৰচনা সৃষ্টি কৰিব পৰা নাযায়। তথ্যৰে গঢ়া ৰচনাখনৰ জঁকাটোত প্ৰাণ সঞ্চাৰ কৰিবলৈ হ'লে, প্ৰথমতে তাৰ তথ্যবোৰ পৰিকল্পিতভাৱে সজাব লাগিব। তাৰ পাছত সিবোৰ পৰিবেশনৰ কাম। পৰিবেশনৰ বাবে ভাষাৰ প্ৰযোজন।

☑ ৰচনাৰ ভাষা সদায় শুৱলা হ'ব লাগে। বাক্যৰ ব্যৱহাৰ হ'ব লাগে মাৰ্জিত আৰু সহজে বুজি পোৱা ধৰণৰ। অৱশ্যে আমি মনত ৰাখিব লাগিব যে ৰচনা মুখ্যতঃ সাহিত্যহে। গতিকে ই সুপাঠ্য আৰু আকৰ্ষণীয় হ'ব লাগিব।

☑ ৰচনাখনৰ বিষয়টো সম্পৰ্কত লেখকৰ মনৰ ভাব স্পষ্ট আৰু পৰিপাটি হোৱা দৰকাৰ। এনে ভাৱেৰে সৃষ্টি হোৱা ৰচনাৰ ভাষাও আপোনা-আপুনি স্পষ্ট আৰু পৰিপাটি হৈ পৰে।

☑ ৰচনা এখনৰ আৰম্ভণি আৰু সমাপ্তিৰ বাক্যটোত গুৰুত্ব দিব লাগে। ইযাতে লেখকৰ ৰচনাৰ নিপুণতাও ফুটি উঠে। এই বাক্য দুটা নিৰ্ভুল, নিটোল আৰু লক্ষ্যত দৃঢ় হোৱা উচিত। এচৰু ভাতৰ এটা চাউল পিটিকিযেই ৰন্ধনৰ বুজ লোৱাৰ দৰে, ৰচনা এখনৰ আৰম্ভণিৰ আৰু সমাপ্তিৰ বাক্য দুটাৰ পৰাই ৰচনাখনৰো সাফল্যৰ গম ল'ব পাৰি।

☑ ৰচনা এখন আকৰ্ষণীয় কৰিবৰ বাবে আৰম্ভণি অংশটোত গুৰুত্ব দিব লাগে। দুই-চাৰিটা চুটি বাক্য বা কেতিযাবা কবিতাৰ পংক্তি ৰচনাৰ আৰম্ভণিতে উল্লেখ কৰিব পাৰি। যেনে শংকৰদেৱৰ ৰচনাৰ আৰম্ভণিতে 'কোন দূৰ অতীতৰ ধ্যানমগ্ন যোগী তুমি' নামৰ যতীন্দ্ৰনাথ দুৱৰাৰ 'শংকৰদেৱ' কবিতাৰ এটা পংক্তি তুলি দিব পাৰি। তেনেদৰে জাতীয় উৎসৱ বিহু লিখোতে বিহুগীতৰ এটা কলিৰে আৰম্ভণি কৰিব পাৰি। তেতিযা ৰচনাখনৰ আৰম্ভণি শুৱলা হয়।

☑ ৰচনাখনৰ প্ৰথম পেৰাগ্ৰাফতে বিষযটোৰ লগত পাঠকক পৰিচিত কৰি দিব লাগে। অৰ্থাৎ, আৰম্ভণি অংশ বা ভূমিকাৰ পাছৰ অধ্যায় বিষয়বস্তুৰ লগত পৰিচিতি। বিষয়টো প্ৰকৃততে কি? ধৰা হওঁক, 'টেলিভিছন' বিষয়ক ৰচনাখনৰ এই পৰ্যায়ত লিখিব লাগিব টেলিভিছন বস্তুটো কি? তাৰ পাছত আহিব কেতিয়া আৰু কেনেকৈ ইয়াৰ আৰম্ভণি হ'ল ইত্যাদি।

☑ বহুতে ভাবে, একোটা দীঘল শব্দ বা বাক্যৰ ব্যৱহাৰে ৰচনাৰ মান উন্নত কৰে। পাছে, এয়া এক ভ্ৰান্ত ধাৰণা। বিশেষকৈ, অনাহকতে ব্যৱহাৰ কৰা তেনে একোটা

দীঘল শব্দ বা বাক্যই ৰচনাখনৰ মান লঘুহে কৰে, গতিকে বাক্যৰ গাঁথনি পৰাপক্ষত চুটি আৰু লক্ষ্য বিষয়ৰ অৰ্থ প্ৰকাশক হোৱা উচিত। পৰীক্ষাগৃহত সময়ৰ নাটনিত যাতে ৰচনাখন আধা লিখা নহয় তাৰ বাবে প্ৰথমেই সজাগ হোৱা ভাল।

☑ ৰচনাখনৰ ভাষাৰ ক্ষেত্ৰত সততে সংস্কৃত, তৎসম আদি শব্দৰ ব্যৱহাৰৰ লগে লগে ঘৰুৱা শব্দৰ ব্যৱহাৰেৰে ৰচনাখনৰ বাক্য-গাঁথনি যাতে 'গুৰুচণ্ডালি' দোষেৰে দুষ্ট নহয়, তাৰ প্ৰতি লেখক সততে সতৰ্ক হোৱা দৰকাৰ। ৰচনাখনৰ কোন ঠাইত প্ৰকাশভংগী গুৰু-গম্ভীৰ হ'ব, কোন ঠাইত লঘু-পৰিহাসপূৰ্ণ বাক্য হ'ব বা ক'ত কোনোবা কবি-সাহিত্যিকৰ উক্তি ব্যৱহাৰ কৰিব পৰা যাব, — এই বিষয়ত লেখকজনৰ সম্যক জ্ঞান থকা দৰকাৰ।

☑ ৰচনাৰ মাজত বিষযবস্তুৰ লগত সামঞ্জস্য থকা কাহিনী, লোক-কথা আদি উল্লেখ কৰিব পাৰি। মন কৰিব লাগে যে চুটিকৈ উল্লেখ কৰা এনে কাহিনীয়ে ৰচনাৰ ভাবাৰ্থ গভীৰ কৰি তোলে। কিন্তু অতি দীঘলীয়া বৰ্ণনাই আমনিদায়কহে কৰে। শংকৰদেৱৰ ৰচনাৰ মাজত শংকৰ-মাধৱৰ মিলনৰ কাহিনী বৰ্ণনা কৰিব পাৰি। কিন্তু তেওঁলোকৰ মাজত হোৱা বাক্-যুদ্ধৰ পুংখানুপুংখ বৰ্ণনা ৰচনাৰ মাজত প্ৰয়োজন নাই।

☑ একেটা বিষয়কে বাৰে বাৰে লিখিব নালাগে। বিতৰ্কমূলক ভাব থাকিলে কেউটা দিশ ভালদৰে বিশ্লেষণ কৰি নিৰপেক্ষ মতামতহে ৰচনাত প্ৰদান কৰা উচিত। সেইদৰে বাক্যৰ্ পুনৰাবৃত্তিয়েও ৰচনা এখন অশুৱনি কৰি তোলে। বিভিন্ন ধৰণেৰে লিখি একে অৰ্থকে প্ৰকাশ কৰা বাক্যৰে ৰচনাখন দীঘল কৰিলে কোনো লাভ নহয়। অৰ্থপূৰ্ণ কম বাক্যৰে হ'লেও ৰচনা উন্নতমানৰ হ'ব পাৰে।

☑ কেতিযাবা দেখা যায় ৰচনাৰ বিষযবস্তু ছাত্ৰ-ছাত্ৰীয়ে ভালকৈ বুজি নাপায়। মূল বিষয়ৰ পৰা আঁতৰি গৈ আন কথা বেছিকৈ লিখে। 'আমাৰ পৰিৱেশ আৰু প্ৰদূষণ' বিষয়ক ৰচনা লিখিবৰ বাবে প্ৰথমে পৰিৱেশৰ বিষয়ে লিখি পাছত প্ৰদূষণৰ বিষয়ে লিখি ইটোৰ লগত সিটোৰ সংগতি নোহোৱা কৰিব নালাগে।

☑ ৰচনাখনৰ মূল বক্তব্য লিখি শেষ কৰাৰ পাছত এটা সামৰণি অনুচ্ছেদ থকা ভাল। আৰম্ভণিৰ দৰে সামৰণিতো কবিতাৰ পংক্তি বা কোনো মহৎলোকৰ বাণী উল্লেখ কৰিব পাৰি। অৱশ্যে ই ৰচনাৰ মূল কথাৰ লগত মিল থকা হ'ব লাগিব। সামৰণি অনুচ্ছেদটোক লিখোতাৰ নিজস্ব মতামতজ্ঞাপক অনুচ্ছেদ বুলিও ক'ব পাৰি। কিছুমান ৰচনাত লেখকৰ মন্তব্যই এটা সুন্দৰ সিদ্ধান্তত উপনীত হোৱাত সহায় কৰে। 'মানৱ জীৱনত বিজ্ঞান' শীৰ্ষক ৰচনাখনৰ শেষত বিজ্ঞানে মানৱ জীৱনত পেলোৱা সু আৰু কু প্ৰভাৱ আলোচনা কৰা হ'ব। দুয়োটা দিশ বিবেচনাৰ অন্তত নিজস্ব মতামত দাঙি ধৰিব পাৰি। ইয়ে ৰচনাখন শেষ হোৱা বুলি বুজিবলৈ দিয়ে।

☑ নিৰ্ভুল বানান আৰু নিৰ্ভুল বাক্যগাঁথনি এখন উন্নত মানৰ ৰচনাৰ বাবে অপৰিহাৰ্য। ছাত্ৰ-ছাত্ৰীসকল এই বিষয়ত যথেষ্ট সতৰ্ক হোৱা দৰকাৰ।

☑ ৰচনাৰ প্ৰাসংগিকতা ৰক্ষা কৰি ঠায়ে ঠায়ে কোনো কবি-সাহিত্যিকৰ উক্তি, প্ৰবচন

আদি ব্যৱহাৰ কৰিব পাৰিলে ভাল। কিন্তু এনেধৰণৰ উক্তি, প্ৰবচনৰ প্ৰাবল্যই যাতে ৰচনাখন আমনিদায়ক কৰাৰ লগে লগে বিষয়বস্তুত আঘাত হানিব নোৱাৰে তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগে। অৱশ্যে ভুল উদ্ধৃতি ব্যৱহাৰ নকৰাই ভাল।

ৰচনা লিখাৰ এই কৌশলসমূহ অৱলম্বন কৰি ছাত্ৰ-ছাত্ৰীসকলে বিভিন্ন বিষয়ৰ ৰচনা লিখাৰ অভ্যাস গঢ়ি তুলিব লাগে। কেৱল স্কুল-কলেজৰ পৰীক্ষাৰ বাবেই নহয়, ভৱিষ্যতে কৰ্মসংস্থাপনৰ বাবে দিব লগা প্ৰতিযোগিতামূলক পৰীক্ষা, উৎসৱ-অনুষ্ঠানত আয়োজন কৰা ৰচনা প্ৰতিযোগিতা আদিত অংশ গ্ৰহণৰ বাবে ৰচনা লিখাৰ অভ্যাস কৰিব লাগে। তদুপৰি স্কুল-কলেজৰ প্ৰতিটো পৰীক্ষাতে ৰচনাৰ প্ৰয়োজন আছেই। পৰীক্ষাৰ বহীত এখন ভাল ৰচনা লিখি সৰহ নম্বৰ গোটাব পৰা ছাত্ৰ বা ছাত্ৰীয়ে সুফল লাভ কৰিব পৰাটো নিশ্চিত। অৱশ্যে এটা কথা ঠিক যে পৰীক্ষাৰ বাবে এখন বা দুখন ৰচনা সলসলীয়াকৈ মুখস্থ কৰি যোৱাটো বিপদজনক। তাতোকৈ ৰচনা লিখাৰ অভ্যাস গঢ়ি তুলিলে যিকোনো বিষয়ত নিজে অলপ কথা জানিলেও তাক সুন্দৰকৈ সজাই-পৰাই এখন ভাল ৰচনা প্ৰস্তুত কৰিব পাৰি।

# বিভিন্ন ধৰণৰ ৰচনা লিখাৰ কৌশল

সাধাৰণতে পৰীক্ষাত এখনেই ৰচনা লিখিবলৈ দিয়ে যদিও সকলো বিষয়ৰ ৰচনা লিখাৰ কৌশল একে নহয়। প্ৰাণী বিষয়ব বা স্থান বিষয়ক ৰচনাত যিদৰে বৰ্ণনাৰ পযোভৰ ঘটে সেইদৰে নীতি বিষয়ক বা কাৰ্যবিষয়ক ৰচনাবোৰত চিন্তামূলক বিবৃতিযেহে আগ ঠাই পায়। ছাত্ৰ-ছাত্ৰীক তেনে ধৰণৰ কেইখনমান ৰচনাৰ আভাষ দিবৰ বাবে ইয়াতে চেষ্টা কৰা হৈছে। ৰচনাসমূহ এনেদৰে একো একোটা পইণ্ট লৈ বহলাই আলোচনা কৰিলে ভাল। সেই অনুসাৰে পেৰাগ্ৰাফ কৰি ৰচনাখন লিখি যাব পাৰি।

**উৎসৱ ভিত্তিক ৰচনা ঃ** ব্যস্ততাৰ মাজত পোৱা আজৰি সময়তে মানুহে উৎসৱ পালন কৰে। প্ৰতিটো জাতি-জনজাতি, গোষ্ঠীৰ মাজত বিভিন্ন উৎসৱ পালন কৰা হয়। তেনেকৈ ধৰ্মীয় উৎসৱ যদিও নিৰ্দিষ্ট কোনো ধৰ্মৰ মানুহে পালন কৰে আৰু তাত অন্যান্য ধৰ্মগোষ্ঠীৰ লোকেও অংশ গ্ৰহণ কৰে। উৎসৱৰ মাজেদি মানুহৰ সাংস্কৃতিক পৰম্পৰা প্ৰকাশ হয়। মানুহৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি বহু উৎসৱ-অনুষ্ঠানৰ লগত জড়িত হৈ আছে। কোনো এটা উৎসৱৰ বিষয়ে ছাত্ৰ-ছাত্ৰীয়ে ৰচনা এখন লিখি বা পঢ়ি লোৱাৰ পাছত সেই উৎসৱ পালন কৰা লোকসকলৰ বিষয়ে বহু কথা জানিব পাৰে। উৎসৱ বিষয়ক এখন ৰচনা লিখিবৰ বাবে ছাত্ৰ-ছাত্ৰীয়ে প্ৰথমে মনতে যুকিয়াই ল'ব লগা বিষয় কেইটা হ'ল ঃ

**ভূমিকা বা উপলক্ষ্য ঃ** কি উপলক্ষ্যত সেই বিশেষ উৎসৱটো পালন কৰা হয়।

**সময় ঃ** কিছুমান বিশেষ সময়তহে একোটা উৎসৱ পতা হয়। সেই সময়ৰ বৰ্ণনা, কৃষিভিত্তিক উৎসৱ বিহুৰ দৰে হ'লে প্ৰাকৃতিক পৰিবৰ্তনৰ বৰ্ণনা।

**কাৰণ ঃ** কি কাৰণে সেই সময়ত উৎসবটো পালন কৰা হয় তাৰ ব্যাখ্যা।

**বৰ্ণনা ঃ** উৎসবটো কেনেদৰে পালন কৰা হয় তাৰ সম্পূৰ্ণ বিৱৰণ, ৰীতি-নীতি, পৰম্পৰা আদিৰ আভাস।

**সামৰণি ঃ** এনে উৎসৱ পালনৰ পৰা হোৱা লাভালাভ, সমাজত উৎসবটোৰ প্ৰভাৱ, পূৰ্বতে এই উৎসৱ কেনে আছিল আৰু বৰ্তমান ই কি ৰূপত আছে বা ভবিষ্যতে কেনে হোৱাৰ সম্ভাৱনা তাৰ এটি আলোকপাত সামৰণিত দিব পাৰিলে ভাল।

উৎসৱৰ লগত জড়িত লোককথা, পৰম্পৰা, গীত-মাতৰ অংশ বিশেষ ৰচনাৰ মাজত অন্তৰ্ভুক্ত কৰিলে ৰচনাখন ৰসপূৰ্ণ হৈ উঠে।

**প্ৰকৃতি আৰু পৰিৱেশ বিষয়ক ৰচনা ঃ** প্ৰকৃতিৰ কোলাতেই মানুহৰ জন্ম। প্ৰকৃতি আৰু পৰিৱেশে মানুহৰ জীৱন গঢ় দিয়ে। সেয়েহে প্ৰকৃতিৰ লগত মানুহৰ সম্বন্ধ আজীৱন। প্ৰকৃতিৰ নিগূঢ় তথ্য উদঘাটনৰ বাবে মানুহে সদায়ে নতুন নতুন প্ৰচেষ্টা হাতত লয়। ইফালে মানুহক অবাক কৰি প্ৰকৃতিয়ে নতুন ৰহস্যৰ পোহাৰ মেলে। প্ৰকৃতিৰ লগত যুঁজ-বাগৰ কৰি মানুহে কিন্তু প্ৰকৃতিৰ ভাৰসাম্য বিনষ্ট কৰিছে। পৰিৱেশ প্ৰদূষণ এতিয়া এক জটিল সমস্যা হৈ পৰিছে। প্ৰকৃতি বা পৰিৱেশ সম্পৰ্কীয় প্ৰতিটো কথা ছাত্ৰ-ছাত্ৰীসকলে ভালদৰে জনা উচিত। পৰিৱেশ বিজ্ঞান এটা সুকীয়া বিষয। এই সম্পৰ্কে ছাত্ৰ-ছাত্ৰীক জ্ঞান প্ৰদান কৰাটো শিক্ষাদানৰ অংগ। অন্যহাতে প্ৰাকৃতিক সম্পদ, সৌন্দৰ্য আদিৰ লগতো ছাত্ৰ-ছাত্ৰীসকল চিনাকি হ'ব লাগে।

এনে বিষযৰ ৰচনাত সাধাৰণতে নিম্নোক্ত শিতানসমূহত গুৰুত্ব দিযা হয় ঃ

**ভূমিকা ঃ** প্ৰকৃতি বা পৰিৱেশৰ পৰিচযমূলক টোকা।

**সাধাৰণ বৰ্ণনা ঃ** বছৰৰ বিভিন্ন সমযৰ প্ৰাকৃতিক বৰ্ণনা, সেই সময়ৰ প্ৰকৃতিৰ সামগ্ৰিক চিত্ৰায়ন।

**কাৰণ ঃ** প্ৰকৃতিৰ এনে ৰূপত অৱিহণা যোগোৱা প্ৰাকৃতিক বা ভৌগোলিক কাৰণ।

**সুবিধা- অসুবিধা ঃ** প্ৰকৃতি বা পৰিৱেশে মানুহক কৰা সহায় আৰু কেতিয়াবা এই প্ৰকৃতিয়েই মানুহৰ জীৱনলৈ অনা দুৰ্যোগৰ সবিশেষ বিৱৰণ।

**সামৰণি ঃ** প্ৰকৃতি বা পৰিৱেশ সম্পৰ্কত নিজা মন্তব্য।

দৰাচলতে প্ৰকৃতি বা পৰিৱেশ সম্পৰ্কীয় বিষয়ৰ ৰচনা বা প্ৰবন্ধ লিখাৰ বাবে নিৰ্দিষ্টকৈ কোনো অনুচ্ছেদৰ শ্ৰেণীবিভাগ কৰিব নোৱাৰি। বিষয়টোৰ ওপৰত ভিত্তি কৰি আলোচনাৰ বিভিন্ন দিশ সামৰি ল'ব লাগে। এই সম্পৰ্কে ছাত্ৰ-ছাত্ৰীসকলে নিজৰ মাজতে আলোচনা কৰিলে বিষয়বোৰ সহজ হৈ পৰে আৰু ৰচনা লিখাৰ বাবে এটি ধাৰণা গঢ়ি তুলিব পাৰে।

**জীৱনভিত্তিক ৰচনা লিখাৰ কৌশল ঃ** প্ৰতিজন ব্যক্তিয়ে নিজৰ জীৱনটোক এক সু-নিৰ্দিষ্ট পথত আগবঢ়াই নিবৰ বাবে এক আদৰ্শ স্থিৰ কৰি লয়। এই আদৰ্শ হয়, কোনো বিশেষ ব্যক্তিৰ জীৱনৰ কৰ্মভিত্তিক। মহান ব্যক্তিৰ জীৱনৰ বিষয়ে অধ্যয়ন কৰিলেহে তেওঁৰ জীৱন তথা কৰ্ম সম্পৰ্কে জানিব পাৰি। সেয়েহে মহান ব্যক্তিৰ জীৱনী অধ্যয়ন

ছাত্র-ছাত্রীৰ শিক্ষাৰ অংশ বিশেষ। পাঠ্যক্রমৰ অন্তৰ্গত ৰচনা লিখাৰ সময়ত মহান ব্যক্তিৰ জীৱনৰ লগত চিনাকি হ'ব পাৰি।

ছাত্র-ছাত্রীসকলে জীৱনভিত্তিক ৰচনা লিখাৰ সময়ত কেইটামান বিষয়ৰ ওপৰত চকু ৰখা উচিত —

☑ নির্দিষ্ট ব্যক্তিজনৰ জীৱনৰ বিষযে তথ্য সংগ্রহ।

☑ জন্ম-মৃত্যু-বিবাহ বা জীৱনৰ অন্যান্য উল্লেখযোগ্য ঘটনাৰ সঠিক চন-তাৰিখ উল্লেখ কৰা।

☑ কৰ্মক্ষেত্রৰ প্রতিটো দিশৰ চমু বিশ্লেষণ কৰা।

☑ যিকোনো মন্তব্য কৰাৰ ক্ষেত্ৰত সূক্ষ্ম দৃষ্টিভংগীৰে, সন্মানত তিলমাত্রও আঘাত নসনা বাক্যহে উল্লেখ কৰিব লাগে।

জীৱনভিত্তিক ৰচনা এখনৰ বিভিন্ন বিভাগসমূহ ঃ

**ভূমিকা বা আৰম্ভণি ঃ** কবিতাৰ পংক্তি বা অন্য বিশেষ কথাৰে ব্যক্তিজনৰ প্রথম পৰিচয় প্রদান।

**জন্ম, বংশ পৰিচয়, পূৰ্ব পুৰুষ ঃ** জন্মৰ চন, তাৰিখ, পিতৃ-মাতৃৰ পৰিচয়।

**বাল্যকাল, শিক্ষা ঃ** বাল্যকালত কি কৰি ভাল পাইছিল, শিক্ষা গ্রহণৰ স্থান, কৃতিত্ব আদি।

**কৰ্মজীৱন ঃ** জীৱিকা, তেওঁৰ দ্বাৰা সম্পাদিত বিশেষ কাম, কৰ্ম সহযোগীৰ চমু পৰিচয় ইত্যাদি।

**চাৰিত্রিক বৈশিষ্ট্য ঃ** চৰিত্রৰ দোষ-গুণ, আচাৰ-ব্যৱহাৰ।

**মৃত্যু ঃ** মৃত্যুৰ সময় আৰু কাৰণ।

**সামৰণি ঃ** সমাজ বা দেশৰ বাবে আগবঢোৱা বৰঙণি আৰু নিজস্ব মন্তব্য।

**বিজ্ঞান আৰু প্রযুক্তিবিদ্যা বিষয়ক ৰচনা লিখাৰ কৌশল ঃ** মানৱ জীৱনৰ লগত বিজ্ঞানৰ এৰাব নোৱৰা সম্পৰ্ক এটা গঢ়ি উঠিছে। বিজ্ঞানৰ অগ্রগতিয়ে মানুহৰ জীৱনধাৰালৈ প্রতিদিনে নতুন নতুন পৰিৱৰ্তন আনিছে। ছাত্র-ছাত্রীসকলে বিজ্ঞান আৰু প্রযুক্তিবিদ্যা সম্পৰ্কীয় যিকোনো তথ্য জানি-বুজি লোৱাতো অত্যন্ত প্রযোজনীয। কিন্তু বহুতে সেইবোৰ কঠিন বিষয় বুলি এৰাই চলিবলৈ বিচাৰে। ৰচনা লিখাৰ জৰিযতে কঠিন বুলি ভবা বিষয়ো সহজভাৱে জানি-বুজি ল'ব পাৰি। বিজ্ঞান আৰু প্রযুক্তিবিদ্যা সম্পৰ্কীয় ৰচনাৰ বিষয়বস্তুবোৰ পৰীক্ষাৰ প্রস্তুতিৰ বাবেও গুৰুত্বপূর্ণ। সেইবাবে ছাত্র-ছাত্রীসকলে প্রতিটো বিষয় ভালদৰে জানি থোৱা প্রয়োজন। বিজ্ঞান আৰু প্রযুক্তিবিদ্যা সম্পৰ্কীয় বিভিন্ন তথ্য প্রথমে সংগ্রহ কৰি ল'ব লাগিব। যুগে যুগে হোৱা অগ্রগতিৰ এটা খতিয়ান ৰচনাত অন্তৰ্ভুক্ত কৰিব লাগিব। বিষযটোৰ লগত জড়িত বিজ্ঞানৰ গুপুত ৰহস্য, প্রযুক্তিবিদ্যাৰ সূক্ষ্মতম কলা-কৌশল আদি উল্লেখ কৰিব পাৰিলে ৰচনাখনৰ মানো উন্নত হয় আৰু পঢোতাজনেও বহু নজনা কথা জানিব পাৰে। মানৱ সমাজৰ লগত বিষয়টো কেনেদৰে জড়িত হৈ আছে আৰু

তাৰ ফল সম্পৰ্কে সকলো দিশ চালি-জাৰি চাই এটি চমু আলোচনা ৰচনাখনৰ মাজত কৰিব লাগে। ভৱিষ্যতে তাৰ প্ৰভাৱ কেনেধৰণৰ হ'ব তাক ৰচনাত আলোচনা কৰিব পাৰিলে ভাল। ৰচনাৰ শেষ পৰ্যাযত, অৰ্থাৎ, সামৰণি অনুচ্ছেদত নিজস্ব মন্তব্য দিব পাৰি। কিন্তু এই মন্তব্যই কোনো বিশেষ পক্ষৰ প্ৰতি অধিক গুৰুত্ব আৰোপ কৰা ধৰণৰ কথা বুজাব নালাগে। কোমল ভাষাৰ নিৰপেক্ষ মন্তব্যই ৰচনাৰ সামৰণি শুৱলা কৰে।

**কলা-সংস্কৃতি বিষয়ক ৰচনা লিখাৰ কৌশল ঃ** কলা-সংস্কৃতি এখন সমাজৰ অংগ। মানৱ সভ্যতা বিকাশৰ প্ৰতিচ্ছবি প্ৰতিফলিত হয় কলা-সংস্কৃতিৰ মাজেদি। কলা-সংস্কৃতি এখন বোৱতী নদীৰ দৰে। সময়ে তাৰ মাজলৈ পৰিবৰ্তন আনে। এটা জাতিৰ বংশধৰ বুলি নিজকে চিনাকি দিবলৈ অসমীয়া সন্তানে প্ৰথমে কলা-সংস্কৃতিৰ জগতখনৰ বিষয়ে জানি-বুজি ল'ব লাগিব। কম বয়সীয়া ছাত্ৰ-ছাত্ৰীৰ বাবে এইবোৰ সহজে বোধগম্য নহয়। ৰচনাৰ বিষযবস্তুৰূপে কলা-সংস্কৃতিৰ মাজৰ কোনো এটা দিশ নিৰ্বাচন কৰি ল'ব পাৰি। ফলত এফালে ছাত্ৰ-ছাত্ৰীয়ে ৰচনা লিখাৰ অভ্যাস এটা গঢ়ি তোলাৰ লগতে জাতীয় জীৱনৰ একোটা একোটা অংগৰ বিষয়ে জানি-বুজি ল'ব পাৰিব। প্ৰথমে নিজৰ সমাজখন বা নিজৰ জাতিটোৰ কথা নাজানিলে দেশ-দেশান্তৰৰ অনেক কথা জানিও জ্ঞানী হ'ব নোৱাৰি। সেযেহে ছাত্ৰ-ছাত্ৰীসকলৰ বাবে কলা-সংস্কৃতি বিষযক ৰচনা পঢ়া আৰু লিখা দুয়োটাই কৰ্তব্য।

# ৰচনাত সৰহ নম্বৰ পাবলৈ হ'লে

ছাত্ৰ-ছাত্ৰীসকলে পৰীক্ষাগৃহত ৰচনা লিখিবলৈ লৈ কেতবোৰ সমস্যাৰ সন্মুখীন হয়। তেনে সমস্যাৰ পৰা পৰিত্ৰাণ পাবৰ বাবে মনৰ দৃঢ়তা লাগিব। পৰীক্ষাৰ প্ৰশ্নকাকতত সাধাৰণতে কেবাখনো ৰচনাৰ বিষয় দিয়ে। তাৰ ভিতৰত যিকোনো এখনৰ বিষয় বাছি ল'ব লাগে। এই ক্ষেত্ৰতে ছাত্ৰ-ছাত্ৰীসকল দোমোজাত পৰে। পৰীক্ষাগৃহত ছাত্ৰ-ছাত্ৰীসকলে মন কৰিবলগীয়া দুটামান কথা তলত উল্লেখ কৰা হ'ল ঃ

☑ প্ৰশ্নকাকতত থকা ৰচনাৰ বিষযবোৰৰ পৰা এটা বিষয় নিৰ্বাচন কৰি লোৱাটো প্ৰথম কাম। এই কামত সৰহ সময় লোৱা অনুচিত। যিটো বিষয়ত নিজৰ জ্ঞান অধিক বুলি জনা যায় সেইটোকে বাছি ল'ব লাগে।

☑ সকলোৱে লিখা ৰচনাখনত কম নম্বৰ দিব বুলি ছাত্ৰ-ছাত্ৰীয়ে কৰি লোৱা ধাৰণাটো শুদ্ধ নহয। ভাল ৰচনাৰ বাবে পৰীক্ষকে সদায় ভাল নম্বৰেই দিব। কোনেও নিলিখা বিষয়টোৰ ৰচনা বাছি লৈ যদি লিখিব নোৱাৰে, তেন্তে তাত নম্বৰো নাপায়।

☑ প্ৰথমে মনৰ ভিতৰতে কথাখিনি যুকিয়াই ল'ব পাৰিলে লিখাত সহায় হয়। বিভিন্ন অনুচ্ছেদত ভাগ কৰি ৰচনাখন লিখি যাব লাগে। মন কৰিব লাগে যাতে প্ৰতিটো অনুচ্ছেদ অৰ্থপূৰ্ণ হয়।

☑ সময় যিহেতু সীমিত সেয়ে প্ৰথমৰে পৰা সজাগ হৈ সময়ত হোৱাকৈ লিখাৰ যত্ন কৰিব লাগে।

☑ আধৰুৱাকৈ এৰা ৰচনাত পৰীক্ষকে নম্বৰ দিয়াত অসুবিধা পায়। গতিকে ৰচনা সম্পূৰ্ণ হ'ব লাগে।

☑ ভাষা, শব্দৰ বানান শুদ্ধ কৰাৰ বাবে যত্নবান হ'ব লাগে।

☑ প্ৰথমৰে পৰা সহজ ভাষাত আৰম্ভ কৰিলে সামৰণিও একে হোৱাটো বাঞ্ছনীয়।

☑ বিষয়ৰ লগত সামঞ্জস্য থকা কবিতা, গীত, ফঁকৰা-যোজনা, পটন্তৰ আদি উল্লেখ কৰিব পাৰিলে ৰচনাখনৰ ৰস বৃদ্ধি হয়।

☑ ৰচনাত চন, তাৰিখ বা অন্য কোনো ধৰণৰ সংখ্যাগত তথ্য সন্নিবিষ্ট কৰাৰ ক্ষেত্ৰত তথ্যৰ শুদ্ধতা অপৰিহাৰ্য। সন্দেহজনক তথ্য ৰচনাৰ পৰা বাদ দিয়াই ভাল। ৰচনাত নিজৰ অভিজ্ঞতাৰ পৰা এটা মন্তব্যমূলক অনুচ্ছেদ লিখা ভাল। ইয়াত ছাত্ৰ-ছাত্ৰীৰ নিজৰ চিন্তাশক্তিৰ প্ৰমাণ পোৱা যায়। ইয়ে সামৰণি হ'ব।

☑ ৰচনা এখনৰ পৰা ছাত্ৰ-ছাত্ৰীৰ জ্ঞানেই নহয়, ভাষাৰে তাক প্ৰকাশৰ ক্ষমতা আৰু ভঁৱে ভঁৱে আনক বুজাই দিব পৰা দক্ষতাও প্ৰকাশ পায়। ইয়াৰ ওপৰত ভিত্তি কৰিয়েই পৰীক্ষকে পৰীক্ষাৰ্থীক নম্বৰ দিয়ে। ৰচনা লিখাটো একমাত্ৰ পৰীক্ষাগৃহৰ কাম নহয়। পূৰ্বৰে পৰা অভ্যাস কৰি থকা ছাত্ৰ-ছাত্ৰীয়ে পৰীক্ষাৰ বাবে পৃথককৈ ৰচনা লিখাৰ প্ৰস্তুতি চলোৱা প্ৰয়োজন নহয়। ৰচনা লিখাৰ প্ৰস্তুতিৰ বাবে দৈনিক বাতৰিকাকত, আলোচনী পঢ়াৰ লগতে সমালোচনামূলক পুথি অধ্যয়ন কৰিব লাগে।

☑ ৰচনা লিখাৰ বাবে প্ৰস্তুতি চলোৱাৰ ফলত ছাত্ৰ-ছাত্ৰীৰ জ্ঞানৰ ভাণ্ডাৰ বৃদ্ধি হয়। কিতাপ পঢ়াৰ প্ৰতি আগ্ৰহো বাঢ়ে। ভাষা-সাহিত্যৰ অভ্যন্তৰলৈ সোমাই যোৱা ছাত্ৰ-ছাত্ৰীসকলে পিছত যিকোনো বিষয় সহজে হৃদয়ংগম কৰিব পৰা হয়গৈ। তাকে নকৰি পৰীক্ষাত আহিব পৰা ধৰণৰ ৰচনা কেইখনমান বাছি লৈ বুজাই-নুবুজাই উৰাই-ঘূৰাই মুখস্থ কৰিবলৈ ল'লে বিশেষ লাভ নহয়। তাতকৈ প্ৰত্যেকখন ৰচনাকে বুজি লৈ পঢ়ি, তাৰ বিষয়বস্তু আয়ত্ত কৰিবলৈহে যত্ন কৰা উচিত। তেনে কৰিলে যিকোনো বিষয়ৰ ৰচনা আহিলেও, কলম কামুৰি সময় আৰু নম্বৰৰ অপচয় কৰিবলগা নহ'ব। অৱশ্যে দুখনমান সম্ভাব্য ৰচনা ভালকৈ পঢ়িলৈ কিতাপ নোচোৱাকৈ দুবাৰমান নিজে লিখাৰ অভ্যাস কৰিলে ভাল।

☑ কেতিয়াও নপঢ়া, নজনা বিষয়ৰ ৰচনা পৰীক্ষাত আহিলেও বিতত হোৱা উচিত নহয়। বৰং ঠাণ্ডা মগজুৰে বিষয়টো সম্পৰ্কে সুস্থভাৱে চিন্তা কৰিলে নিশ্চয় কিবা লিখিব পৰা যাব। চিন্তাখিনিক পৰিকল্পিতভাৱে, পৰিপাটিকৈ লিখিলে, পৰীক্ষকে নিশ্চয় তাত নম্বৰ দিব।

☑ যেনেকৈয়ে, যি বিষয়ৰ ৰচনাই নিলিখক লাগে, লিখা হোৱাৰ পাছত ৰচনাখন এবাৰ সম্পূৰ্ণকৈ পঢ়িব লাগে। এনে কৰিলে ভুলৰ পৰিমাণ ভালেখিনি কমে।

■ ■ ■

# অসমৰ গাঁৱলীয়া জীৱন

HSLC 1992

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জাতি প্ৰথা আৰু বৃত্তি - নামঘৰ আৰু গাঁৱলীয়া জীৱন - হাট-বজাৰ - অতিথিপৰায়ণ গাঁৱলীয়া সমাজ - সামৰণি

**ভূমিকা**

অসমৰ সৰহ সংখ্যক মানুহেই গাঁৱত বাস কৰে। প্ৰকৃততে অসমৰ গাঁৱলীয়া সমাজৰ ছবিখনেই অসমীয়া সমাজ জীৱনৰো ছবি। সাধাৰণতে একে গাঁৱতে ভিন ভিন জাতৰ লোকে বাস কৰে। অৱশ্যে প্ৰত্যেক জাতৰে বসতি অঞ্চল সুকীয়া। সেইদৰে গাঁওভেদে জীৱন-যাপনৰ প্ৰণালীও বেলেগ বেলেগ দেখা যায়। অসমৰ প্ৰায়বোৰ গাঁৱৰে কোনো নিৰ্দিষ্ট ভৌগোলিক সীমা দেখা নাযায়। সাধাৰণতে বহল ধাননি পথাৰ, নৈ-নিজৰা, পুখুৰী, হাবি-বননি, গছ আদিয়ে দুখন গাঁৱৰ মাজৰ সীমাৰেখা সৃষ্টি কৰে। এনে সীমাৰেখাৰ উপৰি অসমৰ গাঁওবোৰৰ একো একোটা সুকীয়া সুকীয়া নাম আছে, যাৰ দ্বাৰা গাঁওখনৰ স্থান বৈশিষ্ট ( যেনে ঃ বেঙেনাখোৱা), ঐতিহাসিক গুৰুত্ব ( লাদৈগড়), স্থান মাহাত্ম্য( শিৱথান), প্ৰকৃতি পৰিচয় (আমগুৰি) কোন জাতিৰ ঘাই বসতি (বামুণ গাঁও), পৌৰাণিক ঐতিহ্য (নুমলীগড) আদি বুজিব পাৰি।

**জাতিপ্ৰথা আৰু বৃত্তি**

অসমীয়া গাঁৱলীয়া জীৱনত জাতি প্ৰথা বৰ কটকটীয়া নহয় আৰু লগতে বিভিন্ন বৃত্তিযাল জাতিবোৰো সিমান স্পষ্ট নহয়। এটা বেলেগ বৃত্তিৰ লোকেও আন এটা এটা বৃত্তি ধৰা দেখা যায়। তদুপৰি অসমীয়া গাঁৱৰ সমাজখনত বিভিন্ন জাতি-উপজাতিৰ মাজত উমৈহতীয়া খেল দেখা যায়। কোনো কোনো অঞ্চলত প্ৰত্যেক জাত-উপজাতৰে সুকীয়া খেল থাকে। গাঁৱৰ মুখিযাল সকলেৰে গঠিত পঞ্চায়তে গাঁৱৰ সমস্যা, বাদ-বিসম্বাদ, নীতি-নিয়মৰ বিচাৰ আৰু আলোচনা কৰে।

**নামঘৰ আৰু গাঁৱলীয়া সমাজ**

অসমীয়া গাঁৱলীয়া সমাজ ব্যৱস্থাত এক অনন্য আৰু বিশিষ্ট ভূমিকা পালন কৰা অনুষ্ঠান হ'ল নামঘৰ। সাধাৰণতে প্ৰত্যেক গাঁৱতে একোটিকৈ হ'লেও নামঘৰ থাকে। প্ৰধানতঃ ধৰ্মানুষ্ঠান হ'লেও গাঁৱৰ নানান সমস্যা, বাদ-বিবাদ, নীতি-নিয়ম আলোচনা কৰিবৰ বাবেও গাঁৱৰ ৰাইজ নামঘৰত সমবেত হয়। অসমীয়া গাঁৱলীয়া জীৱনৰ শৃংখলাপূৰ্ণ বান্ধোনত নামঘৰৰ অৰিহণা অতুলনীয়। নামঘৰৰ দৰেই মুছলমানসকলৰ মছজিদেও অনুৰূপ ভূমিকা পালন কৰে।

অসমৰ গাঁৱলীয়া সমাজখনৰ ৰাইজৰ মাজত আত্মীয়তাৰ ভাৱ অতি প্ৰৱল। এখন গাঁৱৰ প্ৰতিজন লোকে ইজনে সিজনক অতি আপোনজনৰ দৰে ব্যৱহাৰ কৰে। উচ্চ জাতৰে হওক বা নীহ কুলৰেই হওক প্ৰত্যেকেই প্ৰত্যেকক সম্বন্ধ ধৰি মাতে।

সেইদৰে বংশগত কোনো সম্পৰ্ক নাথাকিলেও ইজনে সিজনক ককাইদেউ,খুৰা, মাহী, পেহী, খুৰী, দদাই, জেঠাই আদি বিভিন্ন আত্মিক সম্বন্ধ ধৰিহে মাতে। বিভিন্ন জাত-উপজাতৰ মাজত এই মধুৰ সম্বন্ধ যুগ যুগ ধৰি বংশানুক্ৰমে চলি আহিছে।

সেইদৰে বিবিধ উছৱ-পাৰ্বণ, বিয়া-বাৰু, সকাম-নিকাম, বিপদ-আপদতো গাঁৱৰ ইজনে-সিজনক একে পৰিয়ালৰ মানুহৰ দৰেই সহায় কৰে। দৈনন্দিন জীৱনতো এই মধুৰ আত্মীয়তা অসমৰ গাঁৱলীয়া জীৱনৰ আন এটি অনুকৰণীয় বৈশিষ্ট্য।

অসমৰ বহু ঠাইত একেখন গাঁৱতে কেইবাটাও খেল বা জাতি বাস কৰি একো একোটা জাতি বা খেলে একোটা চুক বা চুবুৰিৰ সৃষ্টি কৰে ( নগৰীয়া জীৱনৰ 'পাৰা' ইয়াৰে চহৰীয়াা ৰূপ বুলিব পাৰি)। জাতি বা খেলৰ নাম অনুসৰিয়েই সেই বসতি অঞ্চলৰ সাধাৰণতে নামকৰণ হয়। যেনে ঃ কলিতা চুক, ফুকন চুক আদি। সুকীয়া সুকীয়াকৈ বাস কৰিলেও ইটো খেল বা জাতিৰ লগত সিটো খেল বা জাতিৰ সম্পৰ্ক মধুৰ। বহু গাঁৱৰ এমূৰে হিন্দু আৰু আনমূৰে মুছলমানৰ বসতি অসমীযাৰ সমাজ ব্যৱস্থাত নিহিত সাম্প্ৰদায়িক সম্প্ৰীতিৰ উৎকৃষ্ট উদাহৰণ। গাঁৱৰ এনে সম্প্ৰদাযবোৰৰ মাজতো পেহা, দদাই, পেহী, ককাই আদি মধুৰ আৰু আত্মীয় সম্বোধনবোৰ প্ৰচলিত। সুখে-দুখে এই দুই সম্প্ৰদায়ৰ লোকেই ইজনে সিজনক সহায-সহযোগ কৰে।

**হাট-বজাৰ**

অসমৰ গাঁৱলীয়া জীৱনত বিশেষ ভূমিকা পালন কৰি অহা এটি আকৰ্ষণীয অনুষ্ঠান হ'ল হাট-বজাৰ। কেইবাখনো গাঁৱৰ মাজত সাধাৰণতে সপ্তাহটোৰ এটা নিৰ্দিষ্ট দিনত একোখন হাট বহে। অসমৰ গ্ৰাম্য অৰ্থনীতিত এই হাটবোৰে বিশেষ ভূমিকা পালন কৰি আহিছে। খাদ্য-সামগ্ৰী, খাদ্য-শস্য আৰু অন্যান্য দৈনন্দিন প্ৰযোজনীয বয-বস্তুৰ উপৰি হাটবোৰত হাঁহ-পাৰ, কুকুৰা-গাহৰি, গৰু-ছাগলীৰো বেচা-কিনা হয। কুমাৰ, কহাৰ, কমাৰ, কৈৱৰ্তসকলেও অনৰূপ উপাযে নিত্য প্ৰযোজনীয সামগ্ৰী হাটৰ পৰা ক্ৰয় কৰে। কেতিয়াবা কোনো এক বিশেষ সামগ্ৰী কিনা-বেচাৰ বাবে কোনো হাটে প্ৰসিদ্ধি লাভ কৰে। এই হাটবোৰে চুবুৰীয়া গাঁৱৰ ৰাইজৰ ইজনে সিজনক লগ পোৱাৰ আৰু কুশল বাতৰি বিনিময কৰা, চা-চিনাকি হোৱা আৰু মিলা-প্ৰীতি সম্বন্ধ গঢ়ি তোলাতো সহায় কৰে, লগতে গাঁৱৰ বাহিৰৰ পৰা অহা কাপোৰ-কানি, মনোহাৰী সামগ্ৰী আদিৰ ব্যৱসায়ৰ জৰিয়তে গাঁৱৰ ৰাইজৰ লগত বৰ্হিজগতৰো সম্বন্ধ ঘটায়। এনেদৰে গাঁৱৰ অৰ্থনীতিত প্ৰভাৱ বিস্তাৰৰ লগতে হাটে অসমীয়া গাঁৱলীযা জীৱন ব্যৱস্থাৰ সামাজিক, সাংস্কৃতিক যোগাযোগো স্থাপন আৰু সংৰক্ষণ কৰি আহিছে।

ভঁৰাল আৰু ঢেঁকীশাল অসমীয়া গাঁৱলীয়া জীৱনৰ আন একোটি বিশিষ্ট উপাদান। ঘৰৰ চোতালৰ এমূৰে চাংঘৰ কৰি সাধাৰণতে কেঁচাকৈ সজা ভঁৰালঘৰ অসমীযাৰ বাবে পৰম শ্ৰদ্ধা আৰু পবিত্ৰতাৰ প্ৰতীক। খেতিপথাৰত উৎপাদিত সুমদায় শস্য ইযাত সযতনে বছৰটোলৈ সংৰক্ষণ কৰা হয়। সেইদৰে ধান বনা, পিঠাগুৰি খুন্দা, চিৰা খুন্দা আদি কামত ব্যৱহৃত ঢেঁকীশালখনো অসমীয়াৰ ঘাইকৈ অসমীয়া নাৰীৰ বৰ আদৰৰ সম্পত্তি।

ভঁৰাল আৰু ঢেঁকীশালৰ লগত অসমৰ গাঁৱলীয়া জীৱনত বহু লোকবিশ্বাস আৰু আচাৰ-অনুষ্ঠানো জৰিত হৈ আছে, যিবোৰে অসমীয়া গাঁৱলীয়া জীৱনক এক সুকীয়া ৰূপ আৰু মৰ্যাদা দান কৰিছে। ভঁৰাল আৰু ঢেঁকীশালৰ লগতে অসমীয়াৰ পথাৰ আৰু ৰান্ধনিঘৰটোও সমান আদৰৰ আৰু শ্ৰদ্ধাৰ।

অসমৰ গাঁৱলীয়া জীৱনত তামোল-পাণৰ বিশেষ প্ৰচলন আছে। প্ৰাত্যহিক জীৱনত তামোল-পাণ অবিহনে অসমীয়া গাঁৱলীয়া জীৱন অচল। দৈনন্দিন ব্যৱহাৰৰ উপৰি বিভিন্ন ধৰ্মানষ্ঠান আৰু ক্ৰিয়া-কাণ্ডতো তামোল অপৰিহাৰ্য। ঘৰলৈ অতিথি আহিলে পোনতে তামোল এখনেৰেই অভ্যৰ্থনা জনোৱা হয়। অসমীয়া পুৰুষ-মহিলা, ডেকা-বুঢ়া কাৰো ক্ষেত্ৰতে তামোল খোৱাত সামাজিক বাধা-নিষেধ নাই। বাৰীত তামোল-পাণ ৰোৱা অসমীয়া মানুহৰ ধৰা-বন্ধা ৰীতি। অসমীয়া সমাজৰ বিবিধ ধৰ্ম-অনুষ্ঠান আৰু সামাজিক লোকাচাৰত তামোল-পাণে গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আহিছে। মান্যজনৰ পৰা আশীৰ্বাদ বিচৰা, ৰাজহুৱা দায়-জগৰত মাৰ্জনা বিচৰা, বন্ধুত্ব স্থাপন, প্ৰেম নিবেদন, বিবাহ বিচ্ছেদ, বিয়া-বাৰুৰ নিমন্ত্ৰণ আদি অলেখ কাৰ্যত তামোল-পাণৰ এক বৈচিত্ৰ্যপূৰ্ণ ভূমিকা আছে। উল্লেখযোগ্য যে অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ কেইখনমান ৰাজ্যৰ বাহিৰে আন ক'তো কোমল তামোল অথবা কেঁচা তামোল খোৱা প্ৰথা নাই। তামোল গাঁতত পুতি পাছত 'বঢ়া তামোল' কৰি খোৱাৰ পদ্ধতিটোও অসমীয়াৰ নিজা।

**অতিথিপৰায়ণ গাঁৱলীয়া সমাজ**

কথা-বতৰাত অসমীয়া মাৰ্জিত, ৰসিক আৰু যথেষ্ট কথকী আৰু কৌতূহলী। অসমীয়া মানুহ সৰল আৰু অতিথিপৰায়ণ বুলি এটা সুনাম আছে। সেইদৰে ধৰ্মৰ প্ৰতি অগাধ বিশ্বাস, আধুনিক চিকিৎসা বিদ্যাতকৈ বেজ-বেজালিত আস্থা আৰু অলপতে সন্তুষ্ট হোৱাটো অসমীয়া চৰিত্ৰৰ এক বিশেষত্ব। বহু পৰিমাণে এলেহুৱা বুলিও অসমীয়াৰ দুৰ্নাম আছে। এলেহুৱা আৰু কথকী হোৱা বাবে অসমীয়া গাঁৱলীয়া জীৱনত পৰচৰ্চাৰ প্ৰকোপো কিছু বেছি। তদুপৰি অসমীয়াই যুক্তি-তৰ্কতকৈ প্ৰথা-পৰম্পৰাক অধিক গুৰুত্ব দিয়ে। বহুসংখ্যক লোক অনাখৰী হোৱা বাবে অসমীয়া গাঁৱলীয়া জীৱনত অন্ধ বিশ্বাসৰ মাত্ৰাও বেছি। সামাজিক ক্ষেত্ৰত অসমীয়া উদাৰ যদিও কোনো কোনো ক্ষেত্ৰত, বিশেষকৈ নাৰীৰ ক্ষেত্ৰত ৰক্ষণশীলতাৰ বহু বাধা-নিষেধ দেখা যায়। সাধাৰণতে ঘৰৰ চাৰিবেৰৰ মাজতেই অসমীয়া নাৰীয়ে দিন নিয়াবলগীয়া হোৱা বাবে অসমীয়া নাৰীৰ পৃথিৱীখন সৰু। তদুপৰি বহুবোৰ সামাজিক বান্ধোনেও (বহু ক্ষেত্ৰত অপ্ৰয়োজনীয় আৰু অন্যায়) অসমীয়া নাৰীৰ মনৰ যথোচিত বিকাশত বাধা দি আহিছে। অসমীয়া মানুহ সাধাৰণতে উদাৰ চৰিত্ৰৰ আৰু 'ভোগৰ মূল্যতকৈ ত্যাগৰ মূল্য বেছি' নীতিত বিশ্বাসী।

**সামৰণি**

আধুনিক সভ্যতাৰ বতাহে স্পৰ্শ কৰাৰ লগে লগে অসমৰ গাঁৱলীয়া জীৱনলৈ বহু পৰিবৰ্তন আহিছে। নগৰীয়া সভ্যতাৰ বোকোচাত উঠি অসমীয়া সমাজ জীৱন

দ্রুতগতিত আগবাঢ়িছে আৰু ফলত অতীতৰ সহজ-সৰল গাঁৱলীয়া জীৱনৰ ছবিখন ক্ৰমশঃ ধূসৰ হৈ আহিছে, লগে লগে জীৱন যাপন প্ৰণালীতো আমূল পৰিৱৰ্তন আহিছে। পূৰ্বৰ সহজ-সৰল আৰ্দশ গাঁও এখন অসমীয়া সমাজত আজি বিৰল। সামাজিক, সাংস্কৃতিক জগতত নানান পৰিৱৰ্তন, ক্ৰমবৰ্দ্ধিত জনসংখ্যা আদিৰ বাবে গাঁৱৰ ৰাইজ চহৰমুখী হ'বলৈ লৈছে। ফলত গাঁৱৰ জীৱনতো চহৰৰ প্ৰভাৱ পৰিছে। এনেদৰেই কিছু গাঁৱলীয়া সংস্কাৰ, মূল্যবোধ আৰু কিছু পশ্চিমীয়া আধুনিক সভ্যতাৰ সংমিশ্ৰণত দ্ৰুতগতিত অসমৰ গাঁৱলীয়া সমাজৰ ব্যৱস্থালৈ এক পৰিৱৰ্তন আহিছে, যাৰ ফলত গাঁও-নগৰৰ পাৰ্থক্য কমি আহিছে আৰু লগে লগে অসমীয়া গাঁৱলীয়া জীৱনে বহু পৰিমাণে নিজস্বতা হেৰুৱাইছে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমৰ গাঁৱৰ জনজীৱন ২ অসমৰ গ্ৰাম্য সমাজৰ ছবি

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অস্কাৰ বঁটাৰ পৰিচয় - যাৰ কৰ্মই পাইছে অস্কাৰ সামৰণি

# অস্কাৰ বঁটা

### ভূমিকা

মানৱ জাতিয়ে প্ৰতিটো দিনতে উন্নতিৰ জখলাত এটা ধাপ ওপৰলৈ উঠি গৈ আছে। এই উন্নতিৰ দিশবোৰে সামৰি লৈছে ব্যাপক বিষযবস্তু। প্ৰতিযোগিতাময হৈ পৰিছে সকলো কাৰ্য। পৃথিৱীৰ যিকোনো শ্ৰেষ্ঠ কামৰ বাবে উদগনি জনাবলৈ কিছুমান বিশেষ বঁটা বা সন্মান প্ৰদানৰ ব্যৱস্থা মানুহে নিজেই কৰি লৈছে। এনে বঁটা-বাহন বা সন্মান প্ৰদানে কৰ্মৰ প্ৰতি, নতুন সৃষ্টিৰ প্ৰতি মানুহক উৎসাহিত কৰিব বুলি আশা কৰা হয়। সাহিত্য, সমাজসেৱা, ৰাজনীতি, বিশ্বশান্তি, বিজ্ঞান, প্ৰযুক্তি বিদ্যা ইত্যাদি প্ৰতিটো দিশতে বহুমূলীয়া অৱদান আগবঢ়োৱাসকলক বিশেষ বঁটাৰে সন্মানিত কৰা হয।

### অস্কাৰ বঁটাৰ পৰিচয়

অস্কাৰ হ'ল বিশ্ব চলচ্চিত্ৰৰ সৰ্বোচ্চ বঁটা। আমেৰিকাৰ 'একাডেমী অব্ ম'চন পিকচাৰ আৰ্টছ্ এণ্ড ছায়েন্স' –এ (Academy of Motion Picture Arts & Science) প্ৰতিবছৰে বিশ্বৰ সৰ্বশ্ৰেষ্ঠ চলচ্চিত্ৰ, তথ্যচিত্ৰ, পৰিচালক, অভিনেতা, অভিনেত্ৰী, কাহিনী চিনেমাটোগ্ৰাফাৰ, কলা নিৰ্দেশনা, সম্পাদনা, সংগীত, স্পেচিয়েল এফেক্টছ, ৰূপসজ্জা সাজসজ্জা, প্ৰযুক্তিগত অৰিহণা আদি বহুকেইটা শিতানত অস্কাৰ বঁটা প্ৰদান কৰে। চলচ্চিত্ৰৰ গুণগত মানৰ প্ৰসাৰ ঘটোৱা আৰু চলচ্চিত্ৰ বাণিজ্যৰ খ্যাতি বঢ়োৱাই এই বঁটা প্ৰদানৰ ঘাই উদ্দেশ্য। ১৯২৭ চনত হলিউডৰ প্ৰসিদ্ধ চলচ্চিত্ৰ নিৰ্মাণ সংস্থা মেট্ৰো গল্ডেন মেয়াৰৰ (Metro Golden Mayer) অন্যতম কৰ্ণধাৰ লুইচ বি মেযাৰে (Louis B

Mayer, ১৮৮৫ ১৯৫৭) এই একাডেমী প্ৰতিষ্ঠা কৰে। আৰম্ভণীতে এই সংস্থাৰ সদস্য সংখ্যা আছিল ৩৬ , বৰ্তমান এই সংখ্যা চাৰি হাজাৰৰো অধিক হৈছেগৈ। ১৯২৯ চনৰ ১৬ মে'ত প্ৰথমবাৰৰ বাবে অস্কাৰ বঁটা প্ৰদান সমাৰোহ অনুষ্ঠিত হৈছিল। প্ৰথম অৱস্থাত অস্কাৰ বঁটা লাভ কৰোঁতাসকলৰ নাম বঁটা প্ৰদান কৰা সমাৰোহৰ পূৰ্বেই ঘোষণা কৰা হৈছিল। ১৯৪০ চনৰ পৰা এই নিয়ম সলনি ক ৰি অস্কাৰ প্ৰদান কৰাৰ আগমুহূৰ্ত্ততহে বিজেতাৰ নাম ঘোষণা কৰা হয়।

একাডেমী অব্ ম'চন পিকচাৰৰ সৌজন্যত দিয়া হয় বাবে এই বঁটা একাডেমী বঁটা বা একাডেমী এৱাৰ্ড নামেৰেও জনাজাত। দৰাচলতে একাডেমী এৱাৰ্ড নামেৰেই এই বঁটা প্ৰদান আৰম্ভ হৈছিল। অস্কাৰ নামটো পাছৰ কালৰহে সংযোজন। এই বিষয়ে এটা কাহিনী প্ৰচলিত আছে। একাডেমীৰ এগৰাকী গ্ৰন্থাগাৰিক মাৰ্গাৰেট হেৰিকৰ এবাৰ এই বঁটাৰ বাবে প্ৰস্তুত কৰি উলিওৱা ট্ৰফিটো চকুত পৰাত তেওঁৰ মনলৈ আহিল যে তেওঁৰ খুৰাক অস্কাৰৰ সৈতে ট্ৰফীটোৰ ভালেখিনি সাদৃশ্য আছে। তেওঁ ট্ৰফীটোক অস্কাৰ বুলিবলৈ ল'লে। ক্ৰমে একাডেমীৰ আন সদস্যসকলেও একেদৰে ট্ৰফীটোৰ প্ৰসংগত অস্কাৰ বুলি কোৱা হ'ল। পৰৱৰ্তী সময়ত সাংবাদিকসকলে অস্কাৰ নামটো জনপ্ৰিয় কৰি তোলে। এই জনপ্ৰিযতাৰ প্ৰতি লক্ষ্য ৰাখি ১৯৩৯ চনত অস্কাৰৰ নামটোক একাডেমীত আনুষ্ঠানিক স্বীকৃতি দিযা হয়।

অস্কাৰ বঁটাটো প্ৰায় ৩ ৬ কিলোগ্ৰাম ওজনৰ আৰু প্ৰায ৩৪ ৩ চেণ্টিমিটাৰ উচ্চতাৰ এটা অৰ্ধনগ্ন পুৰুষৰ মূৰ্তি। ২৪ কেৰেট সোণৰ প্ৰলেপ দিয়া ব্ৰঞ্জৰে নিৰ্মিত এই মূৰ্তিটো থিয় হৈ আছে চলচ্চিত্ৰৰ ৰীলৰ আকৃতিৰ এক বেদীৰ ওপৰত। শিল্প নিৰ্দেশক ছেড্ৰিক গিবছনৰ নক্সা অনুসৰি এই বঁটা নিৰ্মাণ কৰিছিল ভাস্কৰ জৰ্জ ষ্টেনলিয়ে। ১৯৮২ চনৰ পৰা অস্কাৰ ট্ৰফীসমূহ চিকাগোৰ এৱাৰ্ডছ স্পেচিয়েলিটি কোম্পানীয়ে নিৰ্মাণ কৰি আহিছে।

বিশ্বৰ সৰ্বশ্ৰেষ্ঠ চলচ্চিত্ৰ, পৰিচালক, অভিনেতা, অভিনেত্ৰী আৰু অন্যান্য দিশৰ কলা-কুশলীক অস্কাৰ বঁটা প্ৰদান কৰা হয়।

**যাৰ কৰ্মই পাইছে অস্কাৰ**

বৰ্তমানলৈ অস্কাৰ বঁটা লাভ কৰা কেইজনমান ব্যক্তি হ'ল ঃ গ্ৰেটা গাৰ্বো, কেৰা গ্ৰাণ্ট, ছোফিয়া লৰেন, চাৰ্লি চেপলিন, আকিৰা কুৰুশুৱা, ভানু আথাইয়া, সত্যজিৎ ৰায়, এ আৰ ৰেহমান, গুলজাৰ আদি। অস্কাৰ বঁটা লাভ কৰা প্ৰথম ভাৰতীয়জন হ'ল ভানু আথাইয়া, গান্ধী ছবিৰ বাবে। সত্যজিৎ ৰায়ে জীৱনজোৰা সাধনাৰ বাবে১৯৯২ চনত বিশ্ববিখ্যাত অস্কাৰ বঁটা লাভ কৰিছিল। ভাৰতৰ পৰা অস্কাৰৰ মনোনয়ন পোৱা প্ৰথমখন ছবি হৈছে 'মাদাৰ ইণ্ডিয়া'। ১৯৯৮ চনত জেমছ কেমেৰুণৰ 'টাইটানিক' ছবিখনে এঘাৰটা অস্কাৰ লাভ কৰিছিল। শ্ৰেষ্ঠ চলচ্চিত্ৰ, শ্ৰেষ্ঠ অভিনেতা, শ্ৰেষ্ঠ অভিনেত্ৰী, কলা নিৰ্দেশক, চিত্ৰগ্ৰহণকাৰী, সাজসজ্জা, ৰূপসজ্জা, মৌলিক সংলাপ ইত্যাদিৰ বাবে অস্কাৰ বঁটা প্ৰদান কৰা হয়।

**সামৰণি**

সৰ্বোৎকৃষ্টতা, গ্ৰেমাৰ আদিৰ বাবে অস্কাৰ নিজস্ব আৰু অতুলনীয় গৰিমাৰ বাবে এক বিৰল সন্মানত পৰিণত হৈছে। ছবিৰ সৈতে জড়িত ব্যক্তিৰ বাবে অস্কাৰ পৰম আকাংক্ষিত সন্মান।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ১ বিশ্ব চলচ্চিত্ৰৰ সৰ্বশ্ৰেষ্ঠ অস্কাৰ বঁটা ২ গ্ৰেমাৰ আৰু গৰিমাৰ পুৰস্কাৰ ঃ অস্কাৰ ৩ চলচ্চিত্ৰৰ বিশ্বস্বীকৃতি অস্কাৰ**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অসমত চাহৰ আবিষ্কাৰ - উৎপাদন আৰু ব্যৱসায় - গৱেষণা আৰু উন্নয়ন - বনুৱা, কৰ্মচাৰীৰ নিয়োগ ব্যৱস্থা - বাটকটীয়া চাহ খেতিয়ক - সামৰণি

# অসমৰ চাহ শিল্প

*হাবি কাটি কোদাল মাৰি*
*দেহা পানী কৰি*
*আমিয়েই বিৰিঙাওঁ সেউজীয়া হাঁহি*

**ভূমিকা**

চাহ বাগিচাৰ বিস্তৃত সেউজীয়া। চকুৰ মণিত থাকে সেউজীয়া। সৰু সৰু গছৰ শৰীৰ জুৰি থাকে কোমল কুঁহিপাত। অসমৰ চাহ। পৃথিৱীবিখ্যাত সম্পদ। পুৱা উঠি চাহকাপ নোখোৱা মানুহ অসম মুলুকত আছেনে নাই সন্দেহ। অসমৰ চুকে-কোণে, পাহাৰে-কন্দৰে থকা চাহ বাগিচাবোৰে ঘোষণা কৰে আমাৰ অস্তিত্ব, ঐতিহ্য। ই আমাৰ সমাজৰ এক অভিন্ন অংগ। অভিজাত্যৰ লগতে চাহ হৈ উঠিছে জীৱন আৰু জীৱিকাৰো সাধন। চাহ গছবোৰৰ প্ৰতিপালক, বনুৱা-শ্ৰমিক আৰু চাহ বাগানৰ স্বত্বাধিকাৰীসকল আমাৰ ভাই-সহোদৰ। ব্ৰিটিছ আমোলত অসমত চাহ খেতি আৰম্ভ হয়। সেইদিনৰ পৰা আজিলৈকে চাহে দখল কৰিছে এক সম্ভ্ৰান্ত আসন। চাহ খেতি আমাৰ বাবে সেয়ে উদ্যোগ মাথোন হৈ থকা নাই, ই হৈ পৰিছে শতিকাজোৰা ঐতিহ্য।

চাহ বা চা চীনা ভাষাৰ শব্দ। চীনৰ কেইটামান আঞ্চলিক ভাষাত চাহক টি (Te), টু (Tu) বা টে (Tay) বোলে। বৰ্তমান টাইৱানৰ বিপৰীতে থকা চীনৰ ফুকিয়ান প্ৰদেশত চাহক টি (Te) বুলিছিল। ইংৰাজ সদাগৰসকলে এই প্ৰদেশৰ এময় (Amoy) বন্দৰৰ মাজেদি বেহা-বেপাৰ কৰোঁতে চাহৰ সংস্পৰ্শলৈ আহে। এই টি শব্দটোৱে অপভ্ৰংশ ইংৰাজী ভাষাৰ টি (Tea) শব্দ — যাক অসমীয়া আৰু আন ভাৰতীয় ভাষাত চাহ বা চা বোলা হয়।

**অসমত চাহৰ আৱিষ্কাৰ**

অতীজৰপৰা অসমৰ বিভিন্ন ঠাইৰ হাবি-পৰ্বতত চাহ গছ বনৰীয়াভাৱে গজি আছিল। অসমীয়া মানুহে পানীলগা অসুখ আদি আৰোগ্যৰ বাবে বা ৰাগিয়াল দ্ৰব্য হিচাপে হাবিৰ পৰা চাহ গছৰ পাত আনি টেকেলীত পানী দি সিজাই বা চাহপাত ৰ'দত শুকুৱাই ঢেকীত খুন্দি সেই পাত গৰম পানীত জুবুৰিয়াই তাৰ পানী খাইছিল। অৱশ্যে আজিকালি আমি খোৱাৰ দৰে আগৰ মানুহে চাহ খোৱা নাছিল। চাহ চিংফৌসকলৰো বৰ প্ৰিয় আছিল। চাহক এওঁলোকে 'ফানাপ' বুলিছিল।

১৮২৩ চনত ৰবাৰ্ট ব্ৰুচ নামৰ এজন ইংৰাজ সামৰিক বিষয়াই উজনি অসমৰ হাবি-বনত ঘুৰি ফুৰোঁতে এজন চিংফৌ গামৰ পৰা সেই অঞ্চলত চাহৰ অস্তিত্বৰ বিষয়ে সম্ভেদ পায। অৱশ্যে ৰবাৰ্ট ব্ৰুচৰ ভায়েক চাৰ্লচ আলেকজেণ্ডাৰ ব্ৰুচকো কোনো কোনোৱে অসমত চাহ আৱিষ্কাৰক বুলি ক'ব খোজে। গতিকে চাহৰ আৱিষ্কাৰক বুলি দুয়োজনকে ইংলেণ্ডৰ কলা পৰিষদে (English Society of Arts) এটা সোণৰ পদক যুটীয়াভাৱে প্ৰদান কৰে। কিন্তু ইংৰাজ ইষ্ট ইণ্ডিয়া কোম্পানীৰ চাকৰিয়াল মেজৰ জেনকিন্স আৰু কেপ্তেইন চাৰ্লটনেও চাহৰ আৱিষ্কাৰকৰূপে দাবী কৰাত বংগদেশৰ কৃষি পৰিষদে (Agricultural and Horticultural Society of Bengal) তেওঁলোককো একোটাকৈ পদক প্ৰদান কৰে।

১৮৩৯ চনত ইংৰাজ ইষ্ট ইণ্ডিযা কোম্পানীৰ তত্ত্বাৱধানত অসমত ব্যৱসায়িক ভিত্তিত চাহ খেতি কৰাৰ বাবে 'আছাম কোম্পানী' (Assam Company) নামৰ এটা ব্যৱসায়িক প্ৰতিষ্ঠান গঠন হয় আৰু এইটোৱেই অসমত ব্যৱসায়িক ভিত্তিত আৰম্ভ কৰা প্ৰথম চাহ কোম্পানী। আছাম কোম্পানীৰ সদৰ কাৰ্যালয় আছিল নাজিৰাত। উল্লেখযোগ্য যে এই কোম্পানীটোৱেই ভাৰতৰ সৰ্বপ্ৰথম যুটীযা মূলধনৰ ব্যক্তিগত খণ্ডৰ কোম্পানী। ইয়াৰ পিছত ১৯৫৯ চনৰ ২৯ জুনত 'যোৰহাট টি কোম্পানী (Jorehaut Tea Company) নামৰ দ্বিতীয়টো চাহ কোম্পানী আৰম্ভ কৰা হয়।

অসমত চাহ উৎপাদনৰ প্ৰথম ব্যৱসায়িক প্ৰতিষ্ঠান 'আছাম কোম্পানী'ত দেৱান হিচাপে ছবছৰ কাল (১৮৩৯-৪৫) চাকৰি কৰি মণিৰাম দেৱানে চাহ শিল্পৰ বিষয়ে যথেষ্ট অভিজ্ঞতা অৰ্জন কৰে। তেওঁ ১৮৫৩ চনত যোৰহাটৰ চিনামৰা (ইয়াত চীনা কনুৱাৰ দ্বাৰা চাহপাত মৰোৱা হৈছিল বাবে এই বাগিচাৰ নাম চিনামৰা হয়। অৰ্থাৎ, চীনাই মৰা চাহ বাগিচা — চিনামৰা বাগিচা) আৰু সোণাৰীৰ ওচৰত চিংলৌ নামে দুখন চাহ বাগিচা খোলে। কিন্তু ইংৰাজ খেতিয়কসকলে এজন থলুৱা লোকে অসমত চাহ খেতি আৰম্ভ কৰা ভালপোৱা নাছিল। ফলস্বৰূপে চিপাহী বিদ্ৰোহৰ লগত জড়িত বুলি ১৮৫৮ চনৰ ২৬ ফেব্ৰুৱাৰীত ইংৰাজ চৰকাৰে মণিৰাম দেৱানক ফাঁচী দিয়ে। এই কাৰ্যত ইংৰাজ চাহ খেতিয়কসকলৰ ব্যৱসায়িক আক্ৰোশ আৰু দুৰভিসন্ধি স্পষ্টকৈ প্ৰকাশ পাইছিল।

**উৎপাদন আৰু ব্যৱসায়**

কেঁচা চাহপাতৰ পৰা আমি খোৱা ক'লা চাহ কেইবাটাও প্ৰক্ৰিয়াৰ সহায়ত প্ৰস্তুত কৰা হয়। চাহ বাগিচাত উৎপন্ন হোৱা চাহ গ্ৰাহকক নি দিওঁতা একশ্ৰেণী মধ্যস্থ ব্যৱসায়ী আছে যাক ব্ৰ'কাৰ (Broker) বোলা হয়। বাগিচাৰপৰা অতি কম চাহহে পোনে পোনে

বিক্ৰী হয়। ব্ৰ'কাৰে বাগিচাই পঠিওৱা চাহ ৰে'ল, জাহাজেৰে নি গুদামত থয়। তাৰ পিছত প্ৰতিবিধৰ নমুনা আনি চাহ পৰীক্ষা (Tea Testing) কৰি চায়। চাহ পৰীক্ষক অতি অভিজ্ঞ ব্যক্তি আৰু চাহ পৰীক্ষা কৰাৰ বিভিন্ন নিয়ম আছে। তেওঁলোকে চাহ পৰীক্ষা কৰি তাৰ গুণাগুণ নিৰ্ণয়ৰ অন্তত বিভিন্ন বাগিচাৰপৰা অহা চাহৰ দাম নিৰ্ধাৰণ কৰি তালিকা প্ৰস্তুত কৰে। এই তালিকাবোৰৰ পৰা গ্ৰাহকসকলে কেনেধৰণৰ চাহ বজাৰত আছে জানিব পাৰে। এইদৰে কৰা তালিকাৰ চাহ নিৰ্ধাৰিত দিনৰ মূৰে মূৰে কিনা-বেচাৰ বাবে নিলাম হয়। নিলাম কেন্দ্ৰৰ নিয়ম অনুসৰি চাহৰ দাম নিৰ্দিষ্ট সময়ৰ মূৰত গ্ৰাহকে জমা দিযে। চাহ বিক্ৰীৰ ওপৰত ব্ৰ'কাৰে এটা কমিছন পায। অসমত কেইবাটাও থলুৱা ব্ৰ'কাৰ কোম্পানী গঢ়ি উঠাটো আনন্দৰ কথা।

অসম তথা উত্তৰ-পূৰ্বাঞ্চলত উৎপাদিত চাহৰ সঠিক বিপণনৰ বাবে ১৯৭০ চনত গুৱাহাটীত এটা চাহ নিলাম কেন্দ্ৰ স্থাপন কৰা হয়। বৰ্তমান এইটো পৃথিৱীৰ ভিতৰতে সৰ্ববৃহৎ চি টি টি চাহ নিলাম কেন্দ্ৰ, সৰ্বমুঠ চাহ নিলামৰ ক্ষেত্ৰত ইয়াৰ স্থান পৃথিৱীৰ ভিতৰতু দ্বিতীয। গুৱাহাটীৰ চাহ নিলাম কেন্দ্ৰই বছৰি ১৫ কোটি কিলোগ্ৰাম চাহ নিলাম কৰে, যাৰ অৰ্থমূল্য ৫৫০ কোটি টকাৰো অধিক।

সুদীৰ্ঘ কালজুৰি অসমে ভাৰতৰ মুঠ চাহ উৎপাদনৰ শতকৰা ৫০ ভাগতকৈও অধিক চাহ উৎপাদন কৰি আহিছে। ১৯৬১ চনত অসমত চাহ উৎপাদনৰ মুঠ পৰিমাণ আছিল প্ৰায় ১৮ কোটি কিলোগ্ৰাম। ১৯৭১ চনত ই ২২ কোটি কিলোগ্ৰামলৈ বৃদ্ধি পায়। ১৯৮০ চনত অসমে মুঠ ৩০ ৫ কোটি কিলোগ্ৰাম চাহ উৎপাদন কৰে। ১৯৯১ চনত ই পৰিমাণ হয়গৈ প্ৰায় ৪০ কোটি কিলোগ্ৰাম। ১৯৯৮ চনৰ শেহতীযা পৰিসংখ্যা অনুসৰি অসমৰ প্ৰায ৮০০ খন চাহ বাগিচাৰ ২,৩০,৯৭৮ হেক্টৰ মাটিত ৪,৬২,৭৮৩ হাজাৰ কিলোগ্ৰাম চাহ উৎপাদন হয। ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকা উভযতে চাহ উৎপাদন হয। চাহ উৎপাদন হোৱা অসমৰ প্ৰধান জিলাকেইখন হ'ল দৰং, ডিব্ৰুগড, শিৱসাগৰ, গোৱালপাৰা, কামৰূপ, লখিমপুৰ, নগাঁও, কাছাৰ,কাৰ্বি আংলং আৰু উত্তৰ কাছাৰ পাহাৰ জিলা।

বৰ্তমান অসমে ভাৰতৰ চাহ উৎপাদনৰ ৫৫ শতাংশ আৰু পৃথিৱীৰ মুঠ চাহ উৎপাদনৰ ১/৬ অংশ চাহ উৎপাদন কৰে। এই শিল্পই অসমৰ অৰ্থনীতিলৈও প্ৰভূত বৰঙণি যোগাই আহিছে। বৰ্তমানে অসমৰ চাহ শিল্পত প্ৰায় ৮ লাখ লোক প্ৰত্যক্ষভাৱে আৰু প্ৰায ১০ লাখ লোক পৰোক্ষভাৱে জড়িত। তদুপৰি ৰাজ্যখনৰ প্ৰায় ২০ শতাংশ লোক চাহ শিল্পৰ ওপৰত নিৰ্ভৰশীল। চাহ শিল্পৰ পৰা অসমে বছৰি প্ৰায ১,৭০০ কোটি টকা উপাৰ্জন কৰে, সেইদৰে প্ৰায ৬০০ কোটি টকাৰ বিদেশী মুদ্ৰা অৰ্জন কৰে। তদুপৰি কেইবালাখো কৰ্মচাৰীৰ সংস্থানে চাহ শিল্পই অসমৰ এক বিপুল পৰিমাণৰ নিবনুৱা সমস্যা দূৰ কৰিছে।

**গৱেষণা আৰু উন্নয়ন**

অসমত চাহ খেতিৰ ব্যৱসায় আটাইতকৈ পুৰণি আৰু ই এক সু-সংগঠিত বিজ্ঞানসন্মত ব্যৱসায় বুলি পৰিগণিত হৈ আহিছে। আধুনিক ভাৰতৰ ব্যৱসায় উদ্যোগসমূহত আজি কিছু দিনৰপৰাহে 'গৱেষণা আৰু উন্নয়ন' (Resarch & Development, সংক্ষেপে

R&D) আৰু গুণাগুণ নিয়ন্ত্ৰণ (Quality control) প্ৰচলিত হৈছে যিটো অসমৰ চাহ শিল্পত বহুদিনৰপৰা ব্যৱহৃত হৈ আহিছে। ১৯০০ চনত চাহৰ বৈজ্ঞানিক গৱেষণাৰ বাবে যোৰহাটত টোকলাই চাহ গৱেষণা কেন্দ্ৰ স্থাপিত হয়। ইয়েই পৃথিৱীৰ সৰ্বপ্ৰথম আৰু সৰ্ববৃহৎ চাহ গৱেষণা কেন্দ্ৰ। এই কেন্দ্ৰৰ গৱেষণাৰ ফলতেই ১৯০০ চনত ভাৰতৰ উত্তৰ-পূৱ অঞ্চলত প্ৰতি হেক্টৰত উৎপন্ন হোৱা ৪২৬ কিলোগ্ৰাম চাহৰ বিপৰীতে ১৯৭৯ চনত প্ৰতি হেক্টৰত ১৫০০ কিলোগ্ৰাম চাহলৈ বৃদ্ধি পায়। তদুপৰি এই কেন্দ্ৰতে ক্ল'ন (Clone) পদ্ধতিৰে চাহ ৰুই সোনকালে আৰু অধিক উৎপাদনক্ষম চাহ গছ পোৱা সম্ভৱ হৈছে। চাহ বাগিচাৰ কলঘৰসমূহত প্ৰস্তুত কৰা 'চি টি চি (CTC) নামৰ আধুনিক চাহবিধো এই গৱেষণা কেন্দ্ৰই উন্নত কৰি পৃথিৱীত জনপ্ৰিয় কৰি তুলিলে।

### বনুৱা, কৰ্মচাৰীৰ নিয়োগ ব্যৱস্থা

অসমৰ চাহ শিল্পত ১৮৫৯ চনলৈকে কেইজনমান চীনা কাৰিকৰৰ বাহিৰে সকলো বনুৱা থলুৱা আছিল। প্ৰথমে থলুৱা বনুৱাই মাহে (দিনে নহয়) ২ ৫০ টকাৰ পৰা ৩ ৫০ টকাকৈ বানচ পাইছিল। চিপাহী বিদ্ৰোহৰ সময়ত এই পাৰিশ্ৰমিক চাৰি টকালৈ বাঢ়িছিল। বৰ্তমান সকলো সা-সুবিধাসহ এজন বনুৱাৰ মজুৰি দিনে (মাহে নহয়) ৫৪ ৮০ টকা। ১৮৬১ চনৰ বংগদেশৰ চৰকাৰী প্ৰতিবেদন মতে অসমৰ চাহ শিল্পত তেতিয়া ১০,০০০তকৈ অধিক থলুৱা বনুৱা নাছিল। চাহ খেতিয়কসকলক ১৬-২০ হাজাৰ বনুৱাৰ আৱশ্যক হোৱাত আৰকাঠী বা এজেণ্টৰ যোগেদি অসমৰ বাহিৰৰ পৰা বনুৱা আনিবলৈ আৰম্ভ কৰে। পিছত 'চৰ্দাৰী' পদ্ধতিৰেও ৰাজ্যখনৰ বাহিৰৰ পৰা বনুৱা নিয়োগ কৰিবলৈ ধৰে। অৱশ্যে আজি অতীজৰ বাহিৰৰ পৰা অহা বনুৱাসকলৰ বংশধৰসকলে অসমৰ জাতিয়ত্ব গ্ৰহণ কৰি খিলঞ্জীয়া লোকসকলৰ লগত মিলি গৈ অসমীয়া জাতীয় জীৱনৰ এক অবিচ্ছেদ্য অংগৰূপে বিবেচিত হৈছে। চাহ মজদুৰ জনগোষ্ঠীৰ কথা বাদ দি বৃহত্তৰ অসমীয়া জাতিৰ আৰ্থ-সামাজিক, সাংস্কৃতিক তথা ৰাজনৈতিক জীৱনৰ কথা ভাবিবই নোৱাৰি।

অসমৰ চাহ শিল্পৰ আৰম্ভণিতে যথেষ্ট সংখ্যক থলুৱা বনুৱা আছিল যদিও ১৮৮৫ চনত তেওঁলোকৰ সংখ্যা হ্ৰাস পাই মাত্ৰ ৫ ৫% হৈছিলগৈ। সেই সময়ৰ চাহ কৰ্মচাৰীসকলৰ অধিকাংশ, যেনে ঃ কেৰাণী, মহৰী আদি বংগদেশৰ পৰা আহিছিল। অসমত ইংৰাজী শিক্ষাৰ বিস্তাৰ হোৱাৰ লগে লগে এনে পদ বিলাকত থলুৱা কৰ্মচাৰী বৃদ্ধি পালে।

### বাটকটীয়া চাহ খেতিয়ক

মণিৰাম দেবানৰ পিছত ৰোযেশ্বৰ বৰুৱা আৰু হেমধৰ বৰুৱাকে প্ৰমুখ্য কৰি কেইবাজনো অসমীয়াই চাহ বাগিচা খুলি চাহ খেতিৰ বাটকটীয়াৰূপে আগবাঢ়ি আহে। ৰোযেশ্বৰ বৰুৱাই ছয়-সাতখন চাহ বাগিচা খুলিছিল। তাৰ ভিতৰত লাহদৈগড়, নাগিনীজান, মাধপুৰ, দেওপানী আদিয়েই প্ৰধান। হেমধৰ বৰুৱাই লাহদৈগড় বাগিচাৰ পৰা 'গুটিসঁচ' নি লেতেকুজান চাহ বাগিচা পাতিছিল। হেমধৰ বৰুৱাৰ পুত্ৰ জগন্নাথ বৰুৱা আৰু কৃষ্ণকান্ত বৰুৱাও চাহ খেতিৰ লগত জড়িত আছিল। উজনি অসমৰ প্ৰথম স্নাতক জগন্নাথ বৰুৱা বোধহয় তেতিয়াৰ ইংৰাজ আৰু ভাৰতীয় চাহ খেতিয়কসকলৰ ভিতৰতে প্ৰথম স্নাতক।

এখেতসকলৰ উপৰি বিষ্ণুৰাম বৰুৱা, শিৱপ্ৰসাদ বৰুৱা, দেৱীচৰণ বৰুৱা, মালভোগ বৰুৱা, নাৰায়ণ চন্দ্ৰ বেজবৰুৱা, হৰিবিলাস আগৰৱালা, মৌলবী শ্বাহনুৰ আলি হাজৰিকা, ঘনশ্যাম বৰুৱা, ৰাধাকান্ত সন্দিকৈ, নীলাম্বৰ দত্ত, সোমেশ্বৰ বৰুৱা, পদ্মনাথ শৰ্মা, মৌলবী তফজুল হুছেইন হাজৰিকা, মিহিৰাম শইকীয়া, দেৱৰাজ ৰয়, কামাখ্যা ৰাম বৰুৱা, নন্দেশ্বৰ চক্ৰৱৰ্তী, যদুনাথ বৰুৱা, ৰজনীকান্ত বৰুৱা আদিয়েও চাহ বাগিচা খুলি চাহ শিল্পটোত ঘনিষ্ঠভাৱে সোমাই পৰি শিল্পটোৰ বিকাশ, প্ৰকাশ আৰু প্ৰসাৰ ঘটাইছিল।

১৯৭৮ চনৰ পৰা অসমত ক্ষুদ্ৰ চাহ খেতিও আৰম্ভ হৈছে। চাহ বোৰ্ডৰ ২০০১ চনৰ এক পৰিসংখ্যা অনুসৰি অসমত ৮৬২ খন ক্ষুদ্ৰ চাহ বাগিচা আছে আৰু এই চাহ খেতিয়ে সামৰা মাটিৰ পৰিমাণ ৩০৮৪ ০৯ হেক্টৰ।

**সামৰণি**

পৃথিৱীৰ মুঠ ৪০খন চাহ উৎপাদনকাৰী দেশৰ ২০৪কোটি হেক্টৰ মাটিৰ চাহ খেতিৰ ভিতৰত অসমৰ চাহতেই ঔষধীয় গুণ আটাইতকৈ বেছি। চাহ স্বৰাজোত্তৰ অসমৰ অৰ্থনৈতিক জাগৰণ, যাৰ প্ৰভাৱ সামগ্ৰিকভাৱে সমাজখনৰ ওপৰতো সুদূৰপ্ৰসাৰী হোৱাৰে কথা। সকলো প্ৰতিকূলতাক নেওচি চাহখেতিৰ বিষযে কৰা অত্যাধুনিক গৱেষণা তথা সজাগতাই বহুক্ষেত্ৰত সহায়ক হ'ব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমৰ চাহ উদ্যোগ আৰু নিয়োগৰ সম্ভাৱনা (HS 2007) ২ কেৱল উদ্যোগ নহয় ঐতিহ্যৰো বাহক অসমৰ চাহশিল্প ৩ চাহ ঃ অসমৰ সবাতোকৈ বৰ্ণাঢ্য আৰু সম্ভাৱনাময় শিল্প

# অসমৰ এটা জনজাতি

*HSLC 1994*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - মিছিংসকলৰ ইতিহাস - সমাজ জীৱন - ধৰ্মীয় উৎসৱ-পাৰ্বন - সামৰণি

---

**ভূমিকা**

বৃহত্তৰ অসমীয়া জাতি বিভিন্ন জনগোষ্ঠীৰে গঠিত। অসমৰ পাহাৰে-ভৈয়ামে থকা নানান জনগোষ্ঠীয় উপাদানেৰে অসমীয়া জাতি গঠন হৈছে। অসমৰ বিভিন্ন জনগোষ্ঠীৰ এটা উল্লেখযোগ্য জনগোষ্ঠী হ'ল মিছিং। অসমৰ ভৈয়াম অঞ্চলৰ নৈৰ পাৰে পাৰে শদিয়াৰ পৰা তেজপুৰলৈকে মিছিং জনজাতিৰ লোকসকল বিয়পি আছে। সোৱনশিৰি আৰু ব্ৰহ্মপুত্ৰ নৈৰ পাৰতে অধিকাংশ মিছিং লোকৰ বসতি যদিও অন্যান্য সৰুসুৰা নৈৰ পাৰে পাৰেও এওঁলোক বাস কৰা দেখা যায়।

**মিছিংসকলৰ ইতিহাস**

মিছিংসকল উত্তৰ-পূব পাহাৰৰ পৰা ভৈয়ামত বাস কৰিবলৈ অহা বুলি জনা যায়। অসমত চুতীয়া ৰাজত্বৰ আৰম্ভণীৰ সময়ছোৱাত তেওঁলোকে ভৈয়ামত বাস কৰিবলৈ আৰম্ভ কৰে। মিছিং শব্দৰ অৰ্থ হ'ল 'ভাল মানুহ'। 'মি' মানে মানুহ আৰু 'ছিং' মানে বগা বা ভাল। তেওঁলোকে চন্দ্ৰ আৰু সূৰ্যৰ বংশধৰ বুলি চিনাকি দিয়ে। আহোমসকলৰ দৰেই মিছিংসকলেও নিজকে স্বগৰ পৰা জখলাইদি নামি অহা বুলি বিশ্বাস কৰে।

**সমাজ জীৱন**

অন্যান্য জনগোষ্ঠীৰ দৰেই মিছিং সকলো কেইবাটাও গোট বা খেলত বিভক্ত। প্ৰধানকৈ তেওঁলোকক আঠোটা খেলত ভগাব পাৰি। এইবিলাক হ'ল ছায়াং বা ছায়েঙ্গৰ, অয়ান বা আয়েঙ্গীয়া, মায়িং বা মালেংগীয়া, দেলো, তায়ে তায়ে, পাগৰ, দামুক আৰু চামুগুৰীয়া । বাসস্থান অনুসৰিও কিছুমান খেলৰ নাম হৈছে। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে বাস কৰাসকলক দেলো বোলা হয়। সেইদৰে ময়িং নামে ঠাইত কাম কৰাসকলৰ পৰা মায়িং বা মায়েংগিযা খেলৰ উৎপত্তি হ'ল। প্ৰত্যেকটো খেলতে বেলেগ বেলেগ গোত্ৰ আছে। অৱশ্যে একে গোত্ৰৰ মানুহ বেলেগ বেলেগ খেলত থাকিব পাৰে। মিছিং সমাজত বহু গোত্ৰ আছে। একোটা গোত্ৰত পাযেং, পেগু, দলে আদি বহু জাত আছে। সেইবিলাকৰ সংখ্যাও বহুত। একে গোত্ৰৰ মানুহে ইজনে সিজনক ভাই-ককাই বুলি মানে। একে গোত্ৰৰ ভিতৰত বিয়া হ'ব নোৱাৰে। অৱশ্যে পলুৱাই নিও মিছিংসকলৰ মাজত বিয়া পতাৰ উদাহৰণ আছে। আন জাতি-সম্প্ৰদায়ৰ দৰে এওঁলোকৰ মাজতো জোৰোণ পিন্ধাই ছোৱালী অনাৰ নিয়ম প্ৰচলিত। ভাৰতৰ আন সম্প্ৰদায়ৰ দৰে তেওঁলোকৰ সমাজতো কিছুমান জনবিশ্বাস প্ৰচলিত। স্বভাৱতে শান্ত প্ৰকৃতিৰ এই জাতিৰ মাজত উচ্চ-নীচৰ প্ৰভেদ নাই। সকলোৱে একেলগে খোৱা-লোৱা কৰিব পাৰে।

মিছিংসকলৰ শাৰীৰিক গঠন মংগোলীয় গঢ়ৰ, বৰ ওখ নাইবা চাপৰ নহয়। বৰণ প্ৰায় বগা। নাক চুটি, সৰু আৰু গাল উঠঙা হয়। মিছিংসকল প্ৰধানতঃ নৈৰ পাৰতে বাস কৰে। বানপানীৰ পৰা ৰক্ষা পৰিবৰ বাবে এওঁলোক চাংঘৰ সাজি বাস কৰে। এওঁলোকৰ একেটা ঘৰতে বহু পৰিয়াল একেলগে থাকে। ঘৰৰ মুৰব্বীজনেই ঘৰখনৰ পৰামৰ্শদাতা। তেওঁৰ দিহা-পৰামৰ্শমতে ঘৰখন চলে। মিছিং সমাজত বয়োবৃদ্ধসকলৰ স্থান অতি সন্মানজনক। ঘৰখনৰ দৰে মিছিং গাঁওবোৰো গাঁৱৰ বয়োজ্যেষ্ঠসকলৰ মতেই চলে। গাঁৱত হাই-কাজিয়া লাগিলেও বয়সস্থসকলেই মেল পাতি বিচাৰ কৰে।

মিছিংসকল বৰ পৰিশ্ৰমী জাতি। পুৰুষ আৰু মহিলা উভয়েই পৰিশ্ৰম কৰে। মহিলাসকলে পিন্ধা কাপোৰ, পুৰুষৰ পোচাকো তাঁতত বৈ কাটি উলিয়ায়। তাঁতশিল্পত এওঁলোক অতি নিপুণ। ক'লা, ৰঙা ৰঙৰ নানা তৰহৰ চানেকীৰে ফুল বাছি বৈ লোৱা এওঁলোকৰ পিন্ধা কাপোৰ অতি শুৱনি। পুৰুষসকলে খেতি-বাতি কৰি উপাৰ্জন কৰে। গাহৰি পালনো এওঁলোকৰ উপাৰ্জনৰ আন এক অৱলম্বন।

**ধৰ্মীয় উৎসৱ-পাৰ্বন**

মিছিংসকল ঘাইকৈ হিন্দু ধৰ্মাৱলম্বী। অসমীয়াৰ দৰেই তেওঁলোকে বছৰৰ তিনিওটা বিহু পালন কৰে। তদুপৰি তেওঁলোকৰ নিজৰ উৎসৱ আছে। এওঁলোকৰ এটা অতি জনপ্ৰিয় উৎসৱ হ'ল আলি-আই-লৃগাং। এই উৎসৱক শস্য বা কঠিয়া সিঁচাৰ আৰম্ভণী উৎসৱ বুলিও কোৱা হয়। মিছিংসকলৰ আন এক উৎসৱ হ'ল নৰাছিংগা বিহু বা প-ৰাগ। আহিনমহীয়া আহুধান চপোৱাৰ পাছত এই বিহু পতা হয়। মিছিংসকলৰ কেইবাজনো উপাস্য দেৱ-দেৱী আছে। নিজকে সূৰ্য আৰু চন্দ্ৰৰ বংশধৰ বুলি কোৱাৰ বাবে যিকোনো উৎসৱতে এওঁলোকে চন্দ্ৰ-সূৰ্যক স্মৰণ কৰে। তদুপৰি প্ৰতিবছৰে 'দবুৰ' নামে এক পূজা পাতে। এই পূজা নাপাতিলে গাঁৱত অপায-অমংগল হয় বুলি বিশ্বাস প্ৰচলিত। পূজা-সেৱাত দেৱ-দেৱীৰ নামত আপং উৎসৰ্গা কৰাতো তেওঁলোকৰ ধৰ্মীয় পৰম্পৰা।

মিছিংসকলৰ লিখিত লিপি নাই। নিজস্ব মৌখিক সাহিত্য আছে। এই ভাষাতে মিছিংসকলে তেওঁলোকৰ গীত-মাত ৰচনা কৰে। ইটো খেলৰ লগত সিটো খেলৰ ভাষাৰ সামান্য অমিল হ'লেও ইটো খেলে সিটো খেলৰ লগত এই ভাষাতেই কথা পাতিব পাৰে। অন্যান্য সম্প্ৰদায়ৰ লোকৰ লগত তেওঁলোকে অসমীয়া ভাষাতেই ভাৱৰ আদান-প্ৰদান কৰে।

**সামৰণি**

নিজৰ ৰীতি-নীতি, উৎসৱ-পাৰ্বন, সংস্কৃতিৰে বৃহত্তৰ অসমীয়া জাতি গঠনত মিছিং সম্প্ৰদায়ে প্ৰভূত অৰিহণা যোগাইছে। সম্প্ৰতি এওঁলোকৰ সমাজ জীৱনত অজনজাতীয় প্ৰভাৱ পৰিছে। ঠাই বিশেষে মিছিংসকলৰ লগত অজনজাতীয় লোকৰ কোনো পাৰ্থক্যই দেখা নাযায়।

***লগতে চাওক ঃ** আই-আই-লৃগাং*

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ জনজাতি হিচাপে মিছিং ২ অসমৰ এটা প্ৰধান জনজাতি ৩ উল্লেখযোগ্য অসমীয়া জনজাতিসকলৰ এটা, ৪ মিছিং জনজাতি

# অসমৰ বানপানী সমস্যা

*HSLC 2006, HS 2001,2005*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - পানীয়ে লয় মানুহৰ প্ৰাণ- সকাহৰ উপায় - সামৰণি

*বাৰিষাৰে বান*
*বাৰে বাৰে*
*সহিমনো কিমান*

**ভূমিকা**

মানুহে নিত্য নতুন আৱিষ্কাৰেৰে দৈনন্দিন জীৱনক আধুনিকতৰ কৰি গৈ আছে। তথাপি মানৱ জীৱনৰ পৰা সমস্যা আঁতৰ হোৱা নাই। দিনৌ নতুন নতুন সমস্যাই মানুহক আবৰি ধৰে। সেই সমস্যাবোৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক বিভিন্ন দিশত সৃষ্টি হ'ব

পাৰে। প্ৰতিটো সমস্যাৰে সমাধানৰ বাট মানুহেই আৱিষ্কাৰ কৰি লয়। অসমৰ জনজীৱনত এনে এটি সমস্যা আছে যাক সমাধান কৰাৰ সু-পৰিকল্পিত ব্যৱস্থা এটা মানুহে কৰিব পৰা নাই। সেই সমস্যাটো হ'ল বছৰে বছৰে হোৱা প্ৰলয়ংকাৰী বানপানী। প্ৰকৃতিক জয় কৰাৰ অদম্য বাসনা মানুহে মনত পুহি ৰাখিছে। সময়ে সময়ে প্ৰকৃতিৰ লগত বন্ধুত্ব কৰিছে, তথাপি মানুহ সদায় প্ৰকৃতিৰ অধীন। বানপানীৰ পৰা বাচিব পৰা নাই মানুহ।

**পানীয়ে লয় মানুহৰ প্ৰাণ**

অসমৰ বুকু জুৰি বৈ আছে অলেখ নদ-নদী, জান-জুৰি। এইবোৰত থকা পানীয়ে আমাৰ উপকাৰ সাধন কৰে। দৈনন্দিন ব্যৱহাৰৰ বাবে পানীৰ যোগানৰ লগতে যাতায়ত, মৎস্য যোগান ইত্যাদিও অন্যতম। অসমৰ মুখ্য নদী ব্ৰহ্মপুত্ৰ আৰু বৰাক। ইয়াৰ আকৌ বহু উপনৈ আছে। বাৰিষা এই নদীবোৰৰ পানী যেনে ফোটোকাৰে বাঢি অসমৰ বিস্তীৰ্ণ অঞ্চল জলমগ্ন কৰি তোলে। এইদৰে বছৰৰ পাছত বছৰ বানপানীয়ে অসমৰ জনসাধাৰণক জুৰুলা কৰি আহিছে।

গ্ৰীষ্ম কালত অসমত মৌচুমী বায়ুৰ প্ৰভাৱত প্ৰবল বৰষুণ হয়। একে সময়তে অসমলৈ তিনিটা দিশৰ পৰা মৌচুমী বতাহ বলে। অসমৰ উত্তৰ-পূব আৰু দক্ষিণ ফাল পৰ্বতেৰে আগুৰা। গতিকে অসমত প্ৰৱেশ কৰা মৌচুমী বায়ুৱে বাহিৰলৈ যাবলৈ বাট নেপাই অসমৰ আকাশতে বৰষুণ হৈ মুষলধাৰে তললৈ নামি আহে। ইফালে গিৰিৰাজ হিমালয়ৰ শুভ্ৰ বৰফবোৰ প্ৰখৰ ৰ'দত গলিবলৈ ধৰে। বৰফগলা পানী আৰু বৰষুণৰ পানীৰে অসমৰ নদ-নদী উপচি পৰে। এটা সময়ত নদীৰ আৱদ্ধতা অতিক্ৰম কৰি পাৰ ভাঙি বৈ আহে পানীৰ বিশাল পৰিধি । আবাসিক অঞ্চল খেতিপথাৰ পানীৰ তলত বুৰ গৈ মানুহৰ আলৈ-আহুকালৰ সীমা নোহোৱা কৰে।

অসম সৃষ্টিৰ আদিৰে পৰাই নদীমাতৃক দেশ। কিন্তু পূৰ্বতে অসমত এনে ভয়ংকৰ ৰূপত বানপানী হোৱাৰ কথা জনা নাযায়। যোৱা কেইটামান দশকৰ পৰাহে বানপানীৰ সমস্যা ইমান ভয়ংকৰ হৈ পৰিছে। তাৰ কাৰণ নথকা নহয়। ১৯৫০ চনত অসমত প্ৰবল ভূমিকম্প হৈছিল। তাৰ পাছৰে পৰা অসমৰ নদীবোৰ তৰাং হৈ গ'ল বুলি কোৱা হয়। নদীবোৰ বাম হোৱাৰ ফলত সহজেই বানপানী হ'বলৈ ল'লে। অৱশ্যে নদীবোৰ বাম হৈ যোৱাৰ আৰু কাৰণ আছে। বছৰ বছৰ ধৰি পৰ্বত-পাহাৰৰ ওপৰৰ পৰা পানীয়ে লগত লৈ অনা মাটি ভাগ নদীৰ বুকুতে বৈ যায়। জনবিস্ফোৰণৰ ফলত ভূ-ভাগত অধিক হেঁচা পৰিছে। বৰ্ধিত আবাসিক অঞ্চলৰ পৰা ওলোৱা আৱৰ্জনাৰ দমবোৰ নদ-নদীৰ পাৰত বা পানী ভাগতে পেলাই দিয়া দেখা যায়। ফলত নদীৰ পানী প্ৰদূষিত হোৱাৰ লগতে বাম হৈ পৰিছে। স্বাভাৱিকতে এনেদৰে দিনে দিনে অসমত বানপানীৰ প্ৰকোপ বৃদ্ধি হৈ গৈছে।

কালৰূপ বানপানীয়ে স্থান-কাললৈ ভ্ৰূক্ষেপ নকৰি পলকতে বহু অঞ্চল সমুদ্ৰত পৰিণত কৰে। বহু কষ্ট আৰু অৰ্থৰ বিনিময়ত গঢ়ি তোলা মথাউৰি পলকতে ভাঙি নিশ্চিহ্ন কৰি নিয়ে বলীয়া বানে। অসমত শালিখেতিৰ ভৰপক হোৱাৰ বতৰ বানপানীৰে বতৰ

দুখীয়া কৃষকৰ বুকুত কুঠাৰ মাৰে বানপানীয়ে। দেখা গৈছে যোৱা কেইবছৰমানত বানপানী বছৰত দুই-তিনিবাৰ আহি বাৰে বাৰে ধ্বংস লীলাৰ সৃষ্টি কৰি গৈছে। ব্ৰহ্মপুত্ৰৰ বানে তাৰ দাঁতি-কাষৰীয়া বহু খেতি পথাৰ বালিচৰত পৰিণত কৰিছে। পলসৰ পৰিবৰ্তে বালিয়ে কৃষিৰ মাটি অনুপযোগী কৰি তোলে। বানপানীৰ লগে লগে আৰম্ভ হয় গৰাখহনীয়া। নদীৰ পাৰৰ ভূ-ভাগৰ কোনো অংশত প্ৰথমে ফাট মেলে আৰু সেই অংশ খহি গৈ ব্ৰহ্মপুত্ৰৰ পানীত পৰেগৈ। তেনেকৈ গৰা খহি গাঁও-ভূঁই, খেতিপথাৰ আদি নদীৰ বুকুত বিলীন হৈ যায়। চকুৰ আগতে নিজৰ ঘৰখন, গাঁওখন নদীৰ বুকুত জাহ যোৱা দৃশ্য অতি মৰ্মান্তিক। গৰাখহনীয়াই অসমৰ মানুহৰ প্ৰভূত ক্ষতি কৰিছে।

বানপানীয়ে বাট-পথ, ঘৰ-দুৱাৰ সকলো নষ্ট কৰি পেলায। অসমৰ অৰ্থনৈতিক গাঁথনি এনেয়ে দুৰ্বল, তাতে আকৌ বাৰে বাৰে বানপানীয়ে ক্ষতি সাধন কৰিলে উন্নয়নৰ কাম-কাজ কৰা সম্ভৱ নহয়।। বানবিধ্বস্ত অঞ্চলৰ গঠনমূলক উন্নয়ন সম্ভৱ হৈ নুঠেগৈ। বানপানীৰ সময়ত মানুহে ঘৰ-দুৱাৰ এৰি কোনোবা ওখ ঠাইত আশ্ৰয় লয়গৈ। ঘৰচীয়া, বনৰীয়া জীৱ-জন্তুৰ বহুতৰ মৃত্যু হয বা পানীত উটি যায। শস্যৰ ভঁড়াল পানীত ডুব যায়। ঠায়ে ঠায়ে আশ্ৰয শিবিৰ খোলা হয। চৰকাৰ আৰু স্বেচ্ছাসেৱী অনুষ্ঠানে বানাক্ৰান্ত লোকক খাদ্যবস্তু, চিকিৎসা সেৱা, কাপোৰ আদিৰ যোগান দিয়ে।

বানৰ পানী শুকুৱাৰ পাছত আকৌ নানা ধৰণৰ বেমাৰ- আজাৰ হয়। বানপানীয়ে এৰি যোৱা আৱৰ্জনাই পৰিৱেশ দূষিত কৰে। মানুহৰ লগতে জীৱ-জন্তুৰো বেমাৰ হয়। কিছুমানৰ মৃত্যু হয়, আন কিছুমানৰ অনাহাৰত অৱস্থা নোহোৱা হয়। বাৰে বাৰে হোৱা বানপানীৰ বাবে আৰু একে সময়তে সমগ্ৰ অসমৰ বিস্তৃৰ্ণ অঞ্চল জলমগ্ন হোৱাত যোগাযোগ আৰু সাহায্য বিতৰণত অসুবিধাৰ সৃষ্টি হয। অসমৰ অৰ্থনীতিত বানপানীয়ে বাৰে বাৰে কৰা আঘাত সমগ্ৰ দেশখনৰ বাবেই ক্ষতিকৰ।

**সকাহৰ উপায়**

অৱশ্যে বানপানীয়ে পলস পেলাই যোৱা মাটি সাৰুৱা হয আৰু তাত শস্য নদন-বদন হয়। বাওধানৰ দৰে খেতিত পাতলীয়া বানপানীয়ে উপকাৰহে কৰে। কেতিয়াবা ভূ-ভাগত গোট খোৱা আবৰ্জনা ধুই নিকা কৰি দিয়ে। কিন্তু এইখিনি মাত্ৰ উপকাৰৰ বাবে বানপানী কাৰে কাম্য হ'ব নোৱাৰে।

আমেৰিকাই সৰ্বধ্বংসকাৰী টেনেচি নদীৰ ভয়াবহতা বশীভূত কৰিলে। চীনৰ দুখ বুলি পৰিচিত হোৱাংহো নদীক নিয়ন্ত্ৰণ কৰি মানুহৰ উপকাৰত লগাইছে। কিন্তু অসমৰ ব্ৰহ্মপুত্ৰৰ কথাটো বাদেই, সৰু-সুৰা নদ-নদীবোৰৰ পানীও নিযন্ত্ৰিত কৰিব পৰা হোৱা নাই। দুই-এঠাইত নদীৰ মথাউৰি বন্ধা আৰু স্লুইচ গেটৰ ব্যৱস্থা কৰাতে অসম সীমাবদ্ধ হৈ আছে। ব্ৰহ্মপুত্ৰ নদীৰ বাননিয়ন্ত্ৰণৰ বাবে ইয়াক খন্দোৱাৰ ব্যৱস্থা কৰিব পৰা হ'লে ভাল আছিল। এই কামৰ বাবে বিদেশী ৰাষ্ট্ৰ সহায় কৰাৰ বাবে আগবাটি আহিছে। পিছে সিদ্ধান্তলৈ আহিব পৰা নাই। বাননিয়ন্ত্ৰণৰ বাবে অসমত 'ব্ৰহ্মপুত্ৰ আয়োগ' গঠন কৰা হৈছে। কিন্তু অসমত কপিলী

জলবিদ্যুৎ প্ৰকল্পৰ বাদে অন্য কোনো প্ৰকল্প গঢ়ি উঠা নাই। ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈসমূহৰ গতি নিয়ন্ত্ৰণ কৰি জলবিদ্যুৎ উৎপাদন কৰিব পাৰিলে অসমৰ বহু উপকাৰ সাধন হ'ব। ভূমিস্খলন ৰোধৰ বাবে গছ-গছনি ৰোপণ উত্তম উপায়।

**সামৰণি**

গভীৰ চিন্তা-চৰ্চা, বৈজ্ঞানিক উপায়, অভিজ্ঞ প্ৰযুক্তিবিদ্যা আদিৰ সহায়ত কৰ্মদক্ষ কমিটিয়ে কাম কৰিলে অসমৰ বান নিয়ন্ত্ৰিত হোৱাটো নিশ্চিত। বানপানীৰ দুৰ্যোগৰ পৰা হাত সাৰিব পাৰিলে অসমৰ সমাজনীতি, অৰ্থনীতিলৈ বহু পৰিবৰ্তন আহিব। অসমৰ দৰিদ্ৰতাও বহুলাংশে নিৰ্মূল হ'ব বুলি ক'ব পাৰি।

***লগতে চাওক ঃ বৰ্ষাঋতু আৰু অসম***

**এইধৰণ ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমৰ প্ৰধান সমস্যা আৰু তাৰ সমাধানৰ উপায় (HSLC 1997) ২ অসমৰ জ্বলন্ত সমস্যা (HSLC 2000) ৩ অসমৰ বানপানী

# অসমৰ পৰ্যটন উদ্যোগ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - পৰ্যটক আকৰ্ষক স্থল - পৰ্যটনৰ অযুত সম্ভাৱনা - সামৰণি

*অসমী আই ৰূপহী*
*গুণৰো নাই শেষ*
*ভাৰতৰে পূৰ্ব দেশৰ*
*সূৰ্য উঠা দেশ।*

—**ভূপেন হাজৰিকা**

**ভূমিকা**

প্ৰকৃতিয়ে অসমক দুহাত ওপচাই প্ৰতুলভাৱে ঐশ্বৰ্য্যময়ী কৰি তুলিছে। প্ৰাকৃতিক পৰিৱেশ, নীলা পাহাৰ, ৰঙা নদী, মঠ-মন্দিৰ, ৰজাদিনীয়া কীৰ্ত্তিচিহ্ন, আদিৰে ভৰপূৰ অসমখন পৰ্যটক আৰু ভ্ৰমণকাৰীৰ স্বৰ্গ। একে কাৰণতে এই ভূখণ্ড অতীজৰে পৰা পৰ্যটনৰ এক উৎকৃষ্ট কেন্দ্ৰৰূপেও চিহ্নিত আৰু স্বীকৃত হৈ আহিছে। সপ্তম শতিকাৰ চীনা পৰিব্ৰাজক হিউ-এন-চাঙৰ দিনৰে পৰা অগণন দেশী-বিদেশী পৰ্যটক অসমলৈ আহিছে আৰু ইয়াৰ বিতোপন নৈসৰ্গিক শোভাত বিস্ময়মুগ্ধ হৈছে।

**পৰ্যটক আকৰ্ষক স্থল**

অসমত অজস্ৰ পৰ্যটক আকৰ্ষণ স্থান আছে যদিও একাধিক কাৰণত এতিয়াও সেইবোৰ স্থানত পৰ্যটকৰ বাবে পৰ্যাপ্ত সা-সুবিধাখিনি আগবঢ়াব পৰা হোৱাগৈ নাই।

বিশেষকৈ আজি কিছুদিনৰ আগলৈকে এই অঞ্চল নিযন্ত্ৰিত এলেকা বা Restricted Area হোৱা বাবে পৰ্যটকৰ আগমনত যথেষ্ট বাধা-নিষেধ আৰোপ কৰা হৈছিল। ইয়াৰ ফলত এই অঞ্চললৈ অহা পৰ্যটকৰ, বিশেষকৈ বিদেশী পৰ্যটকৰ সংখ্যা আছিল নিচেই তকৰীয়া। অৱশ্যে ১৯৯৫ চনৰ জুলাই মাহৰ পৰা চৰকাৰে এই বাধা-নিষেধ প্ৰত্যাহাৰ কৰি পৰ্যটকৰ প্ৰতি আগবঢ়োৱা সা-সুবিধাৰ ক্ষেত্ৰত এক উল্লেখযোগ্য পদক্ষেপ গ্ৰহণ কৰিছে।

ইয়াৰ উপৰি অসমৰ পৰ্যটন বিভাগে ৰাজ্যখনৰ বিভিন্ন দৰ্শনীয় স্থানসমূহলৈ নিয়মীয়া কণ্ডাকটেড টুৰৰ ব্যৱস্থা কৰিছে। অসমৰ ৰাষ্ট্ৰীয় উদ্যান কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান দৰ্শনৰ বাবে পৰ্যটন বিভাগৰ এক কণ্ডাকটেড টুৰৰ ব্যৱস্থা আছে। একেদৰে হাজো, শুৱালকুছি, মদন-কামদেৱ আৰু কাষৰীয়া ছিলঙলৈও পৰ্যটন বিভাগৰ নিযমীয়া কণ্ডাকটেড টুৰৰ ব্যৱস্থা আছে। দূৰণিবতীয়া কণ্ডাকটেড টুৰৰ উপৰি পৰ্যটন বিভাগে নিযমীয়াকৈ গুৱাহাটী মহানগৰ পৰিদৰ্শনৰ বাবে এক স্থানীয় কণ্ডাকটেড টুৰৰ সুবিধা পৰ্যটকসকলৰ বাবে আগবঢাই আহিছে।

অসমৰ বিভিন্ন পৰ্যটক আকৰ্ষক স্থানসমূহত পৰ্যটকৰ থকা-খোৱাৰ সুবিধাৰ বাবে কেইবাটিও যাত্ৰীনিবাস নিৰ্মাণ কৰি উলিওৱা হৈছে। ইয়াৰ ভিতৰত ওৰাং, হাফলং আদিৰ যাত্ৰীনিবাসৰ কথা উল্লেখ কৰিব পাৰি। ইযাৰ উপৰি কেন্দ্ৰীয চৰকাৰৰ সাহায্যত জাগীৰোড, মৰাণ, বিশ্বনাথ চাৰিআলি, বোকাখাত, ডিগবৈ, ৰৌতা আদি ঠাইত কেইবাটিও যাত্ৰী নিবাস নিৰ্মাণৰ কাম চলি আছে। একেদৰে তীৰ্থযাত্ৰীসকলৰ সা-সুবিধাৰ বাবে বেলশৰ, শদিযা, নৱগ্ৰহ আদিত একোটিকৈ তীৰ্থযাত্ৰী নিবাস নিৰ্মাণ কৰা হৈছে।

অসমৰ বিভিন্ন দৰ্শনীয় স্থানসমূহৰ বিৱৰণ অঞ্চলটোৰ ঐতিহাসিক, সাংস্কৃতিক আদি বিভিন্ন তথ্য পৰ্যটকক জনোৱাৰ লগতে ইয়াৰ বহুল প্ৰচাৰৰ বাবে পৰ্যটন বিভাগে বিভিন্ন সচিত্ৰ ৰঙীন তথ্য পুস্তিকা, হাতপুথি, মেপ আদি প্ৰকাশৰ ব্যৱস্থা কৰি আহিছে। পৰ্যটন বিভাগৰ বিভিন্ন কেন্দ্ৰত এইবোৰ বিনামূলীযাকৈ পৰ্যটকক দিয়া হয। তদুপৰি বিভিন্ন তথ্য-চিত্ৰ আদিৰ জৰিয়তে অঞ্চলটোৰ দৰ্শনীয স্থানসমূহৰ বিষয়ে পৰ্যটকক অৱগত কৰোৱাতো পৰ্যটন বিভাগৰ এই দিশত এক উল্লেখযোগ্য পদক্ষেপ বুলি ক'ব পাৰি।

পৰ্বত-পাহাৰ নদ-নদী, অটব্য অৰণ্যৰে পৰিবেষ্টিত সমগ্ৰ অসমখনেই দুঃসাহসিক (Adventure Tourism) পৰ্যটনৰ এক উৎকৃষ্ট কেন্দ্ৰ বুলি ক'ব পাৰি। পৰ্যটক আকৰ্ষক এই দিশটোৰ প্ৰতি লক্ষ্য ৰাখি পৰ্যটন বিভাগে বৰাইল আৰু কাৰ্বি আংলঙত এনে পৰ্যটকৰ বাবে ট্ৰেকিঙৰ ব্যৱস্থা কৰিছে।

**পৰ্যটনৰ অযুত সম্ভাৱনা**

অসমত পৰ্যটনৰ অযুত সম্ভাৱনা আছে যদিও উদ্যোগ হিচাপে পৰ্যটনে এতিয়াও আশানুৰূপভাবে গা কৰি উঠিব পৰা নাই। ১৯৮৭ চনতে অসমত পৰ্যটনিক উদ্যোগৰ মৰ্যাদা দিয়া হৈছিল যদিও বিভিন্ন আন্তঃগাঁথনিমূলক অসুবিধাৰ বাবে পৰ্যটন শিল্পই অসমত আশা কৰা মতে উৎকৰ্ষ আৰু বিকাশ লাভ কৰা নাই। পৰ্যটনিক উদ্যোগ হিচাপে গঢ়ি তুলিবলৈ হ'লে স্বাভাৱিকতে সা-সুবিধাৰ বৃদ্ধিৰ প্ৰয়োজন। ই হ'ল এটি মূলধনকেন্দ্ৰিক উদ্যোগ। কিছু মূলধন

বিনিয়োগ কৰি ৰাজ্যখনৰ মনোমুগ্ধকৰ ঠাইসমূহক প্ৰয়োজনীয় সা-সুবিধাৰে আকৰ্ষণীয় কৰি তোলাৰ অযুত সম্ভাৱন আছে। দিল্লীৰ লালকিল্লাৰ দৰে আহোম ৰাজত্বকালৰ কীৰ্তিচিহ্নবোৰত পোহৰৰ প্ৰদৰ্শনীৰ আয়োজন কৰি পৰ্যটন বিভাগে এই দিশত এক সুদূৰপ্ৰসাৰী পদক্ষেপ গ্ৰহণ কৰিব পাৰে। একেদৰে চৰাইদেউৰ নিৰ্জন শোভা মহীশূৰৰ বৃন্দাবন উদ্যানৰ দৰে আলোক উজ্জ্বল কৰি ভ্ৰমণকাৰীৰ বাবে মনোমোহা স্থল কৰি তুলিব পাৰি। বিশাল ব্ৰহ্মপুত্ৰৰ বিশেষ অঞ্চলত জলক্ৰীড়াৰ সুবিধা প্ৰৱৰ্তন কৰি তাৰ প্ৰতি দেশী-বিদেশী পৰ্যটকক আকৰ্ষণ কৰাৰ কথাও বিবেচনা কৰি চাব পৰা যায়।

**সামৰণি**

সামগ্ৰিকভাৱে ক'বলৈ গ'লে অসমত পৰ্যটনৰ অযুত সম্ভাৱনা আছে আৰু পৰ্যটকৰ প্ৰতি অধিক সা-সুবিধা প্ৰদানেৰে এই সম্ভাৱনা সাৰ্থক কৰি তুলিব পাৰি। ইয়াৰ বাবে প্ৰয়োজন কেন্দ্ৰীয় চৰকাৰৰ সুস্পষ্ট আৰু ইতিবাচক নীতি, ৰাজ্য চৰকাৰৰ উদ্যোগী মনোভাব আৰু জনসাধাৰণৰ সচেতনতা। এই তিনিও পক্ষৰ সহযোগত অচিৰে অসমৰ পৰ্যটন শিল্পই দেশখনৰ ভিতৰতে যে এক লেখৰ উদোগ হিচাপে আত্মপ্ৰকাশ আৰু বিস্তাৰ লাভ কৰিব পাৰিব তাত কোনো সন্দেহ নাই।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসম ঃ পৰ্যটনৰ সম্ভাৱনাময় স্থল ২ সাম্প্ৰতিক অসমৰ পৰ্যটন ৩ উদ্যোগ হিচাপে অসমৰ পৰ্যটন

# অসমীয়া প্ৰবচন আৰু ফকৰা-যোজনা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ডাকৰ বচন - ফকৰা-যোজনা - সামৰণি

**ভূমিকা**

অসমীয়া মৌখিক সাহিত্যৰ উল্লেখযোগ্য ৰচনা হ'ল প্ৰবচন আৰু ফকৰা-যোজনাসমূহ। অসমীয়া ভাষাত ডাক পুৰুষৰ নামত চলিত বা জড়িত প্ৰবচনসমূহেই আটাইতকৈ প্ৰাচীন এনেধৰণৰ মৌখিক সাহিত্য।

**ডাকৰ বচন**

অসমীয়া মৌখিক সাহিত্যৰ এলানি উল্লেখযোগ্য প্ৰবচন বা নীতিবাক্য হ'ল ডাকৰ বচন। অসমীয়া ভাষাত ডাক পুৰুষৰ নামত চলিত বা জড়িত 'ডাকৰ বচন'ৰূপে প্ৰসিদ্ধ প্ৰবচনসমূহকেই আটাইতকৈ প্ৰাচীন এনেধৰণৰ মৌখিক সাহিত্যৰূপে আখ্যা দিয়া হৈছে। ডাকক চতুৰ্থ-ষষ্ঠ শতিকাৰ বৰাহ-মিহিৰৰ সমসাময়িক বুলি ভবা হয় আৰু বৰপেটা অঞ্চলৰ লোহি বা লোহিডঙৰা নামৰ ঠাইত তেওঁৰ (ডাকৰ) জন্ম বুলি অনুমান কৰা হয়। জনপ্ৰবাদ

অনুসৰি এক কুমাৰণীৰ ঘৰত ডাকৰ জন্ম হৈছিল। উপজিয়েই মাত (ডাক) দিয়া বাবে তেওঁৰ নাম ডাক হয়। ল'ৰাকালতে ভেঁট ফুল তুলিবলৈ যাওঁতে লগৰ লগৰীয়াই পানীত পেলাই মাৰে। আন এক প্ৰবাদমতে ডাকে হেনো মাত্ৰ 'এদিন-এনিশা'লৈ জন্মগ্ৰহণ কৰিছিল। এনে সামঞ্জস্যহীন প্ৰবাদৰ পৰা ডাকক ঐতিহাসিক ব্যক্তি বুলি মানি ল'বলৈ টান। সেয়েহে বহু পণ্ডিতৰ মতে ডাক এটা কাল্পনিক নাম। ডাক শব্দৰ অৰ্থ হ'ল উচ্চৰণ কৰা, সম্বোধন কৰা বা আহ্বান কৰা, গতিকে যিবোৰ উপদেশে সমাজত কেনেকৈ চলিব লাগে সকীয়াই দিয়ে, সিয়ে হয়তো ডাকৰ বচনৰূপে প্ৰসিদ্ধি লভে। বা ক'ব পাৰি, আগৰে পৰা যিবোৰ ৰীতি-নীতিৰ কথা বা জ্ঞানীৰ উপদেশ জনসাধাৰণৰ মাজত ছন্দৰ মাজেদি চলি আহিছিল, সিবোৰকে হয়তো কালক্ৰমত 'ডাক' নামে কাল্পনিক পুৰুষ এজনৰ নামত প্ৰচাৰ কৰা হ'ল। হয়তো চহা জীৱনৰ গুৰুত্বপূৰ্ণ আৰু ব্যৱহাৰিক জ্ঞানৰ কথাবোৰেই ডাকৰ নামত সমাজত প্ৰচলিত হৈছিল। সম্ভৱতঃ এনেও হ'ব পাৰে যে অসমীয়া প্ৰবচনৱলীৰ বাছুকৱনীয়া ভাগ ডাকৰ বচনৰূপে খ্যাত হৈছে। ডাকৰ বচনবোৰত কৃষি, বতৰ, ভেষজ বিদ্যা, ৰাজনীতি আৰু জীৱনৰ সকলো ধৰণৰ অভিজ্ঞতা, বহিৰ্জগতৰ আৰু মানৱ জীৱনৰ ঘনিষ্ঠ জ্ঞানকে ধৰি সকলো ধৰণৰ বিষয়েই ঠাই পাইছে। পয়াৰ ছন্দত ৰচিত ডাকৰ বচনবোৰৰ ভাষাৰ মনোগ্ৰাহিতা আৰ প্ৰৱেশিকা শক্তি চমকপ্ৰদ। কি মাটিত খেতি কৰিব লাগে, কেনে গৰু কিনিব লাগে, কেনে মাকৰ ছোৱালী অনা যুগুত, সু-নাৰী, কু-নাৰীৰ লক্ষণ, কেনেকৈ ৰন্ধা-বঢ়া কৰিব লাগে, কেতিয়া কোনফালে যাত্ৰা কৰিব লাগে-নালাগে, শৰীৰ ভালে ৰখাৰ নানা উপায়, — এনে নানা ধৰণৰ দিহা ডাকৰ বচনবোৰত পোৱা যায়।

নাগৰিক জীৱন বা সভ্যতাৰ আঁচোৰ ডাকৰ বচনত নাই। ৰজাৰ উল্লেখ আৰু ৰাজধৰ্মৰ সামান্য আঁচোৰ কোনো কোনো গুৰুত্ব ডাকৰ বচনত দিয়া হোৱা নাই। 'ডাক' কথাটি তিব্বতী ভাষাতো প্ৰচলিত, অৰ্থ জ্ঞানী। গতিকে ডাকৰ বচন মানে জ্ঞানীৰ বচন বুলিয়েই ঠাৱৰ কৰিব পাৰি।

বংগদেশত খনাৰ বচনৰ লগতো ডাকৰ কেতবোৰ বচনৰ সাদৃশ্য আছে। জনসাধাৰণৰ মাজত চলা এই বচনবিলাক বিশ্লেষণ কৰিলে অনাখৰি চহা লোকৰো যে সৎ-অসৎ জ্ঞান আছে, ধনী-দুখীয়া নাইবা বলী-নিৰ্বলীৰ মাজত থকা পাৰ্থক্যৰ বোধ আছে, তাক উপলব্ধি কৰিব পাৰি।

**ফকৰা-যোজনা**

ফকৰা-যোজনাসমূহকো প্ৰবচনৰ সমাৰ্থক বুলি বহুক্ষেত্ৰত ধৰা হয়। দহৰ জ্ঞান একৰ বাণী (The wisdom of many and the wit of one) ঃ এয়ে ফকৰা-যোজনাৰ মূল কথা। চুটি চুটি বাক্যত একোটি সাৰগৰ্ভ সত্য বা অভিজ্ঞতা প্ৰকাশ কৰিব পৰা এক অদ্ভুত শক্তিৰ অধিকাৰী ফকৰা-যোজনাবোৰত সাংসাৰিক অভিজ্ঞতালব্ধ জ্ঞানমূলক নীতি, নাৰী-মন, নাৰী সমাজ, পুৰুষ প্ৰধান সমাজত নাৰী সম্পৰ্কে ধাৰণা, বিভিন্ন সময়ত প্ৰচলিত জীৱনচৰ্যা আৰু আদৰ্শবাদ, জাতিৰ মনস্তত্ত্ব, আচাৰ-ব্যৱহাৰ আৰু বহুক্ষেত্ৰত সমালোচনাও পোৱা যায়। যেতিয়াই সাদৃশ্যপূৰ্ণ ঘটনাৰ সন্মুখীন হয়, তেতিয়াই এইবিলাক স্বতঃস্ফূৰ্তভাৱে উক্ত হয়।

### সামৰণি

ফকৰাবোৰ সাধাৰণতে গূঢ়াৰ্থক, ছন্দোবদ্ধ আৰু আপাত বক্তব্যৰ অন্তৰালত একোটা নিগূঢ় অৰ্থ সোমাই থাকে। যেনে ঃ 'সাগৰৰ মৌ, পৰ্বতৰ টৌ, বাপেকৰ তিৰী নাই পুতেকৰ সাত বৌ'। যোজনাবিলাকত এফাঁকি কথা পূৰাবলৈ আন এফাঁকি কথা যোগ কৰি দিয়া হয়। যোগ কৰি দিয়া ফাঁকিৰ বহু ক্ষেত্ৰত অৰ্থ নাথাকিবও পাৰে। বক্তাৰ কথা কোৱা চমৎকাৰিত্ব, বুদ্ধিদীপ্ততা, পৰ্যবেক্ষণ শক্তি, চমু সাৰগৰ্ভ মন্তব্য, অন্তৰ সৰকি যোৱা ব্যংগ আৰু সাংসাৰিক জ্ঞানৰ স্বাক্ষৰ এই প্ৰবচন বা প্ৰবাদ বাক্য আৰু ফকৰা-যোজনাবোৰে বহন কৰে। ফকৰা-যোজনাবিলাকত শব্দৰ স্পষ্টতা আৰু অৰ্থৰ আধিক্য মন কৰিবলগীয়া। এইবিলাকৰ সহায়েৰে চমু কথাৰেই বহু কথা ক'ব পৰা হয়, এইবিলাক কথাৰ সাগৰ। কেতিয়াবা একোটাইঁত প্ৰবাদ বচনৰ অন্তৰালত একোটা মনোৰম সাধুৰেও উম লৈ থাকে। ফকৰা-যোজনাসমূহৰ ৰচনাৰ সময় নিৰ্ণয় কৰা টান যদিও বুৰঞ্জীৰ ঘটনাৰ উল্লেখ থকা বা বৈষ্ণৱ নীতি-সদাচাৰ সম্পৰ্কীয় বচনসমূহৰ মোটামুটি সময় নিৰ্ণয় কৰিব পৰা যায়। অৱশ্যে এটা কথা ঠিক যে প্ৰবাদ-প্ৰবচন, ফকৰা-যোজনা — এই সকলোৰে উৎপত্তি হ'ল কৃষিকেন্দ্ৰিক সমাজ। নাগৰিক জীৱন বা সভ্যতাৰ লগত এইবোৰৰ সম্পৰ্ক নাই বুলিলেও হয়।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমীয়া মৌখিক সাহিত্য ২ অসমীয়া সাহিত্যৰ অলংকাৰ ফকৰা-যোজনা ৩ ফকৰা, প্ৰবচন অসমীয়া সাহিত্যৰ সম্পদ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অসমৰ জলবায়ু
কৃষিৰ বাবে আশীৰ্বাদ - অধিক শস্য
উৎপাদনত বাধা - সামৰণি

# অসমৰ কৃষি

### ভূমিকা

অসম এখন কৃষিপ্ৰধান ৰাজ্য। ৰাজ্যখনৰ অধিকাংশলোকেই কৃষিজীৱি। কেৱল অসমৰেই নহয় সমগ্ৰ পৃথিৱীৰ সভ্যতাৰ আধাৰ হ'ল কৃষি। কৃষি অবিহনে জীৱনধাৰণ অসম্ভৱ। অসমৰ ভৌগোলিক আয়তনৰ মুঠ ৪০ শতাংশ ব্যৱহাৰ হয় খেতিৰ বাবে। ৰাজ্যখনৰ মুঠ ঘৰুৱা উৎপাদনতো কৃষিখণ্ডৰ অৰিহনা প্ৰায় ৫০ শতাংশ। অসমৰ প্ৰধান কৃষি সামগ্ৰী হ'ল ধান, মাহ, আলু, ঘেহুঁ, মাকৈ, দাইল, কুঁহিয়াৰ, চাহপাত, মৰাপাট, সৰিয়হ, কপাহ আদি।

কৃষিৰ বাবে প্ৰধানতঃ সাৰুৱা মাটিৰ আৱশ্যক। তদুপৰি সকলো ধৰণৰ মাটিতে সকলো ধৰণৰ খেতি নহয়। কোনোবিধৰ বাবে দ আৰু কোনোবিধৰ বাবে বৰ দও নহয়, বৰ বেচি বামো নহয় তেনে মাটি আৱশ্যক।

**অসমৰ জলবায়ু কৃষিৰ বাবে আশীৰ্বাদ**

অসমৰ ব্ৰহ্মপুত্ৰ আৰু বৰাক দুয়োটা উপত্যকাতে ব্ৰহ্মপুত্ৰ, বৰাক আৰু ইয়াৰ উপনৈসমূহে পলস পেলাই মাটি সাৰুৱা কৰি থৈছে। এই পলসুৱা মাটি ধান আৰু মৰাপাট খেতিৰ বাবে উপযোগী।

আমাৰ ৰাজ্যত সকলো অঞ্চলতে সকলো মানুহে কৰা প্ৰধান খেতি হ'ল ধান খেতি। ধানৰ বাবেই সৰ্বাধিক কৃষিমাটি ব্যৱহাৰ কৰা হয়। অসমত ঘাইকৈ শালি, আহু, বডো বা বাও ধানৰ খেতি কৰা হয়। শালি ধানৰ খেতিৰ বাবে যথেষ্ট পৰিমাণৰ পানীৰ আৱশ্যক। বাৰিষা দক্ষিণ-পশ্চিম মৌচুমী বায়ুৰ প্ৰভাৱত সমগ্ৰ অসমতে যথেষ্ট বৰষুণ হয় আৰু সেই সময়ছোৱাতেই অসমৰ ইমূৰৰ পৰা সিমূৰলৈ শালি ধানৰ খেতি কৰা হয়। আহু ধানত কম পানীৰ প্ৰযোজন, সেয়েহে আহুধান খৰালি কৰে। বডোধানৰ খেতি সকলো ঠাইতে নকৰে, ঠায়ে ঠায়ে দ অঞ্চলত এই খেতি কৰা হয়। মৰাপাটৰ খেতি সকলোতে সমানে নহয়। গোৱালপাৰা, নগাঁও আৰু কামৰূপ জিলাত ইয়াৰ উৎপাদন বেছি । বাকীকেইখন জিলাতো কম-বেচি পৰিমাণে কিছু মৰাপাট উৎপাদন হয়।

অসমৰ অন্য এক কৃষিজাত সামগ্ৰী হ'ল চাহপাত। ঘাইকৈ ডিব্ৰুগড, শিৱসাগৰ, যোৰহাট, গোলাঘাট, লখিমপুৰ আৰু শোণিতপুৰ বৰ্ষা অধ্যুষিত হেলনীয়া অঞ্চলসমূহত প্ৰচুৰ পৰিমাণে চাহ খেতি হয়। চাহ খেতিয়ে অসমৰ অৰ্থনীতিত এটা বিশেষ ভূমিকা লৈ আহিছে। ৰাজ্যখনৰ প্ৰায দুই লাখ হেক্টৰ মাটিত চাহ খেতি হয। এই চাহ খেতিৰ বাবে অসম পৃথিৱী বিখ্যাত। কুঁহিয়াৰ খেতি ঘাইকৈ গোলাঘাট, দৰং আৰু কামৰূপ জিলাত কৰা হয। সৰিয়হ, মাকৈজোৰা, আলু আৰু অন্যান্য শাক-পাচলি ৰাজ্যখনৰ প্ৰায সকলো অঞ্চলতে কম-বেছি পৰিমাণে উৎপাদন হয়। ৰাজ্যখনৰ কোনো কোনো ঠাইত প্ৰচুৰ পৰিমাণে সুমথিৰাৰ উৎপাদন হয়। কপাহ ঘাইকৈ দৰং জিলাৰ কোনো কোনো অংশ আৰু কাৰ্বি আংলঙত উৎপন্ন হয়। নেমু, কল, মাটিকঠাল, আম, নাৰিকল আদি কম-বেচি পৰিমাণে ৰাজ্যখনৰ সকলো অঞ্চলতে পোৱা যায। নাৰিকলৰ উৎপাদন উজনি অসমতকৈ নামনি অসমত অধিক। ইয়াৰ উপৰি ৰাজ্যখনত কিছু পৰিমাণে মচলাৰ খেতিও কৰা হয। মচলাৰ ভিতৰত আদা, হালধি, নহৰু, পিযাজ, জলকীয়া আৰু ধনীযাই প্ৰধান।

অসমত কেইবিধমান শস্যৰ খেতিৰ বাবে ব্যৱহাৰ হোৱা মাটিৰ পৰিমাণ এনে ধৰণৰ ঃ ধান প্ৰায় ২৪ লাখ ২০ হাজাৰ হেক্টৰ, ঘেঁহু ৫০ হাজাৰ হেক্টৰ, মাহজাতীয় শস্য ১ লাখ হেক্টৰ কুঁহিযাৰ, ২৩ হাজাৰ হেক্টৰ, মৰাপাট ৫৭ হাজাৰ হেক্টৰ আদি।

**অধিক শস্য উৎপাদনত বাধা**

ৰাজ্যখনৰ ক্ৰমবৰ্ধিত চাহিদা পূৰাবলৈ চৰকাৰে অধিক শস্য উৎপাদনৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে যদিও উৎপাদিত সামগ্ৰীৰে ৰাজ্যখনৰ চাহিদা পূৰাব পৰা নাই। ইয়াৰ মূল কাৰণ হৈছে আমাৰ কৃষি ব্যৱস্থা আওপুৰণি অৱস্থাতে আছে। অধিক ফচল উৎপাদন কৰিব পৰাকৈ বৈজ্ঞানিক পদ্ধতিৰে এতিয়াও আমাৰ খেতি কৰা নহয়। কম মাটিত অধিক শস্য উৎপাদনৰ পদ্ধতি আদি আজিও আমাৰ অধিকাংশ কৃষকে ব্যৱহাৰ কৰিবলৈ শিকা নাই। অৱশ্যে এইবিলাক ক্ষেত্ৰত আৰ্থিক দুৰৱস্থা, উপযুক্ত শিক্ষাৰ অভাৱো একোটা কাৰক।

তদুপৰি অসমৰ কৃষি আজিও ঘাইকৈ প্ৰাকৃতিক কাৰকৰ ওপৰতেই নিৰ্ভৰশীল। বানপানী, অতিবৃষ্টি আদিয়ে প্ৰায় প্ৰতি বছৰে আমাৰ খেতিৰ ওপৰত প্ৰভাৱ পেলায়। তদুপৰি কৃষিৰ বাবে ব্যৱহৃত মাটিৰ পৰিমাণ ৰাজ্যখনৰ চাহিদা অনুসৰি যথেষ্ট নহয়। কাৰণ ৰাজ্যখনৰ বৃহৎ অঞ্চল নদী আৰু পাহাৰে আগুৰি আছে। অৱশ্যে সম্প্ৰতি পাহাৰতো ঝুম খেতিৰদ্বাৰা কৃষিকাৰ্য কৰা দেখা গৈছে। অৰণ্য আদি কমি যোৱাৰ ফলতো খেতি মাটিৰ বাবে যথেষ্ট ঠাই ওলাইছে।

একেদৰে কৃষিৰ উন্নতিৰ ক্ষেত্ৰত চৰকাৰৰ কৃষি বিভাগে কিছু আঁচনি হাতত লৈছে। উন্নত বীজ আৰু ৰেহাই মূল্যত ঋণ, সাৰ আদিৰ যোগান এই আঁচনিৰ অন্তৰ্গত। ঠায়ে ঠায়ে কৃত্ৰিমভাৱে পানী যোগানৰ বাবে শস্যক্ষেত্ৰত টিউবৱেলৰো যোগান ধৰিছে। অৱশ্যে এইবোৰ এতিয়াও ব্যাপক হাৰত হোৱা নাই।

**সামৰণি**

ৰাজ্যৰ কৃষি বিভাগে অধিক গুৰুত্ব দিলে, ব্যাপক হাৰত জলসিঞ্চনৰ ব্যৱস্থা, বানপানী প্ৰতিৰোধৰ ব্যৱস্থা আদি কৰিলে ৰাজ্যখনে কৃষিৰ ক্ষেত্ৰত অধিক উন্নতি কৰিব বুলি আশা কৰিব পাৰি।

যিহেতু অসমৰ অধিকাংশ লোকেই কৃষি নিৰ্ভৰ, সেযেহে অসমৰ অৰ্থনৈতিক উন্নতিৰ বাবে কৃষি ক্ষেত্ৰৰ উন্নতিত ব্যাপক প্ৰচেষ্টা চলালেহে অসম আত্মনিৰ্ভৰশীল হোৱাৰ পথত আগুৱাই যাব পাৰিব। এই ক্ষেত্ৰত কৃষক আৰু কৰ্তৃপক্ষ সমানে সজাগ হোৱা প্ৰয়োজন।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমৰ কৃষি ঃ এক আশা ২ কৃষিপ্ৰধান দেশত কৃষিৰ অৱস্থা

**ৰচনাৰ সংকেত ঃ** ভূমিকা- নদীমাতৃক অসম - নদীয়ে জন্ম দিয়ে সংস্কৃতি - সমস্যা আৰু সংকট - সামৰণি

# অসমৰ নদ-নদী

*নদী সাগৰৰ ফুল বচা হাত, মাটিৰ মিনা কৰা হাত, নদী মেঘৰ আৰম্ভণি আৰু ডাৱৰৰ শেষ , নদী বুকুৰ ভিতৰৰ এক গভীৰ প্ৰাৰ্থনাৰ বেশ।*

**— বিপুলজ্যোতি শইকীয়া**

**ভূমিকা**

বিচিত্ৰৰূপে জগতখনক সজাই তুলিছে সৃষ্টিকৰ্তাই। পাহাৰ ভৈয়াম, নদ-নদী, জান-জুৰি, বন-বিৰিখেৰে প্ৰকৃতি সৌন্দৰ্যৰ ৰাণী। এই প্ৰকৃতিৰ অভিনৱ দৃশ্য জিৰিজিৰিকৈ বৈ যোৱা নদীবোৰ। কোনোবা পৰ্বতৰ গুপুত শিখৰৰ পৰা নামি আহি বিভিন্ন ঠাই, গাঁও, নগৰ পৰিভ্ৰমণ কৰি হ্ৰদ বা সাগৰৰ বুকুত আশ্ৰয় লোৱা এটি জলধাৰাই হ'ল নদী। এখন নদীয়ে মানব সভ্যতাৰ সালসলনি ঘটাই দিব পাৰে। মানৱ সভ্যতাৰ আৰম্ভণী হৈছিল নদীৰ পাৰতে। ডাঙৰ নগৰবোৰৰ সৰহভাগেই নদীৰ পাৰতেই গঢ়ি উঠা দেখা যায়। নদ-নদীৰ লগত মানৱজাতিৰ সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক জীৱন জড়িত হৈ আছে।

### নদীমাতৃক অসম

আমাৰ অসমভূমি নদীমাতৃক দেশ। অসমৰ বুকুজুৰি বৈছে বিশাল ব্ৰহ্মপুত্ৰ। ব্ৰহ্মপুত্ৰ নদীৰ উপত্যকাতে গঢ় লৈ উঠিছে অসমীয়া জাতিৰ জীৱনধাৰা। মানস সৰোবৰৰ পৰা হিমালয়ৰ বুকু ফালি বৈ অহা ব্ৰহ্মপুত্ৰক মহাবাহু, বৰলুইত ইত্যাদি নামেৰেও জনা যায়। ব্ৰহ্মপুত্ৰৰ অলেখ উপনদীয়ে অসমৰ ভূভাগ আৱৰি আছে। উত্তৰৰ হিমালয়ৰ পৰা বৈ অহা এই উপনদীসমূহে নগৰ-গাঁও অতিক্ৰম কৰি বৰনৈৰ বিশাল বুকুত আশ্ৰয় লৈছেগৈ। ন-দিহিং, বুঢ়ী দিহিং, দিচাং, দিখৌ, জাঁজী ভোগদৈ, কাকডোঙা, ধনশিৰি, কপিলী, শিংৰা, দুধনৈ, কৃষ্ণাই আদি ব্ৰহ্মপুত্ৰৰ দুয়োপাৰৰ উপনদী। দক্ষিণৰ দৰে উত্তৰ পাৰতো ব্ৰহ্মপুত্ৰৰ বহু উপনদী আছে। সোৱণশিৰি, ৰঙানৈ, বুৰৈ, ভৰলী, জীয়া গাভৰু, বলশিৰি, জীয়া ধনশিৰি, বৰনদী, পুঠিমাৰী, পাগলাদিয়া, মানাহ, আই, গংগাধৰ আদিযেই প্ৰধান। আসমৰ আনটো দিশ আগুৰি আছে বৰাক নদীয়ে। ইয়াৰো বহুকেইখন উপনৈ আছে। ইয়াৰ ভিতৰত সোণাই, ধলেশ্বৰী, জাতিংগা ইত্যাদি অন্যতম। ব্ৰহ্মপুত্ৰ আৰু বৰাক এই দুই নদী উপত্যকা মিলিযেই অসম গঠিত।

হিমালযৰ বৰফাবৃত বক্ষ ব্ৰহ্মপুত্ৰ নদীৰ উৎসভূমি। সেযেহে সকলো সময়তে ব্ৰহ্মপুত্ৰ নদীত পানী থাকে। বাৰিষা দক্ষিণ-পশ্চিম মৌচুমী বতাহৰ প্ৰভাৱত অসমত প্ৰচুৰ পৰিমাণে বৰষুণ হয়। এই তীব্ৰ বৰষুণৰ ফলত ব্ৰহ্মপুত্ৰকে আদি কৰি অসমৰ সকলো নদ-নদী পানীৰে উপচি পৰে। কিন্তু বাৰিষাৰ সৰহ সময এই পানীযেই বৃদ্ধি হৈ আহি পাৰৰ গাঁও-নগৰ, বাট-পথ সকলো বুৰাই পেলায। বাৰিষা ঋতু অসমৰ বাবে বানপানীৰ ঋতু। সুন্দৰ নদ-নদীবোৰ ফেনে-ফোটোকাৰে বাঢি আহি মানুহৰ জীৱন দুৰ্বিসহ কৰি তোলে। শস্য-সম্পদ, ধন-জনৰ অপচয, জীৱ-জন্তু, মানুহ আটাইৰে বাবে সৃষ্টি হয প্ৰাণৰ আশংকা। অসমৰ বাবে বানপানী নতুন কথা নহয়। অসমৰ মাটিত পলস পেলোৱা বানপানী কিছুদিনৰ পিছত শুকাই যায। পলস পৰা সাৰুৱা মাটিত খেতি কৰিলে শস্য নদন-বদন হয। কিন্তু বানপানীৰ সময়ত পানীৰ লগত অহা বালিযে কেতিযাবা খেতি পথাৰ সম্পূৰ্ণৰূপে নিঃশেষ কৰি মৰুভূমিৰ ৰূপ দিযে। ১৯৫০ চনত অসমত হোৱা ভূমিকম্পৰ পাছৰ পৰা অসমৰ নদ-নদীৰ তলিবোৰ বাম হৈ আহিল বুলি কোৱাহয। সেয়েহে অসমত বানপানীৰ মাত্ৰাও বৃদ্ধি হ'ল।

বানপানীৰ সময়ত নদ-নদীবোৰে শত্ৰুতা কৰিলেও প্ৰকৃততে এইবোৰ মানুহৰ বন্ধু। জীৱনটোৰ বাবে পানী যোগান, যাতাযাত আৰু যোগাযোগৰ বাবে নদ-নদী সুবিধাজনক। নদীৰ পাৰৰ মাটি সাৰুৱা হয়। জল পৰিবহন বৰ্তমান আটাইতকৈ কম খৰচী পৰিবহণ। নদ-নদীৰ সহায়ত জল পৰিবহণ সুচল কৰাৰ বহু সুবিধা আছে। সেযেহে হযতো পূৰ্বৰ সভ্যতাসমূহ নদীকেন্দ্ৰিক হৈছিল। ব্ৰহ্মপুত্ৰ নদীত চৰকাৰী জল পৰিবহণৰ ব্যৱস্থা আছে। উপনদীসমূহত ব্যক্তিগত নাৱৰ সহায়ত বয়-বস্তু বা মানুহ অহা-যোৱা কৰা হয। নদীপৰীয়া মানুহৰ ঘৰত টুলুঙা নাও একোখন থাকেই বুলিব পাৰি। অসমৰ নদ-নদীসমূহত পৰ্যাপ্ত পৰিমাণৰ মাছ পোৱা যায়। পূৰ্বতে অসমৰ নদ-নদীৰ মাছৰ ভিত্তি কৰিয়েই একশ্ৰেণীৰ মানুহে জীৱন নিৰ্বাহ কৰিছিল। বৰ্তমান মাছ পৰিমাণ কমি যোৱাত আমদানি কৰিব লগা হয়।

### নদীয়ে জন্ম দিয়ে সংস্কৃতি

বৰ লুইতৰ পাৰতে অসমীয়া সংস্কৃতিয়ে গঢ লৈছে। ব্ৰহ্মপুত্ৰ নদীৰ মাজত যোৰহাট জিলাৰ অন্তৰ্গত 'মাজুলী' পৃথিৱীৰ ভিতৰত ডাঙৰ নদী-দ্বীপ। মাজুলী অসমৰ সত্ৰীয়া

সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ। মহাপুৰুষ শংকৰদেৱৰ নৃত্য-গীত, ধৰ্মীয় পৰম্পৰাৰে মাজুলীত কমলাবাৰী, আউনীআটি, দক্ষিণপাট, গড়মূৰ আদি সত্ৰসমূহ আজিও জাকতজিলিকা হৈ আছে। ব্ৰহ্মপুত্ৰ নদীৰ পাৰে পাৰে অসমৰ ডাঙৰ নগৰকেইখন গঢ়ি উঠিছে। ডিব্ৰুগড়, তেজপুৰ, গুৱাহাটী, গোৱালপাৰা, ধুবুৰী নগৰৰ অৱস্থিতিয়ে প্ৰমাণ কৰে প্ৰাচীন নদীকেন্দ্ৰিক সভ্যতাৰ কথা। ইংৰাজ শাসনৰ সময়ত কলকতাৰ পৰা অসমলৈ ব্ৰহ্মপুত্ৰ নদীয়েদি জাহাজ চলাচলৰ ব্যৱস্থা আছিল। বৰাক নদীতো জাহাজ চলাচল কৰিব পাৰে। আহোম ৰাজত্বৰ কালতে নহয় তাৰ আগেয়েও অসমৰ নদীসমূহে যোগাযোগত অৰিহণা যোগাইছিল। কেতিয়াবা আকৌ নদী পথেৰে শত্ৰুৰ আগমন হৈ অসম আক্ৰমণৰ প্ৰচেষ্টাও কৰিছে। বৰ লুইতৰ বুকুত নৰীয়া দেহাৰে যুদ্ধ কৰি অসমৰ মান ৰক্ষা কৰা লাচিত বৰফুকনৰ নৌসেনা আছিল প্ৰবল প্ৰতাপী ।

অসমৰ গীত-মাত, ভাষা-সংস্কৃতিত নদ-নদীৰ প্ৰভাৱ সুস্পষ্ট। অসমীয়া জাতিৰ হিয়াৰ সুৰ বিহুগীতত লুইতৰ লগতে অন্যান্য নদ-নদীৰ সঘন উল্লেখ আছে। লুইতৰ বালি বগে ধকে ধকী, কাচই কণী পাৰে লেখি, ধনশিৰি পাৰ হৈ ঢপলিয়াই আহিলো, জিৰালো কলিয়াবৰত । ইত্যাদি অনেক বিহুগীতত নদীক কেন্দ্ৰ কৰি প্ৰেম-প্ৰণয়ৰ ঘৰ সজা হয়। জ্যোতিপ্ৰসাদৰ গীতত 'লুইতৰে পানী যাবি অ' বৈ' বুলি গোৱাৰ পাছৰ যুগত ভূপেন হাজৰিকাই গালে, 'মহাবাহু ব্ৰহ্মপুত্ৰ মহামিলনৰ তীৰ্থ, ক'ত যুগ ধৰি আহিছে প্ৰকাশী, সমন্বয়ৰ অৰ্থ '

**সমস্যা আৰু সংকট**

বৰ্তমান জনবিস্ফোৰণৰ যুগত মানুহে নদ-নদীক ব্যৱহাৰ কৰিবলৈ লৈছে আবৰ্জনা পেলোৱা স্থানৰূপে। কলকলাই বৈ যোৱা নদীবোৰ পোত খাই যোৱাত অলপ বৰষুণতে পানীৰে ভৰি পৰে আৰু বানপানীৰ সৃষ্টি হয়। অসমৰ বহুকেইখন নদীৰ বালি গৃহনিৰ্মাণৰ বাবে উপযুক্ত। ব্ৰহ্মপুত্ৰ নদীত জলবিদ্যুতৰ যথেষ্ট সম্ভাৱনা আছে যদিও সি হৈ উঠা নাই। মৎস্য পালন, পৰ্যটকৰ অকৰ্ষণীয় অঞ্চল গঢ়ি তোলাৰ দৰে বহুমুখী সুবিধা আহৰণ কৰিব পাৰি। নৈৰ পাৰত সৌন্দৰ্যবৰ্ধন কৰা ইকৰা, খাগৰি, উলু, খেৰ, বেত আদি আৰু চৰ অঞ্চলত হোৱা কৃষিয়ে অসমৰ মানুহৰ গৃহ নিৰ্মাণ, খাদ্য যোগানত অশেষ উপকাৰ সাধিছে।

**সামৰণি**

শীতকালত বনভোজৰ বাবে নদীৰ পাৰবোৰ সুন্দৰ হৈ পৰে। বিভিন্ন জাতৰ পৰিভ্ৰমী আৰু দেশীয় চৰায়ে অসমৰ নদ-নদীসমূহৰ পাৰবোৰ মুখৰিত কৰি ৰাখে। প্ৰকৃতিৰ শ্ৰেষ্ঠ অৱদান নদ-নদীক মানুহে দেৱজ্ঞান কৰে। বহু পৱিত্ৰ কাম মানুহে নদীৰ পাৰতে কৰা দেখা যায়। অসমৰ নদ-নদীসমূহক সুপৰিকল্পিতভাৱে নিয়ন্ত্ৰণ কৰিব পাৰিলে অৰ্থনীতিৰ ক্ষেত্ৰত সহায় হোৱাৰ লগতে সামাজিক জীৱনৰ দুখ-কষ্টও লাঘৱ হ'ব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ নদীমাতৃক অসম ২ নদীৰ ৰাজ্য অসম ৩ অসমৰ নদী ঃ সমস্যা আৰু আশা ৪ অসমৰ নদ-নদীৰ বৰ্তমান আৰু ভৱিষ্যত

# অসমৰ চৰাই-চিৰিকতি

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অসমৰ চৰাইৰ প্ৰকৃতি - বিলুপ্তিৰ পথত আগবাঢ়িছে পক্ষীকূল - চৰাইৰ বিচিত্ৰ ৰূপ - সামৰণি

*ক'ৰ পৰা আহিলি সোণাই*
*কোন দিশে যাব উৰি,*
*কিয় বা ফুৰিছ দূৰ-দূৰিণত*
*অকলই ঘূৰি ঘূৰি।*

— **ৰঘুনাথ চৌধাৰী**

**ভূমিকা**

চিৰসেউজীয়া অসমখন বিবিধ চৰাই-চিৰিকতিৰ বাসস্থান। অসমত কাজিৰঙা, মানাহ, ওৰাং, সোণাই-ৰূপা, লাওখোৱা আদি ৰাষ্ট্ৰীয় উদ্যান, অভয়াৰণ্য আৰু সংৰক্ষিত বনাঞ্চলসমূহ বিভিন্ন জাতৰ চৰাইৰে ভৰি আছে। অসমৰ গাঁৱৰ বিল, পথাৰ আৰু গছে গছে অসংখ্য চৰায়ে বাস কৰে। ডোবা, জলাশয় আৰু পাহাৰৰ শিলৰ মাজত থকা চৰাই আৰু পাহাৰৰ ওখ গছত থকা চৰাই অসমতো দেখিবলৈ পোৱা যায়। চৰাই মানুহৰ মন আকৰ্ষক আৰু প্ৰকৃতিৰ জেউতি বৃদ্ধিকাৰক। বিভিন্ন জাতৰ চৰাইৰ ৰং বিভিন্ন, মাত, ঠোঁট, ঠেং, আহাৰ সকলো বিভিন্ন। আকৃতিৰ লগতে প্ৰকৃতিও বিভিন্ন জাতৰ চৰাইৰ বিভিন্ন হয়।

অসমৰ হাবি-বননিত সদায় থকা চৰাইৰ উপৰি প্ৰতি বছৰে দূৰ-দূৰণিৰ পৰা কিছুমান চৰাই আহি অসমত কেইমাহমান কটাইহি। বছৰৰ একোটা নিৰ্দিষ্ট সময়ত অহা এই প্ৰব্ৰজনকাৰী চৰাইসমূহেও অসমৰ চৰাইৰ সংখ্যা যথেষ্ট বঢ়াইছে। বালিমাহী, লৰিযলী, টিটিহু, নানাবিধৰ হাঁহ, খিতৰাজ, চাকৈচকোৱা আদি পৰিভ্ৰমী চৰায়ে বছৰৰ কোনোবা এটা সময় অসমত কটাই যায়।

**অসমৰ চৰাইৰ প্ৰকৃতি**

অসমৰ চৰাই-চিৰিকতিৰ ক্ষেত্ৰত এটা মন কৰিবলগীয়া কথা এই যে, অসমৰ পূব অঞ্চল, অৰ্থাৎ, ডিগবৈ, মাৰ্ঘেৰিটা অঞ্চলত থকা কিছুমান চৰাই অসমৰ আন ঠাইত দেখিবলৈ পোৱা নাযায়। তেনেকৈ অসমৰ পশ্চিমাঞ্চল, অৰ্থাৎ, কোকৰাঝাৰ, বৰপেটা, মানাহত দেখা কিছমান চৰাই অসমৰ আন ঠাইত দেখা নাযায। তেনেদৰে কাছাৰ, কৰিমগঞ্জ অঞ্চলৰ চৰাই অসমৰ আন ঠাইত নাই। আকৌ কিছুমান চৰাই সাধাৰণতে মানুহৰ বসতি থকা অঞ্চলতহে থাকে আৰু আন কিছুমান ঘন অৰণ্যৰ মাজত মানুহৰ চকুৰ আঁৰত থাকে।

পৃথিৱীৰ অন্যান্য অঞ্চলৰ দৰে অসমৰ চৰাইৰ আকৃতিও বেলেগ। কিছুমান আকাৰত অতিকে সৰু আৰু আন কিছুমান ডাঙৰ। প্ৰতিবিধ চৰাইৰে ৰং বেলেগ হয়। কিছুমানৰ ৰং পাতৰ লগত মিলি থাকে আৰু সহজে মানুহৰ চকুত ধৰা নপৰে।

প্ৰতিবিধ চৰাইৰ মাতো বেলেগ বেলেগ হয়। মাতৰ সহায়তো চৰাইৰ পৰিচয় জানিব পাৰ। অসমত বসন্তকাল অহাৰ লগে লগে কুলি, কেতেকী, কৃষ্ণ আদি কিছুমান

চৰায়ে শুৱলাকৈ গান গায়। ভয় খোৱাৰ সময়ত চৰাইৰ মাত সলনি হয়। অসমৰ বিভিন্ন অঞ্চলত সময়ৰ লগে লগে বিভিন্ন চৰাইৰ মাত শুনিবলৈ পোৱা যায়।

**বিলুপ্তিৰ পথত পক্ষীকুল**

কিন্তু বৰ্তমান বিভিন্ন চৰাইৰে ভৰি থকা অসমখনত চৰাইৰ সংখ্যা হ্ৰাস পাই আহিছে। ই অতি পৰিতাপৰ কথা। চৰাইৰ কমি অহাৰো কিছুমান কাৰণ আছে। চৰাই চিকাৰ তাৰ ভিতৰত অন্যতম বুলি ক'ব পাৰি। শস্যক্ষেত্ৰবোৰত আজিকালি ৰাসায়নিক সাৰ প্ৰয়োগ কৰা হয। ইয়াৰ বাবেও বহু চৰাইৰ মৃত্যু হয। বনাঞ্চল ধ্বংস, পাহাৰ খনন আদিৰ ফলত চৰাইৰ উপযুক্ত বাসস্থানৰ অভাৱ হৈছে। ইও চৰাইৰ পৰিমাণ হ্ৰাসত অৰিহণা যোগাইছে। অসমৰ উত্তৰ কাছাৰ পাহাৰ জিলাত থকা জাতিংগা নামৰ ঠাই পক্ষীৰ বাবে ৰহস্যজনক হৈ আছে। বছৰৰ কোনো এটা নিৰ্দিষ্ট ঋতুত জাতিংগাত চৰায়ে প্ৰাণ আহুতি দিয়ে। প্ৰকৃতপক্ষে ই চৰাইৰ আত্মহত্যা নহয, হত্যাকাণ্ডহে। মানুহৰ দোষতে প্ৰতি বছৰে জাতিংগাত অলেখ চৰাইৰ মৃত্যু হৈ আছে।

কাউৰী, ঘৰচিৰিকা, শালিকা, চেকচেকি, কপৌ, ফেচুঁ, দহিকতৰা, ভদৰকলি, খোপাবন্ধা আদি চৰাই আমাৰ বাৰীয়ে-ঘৰে সহজে চকুত পৰে। ফুটছাই বৰণীয়া পাতি কাউৰী আৰু ডাঠ ক'লাা ৰঙৰ ঢোঁৰা কাউৰী আমি সহজে দেখি থকা বাবে গুৰুত্ব দিয়া নহয। কিন্তু এই জাতৰ চৰায়ে আমাৰ বহু উপকাৰ কৰে। গেলা-পচা বস্তু খাই পৰিৱেশ পৰিষ্কাৰ কৰে। ফেঁচু, চেকচেকী, দহিকতৰা, খোপাবন্ধা, ভদৰকলি আদি পতংগভোজী চৰাই। শস্য আৰু ফল-মূলত পৰা নানা ধৰণৰ কীট-পতংগ ইহঁতৰ খাদ্য। গতিকে এই চৰাইবোৰো আমাৰ উপকাৰী। তেনে চৰাইবোৰৰ ভিতৰত কাওচা, কেঁচুখাটি, চেক্চেকী, এৰা চৰাই, কুকুহা  শৰালি, ডাউক, লৰিযলী, ডৰিক, কুকুৰা, উলুম'ৰা, সাৰেং, শ্যাম, বালিমাহী, বালি ঘোঁৰা, বালিখোচৰা, গৰুবগ, পানীবগ, তেলটুপী, পানীপিয়া, চাতক, বতাহী, পাখিখোৰা, ভীমৰাজ, বাঁটেটোকা, নাতনি, হাঁহিয়তী, সাতভনী আদি চৰায়ে প্ৰধান। তাৰ উপৰি চাঁকেচকোৱা, ম'ৰা, ঘৰচিৰিকা, দলপুঙা, টোকাৰা, শালিকা আদি অনেক চৰাই আছে যি ঘাঁহ-বন, শস্যৰ গুটি আদি খোৱাৰ উপৰি নানা ধৰণৰ পোক-পতংগ খাই মানৱ জাতিৰ উপকাৰ সাধন কৰে। আনকি মাংসভোজী চৰাই শেন, চিলনী, হুদু আদিয়ে মাংস খাবলৈ নাপালে পোক-পতংগকে খায়।

**চৰাইৰ বিচিত্ৰ ৰূপ**

প্ৰকৃতিত বিচৰণ কৰি ফুৰা বিভিন্ন জাতৰ চৰাইৰ মাজৰে বহুতৰে মাত যিদৰে শুৱলা তেনেদৰে কৰ্কশ মাতৰ চৰায়ো আছে। যেনে ঃ কাউৰী, চেকচেকী, শালিকা, কুকুৰা আদি। ফেঁচা, হুদু আদিৰ মাতলৈ মানুহে ভয় কৰে। কিছুমান চৰায়ে হুলস্থূল কৰিয়েই সময় কটায়, বহু চৰায়ে নাচি-বাগিও ভাল পায়। ঘৰচিৰিকা, শালিকা আদিৰ জাপ, দহিকতৰা, বালিমাহী আদিৰ নেজ জোকৰা স্বভাৱ, মতা ম'ৰা চৰাইৰ চালি ধৰা, কপৌৰ মূৰ দুপিওৱা অভ্যাস আদিক চৰাইৰ নৃত্য ভংগিমা বুলি ক'ব পাৰি।

অসমৰ মানুহৰ জীৱন ধাৰাৰ লগত চৰাইৰ নিবিড় সম্পৰ্ক আছে। কাউৰীৰ মাতত পুৱা উঠে বগলী বাহলৈ ঘূৰি আহিলে দিনটোৰ কামৰ সমাপ্তি ঘটায় 'বগলী গ'ল গধূলি

হ'ল'। কুলিৰ মাতত বহাগ (বসন্ত ঋতু) আহিল বুলি ধৰে। অসমীয়াৰ জাতীয় জীৱনৰ সুৰ লুকাই থকা বিহুগীতত কুলিৰ স্থান মন কৰিবলগীয়া। তেনেকৈ ফেঁচাই কুৰুলিয়ালে মাংগলিক কাম আৰু নিউ নিউ কৈ মাতিলে অপায়-অমংগল হয় বুলি অসমীয়া মানুহে বিশ্বাস কৰে। চৰাইৰ মাতত প্ৰাকৃতিক দুৰ্যোগৰো ইংগিত পোৱা যায়।

বেলেগ বেলেগ চৰাইৰ বাসস্থান বেলেগ বেলেগ হোৱা দেখা যায়। টোকোৰা চৰাইৰ বাহ ওখ গছত ওলমি থাকে। বাটৈটোকাইও গছৰ ওপৰত বাহ সাজে। গছৰ গাত থকা পোক-পৰুৱা খায়। পাৰ, ঘৰচিৰিকা আদিয়ে সাধাৰণতে মানুহৰ ঘৰত বাহ পাতে। তেনেকৈ পানীত থকা চৰায়ো অসমত বহুত আছে। অসমত নদ-নদী, জান, বিলৰ পৰিমাণ বেছি আৰু মাছখোৱা চৰাইৰ পয়োভৰো অধিক। পৰিভ্ৰমী চৰাই পেলিকান পানীত থকা চৰাই। গঙাচিলনী পানীৰ পৰা মাছ খোৱাত পাকৈত। কাউৰীৰ ভিতৰৰ এজাত পানীত বুৰ মৰা আৰু সাঁতোৰাত পাকৈত। সি হ'ল পানী কাউৰী। তেনে আৰু এবিধ চৰাই আছে মণিয়ৰী। মাছৰোকা চৰায়ে পানীৰ কাষৰ গছত বহি মাছৰ অপেক্ষাত থাকে। মাছ দেখিলেই ছোঁ মাৰি ধৰি আনে। খাল-বিলৰ কাষত মাছ ধৰিবলৈ বৈ থকা অসমৰ এবিধ চৰাই হ'ল কণামুচৰি। বগলীৰ এটা জাতক পানী বগ বুলি কোৱা হয়। ইহঁতে পানীত মাছ ধৰি খোৱাৰ লগতে পোক-পতংগ খায়। পানী আৰু পানীৰ কাষৰে-পাজৰে চৰি ফুৰা চৰাইৰ ভিতৰত কালিঘুকি, দহিকলা, চাকৈচকোৱা, কুৰুৱা, হযকলি, খাৰচেলেকা, দলপুঙা, কাম চৰাই, কোঢ়া চৰাই প্ৰধান। অসমৰ নৈ-বিল, জান-জুৰিত অনেক জাতৰ হাঁহ দেখিবলৈ পোৱা যায়। ঘিলা, বৰমুখী, মিকা, শৰালি, চীনা, কাকৈয়া, ধৃতৰাজ, দেওৰাজ আদি অনেক জাতৰ হাঁহৰে নাম।

অন্যান্য চৰাইবোৰতকৈ আকাৰত কিছু ডাঙৰ চৰাই অসমত আছে। তাৰ ভিতৰত বৰটোকোলা, শামুকভঙা, হাড়গিলাৰ নাম উল্লেখযোগ্য। পাকৈঢোৰা, মাহদলা, তেলীয়াসাৰেং আদি চৰাই এটা সময়ত অসমত পৰ্যাপ্ত পৰিমাণে আছিল।

আমাৰ সততে নাম মুখলৈ অহা দুবিধ চৰাই কপৌ আৰু ভাটৌ। কপৌ পাঁচটামান জাতৰ আছে। তেনেকৈ ভাটৌ চৰাই চাৰিবিধৰ, ফেঁচা দুবিধ। অসমৰ অৰণ্যত এই আটাইকেইবিধ চৰাই আছে। ভাটৌ আৰ ময়না চৰায়ে মানুহৰ মাত-কথা শিকিব পাৰে। হেতুলুকা, সাতভনী, ভীমৰাজ, মেপিয়া, টুনী আদি চৰাই অসমত এতিয়াও বহু পৰিমাণে পোৱা যায়। পাকৈঢোৰা, ধনেশ আদি বিলুপ্তিৰ পথত।

সামৰণি

অসম বিবিধ বিভিন্ন বৈচিত্ৰ্যময় চৰাইৰ মনোৰম বিচৰণভূমি। ৰাজ্যখনৰ বিভিন্ন বনাঞ্চল নানা জাতৰ চৰাইৰে সমৃদ্ধ। একেদৰে বিভিন্ন বিল, পথাৰ আৰু গছত নানান চৰায়ে বাস কৰে। ডোবা, জলাশয় আৰু পাহাৰৰ শিলৰ মাজত থকা চৰাই আৰু ওখ গছত থকা চৰায়ো অসমত দেখিবলৈ পোৱা যায়। বছৰৰ বিভিন্ন সময়ত ৰাজ্যখনলৈ অহা বিভিন্ন প্ৰব্ৰজনকাৰী চৰায়েও অসমৰ পক্ষীকুল সমৃদ্ধ কৰিছে। অসমৰ বিভিন্ন অঞ্চলত সিঁচৰতি হৈ থকা এই ধুনীয়া ধুনীয়া চৰাইসমূহে আমি নজনাকৈয়ে আমাক বহু ধৰণে সহায় কৰি আছে। চৰাই চাবলৈকে প্ৰতিবছৰে অসমলৈ বিদেশী পৰ্যটক, পক্ষী বিশেষজ্ঞ,

প্ৰাণী বিজ্ঞানীৰ দল আহে। প্ৰকৃতিক মনোৰম ৰূপত সজাই তোলা, মধুৰ কল-কাকলিৰে মন মুহি পেলোৱা চৰাইবোৰৰ প্ৰতি মানুহৰো দায়িত্ব আছে। মূল্যবান চৰাইবোৰক সংৰক্ষণ কৰিব লাগে। জাতিংগাৰ দৰে চৰাইৰ ধ্বংস যজ্ঞ ৰোধ কৰাটো সকলোৰে কৰ্তব্য। বনাঞ্চল সংৰক্ষণেও চৰাইৰ প্ৰতি বহু উপকাৰ কৰাকে বুজায়। অসমৰ সম্পদ আপুৰুগীয়া চৰাইৰ বিলুপ্তি ৰোধ কৰিব নোৱাৰিলে আমি দৰিদ্ৰ হৈ পৰিম। প্ৰকৃতিৰ প্ৰতি মানুহ সদয় হৈ প্ৰকৃতিৰ লগত বন্ধুত্ব গঢ়ি তুলিলে পৃথিৱীত সদায় শান্তি থাকিব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ ১ অসমৰ হাবিৰ পক্ষীকুল ২ চৰাই-চিৰিকতিৰ বিচৰণস্থলী অসম**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - এক স্বয়ংসম্পূৰ্ণ সাংস্কৃতিক মাধ্যম - পেছাদাৰী ভ্ৰাম্যমানৰ জন্ম - অসমত ভ্ৰাম্যমান ঃ আশাৰ বতৰা - সামৰণি

# অসমৰ ভ্ৰাম্যমান থিয়েটাৰ

*'প্ৰফেছনেলিজিমেৰে' দীক্ষিত হৈও 'এমেচাৰ'ৰ দায়িত্ববোধেৰে ভ্ৰাম্যমান থিয়েটাৰ পুনৰীক্ষণ কৰিছে অসমীয়া সংস্কৃতিক, অসমীয়া পৰম্পৰাক। গীত-নৃত্য-নাটৰ সমাহাৰেৰে ফহিয়াইছে অসমীয়া জন-জীৱনক, অসমক বিশ্বৰ প্ৰেক্ষাপটত। ভ্ৰাম্যমানৰ মঞ্চ আজি গৱেষণাগাৰত পৰিণত হৈছে।*

**ভূমিকা**

একোটা জাতিৰ শৌৰ্য-বীৰ্য, গতি-প্ৰগতি, উত্থান-পতন সম্পৃক্ত হৈ থাকে জাতিটোৰ সাংস্কৃতিক সত্তাৰ লগত। জাতি একোটাৰ সাংস্কৃতিক ভেটি যিমানেই সবল হয়, তাৰ প্ৰগতিৰ পথো সিমানেই মসৃণ হয়। ত্বৰান্বিত হয় তাৰ গতি। সাংস্কৃতিক প্ৰমূল্যবোধৰ মাপকাঠিৰেহে এটা জাতিৰ প্ৰগতিৰ জোখ ল'ব পাৰি।

বিশ্বৰ বিভিন্ন প্ৰান্তৰ জাতিসত্তাসমূহৰ প্ৰত্যেকেই একোটাইত সাংস্কৃতিক পৰম্পৰাৰ গৰাকী। যুগজোৰা পৰম্পৰাৰ স্তূপীকৃত সম্ভাৰেৰে জাতিৰ সাংস্কৃতিক ইতিহাস ৰচিত হয় তেতিয়াহে, যেতিয়া জাতিসত্বা একোটা সংস্কাৰ স্পৃহাৰে সাৰ্বজনীনভাবে উদ্বুদ্ধ হয়। 'ইলেকট্ৰনিক মিডিয়া'ৰ আজিৰ যুগতো জনসাধাৰণক আকৃষ্ট কৰিব পৰাকৈ অসমৰ ভ্ৰাম্যমান নাট্যদলে সম্প্ৰতি যি চমক আৰু জনপ্ৰিয়তা অৰ্জন কৰিছে সেয়া নিতান্তই প্ৰশংসনীয়।

**এক স্বয়ংসম্পূৰ্ণ সাংস্কৃতিক মাধ্যম**

ষাঠীৰ দশকৰ আৰম্ভণীতে পৰীক্ষামূলকভাবে আৰম্ভ কৰা ভ্ৰাম্যমান থিয়েটাৰ আজি অসমৰ এক স্বয়ংসম্পূৰ্ণ সাংস্কৃতিক মাধ্যম। সময় আৰু মানসিক পৰিৱৰ্তনক লক্ষ্য কৰি আজিৰ ভ্ৰাম্যমান থিয়েটাৰে নিজৰ কাম নিৰ্ধাৰণ কৰিছে। আজিৰ যুগৰ দৰ্শকে ভাল

পাব পৰা নাটকৰহে মঞ্চত উপস্থাপন কৰিছে। ভ্ৰাম্যমান থিয়েটাৰ আজি কেৱল গণ সংযোগৰ মাধ্যমেই নহয় ঃ নিবনুৱা সমস্যা, দৰিদ্ৰতা আদিৰে আক্ৰান্ত অসমৰ কৰ্মসংস্থানৰ আহিলাও। সংস্থানৰ অনিশ্চয়তাৰ এই দুঃসহ সময়ত মানসিক আৰু আৰ্থিক নিৰাপত্তাৰ প্ৰত্যয়েৰে ভ্ৰাম্যমান থিয়েটাৰে বহু যুৱকক স্থিৰতা প্ৰাদান কৰাই নহয়, বহু হাজাৰ অসমীয়াকো সাময়িকভাৱে হ'লেও দৰিদ্ৰতাৰ পৰা নিষ্কৃতি দিছে, বহু অনুষ্ঠানৰ জন্ম আৰু প্ৰতিপালনত উল্লেখনীয় বৰঙণি আগবঢ়াইছে। অসমীয়া সংস্কৃতিৰ প্ৰচাৰ-প্ৰসাৰ আৰু উত্তৰণৰ গৱেষণা চলিছে ভ্ৰাম্যমানৰ মঞ্চত। প্ৰভূত জনপ্ৰিয়তাই ভ্ৰাম্যমানৰ এই মানসিকতাক ফলপ্ৰসূ হোৱাত সহায় কৰিছে।

**পেছাদাৰী ভ্ৰাম্যমানৰ জন্ম**

যাত্ৰা পাৰ্টিৰ পৰা ক্ৰমান্বয়ে উন্নীত হৈয়েই আজিৰ এই ভ্ৰাম্যমান থিয়েটাৰৰ জন্ম হোৱা বুলি ক'ব পাৰি। অসমৰ কথা বাদেই সমগ্ৰ ভাৰতৰ ভিতৰতেই পেছাদাৰী নাট্যদলৰ ভিতৰত ভ্ৰাম্যমান থিয়েটাৰ একক আৰু অনন্য। ভ্ৰাম্যমান থিয়েটাৰৰ জন্ম অবিভক্ত কামৰূপ জিলাৰ পাঠশালাত। ১৯৬৩ চনত অচ্যুত লহকৰে নটৰাজ থিয়েটাৰ নামেৰে প্ৰথম ভ্ৰাম্যমান নাট্যদলৰ জন্ম দিয়ে। অচ্যুত লহকৰকে ভ্ৰাম্যমান থিয়েটাৰৰ বাটকটীয়া বা জনক বুলিব পাৰি। সু-সজ্জিত ৰংগমঞ্চ, আলোকসম্পাত, সংগীত, মনোমোহা মঞ্চসজ্জা তথা আৰ্কষণীয় প্ৰেক্ষাগৃহৰে অসমৰ গাঁৱে-ভূঞে, চহৰে-নগৰে দৰ্শকৰ মাজত নাটক উপস্থাপন কৰা একোটা ভ্ৰাম্যমান থিয়েটাৰ দলে এবছৰত চাৰি-পাঁচখন নাটক উপস্থাপন কৰে। একোটি নাট্যদলত আশীৰ পৰা এশবিছ গৰাকীলৈকে শিল্পী কলা-কুশলী থাকে। অভিনয়ত বিশগৰাকীমান অভিনেতা-অভিনেত্ৰী থাকে। বাৰগৰাকীমান নৃত্যশিল্পীয়ে নৃত্য-নাটিকাত নৃত্য পৰিবেশন কৰে। বাৰ-পোন্ধৰগৰাকীমান বাদ্যযন্ত্ৰী শিল্পী থাকে। আহ্বায়ক কমিটিৰ সতে যোগাযোগ স্থাপন কৰে প্ৰতিনিধিয়ে। ভিতৰভাগ পৰিচালনা কৰে সম্পাদক, দল পৰিচালক আদি মুৰব্বীসকলে। সকলোৰে ওপৰত প্ৰযোজক। অৰ্থাৎ, প্ৰত্যেক ভ্ৰাম্যমান নাট্যদলৰে শিল্পী-কলা-কুশলী মিলি বৃহৎ পৰিয়ালটিৰ পিতৃ হ'ল প্ৰযোজকগৰাকী।

মাত্ৰ চাৰিখন নাটক উপস্থাপনেৰে অসমৰ সকলো শ্ৰেণীৰ দৰ্শকৰেই অন্তৰ জয় কৰিবলৈ ভ্ৰাম্যমান থিয়েটাৰে প্ৰয়াস কৰে। সেয়েহে নাটক নিৰ্বাচনৰ সময়ত প্ৰযোজক তথা নাট পৰিচালকৰ গধুৰ দায়িত্ব আহি পৰে। সেইবাবেই হয়তো ভ্ৰাম্যমান থিয়েটাৰৰ বাবে নাটক ৰচনা কৰা কেইগৰাকীমান নিৰ্দিষ্ট নাট্যকাৰহে আমাৰ দৃষ্টিলৈ আহে। চাৰিদিনৰ অন্তৰে অন্তৰে এঠাইৰ পৰা আন এখন ঠাইলৈকে নাট প্ৰদৰ্শন কৰিবলৈকে যোৱা ভ্ৰাম্যমান থিয়েটাৰৰ নাটকে সাধাৰণ দৰ্শকৰ পৰা বুদ্ধিজীৱীলৈকে সকলোৰে অন্তৰ জয় কৰিব লাগিব। অকল অসমৰ জনসাধাৰণৰ কৃপাত জীয়াই থকা ভ্ৰাম্যমান থিয়েটাৰৰ কিছুমান নিজস্ব বৈশিষ্ট্য আছে। এই বৈশিষ্ট্যসমূহ আন মাধ্যমত দেখিবলৈ পোৱা নাযায়। সাধাৰণতে নাটক বা ছবি চাবলৈ দৰ্শকসকল চহৰলৈ আহিবলগীয়া হয়। কিন্তু ভ্ৰাম্যমান থিয়েটাৰে জনসাধাৰণৰ মাজলৈ সোমাই গৈ নাটক কৰে। ভ্ৰাম্যমান থিয়েটাৰৰ শিল্পী তথা কলা-কুশলীসকলে থিয়েটাৰত তেওঁলোকে আগবঢ়োৱা শিল্পকৰ্মৰ বাবদ পাৰিতোষিক লাভ কৰাৰ লগতে আহাৰ আৰু

থিয়েটাৰত থকা কেইদিন বাসস্থানো লাভ কৰে। খাদ্য আৰু বাসস্থান দি দৰ্মহা দিয়া ভ্ৰাম্যমান থিয়েটাৰেই হয়তো বিশ্বৰ ভিতৰত অন্যতম কৰ্মস্থলী।

**অসমৰ ভ্ৰাম্যমান ঃ আশাৰ বতৰা**

বিশ্বৰ ভিতৰতে অনন্য আৰু একক বৈশিষ্ট্যৰে ভৰা ভ্ৰাম্যমান থিয়েটাৰে অসমৰ নাট্য আন্দোলনক সক্ৰিয় কৰি ৰাখিছে। লগতে অসমত এক সুস্থ সাংস্কৃতিক বাতাবৰণৰো সৃষ্টি কৰিছে। আনহাতে অসমৰ সামাজিক জীৱনত ভ্ৰাম্যমান থিয়েটাৰে বিশেষ বৰঙণি আগবঢ়াই আহিছে। অসমৰ কোনো এক অঞ্চলত ভ্ৰাম্যমান থিয়েটাৰে নাটক উপস্থাপনৰ জৰিয়তে সমগ্ৰ অঞ্চলটোতেই উৎসৱমুখৰ পৰিবেশৰ সৃষ্টি কৰে। লগতে যিটো অনুষ্ঠানে নাট্যদলটিক আমন্ত্ৰণ কৰি নিয়ে উক্ত অনুষ্ঠানটিয়ে কিছু আৰ্থিক সাহায্য লাভ কৰে। অসমৰ বিভিন্ন অঞ্চলৰ স্কুল-কলেজ, মন্দিৰ-মছজিদ, ক্ৰীডাংগন, সংঘ আদি নিৰ্মাণৰ ক্ষেত্ৰত ভ্ৰাম্যমান থিয়েটাৰৰ অৱদানৰ কথা সকলোৱে স্বীকাৰ কৰে।

চাৰিটা দশক অতিক্ৰান্ত ভ্ৰাম্যমান থিয়েটাৰে এতিয়ালৈকে বহুকেইখন মননশীল নাটক উপস্থাপন কৰিছে। বিশ্ববিশ্ৰুত নাট্যকাৰসকলৰ নাটকৰ অসমীয়া নাট্যৰূপ দি ভ্ৰাম্যমানৰ মঞ্চত উপস্থাপন কৰিছে। কেবাখনো বিশ্ববিখ্যাত ধৰ্মগ্ৰন্থৰ নাট্যৰূপ দি অসমৰ জনসাধৰণৰ পৰা বিপুল সমাদৰ লাভ কৰিছে। তেনেদৰে কেবাখনো জনপ্ৰিয় ছবিৰ নাট্যৰূপ দি দৰ্শকৰ পৰা সঁহাৰি লাভ কৰিছে।

সম্প্ৰতি অসমত সৰু-বৰ মিলি প্ৰায় দুকুৰি ভ্ৰাম্যমান থিয়েটাৰ দল আছে। এই দুকুৰি ভ্ৰাম্যমান থিয়েটাৰত প্ৰত্যক্ষ ভাবেই হওক বা পৰোক্ষভাৱেই হওক প্ৰায় দহ হাজাৰ লোকে কৰ্মসংস্থান লাভ কৰিছে। অনেক শিক্ষিত নিবনুৱাইও আজি ভ্ৰাম্যমান থিয়েটাৰত জীৱন নিৰ্বাহ কৰিবলৈ সুবিধা লাভ কৰিছে।

**সামৰণি**

আজি অসমৰ নাট্য সংস্কৃতিৰ ক্ষেত্ৰখনত ভ্ৰাম্যমান নাট্যদলসমূহ এৰাব নোৱাৰা অংগ। বৰ্তমান এই দলসমূহে বহু শিল্পী, কলা-কুশলী তথা নিবনুৱাৰ অন্ন সংস্থাপনৰ একো একোটা পীঠ হৈ পৰিছে। দ্বিতীয়তে এই ভ্ৰাম্যমান দলসমূহে প্ৰত্যক্ষভাৱে অসমৰ বিভিন্ন অঞ্চলত শিক্ষানুষ্ঠান, ধৰ্মানুষ্ঠান, সাংস্কৃতিক অনুষ্ঠান আদি বিভিন্ন দিশৰ সামাজিক সাংস্কৃতিক অনুষ্ঠান-প্ৰতিষ্ঠান গঢ়াত বিশেষ অৰিহণা যোগাই আহিছে। সংস্কৃতিৰ বিভিন্ন উপাদানসমূহ বিকাশত প্ৰভূত পৰিমাণে বৰঙণি যোগাইছে। ক্ৰমান্বয়ে কাৰিকৰী দিশ উন্নত কৰি অহা, কাহিনীভাগ নিৰ্বাচনৰ ক্ষেত্ৰত সাৱধানতা অৱলম্বন কৰা, অসমৰ মাটিৰ গোন্ধ থকা কাহিনীক নাট্যৰূপ দিয়াৰ ক্ষেত্ৰত উৎসাহ যোগোৱা আদি কাৰ্য্যই ভ্ৰাম্যমান থিয়েটাৰক অকল 'অৱসৰ বিনোদন'ৰ মাধ্যম কৰিয়েই ৰখা নাই। ভ্ৰাম্যমান থিয়েটাৰে অসমত এক নাট্য আন্দোলন গঢ়ি তোলাৰ ইতিবাচক পৰিৱেশ সৃষ্টি কৰিছে। অসমৰ ভ্ৰাম্যমান থিয়েটাৰক জাতীয় উদ্যোগ হিচাপে গঢ়াতো আমাৰ পবিত্ৰ কৰ্তব্য। চৰকাৰেও ভ্ৰাম্যমান উদ্যোগ গঢ়াত সক্ৰিয় সহযোগ কৰাটো জাতীয় দায়িত্ব আৰু কৰ্তব্য বুলি আগবঢ়া উচিত।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমৰ থিয়েটাৰ উদ্যোগ ২ ভ্ৰাম্যমান ঃ অসমত আশাৰ বতৰা ৩ জীৱিকাৰ মাধ্যম হিচাপে ভ্ৰাম্যমান থিয়েটাৰ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ভ্ৰাতৃত্ব আৰু উদাৰতাৰ অটুট বন্ধন - সমগ্ৰ মানব জাতিৰ কুশলাৰ্থে ঈদ- সামৰণি

# ঈদ

**ভূমিকা**

পৃথিৱীৰ বিভিন্ন জাতি-উপজাতি আৰু ধৰ্মাৱলম্বী লোকসকলে বিভিন্ন সময়ত নানা উৎসৱ-অনুষ্ঠান পালন কৰি আহিছে। জাতি-ধৰ্ম নিৰ্বিশেষে পালিত এই উৎসৱসমূহ স্বকীয় বৈশিষ্ট্যৰে পৰিপূৰ্ণ। ঈদ ইছলাম ধৰ্মীসকলৰ পৱিত্ৰ উৎসৱ। ঈদ শব্দটো মূলতঃ আৰবী ভাষাৰ। ইয়াৰ অৰ্থ আনন্দ। ঈদ উৎসৱক প্ৰকৃততে সংহতি বা সমন্বয়ৰ প্ৰতীক বুলি কোৱা হয়। এই উৎসৱত ইছলামধৰ্মীসকলে দুখীয়া-দৰিদ্ৰ মানুহক দান-দক্ষিণা দিয়ে আৰু সকলোৱে মিলি পৱিত্ৰ মনেৰে আল্লাৰ ওচৰত দোৱা ভিক্ষা কৰে। ঈদ-উল্-ফিটৰ আৰু ঈদ্-উজ-জহা বা বকৰ ঈদ এই দুটা ঈদেই মুছলমানসকলে পালন কৰে। দুয়োটা ঈদেই অংপৰ্যপূৰ্ণ।

**ভ্ৰাতৃত্ব আৰু উদাৰতাৰ অটুট বন্ধন**

মুছলমানসকলে চন্দ্ৰমাহ মতে বছৰৰ গণনা কৰে। সেই মাহবোৰ হ'ল ঃ চাবান, ৰমজান চাৱাল, হিলকদ, হিলকজ আদি। ইযাৰে ৰমজান মাহটো মুছলমানসকলৰ বাবে পবিত্ৰ মাহ। মুছলমানসকলে বিশ্বস কৰে যে পৱিত্ৰ ৰমজান মাহৰ শেষৰ সপ্তাহত হিৰা পৰ্বতৰ গুহাত ধ্যান কৰি থকা অৱস্থাত হজৰত মহম্মদে আল্লাৰ বাণী শুনিবলৈ পাইছিল আৰু সেই বাণীযেই 'কোৰাণ শ্বৰিফ'। গতিকে ৰমজান মাহ 'কোৰাণ শ্বৰীফ' সৃষ্টি হোৱা মাহ। সেয়েহে এই মাহটো তেওঁলোকে কিছুমান ৰীতি-নীতি যেনে ঃ উপবাস, শাৰীৰিক আৰু মানসিক সংযমৰ মাজেদি পাৰ কৰে। উপবাসে, অৰ্থাৎ, এমাহ ৰোজা ৰখাৰ অন্তত পিছৰ মাহৰ চন্দ্ৰ আকাশত দেখা দিযাৰ লগে লগে ঈদ পালন কৰে।

আকাশত চন্দ্ৰ দেখা পৱিত্ৰ দিনটোৱেই ঈদ-উল-ফিটৰ। ফিটৰ শব্দটোও আৰবী শব্দ। ঈদ-উল-ফিটৰৰ দিনা প্ৰত্যেক মুছলমান নৰ-নাৰীয়ে এদিনৰ আহাৰৰ সমপৰিমাণে আহাৰ দুখীয়া লোকক দান কৰিব লাগে। এই দানকে ফিটৰ বোলা হয। ঈদ-উল-ফিটৰ শব্দৰ অৰ্থই হ'ল দান কৰি লাভ কৰা আনন্দ উৎসৱ। দুখীয়াসকলকো এদিনৰ বাবে হ'লেও এসাজ পেট পুৰাই খাবলৈ দিয়া আৰু সকলোৱে মিলি নামাজ পটি আল্লাৰ ওচৰত কৰুণা ভিক্ষা কৰে। ভাতৃত্ববোধ আৰু উদাৰতৰ প্ৰতীক এই ঈদ-উল-ফিটৰ উৎসৱ।

**সমগ্ৰ মানৱ জাতিৰ কুশলাৰ্থে উদযাপিত ঈদ**

ঈদ-উজ-জহা মুছলমানসকলৰ আন এটা পৱিত্ৰ উৎসৱ। এই উৎসৱ পালন কৰা হয় হিলহজ মাহৰ দহ তাৰিখে। হিলহজ আৰবী ভাষাৰ শেষৰ চন্দ্ৰ মাহ। এই উৎসৱৰ লগতো পৰম্পৰাগত কাহিনী জৰিত হৈ আছে। হজৰত মহম্মদৰ পূৰ্বপুৰুষ হজৰত ইব্ৰাহিম খলিল উল্লাহে দানস্বৰূপে আল্লাৰ নামত নিজৰ এটি পুত্ৰ সন্তানক উৎসৰ্গা কৰিবলৈ লৈছিল। তেওঁ সপোনত আল্লাৰ নিৰ্দেশ শুনি কনিষ্ঠ পুত্ৰ ইছমাইলক চুৰিকাঘাত কৰি আল্লাৰ নামত কোৰবানি

দিবলৈ প্ৰস্তুত হৈছিল। ঘটনাৰ অন্তিম ক্ষণত আল্লাই ইব্ৰাহিমক এই কাৰ্যৰ পৰা বিৰত কৰোৱায়। এইটো আছিল আল্লাৰ প্ৰতি থকা ভক্তিৰ পৰীক্ষা মাত্ৰ। ইব্ৰাহিমৰ ভক্তিত সন্তুষ্ট আল্লাই ইছমাইলৰ পৰিবৰ্তে এটা ডুম্বা বা ভেড়া ছাগলী কোৰবানি দিয়াৰ উপদেশ দিয়ে।

এই পবিত্ৰ আৰু পৰম্পৰাগতভাৱে প্ৰচলিত হৈ থকা ঘটনাৰ স্মৃতিস্বৰূপে ঈদ-উজ-জহা বা বকৰ ঈদৰ দিনা আল্লাৰ নামত উট, ডুম্বা আদি কোৰবানি দিয়া হয়। আৰবৰ আৰপা নামৰ পথাৰত সমূহীয়াভাৱে নামাজ পঢ়াৰ ব্যৱস্থা কৰা হয়। এই নামাজত অংশগ্ৰহণ কৰাৰ বাবে পৃথিৱীৰ বিভিন্ন দেশৰ ইছলাম ধৰ্মাবলম্বী হজযাত্ৰীসকল মিলিত হয়। প্ৰতিখন দেশৰ প্ৰতিটো মছজিদতে ঈদৰ নামাজ পঢ়া হয়। এজনে আনজনক ঈদ মোবাৰক জনাই আন্তৰিক শুভ কামনা আৰু পাৰস্পৰিক ভ্ৰাতৃত্ববোধৰ প্ৰীতি আদান-প্ৰদান কৰে। সকলোৱে আল্লাৰ সন্তান বুলি নিজকে অনুভৱ কৰাৰ সুযোগ দিয়ে।

**সামৰণি**

পৃথিৱীৰ প্ৰতিজন ইছলামধৰ্মীলোকৰ বাবেই ঈদ-উল-ফিটৰ আৰু ঈদ-উজ-জহা দুয়োটা উৎসৱেই সমানে পবিত্ৰ আৰু তাৎপৰ্যপূৰ্ণ। ত্যাগ আৰু দয়া হ'ল দুয়োটা উৎসৱৰে মূল বাণী। কেৱল মাত্ৰ ত্যাগৰ বিনিময়তহে মানুহৰ মাজত ভ্ৰাতৃত্ববোধ গঢ়ি উঠিব পাৰে। আল্লাৰ কাষলৈ যোৱা আৰু তেওঁ দোৱা লাভ কৰাৰ উদ্দেশ্যেই মুছলমানসকলে দুয়োটা উৎসৱ পৱিত্ৰভাৱে পালন কৰি ৰং-ৰহইচ কৰে।

অতিথি শুশ্ৰূষা, নতুন সাজ-পোছাক পৰিধান কৰি আনন্দ প্ৰকাশ কৰাটো ঈদ উৎসৱৰ অংগাংগী বিষয়। বিভিন্ন ধৰণৰ সু-স্বাদু খাদ্য সম্ভাৰ প্ৰস্তুত কৰি মুছলমানসকলে পৰিয়াল আৰু আত্মীয়-স্বজনক খুৱায় আনন্দ লাভ কৰে।

ঈদৰ দৰে ধৰ্মীয় উৎসৱে মানুহৰ মন পবিত্ৰ আৰু মহান কৰি তোলে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ ১ ইছলাম ধৰ্মৰ এটি পবিত্ৰ উৎসৱ**

*তেওঁলোকেহে কিবা এটা কৰিব পাৰে, যিসকলে ভাৱে যে তেওঁ কিবা এটা কৰিব পাৰে।*

— নেপোলিয়ন

**ৰচনাৰ সংকেত ঃ** ভূমিকা - প্ৰতিভাৰ পৰিচয় খোজ খোজে - ভাষা-সাহিত্যলৈ অৱদান - চমু জীৱনকাল- সামৰণি

# আনন্দৰাম বৰুৱা

*আনন্দৰাম বৰুৱাৰ জীৱনৰ প্ৰত্যেক ঘটনাৰ লগতে, তেওঁৰ সকলো সুবিধা-অসুবিধাতে, তেওঁৰ প্ৰত্যেক পাৰিপাৰ্শ্বিক অৱস্থাতে, তেওঁৰ প্ৰত্যেক আশা-ভৰসাতে অসমীয়া ডেকাই নিজ নিজ জীৱনৰ প্ৰতিবিম্ব দেখিবলৈ আশা কৰিব পাৰে আৰু তেওঁকে আৰ্হি লৈ জীৱন বাটত সাহসেৰে আগবাঢ়িব পাৰে। বাস্তৱিকেও এইজন মহাপুৰুষৰ চৰিত্ৰ অসমীয়া ডেকাৰ পক্ষে ধ্ৰুৱতৰাৰ নিচিনা লক্ষ্য-নিৰ্দেশক।*

— **হেমচন্দ্ৰ গোস্বামী**

**ভূমিকা**

সুজলা-সুফলা শস্য-শ্যামলা অসমভূমিৰ বুকুত যুগে যুগে জন্ম লাভ কৰিছে একো ঐকোজন অনন্য পুৰুষে। তেনে মহান ব্যক্তিত্বসম্পন্ন পুৰুষসকলৰ মাজত প্ৰতিভাৰ স্যামন্তক মণি লুকাই থাকে। বৰ্তমান যুগতো এন বহুজন সু-সন্তানৰ জন্ম হৈছে যাৰ খ্যাতি সমগ্ৰ বিশ্বতে বিয়পি পৰিছে। জীৱনৰ খন্তেকীয়া সমযছোৱাতে অসমীয়া ভাষা-সাহিত্যক নতুনত্বৰ আলোকেৰে আলোকিত কৰা তেনে এজন ব্যক্তি হ'ল পণ্ডিত আনন্দৰাম বৰুৱা। অতি কম সময়ৰ এটি জীৱনত আনন্দৰাম বৰুৱাই অসমীয়া ভাষা-সংস্কৃতিৰ জগত উজ্জ্বল মণি মুকুতাৰে খোদিত কৰি থৈ গ'ল।

**প্ৰতিভাৰ পৰিচয় খোজে খোজে**

কামৰূপ জিলাৰ উত্তৰ গুৱাহাটীৰ প্ৰসিদ্ধ মজিন্দাৰ বৰুৱাৰ বংশত ১৮৫০ চনত তেওঁৰ জন্ম হৈছিল। তেওঁৰ পিতৃ আছিল গৰ্গৰাম বৰুৱা আৰু মাতৃ দুৰ্লভেশ্বৰী বৰুৱানী। কম বযসতে আনন্দৰাম বৰুৱাই মাতৃক হেৰুৱাব লগা হয। তেওঁ প্ৰাথমিক শিক্ষাৰ লগে লগে ঘৰতে এগৰাকী পণ্ডিতৰ অধীনত সংস্কৃত শিক্ষা লাভ কৰিছিল। এই ক্ষেত্ৰত আনন্দৰামে অতি কম সময়তে নিজৰ কৃতিত্বৰ পৰিচয় দিছিল। ১৮৬৪ চনত চৌধ্যবছৰীয়া আনন্দৰাম উচ্চ ইংৰাজী বিদ্যালযৰ পৰীক্ষা, অৰ্থাৎ , এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয। কলেজীয়া শিক্ষা লাভৰ বাবে তেওঁ কলকাতালৈ ৰাওনা হৈছিল। শিক্ষা জীৱনৰ প্ৰতিটো পদক্ষেপতে আনন্দৰাম বৰুৱাই সফলতাৰ উচ্চ শিখৰত পদাৰ্পণ কৰিছিল। ১৮৬৬ চনত তেওঁ এফ এ পৰীক্ষাত বিশ্ববিদ্যালয়ত ষষ্ঠ স্থান অধিকাৰ কৰি গণিতত সৰ্ব্বোচ্চ নম্বৰেৰে 'ডাফ্ স্কলাৰশ্বিপ' বৃত্তি লাভ কৰে। আনন্দৰাম বৰুৱাৰ আগতে কোনো অসমীয়া ছাত্ৰই বিশ্ববিদ্যালয়ৰ তেনে সন্মান লাভ কৰা নাছিল। প্ৰেছিডেন্সি কলেজৰ পৰা ১৮৬৯ চনত প্ৰথম শ্ৰেণীৰ তৃতীয় স্থান লাভ কৰি স্নাতক (বি এ) পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ অসমৰ প্ৰথম স্নাতক। উচ্চশিক্ষা লাভৰ উদ্দেশ্যে প্ৰতিযোগিতামূলক পৰীক্ষা দি 'ষ্টেট স্কলাৰশ্বিপ' আৰু 'গিলক্ৰাইষ্ট স্কলাৰশ্বিপ' লৈ আনন্দৰাম বৰুৱা ইংলেণ্ডলৈ যাত্ৰা কৰে। বিলাতত একেলগে তিনিটা পৰীক্ষাৰ বাবে প্ৰস্তুতি চলায়। একেলগে আৰু সুখ্যাতিৰে

আনন্দৰামে আই চি এছ, বি এছ চি আৰু আইন পৰীক্ষাত উত্তীৰ্ণ হ'ল। তেওঁ অসমৰ প্ৰথম বেৰিষ্টাৰ আৰু আই চি এছ পৰীক্ষাত উত্তীৰ্ণ হোৱা লোক। উচ্চ শিক্ষাত বিৰল দৃষ্টান্ত দেখুৱাই তেওঁ ১৮৭২ চনত স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰে। শিক্ষা গ্ৰহণৰ কালছোৱাত আনন্দৰাম বৰুৱাই অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ পণ্ডিত মেক্স মূলাৰৰ সান্নিধ্য লাভ কৰিছিল। বিলাতৰ পৰা ঘূৰি অহাৰ পাছত আনন্দৰাম বৰুৱাই সহকাৰী উপায়ুক্তৰূপে নিযুক্তি লাভ কৰি শিৱসাগৰ জিলাত কৰ্মজীৱন আৰম্ভ কৰে। তাত কিছুদিন কাৰ্যনিৰ্বাহ কৰাৰ পাছত বংগলৈ বদলি হৈ যায় আৰু তাতেই জীৱনৰ বাকীছোৱা সময় পাৰ কৰে। কৰ্মজীৱনত আনন্দৰাম বৰুৱাই বহু জনহিতকৰ কাৰ্য সম্পাদন কৰিছিল। বিদ্যালয় স্থাপন, পুখুৰী খন্দা, আলি-পদুলি বন্ধা, আদি কামত আগভাগ লৈছিল। তাৰ বহু নিদৰ্শন বংগত আজিও বিদ্যমান। সমাজৰ অৰ্থনৈতিকভাৱে দুৰ্দশাগ্ৰস্ত লোকসকলৰ কল্যাণৰ অৰ্থে তেওঁ বহু কাম কৰিছিল।

### ভাষা-সাহিত্যলৈ অৱদান

আনন্দৰাম বৰুৱাৰ জীৱনত মহত্ব প্ৰদান কৰা মুখ্য দিশটো হ'ল ভাষা-সাহিত্যৰ দিশত আগবঢ়োৱা তেওঁৰ অৱদান। প্ৰাচীন ভাৰতীয় ভাষা সংস্কৃতত তেওঁৰ অগাধ পাণ্ডিত্য আছিল। সেই পাণ্ডিত্যৰ পৰিচয় পোৱা যায় তিনিটা খণ্ডৰ ইংৰাজী-সংস্কৃত অভিধানখনৰ পৰা। এই সু-বৃহৎ অভিধানখনৰ দ্বিতীয় আৰু তৃতীয় খণ্ডৰ লগত বৰুৱাৰ মৌলিক ৰচনা ক্ৰমে 'হায়াৰ সংস্কৃত গ্ৰামাৰ' আৰু 'এনচিয়েণ্ট জিঅ'গ্ৰাফী অব্ ইণ্ডিয়া' নামে দুটা বৰ মূল্যবান সংযোজনা আছে। মহাকবি ভৱভূতিৰ 'মহাবীৰ চৰিত'ৰ সম্পাদনা আৰু তাৰ লগতে সংযোগ কৰা মন্তব্য 'জানকীৰাম ভাষ্য' আনন্দৰাম বৰুৱাৰ অন্য এক উল্লেখযোগ্য অৱদান। ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ স্থান, সৰস্বতীৰ কণ্ঠাভৰণ, ধাতুবৃত্তিসাৰ, অমৰসিংহৰ নামলিংগানুশাসন (১ম, ২য়, ৩য় খণ্ড), ধাতুকোষ, সংস্কৃত ভাষাৰ বৃহৎ ব্যাকৰণ আদি আনন্দৰাম বৰুৱাৰ উল্লেখযোগ্য্য গ্ৰন্থ।

আনন্দৰাম বৰুৱাই তেওঁৰ জীৱনকালত কৰা এক সুবৃহৎ পৰিকল্পনাৰ কাৰ্যৰূপ সম্পূৰ্ণকৈ দিব নোৱাৰিলে। ১৮৮১ চনত 'এ কম্প্ৰিহেনচিভ গ্ৰামাৰ অব্ দা সংস্কৃত লেংগুৱেজ, ক্ৰিটিকেল, এনালিটিকেল এণ্ড হিষ্টৰিকেল' নামৰ সংস্কৃত ব্যাকৰণৰ ১২ টা খণ্ডত প্ৰকাশ কৰিবলৈ লৈছিল। প্ৰথম খণ্ড ১৮৮২ চনত আৰু দ্বিতীয় খণ্ড ১৮৮৪ চনত প্ৰকাশ হয়। এই বৃহৎ গ্ৰন্থখনিৰ কাম কৰি থকাৰ সময়ত তেওঁ দুবছৰ সময় চাকৰিৰ পৰা ছুটি লোৱাৰ লগতে দুবাৰ বিলাতলৈও গৈছিল। জাৰ্মানীত থকা সংস্কৃত পণ্ডিতসকলৰ লগত আলাপ-আলোচনা কৰি তথ্য সংগ্ৰহ আৰু জ্ঞান আহৰণ কৰি আহিছিলগৈ। অত্যাৱশ্যকীয় তথ্যসমূহ লিপিবদ্ধ কৰি আনি বৰুৱাদেৱৰ নিজস্ব ছপাখানাত কিতাপ প্ৰকাশ কৰি উলিয়াইছিল। 'এ কমপেনিয়ন টু দা সংস্কৃত ৰিডিং ফৰ আণ্ডাৰ গ্ৰেজুৱেটছ অব্ দা কেলকাটা ইউনিভাৰছিটি' নামৰ এম এ আৰু বি এ মহলাৰ বাবে আনন্দৰাম বৰুৱাই লিখি উলিওৱা গ্ৰন্থকেইখনো তেখেতৰ মূল্যবান অৱদান। অসম বা ভাৰতবাসীৰ বাবেই নহয় সমগ্ৰ বিশ্ববাসীৰ বাবে অতি পৰিতাপৰ বিষয় হ'ল আনন্দৰাম বৰুৱাৰ ক্ষন্তেকীয়া জীৱনকাল। তেওঁ পৰিকল্পনা কৰা আৰু কাৰ্যৰূপ দিবলৈ লোৱা বৃহৎ গ্ৰন্থখনিৰ কাম সম্পূৰ্ণ

নহ'ল। এইখনৰ বাদেও আৰু ভালেকেইখন হাতে লিখা কিতাপ আৰু কেইবাখনো কিতাপৰ আঁচনি তেওঁ কাৰ্যৰূপ দিবলৈ নাপালে। চমু জীৱনৰ পূৰ্ণৰূপ লাভ কৰাৰ সময়তে কালে তেওঁক হাত বাউল দি মাতিলে। এটা বৃহৎ পুথিভঁৰাল আৰু জ্ঞান চৰ্চাৰ মাজত সোমাই থাকোতে আনন্দৰাম বৰুৱাই বিবাহিত জীৱনৰ প্ৰতি কোনোধৰণৰ আগ্ৰহ প্ৰকাশ নকৰিলে। অবিবাহিত আনন্দৰাম বৰুৱাই হয়তো অত্যধিক পৰিশ্ৰমৰ বাবেই কম বয়সতে পক্ষাঘাত ৰোগত ভূগিব লগা হয়। অসীম চেষ্টা আৰু চিকিৎসাই হাৰ মানিলে। শেষত ১৮৮৯ চনৰ জানুৱাৰী মাহৰ ১৩ তাৰিখে মাত্ৰ উনছল্লিশ বছৰ বয়সত তেখেতৰ পৰলোক প্ৰাপ্তি ঘটে।

**সামৰণি**

অসাধাৰণ পাণ্ডিত্যৰ গৰাকী আনন্দৰাম বৰুৱাই দৃঢ় মনোবল আৰু আত্মবিশ্বাসৰ বলেৰে অগাধ পাণ্ডিত্যৰ পৰিচয় দি গ'ল। 'আনন্দৰাম বৰুৱা অসমীয়াৰ আৰ্হি, পথ দেখুৱাওঁতা, নতুন আৰু পুৰণিৰ সামঞ্জস্য লগোৱাৰ জ্বলন্ত দৃষ্টান্ত'। তেঁও অসমীয়া জাতিক নিজৰ জীৱনৰ আদৰ্শৰে শিক্ষাৰ পথ দেখুৱালে। জ্ঞান আহৰণকে জীৱনৰ সাধনাৰূপে লৈ তেওঁ সংস্কৃত সাহিত্যৰ সাগৰ মথি অমৃতৰ সোৱাদ দি গ'ল। আগাধ পাণ্ডিত্য, সৰল জীৱন যাপন, দয়ালু আৰু নিৰহংকাৰী বৰুৱাৰ চৰিত্ৰ আছিল অতি আকৰ্ষণীয়। সংস্কৃত সাহিত্যৰ মাজত নিজকে ইমান বিলীন কৰি দিয়াৰ পাছতো আনন্দৰাম বৰুৱা আছিল এগৰাকী নিষ্ঠাবান চৰকাৰী চাকৰিয়াল আৰু সুপ্ৰশাসক। কিতাপকেই জীৱনৰ আটাইতকৈ শ্ৰেষ্ঠ সংগীৰূপে লৈ তেওঁ চমু জীৱনটো আতিবাহিত কৰিলে । আনন্দৰাম বৰুৱা অসমীয়া জাতিৰ বাবে নিশাৰ আকাশৰ উজ্জ্বল জ্যোতিষ্ক। কৰ্মৰে জীৱনটো মহিমামণ্ডিত কৰাৰ প্ৰয়াসী আনন্দৰাম বৰুৱাক সময়ৰ সোঁতে উটুৱাই নিব নোৱাৰে। তেওঁ চিৰ আদৰ্শনীয় ব্যক্তি।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ এজন প্ৰতিভাবান অসমীয়া ২ তোমাৰ প্ৰিয় ব্যক্তি ৩ অসমৰ এজন সংস্কৃত পণ্ডিত

> *পুথিগত আৰু মুখস্থ কৰা বিদ্যাতকৈ হাতে কামে কৰি অভিজ্ঞতাৰ দ্বাৰা অৰ্জন কৰা শিক্ষা বেছি ফলপ্ৰসূ আৰু দীৰ্ঘস্থায়ী হয়।*
>
> **— জ্যাঁ জেক্‌ছ ৰুছো**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইণ্টাৰনেটৰ পৰিচয় - তথ্য আৰু যোগাযোগৰ মাধ্যম - সামৰণি

# ইণ্টাৰনেট

## ভূমিকা

'ইণ্টাৰনেট' শব্দটো আমাৰ বাবে নতুন। সৰ্বসাধাৰণৰ সকলোৱে ইয়াক এতিয়াও ব্যৱহাৰ কৰিব পৰা হোৱা নাই। কুৰি শতিকাৰ মাজভাগতে ইণ্টাৰনেটৰ সূচনা হয়। ১৯৫৭ চনতে ছোভিয়েট ৰাছিয়াই যোগাযোগ ব্যৱস্থাত এই অভিনৱ মাধ্যমটিৰ বিষয়ে চিন্তা-চৰ্চা আৰম্ভ কৰে। কিন্তু আমেৰিকা যুক্তৰাষ্ট্ৰতহে ইয়াৰ পৰিপূৰ্ণ বিকাশ হয়। সত্তৰৰ দশকৰ আৰম্ভণীৰ সময়ছোৱাত দৰাচলতে আজিকালিৰ ইণ্টাৰনেটৰ বীজ ৰোপণ হয়। ক্ৰমে বহু মানুহৰ বুদ্ধি, পৰিশ্ৰম আৰু প্ৰযুক্তি কৌশলে এই ব্যাপক ব্যৱস্থাক সমৃদ্ধ কৰি আজিৰ স্তৰত উপনীত কৰাইছেহি।

## ইণ্টৰনেটৰ পৰিচয়

যোগাযোগ ব্যৱস্থাৰ সাম্প্ৰতিক বিস্ময় ইণ্টাৰনেটনো কি তাৰ সাধাৰণ সংজ্ঞা সহজ নহয়। ধৰাহওক, কোনো এটা এলেকাত পাঁচজন টেলিফোন গ্ৰাহক আছে। স্বাভাৱিকতে তেওঁলোকৰ প্ৰত্যেকৰে একোটা নিজস্ব টেলিফোন নম্বৰো আছে। এই নম্বৰটোক আমি গ্ৰাহক সংকেত সংখ্যা বা 'ছাবস্ক্ৰাইবাৰছ কোড নাম্বাৰ' (Subscribers Code Number) বুলিব পাৰো। এই নম্বৰৰ সহায়ত পাঁচজন গ্ৰাহকে পৰস্পৰৰ লগত যোগাযোগ কৰিব পাৰে। তেওঁলোকৰ এই টেলিযোগাযোগ ব্যৱস্থাৰ সহজ গাঁথনিটোক কোৱা হয় টেলিফোন নেটৱৰ্ক।

এইবাৰ ধৰাহওক, এই পাঁচজন টেলিফোন গ্ৰাহক পাঁচটা বিষয়ত বিশেষজ্ঞ এনেক্ষেত্ৰত আমি যিখন কাল্পনিক টেলিফোন ডাইৰেক্টৰি (য'ত টেলিফোন নম্বৰবোৰ লিখা থাকে) পাম, তাত উক্ত পাঁচজন গ্ৰাহকৰ নাম-ঠিকনা-টেলিফোন নম্বৰৰ কাষতে লিখিব পৰা যাব তেওঁলোকৰ নিৰ্দিষ্ট বিষয়টোৰ নাম। এতিয়া কোনো তথ্যৰ প্ৰযোজন হ'লে ডাইৰেক্টৰি চাই সেই নিৰ্দিষ্ট নম্বৰত টেলিফোন কৰিলেই সংশ্লিষ্ট বিষয়টো সম্পৰ্কত তথ্য বিচাৰি পোৱা যাব। অৰ্থাৎ, এই পাঁচজন গ্ৰাহকৰ পৰস্পৰে পৰস্পৰক ফোন কৰি প্ৰযোজন অনুসৰি তথ্যৰ আদান-প্ৰদান কৰিব পাৰে।

তথ্যৰ এই আদান-প্ৰদান অধিক ব্যাপক কৰি তোলাৰ বাবে উক্ত টেলিফোন নেটৱৰ্কক আৰু আন কেইবাটাও একেধৰণৰ টেলিফোন নেটৱৰ্কৰ লগত সংযোগ কৰিব পাৰি। ইয়াৰ ফলত নতুন কিবা বিষয়ৰ তথ্যৰ প্ৰয়োজন হ'লে প্ৰথম নেটৱৰ্কৰ গ্ৰাহক এজনে আন নেটৱৰ্কৰ কোনোবা এজনক ফোন কৰি সেই তথ্য সংগ্ৰহ কৰি তাক 'ৰিলে' কৰি নিজৰ এলেকাৰ দ্বিতীয় কোনো এজন গ্ৰাহকক জনাই দিব পাৰে।

এই ব্যৱস্থাৰ মাধ্যমত তথ্য আদান-প্ৰদান নিতান্ত অবাস্তৱ নহ'লেও ইয়াক বাস্তৱ ক্ষেত্ৰত কাৰ্যকৰী কৰি তোলা প্ৰায় অসম্ভৱ। কাৰণ এই ব্যৱস্থাত তথ্যৰ আদান-প্ৰদান প্ৰক্ৰিয়াটো দীঘলীয়া। তদুপৰি টেলিফোনত ৰেকৰ্ড কৰি ৰখাটো অসুবিধাজনক। ইয়াৰ উপৰি খৰচৰ কথাটো আছেই।

এইবোৰ অসুবিধাৰ পৰা হাত সাৰিবলৈ কথাটো অলপ বেলেগ ধৰণেৰে ভাবিব পাৰি। টেলিফোন নেটৱৰ্কৰ আটাইকেইটা টেলিফোন আঁতৰাই যদি আমি তাৰ ঠাইত কম্পিউটাৰ বহুৱাই দিও তেতিয়া হ'লে সামান্য কাৰিকৰীগত সালসলনি ঘটাযেই আমি পাম এক কম্পিউটাৰ নেটৱৰ্ক।

**তথ্য আৰু যোগাযোগৰ মাধ্যম**

কম্পিউটাৰত তথ্যৰ আদান-প্ৰদানৰ কামটো অতি দ্ৰুততাৰে হয়। তদুপৰি সেইবোৰ তথ্য খুব সহজে সঞ্চয় কৰি ৰাখিব পাৰি আৰু প্ৰযোজনমতে তাক ছপা কৰিও ল'ব পাৰি। এনে এটি কম্পিউটাৰ নেটৱৰ্কক যদি আৰু অসংখ্য কম্পিউটাৰ নেটৱৰ্কৰ লগত সাঙুৰি দিয়া হয়, তেনেহ'লে সকলো কম্পিউটাৰৰ সন্মিলিত তথ্যভাণ্ডাৰ হ'ব অতি বিশাল। অথচ ইয়াৰ সহায়ত তথ্য সংগ্ৰহৰ কামো হ'ব পূৰ্বতকৈও দ্ৰুততৰ আৰু সহজ। এই জটিল কম্পিউটাৰ নেটৱৰ্কটোকে আমি ক'ব পাৰো 'নেটৱৰ্ক অব্ নেটৱৰ্ক' অথবা সংক্ষেপে 'ইণ্টাৰনেট'। এই নামটোৰ আৰু সংক্ষিপ্ত তথা প্ৰচলিত ৰূপ হ'ল নেট'।

সৰু-ডাঙৰ নানা ধৰণৰ কম্পিউটাৰ পৰস্পৰৰ লগত এইদৰে যুক্ত হৈ সম্প্ৰতি যি জটিল নেটৱৰ্কৰ সৃষ্টি হৈছে সি মকৰাজালৰ দৰে সমগ্ৰ পৃথিৱীকে ছানি পেলাইছে। ডাক ব্যৱস্থাৰ দৰেই ইণ্টাৰনেট যোগাযোগ ব্যৱস্থা আজি বহু মানুহৰ দৈনন্দিন জীৱনত সোমাই পৰিছে।

ইণ্টাৰনেটৰ পৰিচয় স্পষ্টভাৱে চিহ্নিত কৰাটো টান। আমি পোষ্টকাৰ্ড বা লেফাফাকে ডাক ব্যৱস্থা বুলি ক'ব নোৱাৰো, বা পিয়ন বা ডাকঘৰ বুলিলেও ডাক ব্যৱস্থাক নুবুজায়। অথচ এই সকলোবেই ডাক ব্যৱস্থাৰ অংগ। এইবোৰৰ কোনোটোকে বাদ দি ডাক ব্যৱস্থা সম্পূৰ্ণ হ'ব নোৱাৰে।

এইবাৰ ধৰা হওক এখন চহৰৰ কথা। চহৰৰ ঘৰ-বাৰী, যান-বাহন, জনসাধাৰণ, নদ-নদী, গছ-গছনি এই সকলোৱে চহৰৰ অংগ। অথচ ইযাৰ কোনোটোৱেই 'চহৰ' নহয। এই সকলো মিলি যি অঞ্চলটিক বিশিষ্ট কৰি তুলিছে তাৰেই পৰিচয হৈছে চহৰ।

ইণ্টাৰনেটো ঠিক তেনে। ই কোনো যন্ত্ৰ নহয, কম্পিউটাৰো নহয, কম্পিউটাৰ প্ৰগ্ৰেম বা হাৰ্ডৱেৰ, ছফটৱেৰো নহয়। অথচ এই সকলো মিলি তৈযাৰ হোৱা তথ্য আদান-প্ৰদানৰ এক শক্তিশালী ব্যৱস্থা।

বৰ্তমানে পৃতিৱীৰ প্ৰায় তিনি কোটিৰো অধিক মানুহে ইণ্টাৰনেট ব্যৱহাৰ কৰে। অহা কেইবছৰৰ ভিতৰত ইণ্টাৰনেট ব্যৱহাৰকাৰীৰ সংখ্যা ১০ কোটিৰো অধিক হ'ব বুলি আশা কৰা হৈছে। ইণ্টাৰনেটৰ যোগেদি প্ৰতিদিনে যি ধৰণৰ তথ্যৰ আদান-প্ৰদান হয়, তাৰ কেইটিমান হ'ল ঃ চিঠি-পত্ৰৰ আদান-প্ৰদান, পৃথিৱীৰ নানা প্ৰান্তৰ পৰা খবৰ সংগ্ৰহ, বৈজ্ঞানিক গৱেষণা পত্ৰৰ অধ্যয়ন আৰু প্ৰযোজন অনুসৰি সেয়া সংগ্ৰহ কৰা, ব্যৱসায়িক আলোচনা, ইণ্টাৰনেট বন্ধুৰ (পত্ৰবন্ধুত্বৰ ইণ্টাৰনেট সংস্কৰণ, সংক্ষেপে 'নেটফ্ৰেণ্ড')

সৈতে আড্ডা, কম্পিউটাৰ গেমছ খেলা, অন্যান্য বিনোদনত অংশ লোৱা, পঢ়া-শুনা সম্পৰ্কীয় তথ্য সংগ্ৰহ আদি।

ইণ্টাৰনেট ব্যৱহাৰ কৰিবলৈ হ'লে নানা ধৰণৰ কম্পিউটাৰ প্ৰগ্ৰেম চলাবলগীয়া হয়। অৱশ্যে ব্যৱহাৰকাৰীয়ে কি প্ৰগ্ৰেম চলাব সেয়া নিৰ্ভৰ কৰে ব্যৱহাৰকাৰীৰ প্ৰয়োজনৰ ধৰণৰ ওপৰত। পৃথিৱীৰ নানা প্ৰান্তৰ অসংখ্য্য ব্যৱহাৰকাৰীয়ে একেলগে ইণ্টাৰনেট ব্যৱহাৰ কৰিব পাৰে।

এনেবোৰ কাৰণতে আজি 'ইণ্টাৰনেট' বুলিলে কেৱল 'ইণ্টাৰকানেক্টড কম্পিউটাৰ নেটৱৰ্ক'কে নুবুজায়। ইয়াৰ লগতে সংযুক্ত হৈ থাকে অসংখ্য ব্যৱহাৰকাৰী, তথ্যসংগ্ৰহৰ বিভিন্ন কম্পিউটাৰ প্ৰগ্ৰেম আৰু সুবিশাল তথ্য ভাণ্ডাৰ।

**সামৰণি**

ইণ্টাৰনেট অৱশ্যে এতিয়াও সৰ্বসাধাৰণৰ বাবে সহজ আৰু সুলভ হৈ উঠা নাই। কিন্তু টেলিফোনো এসময়ত তেনে আছিল। আজিৰ পৰা এশ বছৰৰ আগতে টেলিফোনক কেৱলমাত্ৰ ব্যৱসায়ীসকলৰ ব্যৱহাৰৰ মূল্যৱান চৌখিন যন্ত্ৰ বুলি বিবেচনা কৰা হৈছিল। তেতিয়াও হয়তো কোনেও কল্পনা কৰিব পৰা নাছিল যে, নিত্য প্ৰয়োজনীয় যন্ত্ৰ হিচাপে ফোন এদিন মানুহৰ ঘৰে ঘৰে সোমাই নিতান্তই মামুলি বস্তু হৈ পৰিব। এনে দিন আহিবলৈও হয়তো বেছিদিন নাই, যেতিয়া ইণ্টাৰনেট ব্যৱহাৰ কৰাটোও ফোন ব্যৱহাৰৰ দৰে নিতান্ত সহজ আৰু সাধাৰণ হৈ পৰিব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ যোগাযোগ ব্যৱস্থাৰ পৰম বিস্ময় ইণ্টাৰনেট ২ যোগাযোগৰ অত্যাধুনিক মাধ্যম ইণ্টাৰনেট

# অসম সাহিত্য সভা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইতিহাসৰ বুকুত সাহিত্য - জাতিটোৰ বাবে সভাৰ অৱদান - সামৰণি

*অসম সাহিত্য সভাৰ নাম অসমীয়া নহয়, অসমহে। গতিকে অসমেই যাৰ মাতৃভূমি আৰু অসমৰ অন্নৰেই যি লালিত-পালিত, সেই সকলোলৈকে অসম সাহিত্য সভাৰ দুৱাৰ মুকলি।*

— **বেণুধৰ শৰ্মা**

**ভূমিকা**

অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ উন্নতি সাধনৰ অৰ্থে গঠিত অসমৰ বৃহৎ সাহিত্যিক আৰু সাংস্কৃতিক অনুষ্ঠান অসম সাহিত্য সভা। ১৯১৭ চনৰ ২৬ ডিচেম্বৰত পদ্মনাথ গোহাঞিঃ বৰুৱাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশন অনুষ্ঠিত হয়। তেতিয়া ইয়াৰ নাম আছিল 'সদৌ আসাম সাহিত্য সন্মিলনী'। ১৯২৪ চনৰ ১৫

মে'ত ই 'আসাম সাহিত্য সভা' হিচাপে পঞ্জীযনভুক্ত হয় আৰু ১৯৪ চনত সভাৰ নাম 'অসম সাহিত্য সভা' কৰা হয়।

অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীণ উন্নতি কৰা, অসমৰ থলুৱা ভাষা-সাহিত্য, সংস্কৃতিৰ উন্নয়নৰ বাবে কাম কৰাই হ'ল অসম সাহিত্য সভাৰ উদ্দেশ্য। সেই অনুক্রমে অভিধান আৰু ব্যাকৰণ প্রণয়ন, প্রাচীন সাহিত্য, লোক-সাহিত্য, দুষ্প্রাপ্য গ্রন্থৰ অনুসন্ধান, সংগ্রহ, গৱেষণা আৰু প্রকাশ, লগতে অসমৰ জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নয়নৰ বাবে যত্নপৰ হোৱাটো সভাৰ অন্যতম উদ্দেশ্য। তদুপৰি এখন গষেণামূলক মুখপত্র প্রকাশ, উপযুক্ত সাহিত্যিকক উপাধি আৰু বঁটা প্রদান, সংগীত আৰু চিত্র-বিদ্যাৰ উন্নতিকল্পেও সভাই কাম কৰে।

**ইতিহাসৰ বুকুত সাহিত্য সভা**

এই উদ্দেশ্যকে সাৰোগত কৰি প্রতিষ্ঠা কৰা 'অসম সাহিত্য সভা'ৰ কেন্দ্রীয় কার্যালয় বর্তমান যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱন। ১৯১৭ চনত শিৱসাগৰত সু-সাহিত্যিক পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত ইয়াৰ প্রথমখন অধিৱেশন বহে। সভাৰ প্রথমজন প্রধান সম্পাদক আছিল শৰৎচন্দ্ৰ গোস্বামী। অসম সাহিত্য সভাই বর্তমানৰ প্রতীকটো ১৯৬০ খ্রীষ্টাব্দৰ ২৮ অক্টোবৰত গ্রহণ কৰে। প্রতীকটো আঁকিছিল শিল্পী যুগল দাসে। প্রতীকটোৰ ব্যাখ্যা এনেধৰণৰ ঃ এখন ঠগাত থকা সাঁচিপতীয়া পুথিৰ ওপৰত মাটিৰ চাকি, তাৰ চাৰিওফালে 'চিৰ চেনেহী মোৰ ভাষা জননী' লিখা আছে, তলত এটি তৰা। ঠগাৰ তলৰ ভূমিত 'অসম সাহিত্য সভা' লিখা আছে। বেদীৰ ওপৰত থকা শৰাইখনি জাতীয় সাংস্কৃতিক সৌধৰ নির্দশন। এই সৌধস্বৰূপ শৰাইত প্রতিষ্ঠিত হৈছে এখন পুথি। এই পুথি আমাৰ সমগ্র মানৱীয় জ্ঞান, বিদ্যা, শিল্প, সাহিত্য আৰু বাঞ্ছিত প্রমূল্যসমূহৰ আধাৰ। ধ্রুৱ তৰাটি এই  সাধনাৰ লক্ষ্য। এইসকলো সাধনাৰ প্রকাশ মাধ্যম 'চিৰ চেনেহী মোৰ ভাষা জননী'। এই বাক্যাংশটি লোৱা হৈছে সভাৰ আৰম্ভণী গীতৰূপে ব্যৱহৃত মিত্রদেৱ মহন্ত ৰচিত গীতটিৰ প্রথমৰ পৰা। ভাষাজননীৰ অক্ষয় বন্তিগছিয়েই আমাৰ সকলো সাধনাক অনন্তকাললৈ পোহৰাই ৰাখিব। এই বাণী, তৰা আৰু বন্তিগছিৰ পটভূমিত আছে এটি আঁহত পাতৰ আভাস। আঁহত পাতটি ভাৰতীয় সাংস্কৃতিক সাধনাৰ লগত গভীৰভাবে সংপৃক্ত বোধিবৃক্ষৰ এটি প্রতীকী আভাস।

লক্ষ্মীনাথ বেজবৰুৱাৰ 'অসম সংগীত'ৰ প্রথম স্তৱকটি সভাৰ পতাকা-উত্তোলনৰ গীত হিচাপে ব্যৱহাৰ কৰা হয়। মিত্রদেৱ মহন্ত ৰচিত 'চিৰ চেনেহী মোৰ ভাষা জননী' গীতটি সভাৰ অনুষ্ঠানৰ আৰম্ভণী-গীত হিচাপে আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ 'অ' মোৰ আপোনাৰ দেশ' গীতটি সভাৰ সামৰণী-গীত হিচাপে ব্যৱহাৰ কৰা হয়।

**জাতিটোৰ বাবে সভাৰ অৱদান**

১৯৩৩ চনত অসম সাহিত্য সভাই ইয়াৰ প্রকাশন গোটৰ পৰা 'চন্দ্ৰকান্ত অভিধান' প্রকাশ কৰি উলিয়ায়। সভাই অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতি সম্বন্ধীয় প্রায় পাঁচশখন মূল্যবান পুথি প্রকাশ কৰাৰ লগতে প্রথম অসমীয়া শিশু বিশ্বকোষৰ (শিশু জ্ঞানকোষ)

পাঁচটা খণ্ড প্ৰকাশ কৰি উলিয়াইছে। তদুপৰি অসম সাহিত্য সভাৰ মুখপত্ৰ 'অসম সাহিত্য সভা পত্ৰিকা' প্ৰকাশ কৰে। সভাই সভাপতিসকলৰ ৰচনৱলী সংকলন আদি প্ৰকাশ কৰি উল্লেখযোগ্য কাম কৰিছে। তদুপৰি সভাৰ দ্বাৰা প্ৰকাশিত ভালেকেইখন গ্ৰন্থই অসমৰ বাহিৰৰ পণ্ডিতৰো মনোযোগ আকৰ্ষণ কৰিব পাৰিছিল। তেনে কেইখনমান গ্ৰন্থ হ'ল : The Hastamuktavale of Subhankar Kabı, The Evaluation of Assemese Script, Tradition and Style, Assam And The Assamese Mind, পবিত্ৰ অসম, কৃষ্ণকান্ত সন্দিকৈ ৰচনা সম্ভাৰ, অসমীয়া সংস্কৃতি আদি। সভাৰ বিশিষ্ট দাতাসকলে দান কৰা পুঁজিৰ সুতেৰে সভাই ভাষা-সাহিত্য আৰু সংস্কৃতিৰ বিভিন্ন ক্ষেত্ৰলৈ অৰিহণা যোগাওঁতাসকলক একাধিক বঁটাৰে সন্মানিত কৰি অহাৰ লগতে ভিন্ন ধৰণৰ গ্ৰন্থ প্ৰকাশ, বক্তৃতা আদি অনুষ্ঠিত কৰি আহিছে।

অসম সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিলৈ বিশিষ্ট বৰঙণি আগবঢ়োৱা ব্যক্তিক 'সদস্য মহীয়ান' আৰু 'সাহিত্যাচাৰ্য' উপাধি প্ৰদান কৰি আহিছে। সভাই ধৰ্মেশ্বৰী দেৱী বৰুৱানীক 'কাব্য ভাৰতী' আৰু লক্ষ্মীনাথ বেজবৰুৱাক 'ৰসৰাজ' উপাধিৰে বিভূষিত কৰে। অসম সাহিত্য সভাই অসমত প্ৰথম স্মাৰক বক্তৃতা, লেখক শিবিৰ আৰু লেখক কৰ্মশালাৰ আয়োজন কৰে। সভাই যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ সমীপতে অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ বিজ্ঞানসন্মত অধ্যয়ন আৰু গৱেষণাৰ বাবে 'অসম-তত্ত্ব গৱেষণা সংস্থা' নামেৰে এটা অনুষ্ঠান প্ৰতিষ্ঠা কৰিছে। অনা-অসমীয়াসকলৰ বাবে সভাই প্ৰাথমিক, মাধ্যমিক, প্ৰাক্‌ভাৰতী আৰু ভাৰতী এই চাৰিটা ভাগত অসমীয়া ভাষা-জ্ঞান পৰীক্ষা পৰিচালনা কৰে।

২০০১ চনৰ পৰা সভাই এলানি বিষয়-বিশ্বকোষ প্ৰকাশৰ এক অভিলাসী আঁচনি গ্ৰহণ কৰে আৰু সেই অনুসৰি বৰ্তমানলৈকে বিজ্ঞান, সাহিত্য, ইতিহাস, সমাজ আৰু সংস্কৃতি বিষয়ৰ নখন বিশ্বকোষ প্ৰকাশ কৰি উলিয়াইছে। প্ৰতিবছৰে (বৰ্তমানে প্ৰতি দুবছৰৰ মূৰত) বিশাল আয়োজনেৰে অনুষ্ঠিত সভাৰ অধিৱেশনবোৰ অসমৰ এক উল্লেখযোগ্য তথা জনপ্ৰিয় অনুষ্ঠানৰূপে পৰিগণিত হৈছে।

**সামৰণি**

সম্প্ৰতি কিছুপৰিমাণে বিৰ্তকত ডুব অসম গ'লেও সাহিত্য সভা আজিও অসমৰ কাৰণে অতি গুৰুত্বপূৰ্ণ অনুষ্ঠান হৈ আছে। ৰাজ্যখনৰ চুকে-কোনে সিঁচৰতি হৈ থকা বহু সাহিত্যপ্ৰেমীৰ বাবে ই এক অতি আদৰৰ অনুষ্ঠান। সাহিত্য চৰ্চা আৰু অসমীয়া ভাষাৰ কাণ্ডাৰীসকলে পতা এই অনুষ্ঠানক অসমীয়া জাতিয়ে সন্মানৰ চকুৰে চাই আহিছে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ জাতীয় অনুষ্ঠান অসম সাহিত্য সভা ২ অসম সাহিত্য সভা : এক চমু অৱলোকন

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইতিহাসৰ পাতত অসমীয়া ভাষা - কামৰূপী উপভাষাৰ আগমন - মান্যভাষাৰূপে স্বীকৃতি লাভ - সামৰণি

# অসমীয়া ভাষা

*কামৰূপা মোৰ সুন্দৰীসুৰীয়া*
*অসমীয়া ভাষা জগতসভালৈ যাব,*
*উজ্জ্বল সুজ্জ্বল কহিনুৰ পিন্ধি*
*হাঁহি জ্যোতিৰূপা হ'ব।*

— **জ্যোতিপ্ৰসাদ আগৰৱালা**

**ভূমিকা**

অসমৰ প্ৰধান ভাষা আৰু সাহিত্য অসমীয়া। 'অসম' নামৰ পৰা উৎপত্তি হোৱা বুলিয়েই অসমৰ ভাষাটোক 'অসমীয়া' আখ্যা দিয়া হৈছে। ভাৰতৰ সংবিধানৰ দ্বাৰা স্বীকৃত ভাষাকেইটাৰ ভিতৰত অসমীয়া ভাষা অন্যতম।

অসমীয়া ভাষা ভাৰতীয় আৰ্যগোষ্ঠীৰ ভাষা। প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাবিশেষেই ক্ৰম পৰিবৰ্তনৰ মাজেদি আহি খ্ৰীষ্টীয় দশম-একাদশ শতিকামানত অসমীয়া ৰূপ ল'বলৈ আৰম্ভ কৰে। আৰ্য ভাষাৰ পৰা উদ্ভৱ হ'লেও অসমীয়া ভাষাৰ পৰিপুষ্টি সাধনত অতীজৰে পৰা বাস কৰা অনাৰ্য গোষ্ঠীৰ লোকসকলৰ ভাষাৰ প্ৰভাৱো নপৰাকৈ থকা নাই। নদীৰ নাম, ঠাইৰ নাম, ধ্বন্যাত্মক শব্দ, ঘৰুৱা বহু শব্দৰ অসমীয়া উচ্চাৰণ আৰু ধ্বনি বিকাশতো অনাৰ্য ভাষাৰ প্ৰভাৱ চকুত পৰে। সেইদৰে মাগোধি, প্ৰাকৃত, আৰ্যোত্তৰ ভাষাসমূহ, জনজাতীয় ভাষা, ইংৰাজী, স্পেনিছ, ওলন্দাজ, পাৰ্চী, আৰবী আদি বিদেশী ভাষাসমূহ– এই সকলোৰে সমন্বযত অসমীয়া ভাষা গঢ়ি উঠিছে। অসমীয়া ভাষাই তাৰ কাষৰীয়া ভাষাসমূহৰ লগত সনাসনি প্ৰভাৱ বিস্তাৰ কৰি উত্তৰ-পূব অঞ্চলৰ অসম নামৰ এই ভূখণ্ডৰ প্ৰকাশ আৰু যোগাযোগৰ মাধ্যম হৈ আছে। অসমীয়া ভাষাৰ বিভিন্ন শব্দবোৰৰ ভিতৰত ইংৰাজী ভাষাৰ প্ৰভাৱেই স্পষ্টকৈ লক্ষ্য কৰা যায।

**ইতিহাসৰ পাতত অসমীয়া ভাষা**

সম্ভৱতঃ ১০০০ খ্ৰীষ্টাব্দৰ সমসাময়িক কালত আন নব্য ভাৰতীয আৰ্য ভাষাৰ লগে লগে অসমীয়া ভাষাৰো উৎপত্তি ঘটে। ইয়াৰ আগলৈকে সংস্কৃতেই আছিল এই অঞ্চলৰ ঘাই প্ৰকাশ মাধ্যম। জনসাধাৰণৰ একাংশই প্ৰাকৃত ভাষা আৰু বাকী আৰ্য-সংস্কৃতি আৰু আৰ্য ভাষা গ্ৰহণ কৰা আৰ্যোত্তৰ গোষ্ঠীৰ লোকে নিজৰ নিজৰ কৌলিক জনজাতীয় ভাষা বা উপভাষা ব্যৱহাৰ কৰিছিল। আৰ্য ভাষা-ভাষী লোক সংখ্যাত কম আছিল যদিও তেওঁলোকৰ ভাষাৰ ওজস্বিতাৰ বাবে সোনকালেই সেই ভাষাই জনসমাজত থিতাপি লৈ প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হয়।

খ্ৰীষ্টীয় প্ৰথম দুটামান শতিকাৰ ভিতৰতে প্ৰাচীন কামৰূপত আৰ্য সংস্কৃতি আৰু ভাৰতীয় আৰ্যভাষাই পশ্চিম অসমৰ এক সুকীয়া ভাষাৰূপে গঢ় ল'বলৈ উপক্ৰম কৰে। সপ্তম শতিকাৰ প্ৰথমভাগত চীনৰ বিখ্যাত পৰিব্ৰাজক হিউ-ৱেন-চাঙে কামৰূপ ভ্ৰমণ কৰি

লিখা বিৱৰণীত এই অঞ্চলৰ মানুহে কোৱা ভাষাটো মধ্য ভাৰতৰ ভাষাৰ লগত সামান্য পৃথক পাইছিল বুলি লিখি থৈ গৈছে। তদুপৰি সেই সময়ৰ শিলালিপি আৰু তামৰ ফলিবোৰত বহু ঠাই আৰু মানুহৰ নাম পোৱা যায়, যিবোৰৰ প্ৰতিৰূপ আৰু অৰ্থ পৰৱৰ্তী অসমীয়া ভাষাত দেখা যায়।

ভাস্কৰ বৰ্মন আৰু তেওঁৰ পিছৰ কামৰূপৰ ৰজাসকলে ব্ৰাহ্মণক ভূমিদান দিয়া কেইখনমান তামৰ ফলি উদ্ধাৰ হৈছে। অসমত এতিয়ালৈকে পোৱা প্ৰাচীন শিলালিপিসমূহৰ ভিতৰত নগাঁৱৰ কপিলী উপত্যকাত পোৱা মহাৰাজাধিৰাজ ভূতি বৰ্মনৰ দিনত (৫৪৪ খ্ৰীষ্টাব্দ) খোদিত শিলালিপিযেই প্ৰাচীন। এই শিলালিপি আৰু অন্যান্য শাসনাৱলীৰ ভাষা সংস্কৃত। গতিকে সেই সময়ত অসমত সংস্কৃত ভাষাৰ প্ৰচলন আছিল বুলি সহজে অনুমান কৰিব পাৰি। কিন্তু ইয়াৰ মাজতো সেই সময়ত জনসাধাৰণৰ মাজত প্ৰচলিত ভাষাৰ দুই-চাৰিটা শব্দই অবাধ স্থান পাইছে। সেই শব্দবোৰ মানুহৰ নাম, গাঁৱৰ নাম, নদীৰ নাম, গছৰ নাম আদি বুজোৱাত ব্যৱহাৰ হৈছে। ইয়াৰ ভিতৰত কালিয়া, ধ্বনি, সনি, অনি, দক্ষিণপাট, শিঙৰি, পাৰলি, জান, জোল আদি শব্দ মন কৰিবলগীয়া। এই শব্দসমূহে অসমীয়া ভাষাৰ জন্মকালৰ সূচনা কৰে।

**কামৰূপী উপভাষাৰ আগমন**

এইদৰে অসমীয়া ভাষাই পোনতে পশ্চিম অসমত প্ৰৱেশ কৰি 'কামৰূপী ভাষা' নামেৰে এক সুকীয়া ভাষাৰূপে গঢ লয়। প্ৰাচীন অসমীয়া সাহিত্যত, বিশেষকৈ, মাধৱ কন্দলিৰ ৰচনাত এই কামৰূপী ভাষাৰ নিদৰ্শন পোৱা যায়। পাছত অৱশ্যে প্ৰাচীন কামৰূপৰ সীমা সংকুচিত হোৱাত এই ভাষাৰো পৰিসৰ কমি আহে আৰু এসময়ত ই এটা কথিত উপভাষাৰ ৰূপ আৰু ঠাই লযগৈ। সপ্তদশ শতিকামানলৈকে এই ভাষাই অঞ্চলটোৰ কথিত আৰু সাহিত্যিক দুযোটা ভাষাৰ স্থান অধিকাৰ কৰি আছিল। বৰ্তমানে কামৰূপ জিলাত প্ৰচলিত কথিত উপভাষাটোৱেই কামৰূপী উপভাষা।

**মান্যভাষাৰূপে স্বীকৃতি লাভ**

সপ্তদশ শতিকাৰ প্ৰাৰম্ভৰে পৰা অসমৰ ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক জীৱনত ভালেখিনি পৰিৱৰ্তনৰ সূচনা হয সেই সময়তে কোঁচ ৰাজত্ব প্ৰায় নিঃশেষ হয়। আনহাতে আহোমৰ ৰাজত্ব কামৰূপৰ কিছু অংশলৈ বিস্তৃত হয আৰু গুৱাহাটী আহোম ৰাজ্যৰ দ্বিতীয় ৰাজধানীৰূপে পৰিগণিত হয়। তাৰ লগে লগে সপ্তদশ শতিকাৰ শেষৰ ফালে আহোমৰ ৰাজধানী শিৱসাগৰত অসমীযা ভাষা-সাহিত্যৰ এটা নতুন বিকিৰণ কেন্দ্ৰ গঢি উঠে। ইযাৰ পাছত ১৮২৬ চনত ইংৰাজে অসম অধিকাৰ কৰে আৰু ১৮৩৬ চনত আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকল খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ উদ্দেশ্য লৈ শিৱসাগৰত ভৰি দিয়েহি। ধৰ্ম প্ৰচাৰৰ সুবিধাৰ্থে তেওঁলোকে এই অঞ্চলৰ কথিত ভাষাটো শিকি অসমীয়া আদিপাঠ, অসমীয়া ব্যাকৰণ, অসমীয়া-ইংৰাজী অভিধান আৰু প্ৰথম অসমীয়া বাৰ্তালোচনী 'অৰুনোদই' প্ৰকাশ কৰে। এনেদৰেই শিৱসাগৰ তথা উজনি অসমৰ ভাষাটোৱে অসমৰ আন অঞ্চলৰ উপভাষাৰ ওপৰত প্ৰাধান্য লাভ কৰে আৰু সময়ত ইয়েই ৰাজ্যখনৰ মান্য ভাষাৰূপে স্বীকৃতি লাভ কৰে।

**সামৰণি**

অসমীয়া মানুহৰ বুকুৰ কুটুম এই ভাষা। চিৰ চেনেহী ভাষাটোৰ ৰক্ষাৰ বাবে নিজৰ প্ৰাণ পৰ্যন্ত আহুতি দিবলৈ পিছ হুঁহকি অহা নাই অসমীয়া মানুহ। সম্প্ৰতি বিদেশী ভাষাৰ কবলত পৰি আমাৰ ভাষা সন্মুখীন হৈছে গভীৰ সংকটৰ। ভাষাটোক ৰক্ষা কৰাৰ দায়িত্ব উত্তৰ প্ৰজন্মই কান্ধ পাতি নললে নিশ্চিহ্ন হৈ যাব অসমীয়া ভাষা।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমৰ ভাষা অসমীয়া ২ অসমীয়া ভাষাৰ পৰিচয়মূলক টোকা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - প্ৰাথমিক পৰীক্ষাৰে সূচনা হ'ল আকাশ ভ্ৰমণ - দিঠকত পৰিণত আকাশত উৰাৰ সপোন - আৰম্ভ হ'ল উৰাজাহাজৰ যাত্ৰা - সামৰণি

# উৰাজাহাজ

**ভূমিকা**

সকলো ধৰণৰ যান-বাহনৰ ভিতৰত উৰাজাহাজ বা আকাশ ভ্ৰমণৰ উপযোগী যান-বাহনৰ উদ্ভাবনৰ কাহিনীযেই আটাইতকৈ বিস্ময়কৰ আৰু ৰোমাঞ্চকৰ। সভ্যতাৰ আদিম যুগতো গুহাবাসী মানুহে আকাশত উৰাৰ কথা ভাবিছিল। গ্ৰীচৰ এটা প্ৰাচীন কাহিনীত পাখি লগাই আকাশত উৰাৰ কথাৰ পৰা সেই কালতো মানুহে আকাশত উৰিবলৈ কৰা আকাংক্ষাৰ কথা জনা যায়। বাগদাদৰ এক ৰাজকন্যাই মন্ত্ৰপূত দলিচাতবহি আকাশ ভ্ৰমণ কৰা কাহিনীযেও একে আকাংক্ষাকে প্ৰতিফলিত কৰে। আমাৰ দেশতো নাৰদে ঢেকীত উঠি ত্ৰিভুৱন ভ্ৰমণ কৰা, ইন্দ্ৰজিতে মেঘৰ আঁৰত লুকাই যুদ্ধ কৰা, শ্ৰীকৃষ্ণই গৰুড়ৰ পিঠিত উঠি আকাশত উৰি ফুৰা আদি পৌৰাণিক কাহিনীয়ে আকাশত উৰাৰ বাবে মানুহক অনুপ্ৰাণিত কৰিছিল। এই সকলো নিতান্তই গল্প কাহিনী বা আখ্যান হ'লেও সেইবোৰে মানুহে আকাশত উৰাৰ বাসনা যে বহুদিনৰ পৰা পুহি ৰাখিছে তাৰ সাক্ষ্যবহন কৰে।

হাজাৰ হাজাৰ বছৰ ধৰি মানুহে চৰাইৰ দৰে আকাশত উৰাৰ সপোন দেখি আহিছিল। আনকি ওখ ঘৰ, গৰা আৰু পাহাৰৰ ওপৰৰ পৰা তললৈ জঁপিয়াই উৰাৰ চেষ্টা কৰাৰ কথাও পঢ়িবলৈ পোৱা যায়। কিন্তু এনে প্ৰচেষ্টাই মানুহৰ আকাশত উৰাৰ সপোন বাস্তৱত পৰিণত কৰিব পৰা নাছিল। ডেউকা কোবাই উৰাৰ শক্তি মানুহৰ মাংসপেশীত একেবাৰে নাই। তাতে ইমান এটা গধুৰ আৰু ডাঙৰ শৰীৰক বতাহত ওপঙাই ৰাখিবলৈ ডেউকাত হাতীৰ সমান বলৰ প্ৰয়োজন হ'ব।

**প্ৰাথমিক পৰীক্ষাৰে সূচনা হ'ল আকাশ ভ্ৰমণ**

চৰাইৰ দৰে আকাশত উৰাৰবাসনাতেই মানুহে আকাশত উৰিবলৈ অনেক পৰীক্ষা-নিৰীক্ষা চলাইছিল। ইয়াৰ ফলত মানুহ একাধিকবাৰ বিপদতো পৰিবলগীয়া হৈছিল, অনেকে প্ৰাণ পৰ্যন্ত হেৰুৱাবলগীয়া হৈছিল। ইতিমধ্যে বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে আন বিষয়ৰ লগতে আকাশীযানৰ নিৰ্মাণৰ ক্ষেত্ৰতো নানা পৰীক্ষা-নিৰীক্ষা আৰম্ভ হ'ল।

প্ৰথম অৱস্থাত উৰাজাহাজ সম্পৰ্কীয় যিমানবোৰ পৰীক্ষা-নিৰীক্ষা হৈছিল তাৰ অধিকাংশই আছিল হাতে-ভাৰিযে পাখি বান্ধি চৰাইৰ দৰে আকাশত উৰাৰ চেষ্টা। গোলক বা বেলুনৰ সহায়ত যে আকাশত উৰিব পাৰি সেয়া আছিল নিতান্তই তাত্ত্বিক ভ্যাখ্যা। কিন্তু ক্ৰমে মানুহে বুজিলে যে চৰাইৰ দৰে ডেউকাৰ সহাযত আকাশত উৰা মানুহৰ বাবে সম্ভৱ নহয। ইয়াৰ পাছৰ পৰাই বেলুনৰ সহাযত আকাশ ভ্ৰমণৰ সূত্ৰপাত হয়।

লাহে লাহে বেলুন সম্বন্ধে নানান পৰীক্ষা-নিৰীক্ষাও আৰম্ভ হ'ল। বেলুন উৰুওৱাৰ আৰু তাত উঠি ভ্ৰমণ কৰাৰ চখো ক্ৰমাৎ বৃদ্ধি পাবলৈ ধৰিলে। বিভিন্ন বৈজ্ঞানিক গৱেষণা আৰম্ভ হ'ল। বেলুনত উঠি কোনো কোনোৱে দুঃসাহসিক অভিযানো চলালে। ক্ৰমে বতৰ বিজ্ঞান, বাযুমণ্ডলৰ বিভিন্ন স্তৰৰ আৰু অন্যান্য স্তৰৰ ভৌতিক ঘটনাৱলীৰ তথ্য সংগ্ৰহৰ কামতো বেলুনৰ ব্যৱহাৰ হ'বলৈ ধৰিলে। এই জাতীয় আকাশীযানৰ নাম দিযা হ'ল উৰাজাহাজ বা এয়াৰ শ্বিপ (Airship)।

সমসাময়িকভাৱে যুদ্ধ ক্ষেত্ৰতো বেলুনৰ ব্যৱহাৰ হ'বলৈ ধৰিলে। দ্বিতীয় মহাসমৰৰ সময়ত বেলুন জাতীয আকাশীযানৰ ব্যৱহাৰ প্ৰায় নোহোৱা হৈ পৰে। মহাসমৰৰ পাছত এই জাতীয আকাশীযানে চিৰদিনৰ বাবে আকাশৰ বুকুৰ পৰা বিদায লয। অৱশ্যে বৈজ্ঞানিক পৰীক্ষা-নিৰীক্ষা, খেলা-ধূলা আৰু আন কেতবোৰ কামৰ বাবে সেৰেঙাকৈ হ'লেও বেলুনৰ ব্যৱহাৰ আজিও আছে।

**দিঠকত পৰিণতে কৰিলে আকাশত উৰাৰ সপোন**

অতীজতে উৰণবিদসকলে আকাশীযান নিৰীক্ষণৰ বাবে নিজেই সকলো শিকি-মেলি ল'বলগীয়া হৈছিল। সেইসময়তে আমেৰিকা যুক্তৰাষ্ট্ৰৰ অহিঅ' প্ৰদেশৰ ডেটন নগৰৰ উইলবাৰ ৰাইট (১৮৬৭-১৯১২) আৰু তেওঁৰ ভায়েক অৰভিল ৰাইটে (১৮৭১-১৯৪৮) চাইকেল নিৰ্মাণ কৰিছিল। দুই সহোদৰে চিলা উৰুৱাই উৰাজাহাজ নিৰ্মাণৰ সপোন দেখিছিল। তেনেদৰে ১৮৯৯ চনত তেওঁলোকে সাজি উলিয়াইছিল দুখন ডেউকাৰ এখন চিলা। সেই উদ্দেশ্য তেওঁলোকে পঢ়া-শুনা কৰি, বতৰ বিজ্ঞান কেন্দ্ৰৰ পৰা তথ্য-পাতি লৈ চিলা উৰুৱাবৰ বাবে বাচি লৈছিল নৰ্থ কেৰ'লিনাৰ সাগৰৰ পাৰৰ কিটি হক নামৰ বালি চাপৰিটো। মানুহৰ আকাশ-বিজয়ৰ ইতিহাসৰ ওই ঠাইডোখৰ সদায়ে স্মৰণীয় হৈ ৰ'ব। সেই ঠাইডোখৰতে চিলা উৰুৱাৰ পৰা আৰম্ভ কৰি ৰাইট ভ্ৰাতৃদ্বয়ে কমেও ১০০০ বাৰ গ্লাইডাৰ উৰুৱাই পৰীক্ষা চলাইছিল। ১৯২০ চনত তেওঁলোকে এনে এখন গ্লাইডাৰ সাজি উলিয়ালে যিখনে তেওঁলোকক উৰাজাহাজ নিৰ্মাণত যথেষ্ট সহায় কৰিলে।

অৱশেষত তেওঁলোকে ১৯০৩ চনত ফ্লায়াৰ ১ নামৰ প্ৰথম ইঞ্জিনযুক্ত উৰণ-যানখন সাজি উলিয়ায়। এই ইঞ্জিনটো আছিল ১২ অশ্বশক্তিৰ আৰু প্ৰায় ১০০ কিলোগ্ৰাম

ওজনৰ। ১৯০৩ চনৰ ১৪ ডিচেম্বৰৰ দিনা তেওঁলোকে প্ৰথমবাৰ ফ্লাযাৰ ১-ৰ উৰণ পৰীক্ষা কৰিছিল যদিও সেইবাৰ তেওঁলোক সফল নহ'ল। কিন্তু নেৰানেপেৰা চেষ্টাৰ অন্তত তেওঁলোক সফল হ'ল। যানখনে ঘণ্টাত ১৩ কিলোমিটাৰ বেগেৰে উৰা মাৰিলে। ৩৭ মিটাৰ দূৰত্ব উৰি যানখন পুনৰ মাটিলৈ নামি আহিল। এবাৰ এক মিনিট সময় জুৰি আৰু ২৬০ মিটাৰ দূৰত্ব উৰি ৰাইট ভ্ৰাতৃদ্বয়ে উৰাজাহাজৰ নতুন যুগৰ সূচনা কৰিলে। ইঞ্জিনযুক্ত উৰাজাহাজৰ উদ্ভাৱন এনেকৈয়ে হ'ল। সেই স্মৰণীয় দিনটো আছিল ১৭ ডিচেম্বৰ, ১৯০৩ চন।

**আৰম্ভ হ'ল উৰাজাহাজৰ যাত্ৰা**

ইযাৰ পাছত ৰাইট ভ্ৰাতৃদ্বয়ৰ অনুকৰণত বহুজনে উৰাজাহাজ সাজি উলিযায। লাহে লাহে আজিৰ পাইলটৰ দৰে আসনত বহি বিমান চলাব পৰা উৰাজাহাজৰ নিৰ্মাণ হ'ল। প্ৰথম মহাসমৰৰ সমযত উৰাজাহাজ ব্যৱহাৰ কৰি যুদ্ধৰত জাতিবোৰে বিশেষ সফলতা লাভ কৰে। সকলোৱেই বুজি উঠিল যে, দ্ৰুতগামী বাহন হিচাপে উৰাজাহাজে ভৱিষ্যতে অনেক অসাধ্য সাধন কৰিব। যুদ্ধৰ সময়ৰ পৰা উৰাজাহাজৰ আকাৰ-আকৃতি, যন্ত্ৰ-পাতি সকলোতে নানান পৰিৱৰ্তনৰ পাছত উৰাজাহাজে বৰ্তমানৰ ৰূপ পৰিগ্ৰহণ কৰিছেহি। আকাৰ-আকৃতি সলনি হোৱাৰ দৰে ইযাৰ গতিবেগো বাঢ়িছে। যাত্ৰীৰ বাবে নান সুখ-সুবিধাৰ ব্যৱস্থা কৰা হৈছে। আকাশ ভ্ৰমণ হৈ উঠিছে অধিক বিপদমুক্ত।

**নতুন যুগৰ নতুন ৰূপ**

আজিকালি বিভিন্ন কামত ব্যৱহাৰৰ বাবে বিভিন্ন ধৰণৰ উৰাজাহাজ নিৰ্মাণ কৰা হৈছে। সেইদৰে বিভিন্ন বিমানৰ সুকীযা সুকীযা নামো ৰখা হৈছে। যুদ্ধৰ বাবে যিবোৰ উৰাজাহাজ ব্যৱহাৰ কৰা হয, সেইবোৰ সাধাৰণতে পাতল, আকাৰত সৰু আৰু তীব্ৰ গতিসম্পন্ন। অৱশ্যে বোমা পেলোৱাৰ বাবে ব্যৱহৃত ব'মাৰ বিমানৰ আকাৰ নিচেই সৰু নহয।

এখন বিৰাটকায বিমান হৈছে ব'যিং ৭৪৭ (Boeing 747)। এইখন বিমানত ৪৯০ জন যাত্ৰী অনাযাসে আৰামত বহি-শুই যাতাযত কৰিব পাৰে। বৰ্তমানে ইয়াতকৈও বেছি যাত্ৰী কঢ়িযাব পৰা বিমানৰ আৱিষ্কাৰ হৈছে। আমেৰিকাৰ উপৰিও ৰাছিয়া, ইংলেণ্ড, ফ্ৰান্স, চীন, জাপান আদি দেশৰো বিমান নিৰ্মাণত বিশেষ সুনাম আছে। ভাৰততো বিমান নিৰ্মাণৰ কাৰখানা আছে আৰু তাৰ পৰা কেইবাখনো উন্নতমানৰ বিমান নিৰ্মাণ হৈছে।

প্ৰথম অৱস্থাত উৰাজাহাজবোৰৰ গতিবেগ আছিল ঘণ্টাত প্ৰায দহ-বাৰ কিলোমিটাৰ বৰ্তমানে এখন ব'য়িং জেট বিমানৰ গতিবেগ ঘণ্টাত প্ৰায় ২,৭০০ কিলোমিটাৰ। শব্দতকৈও বেগী (শব্দৰ বেগ ঘণ্টাত প্ৰায় ১,২০০ কিলোমিটাৰ) এইবিধ বিমানৰ নাম ছুপাৰছ'নিক বিমান। আনবোৰ বিমানৰ ঘণ্টাত প্ৰায় ৬০০ কিলোমিটাৰ।

প্ৰথম মহাসমৰত উৰাজাহাজ যুদ্ধৰ উদ্দেশ্যেহে ব্যৱহাৰ কৰা হৈছিল। যুদ্ধৰ শেষত উৰাজাহাজক মানৱ জাতিৰ সেৱাত নিয়োগ কৰা হয়। পোনতে যাত্ৰী আৰু বয়-বস্তু পৰিবহণৰ বাবে যুদ্ধত ব্যৱহাৰ কৰা বিমানবোৰকেই কামত লগোৱা হৈছিল। সেয়েহে যাত্ৰী বহাৰ বাবে আজি দৰে আৰামদায়ক আসন আৰু অন্যান্য ব্যৱস্থা নাছিল। সাধাৰণ কেবিন, সাধাৰণ আসন আদিৰে তেনে যাত্ৰা আছিল অতি অশান্তিজনক আৰু আৰামহীন।

**সামৰণি**

লাহে লাহে ব্যৱসায়িক বিমান সেৱাৰ উন্নতি ঘটিবলৈ ধৰিলে। যাত্ৰী পৰিবহণৰ বাবে আৰামদায়ক আসনৰ ব্যৱস্থা কৰা হ'ল। বিমানৰ ভিতৰত উৰণৰ গৰ্জন-শব্দ কমোৱাৰ বাবে বিমানৰ ইঞ্জিন ডেউকাত স্থাপন কৰা হয়। সেইসময়ত বিমানৰ বেগ আছিল ঘণ্টাত ১৬০ৰ পৰা ৩২০ কিলোমিটাৰৰ ভিতৰত। গতিকে দীঘলীয়া যাত্ৰাত বিমানৰ ভিতৰত যাত্ৰীক আহাৰ দিয়াৰ ব্যৱস্থা আৰম্ভ হ'ল।

১৯১৯ চনত ফ্ৰান্স আৰু বেলজিয়ামৰ মাজত প্ৰথম আন্তৰ্জাতিক বিমান সেৱাৰ আৰম্ভ হয। এনেদৰেই বিমান পৰিবহন সম্প্ৰতি দ্ৰুতগামী যাতায়াতৰ মাধ্যম হোৱাৰ উপৰি আৰামদায়ক নিৰ্ভৰযোগ্য বাহনৰূপে সমগ্ৰ বিশ্বতে বিশেষভাৱে সমাদৰ লাভ কৰিছে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ উৰাজাহাজৰ ইতিবৃত্ত ২ উৰাজাহাজৰ অতীত আৰু বৰ্তমান

# এইড্ছ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - এইডছ কি - এইডছ লক্ষণ - কিয় হয় - প্ৰতিৰোধৰ উপায় - সামৰণি

**ভূমিকা**

সমগ্ৰ বিশ্বৰ মানুহৰ বাবে এক ভযাবহ ৰূপ ধাৰণ কৰিছে এইড্ছে। গোটেই পৃথিৱীত বিয়পি পৰা ভাইৰাছজনিত এইবিধ ৰোগৰ সঠিক আৰু প্ৰামাণিক চিকিৎসা এতিযাও সুলভ হোৱা নাই। এই ৰোগৰ উৎস, ৰোগৰ বৈশিষ্ট্য আদিক লৈ সমগ্ৰ বিশ্বতে ব্যাপক পৰীক্ষা-নিৰীক্ষা আৰম্ভ হৈছে। বিশ্ব স্বাস্থ্য সংস্থাৰ প্ৰতিবেদন অনুযায়ী বৰ্তমান এইডছ কবলত পৰা দেশৰ সংখ্যা ১৮০। গোটেই পৃথিৱীত এইড্ছ ৰোগাক্ৰান্ত লোকৰ সংখ্যা তিন কোটি ন লাখৰো অধিক। ৰাষ্ট্ৰসংঘৰ এটি সমীক্ষা অনুযায়ী এই ৰোগত সমগ্ৰ বিশ্বত প্ৰতি বছৰে বিছ লাখ আশী হাজাৰ লোক মৃত্যু মুখত পৰে। নতুনকৈ আক্ৰান্ত হয় চল্লিছ লাখ লোক। ভাৰতত এইড্ছ আক্ৰান্ত লোকৰ সংখ্যা প্ৰায় ৫০ লাখ ৭০ হাজাৰ। অসমত ৪৩৭ জন।

**এইড্ছ কি**

এইড্ছ ভাইৰাছজনিত এবিধ ৰোগ, যি দেহৰ ৰোগ প্ৰতিৰোধ ক্ষমতা নষ্ট কৰে। এইড্ছ শব্দটো কেইটামান ইংৰাজী শব্দৰ প্ৰথমৰ আখৰবোৰ লগ লগাই সজা হৈছে। Acquired Immino Deficiency Syndrome – এই কথাখিনি চমুকৈ AIDS (এইড্ছ) বুলি লিখা আৰু কোৱা হয়। সংক্ৰামক বীজাণুজনিত বেছিভাগ ৰোগ ঔষধ প্ৰয়োগ কৰি নিয়ন্ত্ৰণ কৰিব পৰা যায়, বহু ৰোগ প্ৰতিষেধক ছিটাৰ সহায়ত প্ৰতিৰোধ কৰিবও পাৰি, কিন্তু এইড্ছ ৰোগৰ বাবে প্ৰতিষেধক এতিয়ালৈকে আবিষ্কাৰ হোৱা নাই। আনহাতে এই ৰোগ নিয়ন্ত্ৰণৰ বাবে যি ঔষধ ব্যৱহাৰ কৰা হৈছে সেয়া এতিয়াও বহু এইড্ছ ৰোগীৰ কাষ চাপিব

পৰা নাই। এইড্‌ছ হ'লে ৰোগীৰ ৰোগ প্ৰতিৰোধ ক্ষমতা কমি যোৱাৰ বাবেই মৃত্যুৰ সম্ভাৱনা যথেষ্ট বেছি।

পৃথিৱীত প্ৰথম এইড্‌ছ ৰোগৰ আবিৰ্ভাৱ ঘটে কুৰি শতিকাৰ ষাঠিৰ দশকত মধ্য আফ্ৰিকাৰ কেইখনমান দেশত। আফ্ৰিকাৰ এক প্ৰজাতিৰ বান্দৰৰ তেজৰ পৰা এই ৰোগ পোনতে সংক্ৰমিত হৈছিল বুলি ঠাৱৰ কৰা হৈছে। ইয়াৰ পাছত সম্ভৱতঃ পৰ্যটকৰ মাধ্যমেদি আমেৰিকাৰ হাইটি দ্বীপলৈ এই ৰোগ বিয়পে। এইড্‌ছ ৰোগীৰ প্ৰথম সম্বাদ প্ৰকাশ হয় আমেৰিকাৰ লছ এঞ্জেলছত, ১৯৮১ চনত। ১৯৮৩ চনত পেৰিছৰ পাস্তুৰ ইনষ্টিটিউটৰ তিনিজন গৱেষকে এই ৰোগৰ ভাইৰাছ আৱিষ্কাৰ কৰে। মাৰ্কিন যুক্তৰাষ্ট্ৰ, পশ্চিম ইউৰোপৰ দেশসমূহ, মধ্য আফ্ৰিকাৰ দেশসমূহ,ব্ৰাজিল আৰু কানাডাতেই এইড্‌ছ ৰোগীৰ সংখ্যা সৰ্বাধিক। ১৯৮৬ চনত ভাৰতৰ চেন্নাইত প্ৰথম এইড্‌ছ সংক্ৰমণৰ খবৰ পোৱা যায়।

**এইড্‌ছৰ লক্ষণ**

এইড্‌ছ ৰোগৰ প্ৰাথমিক লক্ষণ হ'ল, এই ৰোগ হ'লে ৰোগীজন ক্ৰমাগত বিভিন্ন সংক্ৰামক ৰোগত আক্ৰান্ত হয়। এজন স্বাভাৱিক সুস্থ মানুহে সাধাৰণতে যিবোৰ ৰোগ-সংক্ৰমণক অনাযাসে প্ৰতিহত কৰিব পাৰে, এইড্‌ছ-আক্ৰান্ত ৰোগীৰ বাবে সেয়া সম্ভৱ নহয়। বিশ্ব স্বাস্থ্য সংস্থাই এইড্‌ছৰ কেইটামান মুখ্য আৰু গৌণ লক্ষণ নিৰ্ণয় কৰিছে। ইয়াৰে মুখ্য লক্ষণকেইটা হ'ল ঃ ১ শৰীৰৰ দহ শতাংশ ওজন হ্ৰাস পোৱা, ২ বহুদিন (এমাহতকৈ বেছি) পনীয়া শৌচ হোৱা, ৩ এমাহতকৈ বেছিদিন ধৰি মাজে-সময়ে বা ঘনাই জ্বৰ উঠি থকা, ৪ এমাহতকৈ বেছিদিন কাহত ভুগি থকা, ৫ গোটেই গাত খজুৱতি হৈ থকা, ৬ সঘনাই হাৰপিজ (Herpes Zosfe) ৰোগ ছালত হৈ থকা, ৭ ডিঙি আৰু মুখৰ ঘা (Candidiasis) ৮ ছালত ক্ৰমবৰ্ধিতভাৱে জ্বৰশূং (Herpes Simplex) হৈ থকা, ৯ গোটেই শৰীৰত টেমুনাসদৃশ গাওঠি উঠা।

উল্লিখিত লক্ষণসমূহৰ দুটা মুখ্য লক্ষণ আৰু এটা গৌণ লক্ষণ এজন ব্যক্তিৰ শৰীৰত দেখা দিলে সাধাৰণতে এইড্‌ছ হোৱা বুলি সন্দেহ কৰা হয়।

**কিয় হয় এইড্‌ছ**

এইড্‌ছ হোৱাৰ বাবে ঘাইকৈ দায়ী 'হিউমেন এমিউনো-ডেফিচিয়েন্সি ভাইৰাছ' (Human Immuno Deficiency Virus), সংক্ষেপে HIV মানুহৰ ৰোগ প্ৰতিৰোধ ক্ষমতা হ্ৰাসকাৰী ভাইৰাছ)। এই ভাইৰাছে আক্ৰান্ত ব্যক্তিৰ এক ধৰণৰ শ্বেত ৰক্তকোষ ধ্বংস কৰে। ইয়াৰ ফলত ব্যক্তিজনৰ ৰোগ প্ৰতিৰোধ ক্ষমতা বিঘ্নিত হয়, আৰু তুলনামূলকভাৱে সাধাৰণ জীৱাণুৰ সংক্ৰমণতে তেওঁৰ মৃত্যু ঘটে।

সাধাৰণতে এইড্‌ছ আক্ৰান্ত ৰোগীৰ তেজ আৰু বীৰ্য দেহত প্ৰৱেশ কৰি ৰোগ বিস্তাৰ কৰে। পশ্চিমীয়া দেশবোৰত (আজিকালি ভাৰতকে ধৰি প্ৰাচ্যৰ বহু দেশতো) সমকামী পুৰুষ আৰু যিসকলে ধমনীত মাদকদ্ৰব্যৰ বেজী লয়, তেনে লোকৰ মাজতে এই ৰোগৰ প্ৰকোপ বেছি দেখা যায়। সাধাৰণতে তেজৰ মাধ্যমেৰে হোৱা সংক্ৰমণ, সংক্ৰমিত

বেজীৰ ব্যৱহাৰ, যৌন জীৱনত বহুগামিতা আদিৰ বাবে এইড্‌ছ হয়। তদুপৰি এইড্‌ছ-আক্ৰান্ত মাতৃৰ শৰীৰৰ পৰাও গৰ্ভস্থ সন্তানৰ শৰীৰলৈ এইড্‌ছৰ সংক্ৰমণ হ'ব পাৰে। একেদৰে অস্ত্ৰোপচাৰৰ সময়ত ৰোগীক দিয়া তেজৰ জৰিয়তেও এই ৰোগ হোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। তেজৰ মাধ্যমেদিযে এই ৰোগৰ জীৱাণু আনৰ শৰীৰলৈ সংক্ৰমিত হয়। সংক্ৰমিত তেজৰ পোনপটীয়া সংবহন বা যৌন ক্ৰিয়াৰ সময়ত এই জীৱাণু এজনৰ পৰা আন এজনৰ দেহলৈ সংক্ৰমিত হোৱা দেখা যায়। আনহাতে একেটা পাত্ৰৰ পৰা আহাৰ বা পানীয় গ্ৰহণ কৰিলে, একে বাথৰুম ব্যৱহাৰ কৰিলে, কৰমৰ্দন কৰিলে, সাবটি ধৰিলে বা চুমা খালে, এইড্‌ছ আক্ৰান্ত ৰোগীৰ লগত কাম-কাজ কৰিলে, একেলগে পুখুৰী, নদী আদিত গা ধুলে বা মহে কামুৰিলে এইড্‌ছ নহয়। তদুপৰি পানী, বতাহৰ জৰিযতে এইড্‌ছ নোসোঁচৰে, মৌ-মাখিয়েও নিবিয়পায়। এইড্‌ছ সংক্ৰমণৰ আটাইতকৈ সুচল পথটো হ'ল ৰক্তদান। সাধাৰণতে দূষিত বেজী, অস্ত্ৰোপচাৰৰ দূষিত অস্ত্ৰ, নাপিতৰ ক্ষুৰ আদিৰ জৰিয়তে এইড্‌ছ-আক্ৰান্ত এজন ৰোগীৰ তেজ সুস্থ মানুহ এজনলৈ বিয়পাৰ পূৰ্ণ সম্ভাৱনা থাকে।

**প্ৰতিৰোধৰ উপায়**

যৌন ক্ৰিয়াৰ সময়ত জন্মনিৰোধক ব্যৱহাৰ কৰি, বেজী লোৱাৰ সময়ত ডিছপোজেবল চিৰিঞ্জ ব্যৱহাৰ কৰি, বহুব্যক্তিৰ লগত যৌন সম্পৰ্ক নঘটাই এইড্‌ছ ৰোগৰ পৰা হাত সাৰি থাকিব পাৰি। তদুপৰি চিকিৎসাৰ সময়ত ব্যৱহৃত তেজৰ নমুনা পৰীক্ষা কৰি চেলুনত দাড়ি-চুলি কটাৰ সমযত বহু ব্যৱহৃত ক্ষুৰ-ব্লেড ব্যৱহাৰ এৰাই চলিও এইডছৰ পৰা আঁতৰত থাকিব পাৰি। বৰ্তমান সমাজৰ ভয়াবহ সমস্যা ড্ৰাগছ সেৱনৰ পৰা আঁতৰত থাকি এই ৰোগ হোৱাৰ সম্ভাৱনা কমাব পাৰি। এইচ আই ভি আক্ৰান্ত মাকসকলেও চিকিৎসকে দিয়া পৰামৰ্শ অনুসৰি ঔষধ ব্যৱহাৰ কৰি নিজৰ লগতে সন্তানৰ ৰোগ প্ৰতিৰোধ ক্ষমতা বঢ়াব পাৰে। মুঠ কথাত মানুহৰ মাজত এই ৰোগৰ ভয়াবহতাৰ সমন্ধে সজাগতাৰ সৃষ্টি কৰিব পাৰিলেই আমি এখন এইডছ মুক্ত সমাজ লাভ কৰিব পাৰিম।

**সামৰণি**

মানুহৰ ব্যভিচাৰৰ বিপৰীতে প্ৰকৃতিৰ আজব শাস্তি প্ৰাণসংহাৰী ৰোগ এইড্‌ছ। এইড্‌ছ আক্ৰান্ত তেওঁলোকৰ বাবে জীৱন অতি কষ্টকৰ। ইমান পীড়াদায়ক লক্ষণ পৃথিৱীৰ আন কোনো বেমাৰতে নাই। গতিকে প্ৰকৃতিৰ নিয়মমতে চলাই হ'ল ইয়াৰ পৰা বাচি থকাৰ একমাত্ৰ উপায়। সম্প্ৰতি চৰকাৰে এইড্‌ছ ৰোগীয়ে ব্যৱহাৰ কৰা ঔষধ বিনামূলীয়াকৈ হস্পিতালবোৰত দিয়াৰ ব্যৱস্থা কৰিছে। সময়মতে সাৱধানতা অৱলম্বন কৰি অথবা সময়মতে চিকিৎসকে দিয়া ঔষধ সেৱন কৰি এই ৰোগৰ ভয়াবহতাৰ পৰা আঁতৰি থাকিব পাৰি।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ এইড্‌ছ আৰু জনবসতি ২ এইড্‌ছ : কাৰণ আৰু প্ৰতিকাৰ ৩ এক ভয়ংকৰ ৰোগৰ নাম এইড্‌ছ ৪ এইড্‌ছ আৰু গণচেতনা

**ৰচনাৰ সংকেত ঃ** পৰিচয় - চাকৰিৰ মাজতে গৱেষণা - উন্নতিৰ জখলাত মহান বিজ্ঞানী - ইহুদীসকলৰ শ্ৰেষ্ঠ ব্যক্তি - সামৰণি

# এলবাৰ্ট আইনষ্টাইন

**পৰিচয়**

এলবাৰ্ট আইনষ্টাইন ইহুদী বংশীয় বিশ্ববিশ্ৰুত জাৰ্মান পদাৰ্থবিজ্ঞানী আৰু গণিতজ্ঞ। ১৮৭৯ চনৰ ১৪ মাৰ্চত জাৰ্মানীৰ উল্‌ম্ (Ulm) নামৰ সৰু চহৰ এখনৰ মধ্যবিত্ত পৰিয়াল এটাত তেওঁৰ জন্ম। পিতৃ হাৰমেন আইনষ্টাইন আছিল বৈজ্ঞানিক যন্ত্ৰ-পাতিৰ এজন ব্যৱসায়ী। তেওঁৰ দেউতাকৰ এখন ৰাসায়নিক পদাৰ্থ আৰু বৈদ্যুতিক যন্ত্ৰ-পাতিৰ দোকান আছিল। এই দোকানখনৰ পৰাই আইনষ্টাইনে বিজ্ঞানৰ বিষয়ে জনাত বহু সুবিধা পাইছিল। তেওঁৰ মাকৰ সংগীতত বৰ ৰাপ আছিল আৰু ঘৰতো প্ৰায়ে মজলিচ বহিছিল। চাৰিওফালৰ এনে পৰিবেশৰ ফলত আইনষ্টাইনৰ মন সংগীতৰ ফালে ঢাল খায়।

আইনষ্টাইনৰ বয়স এবছৰমান হওঁতেই তেওঁলোকৰ পৰিয়ালটি মিউনিখলৈ উঠি আহে আৰু তাতেই এলবাৰ্টৰ পঢ়াশলীয়া জীৱনৰ আৰম্ভ হয়। সৰুৰে পৰাই এলবাৰ্টে পঢ়া-শুনাত বিশেষ ভাল ফল দেখুৱাব পৰা নাছিল। অৱশ্যে বিজ্ঞান বিষয়ত তেওঁ বিশেষ পাৰদৰ্শিতা দেখুৱাব পাৰিছিল আৰু সমসাময়িকভাৱে গণিত বিষয়টোৱেও তেওঁক গভীৰভাৱে আকৃষ্ট কৰিছিল। ছাত্ৰ জীৱনত আইনষ্টাইন নিৰস আৰু সাধাৰণতে প্ৰায়ভাগ ছাত্ৰই বেয়া পোৱা ইউক্লিডিয় জ্যামিতিৰ প্ৰতি অধিক আকৰ্ষিত হৈছিল। সৰুতে বেছিভাগ সময় তেওঁ এই বিষয়ৰ কিতাপ পঢ়িয়েই কটাইছিল। সমান্তৰালভাৱে তেওঁ কলন গণিত আৰু বিশ্লেষণাত্মক জ্যামিতিৰো অধ্যয়ন কৰিছিল।

১৮৯৪ চনত হাৰমেন আইনষ্টাইন সপৰিয়ালে মিলানলৈ আহে। প্ৰথম অৱস্থাত পঢ়া-শুনাৰ সুবিধাৰবাবে বাপেকে আইনষ্টাইনক মিউনিখতে থৈ গৈছিল যদিও আইনষ্টাইনে শিক্ষা সম্পূৰ্ণ নকৰাকৈয়ে মিলানলৈ গুচি আহে। ইয়াৰ পাছত তেওঁ পদাৰ্থ বিজ্ঞান পঢ়িবৰ বাবে ১৮৯৫ চনত জুৰিখৰ 'ছুইছ ফেডাৰেল ইনষ্টিটিউট অব্ টেকন'লজি'ত নাম লগায়। ইয়াৰ পৰাই ১৯০১ চনত তেওঁ আনুষ্ঠানিক শিক্ষা সমাপ্ত কৰে।

**চাকৰিৰ মাজতে গৱেষণা**

জুৰিখতে তেওঁ সহপাঠিনীৰূপে লগ পায় মিলেভা মেৰিৎছক। প্ৰথম অৱস্থাত সহপাঠীৰ সম্পৰ্ক পাছলৈ এক ঘনিষ্ঠ সম্পৰ্কলৈ পৰিণত হয় আৰু ১৯০৩ চনত আইনষ্টাইনে মিলেভাক বিয়া কৰায়। বিয়া কৰোৱাৰ পাছত সংসাৰ চলাবলৈ তেওঁক অৰ্থৰ প্ৰয়োজন হয়। ইতিমধ্যে হাৰমেন আইনষ্টাইনৰ মৃত্যু হৈছিল আৰু তেওঁ পৰিয়ালটোৰ বাবে বিশেষ টকা-পইচা ৰাখি থৈ যাব পৰা নাছিল। ফলত স্বাভাৱিকতে আইনষ্টাইনৰ পৰিয়ালত আৰ্থিক দুৰৱস্থাই দেখা দিছিল। কিছুদিনৰ পাছত আইনষ্টাইনে এজন বন্ধুৰ সহায়ত বাৰ্ণ চহৰৰ ছুইছ পেটেন্ট অফিচত এটা কেৰাণীৰ চাকৰি যোগাৰ কৰে। ইয়াত থাকোতেই আইনষ্টাইনে আজৰি পৰত পদাৰ্থ বিজ্ঞানৰ মৌলিক বিষয়বোৰক লৈ গভীৰ চিন্তা আৰু অধ্যয়ন কৰিছিল।

১৯০৫ চনত জাৰ্মানীৰ পৰা প্ৰকাশিত 'এনালেন দেৰ ফিজিক' নামৰ জাৰ্মান ভাষাৰ পত্ৰিকাখনত আইনষ্টাইনৰ তিনিখন গৱেষণাপত্ৰ প্ৰকাশ হয়। গৱেষণাপত্ৰকেইখন আছিল ১ 'কণাৰ ব্ৰাউনীয় গতিবিধি' (Brownian Motion) সম্পৰ্কীয়, ২ 'গতি কৰি থকা অৱস্থাত পদাৰ্থৰ বিদ্যুৎ গতি' (On the Electrodynamics of Moving Bodies) আৰু ৩ 'পোহৰৰ উৎপত্তি আৰু ৰূপান্তৰ' সম্পৰ্কীয়। এই গৱেষণাপত্ৰকেইখনে সেই সময়ৰ পদাৰ্থবিদসকলৰ চিন্তা-ভাৱনাক ওলট-পালট কৰি পেলাইছিল। গৱেষণা-পত্ৰকেইখনৰ প্ৰথমখনৰ বাবে জুৰিখ বিশ্ববিদ্যালয়ে আইনষ্টাইনক ডক্টৰেট ডিগ্ৰী প্ৰদান কৰে।

১৯০৫ চনত আইনষ্টাইনে তেওঁৰ প্ৰসিদ্ধ আপেক্ষিকতাবাদৰ তত্ত্ব (Theory of Relativity) প্ৰকাশ কৰে। এই তত্ত্বই মানুহৰ মনত সময়, স্থান আৰু পদাৰ্থ সম্পৰ্কে নতুন চিন্তাৰ সূচনা কৰিলে। এই তত্ত্বৰ পৰাই জনা গ'ল যে 'ভৰ' হ'ল 'শক্তি'ৰ সঞ্চিত ৰূপ। ভৰক ৰূপান্তৰ কৰিলে যি বিপুল পৰিমাণৰ শক্তি পোৱা যায়, তাক বুজাবলৈ আইনষ্টাইনে নিৰূপণ কৰিলে তেওঁৰ বিখ্যাত সূত্ৰ $E = mc^2$, অৰ্থাৎ, শক্তি = ভৰ x পোহৰৰ গতিবেগ২।

**উন্নতিৰ জখলাত মহান বিজ্ঞানী**

আইনষ্টাইনে তেওঁৰ আপেক্ষিকতাবাদৰ তত্ত্বত দেখুৱালে যে, পদাৰ্থৰ ভৰ তাৰ গতিৰ ওপৰত নিৰ্ভৰ কৰে। কোনো পদাৰ্থৰ ওপৰত বাহ্যিকভাবে প্ৰয়োগ কৰা বলৰ পৰিমাণ বঢ়াই যিমানেই সেই পদাৰ্থৰ গতিবেগ বঢ়োৱা হ'ব, সিমানেই সি বাহ্যিক বলক বাধা প্ৰদান কৰি থাকিব, যাৰ ফলত পদাৰ্থৰ ত্বৰণৰ মান কমি আহিব। পদাৰ্থটিৰ বেগ যিমানেই পোহৰৰ বেগৰ কাষ চাপিব, তাৰ ভৰো বাঢি বাঢ়ি এসময়ত অসীম আকাৰ ল'ব। এনে এটা অৱস্থাত পদাৰ্থটিৰ ক্ষেত্ৰত পোহৰৰ বেগক অতিক্ৰম কৰা সম্ভৱ নহয়।

ইয়াৰ পৰা আইনষ্টাইন এনে এক সিদ্ধান্তলৈ আহিল ঃ শক্তিৰ ভৰ আছে, অথবা ভৰক শক্তিলৈ ৰূপান্তৰিত কৰিব পাৰি। ভৰ আৰু শক্তিৰ গাণিতিক সম্পৰ্ক বুজাবলৈ গৈ আইনষ্টাইনে দেখুৱালে যে, প্ৰতি গ্ৰাম পদাৰ্থক সম্পূৰ্ণকৈ ৰূপান্তৰিত কৰিব পাৰিলে পোহৰৰ গতিবেগৰ বৰ্গ পৰিমাণৰ শক্তি পোৱা সম্ভৱ। ইয়েই আইনষ্টাইনৰ আপেক্ষিকতাবাদৰ মূল কথা। এই তত্ত্বৰ সহায়তেই আইনষ্টাইনে দেখুৱালে যে পদাৰ্থৰ পৰমাণুত বিপুল পৰিমাণৰ শক্তি নিহিত হৈ থাকে। ইয়াৰ ওপৰত ভিত্তি কৰিয়েই পৰৱৰ্তী কালত এটম বোমা নিৰ্মাণ কৰা হয়।

আইনষ্টাইনৰ আপেক্ষিকতাবাদৰ তত্ত্ব প্ৰকাশ হোৱাৰ লগে লগে বিশ্বৰ বিজ্ঞানীমহলত হৈ-চৈ লাগি পৰিল। এই তত্ত্বই গণিত, পদাৰ্থবিদ্যা আৰু ৰসায়ন বিদ্যাৰ মূল ব্যাখ্যাটোকে সলনি কৰি দিলে। লগে লগে আইনষ্টাইনৰ খ্যাতি সমগ্ৰ বিশ্বতে বিয়পি পৰিল। প্ৰাগ, জুৰিখ, বাৰ্লিন আদি বহুকেইখন বিশ্ববিদ্যালয়ে তেওঁক অধ্যাপকৰ পদ যাচিলে। ১৯১২ চনত তেওঁ বাৰ্লিনৰ 'কাইজাৰ বীলহেম ইনষ্টিটিউট'ৰ অধ্যাপকৰ পদ গ্ৰহণ কৰে। বাৰ্লিনত থকা সময়ত তেওঁ বিভিন্ন ধৰণৰ গৱেষণা, বিশেষকৈ, কোৱাণ্টাম তত্ত্বৰ (Quantam Theory) বিষয়ে গৱেষণা কৰে। কোৱাণ্টাম তত্ত্বৰ সফল প্ৰয়োগ

কৰিয়েই তেওঁ আৱিষ্কাৰ কৰে আলোক বিদ্যুৎ প্ৰভাৱৰ (Photoelectric Effect) সূত্ৰ। আলোক বিদ্যুৎ প্ৰভাৱৰ সূত্ৰ আৱিষ্কাৰৰ বাবে ১৯২১ চনত আইনষ্টাইনে লাভ কৰে পদাৰ্থ বিজ্ঞানৰ নোবেল বঁটা।

ইতিমধ্যে হিটলাৰ জাৰ্মানীৰ সৰ্বাধিনায়ক হৈ পৰে। হিটলাৰৰ অত্যাচাৰত ১৯৩৩ চনত আইনষ্টাইনে বাৰ্লিন ত্যাগ কৰিবলগীয়া হয়। বাৰ্লিন ত্যাগ কৰি ফ্ৰান্স, বেলজিয়াম, ইংলেণ্ড আদিত কিছুদিন থকাৰ পাছত তেওঁ আমেৰিকাত নিগাজিকৈ থাকিবলৈ লয়। আমেৰিকাত তেওঁ প্ৰিন্সটন বিশ্ববিদ্যালয়ৰ অধ্যাপকৰূপে যোগদান কৰে। পাছলৈ আইনষ্টাইন সেই বিশ্ববিদ্যালয়ৰে আচাৰ্য হয়গৈ। ১৯৫৪ চনত তেওঁ ইয়াৰ পৰা অৱসৰ লয়। জীৱনৰ শেষ সময়লৈকে আইনষ্টাইন প্ৰিন্সটনতে আছিল।

**ইহুদীসকলৰ শ্ৰেষ্ঠ ব্যক্তি**

ইজৰাইলৰ প্ৰথম ৰাষ্ট্ৰপতি শ্বেইম ৱাইজমেনৰ মৃত্যুৰ পাছত ইহুদীসকলৰ শ্ৰেষ্ঠ ব্যক্তি হিচাপে আইনষ্টাইনলৈ ইজৰাইলৰ ৰাষ্ট্ৰপতিৰ পদ আগবঢ়োৱা হৈছিল। অৱশ্যে আইনষ্টাইনে এই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰে। জীৱনৰ শেষৰ ফালে আইনষ্টাইনে কোৱাণ্টাম সূত্ৰ আৰু আপেক্ষিকতাবাদৰ মাজত সমন্বয় স্থাপনৰ উদ্দেশ্যে গৱেষণা আৰম্ভ কৰিছিল। কিন্তু এই গৱেষণা সম্পূৰ্ণ হোৱাৰ আগতেই তেওঁ প্লীহাৰ ৰোগত আক্ৰান্ত হয় আৰু সেই ৰোগতে ১৯৫৫ চনৰ ১৮ এপ্ৰিলত আইনষ্টাইনৰ মৃত্যু হয়।

**সামৰণি**

আইনষ্টাইনে জাকজমকতা একেবাৰে ভাল নাপাইছিল। তেওঁৰ নাম আৰু যশ সম্বন্ধে একেবাৰে উদাসীন আছিল। ইহুদীসকলৰ কাৰণে এখন স্বাধীন ৰাজ্য স্থাপন কৰিবলৈ তেওঁ চেষ্টা কৰিছিল। এইজনেই আছিল আইনষ্টাইন,— যিজনে গোটেই জীৱন মানৱ আৰু বিজ্ঞান জগতৰ কাৰণে নিজৰ জীৱন আহুতি দিলে। তেওঁৰ দৃঢ়তা, ধৈৰ্য, অধ্যৱসায় আদি গুণ অনুকৰণীয়। তেওঁৰ চানেকীয়ে মানুহক যুগে যুগে অনুপ্ৰাণিত কৰিব। আইনষ্টাইনে মৃত্যুকো জয় কৰিলে, — তেওঁ অমৰ হৈ ৰ'ল।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ১ এজন মহান বিজ্ঞানী ২ তোমাৰ প্ৰিয় বিজ্ঞানী/আদৰ্শ বিজ্ঞানী**

> *সত্যৰ কাৰণে সকলো ত্যাগ কৰিব পাৰি, কিন্তু কোনো কাৰণতে সত্যক ত্যাগ কৰিব নোৱাৰি।*
>
> **— স্বামী বিবেকানন্দ**

**ৰচনাৰ সংকেত ঃ ভূমিকা - পতাকা, প্ৰতীক, মূলমন্ত্ৰ আদি - দোহা এছিয়ান গেমছ - সামৰণি**

# এছিয়ান গেমছ

**ভূমিকা**

'অলিম্পিক কাউন্সিল অব্ এছিয়া'ৰ (এছিয়া মহাদেশৰ প্ৰায় সকলো দেশ এই কাউন্সিলৰ সদস্য) অন্তৰ্গত এছীয় দেশসমূহৰ মাজত প্ৰতি চাৰি বছৰৰ বিৰতিত অনুষ্ঠিত ক্ৰীড়া প্ৰতিযোগিতাই হ'ল এছিয়ান গেমছ বা এছিয়াড। ১৯৫১ চনৰ মাৰ্চত প্ৰথমবাৰৰ বাবে নতুন দিল্লীত এছিয়ান গেমছ বা এছিয়াডৰ সূচনা হয়। প্ৰফেচাৰ গুৰু দত্ত সোন্ধী নামৰ এজন ক্ৰীড়া সংগঠকৰ অক্লান্ত প্ৰচেষ্টাত এছিয়ান গেমছৰ জন্ম। কমনৱেলথ গেমছৰ আৰ্হিত এছিয়াৰ দেশসমূহৰ মাজত আয়োজনৰ পৰিকল্পনা কৰা প্ৰতিযোগিতাখন প্ৰথমে ১৯৫০ চনত অনুষ্ঠিত কৰাৰ কথা আছিল যদিও অৰ্থাভাৱৰ বাবে দুবাৰকৈ তাৰিখ পিচুৱাবলগীয়া হৈছিল। এছীয় দেশসমূহৰ প্ৰতিনিধি সভাত প্ৰথমে প্ৰতিযোগিতাখনৰ নাম 'এছিয়াটিক গেমছ' ৰখাৰ সিদ্ধান্ত হ'লেও তেতিয়াৰ ভাৰতৰ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ পৰামৰ্শ মতে এছিয়ান গেমছ কৰা হয়। সেই সিদ্ধান্ত লোৱা হৈছিল ১৯৪৮ চনৰ ফেব্ৰুৱাৰীত।

প্ৰথমবাৰৰ এছিয়ান গেমছত ১১ খন দেশৰ মুঠ ৪৮৯ জন প্ৰতিযোগীয়ে ছবিধ খেলত প্ৰতি দ্বন্দ্বিতা কৰিছিল। খেলসমূহ আছিল ঃ এথলেটিক্‌ছ (পুৰুষ আৰু মহিলা) সাঁতোৰ, ফুটবল,বাস্কেটবল, চাইক্লিং আৰু ভাৰোত্তোলন। অংশগ্ৰহণকাৰী দেশকেইখন আছিল ঃ ভাৰত, জাপান, ফিলিপাইন, ইন্দোনেছিয়া, ছিংগাপুৰ, শ্ৰীলংকা, ইৰাণ, ব্ৰহ্মদেশ (ম্যানমাৰ) আফগানিস্তান, থাইলেণ্ড আৰু মালয়েছিয়া। সেই প্ৰতিযোগিতাত ২৪ টা সোণৰ পদকেৰে জাপান প্ৰথম আৰু ১৬ টা স্বৰ্ণপদকেৰে আয়োজক দেশ ভাৰত দ্বিতীয় হৈছিল।

এছিয়াৰ সকলো অপেছাদাৰী খেলুৱৈৰ বাবে এছিয়ান গেমছ মুকলি। তদুপৰি শৰীৰৰ ৰং, ধৰ্ম আৰু ৰাজনৈতিক দৃষ্টিভংগীৰে খেলুৱৈ কিম্বা দেশখনক বিচাৰ নকৰাকৈ আৰু বৈষম্য নৰখাকৈ এছিয়াডত ভাগ লবলৈ দিয়া হয়।

এতিয়া সম্পূৰ্ণ অলিম্পিকৰ আৰ্হিত, একেই নীতি-নিয়মেৰে আয়োজন কৰা এছিয়ান গেমছ এছিয়া মহাদেশৰ ভিতৰত সৰ্ববৃহৎ ক্ৰীড়া প্ৰতিযোগিতা। ২০০৬ চনত কাটাৰৰ দোহাত আয়োজিত এছিয়াডত ৪৫ খন দেশৰ প্ৰায় ১৩,০০০ প্ৰতিযোগীয়ে মুঠ ৩৯ বিধ খেলত প্ৰতিদ্বন্দ্বিতা কৰিছিল।

**পতাকা, প্ৰতীক, মূলমন্ত্ৰ আদি**

এছিয়ান গেমছৰ পতাকাখন শুধ বগা কাপোৰেৰে তৈয়াৰী। পতাকাখনৰ মাজত অংকিত থাকে এছিয়ান গেমছৰ প্ৰতীকচিহ্ন আৰু মূলমন্ত্ৰ। ভাৰতীয় অলিম্পিক সংস্থাই এই পতাকাখন দান কৰিছিল। প্ৰথমবাৰৰবাবে পতাকাখনব্যৱহাৰ কৰা হৈছিল নতুন দিল্লীৰ উদ্বোধনী এছিয়ান গেমছত। অলিম্পিকৰ পৰম্পৰাৰ দৰে এছিয়ান গেমছৰ পতাকাখন প্ৰতিযোগিতা আৰম্ভ হোৱা বুলি ঘোষণা কৰা মুহূৰ্তত উত্তোলন কৰা হয় আৰু সামৰণিৰ দিনটোত পৰৱৰ্তী আয়োজক নগৰখনৰ মেয়ৰ অথবা মুৰব্বীৰ হাতত অৰ্পণ কৰা হয়।

এছিয়ান গেমছৰ প্ৰতীকটোৰ মাজত থাকে এটা পূৰ্ণ উদিত সূৰ্য। ইয়াৰ আঠোটা তীক্ষ্ণ জোঙা সোণালী ৰঙৰ চিহ্নই উদিত সূৰ্যৰ ৰূপ আৰু সমসংখ্যক ভাঁজবিশিষ্ট চিহ্নই

সূৰ্যৰ শিখাক বুজায়। উদিত সূৰ্যৰ চাৰিওদিশে বৃত্তাকাৰভাৱে দুই-তৃতীয়াংশ স্থানত শিকলিৰ দৰে অংকন কৰা হয় কিছু সংখ্যক বৃত্ত। নীলা শিকলিসদৃশ বৃত্তসমূহে এছিয়ান গেমছ ফেডাৰেচনৰ সদস্য দেশক প্ৰতিনিধিত্ব কৰে। সূৰ্যটোৰ ওপৰৰ দিশে বাকী থকা অংশটোত লিখা হয় 'EVER ONWARD'— যাৰ অৰ্থ 'সদায় আগলৈ ধাৱমান হোৱা'। এইটোৱেই এছিয়ান গেমছৰ মূলমন্ত্ৰ।

এছিয়ান গেমছৰ শিখা প্ৰথম দিল্লী এছিয়াডৰ পৰা প্ৰজ্বলন কৰা হয়। সেইবাৰ অলিম্পিক শিখা প্ৰজ্বলনৰ বাবে ব্যৱহাৰ হোৱা জোঁৰ (টৰ্চ) দান কৰিছিল পাতিয়ালাৰ মহাৰাজ যাদবিন্দ্ৰ সিঙে।

প্ৰথমবাৰৰ বাবে হাইম কিম্বা এছিয়ান গেমছৰ সংগীত ব্যৱহাৰ হৈছিল মেনিলাৰ দ্বিতীয় (১৯৫৪) এছিয়াডত। 'এভাৰ অনৱাৰ্ড শ্বাইন এগু গ্লিম ' শীৰ্ষক সংগীতটো ৰচনা কৰিছিল ফিলিপাইনৰ কৰ্ণেল চি বি ৰিগ'ৰে আৰু সুৰেৰে সজাইছিল একেদেশৰে মেজৰ এ বুৱেনোভেনটুৰা ডলে।

**দোহা এছিয়ান গেমছ**

পশ্চিম এছিয়াৰ দেশ কাটাৰত ২০০৬ চনৰ ১-১৫ ডিচেম্বৰত অনুষ্ঠিত হয় পঞ্চদশ এছিয়ান গেমছ। এই ক্ৰীড়া সমাৰোহত ৩৯বিধ খেলৰ ৪৫ টা শাখাত ১৩,০০০ প্ৰতিযোগীয়ে প্ৰতিদ্বন্দ্বিতা আগবঢ়ায়। প্ৰতিযোগিতাৰ অন্তত মুঠ ৩১৫টা পদকেৰে (১৬৪ টা সোণ, ৮৮টা ৰূপ, ৪৩টা ব্ৰঞ্জ) চীনে প্ৰথম স্থান, মুঠ ১৯৩টা পদকেৰে (৫৮টা সোণ, ৫৩ টা ৰূপ, ৮২টা ব্ৰঞ্জ) কোৰিয়াই দ্বিতীয় স্থান আৰু ৮৬টা পদকেৰে (২৯টা সোণ, ১৯টা ৰূপ, ৪৩টা ব্ৰঞ্জ) কাজাখস্থানে তৃতীয় স্থান লাভ কৰে। এই এছিয়ান গেমছত ভাৰতে মুঠ ৫৩টা পদক লাভ কৰে। ইয়াৰে ১০টা সোণ, ১৭টা ৰূপ আৰু ২৬টা ব্ৰঞ্জৰ পদক। দোহা এছিয়ান গেমছত অসমৰ ধনুৰ্বিদ জয়ন্ত তালুকদাৰে ব্ৰঞ্জৰ পদক লাভ কৰি ৰাজ্যখনলৈ গৌৰৱ কঢ়িয়াই আনে। উল্লেখযোগ্য এছিয়ান গেমছত পদক লাভ কৰা জয়ন্ত তালুকদাৰ অসমৰ তৃতীয়জন খেলুৱৈ। ইয়াৰ আগতে অসমৰ ভোগেশ্বৰ বৰুৱাই ১৯৬৬ চনত বেংকক এছিয়াডৰ দৌৰত ব্ৰঞ্জৰ পদক আৰু ১৯৮৬ চনৰ ছিউল এছিয়াডত অসমৰ জয়দীপ মুখাৰ্জীয়ে শুটিঙত ব্ৰঞ্জৰ পদক লাভ কৰিছিল। দোহা এছিয়ান গেমছৰ পিষ্টল ইভেণ্টত তিনিটা সোণৰ পদক লাভ কৰা ভাৰতৰ যশপাল ৰাণাক পঞ্চদশ এছিয়ান গেমছৰ সৰ্বশ্ৰেষ্ঠ খেলুৱৈ হিচাপে ঘোষণা কৰা হয়। দেশলৈ এনে সন্মান কঢ়িয়াই অনা ৰাণাই হ'ল প্ৰথম ব্যক্তি। পৰৱৰ্তী এছিয়ান গেমছ অনুষ্ঠিত হ'ব ২০১০ চনত চীনত।

**সামৰণি**

ভ্ৰাতৃত্ববোধ আৰু এছিয়াৰ জনসাধাৰণৰ মৈত্ৰী বন্ধনৰ অনন্য প্ৰতীক এছিয়ান গেমছ। মানুহৰ শুভ চেতনা আৰু মৈত্ৰী বন্ধনৰ পতাকা বহন কৰি চৰৈবেতী মন্ত্ৰৰে দিক্ষীত এই ক্ৰীড়া সমাৰোহে সফলতাৰে অতিক্ৰম কৰিছে ইয়াৰ অৰ্ধ শতাব্দী। সেয়ে এছিয়ান গেমছ অনন্য, অতুলনীয়।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ দোহা এছিয়ান গেমছ ২ সাম্য-মৈত্ৰীৰ বন্ধন এছিয়ান গেমছ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - শাৰীৰিক-মানসিক শ্ৰম লাঘৱৰ উপায় কম্পিউটাৰ - অন্তৰ্ভাগৰ গঠন - সামৰণি

# কম্পিউটাৰ

**ভূমিকা**

আদিম মানৱে তেওঁলোকৰ জীৱন-যাত্ৰাৰ প্ৰথম আহিলা তৈয়াৰ কৰিছিল শিলৰ পৰা। সেই যে আৰম্ভণি, তাৰ পিছত আৰু উভতি চোৱাৰ প্ৰয়োজনেই নহ'ল। মানুহৰ চিন্তা-চৰ্চাই নতুন নতুন আহিলা বা যন্ত্ৰ-পাতিৰ উদ্ভাৱন কৰিবলৈ ধৰিলে। জীৱনক অধিক সহজ, আৰামদায়ক আৰু আনন্দময় কৰাৰ চেষ্টাই আজি আমাক এনে এটা পৰ্যায়লৈ আনিলে যে আমাৰ সেই অতীজৰ পূৰ্বপুৰুষসকলৰ জীৱন-যাত্ৰাৰ কথা কল্পনা কৰিবলৈকো কঠিন হৈ পৰিল। কিন্তু মানুহৰ আকাংক্ষা ইমানতে শেষ হৈ যোৱা নাই, বৰং ই বেচি তীব্ৰ হোৱাৰ লগে লগে তাৰ পৰিসৰো বাঢ়ি গৈ আছে।

কম্পিউটাৰ হ'ল জটিল আৰু সময় খৰচী গাণিটিক সমস্যাৰ দ্ৰুত আৰু শুদ্ধ সমাধানৰ বাবে নিৰ্মিত স্বয়ংক্ৰিয় ইলেকট্ৰনিক যন্ত্ৰ বা আহিলা। বৰ্তমান 'কম্পিউটাৰ' শব্দটো প্ৰতিজন মানুহৰে পৰিচিত। লাহে লাহে আমাৰ জীৱন-যাত্ৰাৰ প্ৰায় সকলো ক্ষেত্ৰতে এই কম্পিউটাৰ নামৰ যন্ত্ৰটো ব্যৱহাৰ হ'বলৈ আৰম্ভ কৰিছে। সৌ সিদিনালৈকে কল্পনাৰ পৰিসীমাত আবদ্ধ হৈ থকা কম্পিউটাৰ এতিয়া আমাৰ জীৱন-যাত্ৰাৰ এক অপৰিহাৰ্য অংগ হৈ পৰিছে। এনে এটা সময় আহিবলৈ আৰু বেছিদিন নাই, যেতিয়া আমাৰ ঘৰে ঘৰে কম্পিউটাৰৰ ব্যৱহাৰ অনিবাৰ্য হৈ পৰিব।

**শাৰিৰীক-মানসিক শ্ৰম লাঘৱৰ উপায় কম্পিউটাৰ**

কম্পিউটাৰ আধুনিক বিজ্ঞানৰ এক মহৎ উদ্ভাৱন। শাৰীৰিক পৰিশ্ৰম লাঘৱ কৰিবৰ কাৰণেই মানুহে এদিন যন্ত্ৰ উদ্ভাৱন কৰিবলৈ লৈছিল। ঠিক সেইদৰে মানসিক পৰিশ্ৰম লাঘৱ কৰিবৰ কাৰণেও মানুহে যন্ত্ৰ-পাতি উদ্ভাৱন কৰাৰ কথা ভাবিলে আৰু ইয়াৰ ফলতে মানুহে এদিন কম্পিউটাৰ উদ্ভাৱন কৰিলে। সাধাৰণভাৱে ক'বলৈ গ'লে ৰেডিঅ', টেলিভিছনৰ দৰে কম্পিউটাৰো এবিধ যন্ত্ৰ, ইলেকট্ৰনিক যন্ত্ৰ। যন্ত্ৰই মানুহৰ কৰ্মশক্তি বঢ়ায়। কিন্তু যন্ত্ৰ এটা পৰিচালনা কৰিবলৈ মানুহৰ প্ৰয়োজন। একেদৰে মানুহ অবিহনে কম্পিউটাৰেও একো কাম কৰিব নোৱাৰে। অৱশ্যে 'কম্পিউটাৰ' আৰু আন 'যন্ত্ৰ'ৰ মাজত এটা গুৰুত্বপূৰ্ণ পাৰ্থক্য আছে। আন 'যন্ত্ৰ'সমূহে সাধাৰণতে মানুহৰ শাৰীৰিক শ্ৰমহে লাঘৱ কৰে, কিন্তু 'কম্পিউটাৰে' প্ৰধানতঃ মানুহৰ মানসিক শ্ৰম কমায়। অৱশ্যে কম্পিউটাৰে মানুহৰ অসাধ্য কোনো কাম কৰিব নোৱাৰে, কেৱল জটিল আৰু সময় খৰচী কামবোৰ কম্পিউটাৰে মানুহতকৈ দ্ৰুতভাৱে আৰু নিৰ্ভুলকৈ সমাধান কৰিব পাৰে।

কম্পিউটাৰক সাধাৰণতে এটি গণনাকাৰী যন্ত্ৰ বুলি কোৱা হয় যদিও দৰাচলতে ই সাধাৰণ গণনাকাৰী যন্ত্ৰসমূহতকৈ বহুগুণে বেছি শক্তিশালী। তদুপৰি কম্পিউটাৰৰ কেইটামান বিশেষ গুণ আছে। সেয়া হ'ল তাৰ (১) অতি দ্ৰুত বেগ। এটা আধুনিক

কম্পিউটাৰে পোন্ধৰটা অংক বিশিষ্ট দুটা সংখ্যা যোগ কৰিবলৈ এক ছেকেণ্ডৰ এক লাখ ভাগৰ এভাগ মাত্ৰ সময় লয়। (২) তথ্য জমা কৰি ৰাখি থ'ব পৰা ক্ষমতা বা স্মৃতি (Memory)। ৩০,০০০ পৃষ্ঠাৰ বিশ্বকোষ এখনো অনায়াসে কম্পিউটাৰৰ স্মৃতি ভঁৰালত ভৰাই থ'ব পাৰি। (৩) নিখুঁতকৈ কাম কৰিব পৰা ক্ষমতা। ইয়াৰ উপৰি (৪) কম্পিউটাৰক প্ৰগ্ৰেম কৰি থ'ব পাৰি, — অৰ্থাৎ, এলানি নিৰ্দেশ একেবাৰতে দি থৈ পাছত তাক ক্ৰম অনুসৰি কাম কৰাব পাৰি।

**অন্তৰ্ভাগৰ গঠন**

গঠনৰ দিশৰ পৰা কম্পিউটাৰক তিনিটা ভাগত ভাগ কৰা হৈছে ঃ (১) এনালগ কম্পিউটাৰ (Analog Computer), (২) ডিজিটেল কম্পিউটাৰ (Digital Computer) আৰু (৩) হাইব্ৰিড কম্পিউটাৰ (Hybrid Computer)।

এনালগ কম্পিউটাৰত কোনো এটা ভৌতিক ৰাশিক (যেনে ঃ উষ্ণতা) পোনে পোনে অন্য এটা ৰাশিলৈ (যেনে ঃ পাৰাৰ স্তম্ভৰ উচ্চতা) সলোৱা হয়। আগতে ৰকেটৰ পথ আদি উলিওৱাৰ বাবে এনে কম্পিউটাৰ ব্যৱহাৰ কৰা হৈছিল। আজিকালিৰ প্ৰায়বোৰ কম্পিউটাৰ ডিজিটেল কম্পিউটাৰহে, — যি সংখ্যা, শব্দ আদিৰ লগতহে কাম কৰে। ইয়াত প্ৰায় সকলো হিচাপ-নিকাচ সংখ্যাৰ সহায়তহে হয়। বৰ্ণ অনুসৰি বহুৱাবলৈ দিলে এই কম্পিউটাৰে ইণ্ডিয়া (INDIA) শব্দটো আছাম (ASSAM) শব্দটোৰ পিচত বহুৱাব, সেই কামটোও সি কিছুমান সংখ্যাত ভাঙি লৈহে কৰি পেলায়। এনালগ আৰু ডিজিটেল দুয়োটা পদ্ধতি লগ লগাই সজা কম্পিউটাৰকে সংকৰ বা হাইব্ৰীড কম্পিউটাৰ বোলা হয়।

কম্পিউটাৰ এটাৰ ভিতৰত পাঁচটা প্ৰধান গোট থাকে। এই গোটকেইটাৰ সহায়তে সি সকলো কাম কৰে। গোটকেইটা হ'ল ঃ (১) ইনপুট (বা তথ্য সুমুৱাই দিয়া গোট), (২) মেম'ৰি (বা স্মৃতিৰ গোট), (৩) কণ্ট্ৰল ইউনিট বা নিয়ন্ত্ৰণকাৰী গোট), (৪) এৰিথমেটিক এণ্ড লজিক ইউনিট (বা অংক কৰা আৰু যুক্তিৰে চালি-জাৰি চোৱা গোট), আৰু (৫) আউটপুট (বা তথ্য জনাই দিয়া গোট)। ইয়াৰে মেম'ৰি, কণ্ট্ৰল ইউনিট, আৰু এৰিথমেটিক লজিকেল ইউনিট লগ লাগি চেণ্ট্ৰেল প্ৰচেছিং ইউনিট (Central Processing Unit বা সংক্ষেপে CPU) গঠন কৰে।

কম্পিউটাৰৰ শৰীৰটোক বা তাৰ অংশবোৰক হাৰ্ডৱেৰ বোলে। ইনপুট, আউটপুট, চি পি ইউ, বাহিৰৰ স্মৃতি বা ভঁৰাল শাখা এইবোৰ হ'ল কম্পিউটাৰৰ হাৰ্ডৱেৰ (Hardware)। সাধাৰণতে লো, তীখা, প্লাষ্টিক, ৰবৰ আদিৰে হাৰ্ডৱেৰ অংশ গঠিত। আনহাতে কম্পিউটাৰক দিয়া নিৰ্দেশ বা প্ৰগ্ৰেমবোৰক বোলা হয় ছফটৱেৰ (Software)। ছফটৱেৰৰ সহায়ত কম্পিউটাৰে তাৰ কামবোৰ কৰে। বিভিন্ন ধৰণৰ কামৰ বাবে বিভিন্ন ছফটৱেৰ ৰচনা কৰি তাক ব্যৱহাৰ কৰা হয়।

ছফটৱেৰ আৰু হাৰ্ডৱেৰৰ সমষ্টিটোহে এটা কাৰ্যক্ষম কম্পিউটাৰ। এটাই অকলে কোনো কাম কৰিব নোৱাৰে। হাৰ্ডৱেৰ আৰু ছফটৱেৰৰ সহজ চিনাকিটো হ'ল ঃ কম্পিউটাৰৰ হাৰ্ডৱেৰ অংশ (যেনে ঃ কম্পিউটাৰত থকা টিভিৰ নিচিনা স্ক্ৰিনখন)

হাতেৰে চুব পাৰি (Tangible), কিন্তু কম্পিউটাৰৰ ছফটৱেৰ অংশ (যেনে: কম্পিউটাৰৰ প্ৰগ্ৰেম) হাতেৰে চুব নোৱাৰি (Intangible)।

কম্পিউটাৰৰ সহায়ত বিভিন্ন ধৰণৰ কাম কৰিব পাৰি। অংক কৰা, বানানৰ ভুল শুধৰোৱা, নতুন নতুন গীতৰ সুৰ সংযোজন কৰা, খেলা, ব্যৱসায়-বাণিজ্যৰ হিচাপ ৰখা, ছাত্ৰ-ছাত্ৰীক পঢ়া-শুনাত সহায় কৰা, চিনেমা চোৱা, প্ৰতিবন্ধী ব্যক্তিৰ লগত কথা-বতৰা বা ভাব বিনিময়ত সহায় কৰা, বতৰৰ আগলি বতৰা নিৰ্ভুলকৈ জনোৱা, অনুবাদ কৰা আদিৰ লগতে বিজ্ঞানৰ অলেখ কাম-কাজো কম্পিউটাৰৰ সহায়ত কৰিব পাৰি। চলচ্চিত্ৰৰ 'স্পেচিয়েল ইফেক্টছ' (Special effects) দিয়াৰ কামতো সম্প্ৰতি কম্পিউটাৰৰ বহুল ব্যৱহাৰ হৈছে। আজিকালিৰ ছাবি বিলাকতো কম্পিউটাৰৰ স্পেচিয়েল ইফেক্টছৰ বহুল প্ৰয়োগ কৰা হৈছে। দৰাচলতে কম্পিউটাৰৰ সহায়ত আমি কি কৰিব পাৰো তাৰ তালিকা অন্তহীন। তদুপৰি প্ৰতিদিনেই কম্পিউটাৰৰ নতুন নতুন ব্যৱহাৰ হৈয়েই আছে।

**সামৰণি**

আজিকালি চৰকাৰেও মেধাবী ছাত্ৰ-ছাত্ৰীক কম্পিউটাৰ দিয়াৰ ব্যৱস্থা কৰিছে। আধুনিক জীৱনত কম্পিউটাৰৰ বহুল প্ৰয়োগে মানুহৰ কাম সহজ কৰি তুলিছে। কম্পিউটাৰ নজনা মানুহ পৃথিৱীৰ বহু চমৎকাৰ কথাৰ পৰা বঞ্চিত হৈ থাকে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ আধুনিক কম্পিউটাৰৰ সবিশেষ ২ কম্পিউটাৰৰ ন-ন ব্যৱহাৰ

# অসমৰ ৰাষ্ট্ৰীয় উদ্যান

**ৰচনাৰ সংকেত :** ভূমিকা - বন্য প্ৰাণীৰ বিচৰণভূমি - সামৰণি

**ভূমিকা**

জীৱৰ আৰ্বিভাব হোৱাৰ পিছৰে পৰা বিভিন্ন সময়ত নানা প্ৰাকৃতিক দুৰ্যোগ, অনুপযুক্ত পৰিৱেশ, খাদ্যৰ অভাৱ আদিৰ বাবে বহু জীৱৰ পৃথিৱীৰ বুকুৰ পৰা বিলুপ্তি ঘটিছে। এই অৱলুপ্তিত মানুহেও অৰিহণা যোগাই আহিছে। বহু জীৱৰ বৰ্তমান যুগত বিলুপ্তৰ কাৰণ অবিবেচক কিছু মানুহৰ অত্যাচাৰৰ পৰিণতি বুলি প্ৰমাণিত হৈছে। সেয়েহে এচাম শুভবুদ্ধিসম্পন্ন মানুহে পৃথিৱীৰ বুকুত আপুৰুগীয়া জীৱবোৰৰ সংৰক্ষণৰ বাবে বিভিন্ন ব্যৱস্থা হাতত লৈছে। ৰাষ্ট্ৰীয় উদ্যানবোৰ এই ব্যৱস্থাৰে অন্যতম ফল। প্ৰাকৃতিক পৰিৱেশ অনুসৰি পৃথিৱীৰ বেলেগ বেলেগ ঠাইত কিছুমান বেলেগ বেলেগ প্ৰাণী দেখা পোৱা যায়। ৰাষ্ট্ৰীয় উদ্যানসমূহত এই বিশেষ প্ৰাণীসমূহৰ নিৰাপত্তা, সংৰক্ষণ আৰু বংশবৃদ্ধিৰ বাবে

বিশেষ ব্যৱস্থা হাতত লোৱা হৈছে। ভাৰতৰ ভিতৰত অসমৰ বনাঞ্চল বিভিন্ন আপুৰুগীয়া প্ৰাণীৰ বাসস্থান। এই প্ৰাণীসমূহৰ অবাধ বিচৰণৰ কাৰণে অসমত পাঁচখন বনাঞ্চলে ৰাষ্ট্ৰীয় উদ্যানৰ সন্মান লাভ কৰিছে।

*বন্যপ্ৰাণীৰ বিচৰণ ভূমি কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান ঃ* অসমৰ প্ৰথম ৰাষ্ট্ৰীয় উদ্যান কাজিৰঙাই ইয়াত থকা ৰাজকীয় চেহেৰাৰ এটা খৰ্গযুক্ত গঁড়ৰ বাবে বিশ্ব প্ৰশস্তি লাভ কৰিছে। বিবিধ বৈচিত্ৰ্যৰ অৰ্কিডৰ উপৰি বিভিন্ন ধৰণৰ গছ-গছনিয়ে ইয়াৰ আৰণ্যক সম্ভাৰ সমৃদ্ধ কৰিছে। একেদৰে পক্ষীপ্ৰেমীসকলৰ বাবেও কাজিৰঙা যেন স্বৰ্গপুৰী। পেলিকান, বিভিন্ন প্ৰজাতিৰ বগলী, ধণেশ, বাটেটোকা, বিবিধ প্ৰজাতিৰ পৰিভ্ৰমী চৰাই, বৰটোকোলা আদিৰে কাজিৰঙা পক্ষীকুল অতিশয় চহকী। কাজিৰঙাত প্ৰায় ৫০০ প্ৰজাতিৰ চৰাই পোৱা যায়। এনে বৃহৎ প্ৰজাতিৰ চৰাই দেশৰ কোনো বনাঞ্চলতে নাই। গোলাঘাট, কাৰ্বি আংলং আৰু নগাঁও জিলা সংলগ্ন কাজিৰঙাৰ উত্তৰেদি বৈ গৈছে ব্ৰহ্মপুত্ৰ নদী। প্ৰাপ্ত তথ্য অনুসৰি ১৯০৫ চনৰ ১ জুনত কাজিৰঙাক সংৰক্ষিত বনাঞ্চল কৰাৰ প্ৰস্তাৱ গৃহীত হয়। তিনি বছৰৰ পাছত, ১৯০৮ চনত কাজিৰঙাক সংৰক্ষিত বনাঞ্চলৰূপে ঘোষণা কৰি ইয়াত চিকাৰ নিষিদ্ধ কৰা হয়। সেই সময়ত ইয়াত গঁড়ৰ সংখ্যা আছিল মাত্ৰ ১২ (বৰ্তমান এই সংখ্যা ১,৮০০)। ইয়াৰ পাছত ১৯১৬ চনৰ ১০ নবেম্বৰত কাজিৰঙাক মৃগয়া বন (Game Sanctuary) হিচাপে ঘোষণা কৰা হয় যদিও 'মৃগয়া বন' শব্দটোত চিকাৰৰ বৈধতা কথাটো সোমাই থকা বাবে ১৯৫০ চনত তদানীন্তন মুখ্য বন সংৰক্ষক পি ডি ষ্ট্ৰেচীয়ে (P D Starccy) কাজিৰঙা মৃগয়া বনৰ নাম সলনি কৰি কাজিৰঙা অভয়াৰণ্যৰূপে নামকৰণ কৰে। ইয়াৰ মাজতে ১৯৩৮ চনত কাজিৰঙাক দৰ্শনাৰ্থী-পৰ্যটকৰ বাবে মুকলি কৰি দিয়া হয়। ১৯৭৪ চনৰ ১ জানুৱাৰীৰ পৰা কাজিৰঙাই ৰাষ্ট্ৰীয় উদ্যানৰ মৰ্যাদা লাভ কৰে। ৪৩০ বৰ্গ কিলোমিটাৰ মাটিকালিৰ কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান জৈৱ-বৈচিত্ৰ্যৰ ভঁৰাল। এই ৰাষ্ট্ৰীয় উদ্যানখনৰ এক বিশেষত্ব হ'ল যে আন ৰাষ্ট্ৰীয় উদ্যানৰ দৰে ই ঘন অৰণ্য নহয়। ইয়াৰ বেছিভাগ অংশই বিস্তীৰ্ণ তৃণভূমি (৬৬ ৪৪ শতাংশ)। বাকীখিনি গভীৰ অৰণ্যভূমি (২৭ ৯৮ শতাংশ) আৰু বিল তথা জলাহভূমি (৫ ৫৮ শতাংশ)। কাজিৰঙাৰ বিস্তীৰ্ণ তৃণভূমি ঘাইকৈ কঁহুৱা, 'এলিফেণ্ট গ্ৰাছ', খাগৰি, উলু, ইকৰা আদিৰে সমৃদ্ধ। পৃথিৱীৰ কোনো বনাঞ্চলতে একেলগে বসবাস কৰা পাঁচটাকৈ বৃহৎ প্ৰাণী পোৱা নাযায়। কিন্তু কাজিৰঙাই এইফালেও এক বিৰল অভিলেখ সৃষ্টি কৰিছে। পাঁচটাকৈ বৃহৎ প্ৰজাতিৰ প্ৰাণীৰ (গঁড়, ম'হ, হাতী, হৰিণা আৰু বাঘ, এইকেইটা একেলগে 'বিগ ফাইভ' (big five) নামে জনাজাত) বাসভূমি কাজিৰঙাই বিশ্ব বনাঞ্চলৰ মানচিত্ৰত এক অনন্য স্থান দখল কৰি আছিছে। কাজিৰঙাৰ অন্যান্য উল্লেখযোগ্য বন্যপ্ৰাণীসমূহ হ'ল ঃ ভালুক, হলৌ বান্দৰ, বাইছন বা বনগৰু, বনৰীয়া গাহৰি, অজগৰ আদি। কাজিৰঙাৰ জৈব-বৈচিত্ৰ্য আৰু ইয়াৰ আৰণ্যক সম্ভাৰৰ স্বীকৃতিস্বৰূপে ১৯৮৫ চনত ইউনেস্কোৱে কাজিৰঙাক বিশ্ব ঐতিহ্য ক্ষেত্ৰৰূপে স্বীকৃতি দিয়ে। ২০০৭ চনৰ ৩ আগষ্টৰ পৰা কাজিৰঙাক ভাৰতৰ ব্যাঘ্ৰ প্ৰকল্পৰো অন্তৰ্ভুক্ত কৰা হৈছে। ২০০৫ চনত কাজিৰঙাৰ সংৰক্ষণৰ শতবাৰ্ষিকী সমাৰোহেৰে পালন কৰা হয়।

*মানাহ ৰাষ্ট্ৰীয় উদ্যান* ঃ অসমৰ দ্বিতীয়খন ৰাষ্ট্ৰীয় উদ্যান হ'ল মানাহ ৰাষ্ট্ৰীয় উদ্যান। উত্তৰ অসমৰ বাগ্‌ছা জিলাৰ অসম-ভূটান সীমান্তত অৱস্থিত এই ৰাষ্ট্ৰীয় উদ্যানৰ মাটিকালি প্ৰায় ৫০০ বৰ্গ কিলোমিটাৰ। ১৯২৮ চনত ইয়াক অভয়াৰণ্যৰূপে আৰু ১৯৭৩ চনত লুপ্তপ্ৰায় ঢেঁকীয়াপতীয়া বাঘৰ সংৰক্ষণৰ বাবে 'প্ৰজেক্ট টাইগাৰ' বা 'ব্যাঘ্ৰ প্ৰকল্প' হিচাপে স্বীকৃতি দিয়া হয়। ১৯৭৯ চনত ৰাষ্ট্ৰীয় জৈৱ মণ্ডলীয় সমিতিয়ে মানাহক জীৱ মণ্ডল সংৰক্ষণ কেন্দ্ৰ হিচাপে চিনাক্ত কৰে। উল্লেখনীয় প্ৰাকৃতিক সম্পদ আৰু নৈসৰ্গিক সৌন্দৰ্যৰ বাবে ১৯৮৫ চনত ইউনেস্কোৱে মানাহক বিশ্ব ঐতিহ্য ক্ষেত্ৰৰূপে ঘোষণা কৰে। মানাহ ভাৰতৰ ভিতৰত সৰ্বাধিকসংখ্যক দুষ্প্ৰাপ্য প্ৰজাতিৰ বন্যপ্ৰাণীৰ আশ্ৰয়স্থল। ইয়াত ২২টা বিপদাপন্ন বন্যপ্ৰাণী আছে। ১৯৯০ চনত মানাহক ৰাষ্ট্ৰীয় উদ্যান হিচাপে ঘোষণা কৰা হয়। প্ৰকৃতি বিজ্ঞানীসকলৰ মতে পৃথিবীত মানাহৰ দৰে বিবিধ বৈচিত্ৰ্যৰ বন্যপ্ৰাণীৰে সমৃদ্ধ অৰণ্যৰ সংখ্যা সেৰেঙা। ইয়াত পোৱা বিভিন্ন বন্যপ্ৰাণীৰ ভিতৰত আছে ঢেঁকীয়াপতীয়া বাঘ, দঁতাল হাতী, বনৰীয়া ম'হ, ভালুক, সোণালী বান্দৰ, মেথোন, দল হৰিণা, হিছপিড হেয়াৰ নামৰ এক দুষ্প্ৰাপ্য প্ৰজাতিৰ শহা, মাৰ্বল কেট, বনৰীয়া কুকুৰ, নল-গাহৰি, খাগৰি কটা পহু, কেট লেংগুৰ, স্লথ বিয়েৰ, বিভিন্ন প্ৰজাতিৰ হাঁহ আৰু অন্যান্য জল আৰু স্থলচৰ চৰাই, বিভিন্ন প্ৰজাতিৰ সাপ আদি। পৃথিবীৰ আন কোনো ঠাইতে নথকা স্তন্যপায়ী জন্তু সোণালী বান্দৰ, নল-গাহৰি আৰু খাগৰি কটা পহু মানাহতে পোৱা যায়। প্ৰসিদ্ধ মানাহ নদীক কেন্দ্ৰ কৰিয়েই গঢ়ি উঠিছে মানাহ ৰাষ্ট্ৰীয় উদ্যান। অতি মনোমোহা ইয়াৰ নৈসৰ্গিক শোভাই পৰ্যটকক সততে আকৰ্ষণ কৰে।

*নামেৰী ৰাষ্ট্ৰীয় উদ্যান* ঃ শোণিতপুৰ জিলাত অৱস্থিত অসমৰ এখন ৰাষ্ট্ৰীয় উদ্যান হল নামেৰী ৰাষ্ট্ৰীয় উদ্যান। ইয়াৰ মাটিকালি ২১২ বৰ্গ কিলোমিটাৰ। প্ৰথম অৱস্থাত নামেৰী সংৰক্ষিত বনাঞ্চলহে আছিল। ১৮৭৮ চনৰ ১৭ নৱেম্বৰত ইয়াক নদুৱাৰ বনাঞ্চল বুলি ঘোষণা কৰা হয়। পাছত এই নদুৱাৰ বনাঞ্চলৰ পৰা ১৩৭ বৰ্গ কিলোমিটাৰ ফালি আনি ১৯৮৫ চনৰ ১৮ ছেপ্টেম্বৰত নামেৰী অভয়াৰণ্য মুকলি কৰা হয়। পুনৰ বৰডিকৰাইলৈকে ৭৫ বৰ্গ কিলোমিটাৰ যোগেৰে মুঠ ২১২ বৰ্গ কিলোমিটাৰ সামৰি ১৯৯৭ চনৰ ২৭ ফেব্ৰুৱাৰীত নামেৰী ৰাষ্ট্ৰীয় উদ্যানৰ প্ৰাৰম্ভিক ঘোষণা কৰা হয়। ১৯৯৮ চনৰ ৯ ছেপ্টেম্বৰত ইয়াৰ চূড়ান্ত ঘোষণা হয় আৰু ১৯৯৮ চনৰে ১৫ নৱেম্বৰত ইয়াক ৰাষ্ট্ৰীয় উদ্যানৰূপে আনুষ্ঠানিকভাৱে ঘোষণা কৰা হয়। নামেৰী বহু আপুৰুগীয়া, বিৰল আৰু বিলুপ্তপ্ৰায় প্ৰাণীৰ বিচৰণভূমি। ইয়াৰ ভিতৰত অন্যতম হ'ল দেওহাঁহ। নামেৰীৰ আন উল্লেখযোগ্যবন্যপ্ৰাণীসমূহ হ'ল ঃ ধনেশ পক্ষী, মাটিয়া ভালুক, ক'লা ভালুক, বিভিন্ন প্ৰজাতিৰ পহু, বিভিন্ন জাতৰ শিলঘৰীয়া মাছ, পখিলা, টুপীমূৰীয়া বান্দৰ, হাতী আদি। শেহতীয়াকৈ এই ৰাষ্ট্ৰীয় উদ্যানক ভাৰতৰ ব্যাঘ্ৰ প্ৰকল্পৰো অন্তৰ্ভুক্ত কৰা হৈছে।

*ওৰাং ৰাষ্ট্ৰীয় উদ্যান* ঃ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ অসমৰ এখন ৰাষ্ট্ৰীয় উদ্যান হ'ল ওৰাং ৰাষ্ট্ৰীয় উদ্যান। এই ৰাষ্ট্ৰীয় উদ্যানৰ মাটিকালি ৭৮ ৮বৰ্গ কিলোমিটাৰ। ১৯৮৫ চনত

ওৰাঙক অভয়াৰণ্যৰূপে ঘোষণা কৰা হয়। ১৯৯৯ চনৰ ১৩ এপ্ৰিলৰ দিনা এই অভয়াৰণ্যক ৰাষ্ট্ৰীয় উদ্যানৰূপে ঘোষণা কৰি চৰকাৰে অধিসূচনা জাৰি কৰে। ইয়াত দেখা পোৱা উল্লেখযোগ্য বন্যপ্ৰাণীসমূহ হ'ল ঃ বাঘ, বন গাহৰি, খঁটীয়া পহু, হাতী, বনৰীয়া মেকুৰী, বিভিন্ন প্ৰজাতিৰ জহামাল, বিভিন্ন প্ৰজাতিৰ বগলী আৰু অন্যান্য স্থলচৰ-জলচৰ চৰাই, হৰিণা আদি। ইয়াৰ উপৰি ওৰাং বৃহৎ এশিঙীয়া গঁড়ৰো অন্যতম প্ৰাকৃতিক আৱাসভূমি।

*ডিব্ৰু-চৈখোৱা ৰাষ্ট্ৰীয় উদ্যান ঃ* অসমৰ আন এখন ৰাষ্ট্ৰীয় উদ্যান হ'ল ডিব্ৰু-চৈখোৱা ৰাষ্ট্ৰীয় উদ্যান। ইয়াৰ মাটিকালি ৩৪০ বৰ্গ কিলোমিটাৰ। ১৯৮৬ চনত ডিব্ৰু আৰু চৈখোৱা সংৰক্ষিতবনাঞ্চলক অসম চৰকাৰে ডিব্ৰু-চৈখোৱা অভয়াৰণ্যৰূপে ঘোষণা কৰে। আনহাতে ১৯৯৯ চনৰ ৯ মাৰ্চত কেন্দ্ৰীয় চৰকাৰে এই অভয়াৰণ্যক ৰাষ্ট্ৰীয় উদ্যানৰূপে ঘোষণা কৰে। দুষ্প্ৰাপ্য দেওহাঁহৰ প্ৰধান আৱাসভূমিৰূপে এই ৰাষ্ট্ৰীয উদ্যান স্বীকৃত। বিভিন্ন প্ৰজাতিৰ বান্দৰ, বিভিন্ন প্ৰজাতিৰ স্থলচৰ আৰু জলচৰ চৰাই, হৰিণা, বন গাহৰি, বাঘ বিভিন্ন প্ৰজাতিৰ সাপ আদি এই ৰাষ্ট্ৰীয় উদ্যানত পোৱা যায়। ডিব্ৰু-চৈখোৱাই বিশ্বৰ একমাত্ৰবনাঞ্চল, য'ত বনৰীয়া ঘোঁৰা পোৱা যায়। বৰ্তমানে এই ৰাষ্ট্ৰীয় উদ্যানখনত ২৩৮ টা বনৰীয়া ঘোঁৰা আছে।

**সামৰণি ঃ**

এই ৰাষ্ট্ৰীয় উদ্যানকেইখনৰ বাহিৰেও অসমত কেইবাখনো অভয়াৰণ্য আছে। এই বিলাক বিভিন্ন আপুৰুগীয়া বন্যপ্ৰাণীৰ বাসস্থান। বিভিন্ন প্ৰজাতিৰ আপুৰুগীয়া বন্যপ্ৰাণীৰ বাসস্থান হিচাপে অসম বিশ্ববিখ্যাত। উল্লেখযোগ্য ১৯৯৩ চনতে তামিলনাডুৰ কোইম্বাটুৰত হোৱা এক পক্ষী সংৰক্ষণ সন্মিলনত পাঁচবিধ ভাৰতৰ পক্ষীক পৃথিৱীৰ আপুৰুগীয়া পক্ষী (Birds of Global Importance) হিচাপে ঘোষণা কৰে। উল্লেখযোগ্য যে এই ৫ বিধ ভাৰতীয় পক্ষীৰ চাৰি বিধৰে অসমত বাসস্থান। এই কেইবিধ হ'ল দেওহাঁহ, হাড়গিলা, উলুম'ৰা আৰু ভেলা চৰাই। এই আপুৰুগীয়া বন্যপ্ৰাণীসমূহ সংৰক্ষণ কৰাটো প্ৰতিজন অসমবাসীৰ এক পবিত্ৰ কৰ্ত্তব্য।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ ১ অসমৰ ৰাষ্ট্ৰীয় উদ্যানকেইখন ২ অসমৰ বন্যপ্ৰাণী সংৰক্ষিত উদ্যান**

| |
|---|
| *যি স্পষ্ট, সংহত আৰু সুনিৰ্দিষ্ট তাকেই বোলা হয় সুন্দৰ।*<br>**— লিও টলষ্টয়** |

# জীৱনী গ্ৰন্থ অধ্যয়নৰ প্ৰয়োজনীয়তা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জীৱনী হ'ল নিৰপেক্ষ ইতিহাস - জীৱনী অধ্যয়নৰ উপকাৰিতা - সামৰণি

*মহা মহা পুৰুষৰ চানেকীৰে জীৱনৰ*
*আমিও কৰিব পাৰো জীৱন গঢ়িত,*
*অভিনয় শেষ হ'লে আয়ুবেলি মাৰ গ'লে*
*থৈ যাব পাৰো খোজ সময় বালিত।*

**— আনন্দ চন্দ্ৰ আগৰৱালা**

**ভূমিকা**

জীৱনীগ্ৰন্থ স্মৰণীয় গ্ৰন্থৰ বাণীৰূপ। মেধা আৰু বিখ্যাত, পাণ্ডিত্যত, কৰ্ম-কুশলতাত অথবা নন্দন শিল্পত, অৰ্থাৎ, জীৱনৰ বিভিন্ন বিভাগত যিজনে চৰম সাফল্যৰ পৰিচয় দিব পাৰিছে তেওঁৰেই জীৱন-গাঁথা জীৱনীগ্ৰন্থৰ মূল উপজীব্য। সেইসকল মহান মনীষীয়েও এদিন ধৰা ত্যাগ কৰি পৰলোকলৈ গতি কৰে, কিন্তু যদি গ্ৰন্থাকাৰে তেওঁলোকৰ কীৰ্তিৰ কথা লিপিবদ্ধ হৈ থাকে, তেনেহ'লে তেওঁলোক কেতিয়াও বিস্মৃতিৰ গৰ্ভত লীন হৈ নাযায়। সুদীৰ্ঘ কাল ধৰি পৰৱৰ্তী প্ৰজন্মৰ বাবে সেয়া আপুৰুগীয়া তথা অনুকৰণীয় সম্পদ হ'ব পাৰে। এই পৃথিৱীত মহৎ আদৰ্শ বিৰল হ'লেও তাক অনুকৰণৰ প্ৰয়োজন আছে আৰু এই প্ৰয়োজন পূৰণ কৰাত জীৱনী গ্ৰন্থৰ মূল্য অসীম।

**জীৱনী হ'ল নিৰপেক্ষ ইতিহাস**

এজন ব্যক্তিৰ কৰ্ম জীৱনৰ যথাযথ তথা নিৰপেক্ষ ইতিহাসেই হ'ল জীৱনী। জীৱনী গ্ৰন্থৰ লেখকে প্ৰচুৰ শ্ৰম কৰি সংশ্লিষ্ট ব্যক্তিৰ জীৱনৰ বিভিন্ন তথ্য আৰু ঘটনা সংগ্ৰহ কৰে। পাছত আবেগহীন ভাষা আৰু বৰ্ণনাৰে সেইবোৰ ঘটনাক লিপিবদ্ধ কৰি গ্ৰন্থৰ ৰূপ দিয়ে। জীৱনী গ্ৰন্থত লেখক কল্পনাবিলাসী হোৱাৰ উপায় নাই , ব্যক্তিগত অনুভূতি প্ৰকাশৰ সুযোগো সীমাবদ্ধ। ইতিহাসৰ শুদ্ধ তথা সম্পূৰ্ণ তথ্য আৰু সততা জীৱনীগ্ৰন্থত অনুকৰণীয়। মনীষী কাৰ্লাইলৰ মতে, 'ইতিহাস হ'ল মহাপুৰুষৰ জীৱনৰেই কিঞ্চিত উন্নত সংস্কৰণ।' জীৱনী গ্ৰন্থত পাঠকে ৰোমাঞ্চকৰ উপন্যাসৰ স্বাদ গ্ৰহণ কৰিবলৈ নিবিচাৰে। এটি মহৎ জীৱনৰ অনিৰ্বাণ আলোকেৰে তেওঁ নিজৰ অন্তৰক আলোকিত কৰিবলৈ বিচাৰে।

ঐতিহাসিক তথ্য অক্ষুণ্ণ ৰাখি বিশ্ব সাহিত্যত যিকেইখন সাৰ্থক জীৱনী ৰচিত হৈছে, তাৰ ভিতৰত বছৱেলৰ ডঃ জনছনৰ জীৱনী অন্যতম। অসমীয়া সাহিত্যতো বহুকেইখন মনোৰম জীৱনী গ্ৰন্থ প্ৰকাশ হৈছে। তাৰ ভিতৰত পণ্ডিত তীৰ্থনাথ শৰ্মাৰ 'বেণুধৰ শৰ্মা', মহেশ্বৰ নেওগৰ 'শ্ৰীশ্ৰী শংকৰদেৱ', বেণুধৰ শৰ্মাৰ 'মণিৰাম দেৱান', মুনীন বৰকটকীৰ 'বিস্মৃত ব্যতিক্ৰম,' আব্দুছ ছাত্তাৰৰ 'কৃষ্ণকান্ত সন্দিকৈ', তিলক দাসৰ 'বিষ্ণুৰাভা এতিয়া কিমান ৰাতি' আদিৰ নাম উল্লেখযোগ্য।

**জীৱনী অধ্যয়নৰ উপকাৰিতা**

জীৱনী গ্ৰন্থ অধ্যয়নে পাঠকৰ উৎকৰ্ষ সাধনত সহায় কৰাৰ উপৰি সমাজ জীৱনৰ এখন বিশ্বস্ত চিত্ৰ উপস্থাপিত কৰি ঐতিহাসিক চেতনাকো সমৃদ্ধ কৰে। ভিক্টোৰিয়া যুগৰ কোনো জীৱনী পাঠ কৰিলে সেই যুগৰ সমাজ জীৱনৰ এখন বাস্তৱ চিত্ৰ পাঠকৰ মানস চক্ষুত প্ৰতিফলিত হয়। অনুৰূপ কাৰণতেই ঊনবিংশ শতিকাৰ অসমৰ সামাজিক দৃশ্যপটৰ সন্ধান কৰিবলৈ আমি সেই যুগৰ মনীষীৰ জীৱনী গ্ৰন্থৰ সহায় ল'বলগীয়া হয়। যিবোৰ জীৱনী গ্ৰন্থত সংশ্লিষ্ট ব্যক্তিগৰাকীৰ জীৱন বৰ্ণনাৰ প্ৰসংগত সমকালীন সমাজ আৰু সামাজিক মানুহৰ তথ্যসন্মত ইতিহাস উপস্থাপিত কৰা হয়, সেইবোৰ জীৱনী গ্ৰন্থ অধ্যয়নতেই পাঠক সকলোতকৈ বেছি উপকৃত হয়। মহাপুৰুষৰ জীৱনী যথাৰ্থতেই আমাৰো জীৱনৰ সঞ্জীৱনী মন্ত্ৰৰ দৰে। তেওঁলোকৰ জীৱনতো আছে আন্ধাৰ-পোহৰৰ খেল। দৰিদ্ৰতা, শঠতা, কষ্ট, বিফলতাৰ সৈতে তেওঁলোকৰ প্ৰতিজনেই যুঁজ কৰিছে। সোণৰ চামুচ মুখত লৈ জন্ম হোৱা বহুজনেও মানুহৰ বাবে উৰ্চগা কৰিছে নিজৰ জীৱন। জীৱনৰ বিপদসংকুল পথত তেওঁলোকৰ পথ অনুসৰণ কৰিয়েই আমি আগবাঢ়ি যোৱাৰ বাবে প্ৰেৰণা পাওঁ।

**সামৰণি**

মহাজ্ঞানী মনীষীসকলৰ পদাংক অনুসৰণ কৰিলেও আমিও যে একোজন মহাপুৰুষ হৈ উঠিম, সেই আশা হয়তো দুৰাশা। কিন্তু ইয়াৰ জৰিয়তে আমাৰ সাধাৰণ জীৱনো যে সততা আৰু সংগ্ৰাম শক্তিত সুন্দৰ হৈ উঠিব তাত সন্দেহ নাই। বৰণীয় ব্যক্তিসকলৰ জীৱনী অধ্যয়নৰো সাৰ্থকতা তাতেই। বৰণীয় ব্যক্তিসকলৰ জীৱনে প্ৰমাণ কৰি গৈছে যে তেওঁলোকে কেৱল জ্ঞানগৰ্ভ উপদেশেই নিদিয়ে, নিজৰ জীৱনটোকো তেওঁলোকে অনুকৰণীয় কৰি তোলে। সেয়ে হয়তো তেনে মহাপুৰুষে ক'ব পাৰে 'মোৰ জীৱনেই মোৰ বাণী'।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি:** ১ জীৱন চৰিত পাঠৰ উপকাৰিতা ২ জীৱনীগ্ৰন্থ আৰু তাৰ অধ্যয়নৰ প্ৰয়োজনীয়তা ৩ জীৱনীগ্ৰন্থ অধ্যয়ন আৰু আমাৰ জীৱনত ইয়াৰ প্ৰভাৱ ৪ মহৎলোকৰ জীৱনী অধ্যয়ন

> *দেখাত অসফল যেন লগা বহু প্ৰচেষ্টাৰ মূৰতহে মানুহে সফলতা অৰ্জন কৰে। অৰ্থাৎ, প্ৰত্যেকটো উল্লেখযোগ্য সফলতাৰ আঁৰতে উপৰ্যুপৰি অনেক বিফল প্ৰচেষ্টা থাকে।*
>
> **— এবিনেজাৰ এলিয়ট**

ৰচনাৰ সংকেত ঃ ভূমিকা - অসমৰ চিত্ৰকলাৰ ইতিহাস - বৈচিত্ৰময় চিত্ৰকলাৰ যাত্ৰা - প্ৰস্তুতি আৰু সংগ্ৰহ - সামৰণি

# অসমৰ চিত্ৰকলা

**ভূমিকা**

অসমৰ চিত্ৰকলাৰ বুৰঞ্জী সপ্তম শতিকাৰ পৰাই আৰম্ভ হৈছে বুলিব পাৰি। সপ্তম শতিকাত কুমাৰ ভাস্কৰ বৰ্মনে মহাৰাজ হৰ্ষবৰ্ধনলৈ পঠিওৱা উপঢৌকনৰ লগত 'পাত আৰু তুলিকা' সহকাৰে চিত্ৰাংকনৰ সঁজুলি পঠিওৱাৰ কথা জনা যায়। বাণভট্টৰ 'হৰ্ষচৰিত' আৰু হিউৱেন চাঙৰ টোকাইও অসমত প্ৰাচীন কালৰে পৰা চিত্ৰকলাৰ চৰ্চা থকাৰ ইংগিত দিয়ে। অৱশ্যে 'সকলো কলাৰ গুৰু' শংকৰদেৱেহে অসমত চিত্ৰকলাৰ সোণালী সুঁতি মুকলি কৰে। অসামান্য দক্ষতাৰ চিত্ৰশিল্পী শংকৰদেৱে চিহ্নযাত্ৰা ভাওনাৰ বাবে তুলাপাতত সাতখন বৈকুণ্ঠৰ চিত্ৰ (পট) আঁকিছিল। আন এবাৰ তেওঁ তুলাপাতত হেঙুল-হাইতালেৰে হাতীৰ চিত্ৰ এটা আঁকি সেইটো এটা কাঠৰ বাকচত আঠাৰে লগাই কোঁচৰজা মহাৰাজ নৰনাৰায়ণক উপহাৰ দিছিল। নগাঁও জিলাৰ বালিসত্ৰত পোৱা শংকৰদেৱৰ দশম স্কন্ধ ভাগৱতখনৰ চিত্ৰবোৰ চিত্ৰশোভিত ধৰ্মপুথিৰ এক অনুপম চানেকী।

**অসমৰ চিত্ৰকলাৰ ইতিহাস**

অতীত অসমৰ সত্ৰসমূহ চিত্ৰকলাৰ প্ৰাণকেন্দ্ৰ আছিল। সত্ৰীয়া পুথি-পাঁজিৰ চিত্ৰত স্থানীয় পৰিৱেশ, নীতি আৰু শৈলীৰ প্ৰতিফলন দেখা যায়। ভাগৱত আৰু পুৰাণৰ চিত্ৰবোৰত শিল্প নৈপুণ্য আৰু কলাসুলভতা স্পষ্ট। এইবোৰত ৰঙৰ মিশ্ৰণ সাধাৰণতে খুব দৃঢ়, ৰংবোৰ প্ৰচুৰ পৰিমাণে প্ৰয়োগ কৰা হৈছে। এই চিত্ৰাংকনসমূহৰ লগত জৈন, নোৱাৰী আৰু উৰিষ্যাৰ চিত্ৰকলাৰ সাদৃশ্য থকাৰ কথা নন্দলাল বসুৱে ব্যক্ত কৰিছে। চতুৰ্দশ শতিকাৰ পৰা ষষ্ঠদশ শতিকাৰ জৈন হাতেলিখা পুথিসমূহৰ লগতো এই চিত্ৰাংকনসমূহৰ তুলনা কৰিব পাৰি। এই পুথিবোৰত ৰঙা, নীলা আৰু হালধীয়া ৰঙৰ সঘন ব্যৱহাৰ পৰিলক্ষিত হয়। এই প্ৰাথমিক ৰং তিনিটাৰ লগতে হেঙুল, হাইতাল, নীল, চাকিৰ কাজল, শিলিখাৰ ৰস আৰু খৰিমাটিৰে ৰং দিয়া হৈছিল। ৰঙৰ লগত সম্ভৱতঃ হাঁহকণীৰ কুহুম, ঔ-টেঙাৰ বীজ আৰু তেতেলীৰ আঠা ব্যৱহাৰ কৰিছিল। চিত্ৰবোৰৰ পটভূমিৰ ৰং সাধাৰণতে ৰঙা, নীলা, মটীয়া আৰু ধোঁৱা বৰণীয়া।

অসমৰ চিত্ৰকলাৰ বৈশিষ্ট্য হ'ল শিল্পীসকলৰ আন্তৰিকতা, চিত্ৰবোৰৰ পৰিচ্ছন্নতা আৰু গতিময়তা। চিত্ৰবোৰত সৰ্বদা পৰিলক্ষিত হোৱা দেৱতা, মনুষ্য, জন্তু আৰু অসুৰৰ মূৰ্তিৰ একলীয়া মুখ (profile) অঁকাৰ ৰীতি আন এটা বৈশিষ্ট্য। চিত্ৰবোৰত প্ৰাথমিক গাঢ় ৰঙৰ ব্যৱহাৰ চকুত পৰা। সেইদৰে অসুৰ-দৈত্য-দানৱক গোঁফ-দাড়ি দিয়া, আকাশ আঁকোতে ঘন নীলা ৰঙৰ ব্যৱহাৰ, পানীৰ বাবে নীলাৰ ওপৰত বগা ৰেখা দিয়া, বৰষুণৰ বাবে অসংখ্য বগা ৰেখাৰ ব্যৱহাৰ আদিও সেই সময়ৰ অসমৰ চিত্ৰকলাৰ বৈশিষ্ট্য।

প্ৰাচীন অসমৰ ছবিবোৰত ধৰ্মীয় আখ্যানেই প্ৰাধান্য লাভ কৰা দেখা যায়। এনে চিত্ৰবোৰক দুটা ঘাই ভাগত ভাগ কৰিব পাৰি ঃ (১) সত্ৰসমূহত কৰা ধৰ্মগ্ৰন্থৰ চিত্ৰ আৰু (২) ৰাজ-পৃষ্ঠপোষকতাত কৰা ধৰ্মগ্ৰন্থৰ চিত্ৰ। ধৰ্মপুথিৰ চিত্ৰাংকনবোৰৰ কিছুমান নিজা বৈশিষ্ট্য আছিল। শংকৰদেৱৰ কীৰ্ত্তন পুথিৰ মনোমোহা চিত্ৰশোভিত বহু হাতেলিখা পুথি অসমৰ বিভিন্ন সত্ৰ আৰু ব্যক্তিৰ ওচৰত পোৱা গৈছে। শ্ৰীৰামদেৱ কাযস্থৰ উষা-অনিৰুদ্ধৰ প্ৰেমমূলক কাহিনীৰে চিত্ৰাংকিত কুমৰ হৰণৰ হাতেলিখা এখন পুথি, মাধৱ কন্দলিৰ ৰামায়ণৰ লংকাকাণ্ড আৰু ৰাম সৰস্বতীৰ মহাভাৰতৰ উদ্যোগ পৰ্বত সন্নিবিষ্ট চিত্ৰপুঞ্জত শৰীৰত থকা আ-অলংকাৰত খাটি সোণ লগোৱা হৈছিল। শ্ৰীধৰ টীকা সম্বলিত আৰু চাৰিওকাষে চিত্ৰাংকিত হাতেলিখা ভাগৱত পুৰাণখনেও চিত্ৰশিল্পীৰ উন্নত মানৰ পৰিচয়কে বহন কৰে। ধৰ্ম পুথিবোৰ চিত্ৰৰে সুশোভন কৰি তোলা আৰু চাৰিওকাষে জক্‌মকীয়া কৰি তোলাটো অসমৰ চিত্ৰকলাৰ এটা স্বকীয় ধাৰা হৈ পৰিল। এনে চিত্ৰৰ চাৰিওফালে লতা আৰু ফুলৰ নক্সা আঁকা হয় আৰু সেয়ে এনে চিত্ৰ থকা পুথিবোৰ লতাকটা পুথি নামেৰেও জনাজাত। চাৰিওফালৰ লতাৰ বাহিৰেও পুথিৰ বিষযবস্তুৰ প্ৰকাশক বিভিন্ন চিত্ৰও পুথিৰ পাতত আঁকা হয়।

**বৈচিত্ৰ্যময় চিত্ৰকলাৰ যাত্ৰা**

সপ্তদশ আৰু অষ্টাদশ শতিকাত আহোম আৰু কোঁচ ৰজাসকলে অসমৰ চিত্ৰকলাৰ পৃষ্ঠপোষকতা কৰি চিত্ৰকলাত নতুন প্ৰাণ শক্তিৰে সঞ্জীৱনী ঢালে। দৰঙী ৰাজসভাত ৰচিত আৰু চিত্ৰিত সূৰ্যখড়ি দৈৱজ্ঞৰ সমুদ্ৰনাৰাযণ বংশাৱলী বা দৰং ৰাজবংশাৱলী, সুকুমাৰ বৰকাথৰ হস্তীবিদ্যাৰ্ণৱ, কবিৰাজ চক্ৰৱৰ্তীৰ শংখচূড বধ, গীতগোবিন্দ আৰু হৰিবৰ বিপ্ৰৰ লৱ-কুশৰ যুদ্ধ আদি পুথিবোৰৰ বিতোপন চিত্ৰাংকন আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত হৈছিল। দৰং বংশাৱলীৰ চিত্ৰাংকনবোৰ ধৰ্মভাবৰ ওপৰত প্ৰতিষ্ঠিত। এই পুথিখনত থকা বৰ নাও, যুদ্ধ, বাদ্যযন্ত্ৰ, যুদ্ধৰ সঁজুলি বিশেষভাৱে চাবলগীযা। ইয়াত সন্নিবিষ্ট যুদ্ধৰ দৃশ্যবোৰত নিজস্ব বৈশিষ্ট্য চকুত পৰে। মনোমোহা বৈশিষ্ট্যপূৰ্ণ দিলবৰ আৰু দোসাইৰ দ্বাৰা অংকিত হস্তীবিদ্যাৰ্ণৱ পুথিত মাটিলৈকে বৈ পৰা সাজ-পাৰ আৰু চিক্‌মিকীয়া অলংকাৰ দৃষ্টিনন্দন। ইয়াৰ চিত্ৰবোৰত শিল্পীয়ে বস্তুৰ অনুকৰণ কৰি তাক নিৰ্দিষ্ট স্থান আৰু নিটোল ৰং-ৰেখাৰ মাধ্যমেদি এক ব্যৱহাৰিক উদ্দেশ্য সাধন কৰা দেখা যায়। পুথিখনত ইয়াৰ ৰচক সুকুমাৰ বৰকাথ, চিত্ৰকৰ দিলবৰ আৰু দোসাই, পৃষ্ঠপোষক ৰজা-ৰাণী শিৱসিংহ-অম্বিকাদেৱী আৰু তেওঁলোকৰ সভাসদবৰ্গৰ ছবি আঁকা আছে। অষ্টাদশ শতিকাৰ কালছোৱা ক্ষুদ্ৰ চিত্ৰাংকনেৰে চিত্ৰিত পুথি প্ৰকাশৰ বাবে উল্লেখযোগ্য। অসমৰ এই চিত্ৰাংকনৰ পুথিবোৰে অসম বুৰঞ্জী চিত্ৰিত কৰাৰ উপৰি হিন্দু মহাকাব্য আৰু পুৰাণৰ গল্পসমূহ লৈ ৰচনা কৰা অসমীয়া পুথিবোৰো সুশোভিত কৰিছিল। ৰামায়ণ আৰু ভাগৱতৰ দশম স্কন্ধৰ বিষয়বস্তুক লৈ ৰচিত পুথিতে সৰহভাগ চিত্ৰ আঁকা পোৱা গৈছে। চতুৰ্দশ-পঞ্চদশ শতিকাৰ 'লৱ-কুশৰ যুদ্ধ'ত অসমৰ সামগ্ৰিক চিত্ৰকলাৰ বৈশিষ্ট্য পৰিলক্ষিত হৈছে। অনন্ত আচাৰ্যৰ 'আনন্দ লহৰী'তো কিছুমান মনোগ্ৰাহী চিত্ৰ সন্নিবিষ্ট কৰা আছে।

অসমৰ চিত্ৰকলাত ৰাজপুত আৰু মোগল চিত্ৰকলাৰ প্ৰভাৱ পৰিছিল বুলি পণ্ডিতসকলে মত প্ৰকাশ কৰিছে। তদুপৰি কোনো কোনো চিত্ৰত চীন-তিব্বতীয় প্ৰভাৱো চকুত পৰে।

অসমৰ সৰহসংখ্যক চিত্ৰকলা অষ্টাদশ শতিকাৰ দান। উজনি অসমত, বিশেষকৈ, মাজুলীৰ সত্ৰীয়া পৰিৱেশত পৰিবৰ্ধিত পৰম্পৰাগত চিত্ৰশৈলীৰ এটা ঠেঙুলি সপ্তদশ শতিকাৰ শেষৰ দুটামান বছৰৰ ভিতৰত আহোম ৰাজসভালৈ গৈ আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহৰ শিল্প-ৰসিকতাৰ আভাস পাই ৰজাঘৰ-ৰাজসভাতো পুষ্টি সাধনৰ উপায় লাভ কৰে। সামগ্ৰিকভাৱে ক'বলৈ গ'লে অসমত পৰিপুষ্টি লাভ কৰিবলৈ সত্ৰ আৰু ৰাজসভা এই দুইখন ক্ষেত্ৰই প্ৰশস্ত আছিল। কিন্তু মোৱামৰীয়া বিদ্ৰোহকে ধৰি আন কেতবোৰ ৰাজনৈতিক আৰু সামাজিক অস্থিৰতাই এই দুয়োখন ক্ষেত্ৰতে খেলি-মেলিৰ সৃষ্টি কৰিছিল। ফলত চিত্ৰৰ দৰে সুকুমাৰ কলা চৰ্চাত বিঘ্নিত হৈছিল।

ছেগা-চোৰোকাকৈ হ'লেও আহোম যুগৰ চিত্ৰকলাৰ চৰ্চা ইংৰাজৰ দিনলৈকে বৰ্তি আছিল। যোৱা শতিকাৰ শেষভাগত ঘনশ্যাম খাৰঘৰীয়া ফুকনে লিখা কল্কি পুৰাণ নামৰ হাতেলিখা পুথিখনৰ লগে লগেই অসমীয়া চিত্ৰকলাৰ ইতিহাসৰো সামৰণি পৰিল বুলি ডঃ মহেশ্বৰ নেওগে উল্লেখ কৰিছে।

**প্ৰস্তুতি আৰু সংগ্ৰহ**

পুৰণি অসমীয়া পুথি আৰু ছবিবোৰ সাঁচিপাত অথবা তুলাপাতত লিখা বা আঁকা হৈছিল। এক সুদীৰ্ঘ শ্ৰমসাধ্য পদ্ধতিৰদ্বাৰা অগৰু গছৰ বাকলিৰ পৰা সাঁচিপাত প্ৰস্তুত কৰা হয়। তদুপৰি চিক্‌মিকনি বাঢ়িবৰ বাবে আৰু বেছিদিন টিকিবৰ বাবে সেইবোৰত মাটিমাহৰ তৰপ আৰু হাইতালেৰে বোলোৱা হয। সাঁচিপাতৰ উপৰি তুলাৰ পৰা কৰা তুলাপাতৰ ওপৰত লিখা আৰু চিত্ৰ আঁকা হৈছিল। লিখা আৰু আঁকাৰ বাবে স্থায়ী ৰং বিশিষ্ট খুব ঘন ক'লা চিঁয়াহী ব্যৱহাৰ কৰা হৈছিল। ছবিৰ ৰং হিচাপে ব্যৱহাৰ কৰা হৈছিল নীল, গেৰুৱা মাটি, হেঙুল বা সেন্দূৰ আৰু চাকিৰ কাজল। সাঁচিপাত, তুলাপাতৰ বাহিৰেও বাঁহৰ পাতল চটা, ভোজপাত আদিও পুথি লিখা পাত হিচাপে ব্যৱহাৰ কৰা হৈছিল যদিও অধিকসংখ্যক পুথি সাঁচিপাতত লিখা হৈছিল। একোখন পুথি লিখাৰ পাছত উকাভাৱে সম্পূৰ্ণ কৰাৰ পৰিবৰ্তে হেঙুল-হাইতালেৰে বোলাই পুথিৰ পাতবোৰত ধুনীয়া ধুনীয়া চিত্ৰ আঁকা হৈছিল। পুথিৰ লিপিকাৰো আছিল ভিন ভিন সম্প্ৰদায়ৰ। পুথিৰ নকল সাধাৰণতে ব্ৰাহ্মণ আৰু কায়স্থ সম্প্ৰদায়ৰ লোকে কৰিছিল যদিও লহকৰ আৰু গড়গঞা লোকসকলেও পুথি নকল কৰাৰ কথা জনা যায়। নকলকাৰকৰ সম্প্ৰদায় আৰু বৃত্তি অনুসৰি সেই গঢ়ৰ আখৰবোৰৰো নাম দিয়া হৈছিল। যেনে ঃ ব্ৰাহ্মণ সম্প্ৰদায়ৰ আখৰৰ চানেকী বামুণীয়া, কায়স্থসকলৰ কাইথেলী, লহকৰৰ লহকৰী, গড়গাঁৱৰ লিপিকাৰৰ আখৰৰ গঢক গডগঞা আদি।

**সামৰণি**

আধুনিক যুগত মধ্যবিত্ত শ্ৰেণীৰ প্ৰাধান্য বঢ়াৰ লগে লগে অসমলৈ পশ্চিমীয়া চিত্ৰকলা ৰীতিৰ আমদানি হ'ল যদিও আনবিলাক কলাৰ তুলনাত অসমত চিত্ৰকলাৰ

বিকাশ মন্থৰ। অৱশ্যে সাম্প্ৰতিক অসমত চিত্ৰকলাই এক আশাজনক পৰিবেশৰ জন্ম দিছে। শোভা ব্ৰহ্মা, নীলপৱন বৰুৱা আদিৰ দৰে শিল্পীৰ ঐকান্তিক প্ৰচেষ্টাত অসমৰ চিত্ৰকলাই সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে। চিত্ৰকলাই জীৱিকাৰো বাট মুকলি কৰিছে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ১ অসমৰ চিত্ৰকলাৰ পৰিচয় ২ অসমৰ চিত্ৰকলাৰ সাম্প্ৰতিক ছবি ৩ অসমৰ চিত্ৰকলাৰ অৱস্থা ৪ অসমৰ চিত্ৰকলা এক চমু আলোচনা ৫ বিহংগম দৃষ্টিৰে অসমৰ চিত্ৰকলা**

**ৰচনাৰ সংকেত ঃ ভূমিকা - এটি শুভ দিনৰ আৰম্ভণী - মাংগলিক উৎসৱটিৰ ৰীতি-নীতি - উৎপত্তি আৰু বিকাশ - সামৰণি**

# আলি-আই-লৃগাং

**ভূমিকা**

অসম বহু জনগোষ্ঠীৰ মিলনভূমি। নদীমাতৃক অসমৰ সমূহ জনগোষ্ঠীয়েই কৃষিজীৱী। কৃষিজীৱী জনগোষ্ঠীসমূহৰ মাজৰে এটি জনগোষ্ঠী মিছিংসকল। কৃষিজীৱী জনসমাজৰ জীৱন ধাৰণৰ পদ্ধতি আৰু কৃষ্টি-সংস্কৃতি মূলতঃ কৃষিভিত্তিক হোৱাই স্বাভাৱিক। অন্যান্য কৃষিজীৱী সমাজৰ দৰে মিছিং সমাজৰ জীৱনৰ চকৰিও প্ৰকৃতিৰ লগে লগে ঘূৰে। ব্যস্ততাভৰা জীৱনৰ অৱসৰৰ সময়তে মানুহে পালন কৰে বিভিন্ন উৎসৱ-অনুষ্ঠান। মিছিং জনগোষ্ঠীয়েও বছৰৰ কৃষিকৰ্ম উদ্‌যাপন কৰাৰ আগে আগে নৃত্য-গীতৰ সমন্বয়ত এটি উৎসৱ পালন কৰে। এই উৎসৱেই হ'ল আলি-আই লৃগাং।

**এটি শুভ দিনৰ আৰম্ভণী**

আলি -আই-লৃগাং মিছিংসকলৰ প্ৰধান উৎসৱ। মিছিং ভাষাত আলি মানে শস্যৰ বীজ বা কঠীয়া, আয়ে মানে ফল আৰু লৃগাং মানে আৰম্ভণী। অৰ্থাৎ, শস্য ৰোপণৰ আৰম্ভণী উৎসৱ। ইয়াৰ পৰাই বুজা যায় যে আলি-আই-লৃগাং এটা কৃষি উৎসৱ আৰু ই মিছিং জনসমাজৰ কৃষিভিত্তিক জীৱনৰ ওপৰত ভিত্তি কৰিয়েই গঢ় লৈ উঠিছে। আলি-আই-লৃগাং প্ৰত্যেক বছৰে সমগ্ৰ মিছিং সমাজত পালন কৰা হয়। অতীত কালত ফাগুন মাহৰ যিকোনো দিনত ইয়াক পালন কৰা হৈছিল। ইয়াৰ কোনো নিৰ্দিষ্ট দিনবাৰ নাছিল। কিন্তু আজি-কালি ফাগুন মাহৰ প্ৰথমটো বুধবাৰে সামগ্ৰিকভাবে মিছিং সমাজে এউ উৎসৱ পালন কৰে। মিছিংসকলৰ বিশ্বাস মতে বুধবাৰৰ দিনটো কৃষি সম্পৰ্কত এটা শুভ দিন। সেয়েহে এটা নিৰ্দিষ্ট বুধবাৰত আলি-আই-লৃগাং উদযাপন কৰিবলৈ লোৱা হ'ল।

**মাংগলিক উৎসৱটিৰ ৰীতি-নীতি**

আলি-আই-লৃগাং উৎসৱ দুভাগত বিভক্ত। এটা ভাগ কৃষি কাৰ্যমূলক আৰু আনটো উৎসৱমূলক অনুষ্ঠান। প্ৰথম ভাগটো ধৰ্মীয় বিশ্বাস আৰু সামাজিক পৰম্পৰাৰ সৈতে জড়িত। উৎসৱৰ প্ৰথম দিনা পুৱাৰ ভাগতে মুৰব্বীজনে পথাৰ বা বাৰীৰ এচুকত মাংগলিক

কাৰ্য সম্পাদন কৰে। দীঘে-পথালিয়ে পাঁচ-ছফুট বহল জোখৰ মাটি এডাখৰ চহ্ কৰি লোৱা হয় আৰু ইয়াৰ চাৰিচুকত চাৰিজোপা মেগেলা গছ গুজি দি একেলগে জুমুঠিয়াই বন্ধা হয়। তাৰ পাছত কপাহৰ আঁহ মেগেলাবিলাকত লগাই দিয়া হয়। লৃগাং কাৰ্য সম্পাদন কৰা লোকজনে কাণৰ গুৰিত কপাহ্ লগাই লয়। তাৰ পাছত চহ্ কৰা মাটিত কণী এটা ভাঙি দিযা হয। ইয়াৰ পাছতেই সৃষ্টি আৰু পালনকৰ্তাক সম্বোদ্ধি বিশেষ বচন মাতে আৰু আলু, আদা, ধান আদি মাটিত ৰুই দিযে। ইয়াকে লৃগাং (ৰোপণৰ আৰম্ভণি) বুলি কোৱা হয়। এই লৃগাং শেষ কৰাৰ পিছত পূৰ্বপুৰুষসকলক স্মৰণ কৰে। কৌপাত বা তৰাপাত পাত্ৰত দেৱতালে আপং আৰু পুৰাং যাচি কৃষিৰ সুফল আৰু মংগলময় জীৱনৰ বাবে প্ৰাৰ্থনা জনোৱা হয। সেইদিনা গাঁৱৰ সকলো লোকেই ঘৰে ঘৰে উঠি পুৰাং (পাতত সিজোৱা ভাত), আপং আৰু অন্যান্য বিশেষ বিশেষ খাদ্য খাই ফুৰে। ই মিছিং লোকসকলৰ পৰম্পৰাগত সামাজিক ৰীতি। ইয়াৰ যোগেদি সামাজিক আনন্দ উপভোগ কৰাৰ লগতে সমাজৰ লোকসকলৰ মাজত মিলা-প্ৰীতি আৰু সামাজিক সংহতি সাধনৰ পথ প্ৰশস্ত হয়। গধূলি সময়ৰ পৰা 'গুমৰাগ্ ছঋমান' বিহু অনুষ্ঠান আৰম্ভ হয়। গাঁৱৰ ডেকা-গাভৰুসকলে একেলগে হৈ গুম্ৰাগ্ বিহু গায। গাভৰুবিলাকে নতুন সাজ-পাৰ কৰি নাচিবলৈ যায়। ঢোল, তাল, পেঁপা, গগণা, লেঃনং মাৰ্বা, দেন্দন, তাপুং আদি বাদ্যযন্ত্ৰ লৈ আনন্দেৰে নাচ-গান কৰে।

ইযাত ডেকা-গাভৰুৱে একেলগে ঢোলৰ ছেৱে ছেৱে নৃত্য কৰে। এই নৃত্যবোৰ উৰ্বৰতা আৰু ঐন্দ্ৰজালিক ক্ৰিয়াৰে সমৃদ্ধ। ইয়াত থাকে কৃষি শস্যৰ হালি-জালি বাটি অহা নৃত্য ভংগীমা। এই নৃত্যৰ যোগেদি কৃষিকাৰ্যৰ সমৃদ্ধি কামনা কৰা হয়।

আলি-আই-লৃগাং সাধাৰণতে পাঁচদিন ধৰি চলাৰ নিযম। শস্যৰ গুটি মাটিত পেলোৱাৰ দিন, অৰ্থাৎ, লৃগাঙৰ দিনৰ পৰা শস্য গজালি মেলাৰ 'লঃলেন'ৰ দিনলৈ পাঁচদিন সময লাগে। এই পাঁচদিন সময ডেকা-গাভৰুৱে মানুহৰ ঘৰে ঘৰে গৈ গুমৰাগ্ চঃমান কৰে। শেষৰ দিনা সংগৃহীত টকা-পইচাৰে খাদ্য সমগ্ৰী আনি ভোজভাত খোৱাৰ নিযম। অৱশ্যে আজি-কালি লৃগাং উৎসৱ পাঁচদিনীযা নকৰি দুই-তিনি দিনতেই শেষ কৰা প্ৰথা চলিবলৈ ধৰিছে।

আলি-আই-লৃগাঙৰ প্ৰথম তিনিদিনত প্ৰতি ঘৰ মানুহে ভকত-ভকতনী চপাই মাংগলিক সকামৰ যোগেদি পূৰ্বপুৰুষ আৰু ইষ্ট দেৱতাসকলৰ প্ৰতি ভকতি যাচে। সেই কেইদিনত ৰাতি ঘৰে ঘৰে গৈ তেওঁলোকৰ 'য়দ্নাম্', অৰ্থাৎ, কৰ্মবিৰতি। গাঁওবাসী সেইদিনা কাম-কাজৰ পৰা বিৰত থাকে। বিশেষকৈ গছ-বন বা ঘাঁহ-বন কটা, মাছ মৰা, মাটি খন্দা বা চহ্ কৰা পথাৰত জুই জ্বলোৱা আদি সেইদিনা সম্পূৰ্ণ নিষিদ্ধ। এনে বহু কাম সেইদিনটোত মিছিংসকলে নকৰে। এই ৰীতি উলংঘা কৰিলে পূৰ্বপুৰুষ আৰু ইষ্টদেৱতা অসন্তুষ্ট হয় আৰু ফলস্বৰূপে খেতি-বাতি বেয়া হয় বুলি মিছিংসকলে বিশ্বাস কৰে। আলি-আই-লৃগাঙৰ পঞ্চমদিনা অৰ্থাৎ কৰ্মবিৰতিৰ অৱসান ঘটাই পুনৰ ভোজ আৰু নৃত্য-গীতৰ মাজেৰে উৎসৱৰ সামৰণি অনুষ্ঠান উদযাপিত কৰা হয়।

**উৎপত্তি আৰু বিকাশ**

আলি-আই-লৃগাং উৎসৱ কেতিয়া কেনেকৈ উৎপত্তি লাভ কৰি বিকাশৰ পথত অগ্ৰসৰ হয় তাক নিৰ্দিষ্টকৈ কোৱা টান। মানৱজাতিৰ কৃষি সভ্যতাৰ প্ৰগতিৰ ক্ষেত্ৰখন অধ্যয়ন কৰি জনা যায়, নাঙল-যুঁৱলীৰে খেতি কৰাৰ আগতেই আলি-আই-লৃগাং উৎসৱৰ উৎপত্তি। ধানখেতি কৰিবলৈ লোৱাৰ আগতেই ইয়াৰ বিকাশ। অৰ্থাৎ, মিছিংসকলে ভৈয়ামলৈ আহি নাঙল-যুঁৱলীৰে ধানখেতি কৰাৰ আগতেই আলি-আই-লৃগাং পালন কৰিছিল। সেই সময়ৰ পৰা ক্ৰমবিকাশৰ মাজেদি বৰ্তমানৰ অৱস্থা পাইছে।

**সামৰণি**

আলি-আই-লৃগাং বসন্তকালীন কৃষি উৎসৱ। কৃষিজীৱী মিছিং জনসমাজৰ জাতীয় উৎসৱ। আলি-আই-লৃগাঙৰ উপৰি তেওঁলোকৰ পঃৰাগ, আমৰাগ আদি উৎসৱ আছে। বিহু উৎসৱবোৰ আনুষ্ঠানিক আৰু মঞ্চমুখী হোৱাৰ দৰেই আলি-আই-লৃগাঙৰ দৰে কৃষিজীৱী উৎসৱসমূহো মঞ্চমুখী হৈছে। কিন্তু প্ৰকৃতিৰ লগত নিবিড় সম্পৰ্ক থকা কৃষি উৎসৱসমূহত আধুনিকতাৰ পৰশ লাগিলে তাৰ স্বকীয়তা হেৰাই যোৱাৰ সম্ভাৱনা থাকে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ বসন্ত উৎসৱ আলি-আই-লৃগাং ২ কৃষিজীৱী উৎসৱ আলি-আই-লৃগাং

## ইতিহাস প্ৰসিদ্ধ স্থান ঃ তেজপুৰ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - পৰ্যটকৰ মন আকৰ্ষক সম্ভাৰ - প্ৰাচীন গল্পৰ দৰে ভৰপূৰ যাৰ বুকু - সমৃদ্ধিশালী নগৰখনৰ শিলেও কথা কয় - সামৰণি

**ভূমিকা**

অতীতৰ বুকুতেই বৰ্তমানৰ ভেটি গঢ়ি উঠে। অতীত কৰ্মৰাশিৰ স্মৃতি আৰু কাৰ্যকাৰিতা অদৃশ্যভাৱে বৰ্তমানতে লুকাই থাকে। অতীতৰ আদৰ্শ আৰু ভাব লৈ গঢ়ি উঠে বৰ্তমান আৰু তাকেই ভিত্তি কৰি গঢ়ি উঠে ভৱিষ্যত। সেয়েহে ইতিহাস মানৱ জীৱনৰ বাবে অতিকৈ প্ৰয়োজনীয়। অসম পুৰণি ঐতিহ্যৰে গৌৰৱান্বিত ৰাজ্য। অসমৰ চুকে-কোনে, গাঁৱে-নগৰে প্ৰাচীন ঐতিহ্যৰে অনেক স্মৃতি চিহ্ন আজিও জিলিকি আছে। অসমৰ তেনে এখন ইতিহাস প্ৰসিদ্ধ স্থান হৈছে তেজপুৰ। প্ৰাগ্ ঐতিহাসিক যুগৰে পৰা সমৃদ্ধিৰে উপচি পৰা তেজপুৰ নগৰ পৰ্যটকৰ বাবেও আকৰ্ষণীয় স্থান।

বৰ্তমান তেজপুৰ নগৰখনৰ পুৰণি নাম আছিল শোণিতপুৰ। বান ৰজাৰ ৰাজত্বকাল, উষা-অনিৰুদ্ধৰ প্ৰেম কাহিনী আৰু হৰি-হৰৰ যুদ্ধৰ বাবে তেজপুৰ ইতিহাস প্ৰসিদ্ধ স্থান। প্ৰত্নতাত্ত্বিক দিশত উন্নত মানৱ সম্পদৰাজিৰে চহকী তেজপুৰ নগৰৰ বিভিন্ন অঞ্চলত বিক্ষিপ্তভাৱে বহু ঐতিহাসিক চিন পৰিলক্ষিত হয়। এইবোৰৰ কিছুমানৰ কাহিনীৰ

স্থান-কাল-পাত্ৰ আদি নিৰূপন কৰাটো অতি কষ্টসাধ্য হৈ পৰিছে। শোণিতপুৰক উষাৰ নগৰী বুলি কোৱা হয়। এই তেজপুৰ নগৰেই তাৰ স্মৃতি কঢ়িয়াই লৈ ফুৰিছে। সমগ্ৰ তেজপুৰ জিলাখনকে শিলৰ যাদুঘৰ বুলি কোৱা হয়। অসংখ্য শিলত খোদিত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি, শিলালিপি, প্ৰাচীন অট্টালিকা, মন্দিৰ আদিৰে তেজপুৰ নগৰ ভৰি আছে।

**পৰ্যটকৰ মন আকৰ্ষক সম্ভাৰ**

তেজপুৰ নগৰখন অসমৰ অন্যান্য চহৰবোৰতকৈ কিছু পৰিমাণে হ'লেও পৰিস্কাৰ-পৰিচ্ছন্ন। বহুতে ইয়াক 'সমভূমিৰ শ্বিলং' আখ্যা দিব খোজে। পৰ্যটকক আকৰ্ষণ কৰিব পৰাকৈ তেজপুৰ নগৰত অজস্ৰ সম্পদ আছে যদিও চৰকাৰীভাৱে সংৰক্ষণৰ সু-ব্যৱস্থা নোহোৱাৰ বাবে বহু ক্ষেত্ৰত পিছ পৰি থকা পৰিলক্ষিত হয়।

তেজপুৰ নগৰৰ পৰা মাত্ৰ কেইকিলোমিটাৰমান আঁতৰত দক্ষিণ-পশ্চিমে দ-পৰ্বতীয়া এক ঐতিহাসিক স্থান। ইয়াত এখন শিলৰ তোৰণ আছে। অসমত এতিয়ালৈকে পোৱা ভাস্কাৰ্যসমৃদ্ধ বস্তুৰ ভিতৰত দ-পৰ্বতীয়া শিলৰ তোৰণখন আটাইতকৈ আকৰ্ষণীয়। গুপ্তযুগৰ আৰ্হিত সজা গংগা-যমুনাৰ মূৰ্তি আৰু আন আন আলংকাৰিক বৈচিত্ৰ্য থকা এই দুৱাৰখন ষষ্ঠ শতিকাৰ বুলি জনা গৈছে। যুগ যুগ ধৰি বতাহ, বৰষুণ, প্ৰাকৃতিক দুযোৰ্গ আদিক গাত পাতি লৈ থিয় হৈ থকা তোৰণখন আৰু সেই অঞ্চলটো ঐতিহাসিক সম্পদ।

**প্ৰাচীন সম্পদেৰে ভৰপূৰ যাৰ বুকু**

সম্ভৱতঃ সমগ্ৰ অসমৰ ভিতৰতে এক বিখ্যাত তথা সুন্দৰ কীৰ্তিচিহ্ন হ'ল তেজপুৰৰ অগ্নিগড। লোক বিশ্বাস অনুযায়ী বানৰজাই তেওঁৰ জীয়েক উষা আৰু সখীয়েক চিত্ৰলেখাক  সুৰক্ষিতভাৱে ৰাখিছিল এই অগ্নিগডত। বৰ্তমান তেজপুৰ নগৰৰ দক্ষিণ প্ৰান্তত থকা বৰ লুইতৰ পাৰৰ সৰু পাহাৰ এটাক অগ্নিগড় পাহাৰ বুলি জনা যায়। সুন্দৰ প্ৰাকৃতিক দৃশ্যৰে ভৰপুৰ অগ্নিগড পাহাৰৰ চূড়াৰ পৰা তেজপুৰ নগৰ আৰু ব্ৰহ্মপুত্ৰ নদীৰ মনোমোহা দৃশ্য দেখা যায়। বৰ্তমান অগ্নিগডৰ সৌন্দৰ্য বৃদ্ধিৰ বাবে উষা-অনিৰুদ্ধ উদ্যান গঢ়ি তোলা হৈছে। ১৯৯১ চনত অসমৰ এগৰাকী শিল্পী জয় দাসে নিৰ্মাণ কৰা উষা-চিত্ৰলেখাৰ  এক ভাস্কৰ্য  অগ্নিগডত প্ৰতিষ্ঠা কৰা হৈছে। ঐতিহাসিক কাহিনী মতে বান ৰজাই উষাৰ বাবে নিৰ্মাণ কৰি লোৱা নগৰখনক কন্যাপুৰ বুলি কোৱা হৈছিল। কন্যাপুৰৰ কেউফালে ওখ গড মাৰি তাৰ ওপৰত জুই জ্বলাই নগৰখন পোহৰাই ৰখাৰ লগতে সুৰক্ষাৰ ব্যৱস্থা কৰিছিল। এই অগ্নিগডত পুৰণি শিলৰ খট্‌খটি এতিয়াও আছে। উষাক আৰাধনাৰ বাবে মহাভৈৰৱ আৰু মহাভৈৰৱীৰ মন্দিৰ নিৰ্মাণ কৰি দিছিল। এই মন্দিৰ আজিও ঐতিহ্যৰ স্বাক্ষৰৰূপে তেজপুৰ নগৰত বিদ্যমান। অগণন ভক্তৰ আগমনেৰে ই পবিত্ৰ ভূমি হৈ আছে। তেজপুৰ নগৰৰ সৌন্দৰ্য বৰ্দ্ধন আৰু পুৰণি কীৰ্তিচিহ্নসমূহ সংৰক্ষণৰ বাবে ইংৰাজৰ আমোলত যথেষ্ট মনোযোগ দিয়া হৈছিল। ইয়াৰ নিদৰ্শন হ'ল তিনিওফালে প্ৰাচীন পুখুৰীৰে আগুৰা ক'লপাৰ্ক (বৰ্তমানৰ চিত্ৰলেখা উদ্যান)। ১৯০৬ চনত সেই সময়ৰ তেজপুৰৰ উপায়ুক্ত মিঃ ক'লে কিছুমান অ'ত-ত'ত সিঁচৰতি হৈ থকা মনোমোহা শিলত খোদিত মূৰ্তি গোটাই  উদ্যানখন গঢ়ি তোলে। ইয়াত থকা মূৰ্তিবোৰৰ সৰহভাগেই

তেজপুৰৰ আদালত নিৰ্মাণ কৰোতে খননকাৰ্যত উদ্ধাৰ হোৱা। এইবোৰ একাদশ শতিকাৰ পৰা ত্ৰয়োদশ শতিকাৰ ভিতৰৰ বুলি অনুমান কৰা হৈছে।

প্ৰাচীন পুখুৰী থকাটো যিকোনো ঐতিহাসিক নগৰৰে বৈশিষ্ট্য। তেজপুৰ নগৰেও এই বৈশিষ্ট্য যুগমীয়া কৰিছে। লেচু পুখুৰী, হজৰা পুখুৰী, পদুম পুখুৰী আদি পুখুৰীবোৰৰ ভিতৰত পদুম পুখুৰী বা লক্ষ্মীনাথ সৰোবৰেই ধুনীয়া বুলি ক'ব পাৰি। এখন দলঙেৰে সৈতে মাজৰ দ্বীপটোত থকা উদ্যানখনলৈ যাব পাৰি। কিন্তু পৰ্যটকক আকৰ্ষণ কৰিব পৰাকৈ ঐতিহাসিক সৌন্দৰ্যখিনি সংৰক্ষণ কৰাত চৰকাৰে পৰ্যাপ্ত ব্যৱস্থা গ্ৰহণ কৰা নাই।

**সমৃদ্ধিশালী নগৰখনৰ শিলেও কথা কয়**

তেজপুৰ নগৰৰ মাজমজিয়াত অৱস্থিত এপিফেনিৰ গীৰ্জাটো উত্তৰ-পূৱ ভাৰতত ইংৰাজসকলৰ খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ নিদৰ্শনৰূপে থিয় দি আছে। ১৮৪৭ চনত নিৰ্মাণ কৰা এই গীৰ্জাটো ভাৰতৰ পুৰণি গীৰ্জাসমূহৰ ভিতৰত এটা। ই নগৰখনৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। ধৰ্মীয় চিহ্নসমূহৰ মাজত শৈৱধৰ্মৰ প্ৰভাৱ তেজপুৰ নগৰৰ অন্যতম বৈশিষ্ট্য। তাৰেই প্ৰমাণ মহাভৈৰৱ, টিঙেশ্বৰ, কৈলাশপতি, হলেশ্বৰ, হিংগুলেশ্বৰ ইত্যাদি মন্দিৰবোৰ।

তেজপুৰ নগৰক শিলৰ যাদুঘৰ বুলি কোৱা হয়। তেজপুৰ আদালত প্ৰাংগন আৰু উপায়ুক্তৰ কাৰ্যালয় নিৰ্মাণ কৰোতে বহু পুৰাতাত্ত্বিক সামগ্ৰী উদ্ধাৰ কৰা হৈছিল। অনুমান কৰা হয় পূৰ্বতে তাত সূৰ্য মন্দিৰ আছিল। ৮২৯-৮৩০ খ্ৰীষ্টাব্দত শালস্তম্ভীয় নৃপতি হৰ্জৰ বৰ্মাই তেজপুৰ চহৰৰ দক্ষিণ-পশ্চিম টিঙেশ্বৰ দেৱালয়ৰ পাদদেশত ব্ৰহ্মপুত্ৰৰ গাতে লাগি থকা প্ৰকাণ্ড শিল এটাত লিপি খোদিত কৰিছিল। অসমত এতিয়ালৈকে উদ্ধাৰ হোৱা শিলালিপিৰ ভিতৰত এই শিলালিপিৰ পাঠোদ্ধাৰেই কষ্টসাধ্য হৈছে। বামুণী পাহাৰত থকা পুৰণি মন্দিৰৰ ভগ্নাৱশেষ আৰু তাত থকা শিলত খোদিত মূৰ্তি তথা ফুল আদিয়ে আমাৰ পূৰ্বপুৰুষৰ অভিযান্ত্ৰিক দক্ষতাৰ পৰিচয় দিয়ে।

কলিয়াভোমোৰা দলং তেজপুৰ নগৰৰ পৰা তিনি কিলোমিটাৰ পূবে ব্ৰহ্মপুত্ৰ নদীৰ ওপৰত আছে। এইখন ভাৰতৰ তৃতীয় দীৰ্ঘতম দলং। এই দলঙে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ ৩৭ নং ৰাষ্ট্ৰীয় পথক সংযোগ কৰিছে। কলিয়া ভোমোৰা বৰফুকন অসমৰ ইতিহাসৰ এটি উল্লেখযোগ্য চৰিত্ৰ। কলিয়া ভোমোৰৰ স্মৃতিত নিৰ্মাণ কৰা এই দলঙৰ দৈৰ্ঘ্য ৩ ০১৫ কিলোমিটাৰ। দলংখনৰ উত্তৰ পাৰৰ সীমাৰ দেৱালত খোদিত কৰা সাতভনীৰ ভাস্কৰ্যও চকুত লগা।

শোণিতপুৰ জিলাৰ বিভিন্ন প্ৰান্তৰ পৰা সংগ্ৰহ কৰা পৌৰাণিক মূৰ্তি, মুদ্ৰা, তামৰ ফলি, শিলালিপি, সাঁচিপাত, বৰটোপ আদি সামগ্ৰীৰে ৰাজ্যিক সংগ্ৰহালয়ৰ অধীনত তেজপুৰৰ দৰং মহাবিদ্যালয়ৰ ওচৰত ১৯৮৬ চনত এটা সংগ্ৰহালয় স্থাপন কৰা হয়। বৰ্তমান আঢ়ৈশতকৈ বেছি সামগ্ৰীৰে পৰিপুষ্ট এই সংগ্ৰাহালযটোত নৱম শতিকাৰ শেষৰ ভাগৰ তৃতীয় বলবৰ্মাৰ তামৰ ফলি, নৱম-দশম শতিকাৰ ব্ৰঞ্জৰ আৰু শিলৰ মূৰ্তি, আহোমযুগৰ বৰটোপ, সপ্তদশ আৰু অষ্টাদশ শতিকাৰ আপুৰুগীয়া মুদ্ৰা, শংকৰদেৱ বিৰচিত ব্ৰজাবলী ভাষাৰ পাৰিজাত হৰণ নাট, দৈত্যাৰি ঠাকুৰৰ স্যমন্তক হৰণ নাট ইত্যাদিৰ

৪৭ খন সাঁচিপাতৰ পুথি হস্তশিল্প আৰু লোকশিল্পৰ বস্তু ইত্যাদি ইয়াত সংগ্ৰহ আৰু প্ৰদৰ্শনৰ ব্যৱস্থা কৰা হৈছে।

**সামৰণি**

ইতিহাসক ধৰি ৰাখি নতুন প্ৰজন্মৰ সন্মুখত তাক ডাঙি ধৰিব পৰাটো এটা অতি গুৰুত্বপূৰ্ণ কাম। নিজৰ দেশৰ, জাতিৰ ইতিহাস নজনাটো অতি পৰিতাপৰ কথা। ইতিহাসপ্ৰসিদ্ধ অঞ্চলসমূহ ভ্ৰমণ কৰি তাৰ প্ৰকৃতি অধ্যয়ন কৰিলে মানুহৰ জ্ঞান বৃদ্ধি হয় আৰু নিজৰ পূৰ্বপুৰুষসকলক চিনি পোৱা যায়।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ তুমি দেখা এখন ইতিহাস প্ৰসিদ্ধ চহৰ ২ অসমৰ প্ৰাচীন ঐতিহ্যমণ্ডিত এখন নগৰ

# উত্তৰ-পূৰ্বাঞ্চলৰ বসন্ত উৎসৱ

**ৰচনাৰ সংকেত :** ভূমিকা - বসন্ততে আয়োজিত বিভিন্ন উৎসৱ - অজনজাতিৰ সৈতে মিলিব পৰা উৎসৱৰ আনন্দ - সামৰণি



অসম তথা অসমৰ চুবুৰীয়া ৰাজ্যকেইখন (যাক আমি সাতভনী বুলি কওঁ) বাৰেৰহণীয়া সংস্কৃতিৰ এক বৰ্ণাঢ্য চ'ৰাঘৰ। বছৰৰ বিভিন্ন উপলক্ষ্যত অঞ্চলটোৰ জনগণে বিভিন্ন জনমুখী উৎসৱ পালন কৰে। অসম তথা ইয়াৰ দাঁতি-কাষৰীয়া অঞ্চলসমূহত পালন কৰা বসন্ত উৎসৱ ঘাইকৈ কৃষিমুখী। এনে বসন্ত উৎসৱৰ ভিতৰত ব'হাগ বিহু বা ৰঙালী বিহু অন্যতম। এই বসন্ত উৎসৱৰ লগত অসমৰ উজনি-নামনি, পৰ্বত-ভৈয়াম সকলো অঞ্চলৰ ধৰ্ম, বৰ্ণ নিৰ্বিশেষে সকলো লোকৰ সম্বন্ধ নিবিড়।

**বসন্ততে আয়োজিত বিভিন্ন উৎসৱ**

বসন্ত কালত পালন কৰা হয় বাবে ব'হাগ বিহু আৰু ইয়াৰ সমগোত্ৰীয় সমূহ উৎসৱক বসন্ত উৎসৱ নামেৰে সামূহিকভাৱে সামৰা হয়। বসন্ত কালত এই অঞ্চলত দেখিবলৈ পোৱাৰ দৰে ফুলে-পাতে জাতিষ্কাৰ ৰূপ, কুলি-সখীয়তী আদি চৰাইৰ সুমধুৰ সুৰ, এনে মনোমোহা পৰিবেশ ভাৰতৰ আন ঠাইত দেখিবলৈ পোৱা নাযায়। প্ৰকৃতিৰ এই মনোমোহা ৰূপত মুগ্ধ হৈ এই অঞ্চলৰ লোকে উলহ-মালহেৰে বসন্ত উৎসৱ পালন কৰে। আগতে অৱশ্যে কোনো নিৰ্ধাৰিত দিনত বিহু আদিৰ দৰে বসন্ত উৎসৱ পালন কৰা হোৱা নাছিল।

নামনি অসমৰ গোৱালপাৰা জিলাৰ কোনো কোনো ঠাইত বিহুক 'বিষুৱা' বুলি কয়। উজনি অসমত গৰুবিহুৰ পৰা সাতদিন জুৰি সাতবিহু পালন কৰাৰ দৰে গোৱালপাৰাতো গৰুবিহুৰ পৰা সাতদিনলৈ সাতবিহু বা সাত বিষৱা পালন কৰা হয়। গোৱালপাৰাৰ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ বগৰীবাৰীৰ শ্ৰীশ্ৰী মহামায়া ধামত ব'হাগৰ এক তাৰিখৰ পৰা সাত বিষুৱা উৎসৱ পূজা-পাতল, মেলা আদিৰে পালন কৰা হয়।

অসমৰ স্থান আৰু সম্প্ৰদায় বিশেষে বিহু তথা বসন্ত উৎসৱ পালনৰ সামান্য পাৰ্থক্য দেখা যায়। তিৱাসকলে ব'হাগৰ প্ৰথম বুধবাৰৰ পৰা এই উৎসৱ আৰম্ভ কৰে। আনহাতে পৰ্বতৰ নামনি অঞ্চলৰ তিৱাসকলে ব'হাগৰ শেষৰফালে বিহু পাতে। এওঁলোকৰ বিহুতো মাহ, হালধি, বেঙেনা-থেকেৰাৰ ব্যৱহাৰ আৰু সৰুৱে ডাঙৰক সেৱা কৰাৰ নিয়মৰ উপৰি নৃত্য-গীতেৰে হুঁচৰি গোৱাৰ প্ৰথাও আছে। তিৱাসকলৰ 'ছগ্ৰা-মি-ছৱা' আমাৰ বিহুৰ দৰেই প্ৰেম আৰু যৌৱনৰ উৎসৱ। সমূহীয়া নৃত্য-গীতৰ মাজেৰে এই উৎসৱ পালিত হয়। এই উৎসৱত তিৱা ডেকা-গাভৰুৱে মনৰ হা-হুতাশ প্ৰকাশ কৰে মুক্তভাৱে। 'ছগ্ৰা-মি-ছৱা' এসপ্তাহ ধৰি চলে। সেই সময়ছোৱাত তিৱাসকলে তেওঁলোকৰ প্ৰধান উপাস্য দেৱতা ফা-মহাদেউক উদ্দেশ্য কৰি আগেয়ে কোনেও ননচা সাতোটা নৃত্য কৰে। উৎসৱৰ শেষৰ দিনা পুৰোহিতে নতুন নৃত্যৰে উৎসৱৰ সামৰণি মাৰে।

বিহু মিচিংসকলৰো প্ৰিয় উৎসৱ যদিও তেওঁলোকৰ বসন্ত উৎসৱ আলি-আই-লৃগাংহে। আহুধান সিঁচিবৰ বাবে তেওঁলোকে এই উৎসৱ পাতে, বৰকাঁহ বজাই মেঘ দেৱতাক মাতে, ঢোল, পেঁপা, গগণা লৈ ৰং-ধেমালি কৰে। এই উৎসৱত ঘৰে ঘৰে বিহু মৰাৰ আনন্দমুখৰ পৰিৱেশত গোৱা গীতবোৰ লৃগাং নিঃতম বুলি কোৱা হয়। এই গীতবোৰৰ মাজেদি আলি-আই্-লৃগাঙৰ তাৎপৰ্য বিবিধ ধৰণে বৰ্ণনা কৰা হয়। গাঁৱৰ ডেকা-গাভৰু, ল'ৰা-ছোৱালী, বুঢা-বুঢী আটায়ে গাঁৱৰ ইমূৰৰ পৰা সিমূৰলৈ হাতত ঢোল, তাল, পেঁপা, গগণা, টকা আদি বিবিধ বাদ্যযন্ত্ৰ লৈ লৃগাং নিঃতমৰ সুৰে সুৰে গুমৰাগ নৃত্যৰ ছন্দেৰে মুখৰিত কৰি তোলে।

দেউৰীসকলে ঠিক চ'তৰ সংক্ৰান্তিৰ দিনাই বিহু আৰম্ভ নকৰে। বিহুৰ পিছৰ বুধবাৰৰ পৰাহে আৰম্ভ কৰে। তেওঁলোকৰ বাবে বুধবাৰেই আটাইতকৈ পবিত্ৰ বাৰ। ব'হাগ বিহু বা 'ব'হাগীয় বিচু' দেউৰীসকলৰ প্ৰধান জাতীয় উৎসৱ। দেউৰী সমাজত বিহুৰ সমাদৰ আৰু বিহু পতাৰ পয়োভৰ বিশেষ মন কৰিবলগীয়া। বিহুত গোসাঁনী-শালত তেওঁলোকৰ উপাস্য দেৱতা 'কুন্দিমামা', অৰ্থাৎ, হৰ-গৌৰীক পূজা-পাতল দিয়া নিয়ম। এওঁলোকৰ বিহু পতা নিয়ম কিছু সুকীয়া, ডেকাসকলৰ বিহু আৰু গাভৰুসকলৰ বিহু একে নহয়, পৃথক পৃথক। বয়সীয়া পুৰুষ আৰু মহিলাৰ বিহুও সুকীয়া। সকলোৱে মিলিজুলি একেলগে বিহুতলীত নানাচে। একেদৰে হুঁচৰি গোৱাৰ ব্যৱস্থাও বিশেষত্বপূৰ্ণ। এখন গাঁৱৰ মানুহ আন এখন গাঁৱলৈ গৈ হুঁচৰি গোৱাত বাধা-নিষেধ আছে। ডেকাসকলৰ বিহুতলী বা বিহু খোলাত তেওঁলোক ঢোল, টকা, পেঁপা, গগণা আদি লৈ গীত গায় আৰু নাচেও। সেইদৰে গাভৰু

বিহু খোলাত গাভৰুৱে নাচে, গীতো গায়। এই গীতবোৰে জাতীয় ঐতিহ্যৰ উপৰি সদা পৰিচিত সমাজখনৰ বিবিধ চিত্ৰৰ সুন্দৰ আভাস দিয়ে।

ৰাভাসকলেও বৰ সমাৰোহেৰে তেওঁলোকৰ 'বৈশাখ, দোমাহী' পালন কৰে। ৰাভা ডেকা-গাভৰুৱেও তেওঁলোকৰ জাতীয় বাদ্যযন্ত্ৰ, কাৰা, গমনে, খাম, ব্ৰাংছি আদিৰ সহযোগত নাচে আৰু গায। ডিমাছাসকলে বিহুক 'বুচু' বোলে। তেওঁলোকেও বিহুত নানা বাদ্যযন্ত্ৰ বজাই নাচে।

সোণোৱাল কছাৰী সম্প্ৰদায়ে বৰ উলহ-মালহেৰে বিহু পালন কৰে। এওঁলোকে বিহুত হাইদাং গীত, হিলালী গীত গায়। হুঁচৰি গাওঁতে ব্যৱহাৰ কৰা বাঁহৰ টকাটো এই সোণোৱাল-কছাৰী সম্প্ৰদাযৰে বৰঙণি।

অসম বুৰঞ্জীৰ এটা প্ৰসিদ্ধ সম্প্ৰদায মৰাণসকলৰো ঘাই উৎসব বিহু। তেওঁলোকেও ব'হাগ মাহৰ কোনো এটা বিশেষ বুধবাৰৰ পৰাহে বিহু পালন কৰে। মৰাণসকলে প্ৰতি বছৰে বিহুত হুঁচৰি নাগায। তিনি-চাৰি বছৰৰ মূৰে মূৰেহে এটা বিহুত হুঁচৰি গোৱাৰ দিন স্থিৰ কৰি লয।

গোৱালপাৰাৰ হাজংসকলেও ব'হাগ বিহু উলাহেৰে পালন কৰে। তেওঁলোকে এই বিহুক 'লেৱাটনা বিহু' বোলে। পশ্চিম অসমৰ কথিত ভাষাত 'লেৱা' মানে লতা। এডাল লতাৰ এমূৰে ডেকা আৰু এমূৰে গাভৰুৱে ধৰি টনা-টনি কৰি গীত গাই বিহুত নাচে। কোনো অঞ্চলত এই বিহুক বিষুৱা বুলিও কোৱা হয়।

**অ-জনজাতিৰ সৈতে মিলিপৰা উৎসবৰ আনন্দ**

বড়ো-কছাৰীসকলৰ সমাজতো অ-জনজাতীয় অসমীযা সমাজৰ দৰেই বিহুৰ বিশেষ সমাদৰ দেখা যায। তিনিটা বিহুৰ ভিতৰত ব'হাগ বিহু আৰু মাঘ বিহু তেওঁলোকে উলহ-মালহেৰে পালন কৰে। বড়োসকলে ব'হাগ বিহুক 'বাইছাগু' বোলে। বাইছাগু উৎসৱত বড়ো-কছাৰী ডেকা-গাভৰুৱে 'বাইছাগু-মেথায', অৰ্থাৎ, বিহুগীত গায়। তেওঁলোকৰ মাজত হুঁচৰিৰ দৰে 'মাগন' প্ৰথা আছে। গৰু বিহুৰ দিনা পুৱাই তেওঁলোকে গৰু, ম'হক গা ধুৱাবলৈ নিয়াৰ আগতে ধান খাবলৈ দিয়ে। দ্বিতীয় দিনা বড়োসকলে তেওঁলোকৰ উপাস্য দেৱতা 'বাথৌ' বা মহাদেৱক পূজা কৰে আৰু বাঁহী বজাই নতুন বছৰক আদৰণি জনায়। পূৰ্বাপৰ প্ৰচলিত প্ৰথা অনুসৰি বড়োসকলে বিহুত কড়ি খেলে। অসমৰ মঙলদৈ অঞ্চলত বিহুত বৈশাখী দৌল উৎসৱ পালন কৰা হয়।

অৰুণাচলৰে মনপা, চেৰডুকপেন আদি বৌদ্ধ জনজাতিসকলে বসন্তকালত বুদ্ধৰ জন্মদিন বৌদ্ধ পুৰ্ণিমা শ্ৰদ্ধাৰে পালন কৰে। খামতি আৰু চিংফৌসকলেও তেনে উৎসৱৰ আয়োজন কৰে। খামতিসকলে এই উৎসৱত জন্তুৰ মুখৰ আকৃতিৰ মুখা আদি ব্যৱহাৰ কৰি নাচ-গানেৰে ৰং-ৰহইচ কৰে। আদিসকলেও এপ্ৰিল মাহৰ প্ৰথম ভাগত ভৈয়ামৰ ব'হাগ বিহুৰ দৰেই মপিন উৎসৱ পাতে।

ভৈয়ামত বাস কৰা বৌদ্ধসকলেও বিহুৰ দৰেই এক বসন্ত উৎসৱৰ আয়োজন কৰে। এই উৎসৱক তেওঁলোকে পয়চাংকেন বোলে। এই উৎসৱতে বুদ্ধদেৱৰ মূৰ্তিক গা ধুৱায়।

ইয়াৰ পিছতে পিতৃ-মাতৃ আৰু গুৰুজনৰ গাত পানী ঢালি গা ধুবায় আৰু শেষত বন্ধু-বান্ধৱৰ গা পানী ঢালি 'পানী বিহু' পাতি ৰং কৰে। সকলো বৌদ্ধ দেশতে এই প্ৰথা প্ৰচলিত।

আমাৰ 'সাতভনী'ৰে এগৰাকী মণিপুৰৰ মণিপুৰীসকলে নৃত্য-গীত প্ৰধান 'চইৰওবা' উৎসৱেৰে নতুন বছৰক আদৰণি জনায়।

নগাসকলৰ বিভিন্ন জাতি, উপজাতিৰ মাজতো বসন্ত উৎসৱৰ প্ৰচলন আছে। 'মাৱাটছু,' 'চুংৰেম' আৰু 'ছিচো' নগাসকলৰ তিনিটা উল্লেখযোগ্য উৎসৱ। ইয়াৰে শেষৰটো প্ৰকৃততে বসন্ত উৎসৱ যদিও ইয়াৰ উদ্দেশ্য কৃষিধৰ্মী।

মিজোসকলৰ প্ৰধান বসন্ত উৎসৱটিৰ নাম 'ছাৱাছাৰকুট'। নৃত্য প্ৰধান এই উৎসৱত গোটেই মিজোৰাম উৰুলিকৃত হৈ পৰে।

ত্ৰিপুৰীসকলেও আমাৰ ৰঙালী বিহুৰ দৰেই এক উৎসৱৰ আয়োজন কৰে। এই উৎসৱৰ সাদিনৰ দিনা আয়োজিত বিশেষ উৎসৱক 'গৰিকা পূজা' বোলে।

**সামৰণি**

অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ আন বহু জাতি-জনজাতিয়েও বিহুৰ সমসাময়িকভাৱে নিজ নিজ বসন্ত উৎসৱ উলহ-মালহেৰে পালন কৰে। অসমৰ পৰ্বত-ভৈয়াম সকলোতে নতুন বছৰক নৃত্য-গীতেৰে স্বাগতম জনোৱা হয়। এই উৎসৱসমূহে জনজীৱনৰ জীৱন-যাত্ৰা আৰু জীৱন-দৰ্শন স্বৰূপাৰ্থত বহন কৰি আহিছে। উৎসৱসমূহৰ লগত সাঙোৰ খাই থকা নৃত্য-গীতসমূহতো অপৰূপ প্ৰকৃতিৰ ছবি, জনগণৰ জীৱনৰ কল্পনা, উপলব্ধি আৰু হৃদয়ৰ বতৰা তথা সমগ্ৰ সংস্কৃতিৰ ৰং আৰু সুৰভিৰে সুবাসিত হৈ আছে। সেইদৰে ইয়াৰ নৃত্যত ৰূপায়িত হৈছে আদিম বিশ্বাসৰ ৰূপ আৰু জীৱন ছন্দ। আৰু এনেদৰেই এই উৎসৱসমূহে পৰ্বত-ভৈয়ামৰ সংস্কৃতিৰ এক অপৰূপ সমন্বয় সাধন কৰি আছে আৰু কৰি থাকিব।

*আনন্দেৰে শিকা কথা কেতিয়াও পাহৰা নাযায়।*
— **এ মাৰ্টিয়াৰ**

# ভাৰতৰ চন্দ্ৰ অভিযান 'চন্দ্ৰযান'

**ৰচনাৰ সংকেত ঃ** ভূমিকা - প্ৰাক্তন ৰাষ্ট্ৰপতি আব্দুল কালামৰ মানস সন্তান 'মুন ইমপেক্ট প্ৰ'ব' - কি কাম কৰিব চন্দ্ৰযানে - চন্দ্ৰযান অভিযানত অসমৰ বিজ্ঞানী - সামৰণি

*ভাৰতৰ এই চন্দ্ৰাভিযান শিহৰণকাৰী আৰু উৎসাহজনক।*

**— হোৱাইট হাউছ, আমেৰিকা যুক্তৰাষ্ট্ৰ**

## ভূমিকা

এভাৰেষ্ট শৃংগৰ চূড়াত, এণ্টাৰ্কটিকাত আৰু এইবাৰ জোনবাইতো — ভাৰতৰ প্ৰতীকচিহ্ন ত্ৰিৰংগ সকলোতে স্থাপিত হ'ল। ২০০৮ চনৰ ১৪ নৱেম্বৰত চন্দ্ৰপৃষ্ঠৰ পৰা কেইকিলোমিটাৰমান ওপৰত থকা এখন যানৰ পৰা এডাল প্ৰ'ব (মানে দণ্ডাকৃতিৰ এক গঠন) এৰ খাই আহিল। তাৰ বাহিৰৰ আৱৰণৰ কেইবাঠাইতো অংকিত আছিল ভাৰতৰ ত্ৰিৰংগ পতাকাৰ ছবি। সি আহি পৰিলহি চন্দ্ৰৰ ছাকল্টন ক্ৰেটাৰ'ৰ পৰা ৩২ কিলোমিটাৰ দূৰত। কিছুদূৰ বাগৰি যোৱাৰ পাছত ই নিশ্চল হৈ পৰিল। লগে লগে চন্দ্ৰৰ বুকুত বিজয়ী বেশত ৰৈ গ'ল ভাৰতৰ ত্ৰিৰংগ। ১৪ নৱেম্বৰৰ পুৱা যিখন ভাৰতীয় মহাকাশযানৰ পৰা এই প্ৰ'বটো আহি চন্দ্ৰপৃষ্ঠত পৰিছিল, সেই যানখন আছিল চন্দ্ৰযান ১। চন্দ্ৰযান ১ হ'ল ভাৰতীয় মহাকাশ গৱেষণা সংস্থাৰ প্ৰথম চন্দ্ৰ অভিমুখী উপগ্ৰহ। ইয়াৰ আগতে ভাৰতীয় মহাকাশ গৱেষণা সংস্থাই আন কেইবাটাও কৃত্ৰিম উপগ্ৰহ মহাকাশলৈ নিক্ষেপ কৰিলেও চন্দ্ৰলৈ কোনো মহাকাশযান পঠিওৱা নাছিল।

চন্দ্ৰযান ১ মানৱবাহী নহয়। যানখনে চন্দ্ৰৰ পৰা প্ৰায় ১০০ কিলোমিটাৰ আঁতৰেদি দুবছৰৰ বাবে চন্দ্ৰক প্ৰদক্ষিণ কৰি থাকিব। ২০০৮ চনৰ ২২ অক্টোবৰত অন্ধ্ৰ প্ৰদেশৰ শ্ৰীহৰিকোটাৰ 'সতীশ ধাৱান স্পেচ চেণ্টাৰ'ৰ পৰা PSLV XL উৎক্ষেপক যানৰ সহায়ত ইয়াক উৎক্ষেপণ কৰা হয়। ৮ নৱেম্বৰত ই চন্দ্ৰৰ কক্ষপথত প্ৰৱেশ কৰি চন্দ্ৰৰ পৰা ৭,৫০০ কিলোমিটাৰ ওপৰেদি চন্দ্ৰক প্ৰদক্ষিণ কৰিবলৈ আৰম্ভ কৰে। পাছত ১২ নৱেম্বৰত তাক ১০০ কিলোমিটাৰ ওপৰৰ কক্ষপথলৈ অনা হয়। এই কক্ষপথতে চন্দ্ৰযান ১ - এ অহা দুবছৰ ধৰি চন্দ্ৰক প্ৰদক্ষিণ কৰি থাকিব আৰু বিভিন্ন পৰীক্ষা-নিৰীক্ষা চলাব।

## প্ৰাক্তন ৰাষ্ট্ৰপতি আব্দুল কালামৰ মানস সন্তান 'মুন ইমপেক্ট প্ৰ'ব'

১৪ অক্টোবৰত চন্দ্ৰযান ১ - ৰ পৰা যিডাল 'প্ৰ'ব' (সম্পূৰ্ণ নাম 'মুন ইমপেক্ট প্ৰব' বা এম আই পি) আঁতৰি গৈ চন্দ্ৰৰ বুকুত ভাৰতৰ ত্ৰিৰংগসহ নিজৰ অস্তিত্ব সাব্যস্ত কৰিছিল, সি আছিল প্ৰকৃততে ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি ডঃ এ পি জে আব্দুল কালামৰ মানস সন্তান।

২০০৪ চনৰ নৱেম্বৰ মাহত উদয়পুৰত অনুষ্ঠিত 'ইন্টাৰনেচনেল লুনাৰ এক্সপ্লোৰেছন ৱৰ্কিং গ্ৰুপ কনফাৰেন্স'ত কালামে এই প্ৰ'বডাল চন্দ্ৰযান ১ মিছনত অন্তৰ্ভুক্ত কৰাৰ কথা কয়। কালামে চিন্তা কৰিলে যে চন্দ্ৰৰ ইমান ওচৰলৈ (মাত্ৰ ১০০ কিলোমিটাৰ)

যোৱাৰ পাছত চন্দ্ৰত স্থায়ী কিবা এটা চিন ৰাখি যাব পাৰিলে বেয়া নহ'ব। তেওঁ আৰু এটা কথা চিন্তা কৰিছিল যে চন্দ্ৰক মাত্ৰ কেইখনমান দেশৰ সম্পত্তি হিচাপে এৰি দিয়াটো উচিত নহয় আৰু ভাৰতে এই ক্ষেত্ৰত নিজৰ অধিকাৰ সাব্যস্ত কৰা উচিত। তদুপৰি পাছত যদি চন্দ্ৰ তথা ইয়াৰ ৰাসায়নিক সম্পদবোৰক লৈ খোৱা-কামোৰা লাগে, তেতিয়া ভাৰতেও এই প্ৰ'বৰ দ্বাৰা চন্দ্ৰত নিজৰ অস্তিত্ব প্ৰমাণ কৰাৰ লগতে প্ৰাপ্য অধিকাৰবো দাবী কৰিব পাৰিব।

### কি কাম কৰিব চন্দ্ৰযানে

চন্দ্ৰযান ১এ চন্দ্ৰক পৰিভ্ৰমণ কৰাৰ দুবছৰীয়া এই সময়ছোৱাত চন্দ্ৰপৃষ্ঠৰ জৰীপ সম্পূৰ্ণ কৰি তুলিব আৰু ত্ৰিমাত্ৰিক ভূ-স্থানিক মানচিত্ৰ তৈয়াৰ কৰিব পৰাকৈ তথ্য সংগ্ৰহ কৰিব। চন্দ্ৰত থাকিব পৰা ৰাসায়নিক পদাৰ্থবোৰ সম্পৰ্কে জনাটোও চন্দ্ৰযান ১ৰ এক মূল লক্ষ্য হ'ব। চন্দ্ৰৰ মেৰু অঞ্চলক বেছি গুৰুত্ব দিয়া হ'ব। কাৰণ ইযাত হযতো 'বৰফ' (এই 'বৰফ' পানীৰ বাহিৰে আন গেছীয বা জুলীযা পদাৰ্থৰো হ'ব পাৰে) থাকিব পাৰে। চন্দ্ৰযান ১এ এঘাৰবিধ সঁজুলি বা নিৰীক্ষক যন্ত্ৰ কঢ়িয়াই নিছে। তাৰে পাঁচবিধ নিজা, মানে ভাৰতৰ। আন ছবিধ আমেৰিকা যুক্তৰাষ্ট্ৰৰ মহাকাশ গৱেষণা সংস্থা নাছা, ইউৰোপিয়ান স্পেচ এজেন্সী আৰু বুলগেৰিয়ান এৰোস্পেচ এজেন্সীৰ। অৱশ্যে চন্দ্ৰযান ১এ তেওঁলোকৰ এই সঁজুলিসমূহ বিনামূলীযাকৈ কঢ়িয়াই নিছে। ইযাৰ লগত সংযুক্ত বিশেষ প্ৰকাৰৰ সৌৰকোষে চন্দ্ৰযান ১-ক শক্তিৰ যোগান ধৰিব।

বৈজ্ঞানিক বিশ্লেষণ তথা জৰীপৰ উপৰি চন্দ্ৰযান ১-ৰ আন দুটা গুৰুত্বপূৰ্ণ উদ্দেশ্যও আছে। সেই দুটা হ'ল ঃ ভৱিষ্যতে ভাৰতে আন উপগ্ৰহ, গ্ৰহ বা নক্ষত্ৰলৈ পঠিয়াবলগীয়া মহাকাশযানৰ ক্ষেত্ৰত উপযুক্ত অভিজ্ঞতা আহৰণ কৰা আৰু পাছত চন্দ্ৰত অৱতৰণ কৰিবলগীয়া ৰোভাৰ জাতীয যানৰ ক্ষেত্ৰত প্ৰয়োজনীয 'ছফট্ লেণ্ডিং' (আমাৰ উৰাজাহাজৰ দৰে মসৃণ লেণ্ডিং) সম্পৰ্কে জ্ঞান অৰ্জন কৰা। উল্লেখ্য যে এইবাৰ যি এম আই পি নামৰ প্ৰ'বডাল চন্দ্ৰপৃষ্ঠত নিক্ষেপ কৰা হ'ল, সি 'ক্ৰাছলেণ্ডিং'হে কৰিছিল। মানে সাধাৰণভাৱে ক'বলৈ গ'লে ওপৰৰ পৰা এটা বস্তা পেলাই দিযাৰ নিচিনা কথা। পাছৰবাৰ অৱশ্যে এনে নহ'ব আৰু এখন ৰোভাৰ যানে তাত মসৃণভাৱে অৱতৰণ কৰিব।

চন্দ্ৰযান ১ৰ ওজন ৫২৩ কিলোগ্ৰাম আৰু এই সমগ্ৰ প্ৰকল্পটোত ব্যয় হৈছে প্ৰায় চাৰিশ কোটি টকা।

### চন্দ্ৰযান অভিযানত অসমৰ বিজ্ঞানী

আমাৰ বাবে পৰম সুখৰ কথা যে অসমৰ বিজ্ঞানী জিতেন্দ্ৰনাথ গোস্বামী চন্দ্ৰযান প্ৰকল্পৰ লগত ওতপ্ৰোতভাৱে জৰিত। আহমেদাবাদৰ ফিজিকেল ৰিছাৰ্চ লেবৰেটৰীৰ সঞ্চালক গোস্বামীয়ে চন্দ্ৰযান ১ৰ প্ৰিন্সিপাল ছায়েন্টিফিক ইনভেষ্টিগেটৰৰূপে কুশলতাৰে কাৰ্যনিৰ্বাহ কৰে।

### সামৰণি

চন্দ্ৰযানৰ সফল উৎক্ষেপণৰ পাছত ভাৰত চন্দ্ৰলৈ যান পঠিওৱা চতুৰ্থখন দেশৰূপে পৰিগণিত হ'ল। এই সফলতাই আমাৰ বিজ্ঞানী, প্ৰযুক্তিবিদসকলক পৰৱৰ্তী চন্দ্ৰ

অভিযানৰ বাবেও যথেষ্ট উৎসাহিত আৰু অনুপ্ৰাণিত কৰিছে। এই প্ৰকল্প সফল হ'লে ভাৰতে বিশ্বৰ মহাকাশ অভিযান মানচিত্ৰত নিজৰ এক সুকীয়া স্থান দখল কৰিবলৈ সক্ষম হ'ব। সমগ্ৰ ভাৰতবাসী এতিয়া সেই শুভদিনৰ অপেক্ষাত।

**লগতে চাওক ঃ** *ভাৰতৰ মহাকাশ অভিযান*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - কেৰিয়াৰৰ চিন্তা কাৰ বাবে - কেৰিযাৰ বাচনিৰ উপায় - সামৰণি

# কেৰিয়াৰ

**ভূমিকা**

হাইস্কুল শিক্ষান্ত আৰু উচ্চতৰ মাধ্যমিক পৰীক্ষাৰ ফল ঘোষণাৰ পাছতেই ছাত্ৰ-ছাত্ৰীসকলৰ মাজত সঘনাই যিটো প্ৰশ্নৰ আলোচনা হয় সেইটো হ'ল, 'মই এতিয়া কি পঢ়িম?' কি কেৰিযাৰ বাচি লম। কাৰোবাৰ বাবে প্ৰশ্নটো হয়তো তেনেই সাধাৰণ যেন লাগিব পাৰে, কিন্তু যিসকল ছাত্ৰ-ছাত্ৰী, শিক্ষানুৰাগী আৰু যিসকলে আনুষ্ঠানিক শিক্ষাৰ যোগেদিয়েই ভৱিষ্যৎ জীৱন নিৰ্বাহৰ কথা ভাবিছে, তেওঁলোকৰ বাবে ই এটা গভীৰভাৱে বিবেচনা কৰি চাবলগীয়া প্ৰশ্ন।

**কেৰিয়াৰৰ চিন্তা কাৰ বাবে**

বৰ্তমান যুগটো হ'ল প্ৰতিযোগিতাৰ যুগ। এই প্ৰতিযোগিতাৰ যুগত ছাত্ৰ-ছাত্ৰীসকলে যদি আগতীয়াকৈ তেওঁলোকৰ কৰ্মজীৱন বা কেৰিযাৰৰ পৰিকল্পনা নকৰে তেনেহ'লে পাছলৈ যথেষ্ট সমস্যাৰ সন্মুখীন হোৱা দেখা যায়। এটা সময় আছিল যেতিয়া সাধাৰণ মেট্ৰিক বা স্নাতক এজনেই অতি সহজে যিকোনো ক্ষেত্ৰত সংস্থাপন লাভ কৰিব পাৰিছিল। এতিযা আৰু সেই যুগ নাই। এতিযা প্ৰথা বহিৰ্ভূত (Un-conventional) কৰ্ম সংস্থাপনৰ সুযোগ ওলাইছে বেছি।

সাধাৰণতে দেখা যায়, কেৰিযাৰ এটা নিৰ্বাচনৰ ক্ষেত্ৰত ছাত্ৰ-ছাত্ৰীৰ মাক-দেউতাক-অভিভাৱকৰ সিদ্ধান্ত, বন্ধু-বান্ধৱে নিৰ্বাচন কৰা কেৰিয়াৰে প্ৰচুৰ প্ৰভাৱ বিস্তাৰ কৰে। ফলস্বৰূপে, ছাত্ৰ-ছাত্ৰীৰ কৰ্মক্ষমতা তথা তেওঁৰ চৰিত্ৰত থকা বিশেষ লক্ষণবোৰ ক'ৰবাতে থাকি যায়। ইয়াৰ ফলত প্ৰশাসক হ'বলৈ উপযুক্ত কোনোবাজন হয়তো হয়গৈ চিকিৎসক, চিকিৎসক হ'বলৈ উপযুক্তজন হযতো হয়গৈ দৰ্শনৰ অধ্যাপক। তেনেদৰে চিত্ৰকৰ হ'বলৈ প্ৰতিভা থকাজনে যোগ দিয়েগৈ সেনাবাহিনীত বা সাংবাদিক হ'ব খোজাজনে হয়গৈ মেডিকেল ৰিপ্ৰেজেনটেটিভ আদি। ঠিক তেনেকৈ এগৰাকী সফল ইঞ্জিনিয়াৰ হ'বলৈ সকলো গুণ তথা দক্ষতা থকা এগৰাকী ছাত্ৰীয়ে কেৱল ছোৱালী হোৱা কাৰণেই হোম ছায়েন্স পঢ়াৰ যুক্তিযুক্ততা ক'ত? স্বাভাৱিকতে এই অৱস্থাত কোনো

লোকেই কৰ্ম জীৱনত সন্তুষ্ট হ'ব নোৱাৰে। সেয়ে সঠিক সিদ্ধান্ত গ্ৰহণ আৰু সঠিক কেৰিয়াৰ পৰিকল্পনা জীৱনৰ এটা অতিশয় প্ৰয়োজনীয় কথা। আমি পূৰ্বেই উল্লেখ কৰি আহিছো যে সঠিক কেৰিয়াৰ নিৰ্বাচন এটা খুবেই জটিল কথা। অনেক সময়ত ছাত্ৰ বা ছাত্ৰীগৰাকীয়ে কেৰিয়াৰ নিৰ্বাচনৰ ক্ষেত্ৰত কম অভিজ্ঞতাসম্পন্ন সমনীয়া বন্ধু, তথা ঠেক আৰু প্ৰচলিত ধাৰণাত আবদ্ধ জ্যেষ্ঠ লোকৰ উপদেশ লৈ কেৰিয়াৰ নিৰ্বাচনৰ সমগ্ৰ প্ৰক্ৰিয়াটোকে আৰু বেছি জটিল কৰি পেলায়। সেয়ে এনে জটিল পৰিস্থিতিৰ যাতে উদ্ভৱ নহয় আৰু ভুল পথেৰে যাতে পৰিচালিত হ'বলগা নহয় তাৰ বাবে নিৰ্দিষ্ট বিষয়ত যথেষ্ট অভিজ্ঞতা থকা ব্যক্তি, সাম্প্ৰতিক পৃথিৱীখনৰ খা-খবৰ ৰাখি থকা শিক্ষক আদিৰ কাষ চাপিলে কেৰিয়াৰ নিৰ্বাচনৰ জটিল প্ৰসংগটো ছাত্ৰ বা ছাত্ৰীগৰাকীৰ বাবে কিছু সহজ হ'ব। তদুপৰি ছাত্ৰ বা ছাত্ৰীগৰাকীয়ে শিক্ষানুষ্ঠানৰ শেহতীয়া তিনিটা পৰীক্ষাত (হাইস্কুল শিক্ষান্ত, উচ্চতৰ মাধ্যমিক আৰু স্নাতক) দেখুওৱা ফলৰ ধাৰণাটোৱেও তেওঁ কেনেধৰণৰ কেৰিয়াৰৰ বাবে উপযুক্ত তাৰ এটা সম্যক আভাস দিয়ে।

**কেৰিয়াৰ বাচনিৰ উপায়**

কেৰিয়াৰৰ (Career) আভিধানিক অৰ্থ হ'ল ঃ A profession affording opportunities of advancement', অৰ্থাৎ, কেৱল কৰ্মজীৱনৰ ধাৰা বা উন্নতিয়েই নহয়, কেৰিযাৰ হ'ল বৃত্তি, যি উন্নতিৰ সুযোগ আৰু পৰিৱেশৰ গঢ দিব পাৰে। বৰ্তমান দেশৰ অৰ্থনৈতিক আৰু প্ৰযুক্তিৰ বিকাশৰ লগে লগে ন ন কেৰিযাৰৰো সম্ভাৱনা মুকলি হৈছে। ইণ্ডাষ্ট্ৰিয়েল ছেফ্‌টি মেনেজমেণ্ট, হোটেল মেনেজমেণ্ট, স্পেচিয়েল এফেক্ট ইন ভিডিঅ' এডিটিং, কোম্পানী ছেক্ৰেটাৰী আদিৰ দৰে বহু সম্ভাৱনাময জীৱিকাৰ বিষয়ে আমাৰ বহু অভিভাৱকে নাজানে বা জানিলেও গুৰুত্ব দিব নোখোজে। ফলস্বৰূপে আজিও ছাত্ৰ-ছাত্ৰীসকল গতানুগতিক বৃত্তিসমূহক লৈয়ে ব্যস্ত থকা দেখা যায়।

কেৰিয়াৰ এটা নিৰ্বাচন কৰাৰ আগতে এগৰাকী ছাত্ৰ বা ছাত্ৰীয়ে কেইটামান মৌলিক প্ৰশ্নৰ উত্তৰ নিজকে দিব পাৰিব লাগিব। যেনে ঃ

- ছাত্ৰ হিচাপে মই কোন স্তৰৰ ছাত্ৰ?
- পৰীক্ষাত মই কেনেধৰণৰ ফল দেখুওৱাৰ সম্ভাৱনা?
- মোৰ গুণ আৰু ক্ষমতা (abilities) সমূহ কি কি?

এই মৌলিক প্ৰশ্নসমূহৰ যথাযথ উত্তৰ নিজকে দিব পাৰিলে ছাত্ৰ বা ছাত্ৰীগৰাকীয়ে এই কথা ঠাৱৰ কৰা বৰ কঠিন নহয যে কেনেধৰণৰ কেৰিযাৰ এটাৰ বাবে তেওঁ উপযুক্ত। সকলো ধৰণৰ চাপ বা প্ৰভাৱৰ পৰা মুক্ত হৈ নিজৰ ইচ্ছা-অনিচ্ছা, চৰিত্ৰত থকা সবল আৰু দুৰ্বল দিশবোৰৰ মূল্যায়ন কৰিব পৰাজনেহে এক সঠিক কেৰিযাৰ নিৰ্বাচন কৰিব পাৰে।

কৰ্ম, আত্মপৰিচযৰ একমাত্ৰ পথ। এজন মানুহে এটা কামহে ভালকৈ কৰিব পাৰে,— এনে ধাৰণা ভুল। কেৰিয়াৰ নিৰ্বাচনত ভুল হ'লে ওৰে জীৱন সেই ভুলৰ জৰিমনা ভৰিবলগীয়া হয়। সাধাৰণতে এজন মানুহে বিশেষ এটা কাম হয়তো খুব ভালভাৱে কৰিব পাৰে, কিন্তু তাৰ লগতে আন দুই-এক ক্ষেত্ৰতো তেওঁৰ প্ৰতিভাৰ সম্যক বিকাশ দেখা যাব পাৰে।

#### সামৰণি

কেৰিয়াৰ নিৰ্বাচনৰ সময়ত কেইটামান কথা বিশেষভাৱে মনত ৰখা প্ৰয়োজন। কেৰিযাৰ নিৰ্বাচনৰ ক্ষেত্ৰত ব্যক্তিত্ব, বৃত্তিৰ প্ৰতি আগ্ৰহ (interest) ইত্যাদি বিষয়ৰ বিবেচনা অত্যন্ত মূল্যৱান। যি ধৰণৰ বৃত্তিৰ প্ৰতি কোনো আকৰ্ষণ নাই তেনে বৃত্তি পৰিহাৰ কৰাই উচিত। তদুপৰি কেৰিযাৰ নিৰ্বাচনৰ সময়ত নিজকে চিনি পাব লাগিব, নিজৰ সম্বন্ধে জানিব লাগে, কি ভাল লাগে, কি বেয়া লাগে, নিজৰ ক্ষমতা কিমান, সীমাবদ্ধতা কিমান, উচ্চাকাংক্ষা কিমান, — এই সকলো সম্পৰ্কে নিজেই নিশ্চিত হ'ব লাগে। নিজকে বুজি, যদি কোনো কেৰিযাৰ নিৰ্বাচন কৰা হয়, তেতিয়া ভৱিষ্যতে নিৰাশাতো ভুগিবলগীয়া নহয়।

# অসমৰ জাতীয় উৎসৱ বিহু

**ৰচনাৰ সংকেত ঃ** ভূমিকা - কৃষি উৎসৱ বিহু - বসন্তৰ ৰংসনা ৰঙালী বিহু - নৃত্যৰ আনন্দত মুখৰিত ব'হাগ - ভোগালী কঙালীৰ মিলন এই বিহু - সামৰণি

*কৃষিজীৱী জাতিবোৰৰ মাজত খেতিৰ বতৰৰ সাডম্বৰ আগমন, কৃষিৰ ফল সৃষ্টিৰ উন্নত অৱস্থা প্ৰাপ্তি আৰু সেই ফলৰ আহৰণে আনন্দৰ আৰু আনন্দ-উৎসৱৰ উদ্ৰেক কৰা অতি স্বাভাৱিক কথা। আমাৰ তিনিটা বিহু আমাৰ এই তিনিটা পৰিস্থিতিৰ জয় ঘোষণা মাথোন।*

**— ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা**

#### ভূমিকা

অসমত এনে কিছুমান উৎসৱ আছে, যিবোৰ পূৰ্বতে কৃষিৰ ওপৰত নিৰ্ভৰ কৰি গঢ লৈ উঠিছিল আৰু পাছলৈ ঘাইকৈ আনন্দ উৎসৱলৈ পৰিণত হ'ল। কৃষিভিত্তিক এনে আনন্দ উৎসৱৰ ভিতৰত বিহু প্ৰধান। এই উৎসৱৰ লগত অসমৰ উজনি-নামনি, পৰ্বত-ভৈয়াম সকলো অঞ্চলৰ ধৰ্ম, বৰ্ণ নিৰ্বিশেষে সকলো লোকৰ সম্বন্ধ নিবিড় আৰু ব্যাপক। সেয়েহে অসমৰ জাতীয় উৎসৱ বা প্ৰধান উৎসৱ বুলিলে বিহুকেই পোনতে বুজোৱা হয়।

#### কৃষি উৎসৱ বিহু

অসমৰ বিহু উৎসৱ তিনিটা। ব'হাগ বিহু বা ৰঙালী বিহু (এপ্ৰিল মাহৰ মাজভাগত হয়), কাতি বিহু বা কঙালী বিহু (অক্টোবৰ মাহৰ মাজভাগত হয়) আৰু মাঘ বিহু বা ভোগালী বিহু (জানুৱাৰী মাহৰ মাজভাগত হয়)। ব'হাগ বিহু খেতিৰ আৰম্ভণিৰ সময়ত, কাতি বিহু খেতিৰ বাঢনী বতৰত আৰু মাঘ বিহু খেতি চপোৱাৰ শেষত হয়। অসমীয়াৰ

ব'হাগ বিহু খেতিৰ আৰম্ভণিৰ আৰু মাঘ বিহু সামৰণিৰ উৎসৱ। ব'হাগত পোৱাৰ আশা আৰু মাঘত পোৱাৰ, পাই সামৰাৰ আনন্দ।

অসমৰ বিহু তিনিটা পূৰ্বতে বিহু নামেৰে জনাজাত হোৱা নাছিল। পুৰণি কালত ব'হাগ, কাতি আৰু মাঘ মাহত, অৰ্থাৎ তিনিটা বিশেষ ঋতুত খেতি কৰা বাবে খেতিয়কসকলে সূৰ্য, অগ্নি, পৃথিৱী, আকাশ আদি দেৱতাৰ সন্তুষ্টিৰ অৰ্থে পূজা কৰিছিল। লাহে লাহে ধৰ্মীয় বিশ্বাসবোৰ নোহোৱা হ'ল আৰু আনন্দ-উৎসৱ প্ৰধান হৈ পৰিল। আহোম স্বৰ্গদেউসকলৰ দিনতেই বিহুৱে বৰ্তমানৰ অৱস্থা আৰু ৰূপ পায়।

**বসন্তৰ ৰং সনা ৰঙালী বিহু**

ব'হাগ বিহু চ'ত মাহৰ শেষ দিনাৰ (সংক্ৰান্তি) পৰা আৰম্ভ হয়। সেইদিনটো হিন্দু দিন-পঞ্জীৰো শেষ দিন। আগেয়ে ব'হাগ বিহু সাতদিন ধৰি পালন কৰা হৈছিল। প্ৰত্যেক দিনৰে একোটাকৈ সুকীয়া সুকীয়া নাম আছিল ঃ গৰু বিহু, মানুহ বিহু, গোসাঁই বিহু, তাঁতৰ বিহু, নাঙলৰ বিহু, ঘৰচীয়া জীৱ-জন্তুৰ বিহু আৰু চেৰা বিহু। এই সাতটা বিহুক সাতবিহু বোলা হৈছিল। কোনো কোনো অঞ্চলত গোটেই ব'হাগ মাহজুৰি বিহুৰ ৰং-ৰহইচ চলে যদিও প্ৰথম ছদিন আৰু শেষৰ দিনটোৰ বাহিৰে বাকী দিনবোৰৰ কোনো নিৰ্দিষ্ট নাম ৰখা নহয়। সাতদিনকৈ বা এমাহকৈ পালন কৰা উভযবিধ বিহুৰেই শেষৰ দিনটোৰ নাম চেৰা বিহু।

বসন্ত কালত পালন কৰা হয বাবে ব'হাগ বিহু আৰু ইযাৰ সমগোত্ৰীয সমূহ উৎসৱক বসন্ত উৎসৱ নামেৰে সামূহিকভাৱে সামৰা হয। বসন্ত কালত এই অঞ্চলত দেখিবলৈ পোৱাৰ দৰে ফুলে-পাতে জাতিষ্কাৰ ৰূপ, কুলি-সখিযতী আদি চৰাইৰ সুমধুৰ সুৰ ভাৰতৰ আন কোনো ঠাইতে দেখিবলৈ পোৱা নাযায। প্ৰকৃতিৰ এই মনোমোহা ৰূপত মুগ্ধ হৈ এই অঞ্চলৰ লোকে উলহ-মালহেৰে বসন্ত উৎসৱ পালন কৰে। আগতে অৱশ্যে কোনো নিৰ্দ্ধাৰিত দিনত বিহু আদিৰ দৰে বসন্ত উৎসৱ পালন কৰা হোৱা নাছিল।

চ'তৰ বিহু বুলিও খ্যাত ব'হাগ বিহুৰ প্ৰথম দিনটো গৰু বিহু। সেইদিনা পুৱাই দীঘলতিৰ নুফুলা ঠাৰিৰে কোবাই কোবাই গৰুক পথাৰলৈ খেদি নি নৈ, বিল বা পুখুৰীৰ পাৰত গা ধুৱায আৰু লাও, বেঙেনা আদি গৰুৰ গাত ছটিযাই দিযা হয। লাও-বেঙেনা আদি ছটিযাবলৈ এডাল পাতল ফলা মিহি বাঁহৰ সঁজুলিৰ সহায লোৱা হয। দেখিবলৈ এডাল ত্ৰিশূলৰ দৰে এই বাঁহৰ সঁজুলিডালৰ নাম 'চাট'। জনবিশ্বাসমতে সদাশিৱৰ সন্তুষ্টিৰ বাবে চাটডালৰ আকাৰ ত্ৰিশূলৰ দৰে কৰা হয়। লাও, বেঙেনাৰ উপৰি চাটডালত কেটুৰী, হালধি, থেকেৰা, কেৰেলা আদি চকলিয়াই গাঁথি দিযা হয। চাটৰ পৰা লাও, বেঙেনা আদি গৰুৰ গালৈ ছটিয়াওঁতে গোৱা হয়, 'দীঘলতি দীঘল পাত, মাখি মাৰো জাত জাত (কোনো কোনোৱে 'গৰু কোবাওঁ জাত জাত' বুলি গায়), মাৰ সৰু, বাপেৰ সৰু, তই হ'বি বৰ গৰু। লাও খা, বেঙেনা খা, বছৰে বছৰে বাঢি যা।' লাও, বেঙেনা ছটিওৱা চাটডাল আনৰ লগত সলনি কৰিলে অপায়-অমংগল দূৰ হয় বুলি বিশ্বাস। গধূলি গৰু ঘৰলৈ ঘূৰি আহোঁতে বিহুৱান হিচাপে গৰুক নতুন পঘা দিয়া হয় আৰু গৰুৰ অপায়-অমংগল নহ'বৰ বাবে গোহালিত জাগ বা ধোঁৱা দিযা হয। গৰু অসমীয়াৰ খেতিৰ প্ৰধান অৱলম্বন আৰু ই

উর্বৰতাৰ প্ৰতীক বুলিও ধৰ্মমত প্ৰচলিত। সেয়ে বছৰেকৰ বিহুৰ প্ৰথম দিনটোৱেই গো-সংবৰ্দ্ধনৰ বাবে উৎসৰ্গীকৃত। গৰু বিহুৰ দিনাই গধূলি হাতত জেতুকা লোৱাটো অসমৰ জীয়ৰী-বোৱাৰীৰ এক অপৰিহাৰ্য আৰু ফূৰ্তিৰ প্ৰথা। জেতুকা পাত, পাণ, থেকেৰা আদিৰে সৈতে পটাত খুন্দি ৰং উলিয়াই দুহাতৰ তলুৱাত ঘঁহা হয়। জেতুকা পাতবোৰ ডাঙৰ হাতীখুজীয়া বাটি এটাত তিয়াই, খচি খচি ধুই পটাত পিহি ৰং উলিওৱা হয়। জেতুকাৰ ৰং বেছি ঘন হ'বলৈ আৰু দিন যাবলৈ লগত পাণ আৰু কেহেৰাজৰ পাত মিহলাই মিহিকৈ পিহি হাতৰ তলুৱাত প্ৰলেপ দি, কলপাত জুইত সেকি লেৰেলাই হাতত বান্ধি লোৱা হয়। জেতুকাৰ ৰঙে ছালৰ অসুখ আদি প্ৰতিৰোধ কৰে বুলি বিশ্বাস কৰাৰ লগতে এই ৰঙে হাতৰ লগতে জীয়ৰী, গাভৰুৰ মনো ৰঙিয়াল কৰি তোলে। গৰু বিহুৰ দিনা ৰাতি নেওৰা তলত বহি মচুৰ মাহ, আমৰ মল, কঁঠালৰ মুচি, নিমপাত, নিমখ আদি একেলগে পিহি তৈয়াৰ কৰা 'মহৌষধি' খালে বছৰটোলৈ বেমাৰ-আজাৰ নহয় বুলি বিশ্বাস কৰা হয়।

গৰু বিহুৰ পাছদিনা মানুহ বিহু। নামনি অসমত সেইদিনাৰ বিহুক 'বৰ দোমাহী' বোলা হয়। বিহুৱান প্ৰদান আৰু পৰিধান এই বিহুৰ বিশেষত্ব। নতুন বছৰ আৰু ৰঙালী বিহু উপলক্ষে অসমীয়া সমাজত আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱৰ মাজত গামোচা, নতুন কাপোৰ বা আন উপহাৰৰ বিনিময় হয। এনে উপহাৰকে বিহুৱান বোলা হয়। বিহুৱান বুলিলে সাধাৰণতে গামোচাকে বুজোৱা হয় যদিও বিহু তথা নতুন বছৰ উপলক্ষে দিযা প্ৰায সকলো উপহাৰকে বিহুৱানৰ লগত সাঙুৰি ল'ব পাৰি। আমাৰ সমাজত এই বিহুৱানৰ এক সুকীযা মৰ্যাদা আৰু সন্মান আছে।

গৰু বিহু আৰু মানুহ বিহু, দুয়োদিনেই মাহ-হালধিৰে গা ধোৱাৰ উপৰি চিৰা-আখৈ আৰু পিঠা-পনাৰে জুতি লগাই জলপান খোৱা হয। ৰঙালী বিহুৰ সময়ত অসমৰ কোনো কোনো অঞ্চলৰ ৰাইজ লগ লাগি মাছ ধৰিবলৈ আৰু চিকাৰ কৰিবলৈ যোৱাৰ নিয়ম আজিও আছে। মানুহ বিহুৰ দিনা পুৰণি বিবাদ আৰু মনোমালিন্য মিট-মাট কৰা হয়, বন্ধু-বান্ধৱ, আত্মীয়-স্বজনৰ ঘৰলৈ গৈ বিহুৰ সম্ভাষণ জনোৱা হয় আৰু জা-জলপানেৰে অভ্যৰ্থনা কৰা হয, ব্ৰাহ্মণ-সজ্জন, দুখীয়া-দৰিদ্ৰক দান-দক্ষিণা দিযা হয়, বয়োজ্যেষ্ঠসকলক সন্মান দৰ্শোৱা হয় আৰু ভদ্ৰতাসূচক শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰা হয়। আশা, আনন্দ আৰু সকলোৰে প্ৰতি শুভেচ্ছা জনাই নতুন বছৰক আদৰণি জনোৱা হয়।

**নৃত্যৰ আনন্দত মুখৰিত ব'হাগ**

ৰঙালী বিহুৰ বিবিধ অনুষ্ঠানৰ ভিতৰত এটা লেখৰ উৎসৱ হ'ল হুঁচৰি। হুঁচৰি হ'ল আনন্দৰ গীত। বয়সিয়াল লোকৰ নেতৃত্বত ডেকা আৰু ল'ৰাৰ দল গৈ ঘৰে ঘৰে বিহুগীত গায় আৰু নাচে। বছৰৰ বিহুত হুঁচৰি গোৱা ৰাইজক তামোল-পাণ এটাৰে হ'লেও মান ধৰি আশীৰ্বাদ লোৱাটো ৰঙালী বিহুৰ এক পবিত্ৰ পৰম্পৰা। হুঁচৰি গোৱা ৰাইজক ওলাই আহি গৃহস্থই মাত নলগালে, সেইঘৰ মানুহৰ ওপৰত হুঁচৰিৰ অব্যৰ্থ শাওপাত লাগে বুলি জনবিশ্বাস প্ৰচলিত। হুঁচৰিৰ উপৰি আন এটা এনে অনুষ্ঠান হ'ল বিহু নাচ। এই নাচ সাধাৰণতে ডেকা-গাভৰুৱে নাচে। বিহু নাচৰ বিহুগীতৰ মধুৰ সুৰত শৃংগাৰ ৰসৰ প্ৰাধান্য

দেখা যায়। হুঁচৰি আৰু বিহু নাচৰ পযোভৰ নামনি অসমতকৈ উজনি অসমতহে বেছি।

হুঁচৰি, বিহু নাচ আদিৰ উপৰি পূৰ্বতে বিহুৰ আচল ৰং-ৰহইচ হৈছিল বিহুৰ দিনত হোৱা নানানবিধৰ খেল-ধেমালিবোৰত। এইবোৰৰ ভিতৰত শেন খেল বা শেন মেলা, ম'হ যুঁজ, মল্ল যুঁজ বা মাল যুঁজ, হাতী যুঁজ, কুকুৰা যুঁজ আৰু কণী যুঁজেই আছিল প্ৰধান। আহোম স্বৰ্গদেউসকলৰ দিনত এই খেল-ধেমালিবোৰে ৰজাঘৰীয়া পৃষ্ঠপোষকতা আৰু আদৰ-সাদৰ পাবলৈ আৰম্ভ কৰিছিল। সেই সময়ত এনে ৰং-ধেমালিৰ ঘাই ঠাই আছিল শিৱসাগৰৰ ৰংঘৰ বাকৰি। তাহানি ৰংঘৰৰ বাকৰিত বিহুৰ দিনত যি ৰং-ধেমালি হৈছিল, সি প্ৰাচীন গ্ৰীচৰ অলিম্পিযাত হোৱা অলিম্পিকৰ দৰে জাতীয় উৎসৱত পৰিণত হৈছিল। সেৰেঙাকৈ হ'লেও অসমৰ কোনো কোনো ঠাইত এইবোৰ খেল-ধেমালিৰ কিছুমানৰ প্ৰচলন আজিও আছে।

অসমৰ বেছিভাগ ঠাইতে তিনিদিন আৰু কোনো কোনো ঠাইত সাতদিন বা এমাহ পৰ্যন্ত উদ্‌যাপিত হোৱা ৰঙালী বিহুৰ শেষৰ দিনটোৰ নাম চেৰা বিহু। চেৰা বিহুৰ পাছত সাধাৰণতে সাত বা এঘাৰ দিনৰ দিনা বিহু উৰুওৱা বা বিহু সামৰা বা বিহু থোৱাৰ নিয়ম।

**ভোগালী কঙালীৰ মিলন এই বিহু**

অসমীযা মানুহে আহাৰ-শাওণমহীযা ধানৰ খেতি কৰে আৰু আহিনৰ শেষত সেই ধাননিযে সোণোৱালী বৰণ লয। প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল খেতিযকে পথাৰৰ লখিমীক আদৰিবলৈ সাজু হয আৰু আহিন-কাতিৰ সংক্ৰান্তিৰ দিনা খেতি-বাতিৰ মংগলৰ কাৰণে পথাৰ-ভঁৰাল আৰু তুলসী তলত চাকি জ্বলাই বিবিধ বিধি-বিধান পালন কৰে। এয়ে কাতি বিহু। কাতি বিহুৰ সময়ত খেতিযকৰ ভঁৰাল প্ৰায শূন্য হৈ থাকে বাবে এই বিহুত বিশেষ ৰং-ৰহইচ কৰা নহয। অভাৱ-অনাটনৰ সময়ত হোৱা বাবে এই বিহুৰ আন এটা নাম কঙালী বিহু। ভঁৰাল আৰু তুলসীৰ তলত চাকি জ্বলোৱাৰ উপৰি এই বিহুত এডাল দীঘল বাঁহৰ মূৰত চাকি এটা লগায়ো জ্বলোৱা হয। 'আকাশবন্তি' নামেৰে জনাজাত এই চাকিৰ পোহৰে মৃতজনক সিপুৰীলৈ যোৱাৰ বাট দেখুৱাই দিযে বুলি লোকবিশ্বাস প্ৰচলিত।

মাঘ বিহু অসমীয়াৰ খেতি চপোৱাৰ উৎস। এই সময়ত সাধাৰণতে পথাৰৰ শস্য চপোৱা শেষ হয আৰু অভাৱ-অনাটনো নাথাকে। পুহ-মাঘৰ সংক্ৰান্তিৰ দিনা পালন কৰা এই বিহুৰ প্ৰথম দিনটোক 'উৰুকা' বোলা হয। সেইদিনা অসমৰ ৰাইজে নদীৰ পাৰত বা আন মুকলি ঠাইত খেৰ-নৰাৰে অস্থাযী ছাউনি (ভেলাঘৰ) পাতি ৰাজহুৱাকৈ ভোজ-ভাত খাই উৰুকা পালন কৰে। উৰুকাৰ পাছদিনা কাহিলি পুৱাতে গা-পা ধুই মেজি জ্বলাই মাঘ বিহুৰ শুভাৰম্ভ কৰা হয। সকলো ৰাইজ মেজিৰ চাৰিওকাষে সমবেত হয় আৰু পানী হিলৈ, বাঁহ হিলৈ আদি ফুটোৱা হয। নিজৰ মনোকামনা পূৰণৰ অৰ্থে কোনো কোনোৱে অগ্নিত নানা সামগ্ৰীও উছৰ্গা কৰে। মাঘ বিহুৰ দিনা নানান বিধৰ পিঠা-পনাৰে জা-জলপান খোৱা হয, জ্যেষ্ঠজনক সেৱা আৰু কনিষ্ঠজনক মৰম-শুভেচ্ছা জনোৱা হয। ম'হ যুঁজ, কণী যুঁজ,

কুস্তি, দৌৰ, জাঁপ আদি বিবিধ খেলা-ধূলাও মাঘ বিহুৰ একো একোটি আমোদজনক অনুষ্ঠান। বিহুৰ পিঠা-পনাৰ লগতে মিঠা আলু বা ৰঙা আলু, কাঠ আলু আদিও মাঘ বিহুতে খোৱা হয়। এই সময়ত খেতিয়কৰ ভঁৰাল ন-শস্যৰে পৰিপূৰ্ণ হৈ থাকে বাবে মাঘ বিহুক ভোগালী বিহু বুলিও কোৱা হয়।

**সামৰণি**

বিহু অসমীয়া জাতিৰ এটি অমূল্য সম্পদ। এই বিহুৰ পৰাই অসমীয়া লোক-সাহিত্যৰ অন্যতম সম্পদ বিহুনামবোৰৰ উৎপত্তি হৈছে। বিহুনামবা বিহুগীতবোৰত অসমৰ অপৰূপ প্ৰকৃতিৰ ছবি, অসমীয়াৰ জীৱনৰ কল্পনা, উপলব্ধি আৰু হৃদয়ৰ বতৰা তথা অসমৰ সমগ্ৰ সংস্কৃতি, ৰং আৰু সুৰভি সঞ্চিত হৈ আছে। সেইদৰে বিহু নৃত্যৰ ছেৱত ৰূপায়িত হৈছে আদিম বিশ্বাসৰ ৰূপ আৰু জীৱনৰ ছন্দ। লগতে বিহুৰ ৰীতি-নীতিত যুগ যুগ ধৰি অসমৰ মাটিত প্ৰবাহিত হোৱা জীৱন মন্দাকিনীৰ সংগম ঘটিছে। কিন্তু বৰ্তমানে বিহু নগৰমুখী হোৱা বাবে বিহু উৎসৱৰ বহু নিয়ম আৰু ৰং-ৰহইচ কমি আহিছে। বিহুৰ পিঠা-পনাও নগৰীয়া কেক, বিস্কুট, লুচি আদিৰ লগত প্ৰতিযোগিতাৰ সন্মুখীন হ'বলগীয়া হৈছে। বিহুত মান্যজনক সেৱা-সৎকাৰ কৰা, হাতেবোৱা বিহুৱান দিয়া, ঢেঁকীত জলপান খুন্দা আদি নিয়মবোৰো লাহে লাহে নোহোৱা হৈ আহিছে। বিহুনাচ, হুঁচৰি মুকলি পথাৰ আৰু গৃহস্থৰ চোতালৰ পৰা আহি মঞ্চত উঠিছেহি। ফলত পূৰ্বৰ বিহুৰ প্ৰতি থকা মানুহৰ মনোভাব সলনি হৈছে আৰু এতিয়াও হৈ আছে। যি বিহু এসময়ত অসমীয়া ৰাইজৰ প্ৰাণৰ আপোন উৎসৱ আছিল, পৰিৱৰ্তিত সময় আৰু ব্যক্তিকেন্দ্ৰিক চহৰমুখী সভ্যতাৰ পৰশত তাৰ ৰেহ-ৰূপৰ ভালেখিনি পৰিৱৰ্তন ঘটিছে আৰু লগে লগে বিহুৰ স্বকীয় মাধুৰ্যও বহু মোলান পৰিছে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি** ১ অসমৰ জাতীয় উৎসৱ ঃ ৰঙালী বিহু (HSLC 1994) ২ অসমৰ এটা প্ৰধান উৎসৱ (HSLC 1992) ৰঙালী বিহু (HSLC 1994) ৩ বিহু ৪ অসমৰ বিহু

*যি সত্যই মানুহক মুক্ত কৰে ঠিক সেই সত্যটোকেই বেছিভাগ মানুহে শুনিবলৈ নিবিচাৰে।*

— **হাৰ্বাৰ্ট আগৰ**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - গ্ৰন্থখনিৰ পৰিচয় আৰু কাহিনীভাগ - ভাললগাৰ কাৰণ - সামৰণি

# প্ৰিয় গ্ৰন্থ

*প্ৰাক-স্বাধীনতা যুগৰ অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ কীৰ্তি হ'ল বীণা বৰুৱাৰ 'জীৱনৰ বাটত'। এইখন উপন্যাসৰ অন্তৰতম সুৰ হ'ল নৈৰাশ্য, বিষাদ আৰু অদৃষ্টবাদ।*

— **ডঃ হীৰেন গোহাঁই**

**ভূমিকা**

পুথি অধ্যয়নে মানুহৰ মনৰ দিগন্ত প্ৰসাৰিত কৰে। কিতাপ পঢ়াটো পৃথিৱীৰ বহু ভাল কামৰ অন্যতম। খাদ্য, বস্ত্ৰ, বাসস্থানৰ চাহিদা পূৰ হোৱাৰ পাছতে মানুহে অনুভৱ কৰা চাহিদাটোৱেই হ'ল পুথি অধ্যযন। কাৰণ পঢ়া-লিখা কৰাৰে পৰা মানুহ উন্নতিৰ পথত দিনক দিনে আগবাঢ়ি গৈছে। পুথি অধ্যযনৰ পৰাহে মানুহৰ মগজুৰ বিকাশ সম্ভৱ। পাঠ্যপুথিৰ বাহিৰেও সেয়ে মযো মোৰ মানসিক চাহিদা পূৰাব পৰাকৈ কিতাপ পঢ়াৰ অভ্যাস গঢ়ি তুলিছো। মোৰ প্ৰিয় গ্ৰন্থ হ'ল 'জীৱনৰ বাটত'।

**গ্ৰন্থখনৰ পৰিচয় আৰু কাহিনী ভাগ**

অসমীয়া সাহিত্যৰ কাণ্ডাৰী, পণ্ডিত বিৰিঞ্চি কুমাৰ বৰুৱাই বীণা বৰুৱাৰ নামত লিখি উলিয়ালে অনুপম উপন্যাস 'জীৱনৰ বাটত'। সৰ্বকালৰ সকলো পাঠকে ভাল পাব পৰা এটা নিটোল কাহিনী আছে ইয়াত। গাঁৱৰ এজনী সহজ-সৰল ছোৱালী তগৰ এজন শিক্ষিত ডেকা কমলাকান্তৰ প্ৰেমত পৰিল। বন্ধু কৃষ্ণ দত্তৰ ভনীযেকৰ বিয়া খাবলৈ আহি ৰাংঢালী, ৰূপহী, কোমলমতীযা তগৰ ফুলৰ দৰে তগৰক দেখি কমলাকান্ত ভোল গ'ল। বিয়াঘৰৰ উদুলি-মুদুলিৰ মাজত লাহে লাহে দুয়োৰে প্ৰেমে পোখা মেলিবলৈ আৰম্ভ কৰিছিল। কিন্তু ভাগ্যৰ খেলা কোনে জানে। সফলতাৰ দিশত আগুৱাই যোৱা মেধাৱী কমলাকান্তৰ বাবে এটা সময়ত তগৰ এলাগী হৈ পৰিল। ক্ষন্তেক সময়ৰ মিলনতে অতি আবেগৰ বশৱৰ্তী হৈ গোপনে আঙঠি পিন্ধাই থৈ অহা গাঁৱৰ ছোৱালীজনী এদিন কমলাকান্তৰ বাবে পৰ হৈ গ'ল। ৰাযবাহাদুৰ মাণিক হাজৰিকাৰ যশ, গৌৰৱ, প্ৰতিপত্তিৰ চমকনিত কেৰাণীৰ ল'ৰা কমলাকান্তই পাহৰি গ'ল তগৰৰ কথা। সময বাগৰাৰ লগে লগে মাতৃহীনা তগৰকো পিতৃয়ে বিযা দিলে ক্ষন্তেকৰ বাবে তগৰৰ মন পিছলা ধৰণী মাষ্টৰলৈ।

এই ঘটনাৰ পৰাই সলনি হৈ গ'ল সকলো। ঘাত-প্ৰতিঘাত, কষ্টৰে পাৰ হ'ল তগৰৰ সময। ফুলৰ দৰে কোমল আৰু মৰমীয়াল তগৰৰ জীৱনলৈ অনেক পৰিৱৰ্তন আহিল। চঞ্চল, মিঠামুখীয়া সহনশীল তগৰক বযসে টানি দিলে গহীন ওৰণি। তগৰ গুছি ধৰণী কলিতাৰ পৰিবাৰ তগৰ কলিতানী হ'ল, কমলিনীৰ মাক হ'ল। মূৰ পাতি ল'লে সাংসাৰিক দৈন্য, দুখ, অভাৱ, ৰুগীয়া স্বামীক। এদিন স্বামীহাৰা হৈ অন্ধকাৰ দেখিলে তগৰে। তথাপি বিচলিত নহৈ নিজৰ কৰ্তব্য সুকলমে কৰি গ'ল। কিন্তু জীৱন আৰু বিধিৰ

বিধান কোনে জানে! প্ৰথমবাৰ লগ হওঁতেই যেনেকৈ এদিন কমলাকান্তৰ হাতত তামোল-পাণৰ খুন্দাত তেজ ওলাইছিল, জীৱনৰ বিয়লি পৰতো সেই ঘটনাৰে যেন পুনৰাবৃত্তি ঘটিল। বৰ্তমানৰ ৰায়বাহাদুৰৰ জোৱাযেক, ভৰা সংসাৰৰ গৰাকী কমলাকান্তৰ হাতত পৰিলহি যৌৱনৰ দিনতে তগৰক গোপনে পিন্ধোৱা আঙঠিটো। চমুকৈ এয়াই হ'ল জীৱনৰ বাটত নামৰ অনুপম উপন্যাসখনৰ কাহিনীভাগ।

**ভাল লগাৰ কাৰণ**

অতি সৰল আৰু নিভাঁজ অসমীযা শব্দৰ ব্যৱহাৰ উপন্যাসখনৰ অন্যতম সম্পদ। অসমীযা গাঁৱৰ সমাজখনক ইযাত ইমান সুন্দৰকৈ ফুটাই তুলিছে যে যিকোনো পাঠকৰ বাবে ই উপভোগ্য হ'বই। উপন্যাস আৰম্ভ হৈছে এটি পদ্যৰে, 'কাম চৰাইৰ ৰঙা ঠোঁট/ তাতে দিলে দীঘল ফোঁট/ পিতাদেউ পিতাদেউ /দূৰকৈ নিদিবি মোক /' — যি গোটেই উপন্যাসখনকে প্ৰতিনিধিত্ব কৰিছে। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই এনেদৰে গোটেই পৰিবেশ বৰ্ণনা কৰিছে যে চকুৰ আগত স্পষ্ট হৈ পৰিছে কোনো এখন গাঁৱৰ পৰিৱেশ। অতিৰিক্ত এনে এটা শব্দ নাই যিটো অদৰকাৰী বুলি বাদ দিব পাৰি। কেৱল কলমৰ শব্দৰে শক্তিশালী বৰ্ণনা দিব পৰা বীণা বৰুৱাৰ অনবদ্য সৃষ্টি 'জীৱনৰ বাটত'। এগৰাকী নাৰীৰ মনৰ গভীৰত বুৰ মাৰিব পৰা অনুভৱ শক্তি আছে লেখকৰ। উপন্যাসখনৰ চৰিত্ৰ, সংলাপ, পৰিৱেশ ৰচনা, আৰম্ভণী, সামৰণি, উত্থান-পতন সকলো সুনিপুণ ৰূপত প্ৰকাশ হৈছে। তগৰ, মৌজাদাৰ, মৌজাদাৰনী, কৃষ্ণ দত্ত, কমলাকান্ত, গাঁৱৰ মানুহবোৰ, তেওঁলোকৰ চাল-চলন সকলোৱে মোৰ মন স্পৰ্শ কৰি যায়। 'ভালপোৱাই মান-অপমানৰ বিচাৰ নকৰে, বিধি-অনুষ্ঠানলৈ বাট চাব নোখোজে ' এনে সংলাপে চুই যায় মন। 'বোৱাৰীযেনো ধান নেবানো, পানী নানো বুলি কোন দিনা থিয় যুঁজ ধৰিছে?' তগৰৰ কষ্ট সহ্য কৰিব নোৱাৰি অনাহকত তগৰক ব্যতিব্যস্ত কৰা মাকক ধৰণীযে কোৱা কথাষাৰে তগৰৰ দুৰ্দশাৰ কথাকে সংলাপৰ ৰূপত বৰ্ণনা কৰিছে। গাঁৱত ভাল-বেয়া, সৰল-কুটিল সকলো ধৰণৰ মানুহ থাকে, যাক সুন্দৰ ৰূপত প্ৰকাশ হৈছে। আৰম্ভণীতে কমলাকান্তৰ হাতৰ বঁটাৰ খুন্দাত কপালৰ তেজ ওলাই যোৱাটোৱেই শেষত গৈ কমলাকান্তই তগৰক দিয়া মৰ্মান্তিক আঘাতৰ কথাকে বুজালে। কাহিনীৰ, চৰিত্ৰৰ উত্থান-পতনৰ সাবলীল বৰ্ণনাই মোক অভিভূত কৰি তোলে।

**সামৰণি**

অসমৰ লোক-সংস্কৃতিৰ ক্ষেত্ৰতো অসীম অৱদান দিয়া বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাস অসমীয়া সাহিত্যৰ ভঁৰালৰ আপুৰুগীয়া সম্পদ। উপন্যাসখনৰ প্ৰতিটো অধ্যায়তে অসমৰ সৰল জীৱনৰ উপস্থাপনাই ইয়াক কালোত্তীৰ্ণ উপন্যাসৰ শাৰীত থিয় কৰাইছে।

সুখপাঠ্য উপন্যাসখন এবাৰ পঢ়াৰ পাছত, পুনৰবাৰ পঢ়িবৰ বাবে মন যায়। উপন্যাসখনৰ পাতে পাতে পোৱা অনবদ্য সাহিত্যিক ৰসে আমাৰ দৰে সাধাৰণ পাঠককো যুগ যুগ ধৰি অকৰ্ষণ কৰি ৰাখিব, ৰাখিছে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ তুমি ভালপোৱা এখন পুথি (HSLC 1992, 1998, 2002, 2005, 2008)

# গছ থাকিলেহে মানুহ থাকিব

**ৰচনাৰ সংকেত ঃ** ভূমিকা - গছ-গছনি সংৰক্ষণৰ প্ৰয়োজন আছে - অৰণ্য সংৰক্ষণ - ভাৰতৰ বনাঞ্চল সংৰক্ষণ - সামৰণি

**ভূমিকা**

এটা সময়ত পৃথিৱীৰ পৰিবেশ সমস্ত প্ৰাণীজগতৰ বাবে অতি স্বাস্থ্যকৰ আছিল। খাদ্য, পানী আৰু বায়ুৰ প্ৰচুৰতাৰ ফলত প্ৰাণীজগতৰ বাবে পৰিবেশ অনুকূল আছিল। দ্ৰুত জনসংখ্যাৰ বৃদ্ধিৰ ফলত খাদ্য আৰু বাসস্থানৰ চাহিদাও বৃদ্ধি পাবলৈ ধৰে। যি অৰণ্যত এটা সময়ত শীতল ছাঁ পৰিছিল, ঋষি-মুনিসকলে তপস্যা কৰিছিল, যি বনভূমিত আমাৰ ঐতিহ্যই জন্ম লাভ কৰিছিল সেই অৰণ্য এতিয়া মানুহে মৰুভূমিত পৰিণত কৰিছে। মানুহে অপৰূপা প্ৰকৃতিক কাটি-মাৰি নিঃশেষ কৰি পেলালে। মৰুভূমি সৃষ্টি কৰি মাটিৰ উৰ্বৰতা নষ্ট কৰি পেলালে। মানুহে নিজৰ স্বাৰ্থৰ বাবে পৃথিৱীৰ পৰাই নিঃশেষ কৰি আনিছে গছ-গছনি। ভৱিষ্যত বিপদাপন্ন কৰি তুলিছে।

**গছ-গছনি সংৰক্ষণৰ প্ৰয়োজন আছে**

পৃথিৱীত গছ-গছনি নাথাকিলে মানুহৰো অস্তিত্ব নাথাকিব। ইযাত ফল, ফুল উদ্ভিদ, তেল, বনজ সম্পদ, জৈৱিক সাৰ, নিত্যব্যৱহাৰ্য সামগ্ৰী, আনকি শ্বাস-প্ৰশ্বাস পৰ্যন্ত মানুহ প্ৰকৃতিৰ ওপৰত সম্পূৰ্ণৰূপে নিৰ্ভৰশীল। মানুহ আৰু প্ৰকৃতিৰ এই বিচিত্ৰ বান্ধোনক অস্বীকাৰ কৰাৰ কোনো উপায নাই। পৰিৱেশ প্ৰদূষণে মানহৰ জীৱনক ক্ষতিগ্ৰস্ত কৰে। বিজ্ঞানৰ অগ্ৰগতিৰ ফলত বায়ু প্ৰদূষণো বহু পৰিমাণে বৃদ্ধি পাইছে। কল-কাৰখানা, শিল্প-উদ্যোগ বিভিন্ন প্ৰকাৰৰ যান-বাহনৰ ধোঁৱাইও পৰিবেশ প্ৰদূষণত সহায কৰে। এইবোৰৰ পৰা নিৰ্গত হোৱা কাৰ্বন-ডাই-অক্সাইড, নাইট্ৰেট এছিড আদিযে প্ৰতিদিনে প্ৰতিপলে আমাৰ ক্ষতি কৰিছে। পানী, আকাশ, বায়ু, মাটি সকলো প্ৰদূষিত হৈছে। তাৰবাবেই বৃক্ষৰোপণ, অৰণ্য-প্ৰসাৰ আমাৰ বাবে অতি জৰুৰী হৈ পৰিছে।

**অৰণ্য সংৰক্ষণ**

গছ-গছনি আবিহনে এই পৃথিৱীত জীৱকূলৰ বসতি সম্ভৱ নহয। পৰিবেশক প্ৰদূষণমুক্ত কৰাৰ বাবে ১৯৭২ চনৰ পৰা ৫ জুন তাৰিখটো ৰাষ্ট্ৰসংঘই পৰিবেশ দিৱসৰূপে ঘোষণা কৰিছে। পৃথিৱীৰ প্ৰতিখন দেশৰ অৰণ্য সংৰক্ষণৰ প্ৰযোজন আছে। মানুহৰ লোভ-লালসাৰ চিকাৰ হৈ ধ্বংসমুখী হোৱা গছ-গছনিৰ সুৰক্ষাৰ বাবে দেশে দেশে গঢ লৈছে বন সুৰক্ষা আঁচনিযে। বন সংৰক্ষণৰ বাবে কঠোৰ আইনো প্ৰণয়ন কৰা হৈছে। পৃথিৱীৰ প্ৰাকৃতিক ভাৰসাম্য নষ্ট হোৱা বাবে পশু-পক্ষীৰ জীৱনো বিপন্ন হৈ পৰিছে। ভাৰতৰ এনেবোৰ বিপন্ন জীৱৰ সংৰক্ষণ বনাঞ্চলসমূহত কৰা হৈছে। নতুনকৈ গছ-গছনি ৰোৱাৰ ফলত পৃথিৱীত অৰণ্যৰ বৃদ্ধিও হ'ব বুলি আশা কৰা হৈছে।

**ভাৰতৰ বনাঞ্চল সংৰক্ষণ**

ভাৰতৰ বন সংৰক্ষণ আৰু বনাঞ্চল সৃষ্টিৰ বাবে কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰসমূহে গুৰুত্ব আৰোপ কৰিছে। ডেৰাদুনত স্থাপিত হৈছে ফৰেষ্ট ৰিচাৰ্চ ইনষ্টিটিউট। সমগ্ৰ ভাৰতত সম্প্ৰতি ১৪ খন অভযাৰণ্য, ৫৯ খন ৰাষ্ট্ৰীয় উদ্যান, ১৫ টা ব্যাঘ্ৰ প্ৰকল্প গটি তোলা হৈছে। পক্ষী সংৰক্ষণৰ বাবেও যাবতীয় ব্যৱস্থা হাতত লোৱা দেখা গৈছে। ভাৰতত পলমকৈ হ'লেও পশু আৰু অৰণ্য সংৰক্ষণৰ সচেতনতা পৰিলক্ষিত হৈছে। আনকি গাঁও পঞ্চাযতসমূহৰ যোগেদিও বনাঞ্চল সংৰক্ষণৰ ব্যৱস্থা কৰিছে চৰকাৰে। যদিও চৰকাৰী বা বেচৰকাৰী উদ্যোগত বৃক্ষৰোপণ হৈছে, তথাপি প্ৰযোজনমতে অৰণ্য বাঢি অহা নাই। কিযনো ইযাৰ প্ৰতিপালনো কৰিব লাগিব। গছৰ পৰিচৰ্যা, ৰক্ষণাবেক্ষণ ব্যৱস্থাও দীৰ্ঘকালৰ বাবে ললেহে প্ৰকৃততে গছক বচাব পৰা যাব। অৰণ্যৰ অবাধ ধ্বংস ৰোধ , গছ-গছনি কটা আইন নিষিদ্ধ, নতুনকৈ গছ-গছনি ৰোৱাটো বাধ্যতামূলক, হাবি-বনৰ যথোপযুক্ত পৰিচৰ্যা, অপৰৈত ঘছ যেনকোনো কাৰণত কটা নহয তাৰ প্ৰতি কঠোৰ ব্যৱস্থা হাতত ল'ব লাগিব। তেতিয়াহে প্ৰকৃতাৰ্তত গছ-গছনি সংৰক্ষণ কৰা হ'ব।

**সামৰণি**

গছ-গছনি নহ'লে যে ধৰাত প্ৰাণ-ধাৰণ অসম্ভব সেইকথা এতিয়া আৰু বুজিবলৈ কাৰো বাকী নাই। তথাপি মানুহৰ মাজত এনে সচেতনতা পৰিলক্ষিত নহয় যে গছ-গছনিৰ প্ৰতি যত্নবান হয মানুহ। বৰং মানুহে কাটি-পুৰি ছাই কৰে বৃহৎ একোটা বনাঞ্চল। আধুনিক পৃথিৱীৰ চাহিদা পুৰাবলৈ গৈ অৰণ্যক ঠেলি দিছে ধ্বংসৰ মুখলৈ। শীঘ্ৰে ইয়াৰ বাবে ব্যৱস্থা ন'ললে বিপদত পৰিব মানুহ।

***লগতে চাওক ঃ*** *গছ-গছনি আৰু পৰিৱেশ, এক বৃক্ষ, এক প্ৰাণ, সামাজিক বনানীকৰণ আৰু অসম, বন সংৰক্ষণ*

*শিক্ষা হৈছে সুখ-দুখ অনুভৱ কৰিব পৰা ক্ষমতা।*

**— প্লেটো**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইতিহাসত
জাতীয় পতাকাৰ স্থান - আমাৰ পতাকা
আমাৰ সন্মানৰ চিন - সামৰণি

# জাতীয় পতাকা

*তিনি বৰণীয়া জাতীয় পতাকা*
*নীল আকাশত নাচে*
*ওপৰে গেৰুৱা মাজত শুকুলা*
*তলত শ্যামল আছে।*
*বগাৰ মাজত অশোক চক্ৰৰ*
*চিত্ৰ জিলিকি ৰয়,*
*আমাৰ জাতীয় পতাকাখনিৰ*
*কদাপি নহয় ক্ষয়।*

— **নৱকান্ত বৰুৱা**

**ভূমিকা**

পৃথিৱীৰ প্ৰতিখন ৰাষ্ট্ৰৰে এখন জাতীয় পতাকা আছে। জাতীয় পতাকা এখন দেশৰ জাতিৰ প্ৰতীক। ই দেশখনৰ স্বাধীনতা তথা সাৰ্বভৌমত্বৰ পৰিচয় দিয়ে আৰু দেশখনক প্ৰতিনিধিত্ব কৰে। এখন দেশৰ স্বাধীনতা, সাম্য, ঐক্য আৰু ৰাষ্ট্ৰীয় ভ্ৰাতৃত্ববোধৰ পৰিচায়ক এই পতাকা। জাতীয় পতাকা অবিহনে বিশ্বৰ দৰবাৰত কোনো দেশৰে চিনাকি সম্পূৰ্ণ নহয়। আন্তৰাষ্ট্ৰীয় পৰ্যাযত অনুষ্ঠিত খেল, সাংস্কৃতিক অনুষ্ঠানত প্ৰতিখন দেশৰ উৰি থকা পতাকাই পৰিচয় দিয়ে এখন দেশৰ ঐতিহ্য আৰু স্বাধীনতাৰ। সকলো স্বাধীন ৰাষ্ট্ৰৰ দৰে আমাৰ ভাৰতৰো এখন জাতীয় পতাকা আছে। মাজত অশোক চক্ৰৰে এই তিনিবৰণীযা পতাকাখনে আমাৰ দেশৰ সংহতি আৰু আদৰ্শৰ পৰিচয় বহন কৰে।

**ইতিহাসত জাতীয় পতাকাৰ স্থান**

অতীত কালত আমাৰ দেশত জাতীয় পতাকা আছিল নে নাই জনা নাযায়। অৱশ্যে মহাভাৰতৰ যুদ্ধত প্ৰত্যেকজন বীৰৰে ৰথত একোটা বিশেষ প্ৰতীকবিশিষ্ট একোখন পতাকা থকাৰ কথা জনা যায। পিছে এইবিলাক পতাকাই একো একোজন বীৰৰ নিজস্ব পৰিচযহে বহন, কৰিছিল জাতীয় পৰিচয় নহয। তাৰ পিছৰ যুগৰ ৰজা-মহাৰজাসকলৰ পতাকাই একোটা বংশ, একোটা ৰাজশক্তিক প্ৰতিনিধিত্ব কৰিছিল।

আধুনিক যুগত ভাৰতৰ স্বাধীনতাৰ প্ৰায দুকুৰি বছৰৰ আগতে ভাৰতৰ জাতীয় পতাকাৰ পৰিকল্পনা কৰা হয। অৱশ্যে তেতিয়া পতাকাখনৰ ৰূপ এনে নাছিল। একাধিকবাৰ সালসলনিৰপাইছেহি ই আহি বৰ্তমানৰ ৰূপ পাইছেহি। কুৰি শতিকাৰ আৰম্ভণিতে ভিকাজী ৰুস্তম কামা নামৰ এগৰাকী পাৰ্চী মহিলা পেৰিচলৈ গৈছিল। সেই সময়ত ইউৰোপত বহু ভাৰতীয় বিপ্লৱীযে বাস কৰিছিল। শ্ৰীমতী কামাই সেইসকলৰ লগত লগ হৈ বিদেশত

ভাৰতৰ বিপ্লৱৰ প্ৰচাৰ কৰিছিল। ভাৰতৰ জাতীয় পতাকাৰ প্ৰথমটো আৰ্হি তেৱেঁই প্ৰস্তুত কৰিছিল। সেই পতাকাখনৰ ওপৰভাগ ডাঠ হালধীয়া, মাজৰভাগ বগা আৰু তলৰ ভাগ ডাঠ সেউজীয়া আছিল। হালধীয়া ভাগত ওপৰত আঠোটা তৰা, মাজ ভাগত 'বন্দে মাতৰম', সেউজীযা ভাগৰ সোঁহাতে অৰ্ধচন্দ্ৰ আৰু বাঁওহাতে সূৰ্যৰ ছবি আঁকা হৈছিল। কিন্তু এই পতাকা স্থায়ী নহ'ল।

ইযাৰ পাছত ১৯১৬ চনত দুটা ৰঙৰ এখন পতাকা তৈযাৰ কৰা হয়। ইয়াত তেজৰঙা বোলৰ পাঁচটা আৰু সেউজীযা বোলৰ চাৰিটা ৰেখা আঁকি বাওঁহাতে ওপৰ চুকত ইউনিযন জেক, মাজত এটি তৰা, তলৰফালে হাতীপটিৰ আৰ্হিত তৰা আৰু চন্দ্ৰ আঁকা হৈছিল।

১৯২১ চনত পুনৰ অন্ধ্ৰৰ এজন যুৱকে ৰঙা আৰু সেউজীয়া ৰঙৰ এখন পতাকা মহাত্মা গান্ধীক উপহাৰ দিছিল। এইখন পতাকা কিছু ৰূপান্তৰিত কৰি ১৯৩১ চনলৈকে ৰাজহুৱাভাৱে ব্যৱহাৰ কৰা হৈছিল। অৱশ্যে ইযাক জাতীয় পতাকা হিচাপে স্বীকৃতি দিযা হোৱা নাছিল। ১৯৩১ চনত কৰাচীত বহা কংগ্ৰেছ অধিৱেশনৰ প্ৰস্তাৱ অনুসৰি তিনিবৰণীযা পতাকা এখনৰ আৰ্হি প্ৰস্তুত কৰা হয়। পতাকাখনৰ ওপৰ অংশ গেৰুৱা, মাজৰ অংশ বগা আৰু তলৰ অংশ সেউজীযা, বগা অংশত এটা যঁতৰ আঁকা হয। স্বাধীনতা লাভৰ সমযলৈকে এই পতাখনেই জাতীয পতাকাৰ মৰ্যাদা লাভ কৰি আছিল। স্বাধীনতা লাভৰ পাছত পতাকাখনত যঁতৰৰ সলনি অশোক চক্ৰ ব্যৱহাৰ কৰা হয।

**আমাৰ পতাকা আমাৰ সন্মানৰ চিন**

পতাকাখনত প্ৰত্যেকটো ৰঙেই একো একোটা আদৰ্শৰ প্ৰতীক। ওপৰৰ গেৰুৱা ৰং হ'ল সাহস আৰু ত্যাগৰ প্ৰতীক, বগা অংশ সত্য আৰু শান্তিৰ, তলৰ সেউজীয়া অংশ বিশ্বাস আৰু ত্যাগৰ প্ৰতীক। মাজত থকা অশোকচক্ৰ ভাৰতৰ প্ৰাচীন ঐতিহ্য আৰু বৰ্তমান প্ৰগতিৰ পৰিচাযক।

পতাকাখন সাধাৰণতে খাদী কাপোৰেৰে তৈযাৰী। অৱশ্যে ৰেচমৰ কাপোৰেৰেও ইযাক তৈযাৰ কৰিব পাৰি। পতাকাখনৰ দীঘ আৰু প্ৰস্থৰ অনুপাত ৩ ২।

জাতীয় পতাকাখন য'তে ততে যেনে-তেনে ব্যৱহাৰ কৰিব নোৱাৰি। কাৰণ ই আমাৰ জাতিৰ মৰ্যাদাৰ প্ৰতীক। ই প্ৰত্যেকজন ভাৰতীয়ৰ বাবে অতি সন্মানীয়। দেশৰ প্ৰত্যেকজন নাগৰিকে ইযাৰ সন্মান ৰক্ষাৰ বাবে সততে সচেষ্ট থাকিব লাগিব। ইয়াক ব্যৱহাৰ কৰাৰ কিছুমান সুনিৰ্দিষ্ট নিয়ম আছে।

পতাকাৰ আকাৰ যিমানেই সৰু নহওক কিয ইযাৰ আকাৰ দীঘ আৰু প্ৰস্থৰ অনুপাত ৩ ২ হব লাগিব আৰু গেৰুৱা ফালটো সদায় ওপৰত থাকিব লাগিব। পতাকা উত্তোলন খুটাৰ নিৰ্দিষ্ট জোখ ১৩ মিটাৰ।

চৰকাৰী কাৰ্যালযসমূহত জাতীয পতাকা সদায়েই ব্যৱহাৰ কৰা হয়। কিন্তু জাতীয় শোকৰ দিনত ইযাক অৰ্দ্ধনমিত কৰি ৰখা হয়। স্বাধীনতা দিৱস আৰু গণতন্ত্ৰ দিৱসত

চৰকাৰী কাৰ্যালয়ৰ উপৰি স্কুল-কলেজ, চৰকাৰী-বেচৰকাৰী প্ৰতিষ্ঠান, ব্যক্তিগত বাসগৃহ সকলোতে পতাকা উত্তোলন কৰিব পাৰিব।

ৰাষ্ট্ৰপতি আৰু ৰাজ্যপালৰ গাড়ীত জাতীয় পতাকা ব্যৱহাৰ কৰা হয়। তদুপৰি কোনো আন্তৰ্জাতিক ক্ৰীড়া সমাৰোহত যোগদান কৰিলে যোগদানকাৰী দেশসমূহৰ জাতীয় পতাকা সমাবেশস্থলীত উত্তোলন কৰা হয়। অলিম্পিক, এছিয়াড, বিশ্বকাপ আদি প্ৰতিযোগিতাত বিজয়ী খেলুৱৈ বা বিজয়ী দলক তেওঁৰ দেশৰ জাতীয় পতাকা উত্তোলন লগতে জাতীয় সংগীত বজাই বিজয়ীজনক সন্মান প্ৰদৰ্শন কৰা হয়।

কোনো বস্তু বা ব্যক্তিৰ গাত জাতীয় পতাকা লগাব নোৱাৰি। জাতীয় পতাকাৰ সৈতে বেলেগ পতাকা একেশাৰীতে উত্তোলন কৰিব খুজিলে জাতীয় পতাকাৰ বাওঁফালে উত্তোলন কৰিব লাগিব আৰু জাতীয় পতাকাখন ইখন পতাকাতকৈ ওখত থাকিব লাগিব। আন্তৰ্জাতিক খেল প্ৰতিযোগিতা আদিত কুচকাৱাজ কৰোতে প্ৰত্যেক দেশৰ খেলুৱৈ-প্ৰতিনিধিৰ সন্মুখত এজনে সেই দেশৰ জাতীয় পতাকাখন কঢ়িয়াই লৈ যায়। যিজনে কঢ়িয়াই নিয়ে তেওঁ সদায় পতাকাখন সোঁহাতে কান্ধত ওখকৈ ধৰি নিব লাগিব। যদিহে কোনো শোভাযাত্ৰাত জাতীয় পতাকা কঢ়িয়াব লগা হয় তেতিয়াহ'লে শোভাযাত্ৰাৰ সকলোৰে আগত পতাকাখন দিব লাগিব।

**সামৰণি**

আমাৰ দেশৰ যিবোৰ নিয়ম জাতীয় পতাকা ব্যৱহাৰৰ বাবে নিৰ্দিষ্ট কৰি দিয়া আছে, সেইবোৰ পালন কৰাটো আমাৰ বাবে অতি জৰুৰী। দেশৰ সন্মানৰ বাবে, সুনাগৰিকৰ পৰিচয় দাঙি ধৰিবৰ বাবে আমি পতাকাক সন্মান কৰাটো অতি প্ৰয়োজন।

*বিশ্বাস থাকিলে তুমি খুব কম কাম কৰিব পাৰা, কিন্তু নাথাকিলে তুমি একেবাৰেই কৰিব নোৱাৰা।*

— **ছেমুৱেল বাটলাৰ**

# অসমৰ লোক-সংস্কৃতি

**ৰচনাৰ সংকেত ঃ** ভূমিকা - লোক-সংস্কৃতিৰ বৈশিষ্ট্য - সামৰণি

*যি কথাই, যি কামে, যি চিন্তাই মানুহক বৰ্বৰ প্ৰকৃতিৰ পৰা তুলি নি দিব্য প্ৰকৃতি দিয়ে, — এই পৃথিৱীখন ধুনীয়া কৰি মানুহক জীৱনৰ সম্পূৰ্ণ আনন্দ পাবলৈ বাট দেখুৱাই নিয়ে, — মানুহৰ সেই কথাই, সেই চিন্তাই হৈছে সংস্কৃতি।*

— **জ্যোতিপ্ৰসাদ আগৰৱালা**

**ভূমিকা**

অসমৰ মূল আধাৰ হ'ল ইয়াৰ লোক সংস্কৃতি। ইংৰাজী ফ'কল'ৰ (Folklore) শব্দটোৰ পৰা লোক-সংস্কৃতি উদ্ভৱ হৈছে বুলি ধাৰণা কৰা হৈছে। কিযনো ফ'কল'ৰৰ আক্ষৰিক অৰ্থ হ'ল লোক সমাজৰ জ্ঞান বা বিদ্যা। কোনো এটা জাতিৰ বা মানৱ গোষ্ঠীৰ মাজত হাজাৰ হাজাৰ বছৰ ধৰি শিক্ষা, আদৰ্শ, ভাষা-সাহিত্য, আচাৰ-নীতি, ৰুচি, জ্ঞান, শিক্ষা, প্ৰেম, কল্পনা, চিন্তা, অন্ধবিশ্বাস, পৰম্পৰা আদিৰে যি সামগ্ৰিক ৰূপ গঠন হয তাকে লোক-সংস্কৃতি বোলে।

**লোক-সংস্কৃতিৰ বৈশিষ্ট্য**

অসমৰ গ্ৰাম্য সমাজখনেই অসমৰ লোক-সংস্কৃতিৰ প্ৰধান স্থল। অসমৰ বিভিন্ন জনগোষ্ঠীৰ আচাৰ, ৰীতি-নীতিৰে ধৰ্মনিৰপেক্ষ যিখন সমাজ গঢ লৈছে, তাৰ তুলনা পৃথিৱীৰ আন ক'তো পাবলৈ নাই। অসমৰ লোক-সংস্কৃতিক সাধাৰণতে চাৰিটা ভাগত ভাগ কৰা হয় ঃ লোক-সাহিত্য বা মৌখিক সাহিত্য, ৰীতি-নীতি, লোক-জীৱন আৰু কলা-সংস্কৃতি।

অসমীয়া জাতিৰ প্ৰাচীন সাহিত্যসমূহ লোক-জীৱনৰ আধাৰতে সৃষ্টি হৈছে। লোক-বিশ্বাস বুলি লোৱা কথাবোৰৰ পৰাই লোক-সাহিত্য, জন-সাহিত্যৰ সৃষ্টি হৈছে। মৌখিকভাৱে চলি অহা আইনাম, অপেচৰী সবাহৰ গীত, বনগীত, বিহু, বাৰমাহীৰ গীত আদিবোৰেই হ'ল লোক-সাহিত্যৰ অংশ। ইয়াৰ উপৰি আমাৰ দৈনন্দিন জীৱনত ব্যৱহাৰ কমি অহা ফকৰা যোজনা, সাধুকথা, জটুৱা ঠাঁচ আদিবোৰো লোক-সাহিত্যৰ সম্পদ। যাৰ পৰা সমৃদ্ধিশালী হৈছে আমাৰ লোক-সংস্কৃতি।

অসমীয়া সমাজ ধৰ্ম নিৰপেক্ষ সমাজ। এই সমাজত বড়ো, মিছিং, কছাৰী, ৰাভা আদি বিভিন্ন জনগোষ্ঠীৰ মানুহে লগ হৈ গঢি তুলিছে লোক-সংস্কৃতিৰ বৰ্ণাঢ্য ৰূপ। অসমত বিহু, আলি-আই-লৃগাং, ঈদ, পূজা, মহৰম আদি একে উছাহেৰে পতা

হয়। মৃতকৰ সবাহ, খেতি চপোৱা উৎসৱ আদি আমাৰ লোক-সংস্কৃতিৰ অভিন্ন অংগ। আমাৰ সমাজত অনেক নিয়ম, ৰীতি-নীতি প্ৰচলিত। দেৱ-দেৱী, ভূত-প্ৰেত, দেৱতা, ওজা-বেজালি আদিৰ দৰে বিশ্বাসে আজিও সমাজত গুৰুত্ব লাভ কৰে।

অসমৰ লোক-জীৱন অতি-সৰল সহজ। পৰ্বত-ভৈয়াম, হিন্দু-মুছলমান, ধনী-দুখীয়া সকলো স্তৰৰ মানুহ একেলগে বাস কৰে ইযাত। ঘৰ-দুৱাৰ, পিন্ধন-উৰণ, খেলা-ধূলা, লোকাচাৰ চাই ইটো জাতিৰ পৰা সিটোক পৃথক কৰা টান। আটাইৰে সন্মিলিত সংস্কৃতিৰ বান্ধোনত বাটকটীয়া হৈ আছে আমাৰ সংস্কৃতি। পূজা-পাতল, বাঁহ-বেতৰ সঁজুলি নিৰ্মাণ, পুৰণি খেল আদিত অসমৰ সকলোৱে সমূহীয়াভাৱে অংশ লয। ভেদাভেদ পাহৰি শ শ বছৰ ধৰি অসমীযা জাতি একে সংস্কৃতিৰে বান্ধ খাই আছে।

কলা-সংস্কৃতিৰ ক্ষেত্ৰত অসমৰ লোক-সংস্কৃতিৰ প্ৰভূত অৰিহণা আছে। ওজাপালি, বিহু, জিকিৰ, পুতলা নাচ, দেওধনী নাচ, আইনাম, ভাওনা আদি বাৰেৰহনীয়া কলা-সংস্কৃতিৰে অসমৰ সংস্কৃতিৰ পথাৰ সমৃদ্ধ। বিভিন্ন সম্প্ৰদাযৰ মাজত যি ভিন্ন ৰীতি-পৰম্পৰা আছে তাৰ আলমত গঢ়ি উঠিছে আমাৰ লোক-সংস্কৃতি। বিভিন্ন মানুহে বিভিন্ন প্ৰাৰ্থনাৰ উপায়, আহাৰ, পোছাক পৰিধান আদি কৰে, কিন্তু যেতিয়া একগোট হৈ কোনো অনুষ্ঠানৰ অংশ লয, তেতিযা এই ভিন্নতা ধৰা নপৰে। এখন সমাজত একেখিনি নিযম-কানুনেই অৱলম্বন কৰা হয।

**সামৰণি**

অসমৰ লোক-সংস্কৃতি ইযাৰ পৰম্পৰাৰ ওপৰত গঢ়ি উঠিছে। অসমৰ মানুহৰ নিজা চিন্তা-চৰ্চা, আচাৰ-ৰীতিয়ে সাৱলীল ৰূপত লোক-সংস্কৃতিক সমৃদ্ধিশালী কৰিছে। সেযে আজিৰ পৰা হাজাৰ বছৰৰ পাছতো বৰ্তি থাকিব আমাৰ সংস্কৃতি।

*লক্ষ্য সম্পৰ্কে সততে সচেতন হোৱাটোৱেই সাফল্যৰ মূলমন্ত্ৰ।*

— **ডিজৰেলি**

# অসমীয়া লোক-সাহিত্য

**ৰচনাৰ সংকেত ঃ** ভূমিকা - প্ৰাচীন লোক-সাহিত্যৰ পম খেদি - জন-জীৱনৰ সহোদৰ লোক-সাহিত্য - সাধুকথা - মন্ত্ৰ সাহিত্য - সামৰণি

**ভূমিকা**

প্ৰত্যেক জাতি আৰু প্ৰত্যেক ভাষা-সাহিত্যতে লোক-সাহিত্য বা মৌখিক সাহিত্য থাকে আৰু এইবোৰ প্ৰত্যেক ভাষা-সাহিত্যৰে প্ৰথম ভেটি স্বৰূপ। লোক-সাহিত্যৰ সৰহভাগ মনৰ আপোন অভিজ্ঞতাৰ সুৰীযা প্ৰকাশ। সুকোমল আবেগ-অনুভূতি ইয়াৰ প্ৰাণ। ব্যক্তি মনৰ অভিজ্ঞতা হ'লেও লোক-সাহিত্যত সমাজখনৰ জিলিঙনি ফুটি উঠে। সেইবাবে লোক-সাহিত্যক সমাজৰ বুৰঞ্জী বুলিও কোৱা হয।

**প্ৰাচীন লোক-সাহিত্যৰ পম খেদি**

অসমীয়া লোক-সাহিত্যৰ আৰম্ভণী হিচাপে প্ৰাচীন লোকগীতবোৰকে ধৰিব পাৰি। অসমীযা ভাষাৰ লোকগীতবোৰৰ এটা বিশেষত্ব আছে যে, এইবোৰক সাধাৰণতে গীত নুবুলি 'নাম' বোলা হয়। আন কথাত ক'বলৈ গলে, নাম আৰু গীত, এই দুযোটা বহু সমযত সমাৰ্থক হৈ এক ধৰণৰ গীতৰ অৰ্থত ব্যৱহাৰ হয়। অসমীযা লোকগীতবোৰৰ ভিতৰত আছে বিযানাম, আইনাম, গোঁসাইনাম, ভেকুলী বিযাৰ নাম, ধাই নাম আদি। অন্যান্য লোকগীতৰ ভিতৰত ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত, নাহৰৰ গীত, বদন বৰফুকনৰ গীত, জিকিৰ আৰু জাৰি, দেহ বিচাৰ গীত, টোকাৰী গীত, ঐনিতম, মহহো গীত, শান্তি বৰমাহী গীত, বনঘোষা, মণিৰাম দেৱানৰ গীত, জযমতী কুঁৱৰীৰ গীত আদি উল্লেখযোগ্য। গাঁৱৰ অনাখৰী অথচ কল্পনা শক্তিৰে চহকী কোনো নিনাও ৰচকে ৰচনা কৰা এই লোকগীতসমূহ অসমীযা সাহিত্যৰ সোণসেৰীযা মালাধাৰিৰ একোটি যেন উজ্জ্বল পোৱাল মণিহে। এই গীতবোৰৰ ভিতৰত ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীতেই অসমীয়া সাহিত্যৰ আটাইতকৈ প্ৰাচীন কাহিনী গীত। এইবোৰ পুৰুষানুক্ৰমে মুখে মুখে প্ৰচলিত হৈ আহিছে। ইয়াৰ উপৰি কোনো বিশেষ ঘটনাক লৈ ৰচিত বুৰঞ্জীমূলক কাহিনী গীতো প্ৰচলিত আছে। উদাহৰণস্বৰূপে বদন বৰফুকনৰ গীতত মানৰ অসম আক্ৰমণৰ বৰ্ণনা, জয়মতী কুঁৱৰীৰ গীতত স্বামী ভক্তিৰ বিষযে জনা যায়। এইসমূহ লোকগীতৰ ৰচনা কাল ষষ্ঠ শতিকাৰ পৰা অষ্টম-নৱম শতিকা বুলি বুৰঞ্জীবিদসকলে অনুমান কৰিছে।

**জন-জীৱনৰ সহোদৰ লোক-সাহিত্য**

অসমীয়া লোক-সাহিত্যৰ আন এবিধ উল্লেখযোগ্য ৰচনা হ'ল প্ৰবচন আৰু ফকৰা-যোজনাসমূহ। অসমীয়া ভাষাত ডাক পুৰুষৰ নামত চলিত বা জড়িত প্ৰবচনসমূহেই আটাইতকৈ প্ৰাচীন এনেধৰণৰ লোক সাহিত্য। ডাকক চতুৰ্থ-ষষ্ঠ শতিকাৰ বৰাহ-মিহিৰৰ সমসাময়িক বুলি ভবা হয় আৰু বৰপেটা অঞ্চলৰ লোহি বা লোহিডঙৰা নামৰ ঠাইত

তেওঁৰ ডাকৰ জন্ম বুলি অনুমান কৰা হয়। বহু পণ্ডিতৰ মতে ডাক এটা কাল্পনিক নাম। ডাক শব্দৰ অৰ্থ হ'ল উচ্চাৰণ কৰা, সম্বোধন কৰা বা আহ্বান কৰা, গতিকে যিবোৰ উপদেশে সমাজত কেনেকৈ চলিব লাগে, সকীয়াই দিয়ে, সিয়ে হয়তো ডাকৰ বচনৰূপে প্ৰসিদ্ধি লভে। ডাকৰ বচনবোৰত কৃষি, বতৰ, ভেষজ বিদ্যা, ৰাজনীতি আৰু জীৱনৰ সকলো ধৰণৰ অভিজ্ঞতা, বহিৰ্জগতৰ আৰু মানৱ জীৱনৰ ঘনিষ্ঠ জ্ঞানকে ধৰি সকলো ধৰণৰ বিষয়েই ঠাই পাইছে। পয়াৰ ছন্দত ৰচিত ডাকৰ বচনবোৰৰ ভাষাৰ মনোগ্ৰাহিতা আৰু প্ৰকাশিকা শক্তি চমকপ্ৰদ। কি মাটিত খেতি কৰিব লাগে, কেনে গৰু কিনিব লাগে, কেনে মাকৰ ছোৱালী অনা যুগুত, সু-নাৰী, কু-নাৰীৰ লক্ষণ, কেনেকৈ ৰন্ধা-বঢ়া কৰিব লাগে, কেতিয়া কোনফালে যাত্ৰা কৰিব লাগে-নালাগে, শৰীৰ ভালে ৰখাৰ নানা উপায়,— এনে নানা ধৰণৰ দিহা ডাকৰ বচনবোৰত পোৱা যায।

ফকৰা-যোজনাসমূহকো প্ৰবচনৰ সমাৰ্থক বুলি বহুক্ষেত্ৰত ধৰা হয। দহৰ জ্ঞান, একৰ বাণী — এয়ে ফকৰা-যোজনাৰ মূল কথা। চুটি চুটি বাক্যত একোটি সাৰগৰ্ভ সত্য বা অভিজ্ঞতা প্ৰকাশ কৰিব পৰা এক অদ্ভুত শক্তিৰ অধিকাৰী ফকৰা যোজনাবোৰত সাংসাৰিক অভিজ্ঞতালব্ধ জ্ঞানমূলক নীতি, নাৰী-মন, নাৰী সমাজ, পুৰুষপ্ৰধান সমাজত নাৰী সম্পৰ্কে ধাৰণা, বিভিন্ন সময়ত প্ৰচলিত জীৱনচৰ্যা আৰু আদৰ্শবাদ, জাতিৰ মনস্তত্ত্ব, আচাৰ-ব্যৱহাৰ আৰু বহুক্ষেত্ৰত সমালোচনাও পোৱা যায। যেতিয়াই সাদৃশ্যপূৰ্ণ ঘটনাৰ সন্মুখীন হয, তেতিয়াই এইবিলাক স্বতঃস্ফূৰ্তভাৱে উক্ত হয। ফকৰাবোৰ সাধাৰণতে গূঢ়াৰ্থক, ছন্দোবদ্ধ আৰু আপাত বক্তব্যৰ অন্তৰালত একোটা নিগূঢ় অৰ্থ সোমাই থাকে। যেনে ঃ 'সাগৰৰ মৌ, পৰ্বতৰ ঢৌ, বাপেকৰ তিৰী নাই পুতেকৰ সাত বৌ।' যোজনাবিলাকত এফাঁকি কথা পূৰাবলৈ আন এফাঁকি কথা যোগ কৰি দিযা হয। যোগ কৰি দিয়া ফাঁকিৰ বহু ক্ষেত্ৰত অৰ্থ নাথাকিবও পাৰে। বক্তাৰ কথা কোৱাৰ চমৎকাৰিত্ব, বুদ্ধিদীপ্ততা, পৰ্যবেক্ষণ শক্তি, চমু সাৰগৰ্ভ মন্তব্য, অন্তৰ সৰকি যোৱা ব্যংগ আৰু সাংসাৰিক জ্ঞানৰ স্বাক্ষৰ এই প্ৰবচন বা প্ৰবাদ বাক্য আৰু ফকৰা-যোজনাবোৰে বহন কৰে। ফকৰা-যোজনাবিলাকত শব্দৰ স্পষ্টতা আৰু অৰ্থৰ আধিক্য মন কৰিবলগীযা। এইবিলাকৰ সহাযেৰে চমু কথাৰেই বহু কথা ক'ব পৰা হয, এইবিলাক কথাৰ সাগৰ। কেতিযাবা একোটাইঁত প্ৰবাদ বচনৰ অন্তৰালত একোটা মনোৰম সাধুৱেও উম লৈ থাকে। ফকৰা-যোজনাসমূহৰ ৰচনাৰ সময নিৰ্ণয কৰা টান যদিও বুৰঞ্জীৰ ঘটনাৰ উল্লেখ থকা বা বৈষ্ণৱ নীতি-সদাচাৰ সম্পৰ্কীয বচনসমূহৰ মোটামুটি সময নিৰ্ণয কৰিব পৰা যায়। অৱশ্যে এটা কথা ঠিক যে প্ৰবাদ-প্ৰবচন, ফকৰা-যোজনা — এই সকলোৰে উৎপত্তি হ'ল কৃষিকেন্দ্ৰিক সমাজ। নাগৰিক জীৱন বা সভ্যতাৰ লগত এইবোৰৰ সম্পৰ্ক নাই বুলিলেও হয।

**সাধুকথা**

অসমীযা লোক-সাহিত্যৰ এক বিশিষ্ট বিভাগ সাধুকথা। সাধুকথাবোৰ সাধাৰণতে অনিৰ্দিষ্ট ৰূপৰ এক লোক-কথা। এইবোৰত একোটা সজ নীতি কথা থাকে আৰু সেয়ে হয়তো এইবোৰ লোক-কথাক অসমীয়াত সাধুকথা বোলা হয। সাধুকথাবোৰৰ স্থিৰ ৰূপ

এটা নাই, সাধু কওঁতাই নিজৰ অভিৰুচি আৰু সামৰ্থ্য অনুসাৰে তাক কৰ্ণাই যায়। অসমৰ সাধুকথা অলেখ। এইবিলাকৰ কিছুমান অসমীয়াত আৰু বাকীবিলাক কছাৰী, ৰাভা, কাৰ্বি আদি জনজাতীয় ভাষাত ৰচিত। কিছুমান লেখত ল'বলগীয়া সাধু অসমৰ সকলো অধিবাসীৰ মাজতে সমানে প্ৰচলিত। অসমৰ সাধুবোৰক থলুৱা, সংস্কৃতৰ পৰা অহা আৰু বিদেশী — এই তিনিভাগত ভগাব পাৰি। থলুৱা সাধুবোৰৰ কাহিনী অসম অঞ্চলৰ, সংস্কৃতৰ পৰা অহা সাধুবোৰ হ'ল হিতোপদেশ, পঞ্চতন্ত্ৰ আদি আৰু কিছুমান সাধুৰ মূল কাহিনী মধ্য এছিয়া বা ইউৰোপৰ কাহিনীৰ সৈতে মিলে। কিছুমান সাধু আছে যিবোৰ জীৱ-জন্তুক লৈ ৰচনা কৰা হৈছে। কিছুমান সাধু আকৌ অলৌকিক। আন এবিধ সাধু আছে যাৰ কাহিনী সৰু অথচ ৰসাল আৰু খুহুতীয়া। কিছুমান সাধুকথাত প্ৰাকৃতিক নানা দৃশ্য আদিৰ কাৰণ দেখুৱাবৰ যত্ন কৰা হয় — আকাশখন ওখ হ'ল কিয়, লুইত ফেনায় কিয়, আলিবাটবোৰ কেঁকোৰা-কেঁকুৰি হ'ল কিয় ইত্যাদি। এনেদৰেই অসমীয়া সাধুকথাত প্ৰেম-প্ৰীতি, পিতৃস্নেহ, মাতৃস্নেহ, ঈৰ্ষা-অসূয়া, জীয়াই থকাৰ স্পৃহা, জনবিশ্বাস, কুসংস্কাৰ আদি আদিম ভাৱ আৰু অনুভূতিৰ সৰল আৰু মুকলি প্ৰকাশ দেখা যায়। প্ৰসংগক্ৰমে নৈতিক জীৱনৰ আদৰ্শও এইবোৰে পৰোক্ষভাৱে দাঙি ধৰে। অসমীয়া সাহিত্যৰ বুৰঞ্জীত সাধুকথাৰ বৰ বেছি মূল্য নাথাকিলেও সমাজতত্ত্বৰ অধ্যয়নৰ ফালৰ পৰা এইবোৰৰ মূল্য উলাই কৰিব নোৱাৰি।

সাঁথৰসমূহো অসমীয়া লোক সাহিত্যৰ এক বিশিষ্ট উপাদান। সাঁথৰবোৰ হ'ল জনসাধাৰণৰ আৰু কেতিয়াবা পণ্ডিতৰো সহজ বুদ্ধিজাত শব্দৰ ধেমালি। অনেক সাঁথৰত কল্পনাৰ স্ফুৰণ, কাব্যশৈলীৰ ব্যৱহাৰ আৰু অনুপ্ৰাস আদি শব্দলংকাৰৰ ব্যঞ্জনা দেখিবলৈ পোৱা যায়।

**মন্ত্ৰ সাহিত্য**

অসমীয়া লোক-সাহিত্যৰ এক অন্যতম শাখা মন্ত্ৰ সাহিত্য। কোন সময়ৰ পৰা মন্ত্ৰবোৰ ৰচনা হৈছিল তাক সঠিককৈ নিৰ্ণয় কৰিব নোৱাৰি যদিও বেছিভাগ মন্ত্ৰই যে শংকৰদেৱৰ আৱিৰ্ভাৱৰ আগতে ৰচিত হৈছিল সেই বিষয়ে সন্দেহ নাই। মন্ত্ৰবোৰৰ শুদ্ধ পাঠৰ ওপৰত ইয়াৰ গুণাগুণ নিৰ্ভৰ কৰা হয় বাবে এই মন্ত্ৰ বা মন্ত্ৰপুথিবোৰ গোপনে ৰখা হয়। নগাঁৱৰ মায়ং অঞ্চল মধ্যযুগৰ পৰাই তন্ত্ৰ-মন্ত্ৰৰ বাবে বিখ্যাত। দেৱতা-অপদেৱতা, ভূত-প্ৰেত, ডাইনী-যখিনী, যখ-যখিনী আদিৰ কু-প্ৰভাৱৰ ফলত হোৱা বেমাৰ-আজাৰ, শত্ৰু বৃদ্ধি, ধননাশ আদি দূৰ কৰা, পানী জৰা, আদা জৰা, সৰ্প দৰ্শনৰ বিষ নমোৱা, কুকুৰৰ কামোৰৰ বিষ নমোৱা আনকি হাড ভঙা আদি ঠিক কৰিবলৈও মন্ত্ৰৰ ব্যৱহাৰ কৰা দেখা যায়। আনহাতে কিছুমান মন্ত্ৰত আমাৰ দেশত প্ৰচলিত ভেষজ বিদ্যা আৰু ৰোগ নিৰাময়ৰ বিৱৰণ ব্যৱস্থাও নিৰ্দেশ কৰিছে। মন্ত্ৰবোৰত অতি প্ৰাকৃত জগতৰ দৈত্য-দানৱ, ভূত-প্ৰেত আদিৰ লগতে পৌৰাণিক দেৱ-দেৱীৰ সঘন উল্লেখ পোৱা যায়। মন্ত্ৰবিলাক কাৰ্যত খটুৱাবলৈ হ'লে সাধনাৰো প্ৰয়োজন হয়। বহু বেজে মন্ত্ৰৰ সহায়ত জীৱিকাৰ পথ মুকলি কৰে যদিও

কিছুমান ক্ষেত্রত, বিশেষকৈ, সর্পই দংশন কৰিলে একো মাননি নোলোৱাটো উল্লেখনীয় দিশ। মন্ত্ৰবোৰৰ ভাষা কথিত ভাষাৰ ওপৰত প্ৰতিষ্ঠিত। সৰহভাগতে উজনি অসমৰ ভাষাৰ চাপ লক্ষ্য কৰা যায়। সেইফালৰ পৰা মন্ত্ৰৰ প্ৰভাৱ নামনি অসমতকৈ উজনি আৰু মধ্য অসমতহে অধিক আছিল বুলি ঠাৱৰ কৰা হৈছে। মন্ত্ৰৰ পুথিসমূহে মধ্যযুগীয় অসমীয়া সমাজৰ তন্ত্ৰ-মন্ত্ৰত বিশ্বাস, লোকৰীতি, লোকাচাৰ আদি বহু কথাৰে ধাৰণা দিয়ে। অসমীযা লোক-সাহিত্যৰ এটা দিশো এইবোৰে সংৰক্ষণ কৰিছে।

**সামৰণি**

আচলতে একো একোটা জাতিৰ সম্পূৰ্ণ ইতিহাসৰ পৰিচয় লোক-সাহিত্যই দিয়ে অৰণ্যনিবাসী আমাৰ পূৰ্বপুৰুষে কি কৰি, কেনেকৈ আমাৰ জাতিটোক আজিৰ অৱস্থা পোৱালেহি তাৰ উদাহৰণ আমাৰ এই লোক-সাহিত্য। আমাৰ ভাষা-সাহিত্যৰ ভেটিস্বৰূপ এই লোক-সাহিত্য সঁচা অৰ্থত এক অতুলনীয় সম্পদ।

# নাথু-লা গিৰিপথ ঃ এক সম্ভাৱনাৰ সূত্ৰপাত

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ভাৰত-চীন চুক্তি - নাথু-লাৰ গুৰুত্ব - উপসংহাৰ

**ভূমিকা**

নাথু-লা পাছ বা গিৰিপথ। ঐতিহাসিক, ভৌগোলিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক দিশৰ পৰা ইয়াৰ গুৰুত্ব অপৰিসীম। নাথু-লা গিৰিপথ চীনৰ সৈতে ভাৰতৰ যোগাযোগৰ স্থলপথ। দীৰ্ঘদিন ধৰি এই পথৰ পৰা তিব্বতৰ সৈতে ভাৰতৰ বাণিজ্য চলিছিল। ভাৰতৰ পৰা স্থলপথেৰে লাছালৈ যোৱা এইটোৱে সবাতোকৈ সহজলভ্য পথ। হিমালয়ৰ ১৪,৪০০ ফুট উচ্চতাত অৱস্থিত এই গিৰিপথটো বিশ্বৰ উচ্চতম গিৰিপথবোৰৰ অন্যতম। ১৯০৩ চনত ইয়ং হাজবেণ্ড নামৰ সামৰিক বিষয়া এজনে ভাৰতৰ পৰা তিব্বতৰ লাছালৈ এক অভিযান চলোৱাৰ সময়ত এই গিৰিপথটো আৱিষ্কাৰ কৰে। তেতিয়াৰ পৰা দীৰ্ঘদিন এই পথেদি তিব্বতৰ লগত ভাৰতৰ ব্যৱসায়-বাণিজ্য চলিছিল। ১৯৬২ চনৰ ২০ অক্টোবৰত চীনে ভাৰত আক্ৰমণ কৰাৰ সময়ত বন্ধ হৈ যায় নাথু-লা গিৰিপথ। ইয়াৰ পাছৰ চাৰি দশক কেৱল শত্ৰুতাৰ কাহিনী। সুদীৰ্ঘ ৪৪ বছৰ বন্ধ হৈ থকাৰ পাছত সম্প্ৰতি গিৰিপথটো পুনৰ মুকলি কৰি দিয়া হৈছে।

**ভাৰত-চীন চুক্তি**

নাথু-লা গিৰিপথ মুকলি কৰি দিয়াৰ উদ্দেশ্যে ২০০৩ চনত ভাৰত-চীনৰ মাজত এক চুক্তি সম্পাদিত হয। তাৰপাছত নাথু-লা মুকলি কৰা হয় কেৱল পৰ্যটকৰ

বাবে। ভাৰতে তিব্বত চীনৰ অধীনৰ এক স্বায়ত্বশাসিত অঞ্চল বুলি মানি লয়। আনহাতে চীনেও স্বীকাৰ কৰে যে ছিকিম ভাৰতৰ এখন অংগ ৰাজ্য। ইয়াৰ পাছত ২০০৬ চনৰ ৬ জুলাইত ভাৰত-চীন সীমান্ত বাণিজ্য পুনৰ আৰম্ভ কৰাৰ বাবে গিৰিপথটো আনুষ্ঠানিকভাৱে মুকলি কৰে ছিকিমৰ মুখ্যমন্ত্ৰী পৱন কুমাৰ ছামলিঙে।

**নাথু-লাৰ গুৰুত্ব**

গিৰিপথটো মুকলি হোৱাৰ লগে লগে প্ৰশস্ত হৈ পৰিল চীন আৰু ভাৰতৰ বাণিজ্যিক সম্পৰ্ক স্থাপনৰ পথ। ঐতিহাসিক 'ছিল্ক ৰোড'ৰ অংশবিশেষ আছিল এই পথটো। পথটো মুকলি হোৱাৰ লগে লগে ভাৰত আৰু চীনৰ মাজৰ তৃতীয়টো বাণিজ্যিক পথৰূপে ই পৰিগণিত হ'ল। আন দুটা পথ আছে হিমাচলৰ 'ছিপকিল্লা' আৰু উত্তৰাখণ্ডৰ 'লাইপুলেম'ত। এই দুটা পথেৰেও চীন আৰু ভাৰতৰ মাজত দ্বিপাক্ষিক বাণিজ্য চলে। নাথু-লা গিৰিপথটো মুকলি কৰি দিয়া হ'ল যদিও প্ৰথম অৱস্থাত সীমান্ত এলেকাৰ ১০০ কিলোমিটাৰ ঠাইহে সামৰি লোৱা হ'ব। ইয়াৰ বাবে ইতিমধ্যে ছিকিমৰ এশজন ব্যৱসায়ীক ২৯ বিধ সামগ্ৰী চীনলৈ ৰপ্তানি কৰাৰ অনুজ্ঞা-পত্ৰ দিয়া হৈছে। তাৰ বিপৰীতে চীনে ভাৰতলৈ প্ৰেৰণ কৰিব পোন্ধৰবিধ উৎপাদিত সামগ্ৰী। ছিকিমৰ নাথু-লা বাণিজ্য গোটৰ অধ্যযনত প্ৰকাশ পাইছে যে ভাৰত আৰু চীনৰ মাজত ২০১০ চনলৈ এই গিৰিপথেৰে বাণিজ্যিক লেন-দেন হ'ব মুঠ ৩৫০কোটি টকাৰ। ২০১৫ চনত এই পৰিমাণ হ'ব ৪৫০ কোটি টকা আৰু ২০২০ চনলৈ ইয়াৰ পৰিমাণ বৃদ্ধি হ'ব ৫৭৫ কোটি টকালৈ। এই পথটো মুকলি হোৱাত ভাৰতৰ, বিশেষকৈ, ছিকিমৰ ব্যৱসায়ীসকল লাভৱান হ'ব। চীনেও এই গিৰিপথটোৰে কেৱল ভাৰতৰ সৈতেই নহয়, বাংলাদেশ, ভূটান আৰু নেপালৰ সৈতেও বাণিজ্যিক সম্পৰ্ক গঢ়াৰ সুযোগ পাব। দুয়ো দেশৰ ব্যৱসায়ীসকলে এই পথেৰে কৃষিজাত সামগ্ৰী, কম্বল, তামৰ সা-সামগ্ৰী, কাপোৰ, চাইকেল, কফি, চাহ, বাৰ্লি, চাউল, ফল-মূল, ধঁপাত আদিৰ আমদানি ৰপ্তানি কৰিব পাৰিব।

নাথু-লা গিৰিপথ আজি ছিকিমৰ অন্যতম পৰ্যটক আকৰ্ষণ স্থান। যুদ্ধত নিহত ভাৰতীয় জোৱানসকলৰ স্মৃতিত ইয়াত এটা শ্বহীদ স্মাৰকো আছে।

**সামৰণি**

নাথু-লা গিৰিপথ মুকলি হোৱাৰ লগে লগে উপকৃত হৈছে দুয়োখন দেশৰ জনসাধাৰণ। নাথু-লা গিৰিপথ খুলি দিয়াৰ ফলত উভয় দেশৰ ব্যৱসায়-বাণিজ্যৰ প্ৰসাৰ ঘটিছে। নাথু-লা সীমান্তত অহা-যোৱা আৰম্ভ হোৱা হেতুকে দুয়ো দেশৰ ব্যৱসায়ীৰ মাজত সক্ৰিয়তা বৃদ্ধি পাইছে। দুয়ো দেশৰ মানুহৰ মাজত সহজ সম্পৰ্ক গঢ়াতো ই হ'ব সহায়ক। পথটো খুলি দিয়াৰ বিশেষ অনুষ্ঠানত চীন আৰু ভাৰতীয় সেনা বিষয়াৰ কৰমৰ্দন আৰু আলিংগন, উভয় দেশৰ চৰকাৰী তথা বেচৰকাৰী প্ৰতিনিধিৰ উচ্ছ্বাস বিশেষভাৱে উল্লেখযোগ্য। পৰ্যটকৰ বাবেও বিষয়টোৱে বিশেষ গুৰুত্ব বহন কৰিছে। নাথু-লাক কেন্দ্ৰ কৰি উভয় দেশৰ সম্পৰ্ক আৰু গভীৰ হ'ব তাত কোনো সন্দেহ নাই। অৱশ্যে, নাথু-লা গিৰিপথ ব্যৱসায়-বাণিজ্যৰ সাফল্যত কিমানদূৰ সহায়ক হ'ব তাক

ভৱিষ্যত সময়েহে ক'ব। বিশ্বৰ সৰ্বাধিক জনবহুল দুই দেশৰ সু-সম্পৰ্ক গঢ়াত নাথু-লা গিৰিপথ সহায়ক হ'ব বুলি আশা কৰা হৈছে। বৰ্তমান সীমিত সংখ্যক বস্তুৰ ব্যৱসায়হে নাথু-লা সীমান্তইদি কৰাৰ অনুমতি প্ৰদান কৰা হৈছে। ভৱিষ্যতে নাথু-লাত আৰু প্ৰসাৰ ঘটক, বাণিজ্যৰ আৰু উন্নত সম্পৰ্ক গঢ়ি উঠক ভাৰত-চীনৰ দুয়ো দেশৰ নাগৰিকে তাকে কামনা কৰিছে।

# ভাৰতৰ পূবলৈ চোৱা নীতি

**ৰচনাৰ সংকেত ঃ** ভূমিকা - প্ৰস্তুতিৰ প্ৰয়োজন - বাণিজ্যিক সম্ভাৱনা - সামৰণি

**ভূমিকা**

দেশ এখনৰ বিকাশ অকলশৰে কেতিয়াও সম্ভৱ হ'ব নোৱাৰে। বিশ্বৰ অন্যান্য ৰাষ্ট্ৰৰ সৈতে সহযোগ, আদান-প্ৰদান অবিহনে প্ৰগতি সাধন নহয়। এনে এক উদ্দেশ্যৰে যুগুত কৰা হৈছে ভাৰতৰ 'লুক ইষ্ট' (Look East), অৰ্থাৎ, 'পূবলৈ চোৱা নীতি' তথা আঁচনি। আঁচনিখনৰ থুলমূল উদ্দেশ্য ঃ ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ সৈতে চুবুৰীয়া দক্ষিণ-পূব এছিয়াৰ ৰাষ্ট্ৰসমূহৰ স্থলপথৰ সংযোগ ঘটাই দেশৰ আৰ্থ-সামাজিক বিকাশ সাধন কৰা। এই আঁচনিৰ জৰিয়তে দক্ষিণ-পূব এছিয়াৰ চুবুৰীয়া ৰাষ্ট্ৰসমূহক লৈ এক আৰ্থ-সামাজিক মণ্ডল সৃষ্টি কৰাও আঁচনিখনৰ প্ৰয়াসৰ অন্তৰ্ভুক্ত। ইয়াৰ এক অংশৰূপে ২০০৪ চনত আয়োজন কৰা হৈছিল এক কাৰ ৰেলীৰো। ইয়াত দেশৰ উদ্যোগ-বাণিজ্য মহল ঘনিষ্ঠভাৱে জৰিত হৈছিল। ইয়াৰো কাৰণ আছিল — দক্ষিণ-পূব এছিয়াৰ দেশবোৰৰ লগত ভাৰতৰ বাণিজ্যিক সম্পৰ্ক অধিক সম্প্ৰসাৰিত কৰা। বৰ্তমান সময়ত সমগ্ৰ বিশ্বত যি বিশ্বায়ন (Globalisation) প্ৰক্ৰিয়া আৰম্ভ হৈছে সেই কথাই বাণিজ্যিক, সাংস্কৃতিক, ৰাজনৈতিক আদান-প্ৰদানৰ ক্ষেত্ৰত দুৱাৰ মুকলি কৰি দিছে। গতিকে এনে এটি নতুন অৰ্থনৈতিক সুযোগ আমিও গ্ৰহণ কৰিব লাগিব আৰু তাৰ বাবে সাজু হোৱাৰ এয়াই সময়।

এই সময়ছোৱাত আমাৰ দেশখনৰ লগত দক্ষিণ-পূব এছিয়াৰৰ দেশবোৰ বাণিজ্যিক সম্পৰ্ক কিমান উন্নত হৈছে সেই সম্পৰ্কে বিশেষজ্ঞ মহলত নানা চিন্তা-চৰ্চা চলি আছে, ভাৰত চৰকাৰেও অঞ্চলটোৰ কেবাখনো দেশৰ লগত বাণিজ্যিক, ৰাজনৈতিক চুক্তি সম্পাদন কৰি নতুন অৰ্থনৈতিক সুযোগ ল'বলৈ বিভিন্ন প্ৰয়াস চলাইছে। সামগ্ৰিকভাৱে আমাৰ দেশখনৰ চুবুৰীয়া আছিয়ান (ASEAN Association of South-East Asian Nations) দেশবোৰৰ লগত বাণিজ্যিক সম্পৰ্ক উন্নত হৈছে আৰু বাণিজ্যৰ পৰিসৰ

ক্ৰমান্বয়ে বৃদ্ধি পাইছে। যি কি নহওক, দক্ষিণ-পূব এছিয়াৰ দেশবোৰৰ বজাৰত স্থান পাবলৈ হ'লে আমাৰ অঞ্চলটোত তেনে কিছুমান বস্তু-বাহানিৰ উৎপাদন হ'ব লাগিব যিবোৰৰ বাবে এই দেশবোৰত বজাৰৰ সম্ভৱনা আছে। আনহাতে, মুক্ত বাণিজ্যৰ ফলত হোৱা আদান-প্ৰদান আৰু বিশেষকৈ বাট-পথ মুকলি হ'লে এনে দেশবোৰত উৎপাদিত সামগ্ৰীয়ে যদি অঞ্চলটোৰ বজাৰ দখল কৰি লয় তেতিয়া আমাৰ লাভ হোৱাৰ পৰিবৰ্তে বাণিজ্যিকভাৱে কিছু ক্ষতিহে হোৱাৰ সম্ভাৱনা আছে।

**প্ৰস্তুতিৰ প্ৰয়োজন**

দক্ষিণ-পূব এছিয়াৰ দেশবোৰত চাহিদা থকা যিবোৰ সামগ্ৰী আছে তাৰ ভিতৰত অসমৰ হস্ত শিল্প, বাঁহ-বেতৰ সামগ্ৰী, এৰী-মুগা, পাটৰ কাপোৰ আদিকে ধৰি বিভিন্ন সামগ্ৰী, চাহপাত, পেট্ৰোলজাত সামগ্ৰী আদিৰ কথাই মনলৈ আহে। ইয়াৰ কিছুমান আমাৰ ঘৰুৱা উদ্যোগবোৰত উৎপাদিত সামগ্ৰী। উদাহৰণস্বৰূপে, বাঁহ-বেতৰ সামগ্ৰী উৎপাদনৰ বাবে অসম তথা অঞ্চলটোত প্ৰচুৰ সম্ভাৱনা আছে। কিন্তু ইয়াৰ দ্বাৰা আমাৰ ৰাজ্য নাইবা অঞ্চলটোৰ যিবোৰ সামগ্ৰী সাধাৰণতে উৎপাদিত হয় তাৰ বাবে দক্ষিণ-পূব এছিয়াৰ বজাৰবোৰত বিক্ৰীৰ সম্ভাৱনা কিমান সেই সম্পৰ্কে সঠিকভাৱে চিন্তা-চৰ্চা কৰি, সেইবোৰ দেশত চাহিদা থকা সামগ্ৰী উৎপাদনত গুৰুত্ব দিলেহে আমাৰ সামগ্ৰীবোৰে সেই দেশবোৰৰ গ্ৰাহকসকলক আকৰ্ষিত কৰিব। এই কথাও বহুতে উল্লেখ কৰিছে যে অসমৰ এৰী-মুগা, পাটৰ কাপোৰৰ বাবে দক্ষিণ-পূব এছিয়াৰ দেশত বজাৰৰ সম্ভাৱনা আছে। কিন্তু ইয়াৰ দ্বাৰা অসমত যিবোৰ সামগ্ৰী, যেনে ঃ মেখেলা-চাদৰ আদিৰ উৎপাদন হয তাৰ বাবে চাহিদা জানো আছিযান দেশবোৰত আছে? নথকাটোৱেই স্বাভাৱিক। কাৰণ তাতো মহিলাসকলে মেখেলা-চাদৰ নিপিন্ধে। গতিকে এনে এটা পৰিস্থিতিত আগতীয়াকৈ গুৰুত্ব পাবলগীয়া কথাটো হ'ল বজাৰ সম্ভাৱনাৰ অধ্যয়ন কৰা। গতিকে মুকলি বজাৰৰ সুযোগ গ্ৰহণ কৰিবলৈ হ'লে আমাৰ বাঁহ-বেতৰ বিভিন্ন সামগ্ৰী, হস্ততাঁতৰ দ্বাৰা উৎপাদিত বিভিন্ন কাপোৰ-কানি, কাঁহ-পিতলৰ বাচন-বৰ্তন আদি কেনেদৰে উৎপাদন কৰিলে এই দেশবোৰত বজাৰ পাব সেই কথা নিৰ্ণয় কৰি ল'ব লাগিব। তাৰ বাবে কিছু আগতীয়া প্ৰস্তুতি, বজাৰ সম্পৰ্কীয় তথ্য-পাতি (Market Information) সংগ্ৰহ কৰা প্ৰাথমিক প্ৰস্তুতিৰ অংশ বিশেষ।

এনেবোৰ দিশত কিছু আগতীয়াকৈ চিন্তা-চৰ্চা নহ'লে আমি সম্মুখীন হ'ব লাগিব আন এটি পৰিস্থিতিৰ। পূবলৈ চোৱা নীতি অনুসৰি যদি অদূৰ ভৱিষ্যতত সীমান্তৰ বাট-পথবোৰ মুকলি হয় তেনেহ'লে মুক্ত বাণিজ্যৰ সুযোগ ল'বলৈ দক্ষিণ-পূব এছিয়াৰ দেশবোৰ সমানে তৎপৰ হৈ উঠিব। মুক্ত বাণিজ্যই কাৰোবালৈ সুবিধা আনিলেও আন কিছুমান দেশ বা অঞ্চলৰ বাবে অসুবিধাৰো সৃষ্টি কৰিব পাৰে। বৰ্তমান অসম তথা সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলত জনসংখ্যা কেইবা কোটি। কিন্তু অঞ্চলটোত প্ৰয়োজনীয় ভোগ্য দ্ৰব্য ইয়াত বিশেষ উৎপাদন নোহোৱাত আমি নিৰ্ভৰ কৰিবলগীয়া হয় দেশৰ আন ৰাজ্যত উৎপাদিত তেনে সামগ্ৰীৰ ওপৰত। আনকি খাদ্যকে ধৰি বিভিন্ন নিত্য প্ৰয়োজনীয়

সমাগ্ৰী আমদানি কৰিহে আমাৰ চাহিদা পূৰণ কৰিবলগীয়া হয়। ফলত ইযাত উপাৰ্জিত আযৰ বৃহৎ অংশ দেশৰ আন ৰাজ্যলৈ ওলাই যোৱাটো এটি সাধাৰণ অভিজ্ঞতা। এতিয়া মুক্ত বাণিজ্যৰ সুযোগ লৈ যদি উন্নত বাট-পথেৰে দক্ষিণ-পূব এছিযাৰ দেশৰ পৰা চাউল-দাইলকে ধৰি নিত্যব্যৱহাৰ্য সামগ্ৰীবোৰ আহিবলৈ ধৰে তেনেহ'লে আমাৰ উপাৰ্জনৰ বৃহৎ অংশ সেই দেশবোৰলৈ ওলাই যাব। যিকোনো সামগ্ৰীৰ বাবে চাহিদা বৃদ্ধি কৰিবলৈ গুৰুত্ব দিবলগীয়া কথাবোৰ হ'ল সামগ্ৰীৰ গুণগত মান, প্ৰতিযোগিতামূলক দাম আৰু আকৰ্ষণীয় পেকেজিং। আমাৰ অসম নাইবা অঞ্চলটোত উৎপাদিত সামগ্ৰীৰ ক্ষেত্ৰত এইখিনি গুণ দেখা যাবনে? গতিকে আনবোৰ দিশত গুৰুত্ব নিদিযাকৈ দক্ষিণ-পূব এছিযাৰ দেশবোৰৰ বজাৰত আমাৰ ইযাত উৎপাদিত সামগ্ৰীযে গ্ৰাহকক আকৰ্ষিত কৰিব বুলি ভবাটো কেতিযাও সঠিক চিন্তা বুলি ক'ব নোৱাৰি। সেয়ে দক্ষিণ-পূৱ এছিয়াৰ দেশবোৰত আমাৰ ইযাত উৎপাদিত সামগ্ৰীৰ চাহিদা বঢাবলৈ হ'লে ওপৰত উল্লেখ কৰা দিশবোৰত গুৰুত্ব দিব লাগিব, তেতিযাহে আমি লাভবান হোৱাৰ আশা কৰিব পাৰো।

**বাণিজ্যিক সম্ভাৱনা**

বৰ্তমান সময়ত বিশ্বৰ প্ৰায সকলো দেশতে পৰ্যটনক উদ্যোগ হিচাপে লৈ ইযাৰ বাণিজ্যিক সম্ভাৱনা সম্পৰ্কে অনেক চিন্তা-চৰ্চা হৈছে আৰু এই খণ্ডটোৱে বিশেষ গুৰুত্ব পাইছে। ভাৰত চৰকাৰে পূবলৈ চোৱা নীতি গ্ৰহণৰ পাছত উত্তৰ-পূৰ্বাঞ্চলতো পৰ্যটনৰ বিষযটো সম্পৰ্কে অনেক চিন্তা-চৰ্চা হৈছে, বিভিন্ন আলোচনা চক্ৰ আদিও অনুষ্ঠিত হোৱা দেখা গৈছে। উত্তৰ-পূৰ্বাঞ্চলৰ গাতে লাগি থকা দেশবোৰৰ লগত আমাৰ সামাজিক, সাংস্কৃতিক সম্পৰ্কৰ কথাটোলৈ চাই এনে দেশবোৰৰ পৰা বহু সংখ্যক পৰ্যটক ভৱিষ্যতে আহিব বুলিও আশা কৰা হৈছে। পৰ্যটক আমাৰ ইযালৈ অহাৰ সম্ভাৱনা বাস্তৱায়িত হ'বলৈ হ'লে পৰ্যটন উদ্যোগৰ লগত জৰিত বাট-পথৰ উন্নতি, উন্নত হোটেল, অতিথিশালা, টেক্সি ছাৰ্ভিচ আদিৰ লগতে পৰ্যটকসকলক আমাৰ দৰ্শনীয় ঠাইবোৰ দেখুৱাবলৈ প্ৰশিক্ষণপ্ৰাপ্ত গাইড আদিৰ প্ৰযোজন হ'ব। এনেবোৰ দিশত এতিয়ালৈকে বিশেষ উন্নতি পৰিলক্ষিত হোৱা নাই। ২০০২ চনৰ এপ্ৰিল মাহত গুৱাহাটীৰ গোপীনাথ বৰদলৈ বিমানবন্দৰৰ পৰা বেংককলৈ বিমান সেৱা মুকলি কৰা হৈছিল যদিও যাত্ৰীৰ অভাৱত এই বিমান সেৱা বন্ধ কৰি দিবলগীয়া হৈছে। এনে এটি পৰিস্থিতিত আমাৰ অঞ্চলটোলৈ দক্ষিণ-পূব এছিয়াৰ দেশবোৰৰ পৰা বহু ভ্ৰমণকাৰী আহিব বুলি আশা কৰিব পাৰিনে? পূবলৈ চোৱা নীতি অনুসৰি অঞ্চলটোৰ লগত অধিক বাণিজ্যিক সম্ভাৱনা মুকলি হ'ব বুলি আশা কৰা হৈছে যদিও এইক্ষেত্ৰত আমাৰ বাবে ঘাই প্ৰতিদ্বন্দ্বী হ'ল চীন। অৰ্থনৈতিক সংস্কাৰৰ কাৰ্যক্ৰম গ্ৰহণ কৰি চীনে সমগ্ৰ দক্ষিণ-পূৱ এছিয়াত বাণিজ্যক বিস্তাৰৰ যি নীতি লৈছে তাত বহু পৰিমাণে সফলো হৈছে। চীনত নিৰ্মিত নানা ধৰণৰ পুতলা, খেলনা আদিকে ধৰি নানা ধৰণৰ ইলেকট্ৰনিক সামগ্ৰীযে আমাৰ দেশৰ বজাৰ ইতিমধ্যে দখল কৰি

লৈছে। এনে এটা অৱস্থাত দক্ষিণ-পূব এছিয়াৰ দেশবোৰত বজাৰ দখল কৰিবলৈ হ'লে আমাৰ ইয়াত প্ৰাপ্ত সামগ্ৰীৰ গুণগত মান উন্নত হ'ব লাগিব। তেতিয়াহে আমি লাভবান হ'ব পাৰিম।

**সামৰণি**

আমাৰ চুবুৰীয়া ম্যানমাৰ, থাইলেণ্ড আদি দেশ নানা ধৰণৰ চোৰাং কাৰবাৰ, ড্ৰাগছ আদিৰো ঘাটি। তদুপৰি এই দেশবোৰত বিদ্ৰোহী সংগঠনবোৰে আশ্ৰয় লৈ তাৰ পৰাই আনি আছে অস্ত্ৰ-শস্ত্ৰ, বন্দুক-বাৰুদ। এনে এটা অৱস্থাত সীমান্ত সুৰক্ষিত নহ'লে এই ঘটনাৰ বিপদবোৰ বাঢ়িব বুলিও কিছুমান মহলে কৰা আশংকা আমি নুই কৰিব নোৱাৰো। সীমান্তৱৰ্তী বাংলাদেশৰ লগত আমাৰ আন্তৰ্জাতিক সীমা সুৰক্ষিত নোহোৱাৰ বাবে সেই দেশৰ পৰা অবৈধভাৱে অহা লোকসকলে আমাৰ জনগাঁথনিকে থৰক বৰক কৰিছে। সেই দিশৰ পৰা দক্ষিণ-পূব এছিয়াৰ দেশবোৰৰ লগতো থকা সীমান্ত অঞ্চল অধিক সুৰক্ষিত হ'ব লাগিব, নহ'লে অৱস্থাটো খাল খান্দি ঘঁৰিয়াল মতাৰ নিচিনাই হ'ব।

আন সকলো কথাৰ নিচিনাকৈ পূবলৈ চোৱা নীতিৰো ভাল-বেয়া দুয়োটা দিশেই আছে। তাৰে ভালখিনি বাচি লৈ সেই অনুসৰি কাম কৰিলে আমি নিশ্চয় লাভৱান হ'ব পাৰিম।

# আই এম (ডি টি) আইন

**ৰচনাৰ সংকেত ঃ** ভূমিকা -অসমতহে প্ৰযোজ্য হ'ল আই এম (ডি টি) আইন - বাতিল হ'ল আই এম ডি টি আইন - সামৰণি

**ভূমিকা**

মাথোন চাৰিটা আখৰ আই এম ডি টি হিচাপে সকলোৰে মাজত জনাজাত হৈ পৰা এই আইনখনৰ সম্পূৰ্ণ নামটো হ'ল অবৈধ প্ৰব্ৰজনকাৰী (ট্ৰিবুনেলৰ দ্বাৰা চিনাক্তকৰণ) আইন, (Illegal Migrants (Determination by Tribunals) Act)। আইনখন কেন্দ্ৰীয় চৰকাৰে এখন অধ্যাদেশৰ দ্বাৰা প্ৰৱৰ্তন কৰিছিল ১৯৮৩ চনত অসমত অবৈধভাৱে প্ৰৱেশ কৰা বিদেশী নাগৰিকৰ বিৰুদ্ধে চলা ঐতিহাসিক আন্দোলনৰ ফলত। সেই সময়ত কেন্দ্ৰীয় চৰকাৰে ঘোষণা কৰা মতে অসমত অবৈধভাৱে প্ৰৱেশ কৰাসকলক চিনাক্তকৰণ আৰু বহিস্কৰণৰ ক্ষেত্ৰত যাতে কোনো লোক হাৰাশাস্তি হ'বলগীয়া নহয়, তেনে এটি উদ্দেশ্যৰেই আইনখন প্ৰণয়ন কৰা হৈছিল। ১৯৭৯ চনত অসমত অবৈধভাৱে প্ৰৱেশ কৰা বিদেশী নাগৰিকৰ চিনাক্তকৰণ আৰু বহিষ্কাৰৰ দাবীত এক বৃহৎ আন্দোলন হৈছিল আৰু এই আন্দোলনৰ গুৰি ধৰিছিল অসমৰ ছাত্ৰসমাজক নেতৃত্ব দিয়া সদৌ অসম ছাত্ৰ সন্থা বা আছুৱে। এই আন্দোলনত জৰিত হৈ পৰিছিল অসমৰ বিভিন্ন

সংগঠন আৰু জাতিটোক ভাল পোৱা সকলো মানুহ। সম্পূৰ্ণ ছবছৰ ধৰি চলা এই আন্দোলনৰ ঘাই উদ্দেশ্য আছিল, আমাৰ ৰাজ্যখনলৈ সীমান্ত পাৰ হৈ ঘাইকৈ চুবুৰীয়া ৰাষ্ট্ৰ বাংলাদেশৰ পৰা চলি থকা অনুপ্ৰৱেশৰ সমস্যাটো সমাধান কৰা। চুবুৰীয়া আন এখন ৰাষ্ট্ৰ নেপালৰ পৰাও অসমলৈ মানুহ আহি আছে যদিও এইসকলৰ সংখ্যা তুলনামূলকভাৱে কম। সুদীৰ্ঘদিন ধৰি লাখ লাখ হিচাপত অবৈধ বিদেশী নাগৰিক এনেদৰে অহৰহভাৱে আহি থকাত অসমৰ জনসাধাৰণৰ অস্তিত্ব বিপন্ন হোৱাৰ যি আশংকা কৰা হৈছিল সেই কথা অস্বীকাৰ কৰিব নোৱাৰি। জাতীয় স্বাৰ্থত কৰা এনে আন্দোলনত প্ৰাণ বিসৰ্জন দিছিল ৮৫৫ গৰাকী শ্বহীদে।

**অসমতহে প্ৰযোজ্য হ'ল আই এম (ডি টি) আইন**

অসম আন্দোলনটো প্ৰথমে অতি শান্তিপূৰ্ণ আৰু অহিংস ধৰণে চলিছিল যদিও দীঘলীয়া হৈ পৰা এই আন্দোলনটো কিছু হিংস্ৰ আৰু অশান্তিপূৰ্ণ হৈ পৰিছিল। ফলত অসমৰ নেলী, গহপুৰকে ধৰি বিভিন্ন অঞ্চলত যিবোৰ দুৰ্ভাগ্যজনক ঘটনা ঘটিছিল তাত প্ৰাণ হেৰুৱাইছিল বহু সংখ্যক লোকে। দেশৰ সকলো বৈধ নাগৰিকক জীৱন আৰু সা-সম্পত্তিৰ ক্ষেত্ৰত সুৰক্ষা দিয়াটো চৰকাৰৰ দায়িত্ব যদিও অসমত অবৈধভাৱে প্ৰৱেশ কৰা বহুসংখ্যক লোকে বিভিন্ন কাৰণত শাসনৰ গাদীত থকা কংগ্ৰেছ দলক নিৰ্বাচনৰ সময়ত ভোট দি সমৰ্থন কৰি অহাৰ ফলতে সৃষ্টি হৈছিল ভোটবেংকৰ ৰাজনীতি। অসমত সেই সময়ত চলি থকা অশান্তিজৰ্জৰ পৰিস্থিতিৰ গইনা লৈ ১৯৮৩ চনত কেন্দ্ৰত শাসনৰ গাদীত থকা ইন্দিৰা গান্ধীৰ নেতৃত্বাধীন কংগ্ৰেছ (ই) চৰকাৰে আই এম ডি টি আইনখন প্ৰৱৰ্তন কৰি অসমৰ জনসাধাৰণৰ নায্য দাবী বিদেশী নাগৰিকৰ চিনাক্তকৰণ আৰু বহিষ্কৰণৰ ক্ষেত্ৰত প্ৰধান অন্তৰায় সৃষ্টি কৰিছিল। অসম আন্দোলনৰ সমাপ্তি ঘটাবলৈ ১৯৮৫ চনত কেন্দ্ৰ আৰু আন্দোলনৰ নেতৃত্ব দিয়া আছুৰ মাজত এখনি ঐতিহাসিক চুক্তি সম্পাদিত হয় যদিও অবৈধ বিদেশী নাগৰিকৰ চিনাক্তকৰণ আৰু বহিষ্কৰণৰ ক্ষেত্ৰত প্ৰধান বাধা হৈ উঠিল এই বৈষম্যমূলক আইনখন। দেশৰ বিদেশী নাগৰিকৰ বহিষ্কাৰৰ বাবে ১৯৪৬ চনতে প্ৰৱৰ্তন কৰা বিদেশী আইন, পাছপোৰ্ট আইন আছে যদিও অসমত সংখ্যালঘু সম্প্ৰদায়ৰ লোকৰ নামত প্ৰদান কৰা আই এম ডি টি আইনখন কেবল অসমতহে প্ৰযোজ্য হ'ল, আইনবোৰ ৰাজ্যত পূৰ্বৰ আইনৰ দ্বাৰাই বিদেশীলোকক বহিষ্কাৰ চলি থাকিল। দেশৰ আন সকলো আইনৰ নিচিনাকৈ আই এম ডি টি আইনখনো নানা জটিলতাৰে ভৰা। আৰু সেইবাবেই অসমত লাখ লাখ অবৈধ বিদেশী নাগৰিক, ঘাইকৈ বাংলাদেশী থকা সত্বেও এইসকলৰ চিনাক্তকৰণ আৰু বহিষ্কাৰ সম্ভৱ হোৱা নাই। অসম আন্দোলনৰ সমাপ্তি ঘটাবলৈ কেন্দ্ৰ আৰু আছুৰ মাজত যিখন চুক্তি হৈছিল সেই অনুসৰি ১৯৭১ চনৰ (সেই বছৰতে আমাৰ সীমান্তত পূৰ্বৰ পূব পাকিস্তানৰ ঠাইত সৃষ্টি হৈছিল বৰ্তমানৰ বাংলাদেশ) ২৫ মাৰ্চৰ পিছত অসমত প্ৰৱেশ কৰা সকলোলোকেই বিদেশী নাগৰিক আৰু এই সকলোলোক ভাৰত ত্যাগ কৰিবলৈ বাধ্য। কথাটো দেখাত বৰ সহজ যেন লাগিলেও কাৰ্যক্ষেত্ৰত সিমান সহজ নোহোৱাৰ গুৰিতেই হ'ল আই এম (ডি টি) আইনখনৰ পৰা অহা বাধা।

আই এম (ডি টি) আইন অনুসৰি অসমৰ বিভিন্ন জিলাত যি ১৬ খন ট্ৰিবুনেল গঠন কৰা হ'ল তাৰ জৰিয়তেই অবৈধ বিদেশী নাগৰিকৰ চিনাক্তকৰণৰ দিহা কৰা হ'ল। দেখাত সম্পূৰ্ণ আইনগতভাৱে কথাটোত আপত্তি থাকিবলগীয়া একো নাই যেন লাগিলেও আইনখনত এনে দুটামান দফা সুমুৱাই দিয়া হ'ল যিবোৰ আচলতে চিনাক্তকৰণৰ ক্ষেত্ৰত হৈ পৰিছে ঘাই বাধা। আইনখনৰ আঠ নম্বৰ ধাৰা অনুযায়ী কোনো এজন লোক বিদেশী বুলি ট্ৰিবুনেলত যিকোনো লোকে গোচৰ দিব পাৰিলেও অভিযুক্তজন বিদেশী হয়নে নহয় সেইটো প্ৰমাণ কৰিব লাগিব অভিযোগকাৰীয়েহে, অভিযুক্তজনে নহয়। তদুপৰি অভিযুক্তজন হ'ব লাগিব আভিযোগকাৰীৰ বাসস্থানৰ তিনিকিলোমিটাৰ দূৰত্বৰ। আবেদনকাৰীজনে ট্ৰিবুনেলত দহৰ পৰা এশটকা পৰ্যন্ত মাচুল দিয়াৰ লগতে দুজন ব্যক্তিৰ শপতনামা দাখিল কৰি তাত অভিযোগটো সম্পৰ্কে দাখিল কৰা তথ্য প্ৰতীয়মান কৰিব লাগিব। এনে এটা জটিল আৰু দীঘলীয়া প্ৰক্ৰিয়াৰে যোৱা বাইছ বছৰত অসমত আই এম (ডি টি) আইনৰ অধীনত গঠিত ১৬ খন ট্ৰিবুনেলত দাখিল কৰা মুঠ গোচৰৰ সংখ্য আছিল তিনি  লাখৰো বেছি। কিন্তু আইনখনৰ জটিলতাৰ বাবেই যোৱা ২২ বছৰত বাংলাদেশী বুলি চিনাক্ত কৰি বহিষ্কাৰ কৰা লোকৰ সংখ্যা আছিল মাথোন ১৪৮১। অসম আন্দোলনৰ সময়ৰে পৰা এই অভিযোগ উঠি আছে যে উন্মুক্ত সীমান্তইদি অসমত বাংলাদেশী নাগৰিকৰ বৃহৎ সংখ্যক সোমাই আছে। কেন্দ্ৰীয় চৰকাৰৰ বিভিন্ন প্ৰতিবেদন আৰু ১৯৯৮ চনত অসমৰ তদানীন্তন ৰাজ্যপাল এছ কে সিন্‌হাই ৰাষ্ট্ৰপতিক দিয়া প্ৰতিবেদনত তথ্য-পাতিৰ সহায়ত এনে অবৈধ জনপ্ৰব্ৰজনৰ ফলত সৃষ্টি হোৱা ভয়াবহ সমস্যা সম্পৰ্কে সঁকীয়াই দিয়া সত্বেও কেন্দ্ৰীয় চৰকাৰ আৰু অসম চৰকাৰৰ গা লৰা নাছিল। ঘাই প্ৰশ্নটো হ'ল দেশত প্ৰবৰ্তিত আইন-কানুনবোৰেই  যদি অবৈধ নাগৰিকৰ চিনাক্তকৰণ আৰু বহিষ্কাৰৰ ক্ষেত্ৰত সহায় কৰিব পাৰে তেনেহ'লে অসমৰ বাবে এখনি সুকীয়া আইননো লগা হ'ল কিয়?

**বাতিল হ'ল আই এম (ডি টি) আইন**

যোৱা ২২ বছৰত আইনখন বাতিলৰ বাবে আছুকে ধৰি বিভিন্ন মহলে দাবী তুলি আছিল যদিও শাসনৰ গাদীত থকা প্ৰতিটো দল আৰু চৰকাৰে এনে এটি বিষয়ত গা এৰা দিয়াৰ নীতিকে লৈ আছিল। সকলোৰে ভয় নিজৰ ভোটবেংকটো হেৰুওৱাৰ। অৱশেষত আছুৰ এগৰাকী প্ৰাক্তন সভাপতি সৰ্বানন্দ সোণোৱালে ২০০০ বৰ্ষত এনে এটি বিষয়ত আইনৰ যুঁজ দিবলৈ উচ্চতম ন্যায়ালয়ত গোচৰ এটি তৰিবলৈ বাধ্য হ'ল। সুদীৰ্ঘ পাঁচোটা বছৰ ধৰি চলা এই আইনী যুঁজখনৰ অন্ত পৰিল ২০০৫ চনৰ ১২ জুলাইত। উচ্চতম ন্যায়ালয়ে এই বৈষম্যমূলক আইনখন খাৰিজ কৰি আইনখন অসাংবিধানিক বুলি অভিহিত কৰে। আইনখন বাতিল কৰি দিয়া নিৰ্দেশত বিচাৰপীঠে কয়, 'পূৰ্বৰ পূব পাকিস্তান আৰু বৰ্তমানৰ বাংলাদেশৰ পৰা অসমলৈ ব্যাপক হাৰত প্ৰব্ৰজন হৈছে। এই প্ৰবজনে অসমৰ জনগাঁথনিৰ ব্যাপক পৰিৱৰ্তন ঘটাইছে। এনেদৰে হোৱা অবৈধ প্ৰব্ৰজন বৈদেশিক আগ্ৰাসনৰ সমতুল্য। ৰাজ্যখনত আই এম (ডি টি) আইন বলবৎ হৈ থকাৰ

বাবে কেন্দ্ৰীয় চৰকাৰে প্ৰব্ৰজন ৰোধ কৰাৰ কাৰণে কোনো ব্যৱস্থা ল'ব পৰা নাই। সেযে এই আইনখন অসাংবিধানিক। আই এম (ডি টি) আইনে ভাৰতীয় সংবিধানৰ ২৫৫ অনুচ্ছেদ প্ৰয়োগত বাধাৰ সৃষ্টি কৰিছে। এই কাৰণতে আইনখন খাৰিজৰ বাবে ৰায় দিয়া হ'ল।'

**সামৰণি**

আই এম (ডি টি) আইন বাতিল হ'ল। ইতিমধ্যে অসমৰ প্ৰায়বোৰ ৰাজনৈতিক দলেই এই আইনখন বাতিল হোৱাত স্বস্তিবোধ কৰিছে। অৱশ্যে তাৰ মাজৰে কিছুসংখ্যকে এই আইন বাতিল হোৱা বাবে প্ৰতিবাদো সাব্যস্ত কৰা দেখা গৈছিল। কিন্তু এই আইন বাতিল হোৱাৰ পাছতো এই কেইবছৰত কেইজন বিদেশীক বহিস্কাৰ কৰা হ'ল? বিগত বাইছ বছৰত অবৈধ বিদেশী বুলি যি তিনি লাখ গোছৰ তৰা হৈছিল সেইবোৰৰ বা কি হ'ব বা হ'ল এতিযাও জনা নগ'ল। উন্মুক্ত সীমান্তইদি এতিযাও অবৈধ বিদেশীৰ সোঁত অসমলৈ বৈয়ে আছে। এই অবৈধ বিদেশী নাগৰিকৰ চিনাক্তকৰণ আৰু বহিষ্কাৰৰ ক্ষেত্ৰত চৰকাৰে কেনে ব্যৱস্থা লয় সেই কথাৰ প্ৰতি সকলোৱে দৃষ্টি ৰাখিছে।

# সংবিধানৰ ষষ্ঠ অনুসূচী

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ষষ্ঠ অনুসূচীভূক্ত এলেকাবোৰ - ষষ্ঠ অনুসূচীভূক্ত অঞ্চলসমূহৰ শাসন ব্যৱস্থা - সামৰণি

**ভূমিকা**

বহুজাতিক, বহুভাষিক আৰু বহুগোষ্ঠীভিত্তিক দেশ ভাৰত। এই দেশৰ বিভিন্ন জাতি-গোষ্ঠী আৰু অঞ্চলৰ সমবিকাশৰ স্বাৰ্থত ভাৰতীয় সংবিধানৰ কিছুমান গুৰুত্বপূৰ্ণ বিধি-বিধানৰ ব্যৱস্থা কৰা হৈছে। ভাৰতৰ পিছপৰা শ্ৰেণী বা জাতি কিছুমানৰ উন্নয়নৰ স্বাৰ্থত শৈক্ষিক আৰু কৰ্মক্ষেত্ৰত সংৰক্ষণৰ ব্যৱস্থা থকাৰ দৰেই থুপ খাই থকা পিছপৰা জনগোষ্ঠী বিশেষৰ বাসভূমি এলেকাক সামৰি জিলা বা অঞ্চল ভিত্তিক স্বায়ত্ব শাসনৰ ব্যৱস্থা ৰখা হৈছে। ভাৰতীয় সংবিধানৰ পঞ্চম অনুসূচীৰ ৬ষ্ঠ আৰু ৭ম অনুচ্ছেদৰ দ্বাৰা পৰিচালিত এই অঞ্চল বা জিলাবোৰক অনুসূচীভুক্ত এলেকা বুলি গণ্য কৰা হয়। ইয়াৰ বাহিৰেও ভাৰতৰ সংবিধানৰ ষষ্ঠ অনুসূচীৰ ২৪৪ (২) অনুচ্ছেদৰ অধীনত উত্তৰ-পূব ভাৰতৰ পৰ্বতীয়া এলেকাবোৰৰ বাবে বিশেষভাৱে সংৰক্ষিত কিছুমান বিধি-ব্যৱস্থাৰ দ্বাৰা উত্তৰ-পূব ভাৰতৰ পৰ্বতীয়া জনজাতীয় লোকসকলৰ স্বকীয় বৈশিষ্টবোৰ ৰক্ষণাবেক্ষণৰ লগতে উক্ত অঞ্চলবোৰৰ জনজাতীয় জনগোষ্ঠীবোৰৰ উন্নয়নত বিশেষ গুৰুত্ব আৰোপ কৰি স্বায়ত্ব শাসনৰ ব্যৱস্থা ৰখা হৈছে। অৱশ্যে ২০০৩ চনত এক সংশোধনীৰ (২০০৩ চনৰ ৪৪তম অধিনিয়ম)দ্বাৰা এই স্বাযত্তশাসিত ব্যৱস্থা অসমৰ

ভৈয়াম অঞ্চললৈ সম্প্ৰসাৰণ কৰা হৈছে। শেহতীয়াভাৱে সংবিধানৰ ৬ষ্ঠ অনুসূচী হিচাপে বহুলভাৱে প্ৰচাৰিত এই অধিনিয়মখন উত্তৰ-পূৰ্বাঞ্চলৰ গণ্ডী চেৰাই দাৰ্জিলিং পাৰ্বত্য জিলা পৰিষদলৈ সম্প্ৰসাৰিত কৰা হৈছে।

**ষষ্ঠ অনুসূচীভূক্ত এলেকাবোৰ**

ভাৰতৰ শাসনতান্ত্ৰিক ক্ষমতা সংসদৰ হাতত অৰ্পিত হ'লেও কোনো বিশেষ অঞ্চলক অনুসূচীভুক্ত তালিকাত অন্তৰ্ভুক্তিৰ ক্ষমতা একমাত্ৰ ৰাষ্ট্ৰপতিৰ হাতত অৰ্পণ কৰিছে। সেইমতে, ৰাষ্ট্ৰপতিয়ে ১৯৫০ চনৰ অনুসূচীভুক্ত অঞ্চল আদেশৰ (Scheduled Areas Order, 1950) দ্বাৰা অসম, মেঘালয, ত্ৰিপুৰা আৰু মিজোৰামৰ বাদেও দেশৰ অন্যান্য ৰাজ্যৰ জনজাতি বসতিপ্ৰধান অঞ্চলবোৰক চিনাক্ত কৰিব পাৰে। উত্তৰ-পূৰ্বাঞ্চলৰ বাদে বাকী সকলো অঞ্চলৰ স্বাযত্ত শাসনৰ ব্যৱস্থাৱলী ভাৰতীয সংবিধানৰ পঞ্চম অনুসূচীৰ দ্বাৰা পৰিচালিত হয। ইযাৰ বিপৰীতে উত্তৰ-পূব ভাৰতৰ ষষ্ঠ অনুসূচীভুক্ত এলেকাবোৰৰ শাসনতান্ত্ৰিক ব্যৱস্থাৱলী কঠোৰভাৱে ভাৰতীয সংবিধানৰ ২৪৪(২) অনুচ্ছেদৰ অধীনত পৰিচালিত হয।

ভাৰতীয সংবিধানৰ ষষ্ঠ অনুসূচীৰ অধীনত অন্তৰ্ভুক্ত হোৱা অঞ্চলবোৰৰ প্ৰাথমিকভাৱে এ' আৰু 'বি' দুটা ভাগত বিভক্ত কৰা হৈছিল। কিন্তু পিছলৈ হোৱা কেইবাটাও সংশোধনীৰ যোগেদি চাৰিটা খণ্ডত ১০ টা বিশেষ অঞ্চলক অন্তৰ্ভুক্ত কৰা হৈছে। ইযাৰে প্ৰথম খণ্ডৰ এলেকাসমূহ অসমৰ, দ্বিতীয খণ্ডৰ এলেকাসমূহ মেঘালয়ৰ, দ্বিতীযখণ্ডৰ (ক) অন্তৰ্গত এলেকাটো ত্ৰিপুৰাৰ আৰু তৃতীয খণ্ডৰ অন্তৰ্ভুক্ত এলেকাসমূহ মিজোৰামৰ। ইযাৰে প্ৰথম খণ্ডৰ এলেকা বড়োলেণ্ড টেৰিটৰিযেল এৰিয়াছ ডিষ্ট্ৰিকখন ২০০৩ চনত ষষ্ঠ অনুসূচীত অন্তৰ্ভুক্ত হোৱা একমাত্ৰ ভৈয়াম জনজাতীয এলেকা।

**ষষ্ঠ অনুসূচীভূক্ত অঞ্চলসমূহৰ শাসন ব্যৱস্থা**

এই চাৰিখন ৰাজ্যৰ এলেকাবোৰৰ শাসন সংক্ৰান্তীয বিধিব্যৱস্থাসমূহ ষষ্ঠ অনুসূচীৰ ২০নং অনুচ্ছেদত লিপিবদ্ধ কৰা হৈছে। ই সংবিধানৰ দশম অধ্যাযৰ অন্তৰ্ভুক্ত। সাংবিধানিক বিধি অনুযায়ী ষষ্ঠ অনুসূচীত অন্তৰ্ভুক্ত হোৱা বিশেষ অঞ্চলবোৰ ৰাজ্যৰ শাসনতান্ত্ৰিক ক্ষমতাৰ অধীনত থাকি কিছু কিছু ক্ষেত্ৰত স্বায়ত্তশাসিত অঞ্চল হিচাপে কাৰ্য সম্পাদন কৰে। আইন প্ৰণয়ন আৰু বিচাৰ সংক্ৰান্তীয় কিছু ক্ষমতা প্ৰয়োগৰ বাবে প্ৰতিটো স্বায়ত্তশাসিত জিলাত একোখনকৈ জিলা সংসদ (District Council) আৰু প্ৰতিখন অঞ্চলৰ বাবে একোখনকৈ পৃথক আঞ্চলিক সংসদ (Regional Council) গঠনৰ কথা ষষ্ঠ অনুসূচীত উল্লেখ কৰা হৈছে। এই সংসদ বা পৰিষদীয় সভাসমূহ প্ৰকৃতাৰ্থতেই জন প্ৰতিনিধিত্বমূলক সংস্থা। কিছুমান বিশেষ ক্ষেত্ৰত এই সংস্থাসমূহে আইন প্ৰণযনৰো ক্ষমতা লাভ কৰে। এইবোৰৰ ভিতৰত কৃষিযোগ্য তথা কৃষিৰ অনুপযোগী ভূমিৰ বিতৰণ, ব্যৱহাৰ আৰু ইয়াৰ উপাৰ্জনৰ উপায় নিৰ্ধাৰণ, সংৰক্ষিত বনাঞ্চলৰ বাদে অন্যান্য বনভূমিৰ সংৰক্ষণ আৰু পৰিচালনা, কৃষিকাৰ্যৰ বাবে খাল-বিলৰ ব্যৱহাৰ, ঝুম প্ৰক্ৰিয়া আৰু অন্যান্য বদলি (shifting) কৃষি কাৰ্যৰ নিয়ন্ত্ৰণ, নাগৰিক সমিতি গঠন,

সম্পত্তিৰ উত্তৰাধিকাৰ সংক্ৰান্ত বিষয়, গ্ৰাম্য আৰু নাগৰিক শাসন সংক্ৰান্তীয় বিষয়সমূহ, গাওঁবুঢ়া আৰু গোষ্ঠীগত মূৰব্বীৰ নিয়োগ, বিবাহ আৰু বিবাহ বিচ্ছেদ সংক্ৰান্তীয় বিষয়, ভূমি ৰাজহৰ পৰিমাণ নিৰ্ধাৰণ আৰু অন্যান্য কৰ ব্যৱস্থাৰ পুনৰ গঠন উল্লেখযোগ্য।

ইয়াৰ উপৰি ১৯৯৫ চনত ষষ্ঠ অনুসূচীৰ ৪২ তম সংশোধনীৰ জৰিযতে অনুচ্ছেদ কাৰ্বি আংলং আৰু উত্তৰ কাছাৰ পাৰ্বত্য স্বায়ত্তশাসিত পৰিষদ দুখনলৈ ১৫টা অতিৰিক্ত বিষয়ৰ ক্ষমতা হস্তান্তৰ কৰিছে। এইবোৰৰ ভিতৰত আছে (ক) উদ্যোগ, (খ) যোগাযোগ, (গ) পশুপালন আৰু পশু সংৰক্ষণ সংক্ৰান্তীয় বিষয়বোৰ, (ঘ) প্ৰাথমিক আৰু মাধ্যমিক শিক্ষা, (ঙ) কৃষি শিক্ষা আৰু গৱেষণাসহ কৃষি সংক্ৰান্তীয় বিষয়বোৰ, (চ) মীন, (ছ) পানীযোগান, (জ) সামাজিক নিৰাপত্তা, নিয়োগ, (ঝ) বান নিয়ন্ত্ৰণ (কাৰিকৰী নহয়), (ঞ) থিয়েটাৰ, নাটক, চিনেমা, (ট) জনস্বাস্থ্য, (ঠ) ক্ষুদ্ৰ জলসিঞ্চন, (ড) বাণিজ্য (সীমিত পৰিসৰত), (ঢ) পুথিভঁৰাল-যাদুঘৰ আৰু (ণ) ভূমি পৃথকীকৰণ।

আনহাতে ২০০৩ চনত ষষ্ঠ অনুসূচীৰ ৪৪ তম সংশোধনীৰ জৰিয়তে গঠিত বড়োলেণ্ড স্বায়ত্ত শাসিত এলেকালৈ ৪০টা বিভাগ হস্তান্তৰ কৰা হৈছে। এইসমূহৰ ভিতৰত (১) কৃষি, (২) পশুপালন, (৩) সমবায়, (৪) সাংস্কৃতিক পৰিক্ৰমা, (৫) শিক্ষা (প্ৰাথমিক, মাধ্যমিক আৰু সাধাৰণ কলেজীয়া শিক্ষা), (৬) মীন, (৭) বান নিয়ন্ত্ৰণ (কাৰিকৰী নহয়), (৮) খাদ্য আৰু অসামৰিক যোগান, (৯) বন (সংৰক্ষিত বনাঞ্চল বাদে), (১০) হস্ত তাঁত আৰু বস্ত্ৰ শিল্প, (১১) স্বাস্থ্য আৰু পৰিয়াল কল্যাণ, (১২) মাদক দ্ৰব্য নিবাৰণ, (১৩) জলসিঞ্চন, (১৪) শ্ৰম আৰু নিয়োগ, (১৫) ভূমি আৰু ৰাজহ, (১৬) পুথিভঁৰাল, (১৭) লটাৰী, (১৮) বজাৰ, (১৯) পৌৰ প্ৰশাসন, (২০) সংগ্ৰহালয় আৰু পুৰাতত্ত্ব, (২১) পঞ্চায়ত আৰু গ্ৰামোন্নয়ন, (২২) গড়াকাপ্তানি, (২৩) ভৈয়াম জনজাতি আৰু অন্যান্য পিছপৰা শ্ৰেণীৰ কল্যাণ, পৰিবহণ আদি অন্যতম।

ষষ্ঠ অনুসূচীৰ অধীনত এতিয়ালৈকে বড়োলেণ্ড টেৰিটৰিয়েল এৰিয়া ডিষ্ট্ৰিক্টেই (Bodoland Territorial Area District, সংক্ষেপে BTAD) সৰ্বাধিক ক্ষমতাৰ অধিকাৰী। এই স্বায়ত্তশাসিত পৰিষদসমূহে প্ৰশাসনীয় ক্ষমতা লাভ কৰা বিভাগবোৰৰ সংক্ৰান্তত আইন প্ৰণয়নৰো ক্ষমতা লাভ কৰিছে। অৱশ্যে এই আইনসমূহ ৰাজ্যপালৰ অনুমতি অবিহনে কাৰ্যকৰী হ'ব নোৱাৰে। অৱশ্যে ৰাজ্যপালে ঘূৰাই পঠোৱা আইন বা বিধি এটা ষষ্ঠ অনুসূচীভূক্ত পৰিষদীয় সভাই একে অৱস্থাতে পুনৰ গৃহীত কৰি ৰাষ্ট্ৰপতিৰ অনুমোদনৰ বাবে প্ৰেৰণ কৰিব পাৰে। তেনে বিধিত ৰাষ্ট্ৰপতিয়ে সন্মতি দিলে সেয়া ৰাজ্যপালৰ অনুমতি নোহোৱাকৈয়ো কাৰ্যকৰী হ'ব পাৰে।

ভাৰতীয় সংবিধানৰ ষষ্ঠ অনুসূচীত স্বায়ত্ত পৰিষদবোৰৰ ভিতৰত জিলা পৰিষদসমূহৰ সৰ্বোচ্চ সদস্য ত্ৰিছজন হ'ব পাৰে। পৰিষদীয় সভাৰ আসন সংৰক্ষণৰ ব্যৱস্থা পৰিষদীয় এলেকাটোত বসবাস কৰা জনসমষ্টিৰ সমানুপাতিক হ'ব লাগে। পৰিষদীয় এলেকা এটা যিটো জনগোষ্ঠীৰ বাবে গঠন কৰা হৈছে সেই জনগোষ্ঠীৰ বহিৰ্ভূত জনজাতীয় লোকে সংৰক্ষিত আসনবোৰত প্ৰতিনিধিত্ব কৰিব নোৱাৰে। অৱশ্যে নিৰ্বাচিত আসনবোৰৰ

উপৰিও ৰাজ্যপালে নিৰ্দিষ্টসংখ্যক সদস্য পৰিষদীয় সভালৈ মনোনীত কৰিব পাৰে। স্বায়ত্ত পৰিষদীয় জিলাবোৰত পৰিষদীয় সভাৰ সদস্য সংখ্যা উৰ্দ্ধতম ত্ৰিছজন হ'লেও বড়োলেণ্ড টেৰিটৰিয়েল এৰিযাৰ ডিষ্ট্ৰিক্টত ইয়াৰ সদস্য সংখ্যা ৪০। ইয়াৰে ৩০ খন আসন বড়ো জনজাতিসকলৰ বাবে সংৰক্ষিত, ৫খন আসন সকলোৰে বাবে মুক্ত আৰু ৫খন আসন পৰিষদীয় এলেকাৰ অনাবড়ো লোকসকলৰ বাবে মুক্ত। ইয়াৰ উপৰি বি টি এডিৰ পৰিষদীয় সভাত প্ৰতিনিধিত্ব নকৰা জনগোষ্ঠীসমূহৰ পৰা ৫জন প্ৰতিনিধিক ৰাজ্যপালে পৰিষদীয় সভালৈ মনোনীত কৰিব পাৰে। এই পৰিষদীয় সভাই এখনকৈ কাৰ্যবাহী পৰিষদ গঠন কৰি দিয়ে। কাৰ্যবাহী পৰিষদে সীমিত পৰিষদত ৰাজ্যিক মন্ত্ৰীসভাৰ দৰে শাসনতান্ত্ৰিক কাম-কাজ পৰিচালনা কৰে। পৰিষদীয় সভাখনে স্বায়ত্ত শাসিত এলেকাটোৰ বিশেষ জনজাতীয় গোটটোৰ আৰ্থ-সামাজিক সুৰক্ষাৰ বাবে তীক্ষ্ণ দৃষ্টি ৰাখিব লাগে।

**সামৰণি**

এইদৰে ভাৰতীয় সংবিধানৰ ষষ্ঠ অনুসূচীক জনজাতীয় জনগোষ্ঠীবোৰৰ আৰ্থ-সামাজিক স্বাৰ্থ সুৰক্ষাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জন্ম আৰু পৰাধীনতাৰ প্ৰতি বিদ্ৰোহ - শিক্ষা আৰু আদৰ্শৰ পথত অগ্ৰসৰ - সামৰণি

# কুশল কোঁৱৰ

**ভূমিকা**

ভাৰতক ব্ৰিটিছৰ কবলৰ পৰা স্বাধীন কৰাত যিসকলে নিজৰ প্ৰাণ উচৰ্গা কৰিছিল তেওঁলোকৰ ভিতৰত কুশল কোঁৱৰ অন্যতম। স্বাধীনতা সংগ্ৰামী, মুক্তিকামী এইজনা অসমীয়া বীৰদৰ্পে আগবাঢ়ি গৈছিল স্বাধীনতা আন্দোলনলৈ।

**জন্ম আৰু পৰাধীনতাৰ প্ৰতি বিদ্ৰোহ**

কুশল কোঁৱৰ আহোমৰ তুংখুঙীয়া ফৈদৰ কমলেশ্বৰ সিংহৰ বংশধৰ। তেওঁৰ পিতৃ আছিল কাঠব্যৱসায়ী সোণাৰাম কোঁৱৰ আৰু মাতৃ কনকেশ্বৰী। ১৯০৫ চনৰ চ'ত মাহৰ ৯ দিন যোৰহাত বালিজানত কুশল কোঁৱৰৰ জন্ম হয়। পিছত তেওঁৰ পিতৃ সোণাৰামে বেংমাইলৈ তেওঁলোকৰ বাসস্থান স্থানান্তৰ কৰে। সোণাৰামৰ আঠজন পুত্ৰ-কন্যাৰ ভিতৰত কুশল কোঁৱৰ পঞ্চম সন্তান। নিৰ্ভিকতা সৰুৰেপৰাই তেওঁৰ তেজত প্ৰবাহিত হৈ আছিল। সৰুৰে পৰা তেওঁ খেলা-ধূলাতো পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছিল। ধুনীয়া বিহুনাম গোৱা, ঢোল, পেঁপা, বাহী বাদনতো পাৰদৰ্শী আছিল কুশল কোঁৱৰ। কিন্তু এইবোৰৰ মাজত

কুশলে কোনো দিনে পাহৰা নাছিল যে তেওঁ এখন পৰাধীন দেশত উশাহ লৈ আছে। ব্ৰিটিছৰ অত্যাচাৰী শাসনত আমাৰ মানুহৰ কেনে অৱস্থা হৈছিল, ব্ৰিটিছে কি অন্যায় কৰিছে সেয়া তেওঁ মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। স্বাধীন মনৰ কুশল কোঁৱৰে ব্ৰিটিছৰ তলত চাহ বাগিছাৰ কাম কৰিবলৈ মন নকৰিলে। আনকি দেউতাকে উইলছন চাহাবৰ আশ্ৰয়ত থাকি কাঠৰ কাৰবাৰ কৰাটোও তেওঁ পেটে পেটে ভালপোৱা নাছিল।

**শিক্ষা আৰু আদৰ্শৰ পথত অগ্ৰসৰ**

১৯১২ চনত কুশল কোঁৱৰে প্ৰাথমিক স্কুল আৰু ১৯১৮ চনত গোলাঘাট বেজবৰুৱা মধ্য ইংৰাজী স্কুলত পঢ়ে। দেশৰ পৰিস্থিতি ক্ৰমশঃ বেয়াৰ ফালে ঢাল খাবলৈ ধৰাত লগতে বয়সো বাঢ়ি অহাত পঢ়া-শুনা সিমানতে সামৰে। ১৯২৫ চনত বেংমাইত প্ৰাথমিক বিদ্যালয় প্ৰতিষ্ঠা কৰি শিক্ষকতা আৰম্ভ কৰে। ১৯২১ চনত সংগ্ৰামী মনৰ সহপাঠী কেইজনমানৰ লগ লাগি কুশল কোঁৱৰে স্বাধীনতা আন্দোলনত যোগ দিয়ে। তেতিয়া তেওঁ মাথো যোল্লবছৰীয়া। পিতৃ সোণাৰাম কোঁৱৰৰ দাবী এৰিব নোৱাৰি কুশল কোঁৱৰে জীৱিকাৰ বাবে বাছি ল'বলগীয়া হয় অন্য পথ। ১৯২৭ চনৰ পৰা ১৯৩৬ চনলৈকে দহ বছৰ স্বাধীনচিতীয়া অসমীয়া চাহ খেতিয়ক বিশ্বেশ্বৰ শৰ্মাৰ চাহ বাগিছাত কেৰাণী কাম কৰে। ইতিমধ্যে কুশল কোঁৱৰ হৈ পৰিছিল সংসাৰী। ১৯২১ চনৰ ২৪ ফেব্ৰুৱাৰীত মৰঙী কোঁৱৰ গাঁৱৰ প্ৰেমানন্দ দুৱৰাৰ কন্যা প্ৰভাৱতীক বিয়া কৰায়। ব্যক্তিগত জীৱনৰ সকলো কাম সুকলমে কৰিও কুশলে পাহৰা নাছিল তেওঁৰ আচল কৰ্তব্য।

১৯৩৪ চনত মহাত্মা গান্ধীয়ে তৃতীয়বাৰ অসম ভ্ৰমণ কৰোঁতে গোলাঘাটলৈ আহে। কুশল কোঁৱৰ, ভদ্ৰ ফুকন তিলক বৰা প্ৰমুখ্যে কেইগৰাকীমান উদ্যোগী নিষ্ঠাবান যুৱকক মহাত্মা গান্ধীক সেৱা-শুশ্ৰূষা কৰাৰ ভাৰ দিয়া হৈছিল। কুশলে এই দায়িত্ব সুচাৰুৰূপে পালন কৰে। তেতিয়াৰপৰাই কুশল কোঁৱৰ নিৰামিষভোজী হৈ পৰে। অহিংসাক তপৰূপে প্ৰাণত ধাৰণ কৰি লয়। দেশৰ স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰাৰ বাবে সাজু হয়। ১৯৩৬ চনত তেওঁ বাগিছা এৰি স্বাধীনতা আন্দোলনত জঁপিয়াই পৰে। ইতিমধ্যে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন অসমতো আৰম্ভ হৈছিল। বন্দে মাতৰম ধ্বনিত ওলাই আহিছিল অসমৰ মানুহ। কুশল কোঁৱৰো নাছিল তাৰ ব্যতিক্ৰম। অনেকে হেৰুওৱা প্ৰাণৰ বিনিময়ত অসমৰ মানুহে স্বাধীনতা ল'বলৈ সাজু হৈছিল। গহপুৰ পুলিচ থানাৰ প্ৰাংগণত পতাকা উত্তোলন কৰিবলৈ যাওঁতে পোন্ধৰ বছৰীয়া কনকলতা আৰু কুৰি বছৰীয়া মুকুন্দ কাকতি পুলিচৰ গুলীত নিহত হয়। শ্বহীদ হ'ল ভোগেশ্বৰী ফুকননী, ঠগীৰাম সূত, লক্ষ্মী হাজৰিকা আদিৰ দৰে বহু অসমীয়া।

কিন্তু কুশল কোঁৱৰৰ বাবে ৰৈ আছিল এক বেলেগ ৰূপ। ১৯৪২ চনৰ ১০ অক্টোবৰৰ দিনা সৰুপথাৰ ৰেল ষ্টেচনৰ ওচৰত কোনোবাই ৰেল লাইন উঠাই দিলে। ফলত সশস্ত্ৰ ব্ৰিটিছ মিলিটাৰী, স্বাস্থ্য বিষয়াসহ বহু ব্ৰিটিছ বিষয়াক কঢ়িয়াই অনা ৰেলগাড়ীখন দুৰ্ঘটনাত পতিত হয়। বেচৰকাৰী হিচাপত প্ৰায় এহাজাৰ লোক মৃত্যু মুখত পৰে। ৰাতিৰ ভিতৰত সৰুপথাৰ অঞ্চলটো সশস্ত্ৰ পুলিচ-মিলিটেৰীয়ে ঘেৰাও কৰি যাকে য'তে পালে

ধৰি-বান্ধি নি গোলাঘাট জেলত ভৰাই থলে। কুশল কোঁৱৰকো এই ঘটনাৰ বাবে দায়ী কৰি পুলিচে গ্ৰেপ্তাৰ কৰিলে। ধাৰ্মিক, অহিংসবাদী কুশল কোঁৱৰ পিছ হুঁহকি নাহিল। হাঁহিমুখে ব্ৰিটিছৰ হাতত বন্দী হ'ল।

১৯৪৩ চনৰ ১১ ফেব্ৰুৱাৰীৰ দিনা গোলাঘাটৰ লোকেল বৰ্ডৰ কাৰ্যালয়ত ৰে'ল দুৰ্ঘটনাত অভিযুক্ত বন্দীসকলৰ বিচাৰ শিৱসাগৰ জিলাৰ ডেপুটি কমিছনাৰ মিঃ কেম্বেল এনদ্ৰু হামফ্ৰেৰ আদালতত আৰম্ভ হল। ঘৰ বিভীষণ মৌজাদাৰ ভগীৰাম গাঁওবুঢ়া প্ৰমুখ্যে ব্ৰিটিছৰ পদলেহনকাৰী দলে ৰাজসাক্ষ্য দিলে। হামফ্ৰে চাহাবে তিনি দফাত বিচাৰ শেষ কৰিলে। তৃতীয় দফাত কুশল কোঁৱৰ, ঘনশ্যাম শইকীয়া, কনকেশ্বৰ কোঁৱৰ আৰু ঘনকান্ত ডেকাৰ ফাঁচীৰ হুকুম দিয়া হ'ল। ১২ জুনৰ শেষ নিশা স্বাধীনতা সংগ্ৰামী কুশল কোঁৱৰ ফাঁচী কাঠত ওলমিল।

**সামৰণি**

আমাৰ দেশৰ বতাহত চিৰকালৰ বাবে এইজনা স্বাধীনতা সেনানীৰ কথা লিখা ৰ'ব। কোনোদিনে আমি পাহৰিব নোৱাৰো যে কুশল কোঁৱৰৰ দৰে হাজাৰজনে নিজৰ জীৱন উচৰ্গা নকৰা হ'লে আজি আমি স্বাধীন দেশত উশাহ ল'ব নোৱাৰিলোঁহেঁতেন। শ্বহীদৰ তেজেৰে লিখা আমাৰ ইতিহাসত কুশল কোঁৱৰ অমৰ হৈ থাকিব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ অসমৰ এজন শ্বহীদ ২ ভাৰতৰ এজন স্বাধীনতা সংগ্ৰামী ৩ তোমাৰ প্ৰিয় ব্যক্তি (HSLC 1996, 2003)

*তুমি কি কৰিবা অভিজ্ঞতাই সেয়া নিৰ্দেশ কৰিব, আত্মবিশ্বাসে কামটো কৰিবলৈ কৰিবলৈ তোমাক সাহস দিব।*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অতীতৰ কথা - বৰ্তমানৰ আন্দোলন - যৌতুক প্ৰথাৰ কাৰণ - যৌতুক প্ৰথা ৰোধৰ উপায় - সামৰণি

# যৌতুক প্ৰথা

**ভূমিকা**

অতি দুৰ্ভাগ্যজনকভাৱে একবিংশ শতিকাতো ভাৰতত যৌতুক প্ৰথা অব্যাহত আছে। ভাৰতৰ কেবাখনো ৰাজ্যত ই একপ্ৰকাৰ ব্যাধিত পৰিণত হৈছে। যৌতুকজনিত কাৰণত নাৰী হত্য সাধাৰণ ঘটনাৰ দৰে। আমাৰ দেশত অগণন পৰিয়াল এই কু-প্ৰথাৰ চিকাৰ হৈছে যদিও ইয়াৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ সমাজৰ সকলো লোক এতিয়াও আগুৱাই অহা নাই।

**অতীতৰ কথা**

প্ৰাচীন ইতিহাসত স্বয়ম্বৰৰ দৰে ব্যৱস্থা আছিল য'ত যৌতুক প্ৰথাৰ কোনো স্থান নাছিল। দৰাপক্ষই মাননি গ্ৰহণ কৰিলেও সেয়া বাধ্যতামূলক নাছিল। মধ্যযুগকেই যৌতুক প্ৰথাৰ উদ্ভাৱনৰ সময় বুলি গণ্য কৰা হয়।

যৌতুক প্ৰথাৰ বিৰুদ্ধে ভাৰতত বিভিন্ন সময়ত দৃঢ়ভাৱে থিয় দিছে কেবাজনো মনীষীয়ে। এই ক্ষেত্ৰত নাম ল'ব পাৰি ৰাজা ৰামমোহন ৰায়, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে মনীষীৰ নাম। নাৰীৰ সামাজিক স্বাধীনতা প্ৰদানত এসময়ত ব্ৰাহ্ম সমাজৰ অৱদান আছিল অনবদ্য। বিভিন্ন কবি, সাহিত্যিকে গল্প, উপন্যাস, কবিতাৰ যোগেদি যৌতুক প্ৰথাৰ প্ৰতিবাদ কৰি গৈছে।

**বৰ্তমানৰ আন্দোলন**

সম্প্ৰতি যৌতুক প্ৰথাৰ বিৰুদ্ধে যথেষ্ট সচেতনতা গঢ়ি উঠিছে। চৰকাৰে ১৯৬১ চনতে যৌতুক বিৰোধী আইন সংশোধনৰ যোগেদি ইয়াক বন্ধ কৰাৰ বাবে বদ্ধ পৰিকৰ হৈছিল। কিন্তু বাস্তৱত এই কু-প্ৰথা সমাজৰ পৰা সম্পূৰ্ণকৈ দূৰ হোৱা নাই।

**যৌতুক প্ৰথাৰ কাৰণ**

কু-সংস্কাৰ, স্বাৰ্থ, লালসা আৰু লোভেই যৌতুক প্ৰথাৰ প্ৰধান কাৰণ। চেতনাৰ অভাৱ যৌতুকৰ আন এক কাৰণ। বহু অভিভাৱকে কন্যাৰ বিবাহৰ খৰছ পুত্ৰৰ বিবাহযোগে পূৰণৰ চেষ্টা চলায়। বৰ্তমানৰ নিবনুৱা সমস্যাৰ যুগত কৰ্মক্ষম পাত্ৰৰ সংখ্যা কমি আহিছে। কম সংখ্যক কৰ্মক্ষম পাত্ৰৰ চাহিদা বাঢ়ি গৈছে অভাৱনীয় ৰূপত। ফলত সৰ্বস্বান্ত হৈয়ো পাত্ৰীৰ অভিভাৱকে এইসকল পাত্ৰৰ পিছত দৌৰিবলগীয়া হৈছে।

**যৌতুক প্ৰথা ৰোধৰ উপায়**

প্ৰথমেই এইক্ষেত্ৰত সামাজিক সচেতনতা গঢ়ি তুলিব লাগিব। মানুহৰ মাজত প্ৰতিবাদ গঢ়ি তুলিব পাৰিলেহে যৌতুক প্ৰথাৰ নিৰ্মূল আশা কৰিব পাৰি। নিবনুৱা সমস্যাৰ লগত যৌতুক প্ৰথাৰ সম্পৰ্ক থকা হেতুকে চৰকাৰ এই ক্ষেত্ৰত সচেতন হ'ব লাগিব।

সৰাতোকৈ ডাঙৰ ভূমিকা পালন কৰি পাৰিব নাৰীসকলে নিজেই। এই কু-প্ৰথা আঁতৰাবলৈ নাৰী জাতিয়ে সংঘবদ্ধভাবে আন্দোলন কৰিব লাগিব। নাৰী সংগঠনসমূহে এইক্ষেত্ৰত উদ্যোগ লৈ সমাজৰ সকলো স্তৰৰ মহিলাৰ মাজত চেতনা জগাই তোলাৰ ব্যৱস্থা কৰিব লাগিব।

**সামৰণি**

সমাজৰ যুৱপ্ৰজন্ম যৌতুক প্ৰথা নিৰ্মূল কৰিবৰ বাবে আগুৱাই আহিব পাৰে। বহু প্ৰগতিশীল যুৱকে পিতৃ-মাতৃৰ গাত দোষ জাপি যৌতুক প্ৰথাৰ আশ্ৰয় লোৱা পৰিলক্ষিত হয়। সৰ্বশেষত, ক'ব পাৰি আধুনিক সভ্যতাৰ পৰিপন্থী যৌতুক প্ৰথাক নিৰ্মূল কৰিবলৈ সমাজৰ সকলোস্তৰৰ লোক আগুৱাই আহিব লাগিব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ যৌতুক প্ৰথা ঃ এক সামাজিক ব্যাধি ২ যৌতুক প্ৰথাৰ অভিশাপ

# টেলিভিছন আৰু বিজ্ঞাপন

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জন-জীৱনত বিজ্ঞাপনৰ ভূমিকা - চৰকাৰী ব্যৱসায়ীৰ চক্ৰান্ত- বিজ্ঞাপনত নগ্নতা - সামৰণি

**ভূমিকা**

বিজ্ঞানৰ জয়যাত্ৰাৰ লগে লগে ক্ৰমাৎ উন্মোচিত হ'বলৈ ধৰিছে প্ৰকৃতিৰ অফুৰন্ত ৰহস্য। এটা সময়ত যি প্ৰকৃতিয়ে মানহৰ ওচৰত অসীম ৰহস্যৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল, আজি তাক ভেদ কৰিবলৈ সক্ষম হৈছে বিজ্ঞান। মানৱ সভ্যতাক বিজ্ঞানেই আগুৱাই লৈ গৈ আছে। অৱশ্যে বিজ্ঞানৰ ধ্বংসাত্মক দিশবোৰক উলাই কৰিব নোৱাৰি। বিজ্ঞানৰ প্ৰভাৱত উন্নতি হ'লেও সৃষ্টি হৈছে ভযাবহ প্ৰদুষণ, ধ্বংসৰ মুখলৈ আগবাঢ়িছে সংস্কৃতি, কৃষ্টি। টেলিভিছনৰ বিজ্ঞাপনে আমাৰ যুগ যুগ ধৰি চলি অহা পৰম্পৰা, বিশ্বাস, সংস্কৃতিত আঘাত হানিছে।

**জন-জীৱনত বিজ্ঞাপনৰ ভূমিকা**

টেলিভিছন বিনোদনৰ জনপ্ৰিয় মাধ্যম হ'লেও এই যুগত টেলিভিছনৰ মাধ্যমত বিজ্ঞাপন এক বিৰাট অৱদান। বৰ্তমানৰ যুগ বিজ্ঞাপনৰ যুগ। বিজ্ঞাপনৰ সহায়তেই বৃহৎ উদ্যোগপতিবোৰে বিশ্বজুৰি চলাই আছে ব্যৱসায়। তাৰবাবেই সাধাৰণ লোকক বিজ্ঞাপনযোগে অকৰ্ষণ কৰাৰ বাবে চেষ্টাৰ ক্ৰুটি কৰা নাই। গাড়ী, মটৰ চাইকেল, চাইকেল, ৱাছিং মেচিন, ফ্ৰিজ, প্ৰসাধনজাত সামগ্ৰী, খোৱা সামগ্ৰী, শীতল পানীয় আদিৰ আলেখ বিজ্ঞাপনৰে ভৰি থাকে আজিৰ টেলিভিছনৰ বিবিধ কাৰ্যসূচী। টেলিভিছনত কম্পিউটাৰ আৰু ইলেকট্ৰনিক

শিল্পৰ কাৰুকাৰ্যই বিজ্ঞাপনক আকৰ্ষণীয় কৰি তুলিছে। বিজ্ঞাপনৰ ভাষাৰ চাতুৰ্য আৰু আধুনিকতাই আমাক আকৰ্ষণ কৰে।

**চৰকাৰী ভূমিকা**

ব্যৱসায়িক স্বাৰ্থ ৰক্ষাৰ বাবে আমাৰ দেশত টেলিভিছনক যাৰ যেনেকুৱা ইচ্ছা তেনেকৈ ব্যৱহাৰ কৰা পৰিলক্ষিত হৈছে। সামাজিক অৱক্ষয় সত্ত্বেও এইক্ষেত্ৰত চৰকাৰী হস্তক্ষেপ কম। তাৰবাবেই অপসংস্কৃতিৰ দিশে গতি কৰিছে সমাজ। ব্যৱসায়ীসকলৰ বাবে মুনাফাই মূল কথা, য'ত সমাজ-সংস্কৃতিৰ কোনো স্থান নাই। ভাৰতৰ টেলিভিছন জগতত বাণিজ্য সংস্থাৰ কৰ্তৃত্ব ক্ৰমাৎ বৃদ্ধি পাইছে।

**ব্যৱসায়ীৰ চক্ৰান্ত**

বিজ্ঞাপনৰ যোগেদি ধন অৰ্জনৰ স্বাৰ্থত টেলিভিছনৰ বিভিন্ন চেনেলৰ মাজত অহৰহ প্ৰতিযোগিতা চলিছে। নিজৰ চেনেলৰ জনপ্ৰিয়তা বঢ়াবলৈ এনে কাৰ্যসূচীও প্ৰচাৰ কৰি থকা হৈছে যিবোৰ সমাজ আৰু সংস্কৃতিৰ বাবে ক্ষতিকাৰক। শিশু, যুৱচামৰ ওপৰত ইয়াৰ কু-প্ৰভাৱ স্পষ্টকৈ পৰিবলৈ ধৰিছে।

**বিজ্ঞাপনত নগ্নতা**

বিজ্ঞাপন আকৰ্ষণীয় কৰিবলৈ অতি কৌশলেৰে নগ্নতাৰ আশ্ৰয় গ্ৰহণ কৰিবলৈ কুণ্ঠাবোধ নকৰা পৰিস্থিতি উদ্ভৱ হৈছে। বহুক্ষেত্ৰত কোনো প্ৰয়োজন নথকা সত্ত্বেও স্বল্পবস্ত্ৰা নাৰীক বিজ্ঞাপনত ব্যৱহাৰ কৰা হৈছে। বিজ্ঞাপনবোৰ এনে হৈ পৰিছে যে পৰিয়ালৰ সকলো লোক একেলগে বহি থাকিলে অস্বস্তিকৰ অৱস্থাৰ সন্মুখীন হ'বলগীয়া হয়।

**সামৰণি**

টেলিভিছনৰ বিজ্ঞাপনৰ পিছত সাম্ৰাজ্যবাদী আৰু পুজিবাদী চক্ৰৰ ভূমিকা আছে। প্ৰত্যেক দেশৰ যুৱসমাজক বিভ্ৰান্ত কৰি তেওঁলোকে শোষণৰ প্ৰচেষ্টা অব্যাহত ৰাখিছে। কোনো প্ৰতিৰোধ যাতে গঢ়ি নঠে তাৰ প্ৰচেষ্টা চলিছে।

অলেখ ত্ৰুটি থকা সত্ত্বেও বিজ্ঞাপন অবিহনে টেলিভিছন জগত কল্পনা কৰিব নোৱাৰি। তাৰ বাবেই বিজ্ঞাপনসমূহ যাতে ভাৰতীয় সংস্কৃতি আৰু বিশ্বাসৰ বাধা নহয় তাৰ প্ৰতি চকু দিব লাগিব। বিজ্ঞাপনত নাৰীক পণ্য হিচাপে ব্যৱহাৰৰ পৰম্পৰাক সকলোৱে বাধা দিব লাগিব। এই ক্ষেত্ৰত নাৰী সমাজ আৰু যুৱসমাজৰ ভূমিকাও গুৰুত্বপূৰ্ণ হ'ব।

> *যি সাফল্যৰ প্ৰতিক্ৰিয়া পাছলৈ বেয়া হয়, সেই সাফল্য পৰাজয়ৰ সমতুল্য।*
>
> — **ৰক ফাউকুড়্**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ভাৰতত নাৰীৰ স্থান - ইতিহাসত নাৰী মুক্তি আন্দোলন - নাৰীয়েই হ'ব আন্দোলনৰ গুৰি ধৰোঁতা - সামৰণি

# নাৰী মুক্তি আন্দোলন

*সমাজত অৰ্ধাংশক বান্ধনি ঘৰত আবদ্ধ ৰাখি কোনো দেশেই প্ৰগতিৰ পথত আগবাঢ়িব নোৱাৰে।*

**— লেনিন**

**ভূমিকা**

নাৰী। মাতৃ-ভগ্নী-প্ৰাণাধিকা প্ৰিয়া, সৃষ্টি চৰাচৰৰ আধাৰ নাৰী। নাৰীৰ অবিহনে আমাৰ পৃথিৱী হৈ পৰিব শূন্য। জননী, মাতৃ, ৰক্ষাকৰ্তাৰূপে পৃথিৱীত জীৱৰ বসতি সম্ভৱ কৰি তুলিছে নাৰীয়ে। নাৰীবিহীন পৃথিৱী মানে জনশূন্য ধৰাতল। নাৰীয়ে ইচ্ছা কৰিলে এই পৃথিৱীত সৃষ্টি আৰু ধ্বংস দুয়োটা সমানে কৰিব পাৰে।

**ভাৰতত নাৰীৰ স্থান**

ভাৰতত নাৰীৰ স্থান ক'ত ঘপহকৰে কোৱা টান। ইয়াত যেনেকৈ নাৰীৰূপে দুৰ্গা, সৰস্বতী, কালীৰ পূজা কৰা হয় তেনেকৈ বছৰত কিমান মহিলা যৌতুকৰ জুইত জাহ যায়, কিমান শিশু কন্যা ভ্ৰূণতে হত্যা কৰা হয় তাৰ হিচাপ কাৰো হাতত নাই। ইয়াৰ পৰা এটা কথাই স্পষ্ট হয় যে ভাৰতত নাৰী সদায় পুৰুষৰ অধীন। প্ৰাকৃতিক-শাৰীৰিক কাৰণত নহয়, নাৰী সামাজিক কাৰণত পুৰুষৰ অধীন হৈ আছে। প্ৰাচীন কালৰেপৰা আজিলৈকে ভাৰততে নহয় পৃথিৱীৰ নানা ঠাইত নাৰী শোষণৰ বলি হৈ আহিছে। নাৰীয়ে মাতৃ হিচাপে ঘৰ-সংসাৰৰ বাঘজৰী চম্ভালি সন্তানক শিক্ষা-দীক্ষা দি মানুহ হিচাপে গঢ়ি তুলি এক গধুৰ দায়িত্ব পালন কৰে। ঘৰখনৰ মূল মানুহগৰাকী হ'ল নাৰী। আনকি নাৰীগৰাকীয়ে ঘৰখনৰ পৰা সমাজখনলৈ ভেটি গঢ়াত প্ৰচুৰ সহায় কৰে। ৰাজনীতি, সমাজ, ধৰ্ম আদিৰ ক্ষেত্ৰতো নাৰীগৰাকীয়ে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। ভাৰতীয় সমাজ ব্যৱস্থাত নাৰীৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। অথচ ভাৰততে সৰ্বাধিক নাৰী নিৰ্যাতন হয়। ইয়াত প্ৰতি বছৰে কিমান নাৰী ঘৰুৱা নিৰ্যাতন, শাৰীৰিক অত্যাচাৰ, যৌতুকৰ বলি হয় তাৰ খবৰ আমি পায়ে থাকো। প্ৰাগৈতিহাসিক কালৰে পৰা আজিৰ তাৰিখলৈকে কিমান নাৰী শোষণৰ বলি হৈছে তাৰ হিচাপ নাই। সীতাৰ দৰে মহিয়সীৰ অগ্নিপৰীক্ষা, দ্ৰৌপদীৰ বস্ত্ৰহৰণ, জয়মতীক কৰা অত্যাচাৰ আদি অনেক নিৰ্যাতনৰ কাহিনী আমি জানো। একেখন ভাৰততে ইন্দিৰা গান্ধী, প্ৰতিভা পাটিল, সুনীতা উইলিয়ামছ, কল্পনা চাওলা, ছানিয়া মিৰ্জা আদিৰ দৰে মহিলা আছে আৰু যৌতুকৰ বাবে বলি হোৱা নাৰী, নিপীড়িত শিশু কন্যা আদিও আছে। ভাৰতেই এনে এখন দেশ য'ত নাৰী একেলগে নিৰ্যাতিত আৰু পূজিত হৈ আহিছে। য'ৰ পৰা আৰম্ভ হৈছে নাৰী মুক্তি আন্দোলন। নাৰীৰ শোচনীয় অৱস্থাই আন্দোলনৰ পথত আগবাঢ়ি যাবলৈ বাধ্য কৰিছে নাৰীক।

### ইতিহাসত নাৰী মুক্তি আন্দোলন

সমাজ পৰিবৰ্তনৰ লগে লগে নাৰীৰ অৱস্থাৰো পৰিবৰ্তন ঘটিল। ইউৰোপৰ শিল্প বিপ্লৱৰ ফলত গণতান্ত্ৰিক ধাৰণা সমগ্ৰ বিশ্বতে প্ৰচাৰ হ'বলৈ ধৰে। সাম্য, মৈত্ৰী, মুক্তিৰ ধ্বনিৰে ফৰাচী বিপ্লৱেও পৃথিৱীত স্বাধীনতাৰ বীজ সৰ্বত্ৰ ৰোপণ কৰিছিল। নাৰীৰ মাজতো তেতিয়াই চাৰি বেৰৰ মাজৰ পৰাই ওলাই অহাৰ এক ধাৰণাই পোখা মেলিছিল। সংসাৰৰ বোজা লোৱাৰ পাছতো যে নাৰীৰ কৰিবলগীয়া বহু কাম আছে সেয়া বুজি পাইছিল নাৰীসকলে। নাৰীয়ে পুৰুষৰ সমানে সমানে সামাজিক কাম, উৎপাদন ব্যৱস্থা, কৃষি, সাহিত্য, ৰাজনীতি, সংস্কৃতি আদি সকলো দিশতে আগবাঢ়িব পাৰে, সেইকথা উপলব্ধি কৰিছিল। কালক্ৰমত সেয়া হৈ উঠিছিল নাৰীমুক্তি আন্দোলন। নাৰীমুক্তিৰ আন্দোলন আচলতে পশ্চিমৰ দেশবোৰত আৰম্ভ হৈছিল। নাৰীৰ যে এক বেলেগ সত্তা আছে সেইকথা তেওঁলোকে উপলব্ধি কৰিছিল। সম্পত্তিৰ অধিকাৰ, বিবাহ আৰু বিবাহোত্তৰ নিৰ্যাতনৰ পৰা মুক্তি, শিক্ষাৰ অধিকাৰ, ব্যক্তিগত জীৱনত পুৰুষৰ সমানে আগবঢ়া আদিৰ বাবে চাৰিবেৰ ভাঙি ওলাই আহিছিল তেওঁলোক। পুৰুষৰ দৰে সকলো বৃত্তি অৱলম্বন কৰি জীৱিকাৰ বাট মোকলোৱা, ভোট দিযাৰ অধিকাৰ, সমাজত পুৰুষৰ সমানে যি যি অধিকাৰ লাগে সেই সকলো পাবৰ বাবে সংগ্ৰাম কৰিছিল। যাৰ ফলত পুৰুষৰ সমানে জীৱন ধাৰণ আৰু জীৱিকা উপাৰ্জন কৰিব পাৰিছিল তেওঁলোকে। ঔদ্যোগিক বিকাশ, শিক্ষাৰ প্ৰসাৰ আদিৰ ফলত কল-কাৰখানাতো কাম কৰাৰ সুবিধা ওলাল। কিন্তু মহিলাসকল শাৰীৰিক শক্তিত পুৰুষতকৈ কম বুলি এটা ধাৰণা প্ৰচলিত হোৱাৰ ফলত কু-প্ৰভাৱ পৰিছিল। পুৰুষৰ সমানে কাম কৰিলেও সমান বেতন নাপাইছিল। অস্বাস্থ্যকৰ পৰিৱেশত কাম কৰাৰ ফলত মহিলাসকলে পুৰুষৰ তুলনাত সোনকালে অসুখ আদিত ভুগিছিল। এনে অনেক সমস্যাই যেতিয়া সহ্যৰ সীমা পাৰ কৰিলে তেতিযা মহিলাসকলে আন্দোলনৰ পথ বাচি ল'লে। প্ৰথম অৱস্থাত সংগঠন গঢ়ি, মেল-মিটিং কৰি ৰাইজক বিশেষকৈ, মহিলাসকলক সজাগ কৰাৰ চেষ্টা কৰা হ'ল। আন্দোলন, অনশন, ধৰ্মঘট আদি কৰিও নাৰী মুক্তিৰ বাবে সংগ্ৰাম চলাই যোৱা হ'ল। এনে বহু ঘটনাৰ সাক্ষী ইতিহাস। কোনো কষ্টকে কষ্ট নুবুলি তেতিয়াৰ স্বাধীনতাকামী নাৰীয়ে চলাই গ'ল তেওঁলোকৰ মুক্তি সংগ্ৰাম। অৱশেষত দুখন মহাসমৰৰ পাছত পৃথিৱীৰ ঠায়ে ঠায়ে নাৰী মুক্তি আন্দোলনে সফলতা লাভ কৰিলে। প্ৰাপ্য অধিকাৰ পালে নাৰীয়ে।

### নাৰীয়েই হ'ব আন্দোলনৰ গুৰি ধৰোঁতা

এসময়ত নাৰীযেই আৰম্ভ কৰিছিল নাৰী মুক্তি আন্দোলন। পুৰুষতান্ত্ৰিক সমাজখনত মহিলাই অৰ্থনৈতিক, ৰাজনৈতিক আৰু সামাজিক, আইন সকলো দিশতে নিজৰ ক্ষমতা প্ৰমাণ কৰিছে। ভাৰতৰ দৰে দেশ এখনতো সেই কথা স্পষ্টৰূপত ধৰা পৰিছে। স্বাধীনতা আন্দোলনত অংশ লোৱাৰপৰা আৰম্ভ কৰি বৰ্তমানলৈকে ভাৰতৰ নাৰীসকলে সকলো ক্ষেত্ৰতে পুৰুষৰ সমানে অধিকাৰ সাব্যস্ত কৰিছে। নিৰ্যাতনৰ প্ৰতিবাদত ৰাজপথলৈ ওলাই আহিছে। নাৰীযেই গুৰি ধৰিলে নিজৰ মুক্তি আন্দোলনৰ। সম্প্ৰতি সমগ্ৰ বিশ্বতে নাৰী মুক্তি

আন্দোলনৰ জযজযকাৰ শুনা গৈছে। হাজাৰ হাজাৰ বছৰ ধৰি চলি থকা বন্ধন ছিঙি নাৰীযে আৰম্ভ কৰা মুক্তি আন্দোলনে সূচনা কৰিছে নতুন পথ। কিন্তু এতিযাও আছে বহু দূৰ যাবলগীয়া, কাৰণ নাৰীযে আৰম্ভ কৰা নাৰী মুক্তি আন্দোলনত নাৰীয়েই কেতিয়াবা বাধা হৈ থিয দিযা দেখা যায। ঘৰ এখনত মহিলাসকলৰ সম্পূৰ্ণ সমৰ্থন নহ'লে যৌতুকৰ বলি হ'বলগীযা নহ'লহেঁতেনে কোনো নাৰী। কিন্তু এযাও স্বীকাৰ কৰিব লাগিব, ক'ৰবাত কোনোবা দিনা কোনো নাৰীযে কাৰোবাৰ কষ্ট বুজাৰ বাবে সম্ভৱ হ'ল নাৰী মুক্তি আন্দোলনৰ।

**সামৰণি**

সমাজত মহিলাসকলক পৃথিৱীৰ পোহৰ দেখাৰ পৰাই নানা ধৰণে বুজোৱা হয় যে তেওঁলোকৰ সৃষ্টি হৈছে পুৰুষৰ বাবে। পুৰুষৰ মাতৃ, পত্নী, প্ৰেয়সী হোৱাটোৱেই যেন নাৰীৰ জীৱনৰ মূল-মন্ত্ৰ। সন্তানৰ মাতৃ হোৱা, ঘৰ চম্ভালা আদিৰ বাহিৰেও যে নাৰী এক স্বতন্ত্ৰ সত্তা সেযা বুজি উঠাৰ পাছতহে আচলতে নাৰী মুক্তি হ'ব। অভিনয, মডেলিং আদিৰ দ্বাৰা শৰীৰ প্ৰদৰ্শনৰ যি ধূম উঠিছে তাক আন্দোলন কৰি নহয, নিজৰ উপলব্ধিৰ পৰাহে বুজিব লাগিব এযা যে এক প্ৰকাৰৰ শোষণ। বলাৎকাৰ আদিৰ দৰে অপমানজনক, অমানুষিক কাৰ্য সংঘটিত হোৱাটোত নগ্ন নাৰীৰো ভূমিকা বহুত। গতিকে এনেবোৰ কথাৰ বিৰোধিতা কৰি গণ আন্দোলন কৰিলেহে আচলতে নাৰী মুক্তি আন্দোলন হ'ব। আন্দোলন কৰাৰ আগত প্ৰতিগৰাকী নাৰীযে জানিব লাগিব 'মুক্তি'ৰ অৰ্থ।

ৰচনাৰ সংকেত ঃ ভূমিকা - চৌপাশৰ প্ৰতি সজাগতা- সচেতনাই ৰক্ষাৰ উপায - সামৰণি

# গ্ৰাহক সচেতনতা

**ভূমিকা**

পৃথিৱীত বিনিময ব্যৱস্থাৰে আৰম্ভ হৈছিল প্ৰথম গ্ৰাহকৰ জীৱন। প্ৰয়োজনীয় সামগ্ৰীৰ বাবে সদায মানুহ আনৰ ওপৰত নিৰ্ভৰশীল। পুৱা চকু মেলাৰপৰা ৰাতি বিছনাত পৰালৈকে প্ৰতিটো মুহূৰ্ততে আমি হৈ থাকো একোজন গ্ৰাহক। ঘৰ এখনত সাধাৰণতে এনেকুৱা একো বস্তু নাথাকে যিটো আমি কিনিবলগীয়া নহয়।

**চৌপাশৰ প্ৰতি সজাগতা**

এজন গ্ৰাহক নিজৰ সামাজিক স্থিতি, পৰিৱেশ আৰু জীৱিকাৰ উপায অনুসৰি বিভিন্ন স্তৰৰ হয়। আধুনিক জীৱন যাত্ৰাহে নালাগে অৰণ্যৰ মানুহ নগৰমুখী হোৱাৰ দিন ধৰি কিবা নহয কিবা বস্তুৰ গ্ৰাহক হৈ আহিছে। ঘৰ এখনত ব্যৱহাৰ হোৱা নিত্য প্ৰয়োজনীয় সামগ্ৰী, আহাৰ, যাতায়াত, বিজুলী, পানী, নগৰ পালিকাৰ বাট-পথ, নলা-নৰ্দমাৰ ব্যৱস্থাৰ ব্যৱহাৰকাৰী হিচাপেও আমি একোজন গ্ৰাহক বা উপভোক্তা। সেযে এজন ভাল নাগৰিক তথা সচেতন গ্ৰাহক হিচাপে আমি আমাৰ অধিকাৰৰ প্ৰতি সজাগ হৈ থাকিব লাগে।

সাম্প্ৰতিক সমাজ ব্যৱস্থাত সমাজত সচেতন নাগৰিক আৰু গ্ৰাহক হিচাপে জীযাই থাকিবলৈ গ্ৰাহক সচেতন হোৱাটো অতি প্ৰযোজনীয কথা। সমাজ এখনত ভালদৰে জীয়াই থাকি নিজৰ উপাৰ্জনৰ ধন সঠিকভাৱে খৰচ হৈছে নে নাই তাৰ প্ৰতি আমি সচেতন হ'ব লাগিব। গ্ৰাহক  ব্যক্তিগত আৰু সামাজিক দুযো ধৰণৰ জীৱনত সচেতন হোৱাটো জৰুৰী। এজন গ্ৰাহকৰ সচেতনতাই সমযত বহুজনৰ চকু মুকলি কৰিব পাৰে। তাৰ বাবে লাগিব আমাৰ চৌপাশত কি ঘটি আছে সেই বিষযে জ্ঞান। সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক দিশত আমাৰ ৰাজ্যৰ তুলনাত বাহিৰৰ ঠাইবোৰত গ্ৰাহকক কেনেকৈ সুৰক্ষা বা লাভ দিযা হৈছে সেই বিষযে জানিবলৈ চেষ্টা কৰাটোৱেই হ'ব প্ৰথম পৰ্যায। উদাহৰণ স্বৰূপে ৰে'ল বিভাগৰ কথাকে ধৰা হওক। অসমৰ ৰে'ল বাহিৰৰ ৰে'লবোৰৰ দৰে নহয কিয ? বাহিৰৰ ৰে'লবোৰ চাফ-চিকুণতা আৰু টিকট প্ৰাপ্তিৰ নিশ্চযতাত অসমক কিয অৱহেলা কৰা হয। অসমৰ ব্যৱসাযীসকলে মানি চলেনে গ্ৰাহক সুৰক্ষা আইন ? নিজৰ উপাৰ্জনৰ পইচাকেইটাৰে বস্তু কিনোতে আমিযেইবা কিমান লক্ষ্য কৰোঁ ইযাৰ সঠিক মূল্যৰ কথা। কিন্তু আমাৰ বেছিভাগ মানুহেই এইক্ষেত্ৰত একো সজাগতা প্ৰদৰ্শন নকৰে। আমাৰ দেশত মূল্যবৃদ্ধি, মুদ্ৰাস্ফীতি  শ্বেযাৰ বজাৰ আদিৰ বিষযে বেছিভাগ মানুহেই একো নাজানে বা জানিবলৈও চেষ্টা নকৰে। অথচ পুজিবাদী ৰাষ্ট্ৰসমূহৰ গ্ৰাহকৰ বাবে ই অতি গুৰুত্বপূৰ্ণ কথা।

**সচেতনতাই ৰক্ষাৰ উপায**

গ্ৰাহক এজনৰ সচেতনতাৰ ওপৰত নিৰ্ভৰ কৰে দেশখনৰ অৰ্থনৈতিক অৱস্থা। ভাৰতৰ বিভিন্ন ৰাজ্যত ইতিমধ্যে গ্ৰাহকসকল সচেতন হোৱা পৰিলক্ষিত হৈছে। কিন্তু অসমৰ গ্ৰাহকসকল এতিযাও নিজৰ প্ৰতি সচেতন হৈ উঠা নাই। অসমৰ গ্ৰাহকসকলে বস্তু কিনাৰ পাছত ৰছিদ সংগ্ৰহ নকৰে। যাৰ ফলত ব্যৱসাযীসকলে লাভ কৰা উপৰুৱা মুনাফা আমাৰ চকুত পৰা নাই। বয-বস্তুৰ নাটনি, অনশন-আন্দোলন, প্ৰাকৃতিক দুৰ্যোগ আদিৰ দৰে সমস্যা হ'লে ব্যৱসাযীসকলে অতিৰিক্ত লাভ কৰে। অসমত বিশেষকৈ এইটো কৰাৰ বাবে অতি সুবিধাজনক পৰিৱেশ আছে। কাৰণ অসমীযা মানুহ সেই 'এলেহুৱা হৈযে আছে। ভাৰতৰ বাকী ঠাইবোৰত আমাৰ ইযাতকৈ সকলো বস্তুৰে দাম কম। অসমৰো বিভিন্ন ঠাইত একেবিধ বস্তুৰে বেলেগে বেলেগ দাম হোৱা দেখা যায। ব্যৱসাযীসকলেও যাতাযাত আদিৰ বাবে এনেকৈযে অতিৰিক্ত লাভ আমাৰ পৰা লৈ আছে। আমিও তাকে দি আছো। বস্তু লোৱাৰ পাছত কোনো দিনে ৰছিদ লোবাৰ কথাও ভবা নাই। আমাৰ সচেতনতা নোহোৱাৰ বাবে ৰছিদখনক আমি একেবাৰে গুৰুত্ব নিদিওঁ। কিন্তু ৰছিদ নিদিযাকৈ গ্ৰাহকক বস্তু বিক্ৰি কৰাৰ বাবে তেওঁলোকে প্ৰযোজনীয কৰ-কাটলৰপৰাও ৰেহাই পায। এনেকৈ আমাৰ দৰে গ্ৰাহকৰপৰা তেওঁলোকৰ বহু লাভ হয। ব্যৱসাযীসকলে বিভিন্ন স্তৰত আমাক প্ৰৱঞ্চনা কৰাৰ উদাহৰণ আছে। আমি প্ৰাযে চাহপাত জাতীয লঘু ওজনৰ বস্তু কিনোতেও প্ৰতিদিনৰ লোকচান পাহৰি থাকোঁ। পাতল ওজনৰ দামী বস্তুৰ ক্ষেত্ৰত আমি সদায ঠগবাজিৰ মুখামুখি হওঁ। এনেবোৰ বস্তু দিবৰ সমযত ব্যৱহাৰ হোৱা ঠোঙাটো ডাঠ

কাগজেৰে তৈয়াৰী, যাৰ ওজন চাহপাতৰ লগত যোগ হয়, অৰ্থাৎ, আমি চাহপাত কমকৈ পাওঁ। এনেকৈ ছান কঢ়া চাহপাতৰ মাজতে ব্যৱসায়ীসকলৰ অতিৰিক্ত লাভ হয়। ঠিক সেইদৰে কেৰাচিনৰ ফেন, দিস্তা কাগজৰ চৌবিশ খিলা, আনকি পেকেট হৈ থকা সামগ্ৰীবোৰতো বহু ঠগবাজিৰ প্ৰমাণ থাকে।

কিন্তু এই সকলো ঠগবাজি আৰু গ্ৰাহকক প্ৰৱঞ্চনা কৰা ব্যৱস্থা আমি নিজে নোহোৱা কৰিব পাৰো। আমি আমাৰ চুবুৰীটোৰ মানুহখিনিকে ওজনত ব্যৱসায়ীসকলে কৰা ওজনৰ তাৰতম্যৰ কথা জনাব পাৰো। বাতৰিকাকতযোগে পত্ৰাদি লিখিও সচেতন কৰিবৰ বাবে চেষ্টা কৰিব পাৰো। অসমত ঠায়ে ঠায়ে থকা ওজন আৰু জোখ-মাখ বিভাগৰ সৈতে যোগাযোগ কৰিব পাৰো। আমাক, অৰ্থাৎ, গ্ৰাহকসকলক কেনেকৈ ব্যৱসায়ীসকলে শোষণ কৰি আছে তাৰ প্ৰমাণ দাঙি ধৰি শাস্তিৰ বাবে আৱেদন কৰিব পাৰো। আমি গ্ৰাহক হিচাপে কোনবিধ বস্তুৰ বাবে কোন স্তৰত, কোন ব্যৱসায়ীয়ে, কেনেকৈ কি নিৰিখত কৰ আদায় দিয়ে সেয়া জানিব লাগিব। প্ৰতিষ্ঠান, কাৰখানা, পাইকাৰী বা খুচুৰা ব্যৱসায়ী প্ৰতিষ্ঠানৰ মাজৰ ব্যৱসায়িক লেন-দেন কেনে স্তৰত হয় সেয়াও আমি সচেতন গ্ৰাহক হিচাপে জনাটো অতি প্ৰয়োজনীয়। পেকেট, টেমা আদিত লিখা 'স্থানীয় কৰ সুকীয়া' বোলা বাক্যটোৰ অৰ্থ কি? কেনে ধৰণৰ সামগ্ৰীৰ বাবে এনেধৰণৰ কৰ দিব লাগে সেয়া জনাটো সচেতন গ্ৰাহকৰ চিন। বস্তু কিনাৰ পিছত নগদ প্ৰাপ্তিৰ ৰছিদ লোৱাটো আমি কোনো কাৰণত পাহৰিব নালাগিব। ওচৰ-চুবুৰীয়াক দেখি, বিজ্ঞাপন পঢ়ি চাই বস্তু কিনাৰ অভ্যাস এৰি বুজাব লাগিব, আমি গ্ৰাহক হিচাপে কিমান সচেতন। দেশত খাদ্যৰ নাটনি, মূল্যবৃদ্ধি আদিৰ বিষয়ে যিমান পাৰি খবৰ সংগ্ৰহ কৰি সেইমতে দুই-এজনৰ লগত আলোচনা কৰিলে সমাধানৰ পথ পোৱা যাব। আজিকালি চৰকাৰেও শলাগিবলগীয়া কাম কৰিছে 'জাগা গ্ৰাহক জাগা'ৰ দৰে বিজ্ঞাপন প্ৰকাশ কৰি। বস্তুৰ ওজন, দাম আদি যেনেকৈ সঠিকভাৱে নিৰ্ণয় হয় আৰু কেনেকৈ আদায় দিব লাগে সেই সকলো কৌশল তাত আছে। তেনেবোৰ বিজ্ঞাপন মন দি চালে গ্ৰাহকৰ ভালেখিনি উপকাৰ হয়। বিশেষকৈ ক'ত ক'ত গণ্ডগোল হয় সেই কথাবোৰ জানিব পাৰি।

**সামৰণি**

নিজৰ পইচাকেইটাৰে উচিত বস্তু ক্ৰয় কৰি কেনেকৈ জীৱনটো চলাব পাৰি সেয়া প্ৰকৃততে আমি নিজেহে কৰিব পাৰিম। গ্ৰাহক হিচাপে পাবলগীয়া সুবিধা, জানিবলগীয়া কথাবোৰৰ প্ৰতি আমি নিজে সচেতন হ'লেহে আন দুজনক সচেতন কৰি তুলিব পাৰিম।

*সাফল্যৰ গোপন ৰহস্যটো কি? ভৱিষ্যতৰ কাৰণে আগতীয়াকৈ পৰিকল্পনা কৰা আৰু সেইমতে কাম কৰি যোৱা।*

**— বিল গ্ৰাহাম**

# বৰ্তমান সমাজত দুৰ্নীতি আৰু প্ৰতিকাৰৰ উপায়

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সামাজিক উন্নয়নৰ প্ৰধান অন্তৰায় - প্ৰতিকাৰৰ উপায় - সামৰণি

**ভূমিকা**

প্ৰাচীন কালৰে পৰা সমাজত শুভশক্তিসমূহৰ লগতে কিছুমান অশুভ শক্তিয়ে ক্ৰিয়া কৰি আহিছে। যিবোৰ অশুভ শক্তিয়ে সমাজখনক গ্ৰাস কৰি সাৰ্বজনীন বিকাশত বাধা আৰোপ কৰি আহিছে, সেইবোৰৰ ভিতৰত এটি প্ৰাচীন সমস্যা হ'ল দুৰ্নীতি। সমাজ এখনৰ সৰ্বাঙ্গীন সম উন্নতিৰ বাবে নিকা আৰু স্বচ্ছ কাম-কাজ তথা নিঃস্বাৰ্থ মনোভাৱৰ প্ৰযোজন। কিন্তু জীৱনৰ প্ৰকৃত পৰম তত্ত্ব উদ্ভাৱনৰ দোমোজাত পৰি সৰহ সংখ্যক ব্যক্তিযেই এক বিলাসী জীৱন আৰু আৰ্থিক ক্ষমতাৰ মোহত পৰে। যাৰ বাবে সমাজৰ কথা অকণো চিন্তা নকৰি যিকোনো উপাযেৰে বহুতে নিজৰ স্বাৰ্থ সিদ্ধি কৰাত ব্যস্ত হৈ পৰে। কম সময়তে কম শ্ৰমতে অধিক উপাৰ্জনৰ বাবে মানৱীয় নীতি-আদৰ্শ ত্যাগ কৰি দুৰ্নীতিৰ আশ্ৰয় গ্ৰহণ কৰে। প্ৰাকৃতিক দুৰ্যোগ, সন্ত্ৰাসবাদ আদি সমস্যাই পৃথিৱীত যিমান অপকাৰ সাধিছে দুৰ্নীতিযেও সমপৰিমাণে সামাজিক উন্নযনত আঘাত হানিছে। গৱেষকসকলে ইতিমধ্যে তথ্য প্ৰকাশ কৰিছে যে স্বচ্ছ-নিকা কাম-কাজেৰে জীৱন যাপন কৰাসকলে যি পৰিশ্ৰমেৰে সামাজিক উন্নযন সাধি আহিছে, বৰ্তমান দুৰ্নীতিত লিপ্ত লোকৰ সংখ্যা বৃদ্ধি পোৱাৰ কাৰণে তাৰ প্ৰভাৱত সামাজিক উন্নযনৰ হাৰ ক্ৰমাৎ কমিব ধৰিছে।

**সামাজিক উন্নয়নৰ প্ৰধান অন্তৰায়**

এখন সমাজ দুৰ্নীতিমুক্ত কৰিবলৈ সকলো শ্ৰেণীৰ লোকৰে সমাজ মননশীলতা, সামাজিক সচেতনতাবোধ আৰু নৈতিক বলৰ প্ৰযোজন। কিন্তু দেখা গৈছে যে অতীতৰ পৰা বৰ্তমানলৈ সমাজত দুৰ্নীতি ভাল ক্যমৰ পথত সদাযেই হেঙাৰ হৈ আহিছে। দুৰ্নীতিৰ কাৰণেই পৃথিৱীৰ বহু সভ্যতা বিপৰ্যয়ৰ সন্মুখীন হোৱাৰ উদাহৰণ আছে। যেতিয়া দুৰ্নীতিগ্ৰস্তজনে সৎ এজনৰ সন্মুখত আৰ্থিক স্বচ্ছলতাৰে সমাজৰ আগশাৰীৰ ব্যক্তিৰূপে ঘূৰি ফুৰে, তেতিয়া স্বাভাৱিকতে সৎ লোকজন হতাশাগ্ৰস্ত হৈ পৰে। ফলত সৎ লোকজন সামাজিক উন্নযন তথা দায়বদ্ধতাৰ প্ৰতি উদাসীন হৈ পৰে। সেয়ে দুৰ্নীতি বৰ্তমান সামাজিক উন্নযনৰ এক প্ৰধান অন্তৰায় হৈ পৰিছে। যেনেকৈ এপাচি ফলৰ মাজত থকা এটা ফলে গোটেই পাচি ফল গেলাই পেলায, একেদৰে এজন দুৰ্নীতিগ্ৰস্তৰ প্ৰভাৱত সমাজখনৰ মূল আন্তঃগাঁথনিও সোলোক-ঢোলোক হৈ পৰে। কাৰণ মানুহে দুৰ্নীতি কৰে অৰ্থনৈতিক ক্ষমতা আৰু সামাজিক প্ৰতিপত্তি লাভৰ বাবে। অৰ্থনীতিৰ ওপৰতে মূলতঃ সামাজিক উন্নয়ন নিৰ্ভৰশীল। দুৰ্নীতিগ্ৰস্তসকলে কূট-কৌশলেৰে আহৰণ কৰা ধন ৰাষ্ট্ৰৰ ধনৰ ভঁৰালত ক'লা ধন হিচাপে ব্যৱহৃত হয। চৰকাৰী অপৰাধ নিযন্ত্ৰণ, কৰ আদি আইনগত ব্যৱস্থাৰ ফলত দুৰ্নীতিৰে আহৰণ কৰা ধন পোনপতীযাভাৱে বিনিয়োগ কৰিব নোৱাৰি। ফলত দেশৰ উৎপাদিত এটা অংশ কোনো কোনো ঠাইত মূল অৰ্থনীতিত

অৰিহণা নিদিয়াকৈ থাকি যায়। আনহাতে চৰকাৰক আয়কৰ নিদিয়াটো এক ন্যায়িক অপৰাধ। আয়কৰ ফাঁকি দিবলৈ বৃহৎ জালিযাতিৰো আশ্রয় লোৱা বিভিন্ন উদাহৰণ আমাৰ দেশত ভালেমান আছে। আকৌ দেখা যায় যে গণতান্ত্রিক প্রক্রিয়াৰে চৰকাৰ, বিভিন্ন নিকায় নাইবা আন শক্তিশালী অনুষ্ঠান আদিৰ ক্ষমতা দখলৰ বাবে বহুতে দুৰ্নীতিৰ আশ্রয় লয়। যিসকলে দুৰ্নীতিৰে ক্ষমতা দখল কৰি সমাজৰ নেতৃত্ব দখল কৰে, তেওঁলোকে কিদৰে সামাজিক কল্যাণত অৰিহণা যোগাব সেয়া সহজেই অনুমান কৰিব পাৰি। নিজৰ প্রতিপত্তি প্রদর্শনেৰে তেওঁলোকে নিজ স্বাৰ্থ সিদ্ধিতহে যে ব্যস্ত হ'ব সেয়া নিশ্চিত। দেখা যায় যে বৰ্তমান নিৱনুৱা সমস্যাই শীৰ্ষ বিন্দু স্পৰ্শ কৰা অৱস্থাত চৰকাৰী চাকৰি বা আন আন ক্ষেত্ৰতো উপঢৌকন দিয়াটো এক নিয়মত পৰিণত হোৱাৰ উপক্রম হৈছে। ফলত যিজনে উপঢৌকন দি নিজৰ কাম আদায় কৰে তেওঁ পৰৱৰ্তী কাৰ্যকালত ক্ষমতাৰ অপ-প্রয়োগেৰে দুৰ্নীতিৰেই আশ্রয় ল'ব। সেয়ে ই এক নিৰৱচ্ছিন্ন পৰম্পৰাত পৰিণত হোৱাৰ যথেষ্ট থল থাকি যায়। সেয়ে গুৰিতেই দুৰ্নীতিৰ প্রতিকাৰৰ ব্যৱস্থা হাতত লোৱা উচিত। এজন নাগৰিকে নিজৰ দায়িত্ব আৰু কৰ্তব্যৰ পৰা বিচলিত হয় দুৰ্নীতিৰ বাবেই। দুৰ্নীতিৰ পৰা মুক্ত এখন সমাজত বাস কৰাৰ বাবে প্রত্যেক নাগৰিকেই সচেতন হোৱাটো অতি প্রয়োজনীয়।

**প্রতিকাৰৰ উপায়**

সমাজৰ পৰা দুৰ্নীতি প্রতিকাৰ কৰাটো বৰ সহজ কাম নহয়। কাৰণ দুৰ্নীতি কোনেও দেখুৱাই নকৰে। সেয়ে দুৰ্নীতিৰ কবলৰ পৰা সমাজখন উদ্ধাৰ কৰাৰ প্ৰথম উপায় সামাজিক দায়বদ্ধতা আৰু মানৱীয়তাৰ প্রতি নাগৰিকৰ মনোযোগ বৃদ্ধি কৰা। অৰ্থাৎ, যেতিয়ালৈকে সমাজৰ মুষ্টিমেয় অংশ সামাজিক দায়িত্ব আৰু কৰ্তব্যৰ প্রতি সচেতন নহ'ব, দুৰ্নীতি নিৰ্মূল তেতিয়ালৈকে সম্ভৱপৰ নহ'ব। দুৰ্নীতিত লিপ্ত অভিভাৱক বা পিতৃ-মাতৃয়ে নিজ সন্তানক কেতিয়াও সুপথেৰে পৰিচালিত কৰিব নোৱাৰে। সেয়ে, নিজে সৎ পথত থাকি সন্তানকো সামাজিক মূল্যবোধৰ প্রতি সচেতন আৰু সন্মানশীল হ'বলৈ শিকোৱা উচিত। চৰকাৰেও দুৰ্নীতি নিবাৰণৰ বাবে দুৰ্নীতি নিবাৰণ বিভাগ গঠন কৰাৰ লগতে দুৰ্নীতিৰ বিৰুদ্ধে বিভিন্ন সচেতনমূলক কাৰ্যসূচী হাতত লৈ আহিছে। দুৰ্নীতিৰ প্ৰভাৱ বিস্তাৰ হোৱালৈ লক্ষ্য ৰাখি আৰু কঠোৰ আইন প্রণয়ন কৰাৰ প্রয়োজনীয়তা আহি পৰিছে। চীনত দুৰ্নীতিত লিপ্তসকলৰ মৃত্যুদণ্ড পৰ্যন্ত শাস্তি দিয়াৰ আইন আছে। ভাৰতৰ প্ৰথমগৰাকী প্রধানমন্ত্রী পণ্ডিত জৱাহৰলাল নেহৰুৱেও দুৰ্নীতিগ্ৰস্তসকলক বিজুলী বাতিৰ খুঁটাত ফাঁচী দিয়া উচিত বুলি মন্তব্য কৰিছিল।

**সামৰণি**

সমাজৰ উন্নয়নৰ প্ৰধান কেৰোণ দুৰ্নীতি নিবাণৰ বাবে জনসাধাৰণ আৰু প্রশাসনৰ যৌথ সহযোগিতা একান্তই প্রয়োজন। যেতিয়ালৈকে প্রত্যেকজন নাগৰিকে অন্তৰত স্বদেশপ্রেমৰ ফল্গু ধাৰাৰে ৰাষ্ট্ৰৰ প্রতি নিজৰ দায়বদ্ধতা আৰু কৰ্তব্যৰ প্রতি নিষ্ঠাবান হ'বলৈ নিশিকিব, তেতিয়ালৈকে দুৰ্নীতিৰ হাতোৰাই সমাজক আঘাত হানি থাকিব। তাতোকৈ প্রয়োজনীয় কথা হ'ল — মানৱীয়তাবোধেৰে সংপৃক্ত হ'লেহে এজন ব্যক্তিয়ে সমাজ আৰু নিজৰ প্রতি দায়িত্ব পালন কৰিব পাৰিব। এখন দুৰ্নীতিমুক্ত স্বচ্ছ আৰু নিকা সমাজ আমাৰ সকলোৰে কাম্য।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সাম্প্ৰতিক দৃশ্যপট- ভাৰতৰ প্ৰেক্ষাপটত - সামৰণি

# জাতীয় প্ৰতিৰক্ষা

## ভূমিকা

সম্প্ৰতি বিশ্বৰ প্ৰতিখন ৰাষ্ট্ৰৰে এক অতি গুৰুত্বপূৰ্ণ বিষয় হৈছে জাতীয় নিৰাপত্তা। দেশৰ নাগৰিক আৰু সাৰ্বভৌমত্বৰ এক এৰাব নোৱৰা অংগ জাতীয় প্ৰতিৰক্ষা। জাতীয় নিৰাপত্তাৰ বাবে জাতীয় প্ৰতিৰক্ষা ব্যৱস্থা শক্তিশালী হোৱাটো অতি প্ৰয়োজনীয়। সেয়ে বৰ্তমান কোনে কিমান নিজৰ জাতীয় প্ৰতিৰক্ষা ব্যৱস্থা আনতকৈ শক্তিশালী কৰি তুলিব পাৰে তাৰ প্ৰতিযোগিতা চলিছে বিশ্বত। সমগ্ৰ মানৱ জাতি এক হ'লেও ভৌগোলিকভাৱে পৃথিৱীখন বিভিন্ন খণ্ডত বিভিন্ন অংশৰে বিভাজিত। সেয়ে, ৰাজনৈতিকভাৱে একো একোটা ভূ-খণ্ডত বসবাস কৰা লোকসকলে নিজৰ অস্তিত্ব ৰক্ষাৰ হেতু নিজৰ ভূ-খণ্ডৰ নিৰাপত্তাৰ বাবে অতীজৰে পৰা সচেতন হৈ আহিছে। নিজৰ শক্তি-সামৰ্থ বৃদ্ধিৰ বাবে নাইবা সুৰক্ষাৰ বাবে এখন ৰাষ্ট্ৰই আন এখন ৰাষ্ট্ৰক আক্ৰমণ কৰাৰ সম্ভাৱনাৰ পৰা কোনো এখন ৰাষ্ট্ৰই মুক্ত নহয়। সেয়ে, প্ৰত্যেকৰ বাবেই জাতীয় প্ৰতিৰক্ষা এক স্পৰ্শকাতৰ তথা প্ৰধান বিষয়। পৃথিৱীত অত্যাধুনিক মাৰণাস্ত্ৰৰ উদ্ভাৱন আৰু দ্ৰুত বিকাশৰ পাছত দেশসমূহে জাতীয় প্ৰতিৰক্ষা বিষয়টোও সৰ্বাতোকৈ গুৰুত্ব প্ৰদান কৰা পৰিলক্ষিত হৈছে। আনকি ভাৰত, পাকিস্তান আদিৰ দৰে উন্নয়নশীল দেশেও শিক্ষা, স্বাস্থ্য আদিৰ বাবে বাৰ্ষিক যিমান ধন খৰচ কৰে, জাতীয় প্ৰতিৰক্ষাৰ বাবে তাতকৈ বহু পৰিমাণে বেছি ধন বিনিয়োগ কৰে। দেশৰ সাৰ্বভৌমত্ব ৰক্ষা আৰু নাগৰিকৰ জীৱনৰ সুৰক্ষা তথা জাতীয় সম্পদসমূহ ৰক্ষাৰ বাবে এখন দেশ সদায় সজাগ হৈ থাকিব লাগে। এক কথাত এই সকলো জাতীয় নিৰাপত্তা ব্যৱস্থাৰ ওপৰতে নিৰ্ভৰশীল হৈ আহিছে।

## সাম্প্ৰতিক দৃশ্যপট

সাম্প্ৰতিক কালত বিশ্বৰ কূটনৈতিক কৌশলৰ দ্বাৰা ৰাজনৈতিক প্ৰক্ৰিয়াই এনে ৰূপ ধাৰণ কৰিছে যে এখন ৰাষ্ট্ৰৰ জাতীয় প্ৰতিৰক্ষা তচনচ কৰিবলৈ বিভিন্ন পক্ষই সন্মিলিত হৈ প্ৰচেষ্টা চলাই অহাও দেখা পোৱা যায়। পৃথিৱীৰ বহু দেশত বিদ্ৰোহ, জটিল গোষ্ঠী তথা ধৰ্মীয় সমস্যা আদিয়ে আভ্যন্তৰীণ নিৰাপত্তা ব্যৱস্থা জৰ্জৰ কৰি তুলিছে। দক্ষিণ আফ্ৰিকাৰ ঘানা, কংগো, ছোমালিয়া, মধ্য প্ৰাচ্যৰ পেলেষ্টাইন আদিত জাতীয় নিৰাপত্তা ব্যৱস্থা প্ৰায় অসাৰ প্ৰতিপন্ন হৈছে। বিপৰীতে আমেৰিকা, চীন, ব্ৰিটেইন, ফ্ৰান্স, অষ্ট্ৰেলিয়া, ভাৰত আদি দেশে পাৰমাণৱিক অস্ত্ৰেৰে সজ্জিত হৈ জাতীয় নিৰাপত্তা ব্যৱস্থা কটকীয়া কৰি সম্ভাব্য যিকোনো পৰিস্থিতিৰ বাবে সাজু হোৱাৰ প্ৰচেষ্টাত ব্ৰতী হৈ আহিছে। এখন দেশৰ জাতীয় প্ৰতিৰক্ষা ব্যৱস্থা উন্নয়নৰ বাবে অত্যাধুনিক মাৰণাস্ত্ৰ-প্ৰযুক্তি বৃদ্ধি দেশখনৰ বাবে আশাৰ বতৰা যদিও বৰ্তমান দ্ৰুতগতিত প্ৰতিৰক্ষাৰ নামত দেশসমূহৰ মাজত চলা ৰাজনৈতিক কূটনীতি আৰু মাৰণাস্ত্ৰ বৃদ্ধিৰ প্ৰতিযোগিতা আন এখন দেশৰ প্ৰতি ভাবুকি স্বৰূপ হৈ পৰিছে। এই প্ৰতিযোগিতা বিশ্ববাসীৰ বাবে শংকাৰ কাৰণো হৈ পৰিছে।

**ভাৰতৰ প্ৰেক্ষাপটত**

স্বাধীনতাৰ দিন ধৰি বৰ্তমানলৈকে ভাৰতত জাতীয় প্ৰতিৰক্ষা দিশটোৱে অতি গুৰুত্ব লাভ কৰি আহিছে স্বাভাৱিকভাবেই। প্ৰাক্ স্বাধীনতাৰ কালত ব্ৰিটিছসকলে নিজৰ স্বাৰ্থত এক প্ৰতিৰক্ষা ব্যৱস্থা ভাৰতত গঢ় দিছিল। ই স্বাধীন ভাৰতৰ প্ৰতিৰক্ষা ব্যৱস্থাৰ কাঠামো। সেয়ে, স্বৰাজোত্তৰ কালত ভাৰতে প্ৰতিৰক্ষা ক্ষেত্ৰত গুৰুত্ব প্ৰদান কৰি নানা আঁচনি গ্ৰহণ কৰিবলৈ বাধ্য হৈ পৰে। ভাৰতে স্বাধীনতা লাভ কৰাৰে পৰা পাকিস্তান ভাৰতীয় জাতীয় প্ৰতিৰক্ষাৰ ভাবুকি স্বৰূপ হৈ আহিছে। ইতিমধ্যে পাকিস্তানৰ সৈতে ভাৰতৰ ভালেকেইখন যুদ্ধও হৈছে। স্বাধীনতাৰ পাছত অৰ্থনৈতিক, ৰাজনৈতিক আৰু সামাজিক দিশৰ যিদৰে পথ নিৰ্মাণ কৰিব লগা হৈছিল সেইদৰে প্ৰতিৰক্ষাৰ দিশটোও পুনৰ সু-সংগঠিত কৰিব লগা হৈছিল। স্থল সেনা, নৌ সেনা আৰু বায়ুসেনাৰে দেশৰ প্ৰতিৰক্ষা ব্যৱস্থাৰ মুৰব্বী হ'ল ৰাষ্ট্ৰপতি। তিনিওটা বাহিনীকে সদায়েই অত্যাধুনিকভাৱে সজ্জিত কৰি অহা হৈছে। ব্ৰাহ্মোজ, অগ্নি আদি মিছাইল সংযোজনেৰে ভাৰতৰ প্ৰতিৰক্ষা ব্যৱস্থা সম্প্ৰতি বিশ্বৰ আগশাৰীৰ দেশসমূহৰ সৈতে ফেৰ মাৰিব পৰা। ইফালে ১৯৭২ চনতে ভাৰতে প্ৰথমটো পাৰমাণৱিক বোমাৰ পৰীক্ষণেৰে পাৰমাণৱিক শক্তিৰ অধিকাৰী হৈ জাতীয় প্ৰতিৰক্ষালৈ অভূতপূৰ্ব পৰিৱৰ্তন আনে। ইতিমধ্যে ভাৰত বিশ্বৰ এখন অন্যতম পাৰমাণৱিক শক্তিধৰ দেশ। দেশৰ প্ৰতিৰক্ষাৰ বাবে ই এক অতি ইতিবাচক দিশ। শেহতীয়াভাৱে ভাৰতে আমেৰিকাৰ সৈতে এক পাৰমাণৱিক চুক্তিত স্বাক্ষৰ কৰি বিশ্বৰ পাৰমাণৱিক শক্তিধৰ দেশসমূহৰ সৈতে একে শাৰীত অধিষ্ঠিত হৈছে। ভাৰতৰ প্ৰতিৰক্ষা নীতি স্পষ্ট। ভাৰতে পাৰমাণৱিক শক্তি আৰু অন্যান্য অত্যাধুনিক প্ৰতিৰক্ষা ব্যৱস্থা গ্ৰহণ কৰিছে নিজ দেশৰ সাৰ্বভৌমত্ব আৰু নিৰাপত্তাৰ বাবেহে। আন দেশক ভাবুকি দিবলৈ বা আক্ৰমণ কৰিবলৈ ভাৰতে এনে ব্যৱস্থা গ্ৰহণ কৰা নাই। বাহিৰা শত্ৰুৰ দ্বাৰা ভাৰতত আক্ৰমণ সংঘটিত হ'লে যাতে প্ৰতিৰোধ কৰি সাৰ্বভৌমত্ব, ৰাষ্ট্ৰসম্পত্তি আৰু জনগণক সুৰক্ষিত অৱস্থাত ৰাখিব পৰা যায় তাৰ বাবেহে ভাৰতে প্ৰতিৰক্ষা ব্যৱস্থা শক্তিশালী কৰিছে। কিন্তু বৃহৎ জনসংখ্যাৰ তুলনাত আৰু বহিঃৰাষ্ট্ৰৰ সন্ত্ৰাসবাদ আদি আক্ৰমণৰ প্ৰেক্ষাপটত ভাৰতৰ প্ৰতিৰক্ষা ব্যৱস্থাই এতিয়াও সম্পূৰ্ণ অৱস্থা পোৱা নাই। তথাপি ভাৰতৰ প্ৰতিৰক্ষা ব্যৱস্থা পৃথিৱীৰ শ্ৰেষ্ঠ শক্তিসমূহৰ সমকক্ষ বুলি বিশ্ব সম্প্ৰদায়ে বিবেচনা কৰে।

**সামৰণি**

ভাৰতে প্ৰতিৰক্ষাৰ দিশত নতুন নতুন পদক্ষেপ লৈছে যদিও দেশখনে সদায়েই দেশসমূহৰ মাজত পাৰস্পৰিক সহ-অৱস্থান আৰু শান্তিত বিশ্বাস ৰাখি যুদ্ধৰ বিৰোধিতা কৰি শান্তি প্ৰক্ৰিয়াৰ পোষকতা কৰি আহিছে। আজি বিশ্বৰ প্ৰায়বোৰ দেশেই ভাৰতৰ এই নীতিত আস্থা পোষণ কৰিছে। কিন্তু এই উপ-মহাদেশখনৰ সাৰ্বভৌমত্ব আৰু মৰ্যাদা যাতে বিপদাপন্ন নহয় তাৰ বাবে আমাৰ প্ৰতিৰক্ষা ব্যৱস্থা সময়োপোযোগীভাৱে সুদৃঢ় তথা অত্যাধুনিক তথা উচিত। জাতিৰ নিৰাপত্তা, সাৰ্বভৌমত্বৰ বাবেই আমাৰ প্ৰতিৰক্ষা ব্যৱস্থা বিশ্বৰ আন শক্তিসমূহৰ সমকক্ষ কৰি ৰখা উচিত।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - শিক্ষা জীৱন - কৰ্মজীৱন - শিশু সাহিত্যিক নিৰ্মলপ্ৰভা - গীতিকাৰ নিৰ্মলপ্ৰভা - কবি-ঔপন্যাসিক ডঃ বৰদলৈ - অন্যান্য সাহিত্য কৃতি - সামৰণি

# নিৰ্মলপ্ৰভা বৰদলৈ ঃ জীৱন আৰু কৃতি

*নিৰ্মলপ্ৰভা আছিল এপাহ 'নিষ্কলংক পূৰ্ণ শতদল'— যাৰ স্নিগ্ধ সুবাস বিয়পি আছে সৰ্বত্ৰ, বিয়পি আছে তেওঁৰ নিৰ্মল আভা।*

**— ডঃ নগেন শইকীয়া**

**ভূমিকা**

কুৰি শতিকাৰ অসমীয়া সাহিত্য-সংস্কৃতিৰ জগতখনৰ প্ৰতি স্মৰণীয় অৱদান আগবঢ়োৱা যিকেইটা আগশাৰীৰ নাম আছে তাৰ ভিতৰত অন্যতম ডঃ নিৰ্মলপ্ৰভা বৰদলৈ। আধুনিক অসমীয়া গীতি-সাহিত্যৰ অন্যতম বাটকটীয়া বৰদলৈ আছিল একেধাৰে কবি, শিশু সাহিত্যিক, নাট্যকাৰ, গদ্য লেখক, প্ৰাচ্যতত্ত্ব গৱেষক। অধ্যৱসায়, একাগ্ৰতা, সততা আৰু নিষ্ঠাৰ বলত তেওঁ সকলো বাধা-বিঘিনি নেওচি, জীৱনৰ ঘাত-প্ৰতিঘাত প্ৰত্যাহ্বান হাঁহি মুখে অতিক্ৰম কৰি অসমীয়া ভাষা-সাহিত্যৰ জগতখনলৈ বহুমূলীয়া অৱদান আগবঢ়াই গৈছে। নলিনীবালা দেৱীৰ পিছতে দ্বিতীয়গৰাকী মহিলা সভানেত্ৰী হিচাপে ১৯৯১ চনত দুধনৈত অনুষ্ঠিত অসম সাহিত্য সভাৰ কাৰ্যভাৰ গ্ৰহণ কৰা নিৰ্মলপ্ৰভা বৰদলৈৰ পাঁচ দশকৰো অধিককালৰ সাহিত্য-সংস্কৃতি সাধনাই অসমীয়া জাতীয় জীৱনৰ এটা দিশ চহকী কৰিছে বুলিলেও বেছি কোৱা নহ'ব। নিজৰ প্ৰতিভাৰ বলতেই গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপিকা ডঃ বৰদলৈয়ে বিশ্ববিদ্যালয় অনুদান আযোগৰ দ্বাৰা ৰাষ্ট্ৰীয় অধ্যাপিকা পদতো নিযুক্ত হৈছিল।

১৯৩৩ চনৰ ২০ জুনত শিৱসাগৰৰ পুৰণা আমোলাপট্টিত এক সংস্কৃতিৱান পৰিযালত নিৰ্মলপ্ৰভাৰ জন্ম। পিতৃৰ নাম আছিল ধৰ্মেশ্বৰ শৰ্মা বৰদলৈ আৰু মাতৃ আছিল মুক্তাবালা বৰদলৈ। মাক-বৰমাকৰ মুখত শুনা গোসাঁই নাম, সাধুকথা আৰু নামঘৰত আযতীসকলে গোৱা সুৰীয়া নামৰ অমিয়া ধ্বনিযে শৈশৱতেই নিৰ্মলপ্ৰভাৰ মনত খাঁজ কাটিছিল। প্ৰকৃতিৰ আহ্বানে সৰুৰে পৰা তেওঁক মোহিত কৰি এক সংবেদনশীল মনৰ অধিকাৰী কৰি তুলিছিল। নিৰ্মলপ্ৰভাই অন্তৰত দুখ পায বাবেই দেউতাকে চিকাৰ কৰা এৰি এদিন নিৰামিষভোজী হৈ পৰিছিল। এনে ঘটনাই তেওঁৰ মনত প্ৰদান কৰিছিল আত্মসংযমৰ পাঠ আৰু স্থিতপ্ৰজ্ঞতা।

**শিক্ষা জীৱন**

ডঃ বৰদলৈৰ পিতৃ আছিল এগৰাকী গুণী শিক্ষিত অধ্যযনশীল ব্যক্তি। ঘৰতে দেউতাকৰ পৰা আখৰ চিনাকি হৈ নিৰ্মলপ্ৰভাই ঘৰৰ ওচৰৰ প্ৰাথমিক বিদ্যালযত প্ৰথম শ্ৰেণীত নামভৰ্তি কৰে। এই বিদ্যালয়ৰ পৰা অসমৰ ভিতৰতে প্ৰথম হৈ বৃত্তি লাভ কৰিবলৈ সক্ষম হৈছিল নিৰ্মলপ্ৰভা। এম ই স্কুলত পঢ়ি থাকোঁতেই ১৯৪৩ চনৰ ১৩ ডিচেম্বৰত তেওঁ বাল্য বিবাহত বহিব লগা হয় আৰু তেৰ বছৰ বযসতে মাতৃত্বৰ গধুৰ

বোজা ল'বলগীয়া হয। বৈবাহিক জীৱনৰ এক দুখজনক অধ্যায় পাৰ কৰিবলগীয়া হৈছিল কিশোৰীগৰাকীয়ে। ইয়াৰ পিছত পিতৃৰ সহযোগত মেট্ৰিকলৈকে ঘৰতে পঢ়িবলগা হৈছিল। ১৯৪৮ চনত নিৰ্মলপ্ৰভাই প্ৰাইভেটকৈ মেট্ৰিক পৰীক্ষা দি ষ্টাৰ আৰু লেটাৰসহ প্ৰথম বিভাগত উত্তীৰ্ণ হয। মেট্ৰিকত উত্তীৰ্ণ হৈ শিৱসাগৰ কলেজৰ পৰা ১৯৫০ চনত আই এ পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ গুৱাহাটীৰ সন্দিকৈ কলেজত নাম লগায়। ১৯৫২ চনত অসমীয়াত অনাৰ্চ লৈ প্ৰথম শ্ৰেণী প্ৰথম স্থান অধিকাৰ কৰি বি এ পাছ কৰি ডঃ বাণীকান্ত কাকতিৰ পৰামৰ্শমতে গুৱাহাটী বিশ্ববিদ্যালয়ত অসমীযাত স্নাতকোত্তৰ শ্ৰেণীত নাম ভৰ্তি কৰে। ১৯৫৫ চনত এম এ পাছ কৰে। ১৯৭২ চনত ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ তত্ত্বাৱধানত 'কবিতা আৰু প্ৰকৃতি' শীৰ্ষক বিষযত গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰে। বৰদলৈৰ ছাত্ৰী জীৱনত দুগৰাকী মহিলা সন্দিকৈ কলেজৰ অধ্যক্ষা ৰাজাবালা দাস আৰু আমেৰিকান মহিলা মিছ বাৰ্ণহামে বিশেষ প্ৰেৰণা যোগাইছিল। ডঃ বাণীকান্ত কাকতি, সূৰ্যকুমাৰ ভূঞা অম্বিকাগিৰি ৰায়চৌধুৰী, নলিনীবালা দেৱী, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, আদি বৰেণ্য ব্যক্তিৰ সান্নিধ্যত ছাত্ৰী জীৱনতে সাহিত্য আৰু সংস্কৃতিৰ জগতখনত সোমাই পৰিছিল নিৰ্মলপ্ৰভা বৰদলৈ।

**কৰ্মজীৱন**

এম এ পৰীক্ষা দিযাৰ পাছতে বিভিন্ন কামৰ বাবে নিৰ্মলপ্ৰভা বৰদলৈলৈ নিমন্ত্ৰণ আহিছিল যদিও গুৱাহাটীতে থাকি স্থাযী কাম এটা নোপোৱালৈকে তেওঁ আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ 'অকণি-মেল', 'মহিলা চ'ৰা' আদি অনুষ্ঠান পৰিচালনা কৰি কৰ্মজীৱনৰ পাতনি মেলে। সমান্তৰালভাৱে কাকত-আলোচনীৰ কামতো জড়িত হৈ পৰে। সেই সমযতে পৰিযালৰ সহযোগত গুৱাহাটীত ইষ্টাৰ্ণ প্ৰেছ নামেৰে এটা ছপাশাল খোলে। কম সমযৰ ভিতৰতে ছপাশালটোৱে সুখ্যাতি লাভ কৰে। ১৯৫৮ চনত বি বৰুৱা কলেজত প্ৰবক্তাৰূপে যোগদান কৰি স্থাযী চাকৰি জীৱন আৰম্ভ কৰে। ১৯৬৭ চনত নিৰ্মলপ্ৰভা বৰদলৈয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত অধ্যাপিকা হিচাপে যোগদান কৰি ১৯৯৩ চনত চাকৰি জীৱনৰপৰা অৱসৰ গ্ৰহণ কৰে। বিশ্ববিদ্যালয়ৰ চাকৰি কালত বহু গৱেষক ছাত্ৰই তেওঁৰ তত্ত্বাৱধানত সাহিত্য-সংস্কৃতি বিষযক গৱেষণা কামত সফলতা লাভ কৰিবলৈ সক্ষম হয।

**শিশু সাহিত্যিক নিৰ্মলপ্ৰভা**

অসমীযা শিশু-সাহিত্যলৈ নিৰ্মলপ্ৰভা বৰদলৈৰ অৱিহণা মনকৰিবলগীয়া। নীলা বাইদেউ ছদ্মনামেৰে শিশুসকলৰ মাজত তেওঁ বিখ্যাত হৈ পৰিছিল। শিশুসকলৰ বাবে আলোচনী-কাকতত লিখাৰ উপৰিও কবিতা, ওমলাগীত, সাধুকথা, নাটিকা, জীৱনী, অপেৰা বিষযক মুঠ সোতৰখন গ্ৰন্থৰে তেওঁ অসমীযা শিশু সাহিত্যৰ ভঁৰাল চহকী কৰি গৈছে।

*শালিকী ৰটৌ টৌ ভাত শাক হ'ল সউ*
*বেলি বোলে বাৰ বাজি ডেৰ পৰ গ'ল*
*ৰাতিপুৱা চাহ খাই ফুৰি আহো বুলি ভাই*
*শালিকীৰ মাকজনী কেনিবাদি গ'ল।* — আদি ডঃ বৰদলৈৰ

জনপ্ৰিয় শিশু কবিতা। চিলচিল চিলা বাগী চিলমিলা খেল-ধেমালি বিষয়ক জনপ্ৰিয় শিশু উপন্যাস, কথা-সৰিৎ সাগৰ, মন উৰণীয়া আদি অসমীয়া শিশু সাহিত্যৰ মাইলৰ খুঁটি স্বৰূপ।

**গীতিকাৰ নিৰ্মলপ্ৰভা**

গীতিকাৰ হিচাপে ডঃ নিৰ্মলপ্ৰভা বৰদলৈ সৰ্বজনবিদিত। অসমত এনে গাযক বা সুৰকাৰ কমেই পোৱা যাব যি তেওঁৰ গীত গোৱা নাই বা গীতত সুৰ দিয়া নাই। জযন্ত হাজৰিকাৰ কণ্ঠত ডঃ বৰদলৈৰ গীতবোৰৰ ভালেমান ইতিমধ্যে অসমীয়া সংগীতত চিৰযুগমীয়া বুলি বিবেচিত হৈছে। তেওঁৰ ডেৰ হাজাৰতকৈ অধিক গীত ৰেডিঅ', চলচ্চিত্ৰ, গ্ৰামোফোন, কেছেট আদিত সংৰক্ষিত হৈ সৰ্বকালৰ এগৰাকী শ্ৰেষ্ঠ অসমীয়া গীতিকাৰৰূপে অসমীয়া সমাজত পৰিগণিত হৈছে। তেওঁৰ গীতৰ সংকলন তিনিখন ঃ 'সোণ বৰণী আই', 'সূৰুযমুখী' আৰু 'ফুলৰ এই মেলাৰে'।

**কবি-ঔপন্যাসিক ডঃ বৰদলৈ**

পঞ্চাশৰ দশকৰ পিছৰ এগৰাকী শ্ৰেষ্ঠ কবি হিচাপেও ডঃ নিৰ্মলপ্ৰভা বৰদলৈ প্ৰতিষ্ঠিত। সাধাৰণ মানুহৰ দুখ, প্ৰাপ্তি-অপ্ৰাপ্তি, প্ৰেম-বিৰহ, আনন্দ-বিষাদ, নিসংগতা, গ্ৰাম্য জীৱনৰ প্ৰতিচ্ছবি তথা সাম্প্ৰতিক সময়ৰ চেতনাৰে তেওঁৰ কবিতাসমূহ সমৃদ্ধিশালী। ৰামধেনু যুগতে আত্মপ্ৰকাশ কৰা বৰদলৈৰ প্ৰথম কাব্যগ্ৰন্থ 'বন ফৰিঙৰ ৰং' ১৯৫৭ চনত প্ৰকাশ পায। 'সমীপেষু', 'দিনৰ পিছত দিন', 'অন্তৰংগ', 'সুদীৰ্ঘ দিন আৰু ঋতু' আদি তেওঁৰ কাব্যগ্ৰন্থ। 'সুদীৰ্ঘ দিন আৰু ঋতু'ৰ বাবে ১৯৮৩ চনত তেওঁ সাহিত্য অকাডেমী বঁটা লাভ কৰে। ডঃ নিৰ্মলপ্ৰভা বৰদলৈৰ কাব্য প্ৰতিভাৰ বাবে তেওঁক 'নাইটিঙ্গেল অব্ আছাম'-ও বোলা হয। তেওঁৰ একমাত্ৰ উপন্যাস হ'ল 'জলপদ্ম'। একমাত্ৰ উপন্যাসখনৰ জৰিযতেই তেওঁৰ অসামান্য প্ৰতিভাৰ উমান পোৱা যায।

**অন্যান্য সাহিত্য কৃতি**

কবি, গীতিকাৰ শিশু সাহিত্যক হিচাপে প্ৰসিদ্ধি লাভ কৰিলেও সাহিত্য-সংস্কৃতিমূলক, প্ৰাচ্যতত্ত্ব গৱেষণামূলক, নাট্যকাৰ, অনুবাদ সাহিত্য, চুটি গল্প, ভ্ৰমণ কাহিনী, তথ্যচিত্ৰ, আলোচনী সম্পাদনা, জীৱনীলেখ্য, আত্মজীৱনীমূলক গ্ৰন্থৰে নিৰ্মলপ্ৰভাৰ প্ৰভা চিৰদিন জ্যোতিস্মান হৈ থাকিব। কথা কবিতা, কবিতা দেশী-বিদেশী, আধুনিক কবিতা, বৰগীতৰ কথা, গোপন সাধনা, ৰাতিসেৱা আদি কুৰিখনৰো ওপৰৰ মাতৃভাষাৰ বিদ্যাযতনিক আৰু সাহিত্য-সংস্কৃতিমূলক গ্ৰন্থৰে বৰদলৈযে অৱদান আগবঢাই থৈ গৈছে। তেওঁৰ 'দেৱী', 'শিৱ' আৰু 'সূৰ্য'— এই তিনিখন প্ৰাচ্যতত্ত্ব গৱেষণামূলক গ্ৰন্থ অসমীয়া ভাষা-সাহিত্যৰ অমূল্য সম্পদ। 'জীৱন-জীৱন বৰ অনুপম' অসমীয়া আত্মজীৱনী সাহিত্যলৈ তেওঁৰ এক সাৰ্থক সংযোজন।

**সামৰণি**

অসমীয়া সাহিত্যক নিজ অৱদানেৰে সমৃদ্ধিশালী কৰাত অকণো অৱহেলা নকৰা এইগৰাকী মহিযসী নাৰীৰ ২০০৪ চনৰ ১ জুনত শাৰীৰিক অসুস্থতাত পৰলোক প্ৰাপ্তি ঘটে। বহুমুখী প্ৰতিভাৰ আঁকৰ নিৰ্মলপ্ৰভা বৰদলৈৰ মৃত্যুত অসমে এক উজ্জ্বল ৰত্ন হেৰুৱালে যদিও আগবঢাই যোৱা অৱদানৰ বাবে অসম আৰু অসমীয়াৰ মাজত চিৰদিন জিলিকি থাকিব তেওঁৰ নাম।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - চলচ্চিত্ৰখনৰ কাহিনীভাগ - মূল উপন্যাসখন - চলচ্চিত্ৰখনৰ মোৰ প্ৰিয় দৃশ্য - চলচ্চিত্ৰখনৰ সফলতা

# প্ৰিয় চলচ্চিত্ৰ

## ভূমিকা

আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন এজন ভাৰতীয় চলচ্চিত্ৰ পৰিচালক সত্যজিৎ ৰায়। সৰুৰে পৰাই কাকত-আলোচনীৰ পাতত সত্যজিৎ ৰায়ৰ চলচ্চিত্ৰ আৰু তেওঁৰ সৃষ্টিশীলতাৰ বিষয়ে পঢ়ি আহিছিলোঁ। সেয়ে স্বাভাৱিকতে তেওঁৰ চলচ্চিত্ৰৰ বিষয় সম্বন্ধে মনত এক অনুসন্ধিৎসা আছিল। পঢ়া-শুনাৰ মাজতে সময় উলিয়াই দুই-এখন নিৰ্বাচিত চলচ্চিত্ৰ চোৱাৰ অভ্যাস থকাৰ বাবেই সুবিধা পালে সত্যজিৎ ৰায়ৰ ছবি চোৱাৰ বাসনা এটা আছিল। এনে সুবিধা এটা আহিল আমাৰ স্থানীয় চিনে ক্লাবৰ উদ্যোগত অনুষ্ঠিত এক চলচ্চিত্ৰ মহোৎসৱৰ যোগেদি। মহোৎসৱটিত ৰায়ৰ তিনিখন চলচ্চিত্ৰ প্ৰদৰ্শন কৰিব বুলি খবৰ পাই নিৰ্দিষ্ট সময়ত তিনিওখন চলচ্চিত্ৰ উপভোগ কৰিলোঁগৈ। তিনিখন চলচ্চিত্ৰৰ ভিতৰত যিখন ছবিয়ে মোৰ মন-প্ৰাণ হৰি নিলে সেইখন হ'ল 'পথেৰ পাচালী'। মই বৰ্তমানলৈ যি কেইখন ছবি উপভোগ কৰিছো সেইবোৰৰ ভিতৰত এইখনেই শ্ৰেষ্ঠ আৰু প্ৰিয় স্থান অধিকাৰ কৰিলে। অনুভৱ হ'ল সত্যজিৎ ৰায় আৰু পথেৰ পাচালী'ৰ বিষয়ে ইতিমধ্যে যি পঢ়িছো প্ৰকৃততে তাতকৈ সেয়া যেন বহু উৰ্ধত।

বিখ্যাত বাংলা ঔপন্যাসিক বিভূতিভূষণ বন্দোপাধ্যায়ৰ 'পথেৰ পাচালি' নামৰ উপন্যাসখনৰ আধাৰত সত্যজিৎ ৰায়ে ছবিখন নিৰ্মাণ কৰিছিল। এই নামৰ বাংলা উপন্যাসখন ত্ৰিশৰ দশকতে এখন আলোচনীত ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। লেখকগৰাকীক আলোচনীখনে জনাইছিল, পাঠকে আপত্তি তুলিলেই তেওঁলোকে উপন্যাসখন প্ৰকাশ বন্ধ কৰি দিব। কিন্তু প্ৰকাশৰ লগে লগে উপন্যাসখনে লাভ কৰিলে পাঠকৰ অভাৱনীয় সমাদৰ। সত্যজিৎ ৰায়ৰ হাতত উপন্যাসখন হৈ পৰিল এক ইতিহাস। সত্যজিৎ ৰায় আছিল মানৱতাবাদে উদ্বুদ্ধ কৰা এজন যুৱক। গতিকে এটা মন পচন্দ কাহিনীৰ সন্ধানত থাকোঁতেই 'পথেৰ পাচালি' উপন্যাসখনৰ গভীৰ মানৱীয় আবেদন আৰু চলচ্চিত্ৰ নিৰ্মাণৰ বাবে উপন্যাসখনত থকা সুবিধাৰ বাবে সত্যজিৎ ৰায়ে উপন্যাসখনৰ কাহিনীটো নিৰ্বাচন কৰিলে।

## চলচ্চিত্ৰখনৰ কাহিনীভাগ

'পথেৰ পাচালী'ৰ কাহিনীভাগ পশ্চিমবঙ্গৰ নিশিন্দিপুৰৰ দৰিদ্ৰ ব্ৰাহ্মণ হৰিহৰৰ। ঘটনাৰ কাল ১৯১০-২০ চন। হৰিহৰৰ সংসাৰত পত্নী সৰ্বজয়া, কন্যা দুৰ্গা আৰু দূৰ সম্পৰ্কীয় ভগ্নী ইন্দিৰ ঠাকৰুণ। কণমানি দুৰ্গাই চুবুৰীয়াৰ ঘৰৰ বিশাল বাৰীৰ পৰা ফল চুৰ কৰোঁতে মাক সৰ্বজয়াই চুবুৰীয়াৰ গালি শুনিবলগীয়া হয়। সৰ্বজয়াই উৰহৰ খং ভগা ঢাৰিত কোবোৱাৰ দৰে পেহীয়েক ঠাকৰুণক গালি পাৰে যে তাইয়ে মৰম কৰি কৰি দুৰ্গাক লাই দিছে। ইফালে অভাৱ-অনাটনে সৰ্বজয়াক প্ৰায়ে খিংখিঙিয়া স্বভাৱৰ কৰি পেলায়। ইন্দিৰ ঠাকৰুণে সৰ্বজয়াৰ কথাত ঠেঁহ পাতি মাজে মাজে এখন ফটা কথা আৰু ঘটি এটা

লৈ ঘৰৰ পৰা ওলাই যায়, কিছুদিন বাহিৰত থাকি আকৌ উভতি আহে। হৰিহৰে যাত্ৰাপাৰ্টিৰ পালা লিখে আৰু বিখ্যাত হৈ পৰাৰ সপোন দেখে। এনেতে তেওঁলোকৰ সংসাৰলৈ আহে এটি পুত্ৰ সন্তান — অপু। হৰিহৰে এঠাইত চাকৰি পায়। এনেদৰেই চলি থাকে তেওঁলোকৰ সংসাৰ। অপু ডাঙৰ হয়, বায়েক দুৰ্গাৰ সৈতে দৌৰা-ঢপৰা কৰি উমলি থাকে। বৃদ্ধা হৈ পৰা ইন্দিৰ ঠাকুৰণৰ মুখত সাধু শুনি শুনি দুযো টোপনিৰ কোলাত পৰে। বায়েকৰ সৈতে খেলি থাকোঁতেই অপুৰৰ জীৱনত প্ৰথম ৰে'লগাড়ী দৰ্শন হয়। মাজতে হৰিহৰ পুনৰ উপাৰ্জনহীন হৈ পৰাত সংসাৰখন অচলাৱস্থাত পৰে। হৰিহৰ কামৰ সন্ধানত বিষ্ণুপুৰলৈ যায়। চাৰিমাহ নিৰুদ্দেশ হৈ থাকে। পেহীয়েক ইন্দিৰ ঠাকৰুণৰ ঘৰৰ পৰা ওলাই যোৱা, উভতি অহা চলি থাকে। এবাৰ ওলাই গৈ ঘূৰি আহোঁতে সৰ্বজয়াই আশ্ৰয় দিবলৈ অস্বীকাৰ কৰে। বৃদ্ধা ঠাকৰুণ ওলাই যায়। অপু-দুৰ্গাই খেলি থাকোঁতে বনৰ মাজত আঁঠুত মুখ গুজি মৰি থকা অৱস্থাত পায়। তাৰ পিছত বৰষুণত তিতি দুৰ্গাৰ নিউমোনিযাত মৃত্যু হয়। কিন্তু ধন উপাৰ্জন কৰি হৰিহৰ পুনৰ ঘৰলৈ উভতি আহিল। অৱশেষত পত্নী আৰু পুত্ৰক লৈ হৰিহৰ বাৰানসীলৈ যাত্ৰা কৰিলে। এযাই চলচ্চিত্ৰখনৰ কাহিনী। অতি সহজ-সৰল কাহিনী হ'লেও সত্যজিৎ ৰাযে কাহিনীটোক এক জীৱন্ত কবিতাৰ ৰূপ দিছে চলচ্চিত্ৰৰ মাধ্যমত। সহজ-সৰল কাহিনী কথন। নাচ-গান নাথাকিলেও কোনো সময়তেই আমনিবোধ নহয। ছবিখন চাই উঠাৰ পাছত মন-প্ৰাণ ভৰি উঠে। ছবিখন হৈ উঠে নিজস্ব চেতনা আৰু অস্তিত্বৰ অঙ্গ। ছবিখন চাই মোৰ ইমানেই ভাল লাগে যে এতিযালৈকে মই মুঠ তিনিবাৰ চাইছো।

**মূল উপন্যাসখন**

বিভূতিভূষণৰ মূল 'পথেৰ পাচালী'খন এখন সুবিশাল উপন্যাস। মুঠ পযত্ৰিশটা খণ্ড আছে। একেদৰে চৰিত্ৰও আছে অসংখ্য। ইযাৰ পৰাই সত্যজিৎ ৰাযে চিত্ৰনাট্য ৰচনা কৰিছে। উপন্যাসখনৰ সকলো কাহিনী, উপ-কাহিনী আৰু চৰিত্ৰ চলচ্চিত্ৰখনত সত্যজিৎ ৰায়ে লোৱা নাই। ভাৰতত ইয়াৰ আগতেও উপন্যাসৰ পৰা চলচ্চিত্ৰ নিৰ্মাণ হৈছে যদিও ঔপন্যাসিকৰ প্ৰভাৱৰ পৰা পৰিচালক মুক্ত নাছিল। কিন্তু সত্যজিৎ ৰাযে একেবাৰে মুক্তভাৱে মূল কাহিনীৰ কোনো বিকৃত নকৰাকৈ সাৰ্থকভাৱে উপন্যাসখন দৃশ্যমাধ্যমত তুলি ধৰিবলৈ সক্ষম হৈছে।

**চলচ্চিত্ৰখনৰ মোৰ প্ৰিয় দৃশ্য**

চলচ্চিত্ৰখনৰ গোটেইখনেই প্ৰিয় যদিও দুটা দৃশ্যই মোক অতি আকৰ্ষণ কৰিলে। অপুৱে জীৱনত প্ৰথম ৰে'ল দেখা অংশ। অপু-দুৰ্গা এজন মিঠাইৱালাৰ পিছে পিছে দৌৰা দৃশ্য আৰু ইন্দিৰ ঠাকৰুণৰ মৃত্যুৰ হৃদয় বিদাৰক দৃশ্য।

**চলচ্চিত্ৰখনৰ সফলতা**

চলচ্চিত্ৰখনৰ শিল্পী নিৰ্বাচনত সত্যজিৎ ৰায়ৰ দক্ষতা আৰু পৰিচালক হিচাপে অতি সৰু সৰু কথাতে মননশীলতাৰ বাবে 'পথেৰ পাচালী' আজিও বিখ্যাত হৈ থকাৰ মূল কাৰণ বুলি মোৰ ধাৰণা। বিশ্ববিখ্যাত চেতাৰবাদক পণ্ডিত ৰবি শংকৰে সংগীত

পৰিচালনা কৰা ‘পথেৰ পাচালি’ ১৯৫৫ চনত মুক্তি লাভৰ পাছতে ভাৰতীয় চলচ্চিত্ৰ জগতত এই বছৰটো মাইলৰ খুঁটি স্বৰূপ হৈ ৰ’ল। অতি আৰ্থিক সংকটৰ মাজেৰে সত্যজিৎ ৰাযে এই চলচ্চিত্ৰখন নিৰ্মাণ কৰিছিল বুলি পিছত জানিব পাৰি তেওঁৰ চিনেমা নিৰ্মাণৰ বাবে থকা দুৰ্বাৰ হেঁপাহৰ প্ৰতি মনতে সন্মান জাগিছিল মোৰ। ‘পথেৰ পাচালি’য়ে দেশে-বিদেশে সমাদৰ লাভ কৰি ভালেমান বঁটা-সন্মান লাভ কৰিবলৈ সক্ষম হৈছিল। ১৯৫৫ চনত শ্ৰেষ্ঠ চলচ্চিত্ৰৰ ৰাষ্ট্ৰপতিৰ সোণৰ পদক লাভ কৰিছিল ‘পথেৰ পাচালি’য়ে। তাৰ উপৰি বিদেশৰ ১৮ টাতকৈও অধিক সন্মানীয় বঁটা লাভ কৰিছিল।

এক কথাত ক’বলৈ গৈ ‘পথেৰ পাচালি’ চাবলৈ পোৱাটো মোৰ বাবে পৰম সৌভাগ্যৰ বিষয়। নহ’লে মই এখন মানৱতাবোধৰ শ্ৰেষ্ঠ ছবি চোৱাৰ পৰা বঞ্চিত হৈ থাকিলোহেঁতেন। এইখনৰ পাছতো মই ভালেমান ভাল চলচ্চিত্ৰ উপভোগ কৰিছো যদিও ‘পথেৰ পাচালি’যে মোৰ প্ৰিয় চলচ্চিত্ৰৰ ঠাই অধিকাৰ কৰি থাকিব।

# চুটি গল্প

**ৰচনাৰ সংকেত ঃ** ভূমিকা - চুটি গল্পৰ সংজ্ঞা - চুটি গল্প ৰচনা কৌশল- সামৰণি

*চুটি গল্প যেন এটি পাখিলাহী পখিলা। নাচি নাচি উৰি আহে, এক লহমাৰ বাবে, এটা ফুলৰ পাহিত বহি মৌ চোহে, তাৰ পাছত উৰা মাৰি কোনোবাখন পায়গৈ।* — **ডঃ মহেন্দ্ৰ বৰা**

**ভূমিকা**

সাহিত্যৰ সম্ভৱতঃ আটাইতকৈ মোহনীয় অংশটোৱেই হ’ল গল্প। একে বহাতে পঢ়ি বহু সময়লৈকে তাৰ সোৱাদ লৈ থাকিব পৰা এই চুটি গল্প সাহিত্যৰ অপৰিহাৰ্য অংশ। মানুহৰ জীৱনৰ এটা মুহূৰ্তক ই সাৱলীল ৰূপত দাঙি ধৰে।

**চুটিগল্পৰ সংজ্ঞা**

চুটি গল্প হ’ল সাহিত্যৰ আটাইতকৈ সমৃদ্ধিশালী শাখা। অৱশ্যে চুটি আৰু গল্পৰ সংমিশ্ৰণকে চুটি গল্প নোবোলে। আয়তনৰ ফালৰপৰা নহয়, চুটি গল্পৰ নিজস্ব বৈশিষ্ট্য আছে, যাৰবাবে সাহিত্যৰ এই অংশক চুটি গল্প বোলা হৈছে। অসমৰ প্ৰথিতযশা সাহিত্যিক ডঃ মহেন্দ্ৰ বৰাৰ মতে ‘চুটি গল্প যেন এটি পাখিলাহী পখিলা। নাচি নাচি উৰি আহে, এক লহমাৰ বাবে, এটা ফুলৰ পাহিত বহি মৌ চোহে, তাৰ পাছত উৰা মাৰি কোনোবাখন পায়গৈ। আমাৰ চকুৱে বন্দী কৰিব পাৰে, মাথোন তাৰ এক লহমাৰ আকণ্ঠ মধুপান।’ চুটি গল্প স্বকীয় বৈশিষ্ট্যৰে সজীৱ সাহিত্যৰ এক স্বতন্ত্ৰ শাখা। চুটি গল্প হ’ল বৃহৎ জীৱনৰ এটা মুহূৰ্ত। উপন্যাসৰ এটা স্বতন্ত্ৰ অংশ। ধৰি লোৱা হওক উপন্যাস এটা বৃহৎ অজগৰ। মন্থৰ, অলস, ধীৰ তাৰ গতি। গল্প তাৰ ওলোটা। চুটি গল্প হ’ল বিস্তৃত জীৱন প্ৰবাহত ভাঁহি উঠা

এটি স্বৰ্গিল মুহূৰ্ত। চুটি গল্পৰ গতি নিজৰাৰ দৰে খৰ, চঞ্চল আৰু ছন্দোময়। চুটি গল্প চুটি অথচ ব্যঞ্জনাময়। কম কথাতে বহু কথা বুজাই দিব পাৰে চুটি গল্পই। চুটি গল্পৰ একোটা সৰু ঘটনা বা চৰিত্ৰই জটিল জীৱনৰ বিশেষ এটা ঘটনাক অতি চমৎকাৰ ৰূপত দাঙি ধৰে।

অতীজৰেপৰা আজিলৈকে চুটি গল্প সম্পৰ্কে বিভিন্ন সংজ্ঞা প্ৰকাশ হৈছে। বিখ্যাত চুটি গল্পকাৰ এইচ ই বেটছৰ ভাষাত ক'ব পাৰি, 'যিকোনো বস্তু, ঘোঁৰাৰ মৃত্যুৰ পৰা আৰম্ভ কৰি এগৰাকী গাভৰুৰ প্ৰেমলৈকে, এপাহ ফুলৰ পাপৰি মেল খোৱাৰপৰা আৰম্ভ কৰি এটা প্ৰকাণ্ড ভূমিকম্পলৈকে — সূৰ্যৰ পোহৰত দেখা প্ৰতিটো বস্তুৱেই চুটি গল্পৰ বিষয় হ'ব পাৰে।' চুটিগল্পৰ নিজা আকৰ্ষণ আছে ইযাৰ চমু বৰ্ণনাত। চুটি গল্পৰ এটাই চৰ্ত যে ই মাথোঁ এপাহ ফুলৰেই সুবাস হ'ব লাগিব। চুটি গল্প হ'ল সেই সোৱাদ য'ত অসম্পূৰ্ণ তৃপ্তিৰ ব্যাকুলতা মিহলি স্মৃতি। চুটি গল্পৰ জনকস্বৰূপ এডগাৰ এলেন পোৰ মতে চুটি গল্প আধাঘণ্টাৰ পৰা এঘন্টা অথবা অতি বেছি দুঘণ্টাৰ ভিতৰত পঢ়ি শেষ কৰিব পৰা বিধৰ হ'ব লাগে। ছমাৰচেট মমৰ মতে, 'একেটা বৈঠকতে পঢ়ি শেষ কৰিব পৰা গল্পই চুটি গল্প।' এনেদৰে চুটি গল্প সম্পৰ্কে নানা সংজ্ঞাৰ জন্ম হৈছে। পৰিশেষত এটা কথাই জানিব পৰা যায় চুটি গল্প পঢ়িলে সামৰণিত ৰৈ যায় অপাৰ কৌতূহল।

**চুটিগল্পৰ ৰচনা কৌশল**

সংজ্ঞাৱদ্ধ কৰিলেও চুটি গল্প নিজা বৈশিষ্ট্যৰে মহীয়ান। লক্ষ্যৰ একমুখিতা আৰু এটা ফল। পৰিণতিয়ে চুটি গল্পৰ প্ৰতি পাঠকক সহজতে আকৰ্ষণ কৰে। উদ্দেশ্য, লক্ষ্য, কাৰ্য আৰু প্ৰতীতি — এইকেইটাৰ সমন্বযত চুটিগল্প সাৰ্থক হয। একেটা বিষযবস্তুকে ৰস লগাকৈ উপস্থাপন কৰিব পৰাটোৱে ইযাৰ মূল ৰচনা কৌশল। ভাল চুটি গল্প সদায একোটা চৰিত্ৰৰ দক্ষতাপূৰ্ণ উপস্থাপন নাইবা কোনো এক লহমাৰ দীঘলীযা প্ৰভাৱৰ ওপৰত নিৰ্ভৰশীল। সেইবাবেই গল্পকাৰ মিতভাষী। কেৱল ভাষা নহয, চৰিত্ৰৰ ৰূপাযণ, কাহিনী বিন্যাস, পাৰিপাশ্বিক বৰ্ণনা এইবোৰেই হু'ল চুটিগল্প সফল হোৱাৰ কৌশল। মূলতঃ চুটি গল্পত এনেকুৱা এটাও শব্দ থাকিব নালাগে যিটোৱে গল্পৰ একমুখিতাক ধ্বংস কৰে, ৰূপ লয বহুবৰ্ক্কীৰ। গল্পৰ শিৰোনাম অৰ্থবহ আৰু গল্পটোৰ কথা এটা শব্দত বুজাব পৰাটো গল্পকাৰৰ অন্যতম সাফল্য। ভবেন্দ্ৰ নাথ শইকীয়া, চৈযদ আব্দুল মালিক, যোগেশ দাস, মহিম বৰা আদি গল্পকাৰ এইক্ষেত্ৰত বিশেষভাৱে দক্ষ। পৰিৱেশ, ঘটনা, চৰিত্ৰ যাকে আধাৰ হিচাপে লৈ গল্প নিলিখক কিয একমুখী আৰু মিতভাষী হোৱাটো প্ৰযোজনীয কৌশল। অৱশ্যে কেতিযাবা বৰ্ণনাৰ ৰসমযতাই একোটা দীঘল গল্পকো সুখপাঠ্য কৰি তোলে। কাহিনী বৰ্ণনাৰ দৰে ফলো একমুখী হোৱাটো দৰকাৰী কথা। সকলো ভাল গল্প চূড়ান্ত ৰূপত একমুখী ফলৰ প্ৰকাশ। চুটি গল্পৰ চৰিত্ৰ, কাহিনী, পৰিৱেশ কোনো কাৰোপৰা বিচ্ছিন্ন নহয। বিন্দুতে সিন্ধু চুটি গল্পৰ চৰম সাৰ্থক কৌশল। যিকোনো চুটি গল্প পঢ়ি উঠাৰ পাছত কিবা এক ছযামযাভাৱে যদি বহু দেৰিলৈকে আচ্ছন্ন ৰাখে সেযাই চৰম সাৰ্থকতা। জীৱনৰ একাজলি হাঁহি, অকণমান যন্ত্ৰণা, সপোনৰ ভংগুৰতা অথবা উচ্ছল আশাই হাত বাউলি মতা ভৱিষ্যতক চুটি গল্পৰ আচল কৌশল বোলা হয।

চুটি গল্পৰ কাহিনী ৰূপায়ণ আৰু চৰিত্ৰ চিত্ৰায়নত তাৎক্ষণিক অনুভূতি থকাটো অতি দৰকাৰী কথা। বৰ্ণনাৰ বাহুল্যই নষ্ট কৰে চুটি গল্পৰ স্বাদ। পাঠকে যদি গল্পৰ মাজত নিজকে আৱিষ্কাৰ কৰে সেযাই গল্পকাৰৰ সাৰ্থকতা। চুটি গল্পৰ ৰচনাৰ প্ৰধান কৌশল হ'ল ইযাৰ কাহিনী বৰ্ণনাত এনে এক সম্মোহিনী মাযা থাকিব লাগে, যেন পাঠকে কাহিনীটোৰ প্ৰতিটো স্তৰতে নিজক বিচাৰি পায। চুটি গল্পটোৰ সৈতে অনুভৱ কৰে এক আত্মীয়তা। পৃথিৱীবিখ্যাত গল্পবোৰে চিৰদিন পাঠকক মোহাচ্ছন্ন কৰি ৰখাৰ ইযো এটা কাৰণ। মোপাচাৰ 'দা নেকলেছ', পিৰানডেল্লোৰ টেঞ্জাৰিন, প্ৰেমচান্দৰ গল্পবোৰ, আৰ কে নাৰায়ণৰ গল্প, মেৰিমৰ 'দা ব্লু ৰুম' আদি আজিও পাঠকে একে উৎকণ্ঠাৰে পঢ়ে। দৃঢ়পিনোৱদ্ধ কাহিনী, লক্ষ্যৰ একমুখিতা, চঞ্চল আৰু সুস্বাস্থ্য পৰিৱেশনাৰে গল্পকাৰসকলে চিৰদিন পাঠকক আপ্লুত কৰি ৰাখিছে।

চুটিগল্প সদায স্ফটিক পানীৰ দৰে ফটফটীযা। জোনাক নহয, অনুজ্জ্বল ধিমিক-ধামাক তৰাৰ কাজলি কাজলি পোহৰ হ'ল চুটি গল্পৰ সৃষ্টি ৰহস্য। কোনো কথা পোনপটীযাকৈ নকৈ আওপাকেই বুজাই দিব পৰা দক্ষতা থকা যিকোনো লেখকে লিখিব পাৰিব চুটি গল্প।

**সামৰণি**

চুটি গল্পৰ জন্ম পাশ্চাত্যত। কিন্তু সাম্প্ৰতিক পৃথিৱীত ই পৰিগ্ৰহ কৰিছে বিশাল ৰূপ। সম্ভৱতঃ এই আধুনিক পৃথিৱীত এনেকুৱা সাহিত্য কমেইহে আছে, য'ত চুটি গল্প অনুপস্থিত। আধুনিক পৃথিৱীত অসীম ব্যস্ততাৰ বাবে চুটি গল্প পঢ়ি মানুহে ভালপোৱা হৈছে। চমু, ৰসাল, বহুদেৰিলৈকে থকা ভাৱৰ বুৰবুৰণিযে চুটি গল্পক কৰি তুলিছে সাহিত্যৰ আটাইতকৈ জনপ্ৰিয অংগ।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - নিৰলস প্ৰযাস - সামৰণি

## 'হেমকোষ'ৰ এশ বছৰ

*হেমৰ কোষেৰে ওখ দৌল বান্ধি*
*ভাষাক সাৰথি কৰি*
*নুমাবলগীয়া অসমীয়া নাম*
*ৰাখিলা জিলিকা কৰি।*

**ভূমিকা**

অসমীয়া জাতীয জীৱনৰ এক অক্ষয স্তম্ভ 'হেমকোষ'। অসমৰ ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ বুলি আখ্যা দিয়া অভিধান প্ৰণেতা, বৈয়াকৰণ, সমাজ সংস্কাৰক, নিঃস্বাৰ্থ জ্ঞানসাধক, মুক্ত বৌদ্ধিক জীৱন-জিজ্ঞাসাৰ সাধক হেমচন্দ্ৰ বৰুৱাই জীৱনৰ ২৬ বছৰ জোৰা সাধনাৰে প্ৰণয়ন কৰি যোৱা 'হেমকোষ' প্ৰথম প্ৰকাশিত হৈছিল ১৯০০ চনত। সেইদিন ধৰি হেমকোষে অসমীয়া ভাষা-সাহিত্যৰ পথ দেখুৱাই আহি এশ বছৰ অতিক্ৰম কৰাটো

অভিধানখনৰ কাৰণেই নহয় অসমৰ বাবেও গৌৰৱৰ বিষয়। অসমীয়া সমাজ জীৱনত কীৰ্তন-নামঘোষাৰ যি স্থান, অসমৰ বিদ্যাযতনিক, সামাজিক, ভাষা-সাহিত্যিক আৰু সাংস্কৃতিক জগতখনতো হেমকোষে একে বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে বুলিলে অত্যুক্তি কৰা নহয়। ১৮৩৫ চনত জন্মগ্ৰহণ আৰু ১৮৯৫ চনৰ ১৭ মে'ত মৃত্যুবৰণ কৰা হেমচন্দ্ৰ বৰুৱাৰ হেমকোষে বিগত এটা শতিকা অসমীয়া ভাষাৰ মূল ভেটিটো সবল কৰি আহিছে। অভিধান বুলি ক'লে মনলৈ অহা এটা ধাৰণা হ'ল — হেমকোষ।

**নিৰলস প্ৰয়াস**

হেমচন্দ্ৰ বৰুৱাই যিটো সময়ত 'হেমকোষ' প্ৰণয়ন কৰি আছিল সেইসময়ত অসমীয়া ভাষাই নিজৰ অস্তিত্ব ৰক্ষাৰ বাবে যথেষ্ট সংগ্ৰাম কৰিবলগীয়া হৈছিল। ডেকা কালতে তেওঁ এই অভিধানখন প্ৰণয়নৰ কাম হাতত লয় আৰু মৃত্যুৰ কেইবছৰমান আগতে লিখি শেষ কৰে। অভিধানখন ৰচনা কৰোঁতে তেওঁৰ ধ্যান সকলো সময়তে নতুন নতুন শব্দৰ ওপৰত আছিল। যেতিয়াই কোনো কথা মনত পৰিছিল, লগে লগে তেওঁ বহীত লিখি ৰাখিছিল। ৰাতি শুই থাকোঁতেও কিবা মনত পৰিলে লিখি থৈছিল। আনকি অফিচত কাম কৰি থাকোঁতে কোনো কথা মনত পৰিলে টোকাবহীত লিখি থৈছিল, ঘৰত মানুহৰ লগত কথা পাতি থাকোঁতেও অভিধানৰ কথা মনলৈ আহিলে উঠি গৈ লিখি আছিল। এইদৰে খাওঁতে, শোওঁতে, উঠোতে-বহোতে সকলো সময়তে তেওঁৰ কেন্দ্ৰবিন্দু আছিল 'হেমকোষ'। অসমত সেই সময়ত গ্ৰন্থ ছপাব পৰাকৈ ছপাশাল নাছিল বাবে হেমচন্দ্ৰ বৰুৱাই নিজে কলকতালৈ গৈ 'হেমকোষ' ছপাব বুলি ভাবিছিল। কিন্তু স্বাস্থ্যৰ সমস্যাৰ বাবে তেওঁ সেইকাম জীৱন কালত কৰিব নোৱাৰিলে। পৰৱৰ্তীকালত পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ উদ্যোগত তেতিয়াৰ অসমৰ মুখ্য সচিব এডৱাৰ্ড গেইটে বিশেষ পদক্ষেপ লৈ চৰকাৰৰ তৰফৰপৰা বিভিন্ন বাধাৰ মাজতো ১৯০০ চনত 'হেমকোষ' প্ৰকাশ কৰি উলিযায।

অসমীযা সাহিত্যৰ ইতিহাস ত্ৰয়োদশ শতিকাৰ পৰা পোৱা যায় যদিও অসমীয়া অভিধানৰ ইতিহাস বুলি ক'লে গোটেই কৃতিত্ব হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ'ৰে প্ৰাপ্য। 'হেমকোষ'ৰ আগতে আমেৰিকান মিছনেৰি মাইলছ ব্ৰন্সনে এখন অভিধান প্ৰস্তুত কৰি প্ৰকাশ কৰিছিল। কিন্তু সেইখনৰ বৰ্ণবিন্যাস আৰু অৰ্থ যথাযথ নোহোৱাত মূলতঃ তাৰ প্ৰযোজনীয়তা নোহোৱা হৈ পৰিছিল। আনহাতে, অসমীযা ভাষাৰ বিশাল শব্দ সম্ভাৰৰ সৰহ সংখ্যাই তাত বাদ পৰি ৰৈছিল। অসমীয়া ভাষাৰ দুৰৱস্থা দেখি হেমচন্দ্ৰ বৰুৱাই এখন সম্পূৰ্ণ আৰু শুদ্ধ অসমীযা অভিধান প্ৰণযণ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। ভাবিলে আচৰিত লাগে যে যি সময়ত অসমীযা ভাষা-সাহিত্যই এক প্ৰণালীবদ্ধ চৰ্চা লাভ কৰাটো দূৰৰে কথা, ইংৰাজৰ শাসন আৰু বাংলা ভাষাৰ ওচৰত নিজৰ অস্তিত্বৰ বাবে ছটফটাই থাকিব লগা হৈছিল, সকলো বাধা-বিঘিনি অতিক্ৰম কৰি তেতিয়া একান্ত চিত্তে সংস্কাৰকামী হেমচন্দ্ৰ বৰুৱাই 'হেমকোষ' প্ৰস্তুত কৰি উলিয়াইছিল । 'হেমকোষ'ৰ আকাৰ ডাঙৰ হোৱা, অসমত ছপাশাল নথকা আৰু কিনোতাৰ সংখ্যা বেছি নোহোৱাৰ আশংকাৰ বাবে অভিধানখন সম্পূৰ্ণ হোৱাৰ পাছতো প্ৰকাশ হোৱা নাছিল। সেয়ে হেমচন্দ্ৰ বৰুৱাই অসমীয়া ছাত্ৰ আৰু সমাজ যাতে শুদ্ধ অসমীয়া শব্দ আৰু ভাষা প্ৰয়োগত ৰৈ যাব লগা নহয় তাৰ বাবে 'পঢ়াশলীয়া অভিধান' আৰু 'সংক্ষিপ্ত হেমকোষ' নামেৰে দুখন সৰু আকাৰৰ অভিধান

প্ৰস্তুত কৰে। হেমচন্দ্ৰ বৰুৱাই প্ৰথমে তেখেতৰ অভিধানখনৰ নাম 'শব্দকোষ'হে দিছিল বুলি জনা যায়। ১৯০০ চনত প্ৰকাশ পোৱা কালত হেমকোষ সম্পাদনা কৰা ব্যক্তিদ্বয় পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু পি আৰ টি গৰ্ডনে অসমীয়া ভাষাৰ ওজাগৰাকীৰ শ্ৰমৰ প্ৰতি শ্ৰদ্ধা জনাই 'হেমকোষ' নামকৰণ কৰে বুলি ধাৰণা কৰা হয়। হেমচন্দ্ৰ বৰুৱাই মানুহৰ মুখত শুনা, লিখিত সাহিত্যত ব্যৱহৃত হোৱা আৰু ব্ৰনছন চাহাবৰ অভিধানৰ শব্দবোৰ সংগ্ৰহ কৰিছিল। অসমীয়া শুদ্ধ আখৰ জোঁটনিৰে শব্দৰ মূল আৰু অৰ্থ তথা ইংৰাজী সমাৰ্থক শব্দ প্ৰয়োগ কৰি অভিধানখন ৰচনা কৰিছিল। আনহাতে বৰ্ণানুক্ৰম আৰু অক্ষৰ ক্ৰম অতি সতৰ্কতাৰে ৰক্ষা কৰিবলৈ সক্ষম হৈছিল। যিহেতু তেওঁ নিজে বৈয়াকৰণিক আছিল সেয়ে, কোনো অসুবিধা নোহোৱাকৈ বৈয়াকৰণিক নীতিও প্ৰয়োগ কৰিছিল। মুঠতে এজন উত্তম অভিধানিকে অভিধান এখন ৰচনা কৰোঁতে যিবোৰ দিশ বিবেচনা কৰিব লাগিছিল এশ বছৰীয়া গৌৰৱৰ অধিকাৰী হোৱা 'হেমকোষ' কৰোঁতেও হেমচন্দ্ৰ বৰুৱাই এই সকলো দিশ সফল বিবেচনা কৰাৰ প্ৰমাণ অভিধানখনত পোৱা যায়।

**সামৰণি**

১৮৬৭ চনত যেতিয়া তেওঁ গুৱাহাটীৰ জুডিচিয়েল কমিচনাৰৰ কাৰ্যালয়ৰ মুখ্য সহকাৰী পদত আছিল তেতিয়াই 'হেমকোষ'ৰ কাম আৰম্ভ কৰিছিল। চৰকাৰী চাকৰিৰ উপৰিও আদিপাঠ, স্বাস্থ্য ৰক্ষা, অসমীয়া ল'ৰাৰ ব্যাকৰণ, পঢ়াশলীয়া অভিধান আৰু 'আসাম নিউজ' নামৰ সাপ্তাহিক কাকতত এই সময়ছোৱাতে একেলগে কাম কৰিছিল। কিন্তু অসমীয়া ভাষাৰ ওজা হিচাপে এতিয়াও অসমীয়া জাতিৰ মাজত হেমচন্দ্ৰ বৰুৱা এক উজ্জ্বল নক্ষত্ৰ। সেয়েই আজিও অসমীয়া ভাষালৈ নতুন নতুন অলেখ শব্দৰ আগমন ঘটাৰ পাছতো এশ বছৰ অতিক্ৰম কৰা 'হেমকোষ' অসমীয়া ভাষাৰ মণিকূট স্বৰূপ। বৰ্তমানলৈ 'হেমকোষ'ৰ মুঠ ১৩টা সংস্কৰণ প্ৰকাশিত হৈছে। ইয়ে প্ৰমাণ কৰে অসমীয়া ভাষা-সাহিত্যত এশ বছৰীয়া 'হেমকোষ'ৰ গুৰুত্ব আৰু ভূমিকা।

## অসমীয়া কথাছবি

*HSLC 1993*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সোণালী যুগ - সামৰণি

**ভূমিকা**

কথাছবিৰ ইতিহাস বৰ দীঘলীয়া নহয়। এটা শতিকাৰ আগতেহে আৰম্ভ হৈছিল এই আধুনিকতম শিল্প মাধ্যম। বিশ্বৰ কথাছবিৰ ইতিহাসলৈ অসমীয়া কথাছবিৰ ইতিহাস মাত্ৰ কেইটামান দশকৰহে পিছৰ। যদিও অসমীয়া কথাছবিয়ে উদ্যোগ হিচাপে আজিও সম্পূৰ্ণকৈ গঢ় ল'ব পৰা নাই তথাপি অসমীয়া কথাছবিৰ এক গৰিমামণ্ডিত ইতিহাস আৰু বৰ্তমান আছে। ভাৰতত সবাক ছবি 'আলম আৰা' ১৯৩১ চনত মুক্তি লাভ কৰাৰ পাছতেই ১৯৩৫ চনত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই প্ৰথমখন অসমীয়া কথাছবি 'জয়মতী' সবাক ৰূপত নিৰ্মাণ কৰি অসমীয়া চলচ্চিত্ৰৰ জোনাকী বাট মুকলি কৰে।

জাৰ্মানীত চলচ্চিত্ৰৰ বিষয়ে প্ৰশিক্ষণ লৈ আহি অশেষ কষ্টেৰে তেওঁ 'জয়মতী' নিৰ্মাণ কৰে। পকৃতাৰ্থত ক'বলৈ গ'লে জ্যোতিপ্ৰসাদৰ হাতত অসমীযা কথাছবিযে উপজিয়েই আধুনিক ৰূপ পৰিগ্ৰহ কৰে।

'জয়মতী'য়ে আৰম্ভ কৰা বাটেৰে আজিও কথাছবি অত্যাধুনিক সা-সুবিধাৰে অসমত নিৰ্মিত হৈ আছে। অব্যাহত আছে জ্যোতিপ্ৰসাদৰ আধুনিক মনস্কতাৰ অনুসৰণ। স্বাধীনতাৰ আগৰ সময়ছোৱাত অসমীয়া ছবিৰ ভেটি স্থাপন হৈ পৰৱৰ্তী কালত ই বিকাশ লাভ কৰে। 'জয়মতী'ৰ পৰা জ্যোতিপ্ৰসাদ আগৰৱালা আৰ্থিক লোকচানৰহে মুখামুখি হ'ব লগা হয়। কিন্তু তাৰ কেইবছৰমানৰ পাছতে ১৯৩৯ চনত তেওঁ নিৰ্মাণ কৰি উলিয়ালে দ্বিতীয়খন অসমীয়া ছবি 'ইন্দ্ৰমালতী'। অতি কম খৰচতে কৰা 'ইন্দ্ৰমালতী' প্ৰথমখন অসমীয়া সামাজিক কথাছবি। ইয়াৰ পাছত ১৯৪১ চনত 'মনোমতী' আৰু 'ৰূপহী', ১৯৪৭ চনত 'বদন বৰফুকন' নিৰ্মিত হয়। কেউখন ছবিয়ে আৰ্থিক দিশত লাভ কৰিব নোৱাৰিলে যদিও অসমীয়া কথাছবিৰ ভেটিটো সবল কৰিবলৈ সক্ষম হ'ল। এই ভেটিৰ আধাৰতে স্বাধীনতাৰ পাছত ১৯৪৮ চনত বিষ্ণুপ্ৰসাদ ৰাভা আৰু ফণী শৰ্মাই যুটীযাভাৱে পৰিচালনা কৰা 'চিৰাজ' কথাছবিয়ে নতুন বতৰা কঢ়িয়াই আনিলে। ইয়াৰ পাছতে লক্ষ্যধৰ চৌধুৰীৰ 'নিমিলা অংক', ফণী শৰ্মাৰ 'পিয়লি ফুকন' , নিপ বৰুৱাৰ 'স্মৃতিৰ পৰশ , 'মাক আৰু মৰম', 'ৰঙা পুলিচ' , ডঃ ভূপেন হাজৰিকাৰ 'এৰাবাটৰ সুৰ' আদিযে অসমীয়া কথা ছবিক অন্য মাত্ৰা প্ৰদান কৰে। ' পিয়লি ফুকন' কথাছবিযে ১৯৫৫ চনত আৰু 'মাক আৰু মৰম' কথাছবিয়ে ১৯৫৭ চনত ৰাষ্ট্ৰীয় পৰ্যায়ত 'চাৰ্টিফিকেট অব্ মেৰিট' লাভ কৰি অসমীয়া কথাছবিৰ মান বৃদ্ধি কৰে। 'পিযলি ফুকন' ছবিৰ সংগীত পৰিচালনাৰে প্ৰতিষ্ঠা লাভ কৰা ডঃ ভূপেন হাজৰিকাই ১৯৫৬ চনত 'এৰাবাটৰ সুৰ' কথাছবি পৰিচালনা কৰে। কথাছবিৰ সংগীত আৰু পৰিচালনাৰ দিশত ডঃ ভূপেন হাজৰিকাই নতুনত্ব প্ৰদান কৰিবলৈ সক্ষম হয়। পৰৱৰ্তীকালত তেওঁ আন ভালেকেইখন ছবি নিৰ্মাণ-পৰিচালনা কৰাৰ উপৰিও বহু সংখ্যকৰ সংগীত পৰিচালনা কৰে। তেওঁৰ কথাছবিলৈ থকা অৱদানৰ বাবে ১৯৯২ চনত ভাৰতীয় চলচ্চিত্ৰৰ সৰ্বোচ্চ সম্মান 'দাদা চাহেব ফাল্কে' বঁটা প্ৰদান কৰা হয।

**সোণালী যুগ**

১৯৫৬ চনৰ পৰা ১৯৬৯ চনলৈ এই সমযছোৱাক অসমীয়া কথাছবিৰ সোণালী যুগ বুলিব পাৰি। এই সময়ছোৱাত মুঠ ২৫খন কথাছবি নিৰ্মাণ হয় আৰু তাৰে ৯খনে ৰাষ্ট্ৰীয় বঁটা লাভ কৰে। এইছোৱা সময়তে অসমীয়া কথাছবিয়ে আধুনিক ৰূপ লাভ কৰি চিত্ৰনাট্য, কলা-নিৰ্দেশনা, পৰিচালনা, কাৰিকৰী আদি সকলো দিশতে বিকাশ লাভ কৰিবলৈ সক্ষম হয়। সত্তৰ দশকত ১৯৭২ চনত প্ৰথমখন অসমীয়া ৰঙীন কথাছবি 'ভাইটি' নিৰ্মাণ হয়। পদুম বৰুৱা, ডঃ ভবেন্দ্ৰনাথ শইকীয়া, পুলক গগৈ, সমৰেন্দ্ৰ নাৰায়ণ দেৱ আদিয়ে এই সময়ছোৱাতে আত্মপ্ৰকাশ কৰে। মুঠ সাতখন কথাছবিয়ে ৰাষ্ট্ৰীয় বঁটা লাভ কৰে এই দশকটোতে। পৰৱৰ্তীকালত অসমীয়া ভালেমান ছবিয়ে ৰাষ্ট্ৰীয-আন্তৰাষ্ট্ৰীয় বঁটা আৰু সম্মান লাভ কৰিবলৈ সক্ষম হয়। জাহ্নু বৰুৱাৰ 'হালধীয়া চৰায়ে বাওধান খায়' ছবিয়ে

১৯৮৭ চনত বছৰটোৰ শ্ৰেষ্ঠ ভাৰতীয় ছবিৰূপে ৰাষ্ট্ৰীয় বঁটা লাভ কৰিছিল। জাহ্নু বৰুৱা বৰ্তমান অসম নহয় ভাৰতৰ এগৰাকী প্ৰতিভাশালী আগশাৰীৰ পৰিচালক। জাহ্নু বৰুৱাই ভালেকেইখন অসমীয়াৰ উপৰিও কেইবাখনো হিন্দী জনপ্ৰিয় ছবি পৰিচালনা কৰিছে। ডঃ ভূপেন হাজৰিকা, জাহ্নু বৰুৱা, ডঃ ভবেন্দ্ৰ নাথ শইকীয়া, পুলক গগৈ, সঞ্জীৱ হাজৰিকা, শিৱপ্ৰসাদ ঠাকুৰ, গৌতম বৰা, তৰালী শৰ্মা, মঞ্জু বৰা আদিৰ উপৰিও আন ভালেমান অসমীয়া কথাছবিয়ে ৰাষ্ট্ৰীয় তথা আন আন সন্মান কটিয়াই আনিছে। যোৱা শতিকাৰ শেষৰ দশকত অসমীয়া বিনোদনধৰ্মী ছবিয়ে চৰ্চা লাভ কৰে যদিও চলিত দশকত অসমীয়া ছবিয়ে দুখজনক অৱস্থাত ভুগিবলগীয়া হৈছে। ভালেমান চিত্ৰগৃহ ইতিমধ্যে কৰ্তৃপক্ষই বন্ধ কৰি দিবলগীয়া হৈছে।

**সামৰণি**

টেলিভিছন, চি ডি আদিয়ে মানুহৰ বিনোদন তথা কলা উপভোগৰ স্থান দখল কৰাৰ লগে লগে ছবিৰ ওপৰত প্ৰভাৱ পৰাটো স্বাভাৱিক । কিন্তু বিপৰ্যযৰ মাজতো বিভিন্ন বিষয় লৈ অসমীয়া ছবি নিৰ্মিত হৈ আছে আৰু হৈ থাকিব। হাজাৰ বাধা-বিঘিনিৰ মাজতো দীৰ্ঘকালীন অসমীয়া কথাছবিৰ ধাৰা-পৰম্পৰা অব্যাহত ৰাখিবলৈ হ'লে কথাছবিৰ লগত জড়িতসকলৰ লগতে জনসাধাৰণ আৰু চৰকাৰে বিশেষ উদ্যোগ লোৱাৰ প্ৰযোজনীযতা বৰ্তমান আহি পৰিছে।

# মানৱ জীৱনত পৰিৱেশৰ প্ৰভাৱ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - পৰিৱৰ্তিত পৰিৱেশ - মানৱজীৱন আৰু পৰিৱেশ - বিশ্ব পৰিৱেশ দিৱস - সামৰণি

---

**ভূমিকা**

মানৱজীৱনৰ ওপৰত পৰিৱেশৰ প্ৰভাৱ অতি নিবিড়। পৰ্বত-পাহাৰ, নদ-নদী-সাগৰ, বায়ুমণ্ডল, সূৰ্যৰ পোহৰ, গছ-গছনি, বিভিন্ন প্ৰজাতিৰ প্ৰাণী আদিক লৈয়ে গঢ়ি উঠিছে আমাৰ পৰিৱেশ। এই পৰিৱেশৰ মাজতেই মানুহ জন্মে, ডাঙৰ হয় আৰু জীয়াই থাকে। পৰিৱেশক দুটা ভাগত ভাগ কৰিব পাৰি ঃ ভৌতিক পৰিৱেশ আৰু জৈৱিক পৰিৱেশ। পৰ্বত-পাহাৰ, নদ-নদী, মৰুভূমি, হিমবাহ, আগ্নেয়গিৰি, ভূ-স্তৰ, বায়ুমণ্ডল ইত্যাদিৰে গঠিত হয় ভৌতিক পৰিৱেশ। আনহাতে জীৱজগতক লৈ গঠিত হয় জৈৱিক পৰিৱেশ। নানান প্ৰজাতিৰ জীৱ-জন্তু, গছি-গছনি আৰু মানুহ জৈৱিক পৰিৱেশৰ অন্তৰ্গত।

**পৰিৱৰ্তিত পৰিৱেশ**

প্ৰকৃতিৰ নিয়মেৰে ভৌতিক পৰিৱেশত সাধিত হয় পৰিৱৰ্তন। ক'ৰবাত সেউজ তৃণভূমি পৰিণত হয় মৰুভূমিত, আনহাতে শুকান মৰুভূমি পৰিণত হয় সাগৰত । যেনে ভূমধ্য সাগৰ, ক'ৰবাত আকৌ সাগৰৰ বুকু ভেদি গঢ়ি উঠে বিশাল পৰ্বত (যেনে ঃ হিমালয়),

বানপানী আৰু হিমবাহৰ ফলত ঘটে ভূমিক্ষয় তথা ভূমিস্খলন, আগ্নেয়গিৰিৰ উদ্‌গীৰণেও ভূপ্ৰকৃতিৰ পৰিবৰ্তন ঘটায়। আগ্নেয়গিৰিৰ পৰা নিঃসৃত কাৰ্বন ডাই-অক্সাইড, কাৰ্বন মনোক্সাইড, নাইট্ৰোজেন অক্সাইড, গন্ধক আদিয়ে বায়ুমণ্ডল দূষিত কৰে। আকৌ, প্ৰকৃতিৰ নিযমানুসাৰেই পৃথিৱীৰ জলবায়ুত বিভিন্ন সময়ত পৰিবৰ্তনে দেখা দিয়ে। তাৰ ফলতেই কোনো উষ্ণ অঞ্চললৈও নামি আহে বৰফ যুগ। আনফালে আকৌ শীতল পৰিৱেশো লাহে লাহে উষ্ণ পৰিবেশলৈ পৰিণত হয়। এই ভৌতিক পৰিবৰ্তনৰ প্ৰভাৱ জীৱজগতৰ ওপৰতো পৰে। ইয়াৰ ফলত জীৱজগততো কিছুমান পৰিবৰ্তনে দেখা দিয়ে। আনহাতে, জীৱজগতে পৰিবেশৰ ওপৰত চাপ সৃষ্টি কৰি ভৌতিক পৰিৱেশৰ পৰিবৰ্তন ঘটায।

**মানৱজীৱন আৰু পৰিৱেশ**

সভ্যতাৰ অগ্ৰগতিৰ লগে লগে মানুহে প্ৰাকৃতিক সম্পদক নিজৰ প্ৰযোজনত ব্যৱহাৰ কৰিবলৈ ধৰিলে। ইন্ধন, আচবাব, খেতিপথাৰ সম্প্ৰসাৰণ আদিৰ প্ৰযোজনত চলিবলৈ ধৰিলে নিৰ্বিচাৰ অৰণ্যহনন। সমান্তৰালভাৱে বাঢ়িল জনসংখ্যা। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰো অভূতপূৰ্ব উন্নতি হ'ল। চহৰ-নগৰৰ সংখ্যা বাঢ়িল। কযলা, নানান প্ৰকাৰ ধাতু, খাৰুৱা তেল উত্তোলনৰ কাম আৰম্ভ হ'ল। এইবোৰৰ সহাযত গঢ়ি উঠিল নানান শিল্পদ্যোগ আৰু কল-কাৰখানা। আৱিষ্কাৰ হ'ল বিবিধ যানবাহন। ইয়াৰ পৰিণতিত প্ৰাকৃতিক সম্পদ আৰু পৰিবেশৰ ওপৰত চাপ বাঢ়িল। চহৰ, ঘৰ-বাৰী নিৰ্মাণ, খেতিপথাৰ সম্প্ৰসাৰণ আদিৰ নামত বনভূমি ধ্বংস কৰা হ'ল। কেৱল সেযে নহয, খেতিপথাৰত অজৈৱ সাৰৰ ব্যাপক প্ৰযোগ আৰু কীটনাশক দ্ৰব্যৰ ব্যৱহাৰ স্বাস্থ্যৰ বাবে ক্ষতিকৰ হ'ল, মাটিৰ উৰ্বৰা শক্তিও কমি আহিবলৈ ধৰিলে। নিৰ্বিচাৰ অৰণ্যহনন আৰু কীটনাশক দ্ৰব্য ব্যৱহাৰৰ ফলত বহু গছ-গছনি, পশু-পক্ষী, কীট-পতংগ, মাছ, সাপ আদি বিলুপ্ত হৈ গ'ল। ফলত পৰিবেশৰ ভাৰসাম্যও নষ্ট হ'ল। ভূমিস্খলন, বানপানী, খৰাং, ধুমুহা ইত্যাদিৰ প্ৰকোপ বাঢ়িল। নিৰ্বিচাৰ অৰণ্যহনন, কল-কাৰখানা আৰু যানবাহনৰ বৃদ্ধি, পাৰমাণৱিক বিস্ফোৰণ ইত্যাদিৰ ফলত বাযুমণ্ডলত অক্সিজেনৰ পৰিমাণ কমিছে। আনহাতে ব্যাপক হাৰত কাৰ্বন ডাই-অক্সাইড আৰু আন বিষাক্ত গেছৰ মাত্ৰা বাঢ়িছে। বায়ুমণ্ডলৰ অ'জন স্তৰৰো ক্ষয আৰম্ভ হৈছে। ফলত সূৰ্যৰ ক্ষতিকাৰক অতি বেঙুণীযা ৰশ্মি পৃথিৱীত প্ৰবেশ কৰিছে। পৰিণতিত পৃথিৱীৰ জলবায়ু ক্ৰমশঃ উষ্ণ হৈ আহিছে। কল-কাৰখানাৰ পৰা নিৰ্গত বিষাক্ত ৰাসাযনিক পদাৰ্থ আৰু চহৰৰ পযঃপ্ৰণালীৰ লেতেৰা পানী আৰু আবৰ্জনাই দূষিত কৰিছে নদীৰ পানী। পৰিণতিত আজি বিধ্বস্তপ্ৰায মানৱজীৱন, বিপন্ন মানৱ সভ্যতা। মানুহ আক্ৰান্ত হৈছে নানান কঠিন ৰোগত। মানুহৰ দৈনন্দিন জীৱনৰ ভাৰসাম্য প্ৰায নোহোৱা হৈছে। মানৱ মনৰ সুকুমাৰ বৃত্তিবোৰ নষ্ট হৈ গৈছে, মানুহ খিঙখিঙিয়া উগ্ৰ মেজাজী হৈ পৰিছে।

**বিশ্ব পৰিৱেশ দিৱস**

পৰিবেশ সংক্ৰান্তীয় সমস্যাই সমগ্ৰ বিশ্বতে ভযাবহ ৰূপ ধাৰণ কৰাত বিশ্ববাসী আজি পৰিৱেশ সম্পৰ্কে সচেতন হৈছে। ১৯৭২ চনৰ ৫ জুনত ছুইডেনৰ ৰাজধানী ষ্টকহমত পৃথিৱীৰ বিভিন্ন দেশৰ প্ৰতিনিধি পৰিবেশ সংক্ৰান্তীয সমস্যাৰ সমাধানৰ পথ বিচাৰি এক সভাত মিলিত হৈছিল। তেতিয়াৰে পৰা ৫ জুনৰ দিনটো সমগ্ৰ বিশ্বতে বিশ্ব

পৰিৱেশ দিৱস হিচাপে পালন কৰা হৈ আহিছে। পৰিবেশ দিৱসত 'আমি বিশ্ববাসী বিশ্বৰ পৰিবেশ ৰক্ষাৰ বাবে সমবেত হৈছোঁ'— এই বাণী সাৰ্থক কৰাৰ বাবে বিভিন্ন কাৰ্যসূচী পালন কৰা হয়। পৰিৱেশজনিত সমস্যা কোনো নিৰ্দিষ্ট ভূখণ্ডৰ মাজত আবদ্ধ নহয়। সেয়ে সমগ্ৰ বিশ্ববাসীয়ে একগোট হৈ এই সমস্যাৰ বিৰুদ্ধে মাৰ বান্ধি থিয় দিব লাগিব।

**সামৰণি**

আমাৰ দেশতো পৰিবেশৰ ভাৰসাম্য বৰ্তাই ৰখাৰ বাবে চৰকাৰে নানা পদক্ষেপ গ্ৰহণ কৰিছে। ইয়াৰ বাবে বহু অৰ্থও ব্যয় কৰা হৈছে। অৱশ্যে চৰকাৰৰ সকলো আঁচনিৰ সাৰ্থক আৰু পূৰ্ণাংগ ৰূপায়ণৰ বিশেষ প্ৰয়োজন হৈছে। ইয়াৰ বাবে জনসাধাৰণৰ মাজত আৰু ব্যাপকভাৱে পৰিৱেশ সচেতনতা জগাই তুলিব লাগিব। পৰিবেশ প্ৰদূষণৰ বিৰুদ্ধে আইনৰো আৰু ব্যাপক প্ৰয়োগৰ প্ৰয়োজন আছে। এই সকলোৰে সন্মিলিত প্ৰয়াসতহে সাৰ্থক আৰু সম্পূৰ্ণ পৰিৱেশ প্ৰদূষণ নিয়ন্ত্ৰণ কাৰ্যসূচী।

*লগতে চাওক : পৰিবেশ প্ৰদূষণ, গছ-গছনি আৰু পৰিৱেশ*

**এইখন ৰচনাৰ অনুকৰণ লিখিব পাৰি :** ১ পৰিৱেশ আৰু মানৱজীৱন ২ পৰিবেশ ৰক্ষাৰ প্ৰয়োজনীয়তা ৩ আমাৰ জীৱনত পৰিৱেশৰ ভূমিকা

# সাক্ষৰতা অভিযান

**ৰচনাৰ সংকেত :** ভূমিকা - সাক্ষৰতা অভিযানৰ ইতিবৃত্ত - সামৰণি

*শিক্ষাৰ উদ্দেশ্য মন প্ৰশস্ত কৰা, চিন্তাশক্তি বঢ়োৱা, শিক্ষাৰ্থীক নানা ভাব দি ভৱিষ্যত জীৱনযুদ্ধত দেশ আৰু জগতৰ কল্যাণ সাধনত সৰ্বতোপ্ৰকাৰে যোগ্যৱান কৰা।*

**— তৰুণৰাম ফুকন**

**ভূমিকা**

সাক্ষৰতা জনগণৰ মূঢ়তামুক্তিৰ চাবিকাঠি। মূৰ্খ জনগণ দেশৰ বোজা — জাতিৰ অপমান। অথচ জনসাধাৰণেই দেশৰ শক্তি। তেওঁলোকৰ মাজত নিহিত হৈ আছে বিপুল সম্ভাৱনা। তেওঁলোকৰ মাজত যিখিনি শক্তি লুপ্ত অৱস্থাত আছে, সেইখিনি জাগ্ৰত কৰি দেশৰ সমৃদ্ধিৰ ৰচনাত নিয়োজিত কৰিব পাৰিলে অভাৱনীয় সুফল লাভ কৰিব পৰা যাব। অন্ধত্বৰ দৰে নিৰক্ষৰতাও এই দেশৰ অগণন হতভাগ্য লোকৰ নিষ্ঠুৰতম অভিশাপ।

আখৰৰ জ্ঞান বা সাক্ষৰতা মানুহৰ অমূল্য দৃষ্টিশক্তিৰ সমতুল্য। ইয়াৰ সহায়ত মানুহে পৃথিৱী, পৰিবেশ আৰু নিজৰ দুখ-বেদনা, লাঞ্চনা-বঞ্চনাক জানিব পাৰে। সেয়ে

সাক্ষৰতাক সভ্যতাৰ মাপকাঠি আৰু উন্নয়নৰ প্ৰাথমিক চৰ্তৰূপে গণ্য কৰা হয়। কিন্তু প্ৰযুক্তিৰ এই চৰম উন্নতিৰ যুগতো বিশ্বৰ উন্নয়নশীল দেশসমূহৰ প্ৰায় অৰ্ধেক জনগণেই নিৰক্ষৰ। বৰ্ধিত জনসংখ্যাৰ আশা-প্ৰত্যাশা বাঢ়ি অহাৰ লগে লগে পৃথিৱীৰ বুকুত আজি ন ন পৰিবৰ্তনৰ সূচনা হৈছে। সেয়ে মানৱসভ্যতাৰ বিকাশৰ ধাৰাবাহিক প্ৰচেষ্টাত শিক্ষাক অধিক শক্তিশালী কৰাৰ উদ্দেশ্যে বিশ্বৰ দেশসমূহে কাৰ্যব্যৱস্থা গ্ৰহণ কৰিছে। ১৯৬৬ চনৰ ৮ ছেপ্টেম্বৰত ৰাষ্ট্ৰসংঘৰ সংস্থা ইউনেস্কোৰ চতুৰ্দশ সাধাৰণ সভাত বিশ্বৰ পৰা নিৰক্ষৰতা দুৰীকৰণৰ সংকল্প গ্ৰহণ কৰা হয়।

প্ৰাচীন কালত ভাৰত শিক্ষাচৰ্চাৰ প্ৰাণকেন্দ্ৰ আছিল। সেই সময়ৰ শিক্ষা ব্যৱস্থা ধৰ্মৰ লগত জড়িত আছিল বাবে সকলোৰে বাবে শিক্ষা সম্ভৱ হোৱা নাছিল। পাছলৈ পাঠশালা, টোল, মোক্তাব, মাদ্ৰাছা, বৌদ্ধ বিহাৰ, গীৰ্জা আদিৰ জৰিয়তে আনুষ্ঠানিক শিক্ষাদানৰ ব্যৱস্থা কৰা হৈছিল যদিও নিৰক্ষৰতাৰ হাৰ পৃথিৱীৰ আন দেশৰ তুলনাত হ্ৰাস নাপালে।

**সাক্ষৰতা অভিযানৰ ইতিবৃত্ত**

স্বাধীনতাৰ আগতে ভাৰতৰ পৰা নিৰক্ষৰতা নিৰ্মূল কৰাৰ বাবে কিছু কাৰ্যসূচী হাতত লোৱা হৈছিল। মহাত্মা গান্ধীৰ তত্ত্বাৱধানত প্ৰাপ্তবয়স্কসকলৰ বাবে নৈশ বিদ্যালয় স্থাপন কৰিছিল। ১৯৫১ চনত 'সামাজিক শিক্ষা' নামৰ এক কাৰ্যসূচীও আৰম্ভ কৰিছিল। মহাৰাষ্ট্ৰৰ মাহিম জিলাত 'গ্ৰাম শিক্ষা মাহিম' নামৰ কাৰ্যসূচী আৰম্ভ কৰে যদিও ই আন ৰাজলৈ বিয়পি নপৰিল।

১৯৭৮ চনতে সমগ্ৰ দেশৰ মানুহক শিক্ষিত কৰিবলৈ ৰাষ্ট্ৰীয় প্ৰাপ্তবয়স্ক শিক্ষা আঁচনি নামৰ এক ৰাষ্ট্ৰীয় কাৰ্যসূচী হাতত লয় যদিও বিশেষ সফলতা লাভ নকৰিলে।

১৯৮৭ চনত বিজ্ঞান জনপ্ৰিয়কৰণৰ কাৰ্যসূচী হিচাবে ভাৰতৰ বিজ্ঞান সংগঠনসমূহৰ অগ্ৰণী স্বেচ্ছাসেৱী বিজ্ঞান সংগঠন 'কেৰালা শাস্ত্ৰ সাহিত্য পৰিষদে' কেৰালাৰ এৰ্নাকুলাম জিলাখন কম সময়ৰ ভিতৰতে প্ৰথম সাক্ষৰ জিলা হিচাপে চিহ্নিত কৰিবলৈ সক্ষম হয়। সেই সময়ত ৰাষ্ট্ৰীয় শিক্ষানীতিৰ আধাৰত ১৯৮৮ চনত ভাৰত চৰকাৰে 'ৰাষ্ট্ৰীয় সাক্ষৰতা মিছন' প্ৰতিষ্ঠা কৰে। ই এক স্বতন্ত্ৰীয়া অনুষ্ঠান। তেতিয়াৰ পৰা ৰাষ্ট্ৰীয় সাক্ষৰতা মিছনৰ তত্ত্বাৱধানত ভাৰতৰ প্ৰায়বোৰ জিলাতে এই কাৰ্যসূচী আৰম্ভ কৰা হয়। পূৰ্ণ সাক্ষৰতা অভিযানৰ পাছত উত্তৰ সাক্ষৰতা আৰু অবিৰত শিক্ষা কাৰ্যসূচীৰ বাবে ৰাষ্ট্ৰীয় সাক্ষৰতা মিছন আগবাঢ়ি আহে।

অসমতো ১৯৯২-৯৩ চনৰ পৰা ৰাষ্ট্ৰীয় সাক্ষৰতা মিছনৰ অধীনত সাক্ষৰতা অভিযান আৰম্ভ হয়। জিলা সাক্ষৰতা অভিযানৰ মূল লক্ষ্য আছিল ঃ

১। নিৰক্ষৰসকলক লিখা-পঢ়া আৰু সংখ্যাজ্ঞান প্ৰদান কৰা।

২। নিজে ক'ত ক'ত বঞ্চিত হৈছে তাক জনা, সংগঠিত হৈ উন্নয়নমূলক কামৰ জৰিয়তে নিজৰ আৰু দহৰ উন্নতি সাধন কৰা জীৱন ধাৰণৰ মান আৰু অৰ্থনৈতিক অৱস্থা উন্নত কৰা।

৩। একতা, পৰিবেশ সংৰক্ষণ, নাৰী-পুৰুষৰ সমতা, সৰু পৰিয়াল।

৪। প্ৰাথমিক শিক্ষা সাৰ্বজনীন কৰা।

সাক্ষৰতা অভিযানৰ উক্ত লক্ষ্যসমূহ পূৰণৰ প্ৰয়াস চলোৱাৰ সমান্তৰালভাৱে নতুনকৈ নিৰক্ষৰ লোকৰ যাতে সৃষ্টি নহয় তাৰ প্ৰতিও বিশেষ ব্যৱস্থা লোৱা হৈছে। যিসকলে প্ৰাথমিক বিদ্যালয়ৰ চৌপাশ দেখাই নাই বা যিসকলে আধাতে বিদ্যালয় ত্যাগ কৰিছে তেওঁলোকৰো পুনৰ বিদ্যাৰম্ভৰ বাবে চেষ্টা চলোৱা হৈছে। কিন্তু দেশৰ বৰ্তমান অৰ্থনৈতিক প্ৰেক্ষাপটত দৰিদ্ৰ জনসাধাৰণৰ মনত এনেধৰণৰ ধাৰণা দৃঢ়ভাৱে সোমাই পৰিছে যে এই প্ৰতিযোগিতাৰ যুগত লিখা-পঢ়া শিকিলেও তেওঁলোকৰ ল'ৰা-ছোৱালীয়ে কোনোধৰণৰ সুযোগ-সুবিধা বা সংস্থান নাপায়। সেয়েহে পৃথিৱীত বাচি থকাৰ বাবে, সমাজক জনাৰ বাবে, ঠগ-প্ৰবঞ্চকৰ হাতৰ পৰা ৰক্ষা পোৱাৰ বাবেই যে লিখা-পঢ়াৰ প্ৰয়োজন সেই চেতনা অভিভাৱকৰ মনত জগাই তুলিব নোৱাৰিলে সাক্ষৰতা কৰ্মসূচীৰ সঠিক ৰূপায়ণ সম্ভৱ নহয়। চৰকাৰে ন ন প্ৰকল্প, আঁচনি আদিৰে নিৰক্ষৰতা দূৰীকৰণৰ প্ৰচেষ্টা চলাইছে যদিও ই অধিক কাৰ্যকৰী আৰু ফলপ্ৰসূ হোৱাৰ প্ৰয়োজন আছে। ইয়াৰ বাবে প্ৰয়োজন দেশব্যাপী এক ব্যাপক আৰু নিশ্ছিদ্ৰ পৰিকল্পনা, যি পৰিকল্পনা ৰূপায়ণত অৰ্থ, কৰ্মী আৰু আন্তৰিকতাৰ যেন অভাৱ নঘটে। দেশৰ পঞ্চায়তসমূহক এই বিষয়ত কামত লগাব পাৰি। একেদৰে বিদ্যালয়-মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীকো দেশব্যাপী সাক্ষৰতা অভিযানৰ অংগ কৰি ল'ব পৰা যায়। নিৰক্ষৰতা অভিশাপ, নিৰক্ষৰতা দূৰ নহ'লে বিশ্ববাসীৰ ওচৰত আমাৰ মান-সন্মান পদদলিত হ'ব — এই চেতনাৰে যদি আমি সকলো উজ্জীৱিত নহওঁ, তেন্তে কেৱল চৰকাৰী আঁচনিৰ ওপৰত নিৰ্ভৰ কৰি একো কৰিব নোৱাৰি। সাক্ষৰতা অভিযানৰ ক্ষেত্ৰত এই ভাবধাৰাক সকলোৱে অধিক গুৰুত্ব দিব লাগিব।

***লগতে চাওক : নিৰক্ষৰতা, সৰ্বশিক্ষা অভিযান***

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ ভাৰতত সাক্ষৰতা অভিযানৰ গুৰুত্ব

# মূল্য সংযোজিত কৰ বা ভেট

**ৰচনাৰ সংকেত :** ভূমিকা - ভেটৰ উপকাৰিতা - সামৰণি

**ভূমিকা**

মূল্য সংযোজিত কৰ (Value Added Tax) সংক্ষেপে ভেট (VAT) হ'ল একপ্ৰকাৰ পৰোক্ষ কৰ। পৰোক্ষ কৰৰ ভিতৰত ইয়ো। ভেটৰ প্ৰথম প্ৰৱৰ্তন হয় ফ্ৰান্সত ১৯৫৪ চনত। ইয়াৰ পাছত ১৯৬০ চনত ব্ৰাজিলত আৰু ১৯৯৪ চনত এই ব্যৱস্থা প্ৰৱৰ্তন হয়। প্ৰতিবেশী শ্ৰীলংকাসহ পৃথিৱীৰ ১৪০ খন দেশত এই কৰ ব্যৱস্থাৰ প্ৰচলন আছে। ২০০৫

চনৰ ১ এপ্ৰিলৰ পৰা ভাৰতৰ ২১ খন ৰাজ্যত ভেট প্ৰৱৰ্তন কৰা হয়। ইযাৰ প্ৰতিবাদত দেশৰ ব্যৱসায়ীমহলে তিনিদিনীয়া বাণিজ্যিক বন্ধ পালন কৰে। এনে প্ৰতিবাদৰ পাছতো দেশৰ বেছিভাগ ৰাজ্যই ভেট ব্যৱস্থা প্ৰৱৰ্তন কৰে। ভেট ব্যৱস্থাৰ ফলস্বৰূপে অসমতো ১৩০ বিধ সামগ্ৰীৰ কৰ হ্ৰাস-বৃদ্ধিৰ ব্যৱস্থা কৰা হয়। এই ব্যৱস্থাৰ অন্তৰ্গত অত্যাৱশ্যকীয সামগ্ৰী হিচাপে গাখীৰ, চাউল, ডাইল, নিমখ, শাক-পাচলি, ফল-মূল, মানৱ-ৰক্ত, গৰ্ভ-নিৰোধক আদি ৩৯ বিধ সামগ্ৰীক কৰ ৰেহাই দিয়া হয়।

এই নতুন কৰ ব্যৱস্থা অনুসৰি চাৰিখন তালিকাৰ মাধ্যমেৰে কৰ আদায কৰা হয়। প্ৰাথমিকভাৱে ৫৫০ বিধ সামগ্ৰীক এই তালিকাভুক্ত কৰা হৈছে। প্ৰথমখন তালিকাত আছে অধিকাংশ কৃষিপণ্য, মাছ-মাংস, শাক-পাচলি, আলু, ফল-মূল, গাখীৰ আদি। এইবোৰ সামগ্ৰীৰ ওপৰত কোনো কৰ ধাৰ্য কৰা হোৱা নাই। দ্বিতীয় তালিকাত অন্তৰ্ভুক্ত হোৱা সামগ্ৰীবোৰৰ ওপৰত ১ শতাংশ কৰ ধাৰ্য কৰা হৈছে। সেইবোৰ সামগ্ৰী হ'ল সোণ-ৰূপৰ গহনা, নিলামত বিক্ৰী হোৱা চাহ আদি। তৃতীয় তালিকাত আছে, অত্যাৱশ্যকীয় পণ্য, শিল্প তথা তথ্য প্ৰযুক্তিত ব্যৱহৃত সামগ্ৰী আৰু মূলধনী পণ্য, লো আৰু লোজাত ধাতু আদি। এই তালিকাত অন্তৰ্ভুক্ত সামগ্ৰীৰ ওপৰত ধাৰ্য কৰা কৰৰ পৰিমাণ ৪ শতাংশ। উল্লিখিত তিনিখন তালিকাত অন্তৰ্ভুক্ত নোহোৱা বাকী সকলো পণ্যকে চতুৰ্থ তালিকাত অন্তৰ্ভুক্ত কৰা হৈছে। এই তালিকাৰ সামগ্ৰীৰ ওপৰত ধাৰ্য কৰা কৰৰ পৰিমাণ ১২ ৫ শতাংশ।

**ভেটৰ উপকাৰিতা**

বিশেষজ্ঞসকলৰ মতে ভেটৰ প্ৰযোগৰ ফলত ব্যৱসাযী বা শিল্পদ্যোগীসকলৰ হাৰাশাস্তি কম হ'ব। এই ব্যৱস্থাত কৰ দিযাৰ পদ্ধতি ইমানেই সৰল যে ব্যৱসায়ীসকলে কোনো সমস্যাৰ সন্মুখীন হ'বলগা নহ'ব। কেঁচামালৰ ওপৰত কৰফাঁকি দিলে ব্যৱসায়ীযে প্ৰাপ্য মাত্ৰাত কৰ ৰেহাই নাপাব। এনে অৱস্থাত কৰফাঁকি কমিব আৰু চৰকাৰ লাভৱান হ'ব। চৰকাৰৰ ৰাজহ বাঢ়িব। কিনা-বেচাৰ সমস্ত প্ৰক্ৰিয়া লিপিবদ্ধ হোৱাৰ ফলত ক'লা টকাৰ পথ বন্ধ হ'ব। ইযাৰ উপৰি ক্ষুদ্ৰ ব্যৱসাযী ক্ষুদ্ৰ শিল্পদ্যোগী আৰু অসংগঠিত ক্ষেত্ৰৰ ব্যৱসায়ীসকলক ভেট ব্যৱস্থাৰ বাহিৰত ৰখা হৈছে বা কৰৰ হাৰ যৎসামান্য কৰা হৈছে।

**সামৰণি**

ভেটৰ যিদৰে উপকাৰিতা আছে, সেইদৰে ইযাৰ অপকাৰিতা সম্পৰ্কেও বিভিন্নজনে আঙুলিযাই দিছে। ইযাৰ ভিতৰত উল্লেখযোগ্যকেইটা হ'ল ঃ ১) কেন্দ্ৰীয বিক্ৰী কৰ (Central Sales Tax) যেতিযালৈকে উঠাই লোৱা নহয়, তেতিয়ালৈকে আন্তঃৰাজ্যিক ক্ৰযৰ ক্ষেত্ৰত ব্যৱসায়ীসকল ক্ষতিগ্ৰস্ত হ'ব। ২) ভেটত হিচাপ ৰখাৰ পদ্ধতি জটিল হোৱা বাবে ক্ষুদ্ৰ আৰু মজলীযা ব্যৱসাযীসকলৰ অসুবিধা হ'ব। ৩) বয-বস্তুৰ দাম বাঢ়িব পাৰে বুলি ব্যৱসায়ী মহলৰ আশংকা।

বহু বিশেষজ্ঞৰ মতে কেন্দ্ৰীয় বিক্ৰী কৰৰ গাঁথনি কিদৰে লুপ্ত হ'ব, তাৰ সুস্পষ্ট পথ নিৰ্দেশিকা নাই ভেট আইনত। কেন্দ্ৰীয বিক্ৰীকৰ আৰু ভেট একেলগে চলিব

নোৱাৰে। ভেট সমিতিয়ে ৰাজ্যভেদে বেলেগ বেলেগ ধৰণৰ কৰ ৰেহাই ব্যৱস্থা কৰিছে। দিল্লীত ৫০ লাখ টকা পৰ্যন্ত বাৰ্ষিক বিক্ৰীৰ ক্ষেত্ৰত সংশ্লিষ্ট ব্যৱসায়ীয়ে ভেটত নথিভুক্ত কৰিব নালাগে। কিন্তু মধ্যপ্ৰদেশত এই পৰিমাণ মাত্ৰ পাঁচ লাখ টকা। ইয়াৰ ফলত স্বাভাৱিকতে বৈষম্যৰ সৃষ্টি হ'ব। আনহাতে প্ৰৱেশ কৰ আদিৰ দৰে নানা কৰ অটুট ৰাখিযেই যিদৰে ভেটৰ প্ৰৱৰ্তন কৰা হৈছে তাত স্বাভাৱিকতে সমগ্ৰ কৰ-গাঁথনিতে গুৰুতৰ ত্ৰুটি ৰৈ যাব। যি কি নহওক ভেট আমাৰ দেশৰ অৰ্থনীতিৰ বাবে কিমান উপযোগী সেয়া সমাগত বছৰবোৰত নিশ্চয় পৰিষ্কাৰ হৈ যাব।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - এন চি চিৰ ইতিহাস - এন চি চিৰ লক্ষ্য - সামৰণি

# এন চি চি

---

**ভূমিকা**

এখন দেশৰ যুৱপ্ৰজন্মৰ কৰ্ম আৰু জীৱনধাৰাৰ ওপৰতেই দেশখনৰ ভৱিষ্যতৰ উন্নযন বহু পৰিমাণে নিৰ্ভৰ কৰে। আমাৰ ভাৰততো যুৱপ্ৰজন্মক বিভিন্ন উপাযেৰে দেশৰ প্ৰতি, সমাজৰ প্ৰতি দাযবদ্ধ কৰিবলৈ আৰু নিজকো দৃঢমনা হিচাপে গঢিবলৈ আঁচনি আছে। এনে এক ব্যৱস্থা হৈছে এন চি চি, অৰ্থাৎ, নেচনেল কেডেট ক্ৰপ্‌ছ বা ৰাষ্ট্ৰীয় শিক্ষাৰ্থী বাহিনী । এন চি চিৰ জৰিযতে ভাৰতত প্ৰতি বছৰে বহু হাজাৰ যুৱক-যুৱতীক প্ৰশিক্ষণ দি দেশৰ উপযুক্ত নাগৰিক হিচাপে গঢ দিয়া হয়। এন চি চিৰ ইতিহাস বিচাৰিলে পোৱা যায যে ইযাৰ গুৰিতে আছে ১৯১৭ চনতে ভাৰতীয প্ৰতিৰক্ষা আইনৰ অধীনত সৃষ্টি হোৱা ইউনিভাৰ্ছিটি ক্ৰপ্‌ছ। দ্বিতীয় মহাসমৰত যুদ্ধৰ বাবে সেনাৰ অভাৱ হোৱাত ছাত্ৰসকলক সেনাপ্ৰশিক্ষণ দিযাৰ ব্যৱস্থা কৰা হৈছিল, যাতে প্ৰযোজনত জৰুৰীভাৱে, তেওঁলোকক যুদ্ধক্ষেত্ৰলৈ পঠিয়াব পৰা যায। ভাৰতৰ স্বাধীনতা আন্দোলনৰ কালছোৱাত আমৰ নেতাসকলে অনুভৱ কৰিলে যে দেশৰ ভৱিষ্যত সকলো দিশতে সমানে সমৃদ্ধিশালী কৰিবলৈ হ'লে দেশৰ যুৱকসকল সৰ্বপ্ৰথম এক দায়িত্বশীল নাগৰিক হোৱাটো বাঞ্ছনীয়। সেয়ে তেওঁলোকেও ৰাষ্ট্ৰীয পৰ্যায়ত যুৱপ্ৰজন্মক প্ৰশিক্ষণ দি উদ্ভাসিত কৰিব পৰাকৈ তেনে এক সংগঠন গঠন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে।

**এন চি চিৰ ইতিহাস**

নেচনেল কেডেট ক্ৰপ্‌ছ হ'ল তিনিদফীয়া এক ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কাৰ্যসূচীৰ অংশ বিশেষ সংগঠন। স্থলসেনা, নৌসেনা আৰু বায়ুসেনা তিনিওটা ক্ষেত্ৰতে দেশৰ সম্ভাৱনাময় যুৱপ্ৰজন্মক প্ৰশিক্ষণ দি শৃংখলাবদ্ধ আৰু দেশপ্ৰেমিক হিচাপে গঢ দিয়াৰ চেষ্টা চলোৱা হয়

সংগঠনটোৰ জৰিয়তে। ১৯২০ চনত ইউনিভাৰছিটি ক্ৰপ্‌ছক ইউনিভাৰছিটি ট্ৰেইনিং ক্ৰপ্‌ছলৈ পৰিবৰ্তন কৰাৰ পাছত ইউ টি চি নামেৰে পৰিচিত হ'ল। ইউ টি চিৰ মূল উদ্দেশ্য আছিল সংগঠনটোৰ মান বৃদ্ধি কৰা আৰু যুৱসকলক কৰ্মঠ কৰি তোলা। এয়া ব্ৰিটিছ প্ৰশাসিত সেনাবাহিনীৰ ভাৰতীয়কৰণৰ প্ৰথম পদক্ষেপ বুলি বিবেচিত হৈ আহিছে। ১৯৪২ চনত ইউ টি চিক পুনৰ ইউনিভাৰছিটি অফিচাৰ ট্ৰেইনিং ক্ৰপ্‌ছলৈ পৰিবৰ্তন কৰা হয়। ইফালে ভাৰতৰ মুক্তি আন্দোলনৰ নেতাসকলে আন্দোলন কালত যুৱসকলক দেশৰ প্ৰতি সেৱা আগবঢ়াবলৈ সুবিধা প্ৰদান কৰিবলৈ তেনে এক সংগঠন গঠনৰ প্ৰয়োজনীয়তা অনুভৱ কৰি অহা হেতুকে ১৯৪৬ চনত স্বাধীনতা আন্দোলনৰ অন্যতম নেতা জৱাহৰলাল নেহৰুৱে ৰাষ্ট্ৰীয় পৰ্যায়ৰ এনে সংগঠন এটা প্ৰতিষ্ঠাৰ বাবে পদক্ষেপ ল'বলৈ এখন কমিটি গঠন কৰি দিয়ে। কমিটিখনৰ নেতৃত্ব দিছিল এইছ এন কুঞ্জৰোযে। ১৯৪৮ চনৰ ১৫ জুলাইত সংসদত আইনৰ যোগেদি সংগঠনটো নেচনেল কেডেট ক্ৰপ্‌ছ হিচাপে প্ৰতিষ্ঠাৰ সিদ্ধান্ত চূড়ান্ত হয়। স্বাধীন ভাৰতৰ প্ৰথমগৰাকী প্ৰাধনমন্ত্ৰী পণ্ডিত জৱাহৰলাল নেহৰুৱে ১৯৪৮ চনৰ নৱেম্বৰ মাহৰ শেষৰটো দেওবাৰত নতুন দিল্লীত দেশৰ প্ৰথমটো এন চি চি গোট গঠন হোৱাৰ পাছত উদ্বোধনী অনুষ্ঠানত অধ্যক্ষ হিচাপে দায়িত্ব পালন কৰে। তেতিয়াৰ পৰা নৱেম্বৰ মাহৰ শেষৰটো দেওবাৰ পৰম্পৰাগতভাৱে এন চি চি দিৱস হিচাপে দেশজুৰি উদ্‌যাপিত হৈ আহিছে।

**এন চি চিৰ লক্ষ্য**

আজি ভাৰতৰ সকলো অংশকে সামৰি লোৱা এন চি চিয়ে গঠনৰ আৰম্ভণিতে কেতবোৰ লক্ষ্য নিৰ্ধাৰণ কৰি লৈছিল। পৰৱৰ্তী কালত সেই লক্ষ্যৰ পৰিসৰ বৃদ্ধি ঘটাই নতুন ভালেমান দিশ সামৰি লোৱা হয। নিজৰ লক্ষ্য পূৰণত এন চি চিয়ে কাম-কাজ সম্পূৰ্ণ দক্ষতাৰে সম্পাদন কৰি আহিছে। চৰিত্ৰৰ বিকাশ, বন্ধুত্ব গাঢ় কৰা, নিযমানুবৰ্তিতা, নেতৃত্ব গুণৰ বিকাশ, নিৰপেক্ষ দৃষ্টিভংগী, দুসাহসী ক্ৰীড়ামনস্কতা আৰু আত্মপ্ৰত্যয গঢ় দিয়াটো এন চি চিৰ প্ৰধান লক্ষ্য। লগতে মানৱ সম্পদ সংগঠিত কৰা, যুৱপ্ৰজন্মক প্ৰশিক্ষণ দি তথা দেশভক্তিৰ প্ৰতি আকৰ্ষিত কৰি ব্যক্তিগত দিশৰ লগতে দেশৰ বাবে সকলো সময়তে সেৱা আগবঢ়াব পৰাকৈ গঢ়ি তোলাটোও এন চি চিৰ অন্যতম লক্ষ্য। অন্যহাতেদি সেনাবাহিনীত যোগদান কৰিবৰ বাবে উৎসাহিত কৰি আৰু যুৱপ্ৰজন্মক সেনা বাহিনীত যোগদান কৰি কেৰিয়াৰ গঢ়িবলৈ আকৰ্ষিত কৰিব পৰা পৰিবেশ গঢ়াটো এন চি চিৰ আন এক লক্ষ্য।

শিক্ষায়তনসমূহত এন চি চিৰ গোট গঠন কৰি যুৱক-যুৱতীসকল বাস্তৱিক জীৱনত কামত অহাকৈ নিয়মানুবৰ্তিতা-শৃংখলাবদ্ধতাৰ লগতে সামৰিক বিভিন্ন পৰ্যায়ৰ প্ৰশিক্ষণ দি অহা হৈছে। এন চি চিৰ প্ৰমাণ-পত্ৰ লাভেৰে অজস্ৰজনে সেনাবাহিনীত নিজৰ কেৰিয়াৰ গঢ়িবলৈ সক্ষম হোৱাৰ লগতে দেশ-মাতৃৰ প্ৰতি সেৱা আগবঢ়াৱলৈ সক্ষম হৈছে। এন চি চিত প্ৰশিক্ষিত যুৱক-যুৱতীক নৌসেনা, স্থলসেনা আৰু বায়ুসেনাৰ বিভিন্ন প্ৰশিক্ষণ দিয়া হয়। প্ৰশিক্ষণ কেইবাটাও পৰ্যায়ত প্ৰদান কৰা হয়। প্ৰশিক্ষণৰ পৰ্যায়ৰ

ওপৰত ভিত্তি কৰি শিক্ষাৰ্থীয়ে 'এ', 'বি', আদি প্ৰমাণ-পত্ৰ লাভ কৰে। এনে প্ৰমাণ-পত্ৰধাৰীক সেনাবাহিনীত বিভিন্ন পদত মকৰলৰ ক্ষেত্ৰত অগ্ৰাধিকাৰ দিয়া হয়। সেয়ে সামৰিক বাহিনীত কেৰিয়াৰ গঢ়িব বিচৰাসকলে প্ৰাতিষ্ঠানিক শিক্ষাৰ লগতে এন চি চিৰ সদস্য হ'লে উপকৃত হ'ব। নিজৰ কেৰিযাৰ সুৰক্ষিত কৰাৰ লগতে দেশ মাতৃৰ প্ৰতি নিজৰ সেৱাও আগবঢ়াবলৈ সমৰ্থ হ'ব।

**সামৰণি**

এন চি চি দেশৰ একতা ৰক্ষা আৰু দেশপ্ৰেম উদ্বুদ্ধ কৰা এক পবিত্ৰ মাধ্যম বুলিব পাৰি। এন চি চিৰ কেডেটসকলে সদায় মনত স্থিৰভাৱে দুশাৰীমান বাক্য স্থাপন কৰিবলৈ সক্ষম হয়, —'আমি নেচনেল কেডেট ক্ৰপ্‌ছৰ কেডেটসকলে সদায়েই ভাৰতৰ অখণ্ডতা ৰক্ষাৰ বাবে সচেষ্ট থাকিম। দেশৰ নাগৰিকৰ স্বাৰ্থত সদায়েই শৃংখলাবদ্ধ নিয়মানুৱৰ্তী হৈ চলিম। আমাৰ ভাগ্যান্বেষণৰ বাবে জনসেৱাত উৎসৰ্গিত হ'ম' ইত্যাদি। এন চি চি দেশৰ জাতীয় অখণ্ডতা ৰক্ষা আৰু সাম্ভাব্য যুদ্ধ, প্ৰাকৃতিক দুৰ্যোগ বা অন্যান্য সংকটৰ সময়ত এক নিৰ্ভৰযোগ্য ভৰসাস্বৰূপ। নেতাজী সুভাষচন্দ্ৰ বসু, মোৰাৰজী দেশাই, বুদ্ধদেৱ ভট্টাচাৰ্য, যশোৱন্ত সিং, সুষমা স্বৰাজ, জয়া বচ্চন আদিও এসময়ত এন চি চিৰ কেডেট আছিল। এন চি চিয়ে দীৰ্ঘদিন ধৰি ভাৰতৰ জাতীয় চৰিত্ৰ আৰু অখণ্ডতা ৰক্ষাত প্ৰভূত সহায় কৰি অহাৰ লগতে ভৱিষ্যতেও এক দেশপ্ৰেম আৰু জাতীয় উন্নতিৰ জখলাস্বৰূপে সদায়েই অৰিহণা যোগাব সেয়া নিশ্চিত।

# শৈক্ষিক পৰিবেশ আৰু বিদ্যাৰ্থী

**ৰচনাৰ সংকেত ঃ** ভূমিকা - শৈক্ষিক পৰিৱেশ এৰাব নোৱৰা অংগ - সামৰণি

*HSLC 2002*

**ভূমিকা**

মানুহৰ গোটেই জীৱনটোত ছাত্ৰ বা বিদ্যাৰ্থী হৈ থকা অৱস্থাত অৰ্জন কৰা জ্ঞান, নীতি, নিয়মানুৱৰ্তিতা আদিয়ে বিশেষভাৱে প্ৰভাৱ বিস্তাৰ কৰি জীৱনৰ বৈচিত্ৰ্যময় পথত পদে পদে সহায় কৰে। বিদ্যালয়-মহাবিদ্যালয আদি শিক্ষানুষ্ঠানৰ পৰা আৰম্ভ কৰি বিভিন্ন বৃত্তিমুখী প্ৰতিষ্ঠান আদিত বিদ্যা-শিক্ষা গ্ৰহণ কৰি থকাসকলক বিদ্যাৰ্থী বা ছাত্ৰ বোলা হয়। জীৱনৰ আগ কালছোৱাতে সাধাৰণতে পৰৱৰ্তী জীৱনকালত সমাজত সম্পূৰ্ণ মানুহ হিচাপে নিজকে প্ৰতিষ্ঠা কৰা তথা সমাজপ্ৰিয় ব্যক্তি হিচাপে বৰ্তি থাকিবৰ বাবে বিদ্যা-শিক্ষা গ্ৰহণ কৰা হয়। বিদ্যা-শিক্ষা অৰ্জন কৰি পৰৱৰ্তীকালত এজন সৎ আৰু দায়িত্বশীল

নাগৰিকে নিজৰ লগতে দেশৰ প্ৰতি সেৱা আগবঢোৱাটো সৰ্বজনবিদিত শিক্ষাৰ লক্ষ্য। বিদ্যা-শিক্ষা অৰ্জনৰ বাবে শৈক্ষিক পৰিবেশ ইতিবাচক হোৱাটো অতি প্ৰযোজনীয়। কাৰণ আজিৰ শিক্ষাই যিদৰে গঢ দিব, কাইলৈ এজন সম্পূৰ্ণ নাগৰিক সমাজত সেই প্ৰভাৱ বিস্তাৰ কৰিব। কোৱা হয়, 'আজিৰ ছাত্ৰ কাইলৈ দেশৰ নাগৰিক' , অৰ্থাৎ, ছাত্ৰ হিচাপে আজি যি শিকি যোৱা হয় কাইলৈ নাগৰিক হিচাপে আমি সেয়া বাস্তৱিক জীৱনত প্ৰয়োগ কৰি যাওঁ। সেয়ে ছাত্ৰাৱস্থাত শিক্ষা গ্ৰহণ কৰা পৰিবেশৰ ওপৰত মানুহৰ জীৱন ধাৰা আৰু সামাজিক বহু দিশ নিৰ্ভৰশীল।

**শৈক্ষিক পৰিৱেশ এৰাব নোৱৰা অংগ**

কেৱল যে স্কুল-কলেজত পঢ়ি থকা অৱস্থাৰ জ্ঞান আৰু পৰিবেশহে জীৱনটোৰ প্ৰয়োজনীয় কথাবোৰ শিকায, সেয়া নহয। কিন্তু শৈক্ষিক জীৱন প্ৰত্যেক ব্যক্তিৰে জীৱনৰ এক এৰাব নোৱৰা অংশ। কাৰণ শৈক্ষিক জীৱনত লাভ কৰা শিক্ষা-দীক্ষাই এজন ব্যক্তিক পূৰ্ণাঙ্গ ব্যক্তিত পৰিণত কৰি মূল লক্ষ্যত উপনীত কৰাত সহায কৰে। সেযে জীৱনত প্ৰকৃত মানুহ হিচাপে গঢ ল'বলৈ, নিজৰ লক্ষ্য-সাধনাত উপনীত হ'বলৈ যিবোৰ গুণৰ প্ৰয়োজন সেযা ছাত্ৰাৱস্থাতে আহৰণ কৰিব লাগে। ছাত্ৰাৱস্থাতে গ্ৰহণ কৰা শিক্ষাই পৰৱৰ্তী জীৱনত এজন ব্যক্তিক সমাজৰ নেতা, শিক্ষক, প্ৰশাসক, ব্যৱসাযী, ন্যাযপালক আদি বিভিন্ন ক্ষেত্ৰত প্ৰতিষ্ঠা কৰে। কিন্তু কেৱল পৰীক্ষাত বহি প্ৰতিষ্ঠানিক শিক্ষা গ্ৰহণ কৰি যিসকলে নিজৰ ব্যক্তিগত জীৱনৰ সুৰক্ষাত ব্যস্ত থাকে তেওঁলোকৰ পৰা সমাজে কোনো দিশতে অৰিহণা লাভ নকৰে। যিসকলে ছাত্ৰাৱস্থাতে যিকোনো উপাযেৰে পৰীক্ষাত উত্তীৰ্ণ হোৱাটোকে লক্ষ্য বুলি ভাৱে তেওঁলোকৰ পৰা জানো সমাজে ভৱিষ্যতে কিবা আশা কৰিব পাৰিব? ছাত্ৰাৱস্থাত বেযা স্বভাৱে লগ দিলে সেযা সতকাই এৰুওৱা টান। পিছত ই ব্যক্তিগত জীৱনৰ লগতে সামাজিক জীবনতো বিস্তৰ প্ৰভাৱ বিস্তাৰ কৰে। গতিকে এজন ছাত্ৰক ভৱিষ্যতে সু-নাগৰিক হিচাপে গঢ দিযে শৈক্ষিক পৰিবেশে। সমাজত বৃত্তিগতভাৱে প্ৰতিষ্ঠা লাভ কৰি অসৎ উপাযেৰে ধন আৰু প্ৰতিপত্তি লভিব পাৰি। কিন্তু সামাজিক বহল প্ৰেক্ষাপটত তাৰ কোনো মূল্য নাই। আনহাতে এনে কাৰ্যই সমাজখনক আগুৱাই নিযাৰ পৰিবৰ্তে পিছলৈহে ঠেলি দিযে। সংযম, সততা, ন্যায-নিষ্ঠা, ক্ষমা-উদাৰতা, বিনয আদি গুণসমূহ ছাত্ৰাৱস্থাতে আযত্তাধীন কৰিব নোৱাৰিলে পাছত আযত্ত কৰাটো কঠিন হৈ পৰে। সেযে আমাৰ বিদ্যালয়-মহাবিদ্যালয তথা আন আন শিক্ষানুষ্ঠানবোৰত পুথিগত শিক্ষাৰ লগতে আন আন প্ৰাসঙ্গিক শিক্ষা তথা খেল-ধেমালি, কলা-সাহিত্য আদিৰ প্ৰতিযোগিতা আৰু অনুষ্ঠান আযোজন কৰা হয যাতে এক সুন্দৰ শৈক্ষিক পৰিবেশ ছাত্ৰসকলে লাভ কৰে। শৈক্ষিক পৰিবেশ গঢ দিযাত ছাত্ৰ, শিক্ষক আৰু অভিভাৱক সকলোৰে সমান দাযিত্ব আছে। এজন উপযুক্ত নাগৰিক হিচাপে গঢ ল'বলৈ প্ৰযোজন সৎ গ্ৰন্থ অধ্যয়ন আৰু সৎ সঙ্গৰ।

ছাত্ৰাৱস্থাত চঞ্চলতা, গভীৰভাৱে কোনো এটা বিষয চিন্তা নকৰা, গৰ্ব নাইবা অহংকাৰ আদি এক স্বাভাৱিক বৈশিষ্ট্য। এইবোৰ নোহোৱা কৰিব নাইবা নিয়ন্ত্ৰিত কৰিব

পাৰে শৈক্ষিক পৰিবেশে। এই সময়ছোৱাতে মানুহৰ কৰ্মৰ প্ৰতি প্ৰেৰণা জন্মে আৰু উদাৰশীল হৈ সমাজৰ প্ৰতি দায়বদ্ধ হোৱাৰ বাবে মানুহৰ প্ৰথম পদক্ষেপ নিহিত হৈ থাকে। এনে উদাৰতা আৰু সমাজসেৱাৰ আদৰ্শই পৰৱৰ্তীকালত ভেটি-প্ৰলোভন নাইবা অসৎ কামৰপৰা আঁতৰি এক উচ্চ নৈতিক জীৱন যাপনত সহায় কৰে। তেওঁৰ দ্বাৰা ভৱিষ্যতে দেশৰ জনসাধাৰণ উপকৃত হয়। শৈক্ষিক পৰিবেশ ৰচনা কৰাৰ উদ্দেশ্যেৰেই আমাৰ বিদ্যালয়সমূহত শ্ৰেণী আৰম্ভ হোৱাৰ আগতে প্ৰাৰ্থনা গোৱা একেদৰে বিভিন্ন উৎসৱ-পাৰ্বন আদি উদ্‌যাপন কৰা হয়। এনে কাৰ্যৰ দ্বাৰা ছাত্ৰসকলৰ স্বদেশ প্ৰেম, ধৰ্মীয় উদাৰতা বাঢ়ে আৰু হৃদয় পবিত্ৰ হয়। পৰৱৰ্তী জীৱনলৈও এয়া স্থায়ী হৈ ৰয়। একেদৰে পৰীক্ষাত সফলতা লাভ কৰিবলৈও শৈক্ষিক পৰিবেশেই প্ৰধান কাৰক হিচাপে কাম কৰে। শিক্ষানুষ্ঠানৰ পৰিবেশে ছাত্ৰজনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাৰ উপৰি ঘৰখনত থকা শিক্ষাৰ পৰিবেশেও মানুহৰ জীৱন নিয়ন্ত্ৰিত কৰে। অভিভাৱকসকলে ঘৰুৱা পৰিবেশ উন্নয়নেৰে ছাত্ৰজনৰ মানসিক বিকাশৰ প্ৰতি সচেষ্ট হোৱা বাঞ্ছনীয়।

**সামৰণি**

মানুহৰ জীৱনৰ উদ্দেশ্য আৰু লক্ষ্য যিয়েই নহওঁক তাক বাস্তৱায়িত কৰাৰ কাম ছাত্ৰাৱস্থা আৰু শৈক্ষিক পৰিবেশতেই আৰম্ভ হয়। সেয়ে ছাত্ৰাৱস্থাতে জ্ঞান অৰ্জন কৰিব পৰাকৈ শৈক্ষিক পৰিবেশৰ দিশটোৰ সমানে গুৰুত্ব দিয়া উচিত। তেহে সমাজৰ লগতে ব্যক্তি জীৱনতো সফলতা লাভ কৰাটো অধিক মসৃণ হৈ পৰিব।

# নাগৰিকৰ অধিকাৰ আৰু কৰ্তব্য

**ৰচনাৰ সংকেত ঃ** ভূমিকা - নাগৰিকৰ অধিকাৰ - নাগৰিকৰ দায়িত্ব - সামৰণি

*HSLC 1990*

*কৰ্তব্যহীন অধিকাৰ*
*অনাধিকাৰৰ সমতুল্য।*

**— শৰৎচন্দ্ৰ চট্টোপাধ্যায়**

**ভূমিকা**

এখন ৰাষ্ট্ৰত স্থায়ীভাৱে থাকিবলৈ অধিকাৰ থকা প্ৰত্যেক ব্যক্তিকে ৰাষ্ট্ৰখনৰ নাগৰিক বোলা হয়। দেশৰ প্ৰত্যেকজন নাগৰিকৰে কিছুমান অধিকাৰ আছে। সেইদৰে প্ৰত্যেকজন নাগৰিকৰে দেশখনৰ প্ৰতি পালন কৰিবলগীয়া কৰ্তব্যও আছে। আমাৰ ভাৰত এখন সাৰ্বভৌম গণতান্ত্ৰিক ৰাষ্ট্ৰ। সেয়ে নাগৰিকেই ৰাষ্ট্ৰৰ মূল ভেটি। আমাৰ সংবিধানে

আমাক কিছুমান মৌলিক অধিকাৰ প্ৰদান কৰিছে। সংবিধানে সেই অধিকাৰসমূহ সংৰক্ষণৰ ব্যৱস্থাও কৰিছে। সংবিধানে প্ৰদান কৰা অধিকাৰসমূহৰ বিপৰীতে নাগৰিকসকলে ৰাষ্ট্ৰ তথা সৰ্বকল্যাণকামী মানবতাবাদী স্বাৰ্থত দায়িত্ব আৰু কৰ্তব্যও পালন কৰিব লাগে। ৰাষ্ট্ৰৰ দ্বাৰা নাগৰিকৰ অধিকাৰ ভোগৰ ক্ষমতা আৰু ৰাষ্ট্ৰৰ প্ৰতি নাগৰিকৰ কৰ্তব্য পালনৰ সমিলমিলেৰেহে এখন ৰাষ্ট্ৰ উন্নতিৰ পথত আগবাঢ়ি যাব পাৰে। সেয়ে নাগৰিকৰ অধিকাৰ আৰু কৰ্তব্য এখন ৰাষ্ট্ৰৰ বাবে অবিচ্ছেদ্য অংগ।

**নাগৰিকৰ অধিকাৰ**

জনসাধাৰণৰ সামূহিক আৰু ব্যক্তিগত উন্নতি, স্বাধীনতা, মতপ্ৰকাশ কৰা, ব্যক্তিত্ব প্ৰকাশ আৰু প্ৰতিভা বিকাশৰ বাবেই মূলতঃ নাগৰিকক ভাৰতীয় সংবিধানে অধিকাৰসমূহ প্ৰদান কৰাৰ লগতে সাতটা মৌলিক অধিকাৰো প্ৰদান কৰিছে। সেইবোৰ হৈছেঃ সমতাৰ অধিকাৰ, স্বাধীনতাৰ অধিকাৰ, শোষণৰ বিৰুদ্ধে অধিকাৰ, ধৰ্মীয় অধিকাৰ, সাংস্কৃতিক আৰু শিক্ষাৰ অধিকাৰ, নিৰাপত্তাৰ অধিকাৰ। ভাৰত যে এখন কল্যাণকামী প্ৰগতিশীল গণতান্ত্ৰিক ৰাষ্ট্ৰ তাৰ প্ৰথম পৰিচয় প্ৰদান কৰে এই অধিকাৰসমূহে। এই অধিকাৰসমূহৰ জৰিয়তে প্ৰত্যেক নাগৰিকেই এক সুস্থ মানৱীয় জীৱনযাপনৰ সুবিধা লাভ কৰিছে। শাসন ব্যৱস্থাই প্ৰদান কৰা সকলো সুবিধা নীতি-শৃংখলাৰ মাজেৰে নাগৰিকসকলে ভোগ কৰিব পাৰিছে। এই অধিকাৰসমূহৰ বাবেই ভাৰতে আজি পুৰুষ, মহিলা জাতি-ধৰ্ম নিৰ্বিশেষে সকলোকে সমতা প্ৰদান কৰি সকলো স্তৰৰ লোককে সমানে আগবাঢ়ি যাবৰ বাবে সুবিধা প্ৰদান কৰি প্ৰগতিৰ দিশত ধাৱমান হ'ব পাৰিছে। এই অধিকাৰসমূহ ভোগ কৰি আজি সকলো নাগৰিকে সমশিক্ষা অৰ্জন কৰিব পাৰিছে। নাগৰিকৰ বাবে স্বাস্থ্যৰ সেৱা আগবঢোৱা হৈছে নাগৰিকৰ অধিকাৰৰ ভিত্তিতেই। একেদৰে অধিকাৰৰ বাবেই শ্ৰমিকৰ শ্ৰমৰ মৰ্যাদা দিবলৈ সকলোৱেই বাধ্য। সাংবিধানিক প্ৰদত্ত অধিকাৰৰ ভিত্তিতেই নাৰীৰ বাবে বিশেষ আসন সংৰক্ষণ কৰা, অনুন্নত অঞ্চল, জনগোষ্ঠী আদিক আনৰ সৈতে সমানে আগবঢ়াই নিবলৈ বিশেষ ব্যৱস্থা চৰকাৰে গ্ৰহণ কৰি আহিছে। সাংস্কৃতিক-সামাজিক উন্নয়নৰ বাবে বিভিন্ন সময়ত চৰকাৰে আঁচনি গ্ৰহণ কৰি আহিছে। জনসাধাৰণৰ নিৰাপত্তা আৰু আইন-শৃংখলা ৰক্ষাৰ বাবেও ব্যৱস্থা আছে।

**নাগৰিকৰ দায়িত্ব**

যিহেতু ৰাষ্ট্ৰই সংবিধানযোগে নাগৰিকক সৰ্বাঙ্গীন উন্নতিৰ বাবে প্ৰয়োজনীয় সকলো মৌলিক অধিকাৰ প্ৰদান কৰিছে, সেয়ে সেইখন ৰাষ্ট্ৰৰ প্ৰতি শ্ৰদ্ধাশীল হোৱা, বিকাশৰ বাবে সৰ্বতোপ্ৰকাৰ সহায় কৰা, সাৰ্বভৌমত্ব অক্ষুণ্ণ ৰখাৰ বাবে তথা ৰাষ্ট্ৰীয় নিৰাপত্তাৰ বাবে নিজকে উৎসৰ্গা কৰাটো প্ৰত্যেক নাগৰিকৰে মৌলিক কৰ্তব্য। নাগৰিকে যিহেতু ৰাষ্ট্ৰই প্ৰদান কৰা অধিকাৰসমূহ ভোগ কৰিছে সেয়ে প্ৰত্যেক নাগৰিকে ৰাষ্ট্ৰৰ প্ৰতি প্ৰয়োজনীয় সকলো কৰ্তব্য আৰু দায়িত্ব নিষ্ঠাৰে পালন কৰা উচিত। দেশৰ শাসন ব্যৱস্থা সংবিধানে নাগৰিকৰ হাততে অৰ্পণ কৰিছে। একেদৰে দেশৰ সকলো দায়িত্ব নাগৰিকৰে। চৰকাৰী সা-সম্পত্তি, ঘৰ-দুৱাৰ, যাতায়াতব্যৱস্থা সকলো সংৰক্ষণ আৰু প্ৰতিপালন কৰাৰ কৰ্তব্য নাগৰিকৰে। একেদৰে নাগৰিকেই প্ৰস্তুত কৰা আইন-নীতি আদিৰ প্ৰতিও নাগৰিকে

আনুগত্য প্ৰকাশ কৰাটো প্ৰধান কৰ্তব্য। দেশৰ শান্তি বিঘ্নিত নকৰা, আইন মানি চলাত প্ৰত্যেক নাগৰিকৰে সচেতনতা থকা প্ৰয়োজনীয়। একেদৰে বিভিন্ন কৰ-কাটল বা আন ৰাষ্ট্ৰীয় নিৰ্ধাৰিত অৰিহণা আদি সময়মতে দিয়াটো নাগৰিকৰ আন এক কৰ্তব্য। কৰ-কাটল আদি সময়মতে আদায় নিদিলে, নাইবা কৰ আদি আদায়ত ফাঁকি দিলে ৰাষ্ট্ৰৰ মূল চালিকাশক্তি বিত্তীয় দিশটোত নেতিবাচক প্ৰভাৱ পৰে। সেয়ে কৰ সময়মতে আদায় দিয়া উচিত। অকল কৰেই নহয় আইন-শৃংখলা ৰক্ষা, ভোটাধিকাৰ সাব্যস্ত কৰা, ৰাজনৈতিক সচেতনা, আনৰ অধিকাৰত হস্তক্ষেপ নকৰা আদিও নাগৰিকৰ ৰাষ্ট্ৰৰ প্ৰতি অন্যতম কৰ্তব্য। ৰাষ্ট্ৰীয় সংহতি ৰক্ষা, দুৰ্নীতিক প্ৰশ্ৰয় নিদি বিৰোধিতা কৰা, নিজৰ অধিকাৰৰ প্ৰতি সচেতন হোৱা আদিও নাগৰিকৰ নৈতিক কৰ্তব্য। লগতে ৰাষ্ট্ৰৰ স্বাৰ্থত তথা জাতীয় সামূহিক স্বাৰ্থত ব্যক্তি স্বাৰ্থ আঁতৰাই থৈ সৰ্বস্ব ত্যাগৰ বাবে সাজু থকাটোও এজন দায়িত্বশীল নাগৰিকৰ কৰ্তব্য।

**সামৰণি**

এখন ৰাষ্ট্ৰই নাগৰিকৰ সকলো নায্য অধিকাৰ ভোগৰ সুবিধা প্ৰদান কৰাৰ পাছত ৰাষ্ট্ৰ যন্ত্ৰটো নিয়াৰিকৈ চলি থকাটো আৰু ৰাষ্ট্ৰৰ বিকাশ সাধন কৰাটো সহজসাধ্য নহয়। কিন্তু ভাৰতৰ দৰে এক বিশাল তথা বৈচিত্ৰ্যময় দেশত সেয়া সম্ভৱ হৈছে নাগৰিকৰ অধিকাৰৰ উদাৰতা আৰু কৰ্তব্য পালনৰে। জনসাধাৰণে যিসকলক শাসন চলাবলৈ দিয়ে তেওঁলোকে যাতে জনসাধাৰণে অধিকাৰসমূহ ভোগ কৰাত কোনো অসুবিধাৰ সন্মুখীন নহয় তাৰ প্ৰতি লক্ষ্য ৰখা উচিত। একদেৰে নাগৰিকে ৰাষ্ট্ৰৰ প্ৰতি সকলো সময়তে উৎসৰ্গিত মনোভাৱ পোষণ কৰা উচিত। তেহে এখন সমৃদ্ধিশালী ৰাষ্ট্ৰ সম্ভৱ হৈ উঠে।

# জাতীয় সংহতিত সংস্কৃতিৰ অৱদান

*H S 2002, 2005*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সংস্কৃতিৰ আদান-প্ৰদান আৰু সহমৰ্মিতা- সামৰণি

---

*ভাৰতৰ জীৱনলৈ বহু প্ৰলয় আৰু বিপৰ্যয় আহিছে, কিন্তু ভাৰতৰ সংস্কৃতিৰ শিপাডাল ইমান দ, ইমন গভীৰ যে তাক কালৰ ধুমুহাই উভালি পেলাব পৰা নাই। সেই ভাৰত আত্মা মৰি মৰিও আকৌ বাচিছে।*

— **স্বামী বিবেকানন্দ**

**ভূমিকা**

সংস্কৃতি আৰু কোনো এক জাতিৰ জাতীয় সংহতি পৰস্পৰ এৰাব নোৱৰা অংগ, একেটা মুদ্ৰাৰ দুটা পিঠিস্বৰূপ। সংস্কৃতিয়ে এটা জাতিক একগোট হৈ থকাত প্ৰভুত সহায়

কৰে। ব্যক্তিসাপেক্ষে যেনেকৈ স্বকীয় বৈশিষ্ট্য থাকে, একেদৰে বিভিন্ন জাতি-উপজাতি, ধৰ্ম জনগোষ্ঠী আদিৰো নিজস্ব কিছুমান বৈশিষ্ট্য থাকে। নানা জনগোষ্ঠী, উপজাতি লগ লাগি যেতিয়া একত্রিত হৈ সু-সংহতভাৱে এটা জাতি হিচাপে পৰিচয় লাভ কৰে তেতিয়া গোটেই জাতিটো ঐক্যবদ্ধ হৈ থকা প্ৰক্ৰিয়াটোক জাতীয় সংহতি বোলা হয়। পৃথিৱীৰ যিকোনো জাতিৰ বাবেই জাতীয় সংহতি আত্মপৰিচয়ৰ প্ৰথম প্ৰতীক। জাতীয় সংহতিবিহনে কোনো ৰাষ্ট্ৰ বা জাতিৰে বিকাশ সম্ভৱপৰ নহয়। এক কথাত জাতীয় সংহতি এটা জাতিৰ মেৰুদণ্ডস্বৰূপ। সংস্কৃতিয়ে জাতীয় সংহতিক তৰান্বিত কৰে। পৃথিৱীৰ যিবোৰ জাতি শক্তিশালী আৰু উন্নত সেইবোৰৰ জাতীয় সংহতি অতি সবল। নানা জাতি-উপজাতি, বিভিন্ন ধৰ্মীয় লোক, বিভিন্ন ভাষা-ভাষী আদিৰে আমাৰ ভাৰতৰ অনৈক্যৰ মাজেৰে যি বিশাল আৰু শক্তিশালী জাতীয় সংহতি সেয়া প্ৰতিজন ভাৰতীয়ৰে গৌৰৱৰ বিষয়।

**সংস্কৃতিৰ আদান-প্ৰদান আৰু সহমৰ্মিতা**

যেতিয়া এখন দেশত বিভিন্ন জাতি-ধৰ্মীয় লোকে বাসে কৰিব, নিশ্চিতভাৱে তেতিয়া তাঁৰ সংস্কৃতিৰো ঠাইভেদে, ব্যক্তিভেদে পৃথক হ'ব। মানুহৰ খোৱা-বোৱা, পিন্ধন-উৰণ, কথা-কোৱা ধৰণ, সামাজিক ৰীতি-নীতি, উৎসৱ-পাৰ্বণ আদি জীৱনধাৰণৰ গতিকেই চমুকৈ সংস্কৃতি বুলিব পাৰি। স্থান বিশেষে, জনগোষ্ঠী বিশেষে সংস্কৃতি বেলেগ বেলেগ হোৱাটো স্বাভাৱিক। কিন্তু সকলো গোষ্ঠী-জনগোষ্ঠীয়ে নিজা সংস্কৃতি অক্ষুণ্ণ ৰাখিও পৰস্পৰ বুজাবুজিৰে সমন্বয়ৰে আগবাঢ়ি এটা জাতি হিচাপে নিজকে পৰিগণিত কৰিব পাৰে। সংস্কৃতিৰ আদান-প্ৰদান আৰু সমমৰ্মিতা প্ৰকাশেৰে জাতিগঠন প্ৰক্ৰিয়া আৰম্ভ হয়। উদাহৰণস্বৰূপে ভাৰতৰ জাতীয় সংহতি আৰু সাংস্কৃতিক বৈচিত্র্যৰ কথা উল্লেখ কৰিব পাৰি। নানা গোষ্ঠী-জনগোষ্ঠী, বিভিন্ন ভাষিক গোষ্ঠীৰ নানা সাংস্কৃতিক সমন্বয়ৰ থলী ভাৰত। এই বিৰল সাংস্কৃতিক সমন্বয়ৰে ঐশ্বৰ্যশালী ভাৰতৰ জাতীয় সংহতি। জাতি-ধৰ্ম নিৰ্বিশেষে সমন্বয়ৰ ভাৰতীয় জাতীয় সংহতিক সাংস্কৃতিক সু আদান-প্ৰদানে এনেদৰে অৱদান আগবঢ়াই আহিছে যে ইয়াৰ ভৌগোলিক পৰিবেশৰ তাৰতম্য, প্ৰকৃতিৰ বিচিত্ৰ ৰূপ নাইবা আন ৰাজনৈতিক-সামাজিক কাৰণেও এক ভাৰতীয় ভাবধাৰাত কোনোধৰণৰ প্ৰভাৱ পেলাব পৰা নাই।

সংস্কৃতিৰ সমষ্টি আৰু সমন্বযেহে এটা জাতিৰ সংহতি নিৰূপণ কৰিব পাৰে। এক এক উপ সংস্কৃতিৰে জাতি এটা গঢ় লয়। এনে সাংস্কৃতিক অৰিহণাই এটা ধৰ্মাৱলম্বীৰ প্ৰতি এক ধৰ্মাৱলম্বীক, এক ভাষিক গোষ্ঠীৰ প্ৰতি আন এটা ভাষিক গোষ্ঠীক সন্মানশীল আৰু উদাৰ কৰি তোলে। এনে সন্মানশীল আৰু উদাৰতাই জাতীয় সংহতিত অৰিহণা যোগায। জাতীয় সংহতিৰ বাবে প্ৰয়োজনীয় সকলো উপাদানৰ ক্ষেত্ৰতে সংস্কৃতিয়ে সংকটৰ মুহূৰ্তত প্ৰত্যেক ব্যক্তিকে সকলো ভেদাভেদ পাহৰি এক কৰি পেলায়। সংস্কৃতিত নিহিত ভাব-আদৰ্শই মানুহক ঐক্যসূত্ৰত আবদ্ধ কৰে আৰু যুগ-যুগান্তৰলৈ ইয়াক প্ৰৱাহিত কৰে। ভাৰতৰ সুদীৰ্ঘ ইতিহাসতো সাংস্কৃতিক সমন্বয়েই যে এক ভাৰতীয় হিচাপে পৰিচিত কৰি আছে তাৰ অজস্ৰ উদাহৰণ আছে।

**সামৰণি**

জাতীয় সংহতিৰ অভাৱ পৰিলক্ষিত হ'লে জাতিটোৰো পতন আৰম্ভ হয়। একেদৰে এটা জাতিৰ সংস্কৃতিৰ মান নিম্নগামী হ'লে সংহতিতো বিৰূপ প্ৰভাৱ পৰে। সেয়ে জাতীয় সংহতি অক্ষুণ্ণ ৰাখিবলৈ, এটা জাতিক শ্ৰদ্ধাশীল আৰু সন্মানীয় জাতি হিচাপে সদায়ে জীয়াই ৰাখিবলৈ হ'লে সংস্কৃতিৰ সাধক হিচাপেও জাতিটোৱে পৰিচয় লাভ কৰিব লাগিব। ভাৰতৰ বৰ্ণ-বৈচিত্ৰ্যৰ সংস্কৃতিৰ উপাদানেৰে গঠিত জাতীয় সংহতিৰ প্ৰতি পৃথিৱীৰ আন দেশসমূহে আজিও শ্ৰদ্ধা জনায়। এই সন্মান অটুত ৰাখিবলৈ আমি ভাৰতীয় হিচাপে সদায়েই সচেতন হোৱা উচিত। নানা সংস্কৃতিক ভাব-বিনিময়ৰ বাবেই নিজ নিজ সাংস্কৃতিক বৈশিষ্ট্য বজাই ৰাখিও পৃথিৱীৰ সকলো জাতিয়েই কম-বেছি পৰিমাণে জাতীয় সংহতি ৰক্ষা কৰি আগবাঢ়িছে। এয়া মানৱতাবাদী বিশ্বৰ বাবে এক শুভলক্ষণ।

# পাৰিবাৰিক হিংসা প্ৰতিৰোধ আইন, ২০০৫

**ৰচনাৰ সংকেত ঃ** ভূমিকা - আইনে আগবঢ়োৱা সুৰক্ষা - পাৰিবাৰিক হিংসা কি - আইনখনৰ বৈশিষ্ট্য - সামৰণি

*যি দেশে, যি জাতিয়ে নাৰীক সন্মান নকৰে, সেই দেশ বা জাতি মহান হ'ব পৰা নাই আৰু ভৱিষ্যতেও হ'ব নোৱাৰে।*

— **স্বামী বিবেকানন্দ**

**ভূমিকা**

নাৰী মাতৃ, ভগ্নী, পত্নী, প্ৰেয়সী, প্ৰাণদায়িনী, নাৰী পূজ্যা। নাৰীৰ সন্মান আৰু গৰিমা ৰক্ষাই এখন সমাজৰ মূল উদ্দেশ্য। নাৰী জাতিৰ ওপৰতে নিৰ্ভৰ কৰে এখন দেশৰ সামগ্ৰিক উন্নতি। নাৰী শিক্ষা-দীক্ষাৰে উন্নত হোৱা মানেই আমাৰ সমাজৰ আধাতকৈ বেছি মানুহ উন্নত আৰু শিক্ষিত হোৱা।

কিন্তু একবিংশ শতিকাত ভৰি দিয়া আমাৰ সমাজখনত এতিযাও নাৰীৰ নিৰাপত্তা (শাৰীৰিকেই হওক বা মানসিকেই হওক) আৰু মৰ্যাদা পুৰুষৰ ইচ্ছা-অনিচ্ছা, প্ৰয়োজন-অপ্ৰয়োজন বা মেজাজ-মৰ্জিৰ ওপৰত নিৰ্ভৰ কৰে। সামন্তবাদী ধ্যান-ধাৰণাৰে পৰিপুষ্ট পিতৃতান্ত্ৰিক এইখন সমাজৰ অধিকাংশ পুৰুষৰ দৃষ্টিত গৃহস্থলীৰ কামকাজ চম্ভালি পুৰুষৰ সন্তুষ্টিৰ বিধান কৰা, সন্তান (বিশেষকৈ পুৰুষ সন্তান) জন্ম দিয়া আৰু প্ৰতিপালন কৰাৰ মাজতেই যেন নাৰীৰ সাৰ্থকতা।

আওপুৰণি মূল্যবোধ আৰু সামন্তীয় ধ্যান-ধাৰণাৰ ধাৰক-বাহক ব্যক্তিসকলে (নাৰীয়েও হওক বা পুৰুষেই হওক) প্ৰায় আপত্তিহীন ভাৱে কথাটো যে মানি লৈছে তাৰ

আটাইতকৈ ডাঙৰ প্ৰমাণ হ'ল, নাৰীক ঘৰ চাৰিবেৰৰ মাজত আৱদ্ধ কৰি ৰখাৰ প্ৰচেষ্টা, নৈতিকতাৰ দোহাই দি নাৰীক পৰ্দানশীন কৰি ৰখা।

কিন্তু এনে মনোভাবেৰে গণতান্ত্ৰিক তথা ধৰ্মনিৰপেক্ষ সমাজ গঢ়ি তুলিব নোৱাৰি। সমাজৰ ৫০ শতাংশ, অৰ্থাৎ, আধাখিনিয়েই নাৰী। আৰু সমাজৰ এই গুৰুত্বপূৰ্ণ অংশটোক তেওঁলোকৰ প্ৰাপ্য অধিকাৰ, মৰ্যাদা আৰু সুৰক্ষাৰ পৰা বঞ্চিত কৰি কেতিয়াও এখন প্ৰগতিশীল কল্যাণকামী সমাজ আৰু ৰাষ্ট্ৰ গঢ়া নাযায়।

**আইনে আগবঢ়োৱা সুৰক্ষা**

ভাৰতৰ সংবিধানত এই সম্পৰ্কে স্পষ্ট নীতি-নিৰ্দেশনা দিয়া আছে। সংবিধানৰ প্ৰতি সন্মান জনাই, সেই নীতি-নিৰ্দেশনাৰ প্ৰতি সন্মান জনাই বিগত কেইবাটাও দশক জুৰি অহৰহ প্ৰচেষ্টা চলাই থকা হৈছে, যাতে ঘৰৰ চাৰিবেৰৰ ভিতৰতে হওক বা বাহিৰতে হওক, অনাত্মীয় সম্বন্ধহীন কিছু লালসাপৰায়ণ পুৰুষৰ দ্বাৰাই হওক বা নিজৰ কিটাত্মীয় সম্বন্ধীয় মানুহৰ দ্বাৰাই হওক, যেতিয়াই অত্যাচাৰ-নিপীড়ন বা নিষ্ঠুৰতা নাৰীৰ ওপৰত নামি আহিব, তেতিয়াই ক্ষতিগ্ৰস্ত বা আক্ৰান্ত নাৰীগৰাকীয়ে অন্ততঃপক্ষে আইনৰ সুৰক্ষা পাব পাৰে, ন্যায় বিচাৰৰ প্ৰত্যাশী হ'ব পাৰে আৰু দোষী ব্যক্তি বা ব্যক্তিসকলৰ বিৰুদ্ধে শাস্তি আৰু আইনসংগত প্ৰতিকাৰ বিচাৰিব পাৰে।

ৰাষ্ট্ৰৰ ফালৰপৰা চলাই থকা এই প্ৰচেষ্টা প্ৰক্ৰিয়াত যেনেদৰে ভাৰতীয় ফৌজদাৰী দণ্ডবিধিত ৩০৪-খ ধাৰা (যৌতুকজনিত মৃত্যু), ৩০৬ ধাৰা (আত্মহত্যাৰ প্ৰৰোচনা) আছে, তেনেকৈ ৪৯৮ ধাৰাটোৰ লগত এটা উপধাৰা (ক) সংযুক্ত কৰা হৈছে যাতে স্বামীগৃহত মুখামুখি হোৱা নিষ্ঠুৰতা তথা ভাবুকিৰ বিৰুদ্ধে আৰক্ষীৰ সহায় ল'ব পাৰে। সমাজ বৈজ্ঞানিক সমীক্ষা আৰু পৰিসংখ্যাই প্ৰমাণ কৰিছে যে, আইনখনে বহুলাংশে ভাবুকিগ্ৰস্ত নাৰীৰ উপকাৰ সাধন কৰিবলৈ সমৰ্থ হৈছে। বিশেষকৈ যৌতুকৰ বাবে স্বামীগৃহত নিৰ্যাতিতা বোৱাৰীসকলৰ ক্ষেত্ৰত।

যি কি নহওক, ৪৯৮ক ধাৰাৰ প্ৰবৰ্তনৰ পাছতো লক্ষ্য কৰা গৈছিল যে, ঘৰৰ বা পৰিয়ালৰ ভিতৰত নিজৰ নিকটাত্মীয়ৰ দ্বাৰা মানসিক নিৰ্যাতন, অৰ্থনৈতিক প্ৰতিবন্ধকতা, নিষ্ঠুৰতা, অমানৱীয় আচৰণ তথা বলপ্ৰয়োগ আৰু ভীতিপ্ৰদৰ্শনৰ ভযাবহতাৰ বিৰুদ্ধে আইনী সুৰক্ষা দিয়াৰ বাবে ধাৰাটো যথেষ্ট নহয়। তেনে চিন্তা-চৰ্চাৰ ফলতেই ২০০৫ চনৰ ছেপ্টেম্বৰ মাহত গৃহীত কৰা হৈছে হিংসাৰ পাৰিবাৰিক আইন, ২০০৫ (Protection from Domestic Violence Act, 2005)

**পাৰিবাৰিক হিংসা কি**

যদি স্বামী বা তেওঁৰ সম্বন্ধীয় ব্যক্তিৰ পৰা নাৰীগৰাকীয়ে এনে আচৰণ তথা ব্যৱহাৰ পায় যাৰ ফলত নাৰীগৰাকী

(ক) আত্মহত্যাৰ বাবে প্ৰৰোচিত হয়,

(খ) মানসিকভাৱে বা শাৰীৰিকভাৱে আঘাতপ্ৰাপ্ত হয়,

(গ) জীৱন বা স্বাস্থ্যৰ ফালৰ পৰা ক্ষতিগ্ৰস্ত হয়।

(তলত দিয়া ঘটনাবোৰ নিয়মিতভাৱে ঘটিলেও শাৰীৰিক বা মানসিক অত্যাচাৰ

বুলি গণ্য কৰা হ'ব ঃ ১। নিয়মিতভাৱে খাবলৈ নিদিয়া, ২। অস্বাভাৱিক যৌনক্রিয়াত বাধ্য কৰা, ৩। সন্তানক লগ পাবলৈ নিদি মানসিকভাৱে অত্যাচাৰ কৰা, ৪। নিয়মিতভাৱে দৈহিক নির্যাতনৰ বলি কৰা, ৫। নিয়মিতভাৱে ব্যংগ-বিদ্রূপ বা উপহাস কৰি মানসিকভাৱে বিপর্য্যস্ত কৰি তোলা, ৬। ঘৰৰ ভিতৰত অবৰুদ্ধ কৰি স্বাভাৱিকভাৱে আনক লগ ধৰাৰ পৰা বঞ্চিত কৰা, ৭। মাতৃৰ সন্মুখতে উদ্দেশ্যমূলকভাৱে সন্তানক অত্যাচাৰ কৰি মাতৃৰ ওপৰত মানসিক অত্যাচাৰ কৰা, ৮। সন্তানৰ পিতৃত্বৰ প্ৰশ্নক লৈ অনবৰতে জেৰা কৰি থকা, ৯। সন্তানহীনতা বা পুত্ৰসন্তান জন্ম দিব নোৱাৰাৰ বাবে অনবৰতে নিন্দা, বিদ্রূপ বা গালি দি থকা)

ইয়াৰ বাদেও, নির্যাতিতাৰ কোনো আপোন মানুহক শাৰীৰিকভাৱে অত্যাচাৰ কৰাৰ ভাবুকি দিয়া, যৌন আচৰণ যিযে নাৰীৰ সম্ভ্ৰমহানি কৰে, অর্থনৈতিক নির্যাতন, আনকি চাকৰি কৰিবলৈ বাধ্য কৰা বা চাকৰি এৰিবলৈ বাধ্য কৰা, পত্নীৰ সন্মতি অবিহনে বা বলপূর্বক সন্মতি আদায় কৰি পত্নীৰ গহনা বা এনেধণৰ সম্পত্তি বিক্ৰী কৰি দিয়া ইত্যাদিও আইনৰ চকুত অপৰাধ বুলি বিবেচিত হোৱাৰ থল আছে। এইবোৰকে সামগ্রিকভাৱে পাৰিবাৰিক হিংসাৰূপে আখ্যাযিত কৰা হৈছে।

**আইনখনৰ বৈশিষ্ট্য**

এই আইনৰ অন্যতম বৈশিষ্ট্য হ'ল ঃ ই নাৰীক জন্মসূত্রে, বৈবাহিক সূত্রে বা যৌথ বসবাসৰ সূত্রে প্রাপ্ত স্বাভাৱিক বাসস্থানত (কোনো স্বত্ব বা স্বামীত্ব নেথাকিলেও) থকাৰ অধিকাৰ প্রদান কৰে। প্রতিবাদী নাৰীক তেওঁৰ বাসস্থান ত্যাগ কৰিবলৈ বাধ্য কৰা নাযায়।এই আইনৰ বলত কোনো নাৰীক তেওঁৰ সন্মতি অবিহনে বিযাত বহিবলৈ বাধ্য কৰাব নোৱাৰে, আনহাতে তেওঁক নিজৰ পছন্দ অনুযায়ী বিবাহ কৰাত বাধা দিব নোৱাৰি।

উল্লেখযোগ্য যে পাৰিবাৰিক হিংসা প্রতিৰোধ এক্তিযাৰত ঘটা যিকোনো অপৰাধ জামিনৰ অযোগ্য। এই আইনৰ ধাৰামতে কোনো আচৰণ বা কার্য 'পাৰিবাৰিক হিংসা' বুলি বিবেচিত হ'ব নো নাই সেইটো সেইটো নির্ভৰ কৰিব সামগ্রিক পৰিস্থিতি আৰু তথ্যৰ ওপৰত।

কোনো নির্যাতিতা বা সুৰক্ষা বিষযা বা নির্যাতিতাৰ সপক্ষে যিকোনো ব্যক্তিয়ে এই আইন অনুযায়ী এক বা একাধিক প্রতিকাৰ বিচাৰি আবেদন কৰিব পাৰে।

সাধাৰণ ক্ষেত্ৰত আবেদন পোৱাৰ তিনিদিনৰ ভিতৰত সংশ্লিষ্ট দণ্ডাধীশে প্রথম শুনানীৰ তাৰিখ ধার্য কৰিব আৰু প্রথম শুনানীৰ দিনৰ পৰা ৬০ দিনৰ ভিতৰত নিষ্পত্তি কৰাৰ চেষ্টা কৰিব।

**সামৰণি**

প্রকৃতিসৃষ্ট পুৰুষ আৰু নাৰী। জন্মগতভাৱে কোনেও কম বা বেচি অধিকাৰ লৈ নাহে। পৃথিবীৰ, সমাজৰ বাসিন্দাসকলে সময়ৰ লগে লগে নাৰীক নিজৰ অধীন কৰি ললে। নাৰীৰ শাৰীৰিক দুৰ্বলতাৰ দোহাই দি তেওঁলোকৰ মনত সদা পৰাধীন মনোভাব গুজি দিয়া হ'ল। যাৰ বাবে কোনো নাৰীয়ে সতকাই প্রতিবাদ কৰিবলৈ সাহস নকৰে। কিন্তু যুগ আৰু সময়ৰ পৰিবর্তন হৈছে। নাৰীকো প্রদান কৰি হৈছে অধিকাৰ। পাৰিবাৰিক হিংসা প্রতিৰোধ আইনৰ জৰিযতে এনে অধিকাৰ নাৰীয়ে লাভ কৰিব বুলি সকলো আশাবাদী। অৱশ্যে ইয়াৰ যাতে অপপ্রযোগ নহয়, তাৰ প্রতিও সংশ্লিষ্ট সকলোৱে দৃষ্টি ৰাখিব লাগিব।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বিভিন্ন সম্পদেৰে সমৃদ্ধ - অনগ্ৰসৰ কৃষি ব্যৱস্থা - ক্ষুদ্ৰ আৰু কুটীৰ উদ্যোগৰ ভূমিকা - সামৰণি

# অসমৰ অৰ্থনীতি

*জাতীয় উন্নতি কৰিবলৈ হ'লে অৰ্থনৈতিক উন্নতি হ'ব লাগে, লক্ষ্মীৰ কৃপা দৃষ্টি পৰিব লাগে। যাৰ পেটত খাবলৈ ভাত নাই, পিন্ধিবলৈ কাপোৰ নাই, তাৰ এই ভাৱ ক'ৰ পৰা উপজিবঙ্গ*

— **কমলাকান্ত ভট্টাচাৰ্য**

**ভূমিকা**

অসম ভাৰতৰ উত্তৰ-পূব কোণত অৱস্থিত এখন ৰাজ্য। কিছু বছৰ আগলৈকে ভাৰতৰ সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল বিশাল অসমৰ অংগ আছিল। ৰাজনৈতিক কাৰণত ই সাতটা ভাগত বিভক্ত হয। আপেক্ষিক বিচাৰত অঞ্চলটোৰ আনবোৰ ৰাজনৈতিক গোটতকৈ এই ৰাজ্য উন্নত। কিন্তু সৰ্বভাৰতীয় মানত অসমো এখন অৰ্থনৈতিকভাৱে অনগ্ৰসৰ ৰাজ্য।

অসমৰ অৰ্থনীতি প্ৰধানকৈ গ্ৰাম্যভিত্তিক হ'লেও সংখ্যাৰ দিশৰ পৰা সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ সৰ্বাধিক চহৰ এই ৰাজ্যতে অৱস্থিত। প্ৰকৃতাৰ্থত অসম প্ৰাকৃতিক সম্পদত সমৃদ্ধ যদিও অৰ্থনৈতিক উন্নয়নৰ ক্ষেত্ৰত ই আগবাঢ়িব পৰা নাই। সেযেহে অসম আজিও সৰ্বভাৰতীয় মানত নিম্ন, দৰিদ্ৰ আৰু নিবনুৱাৰ গ্ৰাসত আক্ৰান্ত। অসমৰ প্ৰাপ্ত সম্পদৰ ভিত্তিত এতিযাও পৰ্যাপ্ত উদ্যোগ গঢ়ি উঠা নাই। সম্পদসমূহৰ বিস্তৃতি কেউদিশে বিযপি আছে। প্ৰাকৃতিক সম্পদৰ ক্ষেত্ৰত অসম ভাৰতৰ ভিতৰতে অগ্ৰণী ৰাজ্য। পিছে এই সম্পদসমূহৰ যথোপযুক্ত ব্যৱহাৰ, উদঘাটন আদি নোহোৱাৰ বাবে অৰ্থনৈতিক বিকাশৰ দিশত অসম এখন অনুন্নত ৰাজ্যৰ শাৰীতে আছে।

**বিভিন্ন সম্পদেৰে সমৃদ্ধ**

অসমত পোৱা খনিজাত সম্পদসমূহৰ ভিতৰত খাৰুৱা তেল, প্ৰাকৃতিক গেছ, কয়লা, চূণশিল, বোকাশিল, চিলেমেনাইট, লোৰ আকৰ আদি উল্লেখযোগ্য। এক শতিকাৰ আগতে বিদেশী শাসকৰ পৰিচালনাত কয়লা, তেল আদিৰ দৰে সম্পদৰ ভেঁটিত যিবোৰ উদ্যোগ গঢ়ি উঠিছিল সেইবোৰেই উদ্যোগীকৰণৰ ক্ষেত্ৰত আৰম্ভণি বুলি ক'ব পাৰি। অসমৰ কয়লাখনিসমূহ উজনি ভাগৰ মাকুম, জযপুৰ অঞ্চলতে কেন্দ্ৰীভূত হৈ হৈ আছে। ৰাজ্যখনৰ আন দুবিধ প্ৰধান খনিজ সম্পদ হ'ল খাৰুৱা তেল আৰু প্ৰাকৃতিক গেছ। ৰাজ্যখনৰ নাহৰকটীয়া, মৰাণ, ডিগবৈ আদি অঞ্চলত খাৰুৱা তেল পৰ্যাপ্ত পৰিমাণে পোৱা যায়। এই তেল ডিগবৈ, গুৱাহাটী, বঙাইগাঁও আৰু নুমলীগড়ত থকা শোধনাগাৰত শোধন কৰা হয়। অসমৰ তৈলক্ষেত্ৰসমূহৰ পৰা নিৰ্গত গেছ আজি কিছু বছৰলৈকে সম্পূৰ্ণৰূপে অপচয় হৈ আছিল। এতিয়া আংশিক কামত লগোৱা হৈছে। এই অপচয অসমৰ অৰ্থনীতিৰ বাবে অতি ক্ষতিকাৰক।

বিলাতী মাটি প্ৰস্তুত কৰিব পৰা চুণশিল কাৰ্বি আংলং, উত্তৰ কাছাৰ পাহাৰ জিলাত পৰ্যাপ্ত পৰিমাণে পোৱা যায়। ইয়াৰ পৰাই বোকাজানত বিলাতী মাটিৰ কাৰখানা স্থাপন কৰা হৈছে। গোৱালপাৰা জিলাৰ ঠাই বিশেষে লোৰ আকৰ পোৱা গৈছে। কিন্তু এই সকলো সম্পদৰ পৰ্যাপ্ত ব্যৱহাৰ এতিযাও হোৱা নাই।

খনিজ সম্পদৰ দৰে বনজ সম্পদতো অসম বেচ চহকী। ৰাজ্যৰ বনাঞ্চলত নানা তৰহৰ মূল্যবান কাঠ, বাঁহ, বেত আদি যথেষ্ট পৰিমাণে পোৱা যায়। এনে সম্পদৰ ভিত্তিত উদ্যোগ গঢ়ি তোলাৰ যথেষ্ট সম্ভাৱনা আছে। বৰ্তমান প্লাইউড কাৰখানা, কাঠফলা কল, জুইশলা প্ৰস্তুত কৰা উদ্যোগ, কাগজ কল ইত্যাদি গঢ় উঠিছে। এই উদ্যোগসমূহে ৰাজ্যখনত নিয়োগৰ সুযোগ সৃষ্টি কৰিছে।

কয়লা, খাৰুৱা তেল, প্ৰাকৃতিক গেছ আৰু জলবিদ্যুতেই শক্তিৰ প্ৰধান পৰম্পৰাগত বাণিজ্যিক উৎস। অসমত জলবিদ্যুৎ শক্তি উৎপাদনৰ প্ৰচুৰ সম্ভাৱনা আছে। ব্ৰহ্মপুত্ৰ তথা বৰাক আৰু ইয়াৰ অগণন উপনদীয়ে বিজুলী শক্তি উৎপাদনৰ সম্ভাৱনাৰ ইংগিত বহন কৰে। অসমত জলবিদ্যুৎ আঁচনিৰ আশানুৰূপ উন্নতি নোহোৱাৰ বাবে গেছ, ডিজেল, তেল আদিৰ সহায়তে বিদ্যুৎ শক্তি উৎপাদন কৰা হয়।

উত্তৰ-পূৰ্বাঞ্চলৰ আনবোৰ ৰাজ্যৰ দৰে অসমো এখন কৃষিনিৰ্ভৰ ৰাজ্য। ৰাজ্যখনৰ মুঠ ঘৰুৱা উৎপাদনত কৃষিখণ্ডৰ অৰিহণা পঞ্চাশ শতাংশ। তেনেদৰে ৰাজ্যখনৰ আশী শতাংশ লোকেই প্ৰত্যক্ষ বা পৰোক্ষভাৱে কৃষিখণ্ডৰ সৈতে জড়িত। অসমত মুঠ ভৌগোলিক আয়তনৰ প্ৰায় চল্লিশ শতাংশ ব্যৱহাৰ কৰা হয় কৃষিৰ বাবে। অসমৰ ভূমিখণ্ডৰ এক বুজন অংশ বনাঞ্চল আৰু পাহাৰে আগুৰা। দুখনমান পাহাৰীয়া জিলাত ঝুমখেতিৰো প্ৰচলন আছে।

**অনগ্ৰসৰ কৃষি ব্যৱস্থা**

অসমৰ অৰ্থনীতিৰ বাবে কৃষি গুৰুত্বপূৰ্ণ যদিও ৰাজ্যখনৰ কৃষি ব্যৱস্থা এতিয়াও অনগ্ৰসৰ অৱস্থাতে আছে। কৃষিৰ আধুনিকীকৰণৰ প্ৰক্ৰিয়াও মন্থৰ। অসমৰ কৃষি প্ৰকৃতিৰ ওপৰতে নিৰ্ভৰশীল হৈ আছে। কৃষিভূমিৰ ক্ষুদ্ৰ আকাৰ, বিত্ত যোগানৰ অভাৱ, জলসিঞ্চনৰ পৰ্যাপ্ত সুবিধাৰ অভাৱ দেখা যায়। সেয়েহে আধুনিক আৰু উন্নত কৃষি ব্যৱস্থাৰ প্ৰয়োগ সম্ভৱ হৈ উঠা নাই। অসমৰ প্ৰধান কৃষিজাত সামগ্ৰীসমূহ হ'ল ধান, মাহ, ঘেঁহু, মাকৈ, দাইল, কুঁহিয়াৰ, আলু, চাহপাত, মৰাপাট, সৰিয়হ, কপাহ ইত্যাদি। ইয়াৰ উপৰি সুমথিৰা, নেমু, কল, নাৰিকল, মাটিকঁঠাল, আম আদিও কিছু পৰিমাণে উৎপন্ন হয়। ৰাজ্যখনত উৎপাদিত খাদ্য-শস্যৰ ভিতৰত ধানৰ গুৰুত্বই সৰ্বাধিক। ধান উৎপাদনৰ বাবেই সৰ্বাধিক কৃষি ভূমি ব্যৱহাৰ কৰা হয়। ৰাজ্যখনৰ ক্ৰমবৰ্ধিত চাহিদা পূৰাবলৈ অধিক শস্য উৎপাদনৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে যদিও ইয়াৰ কৃষি ব্যৱস্থা এতিয়াও বহু পৰিমাণে বতৰৰ ওপৰত অত্যধিক নিৰ্ভৰশীল হৈ থকাতো দুৰ্ভাগ্যজনক। বানপানী, অতিবৃষ্টি, অনাবৃষ্টিৰ ফলত ৰাজ্যখনৰ কৃষি ব্যৱস্থা প্ৰভাৱিত হয়। অৱশ্যে অসমৰ কৃষি উৎপাদনৰ গতিবিধি ক্ৰমাগত উৰ্দ্ধগতিৰ হোৱাটো সুস্পষ্ট।

ঔদ্যোগীকৰণ অৰ্থনৈতিক উন্নয়নৰ এক সাৰ্বজনীনভাৱে স্বীকৃত সূচক বা মাপকাঠি। ঔদ্যোগীকৰণৰ মাত্ৰাই অঞ্চলটোৰ অৰ্থনীতিয়ে লাভ কৰা বিকাশ বা সমৃদ্ধিৰ স্তৰ প্ৰতিফলিত

কৰে। প্ৰকৃতপক্ষে অসমৰ উদ্যোগৰ গাঁথনি অতি দুৰ্বল। উদ্যোগ স্থাপনৰ বাবে প্ৰয়োজনীয় বুনিয়াদৰো অভাৱ। প্ৰাক স্বাধীনতাৰ সময় আৰু স্বৰাজোত্তৰ কালত অসমত তেল, চাহ আৰু কয়লাই প্ৰধান উদ্যোগৰূপে পৰিগণিত হৈ আছে। অৱশ্যে পঞ্চবাৰ্ষিক পৰিকল্পনাৰ আঁচনিত কেতবোৰ সৰু বৰ উদ্যোগ স্থাপিত হৈছে। ইয়াৰ সৰহ ভাগেই প্ৰাপ্ত সম্পদৰ ভিত্তিত স্থাপিত উদ্যোগ। স্বৰাজোত্তৰ কালত অসমত স্থাপিত হোৱা উদ্যোগসমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল ঃ তেল শোধনাগাৰ, কয়লা, প্লাইউড, ৰাসায়নিক সাৰ, জুইশলা, কাগজ আৰু মণ্ড প্ৰস্তুত, মৰাপাট, বিলাতী মাটি, চেনি আদি। অৱশ্যে এইবোৰৰ উপৰি ৰাজ্যখনত আৰু বহু উদ্যোগ ইতিমধ্যে প্ৰতিষ্ঠা হৈছে। উল্লেখযোগ্য যে ৰাজ্যখনৰ মুঠ পঞ্জীভূত কাৰখানাৰ এক বুজন অংশ হ'ল চাহপাতৰ কাৰখানা।

**ক্ষুদ্ৰ আৰু কুটীৰ উদ্যোগৰ ভূমিকা**

অসমৰ অৰ্থনীতিত ক্ষুদ্ৰ আৰু কুটীৰ উদ্যোগৰ বিশেষ ভূমিকা আছে। এনে উদ্যোগৰ বিকাশে ৰাজ্যৰ আয় বৃদ্ধিৰ উপৰি নিবনুৱা সমস্যা সমাধানত অৰিহণা যোগায়। ৰাজ্যখনত এনে উদ্যোগ বৃদ্ধিৰ প্ৰচেষ্টা চলোৱা হৈছে। পৰম্পৰাগত হস্তশিল্প যেনে ঃ হাজো-সৰ্থেবাৰীৰ কাঁহ-পিতলৰ শিল্প, বৰপেটাৰ হাতী দাঁতৰ সামগ্ৰী, শুৱালকুছিৰ পাটশিল্প আদিৰ উন্নয়নৰ আঁচনি লোৱা হৈছে।

নানা কাৰণত অসমৰ ঔদ্যোগীকৰণৰ ভেঁটি দুৰ্বলতৰ হৈছে। এইবোৰৰ ভিতৰত পৰিবহন আৰু যোগাযোগৰ দুৰ্বলতা, শক্তি উৎপাদনৰ অসুবিধা, ভৌগোলিক অসুচল অৱস্থান, স্থানীয় মূলধনৰ অভাৱ, বিত্তীয় অসুবিধা আদিযেই প্ৰধান।

স্বৰাজোত্তৰ কালত ভাৰতক পঞ্চবাৰ্ষিক পৰিকল্পনাৰ অধীনলৈ অনা হয়। ভাৰতীয় পৰিকল্পনা আযোগৰ নিৰ্দেশক্ৰমে ৰাজ্যিক পৰিকল্পনা পৰিষদে অসমৰ অৰ্থনৈতিক পৰিকল্পনা কাৰ্যকৰী কৰে। অসমৰ অৰ্থনৈতিক পৰিকল্পনা স্বাভাৱিকতেই ভাৰতীয় অৰ্থনৈতিক পৰিকল্পনাৰ মূল উদ্দেশ্যৰ আধাৰত গঢ় লৈ উঠে। অৱশ্যে ৰাজ্যখনৰ বিশেষ প্ৰাকৃতিক আৰু অৰ্থনৈতিক পৰিস্থিতিৰ প্ৰতি লক্ষ্য ৰাখি প্ৰত্যেক পৰিকল্পনাতে কিছু বিশেষ আঁচনি ৰূপায়ণত অধিক গুৰুত্ব আৰোপ কৰা হয়। কিন্তু অসমৰ ভৌগোলিক অৱস্থাই পৰিকল্পনা ৰূপায়ণত বাধাৰ সৃষ্টি কৰে। ভৌগোলিকভাৱে দেশৰ মূল ভূ-ভাগৰ সৈতে প্ৰায় বিচ্ছিন্ন, বানপানীয়ে সঘনে বিধ্বস্ত কৰা কৃষি অৰ্থনীতি, পৰিবহন, যোগাযোগৰ অসুচলতা, বিদ্যুৎ শক্তিৰ অভাৱ, স্থানীয় মূলধন আৰু উদ্যোগীৰ অভাৱ, বিত্ত সম্পদৰ নাটনি আদি অলেখ সমস্যাই ৰাজ্যখনৰ পৰিকল্পনা ৰূপায়ণত বাধাৰ সৃষ্টি কৰিছে। কিন্তু পৰিকল্পনাৰ আৰম্ভণিৰে পৰা যুক্তিসংগতভাৱে উন্নয়নৰ অন্তৰায়সমূহ আঁতৰাই সবল আৰু শক্তিশালী উন্নয়নৰ ভেঁটি গঢ়ি তোলাৰ ওপৰত যি ধৰণৰ গুৰুত্ব আৰোপ কৰিব লাগিছিল, তাক সঠিকভাৱে কৰিব নোৱাৰাৰ বাবে ছটা দশকৰ পৰিকল্পনাৰ পাছতো ৰাজ্যখনৰ অৰ্থনৈতিক প্ৰগতিৰ গতি মন্থৰ হৈয়ে আছে। ৰাজ্যখনৰ বিশেষ সামাজিক, ৰাজনৈতিক পৰিস্থিতি, প্ৰাকৃতিক দুৰ্যোগ আদিৰ উপৰি প্ৰয়োজনমতে যথেষ্ট পৰিমাণৰ পৰিকল্পনাৰ ব্যয়ৰ অভাৱ, পৰিকল্পনাৰ আসোঁৱাহপূৰ্ণ ৰূপায়ণ আদি ৰাজ্যখন অৰ্থনৈতিকভাৱে আত্মনিৰ্ভৰশীল হোৱাৰ পথত হেঙাৰ হৈছে।

এখন ৰাজ্যৰ অৰ্থনীতিৰ ওপৰত জনসংখ্যাৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰায় ৭৫ শতাংশ লোক অসমত বাস কৰে। শতিকাৰ আৰম্ভণিৰে পৰা জনসংখ্যা ধাৰাবাহিক গতিত বৃদ্ধি পাই আহিছে। অসমৰ জনসংখ্যা বৃদ্ধিত বহিৰাগত প্ৰব্ৰজনেও যথেষ্ট অৰিহণা যোগাইছে। ক্ৰমবৰ্ধমান জনসংখ্যাৰ হেঁচাই খেতিৰ মাটি হ্ৰাস কৰিছে। খাদ্য-শস্যৰ অনাটন, দৰিদ্ৰতা আদি বৃদ্ধি কৰি অসমৰ অৰ্থনৈতিক বিকাশৰ বাধা জন্মাইছে।

**সামৰণি**

যোৱা কিছু বছৰ ধৰি অসমৰ ৰাজনৈতিক আৰু সামাজিক ক্ষেত্ৰৰ অশান্তিজনক পৰিৱেশৰ ফল অৰ্থনৈতিক ক্ষেত্ৰলৈ বিয়পি পৰিছে। অৰ্থনৈতিক স্বাধীনতা অবিহনে সামাজিক নিৰাপত্তা সম্ভৱ নহয়। আনহাতে সামাজিক নিৰাপত্তা অবিহনে অৰ্থনৈতিক উন্নয়নো অসম্ভৱ। অসমৰ অব্যৱহৃত সম্পদসমূহৰ ব্যৱহাৰে কৰ্ম সংস্থানৰ সুযোগ দিব পাৰিব। ঔদ্যোগীকৰণৰ ফলত নিবনুৱা সমস্যাৰো সমাধান হ'ব। পৰিকল্পনাৰ সফল ৰূপায়ণে অসমৰ সমস্যা জৰ্জৰিত অৰ্থনীতিলৈ পৰিৱৰ্তন আনিব বুলি আশা কৰিব পাৰি।

**লগতে চাওক :** *অসমৰ চাহশিল্প, অসমৰ উদ্যোগ*

# অসমৰ উদ্যোগ

**ৰচনাৰ সংকেত :** ভূমিকা - প্ৰধান উদ্যোগ - সামৰণি

**ভূমিকা**

উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যসমূহৰ ভিতৰতে অসম প্ৰাকৃতিক সম্পদত চহকী। এই সম্পদসমূহেৰে অসমত ব্যাপক পৰিসৰত সৰু-বৰ উদ্যোগ গঢ়ি তোলাৰ প্ৰচুৰ সম্ভাৱনা আছে। কিন্তু বৰ্তমানেও ভাৰতৰ অন্যান্য ৰাজ্যবোৰৰ তুলনাত অসমৰ ঔদ্যোগিক গাঁথনি দুৰ্বল। এক শতিকাৰো পূৰ্বেই অসমত ঔদ্যোগিকৰণৰ পাতনি মেলা হৈছিল যদিও ইয়াত আজিও উল্লেখযোগ্যভাৱে বৃহৎ উদ্যোগ গঢ়ি উঠা নাই। উদ্যোগ স্থাপনৰ বাবে প্ৰয়োজনীয় আধাৰগত সা-সুবিধাৰ অভাৱে ৰাজ্যখনৰ ঔদ্যোগীকৰণ মন্থৰ কৰি তুলিছে।

**প্ৰধান উদ্যোগ**

ৰাজ্যখনৰ প্ৰধান উদ্যোগ হ'ল চাহ, কয়লা আৰু তেল। স্বাধীনতাৰ আগৰে পৰাই অসমত এই তিনিটা উদ্যোগে গঢ় লৈ উঠিছে। উজনি অসমৰ ডিগবৈ, দুলিয়াজান, নাহৰকটীয়া, লাকুৱা, মৰাণ, ৰুদ্ৰসাগৰৰ ভূগৰ্ভৰ পৰা প্ৰচুৰ পৰিমাণে খাৰুৱা তেল নিষ্কাশন কৰা হৈছে। নতুন নতুন তৈলক্ষেত্ৰৰো সন্ধান পোৱা গৈছে। সেইবিলাকতো প্ৰচুৰ খাৰুৱা তেল শোধন কৰিবৰ বাবেই অসমত পোন প্ৰথমে ইংৰাজ চৰকাৰে ডিগবৈত এটা শোধনাগাৰ প্ৰতিষ্ঠা কৰিছিল। এইটো আছিল এছিয়াৰ ভিতৰতে প্ৰথমটো শোধনাগাৰ। স্বৰাজোত্তৰ কালত অসমৰ নুনমাটি আৰু বঙাইগাঁৱত দুটা শোধনাগাৰ প্ৰতিষ্ঠা কৰা হয়। কিন্তু এই অঞ্চলত পোৱা বৃহৎ পৰিমাণৰ তেল শোধন কৰিবলৈ এই কেইটা শোধনাগাৰে

যথেষ্ট নহয়। সেয়ে নুমলীগড়ত এটা শোধনাগাৰ স্থাপন কৰা হয। খাৰুৱা তেলা শোধন কৰাৰ পিছত যি উপজাত দ্ৰব্য পোৱা যায় তাৰ পৰাও নানান সৰু-সুৰা উদ্যোগ স্থাপনৰ সম্ভাৱনা আছে। বঙাইগাঁৱত এটা 'পেট্ৰোকেমিকেল' প্ৰকল্প আছে। ৰাজ্যখনত অন্যান্য ঠাইতে উদ্যোগ গঢ়ি তুলি ৰাজ্যখনৰ সমৃদ্ধিত অৰিহণা যোগাব পৰা যায়। প্ৰস্তাৱিত গেছ ক্ৰেকাৰ প্ৰকল্প আজিও গঢ়ি নুঠিল। খাৰুৱা তেলৰ লগত যি প্ৰচুৰ পৰিমাণৰ গেছ পোৱা যায় বৰ্তমান তাৰ সামান্য পৰিমাণ ইন্ধন ৰন্ধন গেছ হিচাপে ব্যৱহাৰ কৰি বাকীখিনি পুৰি পেলোৱা হৈছে। তাৰো ওপৰত ভিত্তি কৰি উদ্যোগ গঢ়ি তোলাৰ প্ৰচুৰ সম্ভাৱনা আছে। সেইদৰে কয়লাৰ পৰা ৰং, সুগন্ধি দ্ৰব্য নেপথোলিন, বেনজিন আদি উৎপাদন কৰিব পাৰি।

ৰাজ্যখনৰ লেখতল'বলগীয়া উদ্যোগ হ'ল চাহ উদ্যোগ। চাহ উদ্যোগে অসমৰ অৰ্থনীতিত এক উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। প্ৰসংগতঃ উল্লেখযোগ্য, ৰাজ্যখনৰ মুঠ পঞ্জীভুক্ত কাৰখানাৰ এক বুজন অংশ হ'ল চাহপাতৰ কাৰখানা। চাহ উদ্যোগক কেন্দ্ৰ কৰি গুৱাহাটীত এটা চাহ নিলাম কেন্দ্ৰ গঢ়ি উঠিছে। অসমৰ প্ৰায ২ লাখ ৭২ হাজাৰ হেক্টৰ মাটি চাহবাগানৰ অন্তৰ্গত। ভাৰতৰ মুঠ চাহপাতৰ আধাতকৈ বেছি চাহপাত অসমতে উৎপাদন হয়। অসমত ৮০০ খন চাহ বাগিচা আছে। ১৯৮০ চনত গুৱাহাটীত চাহ নিলাম কেন্দ্ৰ স্থাপন হয়। ৰাজাখনৰ অৰ্থনীতিত ই প্ৰচুৰ প্ৰভাৱ পেলাইছে। ৰাজ্যখনৰ প্ৰচুৰ বনজ সম্পদৰ ওপৰত ভিত্তি কৰিও বিভিন্ন ধৰণৰ ক্ষুদ্ৰ আৰু বৃহৎ উদ্যোগ গঢ়ি উঠাৰ সম্ভাৱনা আছে। বনজ সম্পদক ভিত্তি কৰি অসমৰ নগাঁও, যোগীঘোপা আৰু হাইলাকান্দিত একোটাকৈ কাগজ উৎপাদন কাৰখানা প্ৰতিষ্ঠা কৰা হৈছিল। কিন্তু উপযুক্ত পৰিকল্পনাৰ অভাৱত যোগীঘোপা কাগজ কলৰ উৎপাদন বন্ধ হৈ গ'ল। ঠায়ে ঠায়ে অৱশ্যে প্লাইউড কাৰখানা গঢ়ি উঠিছে। বাঁহ-বেতৰ শিল্প অৱশ্যে এতিয়াও কুটীৰ শিল্পৰ পৰ্যাযতে আছে। অসমৰ এক উল্লেখযোগ্য শিল্প হ'ল পাট-মুগাৰ শিল্প। অসমৰ শুৱালকুছি অঞ্চল এই শিল্পৰ কাৰণে বিখ্যাত। সমগ্ৰ ভাৰততে বিখ্যাত এই শিল্প অৱশ্যে বৃহৎ উদ্যোগত পৰিণত হোৱা নাই। ই কুটীৰ শিল্পৰ পৰ্যায়তে থাকিয়েই সুনাম আৰ্জিছে। কৃত্ৰিম সূতাৰ এক বৃহৎ উদ্যোগ জাগীৰোড সূতাকল আজি মৃত্যুৰ মুখত। সেইদৰে পলিয়েষ্টাৰ সূতাৰ তৈয়াৰীৰ কাৰখানা প্ৰাগবছিমিও কলিতেই মৰহি গ'ল।

অসমৰ অন্যান্য বৃহৎ উদ্যোগসমূহৰ ভিতৰত উল্লেখযোগ্য উদ্যোগসমূহ হ'ল ঃ নামৰূপৰ সাৰ কাৰখানা, মৰাপাট, চিমেণ্ট, চেনি আৰু বনস্পতি উদ্যোগ। স্বাধীনতাৰ কালত অৰ্থনৈতিক উন্নয়নৰ উদ্দেশ্য আগত ৰাখি এই উদ্যোগবোৰ চৰকাৰৰ উদ্যোগত প্ৰতিষ্ঠা কৰা হৈছিল। অৱশ্যে আজি সুপৰিকল্পনাৰ অভাৱত এইবোৰৰ কিছুমান ৰুগ্ন অথবা বন্ধ।

ঔদ্যোগীকৰণ এখন দেশৰ অৰ্থনৈতিক উন্নয়নৰ মাপকাঠি। এটা বৃহৎ উদ্যোগে ৰাজ্যখনৰ বৃহৎসংখ্যক নিবনুৱাৰ কৰ্মসংস্থানৰ বাট মুকলি কৰে। তদুপৰি বহু ক্ষেত্ৰত একোটা বৃহৎ উদ্যোগৰ ফলস্বৰূপে কিছুমান সৰু-সুৰা উদ্যোগ স্থানীয়ভাৱে গঢ় লৈ উঠে। ইয়াৰ উপৰিও উদ্যোগটোত প্ৰয়োজনীয় সামগ্ৰী আৰু উদ্যোগত উৎপাদিত সামগ্ৰীৰ এখন বজাৰৰো সৃষ্টি কৰে। অন্যহাতে ক্ষুদ্ৰ আৰু কুটীৰ উদ্যোগৰ বিকাশেও ৰাজ্যৰ আয় বৃদ্ধি

আৰু নিবনুৱা সমস্যা সমাধানত অৰিহনা যোগায়। সেয়েহে চৰকাৰে উদ্যোগসমূহৰ উন্নতিৰ অৰ্থে কিছুমান পৰিকল্পনা হাতত লৈছে। এই উদ্দেশ্যেৰে অসম চৰকাৰে কিছু দিনৰ আগতে এটা অধ্যয়ন গোট (Study Group) গঠন কৰিছিল। তেওঁলোক পৰামৰ্শ অনুসৰি ৰাজ্য চৰকাৰে এক নতুন উদ্যোগনীতি ঘোষণা কৰিছিল। এই আঁচনিত ৰাজ্যখনৰ স্থানীয়ভাৱে সুলভ সম্পদৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা উদ্যোগসমূহৰ উন্নতিত গুৰুত্ব আৰোপ কৰা হৈছে। ক্ষুদ্ৰ আৰু বৃহৎ উদ্যোগসমূহৰ উন্নতিকল্পে বেংকৰ ঋণ ব্যৱস্থা, ক্ষুদ্ৰ উদ্যোগীসকলক ৰেহাই মূল্যত ঋণ দিয়াৰ ব্যৱস্থা কৰা হৈছে। চৰকাৰে ক্ষুদ্ৰ আৰু মাধ্যম মানৰ উদ্যোগ প্ৰতিষ্ঠাত গুৰুত্ব দিছে। ৰাজ্যখনৰ কেতবোৰ পৰম্পৰাগত হস্ত শিল্প, যেনেঃ হাজোৰ পিতলৰ শিল্প, বৰপেটাৰ কঁাহ শিল্প আৰু হাতীদাঁতৰ সামগ্ৰী, শুৱালকুছিৰ পাট শিল্প আদিৰ উন্নয়নত গুৰুত্ব দিছে। চৰকাৰৰ নতুন নীতিৰ ফলস্বৰূপে অসমৰ বিভিন্ন ঠাইত সৰু-সুৰা উদ্যোগ কিছুমান গঢ়ি উঠিছে। বৰ্তমানেও চৰকাৰৰ উদ্যোগ বিভাগে উদ্যোগৰ সম্প্ৰসাৰণ আৰু উন্নতিকল্পে বিভিন্ন আঁচনি হাতত লৈছে। ৰুগ্ন উদ্যোগসমূহক যুটীয়া উদ্যোগলৈ পৰিৱৰ্তন কৰাৰ বাবে আঁচনি হাতত লৈছে। বৰ্তমান ইলেক্ট্ৰনিকছৰ যুগ। সেয়েহে চৰকাৰে ইলেক্ট্ৰনিক উদ্যোগ প্ৰতিষ্ঠা কৰাৰ বাবেও আঁচনি গ্ৰহণ কৰিছে।

**সামৰণি**

উদ্যোগ স্থাপনৰ বাবে কেঁচা মালৰ বাহিৰেও, উন্নত যোগাযোগৰ ব্যৱস্থা, মূলধন আৰু উৎপাদিত সামগ্ৰীৰ উপযুক্ত বজাৰৰ প্ৰয়োজন। চৰকাৰে বিত্তীয় প্ৰতিষ্ঠানসমূহৰ যোগেদি ঋণ দানৰ ব্যৱস্থা কৰিছে যদিও বিভাগীয় হেমাহি, পৰিকল্পনাৰ অভাৱ আদিৰ বাবে উদ্যোগসমূহ নানান অসুবিধাৰ সন্মুখীন হয়। তথাপি অসমত ঔদ্যোগীকৰণৰ গতি ধীৰভাৱে হ'লেও উৰ্দ্ধমুখী হৈছে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমৰ ঔদ্যোগীকৰণ

*সংসাৰত ভাল-বেয়া দুযোটাই আছে। বেয়াটো এৰি ভালটো গ্ৰহণ কৰিলেই শিক্ষাৰ পথ সুগম হয়।*

**— কনফুচিয়াছ**

# অসমৰ নিবনুৱা সমস্যা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - নিবনুৱাৰ সমস্যাৰ কাৰণ - সমাধানৰ পথ - সামৰণি

*HS 2008*

**ভূমিকা**

সাম্প্ৰতিক কালত অসমত নিবনুৱা সমস্যাই ভয়াবহ ৰূপ ধাৰণ কৰিছে। ৰাজ্যৰ তৰুণ শক্তিৰ কৰ্ম শক্তিৰ কৰ্মহীনতাই জাতিটোৰ প্ৰাণ শক্তি তিল তিলকৈ অন্তঃসাৰশূন্য কৰি পেলাইছে। নৈৰাজ্যৰ ফলত যুৱশক্তিৰ অপচয় আৰু অৱনতি ঘটিছে। তাৰেই প্ৰকাশ ঘটিছে জীৱনৰ উশৃংখল আৰু অনুচিত আচৰণত , জীৱন যাত্ৰাৰ অথবা দায়িত্বপূৰ্ণ কামত অযোগ্যতা প্ৰদৰ্শনত।

অসমত নিবনুৱা সমস্যাই এদিনতে গা কৰি উঠা নাই। দীৰ্ঘদিন ধৰি এই সমস্যাই জাতিৰ প্ৰাণশক্তি তীব্ৰভাৱে শোষিত আৰু নিঃশেষ কৰি আনিছে। অসম ইংৰাজৰ হাতলৈ যোৱাৰে পৰা ক্ৰমে স্থানীয় হস্তশিল্প আৰু কুটীৰ শিল্পবোৰ যন্ত্ৰশক্তিৰ প্ৰতিযোগিতাত তিষ্ঠি থাকিব নোৱাৰি নিঃশেষ হ'বলৈ ধৰে। পৰিণতিত অসংখ্য স্থানীয় শিল্পী নিবনুৱা হৈ পৰে আৰু এওঁলোকৰ বহুতেই নৱপ্ৰতিষ্ঠিত চাহ বাগিচা, কয়লা খনি আদিৰ শ্ৰমিক হিচাপে যোগ দিয়ে। বহুতে খেতি-বাতি কৰিবলৈ লয়, কিন্তু সীমিত সা-সুবিধাৰ হেতু তাতো যথোচিতভাৱে সফল হ'ব নোৱাৰাত নিবনুৱা আৰু অৰ্ধ নিবনুৱাৰ সংখ্যা বাঢ়িবলৈ ধৰে।

**নিবনুৱা সমস্যাৰ কাৰণ**

ইংৰাজে শাসন আৰু ব্যৱসায় পৰিচালনাৰ বাবে প্ৰথম অৱস্থাত যথেষ্ট সংখ্যক ইংৰাজী শিক্ষিত লোকক কৰ্ম সংস্থান দিছিল। কিন্তু পৰৱৰ্তী কালত শিক্ষাৰ প্ৰসাৰৰ লগে লগে সাক্ষৰ লোকৰ সংখ্যা বৃদ্ধি পোৱাত আৰু চাকৰিৰ ক্ষেত্ৰখন সীমাবদ্ধ হৈ থকাত শিক্ষিত নিবনুৱাৰ সংখ্যা ক্ৰমশঃ বাঢ়িবলৈ লয়। মহাসমৰৰ সময়তো যথেষ্ট সংখ্যক লোকে চাকৰি আৰু ঠিকা-ব্যৱসায়ৰ যোগেদি সংস্থানৰ সুযোগ লাভ কৰিছিল যদিও যুদ্ধৰ শেষত সেই সাময়িক সংস্থান নোহোৱা হ'ল আৰু হাজাৰ হাজাৰ লোক নিবনুৱা হৈ পৰে।

দেশ বিভাজনৰ ফলত আৰু পাছত বাংলাদেশ গঠন হোৱাৰ পাছত গৃহহীন, বৃত্তিহীন, অৰ্থহীন অৱস্থাৰ বহু বাংলাদেশীয়ে অসমত অবৈধভাৱে প্ৰৱেশ কৰে আৰু পৰিণতিত ৰাজ্যখনত নিবনুৱা সমস্যাই ভয়াবহ ৰূপ ধাৰণ কৰে। সমান্তৰালভাৱে ৰাজ্যখনৰ কল-কাৰখানা, হাট-বজাৰ, সৰু-ডাঙৰ ব্যৱসায়, চৰকাৰী চাকৰি সকলোতে অসমৰ বাহিৰৰ বহু লোকক নিযুক্তি দিয়া হয় আৰু ফলত থলুৱা নিবনুৱাসকলৰ সংস্থানৰ ক্ষেত্ৰখনো সংকুচিত হৈ পৰে। এটা জাতিৰ অৰ্থনৈতিক জীৱন যদি এনেদৰে আনৰ কুক্ষিগত হয়, তেতিয়া স্বাভাৱিকতে জীৱিকাৰ তথা জীৱন ধাৰণৰ সকলো পথেই ৰুদ্ধ হৈ পৰে।

**সমাধানৰ পথ**

বৰ্তমান অসমত নিবনুৱাৰ সংখ্যা দহ লাখৰো অধিক। ৰাজ্যখনৰ পৰিকল্পনা বিশেষজ্ঞসকলো এই নিবনুৱা সমস্যাৰ গুৰুত্ব উপলব্ধি কৰি চিন্তিত হৈ পৰিছে। ৰাজ্যখনৰ এই গুৰুত্বপূৰ্ণ নিবনুৱা সমস্যা সমাধানৰ বাবে সংশ্লিষ্ট সকলোৱে দীৰ্ঘম্যাদী আৰু হ্ৰস্বম্যাদী

পৰিকল্পনা যুগুত কৰা আৱশ্যক। বৃহৎ শিল্পৰ সমান্তৰালভাৱে ৰাজ্যজুৰি যথেষ্ট সংখ্যক ক্ষুদ্ৰ শিল্পদ্যোগ গঢ়িব পাৰিলেও সংস্থানৰ যথেষ্ট সুযোগ ওলাব। কৃষি আৰু ক্ষুদ্ৰশিল্পৰ উন্নতিৰ বাবে সমবায় আৰু বেংকসমূহে সহজ সুতত ঋণ দিয়াৰ ব্যৱস্থা কৰিব লাগে। উপযুক্তভাৱে শিক্ষিত আৰু অভিজ্ঞতাসম্পন্ন লোকসকলহে নিবনুৱা সমস্যা দূৰীকৰণৰ দায়িত্ব গ্ৰহণ কৰিব পাৰে।

এই সকলোৰে সমান্তৰালভাৱে সাধাৰণ শিক্ষাৰ লগতে কাৰিকৰী তথা আন ব্যৱহাৰিক আৰু কাৰ্যকৰী বিদ্যা-শিক্ষাৰ প্ৰয়োজন। শিক্ষিত নিবনুৱাসকলক চাকৰিৰ মোহ ত্যাগ কৰি শিল্প তথা ব্যৱসায়-বাণিজ্যৰ শিক্ষা লাভ কৰি স্বাধীন ব্যৱসায়ৰ প্ৰতি আকৰ্ষিত কৰিব পাৰিলে সুফল পোৱা যাব বুলি আশা কৰিব পাৰি। মধ্যবিত্ত শিক্ষিত অসমীয়াসকল মূলতঃ চাকৰিজীৱী হোৱা বাবে তেওঁলোকৰ অৰ্থনৈতিক সংকট আজি উদ্বেগজনক। ইয়াৰ বহু শিক্ষিত তৰুণ আজি বৃত্তিহীন, বিত্তহীন, আশ্ৰয়হীন, আশাহীন , পৰিণতিত হীনমন্যতাত আকুণ্ঠ নিমগ্ন অসমৰ সমগ্ৰ মধ্যবিত্ত সমাজ।

এটা কথাত কোনো সন্দেহ নাই যে, বিদ্যাৰ নিজস্ব মূল্য আৰু মৰ্যাদা আছে। কিন্তু বিদ্যাৰ লগত জীৱিকাৰ সম্পৰ্কও অনস্বীকাৰ্য। সংস্থানহীনতাৰ চাকনৈয়াত পৰিলে বিদ্বানো বিপথগামী হয়, ন্যায় আৰু নীতিৰ পথ ত্যাগ কৰি অন্যায় আৰু অনীতিৰ পথত ভৰি দিয়ে, নৈৰাজ্য আৰু হীনমন্যতাৰ পাকচক্ৰত পৰি সকলো কামৰ বাবেই অনুপযুক্ত হৈ পৰে। সেয়ে যি আশা-কল্পনা আৰু উদ্দীপনা লৈ আজিৰ তৰুণে জীৱন যুঁজত ভৰি দিয়ে, শিক্ষাৰ অন্তত নৈৰাজ্য আৰু অন্ধকাৰ ভৱিষ্যতে যেন তেওঁলোকৰ জীৱন নষ্ট কৰিব নোৱাৰে তাৰ প্ৰতি সকলোৱে সতৰ্ক দৃষ্টি ৰাখিব লাগিব।

**সামৰণি**

যথাসম্ভৱ শীঘ্ৰে অসমৰ নিবনুৱা সমস্যাৰ সুসমাধান কৰি ৰাজ্যৰ তৰুণ প্ৰজন্মৰ জীৱন নিৰাপদ, স্বাভাৱিক আৰু সুখময় কৰা প্ৰয়োজন। বৰ্তমান ইয়েই ৰাজ্যৰ কৰ্ণধাৰসকলৰ সৰ্বপ্ৰথম আৰু সৰ্বশ্ৰেষ্ঠ কৰ্তব্য তথা দায়িত্ব হোৱা উচিত। সুপৰিকল্পিত আৰু কাৰ্যকৰী দৃষ্টিভংগী তথা কৰ্মপদ্ধতিৰ সমন্বয়ত এই বিধ্বংসী ব্যাধিৰ প্ৰতিকাৰ কৰি জাতিটোক অৱনতি তথা অৱলুপ্তিৰ পৰা ৰক্ষা কৰিব লাগিব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমৰ এটা জ্বলন্ত সমস্যা ২ অসমৰ নিবনুৱা সমস্যাৰ কাৰণ ৩ শিক্ষিত নিবনুৱাৰ সমস্যা

> *সত্য প্ৰকাশৰ বাবে কোনো নিৰ্দিষ্ট সময়ৰ দৰকাৰ নাই। যিকোনো সময়তে সত্য উন্মোচন কৰিব পাৰি।*
>
> — **এলবাৰ্ট চোৱাইজাৰ**

# একবিংশ শতিকাৰ ভাৰত

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সমস্যা আৰু সাফল্যক লৈ পদাৰ্পণ নতুন শতিকাত - সামৰণি

**ভূমিকা**

পিতা-পুত্ৰ বা গুৰু-শিষ্যৰ দৰে পূৰ্বৰ শতিকাৰ লগত তাৰ পিছৰ শতিকাৰ এটি পৰম্পৰা থাকে। এই পৰম্পৰা সূত্ৰেই কুৰি শতিকাই ঊনবিংশ শতিকাৰ পৰা কিছু ধাৰণা আৰু কিছু সম্পদ পাইছে। দৰাচলতে পৰম্পৰা কথাটো হ'ল অবিচ্ছিন্ন ধাৰা। এইটো কথা ঠিক যে, কুৰি শতিকাৰ শেষৰ দিনটো আৰু একবিংশ শতিকাৰ প্ৰথম দিনটোৰ মাজত কিছু আৱেগিক পৰিবৰ্তনৰ বাহিৰে মৌলিক কোনো ৰূপান্তৰ নাই। অৱশ্যে কুৰি শতিকা আৰু একবিংশ শতিকাৰ মাজত এটা দিন বা মাহৰ নহয়, এটা শতিকাৰ ব্যৱধান। সেয়ে কুৰি শতিকাৰ অৱদানখিনি লৈ একবিংশ শতিকাত প্ৰৱেশ কৰিলেও নতুন শতিকাটোৱে কিছু নতুন প্ৰত্যাশা কঢ়িয়াই আনিব। ভাৱ হয় কুৰি শতিকাত আমি যিখিনি কৰিব নোৱাৰিলোঁ শতিকাত সেয়া যেন আমি সম্পূৰ্ণ কৰিব পাৰিম। অতীতৰ সফলতাৰ লগতে ব্যৰ্থতাও থাকে, কিন্তু সমাগত দিনবোৰত থাকে কেৱল প্ৰত্যাশা। সেই প্ৰত্যাশা কিমানদূৰ সাফল্যমণ্ডিত হ'ব তাৰ বিচাৰ অৱশ্যে অতীত আৰু বৰ্তমানৰ অবিচ্ছিন্ন ধাৰাতেই কৰিব

কুৰি শতিকাৰ প্ৰায় আধাখিনি সময় আছিল ভঙাৰ আৰু আধাখিনি সময় গঢ়াৰ কাল। সাম্ৰাজ্যবাদী বিদেশী শাসকৰ শাসন আৰু শোষণৰ ওৰ পেলাই তাৰ ঠাইত দেশত নিজস্ব গণতান্ত্ৰিক সাৰ্বভৌম শাসনব্যৱস্থা স্থাপনেই আছিল কুৰি শতিকাৰ মূল আকাংক্ষা। ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা নতুন ভাৰত গঢ়াৰ স্বৰ্ণ দুৱাৰ মুকলি হ'ল। দেশ স্বাধীন হ'ল। লগে লগে কিন্তু দেশ বিভাজনো হ'ল। সমান্তৰালভাৱে দেখা দিলে ন ন সমস্যাই। অৱশ্যে বিভিন্ন পঞ্চবাৰ্ষিক পৰিকল্পনাৰ মাধ্যমত বিগত তিনি কুৰি বছৰত ভাৰতত কৃষি, শিল্প, স্বাস্থ্য, শিক্ষা আদি ক্ষেত্ৰৰ অগ্ৰগতিৰ বাবে প্ৰয়াস কৰা হৈছে। এই প্ৰযাস সকলো সময়তে সফল হোৱা নাই, আশানুৰূপ সফলতাও সুদূৰ পৰাহত। এতিয়াও আমাৰ দেশৰ দুই-তৃতীয়াংশ জনসাধাৰণ নিৰক্ষৰ আৰু দৰিদ্ৰতাত আক্ৰান্ত। দেশৰ জাতীয় সংহতিও বহু সময়ত বিপৰ্যস্ত হৈছে, ক্ৰমবৰ্ধিত জনসংখ্যাৰ চাপত আজি ভাৰাক্ৰান্ত আমাৰ দেশ। একেদৰে নিবনুৱা সমস্যা, শিক্ষা আৰু স্বাস্থ্য সমস্যায়ো গুৰুতৰ ৰূপ ধাৰণ কৰিছে। প্ৰাকৃতিক সম্পদত আমাৰ দেশ সমৃদ্ধিশালী হোৱা সত্বেও সেইবোৰৰ উপযুক্ত ব্যৱহাৰৰ অভাৱত দৰিদ্ৰতা দূৰ হোৱাগৈ নাই। ফলত এচাম মানুহ ধনীৰ পৰা অধিক ধনী হৈছে আৰু বেছিভাগ মানুহ দুখীয়াৰ পৰা অধিক দুখীয়া হৈ গৈছে। নিত্য প্ৰয়োজনীয় বয়-বস্তু ক্ৰমবৰ্ধমানৰ দামৰ বাবে সেইবোৰ সাধাৰণ মানুহৰ ক্ৰয় ক্ষমতাৰ বাহিৰ হৈ পৰাৰ আশংকাই দেখা দিছে। ক্ৰমবৰ্ধমান জনসংখ্যাৰ আশ্ৰয় পূৰণৰ অৰ্থে হাবি-বননি কাটিবলগীয়া হৈছে ,

ফলত প্ৰাকৃতিক ভাৰসাম্য বিনষ্ট হৈছে। কল-কাৰখানাবোৰতো প্ৰদূষণ নিয়ন্ত্ৰণৰ বিশেষ একো ব্যৱস্থা নাই। ফলত ক্ৰমে পৰিৱেশ দূষিত হৈ পৰিছে। অধিক ফচলৰ আশাত খেতি পথাৰত ৰাসায়নিক সাৰ আৰু কীটনাশক দ্ৰব্য প্ৰয়োগ কৰা হৈছে। নদীৰ পানীত বৰ্জনীয় পদাৰ্থ মিলনত পানী দূষিত হৈছে। সমাজ জীৱন আৰু ৰাজনীতিতো কেৰোণ লাগিছে। নিবনুৱাৰ সংখ্যা বৃদ্ধি পোৱাৰ লগে লগে সমাজ বিৰোধীৰ সংখ্যাও বাঢ়িছে। আৰম্ভ হৈছে ৰাজনৈতিক সুবিধাবাদ, নানান অসামাজিক ক্ৰিয়া-কাণ্ড। অৱশ্যে ভাৰতে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যা, বিশেষকৈ, যোগাযোগ ব্যৱস্থাত স্মৰণীয় অগ্ৰগতি লাভ কৰিছে। মহাকাশ গৱেষণা, ইলেক্ট্ৰনিকছ, কম্পিউটাৰ বিজ্ঞান আৰু পাৰমাণৱিক শক্তি গৱেষণাত ভাৰত আজি বিশ্বৰ ভিতৰতে অগ্ৰগামী শক্তি। শেহতীয়াকৈ চন্দ্ৰলৈ মহাকাশযান প্ৰেৰণ কৰিও ভাৰতে সেই দিশত অনন্য নজিৰ স্থাপন কৰিছে।

**সমস্যা আৰু সাফল্যক লৈ পদাৰ্পণ নতুন শতিকাত**

নানাটো সমস্যা আৰু কিছু সাফল্যক লৈয়ে ভাৰতে একবিংশ শতিকাত পদাৰ্পণ কৰিছে। নতুন শতিকাত জনসংখ্যাৰ চাপ আৰু বাঢ়িব। ৰাষ্ট্ৰসংঘৰ পৰিসংখ্যা অনুযায়ী ১৯৯৭ চনত ভাৰতৰ জনসংখ্যা আছিল ৯৬ কোটি ২ লাখ। ২০০১ চনৰ পিয়লত এই সংখ্যা ১০২ কোটিৰো ওপৰ হৈছেগৈ। ইয়াৰ ফলত একবিংশ শতিকাত নানানটো সমস্যা আৰু বৃদ্ধি পাব। নিত্য ব্যৱহাৰ্য দ্ৰব্যৰ মূল্য বৃদ্ধি হ'ব, জনসাধাৰণৰ ওপৰত কৰৰ বোজা বাঢ়িব, বৈদেশিক ঋণৰ পৰিমাণো বাঢ়িব। কল-কাৰখানাৰ বৃদ্ধি আৰু বনাঞ্চলৰ সংকোচনৰ ফলত পৰিৱেশ অধিক দূষিত হ'ব। বিচ্ছিন্নতাবাদ, ৰাজনৈতিক অস্থিৰতা, সমাজ বিৰোধী কাৰ্যকলাপ বৃদ্ধি হ'ব , নিৰক্ষৰতা আৰু দাৰিদ্ৰতাই ভয়াৱহ সমস্যাৰ সৃষ্টি কৰিব।

**সামৰণি**

তথাপি আমি একবিংশ শতিকালৈ গভীৰভাৱে আশাবাদী। এতিয়াও আমাৰ হাতত শতিকাৰ প্ৰায় ৯০ বছৰ আছে। আমি আশা কৰিছোঁ, সেইখিনি সময়ত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ প্ৰভূত উন্নতিয়ে শিল্প-বাণিজ্য, কৃষি আদিৰো উন্নতি ত্বৰান্বিত কৰিব। খাদ্য, বাসস্থানৰদৰে মৌলিক চাহিদাসমূহ পূৰণ কৰাৰ লগতে শিক্ষা আৰু জনস্বাস্থ্যৰ দিশতো আমাৰ দেশ স্বনিৰ্ভৰশীল হ'ব পাৰিব। সামাজিক আৰু ৰাষ্ট্ৰীয় গাঁথনিৰ উন্নতি ঘটাব পাৰিলে এই শতিকাটোত ভাৰতে নিশ্চয় বহুলাংশে ক্ৰমোন্নতি ঘটাবলৈ সক্ষম হ'ব। নতুন চিৰকালেই বৰেণ্য। নানা সমস্যাৰে ভাৰাক্ৰান্ত ভাৰতৰ বাবে একবিংশ শতিকাটো এক পৰীক্ষা, এক প্ৰত্যাহ্বান। আপোন গৰিমা আৰু জনসাধাৰণৰ সহযোগিতাত ভাৰতে এই প্ৰত্যাহ্বানত জয়ী হ'ব পাৰিব বুলিয়েই ভাৰতীয় হিচাপে আমি বাঞ্ছা কৰোঁ।

*মূৰ্খ আৰু অজ্ঞানীয়ে সত্য কি বস্তু নাজানে।*

— **বুদ্ধদেৱ**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বিভিন্ন মত - সামৰণি

# ছাত্ৰ আৰু ৰাজনীতি

*আজি আমাৰ ছাত্ৰ সমাজেও তেওঁলোকৰ স্থান বুজিবলৈ আৰু তেওঁলোকৰ ছাত্ৰ হিচাপে যে এটা মৰ্যাদা আছে, সেই কথাটো বুজিবলৈ ইচ্ছা কৰিছে। সেই কাৰণেই তেওঁলোকে ৰাজনীতি আলোচনা, সমাজনীতি আলোচনা আৰু জাতীয় আন্দোলনৰ অলপ-অচৰপ সংশ্ৰৱত থাকিব খুজিছে। এই বিষয়ে আমাৰ ৰাইজৰ একো আপত্তি থাকিব নালাগে।*

**— কৃষ্ণকান্ত সন্দিকৈ**

**ভূমিকা**

আমাৰ ভাষাত এষাৰ কথা আছে 'পঢ়াই পঢ়ে ৰোৱে পাণ এই তিনিয়ে নিচিন্তে আন'। ইয়াৰ অৰ্থ হৈছে যিসকল শিক্ষক (পঢ়ায়), তেওঁলোকৰ শিক্ষাদান আৰু ছাত্ৰ (পঢ়ে) সকলৰ অধ্যযনেই মূল উদ্দেশ্যে হোৱা উচিত। অন্যহাতে যিসকলে পাণৰ খেতি কৰে তেওঁলোকে পাণ খেতিতেই একান্তভাৱে মনোনিৱেশ কৰিব লাগে।

এইফালৰ পৰা বিচাৰ কৰিলে ছাত্ৰসকলে অধ্যয়নৰ বাহিৰে অন্য কোনো কথাতেই চকু দিব নালাগে। কিন্তু বৰ্তমানৰ যুগত একমাত্ৰ পাঠ্যপুথি অধ্যয়ন কৰি এজন ছাত্ৰই প্ৰকৃত শিক্ষিত লোক হিচাপে নিজকে প্ৰতিষ্ঠিত কৰিব নোৱাৰে। তদুপৰি আজিৰ ছাত্ৰই কাইলৈ দেশৰ দায়িত্বশীল নাগৰিক। ছাত্ৰসমাজেই দেশৰ ভৱিষ্যত। দেশৰ ভৱিষ্যত নাগৰিক হিচাপে ছাত্ৰ অৱস্থাৰ পৰাই দেশৰ, সমাজৰ সমস্যাসমূহৰ লগত পৰিচয় থকা প্ৰযোজন। দেশ, জাতি, শাসন-পদ্ধতি আদি সকলোৰে প্ৰতি সজাগ, সতৰ্ক দৃষ্টিৰ প্ৰয়োজন। তেহে ভৱিষ্যতে দেশ গঢ়াৰ কামত নিজকে নিয়োগ কৰিব পাৰিব, কাৰণ তেওঁলোকেই ভৱিষ্যতে দেশৰ শাসনৰ বাঘজৰী হাতত ল'ব লাগিব।

মাতৃভূমি কোনো সমস্যাৰ সন্মুখীন হ'লে ছাত্ৰসমাজ নীৰৱ হৈ বহি থাকিব নোৱাৰে। আমাৰ দেশৰ স্বাধীনতা সংগ্ৰামতো ছাত্ৰসমাজ আন্দোলনত জঁপিয়াই পৰিছিল। বৰ্তমান যুগতো দেখা যায়, সমাজত কোনো সমস্যাই তীব্ৰৰূপ ধাৰণ কৰিলে ছাত্ৰসমাজ ৰাজপথলৈ ওলাই আহে। আমাৰ অসমত তেল শোধনাগাৰ আন্দোলন, ভাষা সমস্যা আদি আন্দোলনত ছাত্ৰ সমাজে মুখ্য ভূমিকা লোৱাৰ উপৰি বিদেশী বিতাৰণ আন্দোলনৰ চালিকা শক্তি আছিল ছাত্ৰ সমাজ। ছাত্ৰ সমাজৰ আন্দোলনে শাসনৰ গাদী কঁপাই তুলিব পাৰে বুলি এই আন্দোলনবোৰৰ পৰা প্ৰতীয়মান হৈছে। ছাত্ৰসমাজ এইদৰেই দেশৰ ৰাজনীতিৰ লগত জড়িত হৈ পৰিছে। আৰু এনেকৈয়ে কোনোজনে বিশ্ববিদ্যালয়ৰ মাজৰ পৰা পোনে পোনে আহি শাসনৰ গাদীতো বহিছেহি। তদুপৰি দেশত বেলেগ বেলেগ

নীতি আৰু আদৰ্শেৰে গঢ়া বিভিন্ন ৰাজনৈতিক দলবিলাকৰো বিভিন্ন কাৰ্যসূচী থাকে। সেইবিলাকতো সেইদলবোৰৰ দ্বাৰা প্ৰভাৱিত ছাত্ৰ-ছাত্ৰীসকলে যোগদান কৰে। ছাত্ৰসমাজ এইদৰে ৰাজনীতিত জড়িত হোৱাটো উচিত নে অনুচিত এই লৈ বিভিন্ন সমাজবিদ, শিক্ষাবিদে বিভিন্ন মত পোষণ কৰিছে।

**বিভিন্ন মত**

কিছুমানৰ মতে ৰাজনীতিৰ জটিল পাকচক্ৰত পৰি ছাত্ৰ সমাজে নিজৰ মূল কৰ্তব্য অধ্যয়নক পাহৰি ভুল বাটে পৰিচালিত হয়। ধৰ্মঘট, হৰতাল, অনশন আদিয়ে ছাত্ৰসকলক প্ৰভাৱান্বিত কৰি পঢ়া-শুনাত ব্যাঘাত জন্মোৱাৰ উপৰিও নানা বিশৃংখলাৰ সৃষ্টি কৰে। সেয়েহে তেওঁলোকৰ মতে ছাত্ৰ-ছাত্ৰীসকলে সক্ৰিয় ৰাজনীতিৰ পৰা বিৰত থকা উচিত।

যিসকলে ছাত্ৰৰ ৰাজনীতিৰ লগত জড়িত হোৱাতো দোষণীয় নহয় বুলি ভাবে, তেওঁলোকৰ মতে ছাত্ৰ অৱস্থাতেই এজন লোকে নিজকে ভৱিষ্যতৰ নাগৰিক হিচাপে গঢ়ি তুলিব, সেয়েহে এই সময়ৰ পৰাই তেওঁ দেশৰ, সমাজৰ পৰিস্থিতিৰ প্ৰতি সচেতন হোৱা প্ৰয়োজন। লগতে সমাজৰ অন্যায়-অনীতি, অবিচাৰ আদিৰ প্ৰতিকাৰৰ বাবে আগবাঢ়ি অহা প্ৰয়োজন। যিহেতু ছাত্ৰ সকলো সমাজৰ এক অংশ, গতিকে সমাজত কোনো সমস্যা হ'লে তেওঁলোকে চকুমুদি বহি থাকিব নোৱাৰে। ছাত্ৰ অৱস্থাতেই যদি তেওঁলোক সচেতন, সক্ৰিয় নহয় তেতিয়া হ'লে ভৱিষ্যতে তেওঁলোকৰ পৰা দেশে কোনো আশা কৰিব নোৱাৰিব। নিজৰ আৱশ্যকীয় পঢ়া-শুনাৰ লগে লগে প্ৰতিজন ছাত্ৰই একোজন সমাজ সচেতন নাগৰিক হিচাপে নিজকে গঢ়ি তুলিব লাগিব। দেশৰ ভৱিষ্যতৰ নেতাৰো এই ছাত্ৰসকলৰ পৰাই জন্ম হ'ব লাগিব। চাৰিওকাষৰ সমাজখনৰ প্ৰতি আওকান কৰি একমাত্ৰ পাঠ্যপুথিৰ মাজত বিচৰণ কৰি থকাজন দেশখনৰ এজন উপযুক্ত নাগৰিক হ'বগৈ নোৱাৰে। শিক্ষালাভৰ উদ্দেশ্য হ'ল মনুষ্যত্বৰ পৰিপূৰ্ণ বিকাশ। একমাত্ৰ পাঠ্যপুথিৰ মাজত সেই উদ্দেশ্য পূৰণ নহয়। শিক্ষাজীৱন হ'ল ভৱিষ্যত জীৱনৰ সামগ্ৰিক প্ৰস্তুতিৰ কাল। এই প্ৰস্তুতিত ৰাজনীতিৰ অংশটো বাদ পৰি যাব নোৱাৰে। কাৰণ ৰাজনীতি সমাজৰ এক অবিচ্ছেদ্য অংগ। ৰাজনীতিত প্ৰৱেশ কৰিলেই ছাত্ৰৰ শিক্ষা আৰু জ্ঞান অৰ্জনত বাধা নপৰে যদিহে ছাত্ৰ সমাজ এই ক্ষেত্ৰত নিজৰ মূল উদ্দেশ্যৰ প্ৰতি সতৰ্ক থাকে। পৃথিৱীৰ বহু সফল ৰাজনীতিবিদে ছাত্ৰ অৱস্থাৰ পৰাই ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰা সত্বেও একোজন সফল ছাত্ৰ হিচাপেও পৰিচয় দি আহিছে।

প্ৰকৃততে সকলো মানুহ সকলো কামৰ কাৰণে উপযুক্ত নহয়। প্ৰতিজনৰে অভিৰুচি, কাম কৰাৰ ক্ষমতা বেলেগে বেলেগ। কোনোৱে ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰিও এজন সু-ছাত্ৰ, সু-নাগৰিক হ'ব পাৰে, অন্যহাতে এজনে ৰাজনীতিত অংশ গ্ৰহণ নকৰাকৈ কিতাপৰ শিক্ষা লাভ কৰিও নিজকে সু-নাগৰিকৰূপে প্ৰতিষ্ঠা কৰিব নোৱাৰিব পাৰে। অৱশ্যে বহুসময়ত সুছাত্ৰও দলীয় ৰাজনীতিৰ নামত বিপথে পৰিচালিত হৈ ধ্বংসৰ মুখত পৰিছে। কোনো শুভবুদ্ধিসম্পন্নলোকে এইটো অৱস্থা মানি ল'ব নোৱাৰে।

**সামৰণি**

ছাত্ৰৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য হ'ল অধ্যয়ন। নিজৰ প্ৰয়োজনীয় পঢ়া-শুনাৰ লগতে প্ৰতিজন ছাত্ৰই দেশৰ জনগণৰ সুখ-দুখৰ প্ৰতি চকু দিয়াটো স্বাভাৱিক। প্ৰয়োজন অনুসাৰে তেওঁলোক ৰাজপথলৈও ওলাই আহিব লগা হ'ব পাৰে। কিন্তু ছাত্ৰসকলে এই ক্ষেত্ৰত প্ৰথমেই চিন্তা কৰিব লাগিব যাতে তেওঁলোকৰ প্ৰথম কৰ্তব্যক তেওঁলোকৰ কামে বাধাগ্ৰস্ত নকৰে। এইক্ষেত্ৰত তেওঁলোকে সুধীজনৰ পৰামৰ্শও মানি চলা আৱশ্যক। তেতিয়াহে দেশে তেওঁলোকৰ পৰা এখন সুন্দৰ আৰু সম্ভাৱনাময় সমাজৰ আশা কৰিব পাৰিব।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ভ্ৰমণৰ উদ্দেশ্য - সামৰণি

# দেশ ভ্ৰমণ

*ভ্ৰমণে সেতু গঢ়ে,*
*পাৰাপাৰ এক কৰে।*

**ভূমিকা**

এই পৃথিৱীত নানা দেশ, নানা জাতি, বিভিন্ন প্ৰাকৃতিক পৰিৱেশ। কোনো ঠাইত পাহাৰ, কোনা ঠাইত সাগৰ, কোনো ঠাইত গভীৰ অৰণ্য আৰু কোনো ঠাইত গছ-গছনিবিহীন বালিময় মৰুভূমি। সেইদৰে বিভিন্ন দেশৰ বিভিন্ন জাতিৰ আকৃতি-প্ৰকৃতি, আচাৰ-আচৰণো বেলেগ বেলেগ। এই বৈচিত্ৰ্যৰে ভৰা পৃথিৱীখনৰ বিষয়ে জানিবলৈ হ'লে পুথি অধ্যয়নৰ বাহিৰে মাত্ৰ এটাই উপায় আছে, সেয়া হ'ল দেশ ভ্ৰমণ। পুথি অধ্যয়নৰ যোগেদি জ্ঞান বৃদ্ধি হ'লেও চকুৰে দেখাৰ যি তৃপ্তি সেয়া পোৱা নাযায়। সেয়ে প্ৰাচীন কালৰে পৰা মানুহে ইঠাইৰ পৰা সিঠাইলৈ ভ্ৰমণ কৰি আহিছে। অৱশ্যে আজিকালি যাতায়তৰ সুবিধা হ'ল আৰু ভ্ৰমণো আৰামদায়ক হ'ল। বৰ্তমানৰ যুগত ২৪ ঘণ্টাৰ ভিতৰতে পৃথিৱীৰ ইমূৰ সিমূৰ ভ্ৰমিব পৰা হ'ল।

**ভ্ৰমণৰ উদ্দেশ্য**

এই পৃথিৱীত বিভিন্নজনে বিভিন্ন উদ্দেশ্যেৰে ভ্ৰমণ কৰে। আগৰ দিনত বেপাৰীসকলে দূৰ-দূৰণিলৈ সাগৰত পাৰি দিছিল বেহা-বেপাৰৰ উদ্দেশ্য। দেশ-বিদেশৰ বন্দৰে বন্দৰে নামি তেওঁলোকে নিজ দেশৰ পৰা নিয়া বস্তু বেচিছিল আৰু নিজ দেশত নথকা বস্তু সেইবোৰ দেশৰ পৰা কিনি আনিছিল। বৰ্তমানৰ যুগতো ব্যৱসায়ীসকলে ব্যৱসায়ৰ উদ্দেশ্য আগত ৰাখি পৃথিৱীৰ ইমূৰৰ পৰা সিমূৰলৈ ভ্ৰমণ কৰি ফুৰে।

ভ্ৰমণ শিক্ষাৰ এক অন্যতম অংগ। ভ্ৰমণৰ যোগেদি মানুহে নজনা কথা জানে, নেদেখা বস্তু দেখে, বিভিন্ন জনৰ লগত পৰিচয় হয়। ভ্ৰমণে মনৰ পৰিধি বহল কৰে।

সেয়েহে বৰ্তমানৰ শিক্ষা ব্যৱস্থাত ভ্ৰমণৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে। বৰ্তমানৰ যুগত ছাত্ৰ-ছাত্ৰীৰ শিক্ষামূলক ভ্ৰমণ অধ্যয়নৰ এটা অংগ হৈ পৰিছে। পুথিৰ দ্বাৰা যি শিক্ষা অৰ্জন কৰা হয় সেইখিনি প্ৰকৃততে যথেষ্ট নহয়। পুথিৰ বিষয়টো যদি নিজ চকুৰে চাই লোৱা হয় তেতিয়া হ'লে সেই বিষয়টোৰ বাস্তব অভিজ্ঞতা লাভ হয়, জ্ঞান গভীৰ হয়। বুৰঞ্জী আৰু ভূগোলৰ জ্ঞানৰ সীমাবদ্ধতাক ভ্ৰমণে বহল কৰে।

আগৰ দিনত জ্ঞান লাভৰ বাবে পণ্ডিত ব্যক্তিসকলে দেশ ভ্ৰমণ কৰিছিল। হিউ-ৱেন-ছাং, ফাহিয়ান, ইবন বটুটা আদি পণ্ডিতে দুৰ্গম গিৰি-গুহা পাৰ হৈ নিজৰ জীৱনক তুচ্ছ কৰি আমাৰ দেশত উপস্থিত হৈছিলহি। সেইদৰে কলিংগৰ পৰা সুদূৰ লংকালৈ মহামতি অশোকৰ পুত্ৰ আৰু কন্যা গৈছিল ধৰ্মপ্ৰচাৰৰ উদ্দেশ্যে। আমাৰ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে ভাৰতৰ বিভিন্ন তীৰ্থস্থানসমূহ দুবাৰকৈ ভ্ৰমণ কৰিবলৈ গৈছিল আৰু সেই তীৰ্থস্থানসমূহ ভ্ৰমণ কৰি লাভ কৰা জ্ঞানেৰে তেওঁ অসমীয়া সংস্কৃতি চহকী কৰিছিলহি। সেইদৰে হিউৱেন চাং, ফাহিয়ান আদিৰ দৰে পৰিব্ৰাজকসকলে আমাৰ দেশত দেখা-শুনা আৰু লাভ কৰা জ্ঞানৰ বিষয়ে লেখাসমূহ আমাৰ দেশৰ বুৰঞ্জীৰ অমূল্য সমল।

নতুন দেশ দেখা, নতুন দেশ আৱিষ্কাৰ কৰাৰ নিচাই ড্ৰেক, কুক, মেগেলান আদিৰ নাৱিকক দুৰ্গম সাগৰত যাত্ৰা কৰিবলৈ প্ৰেৰণা যোগাইছিল। ভাৰত বিচাৰি আহি কলম্বাছ আমেৰিকা ওলাইছিলগৈ। যুগে যুগে, দেশে দেশে নতুনক দেখাৰ, নতুনক পোৱাৰ আশাৰে বিভিন্নজন পৰিব্ৰাজকে বিভিন্ন দেশ ভ্ৰমণ কৰিছে। কুমেৰু অভিযান এনে এক ভ্ৰমণৰ ফল। ভ্ৰমণৰ জৰিয়তে দুখন ঠাইৰ মাজত যোগসূত্ৰ স্থাপন কৰিব পাৰি। সেযেহে আজিকালি বিভিন্ন দেশৰ কৰ্তৃপক্ষইও ভ্ৰমণত গুৰুত্ব দিছে। বৰ্তমান যুগত প্ৰত্যেক দেশৰ ৰাষ্ট্ৰপ্ৰধানসকলে শুভেচ্ছামূলক ভ্ৰমণত ইখন দেশৰ পৰা সিখন দেশলৈ ভ্ৰমণ কৰে। ফলস্বৰূপে ইখন দেশে সিখন দেশৰ সংস্কৃতিৰ পৰিচয় পাবলৈ, দুয়োখন দেশৰ মাজত বুজা-পৰা হ'বলৈ আৰু ভ্ৰাতৃত্বৰ বান্ধোনেৰে বান্ধ খোৱাৰ সুযোগ বাঢ়িছে। এনেকুৱা ভ্ৰমণে দুটা জাতিক দুখন দেশক ওচৰ চপাই অনাৰ সুযোগ দিছে।

স্বাস্থ্যজনিত কাৰণতো কিছুমানে ভ্ৰমণ কৰে। বহু অসুখত বা বিভিন্ন সাংসাৰিক বিপৰ্যযত স্বাস্থ্য হেৰুওৱা লোকক চিকিৎসকে স্বাস্থ্যকৰ ঠাই ভ্ৰমণ কৰাৰ পৰামৰ্শ দিয়ে। কিছুমান মানুহে ভ্ৰমণ কৰাৰ আনন্দতে ভ্ৰমণ কৰে। ভ্ৰমণ তেওঁলোকৰ বাবে জীৱনৰ অন্তৰংগ সংগী। তেওঁলোকৰ ভ্ৰমণৰ বিশেষ কোনো উদ্দেশ্য নাই।

**সামৰণি**

অতীতত যোগাযোগ ব্যৱস্থাৰ সুবিধা নাছিল, বাট-পথ আছিল বিপদসংকুল, মানুহে জন্তুৰ পিঠিত উঠি নাইবা খোজকাঢ়ি ভ্ৰমণ কৰিছিল। বাটত প্ৰতিমুহূৰ্তে হিংস্ৰ বনৰীয়া জীৱ-জন্তুৰ আক্ৰমণৰ ভয়। বহুতে ভ্ৰমণ কৰিবলৈ গৈ উভতি অহাৰ পথত নাইবা গন্তব্য স্থল পোৱাৰ আগতে হিংস্ৰ জন্তু নাইবা দস্যুৰ হাতত প্ৰাণ দিছিল। তথাপি সেই কালতো মানুহে ইঠাইৰ পৰা সিঠাইলৈ ভ্ৰমণ কৰিছিল তেওঁলোকৰ জ্ঞানৰ পৰিধি বহল কৰিবলৈ, নজনাক জানিবলৈ, নেদেখাক দেখিবলৈ, প্ৰকৃতিৰ সৌন্দৰ্যক নিজ চকুৰে চাই নয়ন তৃপ্তি কৰিবলৈ। সাগৰৰ বুকুত, পাহাৰৰ বুকুত সূৰ্য উদয়-অস্ত চাবলৈ, হিমালয়ৰ

বৰফাবৃত পাহাৰৰ সৌন্দৰ্য চাবলৈ সামৰ্থবানজনে আজিও হেলা নকৰে। অৱশ্যে আজিকালি ভ্ৰমণৰ বাবে যাতায়তৰ সুবিধাৰ উপৰিও অন্যান্য সুবিধাও বাঢ়িছে। আমাৰ দেশতো ভ্ৰমণৰ উপকাৰিতা উপলব্ধি কৰি একোটা পৰ্যটন বিভাগ স্থাপন কৰা হৈছে। এই বিভাগৰ জৰিয়তে কোনো ঠাইলৈ যোগাযোগ আৰু ঠাইখনৰ বিষয়ে সম্যক জ্ঞান লাভ কৰিব পাৰি। বিভিন্ন ঠাইত এই বিভাগে থকা-খোৱাৰ সুবিধাৰ অৰ্থে পৰ্যটন নিবাসৰো ব্যৱস্থা কৰিছে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ দেশ ভ্ৰমণৰ আনন্দ আৰু শিক্ষা ২ দেশ ভ্ৰমণ শিক্ষাৰ অংগ ৩ ভ্ৰমণৰ প্ৰয়োজনীয়তা।

# নাৰী শিক্ষাৰ প্ৰয়োজনীয়তা

*HS 2008*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - নাৰী শিক্ষা অপৰিহাৰ্য - শিক্ষা আয়োগৰ প্ৰতিবেদন - সামৰণি

---

## ভূমিকা

অশিক্ষা আৰু অজ্ঞানতাই হ'ল মানুহৰ জীৱনৰ সকলোতকৈ ডাঙৰ অভিশাপ। তথাপিও আজিৰ এই বিজ্ঞান আৰু প্ৰযুক্তিৰ যুগতো আমাৰ দেশৰ অধিকাংশ মানুহেই অশিক্ষিত। সকলোতকৈ শোচনীয় অৱস্থা হৈছে নাৰী সমাজৰ। আমাৰ দেশৰ নাৰীৰ সাক্ষৰতাৰ হাৰ পুৰুষতকৈ বহু কম। প্ৰকৃততে আমাৰ দেশৰ অধিকাংশ লোক ছোৱালীৰ পঢ়া-শুনাৰ প্ৰতি আজিও সজাগ নহয়। বহু তথাকথিত শিক্ষিতলোকেও ছোৱালীজনীতকৈ ল'ৰাটোৰ পঢ়াতহে অধিক গুৰুত্ব আৰোপ কৰে। তদুপৰি দুখীয়া কৃষক-শ্ৰমিকৰ ছোৱালীয়ে মাকক ঘৰুৱা কামত সহায় কৰি দিবলগীয়া হোৱা বাবে তেওঁলোকে ছোৱালীজনীৰ পঢ়া-শুনাত বিশেষ মনোযোগ নিদিয়ে। ছোৱালীজনী যিহেতু এঘৰলৈ উলিযাই দিবই লাগিব, তেনেক্ষেত্ৰত বেছি পঢ়ুৱাই থকাতকৈ ঘৰতে কাম-বন শিকাই বিয়াৰ বাবে উপযুক্ত কৰি তোলাত অধিক গুৰুত্ব আৰোপ কৰা হয়।

আমাৰ দেশৰ চৰকাৰে নাৰী শিক্ষাৰ ক্ষেত্ৰত যথেষ্ট গুৰুত্ব আৰোপ কৰিছে। সম্প্ৰতি ল'ৰাৰ লগতে ছোৱালীৰ শিক্ষা বাধ্যতামূলক কৰাৰ উপৰিও ছোৱালীৰ বাবে বিনামূলীয়া শিক্ষা প্ৰৱৰ্তন কৰা হৈছে। তৎসত্বেও দেশত নাৰীৰ শিক্ষাৰ বৃদ্ধি কম। গাঁও অঞ্চলত এই অৱস্থা বেছি দুখ লগা।

দেশৰ মুঠ জনসংখ্যাৰ প্ৰায় পঞ্চাশ শতাংশই নাৰী। সেই আধাই যদি অজ্ঞানতাৰ আন্ধাৰত ডুব গৈ থাকে তেতিয়া হ'লে দেশে প্ৰকৃতাৰ্থত প্ৰগতিৰ পথত আগবাঢ়িব নোৱাৰে। এজনী ছোৱালী উপযুক্ত শিক্ষাৰে শিক্ষিত হ'লে নিজৰ তথা ঘৰখনৰ লগতে দেশৰো উন্নতিত উল্লেখযোগ্য বৰঙণি আগবঢ়াব পাৰে। বাল্য বিবাহ, অন্ধ বিশ্বাস আৰু

কু-সংস্কাৰ আদিৰ পৰা নিজে মুক্ত হোৱাৰ লগতে এজনী শিক্ষিত ছোৱালীয়ে নিজৰ পৰিয়ালকো এইবোৰৰ পৰা মুক্ত কৰিব পাৰে। তদুপৰি নিজৰ সন্তানক উপযুক্ত শিক্ষাৰে শিক্ষিত কৰি তোলা, পৰিয়ালৰ স্বাস্থ্য ৰক্ষাৰ প্ৰতি সচেতনতা, পৰিষ্কাৰ-পৰিচ্ছন্নতা আদিৰ ব্যৱস্থা ল'ব পাৰিব। এজনী শিক্ষিত ছোৱালীয়ে নিজৰ পৰিয়ালটোৰ অৰ্থনৈতিক উন্নতিতো সহযোগ আগবঢ়াব পাৰে। চাকৰি নকৰিও ঘৰতে আয়-ব্যয়ৰ মাজত সামঞ্জস্য ৰাখি অযথা ব্যয় কমাব পাৰে। খাদ্য-বস্তুৰ গুণাগুণ অনুসৰি কম খৰচতে পুষ্টিকৰ খাদ্য তৈয়াৰ কৰি পৰিয়ালৰ ব্যয় সংকোচনত সহায় কৰিব পাৰে। বৰ্তমানৰ দেশৰ অৰ্থনৈতিক অৱস্থাত ঘৰ এখন চলাবলৈ পুৰুষ-মহিলা উভয়ে উপাৰ্জন কৰাৰ প্ৰয়োজন হৈ পৰিছে। উপযুক্ত শিক্ষা লাভ কৰিলে এজনী ছোৱালীয়েও কৰ্মস্থান লাভ কৰি পৰিয়ালৰ ভৰণ-পোষণত সহায়ৰ হাত আগবঢ়াব পাৰে। বৰ্তমান দেশৰ বহু শিক্ষিত ছোৱালীয়ে বিভিন্ন বিভাগত কৰ্মসংস্থান লাভ কৰিছে। বহু সন্মানীয় পদবীত কাৰ্যনিৰ্বাহ কৰি দেশ আৰু পৰিয়ালৰ উভয়েৰে উন্নতিত অৰিহণা যোগাইছে। অন্যহাতে বাধ্যত পৰি পৰিয়ালৰ ভৰণ-পোষণৰ উদ্দেশ্যত বহু নাৰীয়ে শিক্ষা বা দক্ষতাৰ অভাৱত কম মজুৰিত অস্বাস্থ্যকৰ পৰিৱেশত কাম কৰিবলগীয়া হৈছে।

### নাৰী শিক্ষা অপৰিহাৰ্য

এখন সমাজ যুগৰ লগত সমানে আগুৱাই যাবলৈ হ'লে সমাজৰ নাৰী-পুৰুষ সমানে আগুৱাই যাব লাগিব। দেশৰ আধা অংশ পিছপৰি থকা সমাজে কেতিয়াও পৰিপূৰ্ণ উন্নতি লাভ কৰিব নোৱাৰে। সেয়েহে দেশৰ প্ৰতিজন পুৰুষৰ লগতে প্ৰতিগৰাকী নাৰীয়েও শিক্ষা লাভ কৰিব লাগিব। দেশৰ প্ৰগতিৰ প্ৰতিটো পদক্ষেপতে পুৰুষৰ সমানে নাৰীয়েও ভাগ ল'ব লাগিব। আজি দেশক শিক্ষক, বিজ্ঞানী, চিকিৎসক, ৰাজনীতিজ্ঞ সকলোৰে প্ৰয়োজন। সকলোতকৈ বেছি প্ৰয়োজন ঘৰে ঘৰে একোগৰাকী মাতৃৰ। কাৰণ উপযুক্ত মাতৃয়েহে সন্তানক সমাজৰ উন্নয়নৰ বাবে উপযুক্ত কৰি গঢ়ি তুলিব পাৰে। সেয়েহে প্ৰতি গৰাকী মাতৃ শিক্ষিত হোৱা প্ৰয়োজন। সমাজৰ সকলো স্তৰলৈ নাৰীৰ শিক্ষা বিস্তাৰ হ'লেহে আমি ঘৰে ঘৰে শিক্ষিত মাতৃ লাভ কৰিম।

পুথিগত শিক্ষাৰ বাহিৰেও বৃত্তিমূলক শিক্ষাৰ দ্বাৰাযো শিক্ষাৰ বিস্তাৰৰ লগতে নাৰীক অৰ্থনৈতিকভাৱে স্বাবলম্বী হোৱাত সহায় কৰিব পাৰি। দেশৰ উন্নতিৰ হকে কাৰিকৰী শিক্ষাৰে শিক্ষিত লোক বৃত্তিমূলক শিক্ষাৰ প্ৰসাৰৰ যোগেদিহে পোৱা সম্ভৱ। দেশত ছোৱালীৰ বাবে সুকীয়া বৃত্তিমূলক শিক্ষা প্ৰতিষ্ঠানৰ সংখ্যা একেবাৰে কম। ছোৱালীৰ বাবে অধিক কাৰিকৰী প্ৰতিষ্ঠান স্থাপন কৰি সেইবিলাকতো উন্নত কাৰিকৰী পাঠ্যক্ৰম অন্তৰ্ভুক্ত কৰিলে মহিলাই আৰ্থিক উন্নতি সাধনত অধিক সুবিধা পাব।

### শিক্ষা আয়োগৰ প্ৰতিবেদন

নাৰী শিক্ষাৰ সমস্যাৰ প্ৰতি লক্ষ্য কৰি বিভিন্ন শিক্ষা আয়োগে নিজৰ নিজৰ প্ৰতিবেদনত কিছুমান পৰামৰ্শ আগবঢ়াইছে। সেই পৰামৰ্শসমূহ হ'ল ঃ

১ নাৰী শিক্ষাৰ বিশেষ আঁচনি লোৱা।

২ নাৰী শিক্ষাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা।

৩ আঁচনিৰ প্ৰয়োজনৰ বাবে যাৱতীয় পুঁজিৰ যোগান ধৰা।
৪ কেন্দ্ৰ আৰু ৰাজ্যত মহিলা শিক্ষাৰ বিশেষ দপ্তৰ খোলা।
৫ বিনামূলীয়া দুপৰীয়াৰ আহাৰ, কাপোৰ-কানি, কিতাপ-কলমৰ যোগান ধৰা।
৬ মহিলা শিক্ষয়িত্ৰী নিয়োগ কৰা।
৭ ছাত্ৰী নিবাসৰ ব্যৱস্থা কৰা।
৮ ছাত্ৰীৰ বাবে সুকীয়া বৃত্তিৰ ব্যৱস্থা কৰা।
৯ প্ৰাপ্তবয়স্ক শিক্ষা আঁচনিত মহিলাক সামৰি লোৱা।

**সামৰণি**

বৰ্তমানে এই পৰিকল্পনাসমূহ আংশিকভাৱে হ'লেও ৰূপায়ণ কৰাত শিক্ষা বিভাগে গুৰুত্ব দিছে। অৱশ্যে এতিয়াও সৰ্বাত্মক বিস্তাৰ হোৱা নাই। পৰামৰ্শসমূহ সম্পূৰ্ণভাৱে ৰূপায়িত হ'লে নাৰী শিক্ষা বিস্তাৰত এক নতুন দিগন্তৰ সূচনা হ'ব বুলি আশা কৰিব পাৰিব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ নাৰী শিক্ষা ২ নাৰীৰ অনগ্ৰসৰতাৰ কাৰণ শিক্ষাৰ অভাৱ।

**ৰচনাৰ সংকেত :** ভূমিকা - অসমীয়া চুটি গল্পৰ আৰম্ভণি - অসমীয়া সাহিত্যৰ সোণালী গল্পৰ যুগ - যুদ্ধৰ পাছৰ সৃষ্টি - সামৰণি

# অসমীয়া চুটি গল্প

*চুটি গল্প কলা। কলাৰ ধৰ্ম গতিশীলতা আৰু ৰূপান্তৰ। গতিকে সাম্প্ৰতিক অসমীয়া চুটি গল্পই কাহিনী পৰিহাৰ কৰি চৰিত্ৰৰ মনোজগতৰ গভীৰতাত প্ৰৱেশ কৰি সত্যানুসন্ধান কৰাত গুৰুত্ব দিয়াটো যিদৰে শুভ লক্ষণ, সেইদৰে ই বিৱৰ্তন তথা বিশালতা আৰ্জনৰো পৰিচায়ক।*

— **ডঃ প্ৰহ্লাদ কুমাৰ বৰুৱা**

**ভূমিকা**

চুটি গল্প সাহিত্যৰ অন্যতম সুন্দৰ কলা। সভ্যতাৰ বাটত মানুহ আগবঢ়াৰ লগে লগে আন সকলো দিশৰ দৰে সাহিত্যৰ ক্ষেত্ৰতো প্ৰচুৰ উন্নতি সাধন হ'ল।

**অসমীয়া চুটি গল্পৰ আৰম্ভণি**

অসমীয়া চুটি গল্পৰ আৰম্ভ হৈছিল ঊনবিংশ শতিকাৰ শেষাৰ্দ্ধত। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা হ'ল অসমীয়া চুটি গল্পৰ জন্মদাতা। প্ৰাচীন সাধুকথাৰ পৰা অতি সৰল আৰু সৰলতাৰে বেজবৰুৱাৰ কলমেদি ওলাই আহিল চুটি গল্প। বেজবৰুৱাৰ জোনবিৰি, সাধুকথাৰ কুঁকি, সুৰভি আদিত প্ৰকাশিত ভালেকেইটা গল্পই মুকলি কৰিছিল এখন নতুন

দুৱাৰ। আজিৰ পৰা বহু বছৰৰ আগেয়ে ইংৰাজ শাসনকালতে বেজবৰুৱাই লিখিছিল চুটি গল্প। ফোপোলা সমাজ আৰু আভিজাত্যৰ ওপৰত চলাইছিল তেওঁ হাঁহিৰ চাবুক। 'ভদৰী', 'ভেমপুৰীয়া', 'মৌজাদাৰ', 'ভোকেন্দ্ৰ বৰুৱা', 'ধোবা-খোবা', 'মৈদাম' আদি যুগজয়ী সৃষ্টিৰে সাহিত্যৰথীয়ে মুকলি কৰি গ'ল এক অপূৰ্ব অধ্যায়। একেবাৰে নতুন শাখা এটা মুকলি কৰিলে তেওঁ। অসমীয়া সাহিত্যই লাভ কৰিলে এক সুন্দৰ সৃষ্টি।

**অসমীয়া সাহিত্যৰ সোণালী গল্পৰ যুগ**

অসমীয়া সাহিত্যত বেজবৰুৱাই দি যোৱা চুটি গল্পই সম্প্ৰতি এক বিশাল বৃক্ষৰ ৰূপ লাভ কৰিছে। তেওঁৰ গল্পত জীৱন সম্পৰ্কীয় জটিলতা, অনুভূতিক প্ৰগাঢ়তাৰ সলনি আছিল এক অদ্ভুত সৰলতা। অৱশ্যে সাম্প্ৰতিক গল্পই সেই চুটি গল্পৰ সোৱাদ দিব নোৱাৰে। সময়ৰ লগে লগে সলনি হৈছে গল্পৰো সোৱাদ।

সাহিত্যৰথীৰ প্ৰায় লগতে অসমত শৰৎ চন্দ্ৰ গোস্বামীয়েও গল্প লিখিবলৈ লৈছিল। 'গল্পাঞ্জলি', 'ময়না', 'বাজিকৰ', 'পৰিদৰ্শন' আদি পুথি প্ৰকাশ কৰি অসমৰ গল্প সাহিত্যৰ প্ৰতি নিজৰ অৰিহণা যোগাইছিল। সৰল বাকভংগী, নিয়তিৰ ভৰসা আদি তেওঁৰ গল্পৰ বৈশিষ্ট্য। মানুহৰ স্বাভাৱিক প্ৰেম-ঈৰ্ষা-বিৰহ ফুটি ওলাইছে তেওঁৰ গল্পত। দণ্ডিনাথ কলিতা হ'ল সেই সময়ৰে আন এজন গল্পকাৰ। সমাজৰ উচ্চ-নীচ ভাব, অন্যায়, অবিচাৰ আদিৰ ছবি আঁকিছে তেওঁৰ গল্পত। অসমৰ চুটি গল্পৰ ইতিহাসত সূৰ্য কুমাৰ ভূএগৰ নাম স্মৰণীয়। মূলতঃ ৰোমাণ্টিক ভাৱধাৰা, জীৱনৰ প্ৰকৃত সুখ-দুখ গল্পত প্ৰকাশ কৰা সূৰ্য্য কুমাৰ ভূএগই অতি কম সংখ্যক গল্প লিখিছিল।

প্ৰকৃততে 'আৱাহন' ছপা হোৱাৰ পৰাহে অসমীয়া চুটি গল্পই সোণালী বাটত খোজ পেলাবলৈ আৰম্ভ কৰিছিল। নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, নকুল চন্দ্ৰ ভূএগ, লক্ষ্মীধৰ শৰ্মা, হলীৰাম ডেকা আদিয়ে অসমীয়া চুটি গল্পক সমৃদ্ধিশালী কৰাত অতুলনীয় অৱদান আগবঢ়াই গৈছে। এওঁলোকৰ দিনতে অসমীয়া চুটি গল্পই পৰিগ্ৰহ কৰিছিল বিশাল ৰূপ। বিশেষকৈ, অসমীয়া সমাজখনৰ সৰল ৰূপ প্ৰকাশ কৰাত এওঁলোকক সদায়ে স্মৰণ কৰিব অসমীয়া গল্পৰ পাঠকে। প্ৰাঞ্জল ভাষা, ভাবৰ গভীৰতা, পৰিৱেশ চিত্ৰণৰ অদ্ভুত দক্ষতাৰে অসমীয়া চুটি গল্পত অৱদান আগবঢ়াইছিল মহীচন্দ্ৰ বৰা, লক্ষ্মীনাথ ফুকন, বিৰিঞ্চি কুমাৰ বৰুৱা, হেমচন্দ্ৰ বৰুৱা, ত্ৰৈলোক্যনাথ গোস্বামী, ৰমা দাশ, ৰাধিকামোহন গোস্বামী আদিয়ে। এওঁলোকৰ গল্পৰ মূল আধাৰ আছিল মানুহৰ মনৰ আৱেগ, প্ৰেম, শাৰীৰিক আৱেদন, ঈৰ্ষা আৰু উচ্চ-নীচৰ ভাৱ। অসমীয়া মানুহৰ মনস্তত্ত্বক বহু পৰিমাণে এওঁলোকৰ গল্পই অতি স্পষ্ট ৰূপত প্ৰকাশ কৰিছিল। ব্যক্তিৰ কাৰ্যকলাপ, সমাজত তাৰ প্ৰভাৱ, ৰোমাণ্টিক আৱেগৰ পৰা ওপজা প্ৰেমে দিয়া বিষাদ, সমাজৰ ৰীতি-নীতিয়ে মানুহক দিয়া জীৱনজোৰা শাস্তিৰ কথাকে তুলি ধৰা এই গল্পবোৰ অসমীয়া চুটি গল্পৰ লাইখুঁটা। যাক আৰু মজবুত কৰাত সহায় কৰিছিল মহিম বৰা, উমাকান্ত শৰ্মা, দীননাথ শৰ্মা, কৃষ্ণ ভূএগ, প্ৰেম নাৰায়ণ দত্ত, মুনীন বৰকটকী, সুপ্ৰভা গোস্বামী আদিয়ে। 'আৱাহন'ৰ উপৰি 'জয়ন্তী' আৰু 'সুৰভি'য়েও বহু গল্পকাৰক চিনাকি কৰি দিলে আমাৰ সৈতে।

**যুদ্ধৰ পাছৰ সৃষ্টি**

১৯৩৯ চনত হোৱা দ্বিতীয় মহাসমৰে অসমীয়া চুটি গল্পতো প্ৰভাৱ পেলালে। তাৰ লগে লগে ভাৰতৰ স্বাধীনতা আন্দোলনে আমাৰ গল্পকাৰসকলৰ ৰচনাক এক ন ৰূপ দিলে। স্বাভাৱিকতে সমাজ ব্যৱস্থাৰ পৰিৱৰ্তনে অসমীয়া চুটি গল্পক প্ৰভাৱিত কৰিলে। দ্বিতীয় মহাসমৰৰ উকমুকনিৰ সময়তে চৈয়দ আব্দুল মালিকৰ গল্পই অসমীয়া চুটি গল্পক দিলে এক নতুন যাত্ৰা। 'প্ৰাণ পোৱাৰ পিছত', 'অলপ ডাৱৰ অলপ পোহৰ', 'চক্ৰবেহু' আদি গল্পই অসমীয়া গল্পক দিছিল সম্পূৰ্ণ নতুন সোৱাদ।

আৱাহনৰ পিছত জন্ম হোৱা 'ৰামধেনু'ৱে অসমীয়া গল্প সাহিত্যতে নহয় সমগ্ৰ অসমীয়া সাহিত্যতে ছটিয়াই গ'ল সাহিত্যৰ নানাৰঙী ছবি। 'কলং আজিও বয', 'সাতসৰী', 'এজনী জাপানী ছোৱালী', 'মাকনৰ গোঁসাই' আদি গল্পৰে অপূৰ্ব প্ৰকাশভংগী দাঙি ধৰিলে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই। মূলতঃ ঔপন্যাসিক হিচাপে স্বীকৃতি পালেও অসমীয়া চুটি গল্পতো তেওঁৰ অৱদান আছে। 'কলপটুৱাৰ মৃত্যু', 'জোনাক নিশাৰ আন্ধাৰ' আদি গল্প যোগেশ দাসৰ কলমেদি নিগৰি ওলাইছিল। অসমীয়া চুটি গল্পৰ বহু প্ৰতিভাৱান গল্পকাৰৰ ভিতৰত হোমেন বৰগোহাঞি, মেদিনী চৌধুৰী, ভবেন্দ্ৰনাথ শইকীয়া আদি কোনোকালে মচিব নোৱাৰা নাম। এওঁলোকৰ গল্পত যি বিচিত্ৰ পটভূমি, মানুহৰ অন্তৰলৈ চাব পৰা শক্তি, বাক্যৰ শক্তিশালী আৱেদনৰ সৈতে তুলনা কাৰো সৈতে নহয়। নিৰুপমা বৰগোহাঞি, চন্দ্ৰপ্ৰসাদ শইকীয়া, পদ্ম বৰকটকী, সৌৰভ কুমাৰ চলিহা, লক্ষ্মীনন্দন বৰা, বীৰেশ্বৰ বৰুৱা, শীলভদ্ৰ খ্যাত ৰেৱতী মোহন দত্তচৌধুৰী আদিয়ে অসমীয়া চুটি গল্পক সমৃদ্ধিৰ বাটত আগুৱাই লৈ গ'ল। নিৰোদ চৌধুৰী, ইমৰান শ্বাহ, অতুলানন্দ গোস্বামী, কুমুদ গোস্বামী, ৰিজু হাজৰিকা, অৰুণ গোস্বামী, অপূৰ্ব শৰ্মা, অৰুণ শৰ্মা, মামণি ৰয়চম গোস্বামী, হৰেকৃষ্ণ ডেকাৰ গল্পই পাঠকৰ সকলো ধৰণৰ মানসিক তৃষ্ণা পূৰ কৰিব পাৰিছিল বুলি ক'ব পাৰি। এওঁলোকৰ গল্পত ফুটি উঠা চিত্ৰণ পাঠকৰ মন মগজুত স্থায়ী হৈ ৰৈছিল। সম্প্ৰতি অনুৰাধা শৰ্মা পূজাৰী, অভিজিত শৰ্মাবৰুৱা, অৰূপা পটংগীয়া কলিতা, বন্দিতা ফুকন আদিৰ দৰে এচাম নিপুণ গল্পকাৰে অসমৰ চুটি গল্পৰ আকাশ পোহৰাই ৰাখিছে।

**সামৰণি**

অসমীয়া চুটিগল্প এতিয়া পৰিগ্ৰহ কৰিছে এক বৃহৎ ৰূপ। সমৃদ্ধি আৰু পৰিপূৰ্ণতাৰ বাটত খোজা পেলাইছে অসমীয়া চুটি গল্পই।

> *আটাইতকৈ অনমনীয় বস্তু হ'ল সত্য ঘটনা। আমি যিয়েই নাভাবো বা ইচ্ছা নকৰো বা নিবিচাৰো কিয় সত্য ঘটনাৰ সাক্ষ্য অপৰিৱৰ্তনীয় হৈ ৰয়।* — **জন আডামছ**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বিশ্বৰ স্বাস্থ্য পৰিস্থিতি - আমাৰ দেশৰ কাৰ্যসূচী - সামৰণি

# জনস্বাস্থ্য

*জনগণৰ শাৰীৰিক, মানসিক আৰু সামাজিক কুশলতাই হৈছে জনস্বাস্থ্য।*

**—বিশ্ব স্বাস্থ্য সংস্থা**

**ভূমিকা**

জনস্বাস্থ্য, জনশিক্ষা আদি কথাবোৰ সাম্প্ৰতিক সময়ত বহুলভাৱে প্ৰচলিত হৈছে। জনশিক্ষা বুলিলে যিদৰে জনসাধাৰণৰ শিক্ষাক বুজাই সেইদৰে জনস্বাস্থ্য বুলিলে জনসাধাৰণৰ স্বাস্থ্যৰ কথা বুজায়। জনস্বাস্থ্যৰ অৰ্থ হ'ল জনসাধাৰণৰ বাবে ৰখা স্বাস্থ্য প্ৰকল্প যি অধিকাংশ জনসাধাৰণক উপকৃত কৰিব। জনসাধাৰণ এই সমস্ত নীতি সম্বন্ধে সজাগ থাকিব লাগিব। অন্যথা জনস্বাস্থ্য কথাটো অৰ্থহীন হৈ পৰিব।

**বিশ্বৰ স্বাস্থ্য পৰিস্থিতি**

প্ৰাথমিক স্তৰত শিক্ষাৰ প্ৰসাৰ নঘটিলে যিদৰে নিৰক্ষৰতা একেবাৰে দূৰ কৰিব কৰিব নোৱাৰি, সেইদৰে শিশুসকলক ৰোগমুক্ত কৰিব নোৱাৰিলে 'জনস্বাস্থ্য' প্ৰতিষ্ঠা সম্ভব নহয়। ইউনেস্কোৰ এক প্ৰতিবেদনত কোৱা হৈছে যে পৃথিৱীত নিতৌ ৩৫ হাজাৰ শিশু ৫ বছৰ পূৰ্ণ হোৱাৰ আগতেই মৃত্যু মুখত পৰে। এওঁলোক নিউমোনিয়া, টাইফয়ডৰ দৰে ৰোগত ভোগে। ভিটামিনৰ অভাৱত বিশ্বত প্ৰতিবছৰে ১০ কোটি শিশুৰ মৃত্যু হয়। সমগ্ৰ পৃথিৱীত আয়োডিনৰ অভাৱত বছৰি ১০০ কোটি মানুহ মানসিক আৰু শাৰীৰিক দুৰ্বলতাত ভুগিছে। ভাৰতত এনে শিশুৰ মৃতুৰ হাৰ আৰু বেছি। যিসময়ত প্ৰতিৰক্ষাৰ ক্ষেত্ৰত শ শ কোটি খৰচ হৈছে, তাৰ তুলনাত স্বাস্থ্য ক্ষেত্ৰত বিনিয়োগ তেনেই নগণ্য। দেশৰ প্ৰতিৰক্ষাৰ সমানেই গুৰুত্ব পোৱা উচিত জনস্বাস্থ্যইও।

**আমাৰ দেশৰ কাৰ্যসূচী**

আমাৰ দেশৰ চৰকাৰে শিশুৰোগ নিৰাময়ৰ বাবে বিভিন্ন প্ৰকাৰৰ চিকিৎসাৰ ব্যৱস্থা কৰিছে। হেপাটাইটিছ বি, পোলিঅ' আদিৰ ছিটা প্ৰদানৰ বাবে চৰকাৰে চলাইছে সবল অভিযান। স্বাস্থ্যৰক্ষাৰ ক্ষেত্ৰত পানী আৰু খাদ্যৰ প্ৰভাৱ গুৰুত্বপূৰ্ণ। বহু ক্ষেত্ৰত চৰকাৰৰ প্ৰচেষ্টা সত্ত্বেও জনসাধাৰণৰ সহযোগিতাৰ অভাৱৰ বাবে সফল নহয় স্বাস্থ্য অভিযান। অসমতো ৰাষ্ট্ৰীয় গ্ৰামীণ স্বাস্থ্য অভিযানৰ যোগেদি ব্যাপক স্বাস্থ্যৰক্ষা অভিযান চলাই থকা হৈছে। আমাৰ দেশত পৰিষ্কাৰ খোৱাপানী এতিয়াও এক গুৰুতৰ সমস্যা। দূষিত খোৱাপানী নোহোৱাৰ ফলত প্ৰতি বছৰে বুজনসংখ্যক লোক বেমাৰত আক্ৰান্ত হয়। এই ক্ষেত্ৰত চৰকাৰে প্ৰচাৰ চলাইছে আৰু আঁচনি গ্ৰহণ কৰিছে যদিও পৰ্যাপ্ত বুলিব নোৱাৰি। খোৱাপানীৰ সমস্যা সমাধান নোহোৱাকৈ কোনো স্বাস্থ্য অভিযানেই সফল হ'ব নোৱাৰে। সাম্প্ৰতিক সময়ত চিকিৎসা বিজ্ঞানৰ ব্যাপক উন্নতি ঘটি আছে যদিও এইবোৰৰ

সুবিধা ল'ব পৰাকৈ চিকিৎসা এতিয়াও ব্যয়বহুল হৈয়েই আছে। চৰকাৰে স্বাস্থ্যৰ ক্ষেত্ৰত বিভিন্ন আঁচনি গ্ৰহণ কৰিছে যদিও সেইবোৰ হাতে-কামে কৰা হোৱা নাই। পৰস্পৰৰ প্ৰচেষ্টা আৰু সহযোগিতাৰ লগতে স্বাস্থ্যবিধিও আমি অনুসৰণ কৰিব লাগিব।

**সামৰণি**

জনস্বাস্থ্য সম্পৰ্কে চেতনা বৃদ্ধিৰ বাবে জনস্বাস্থ্য মেলাৰ আযোজন কৰিব লাগিব। জনস্বাস্থ্য মেলাক ভিতৰুৱা অঞ্চললৈ লৈ যাব লাগিব। গাঁৱে গাঁৱে সজাগ সভা অনুষ্ঠিত কৰিব লাগিব। অভ্যাস, শৃংখলা তথা বিজ্ঞান চেতনাই আমাৰ সমাজত জীৱনক সুস্থ আৰু সবল কৰি তুলিব পাৰে। চহৰৰ অলি গলিত অস্বাস্থ্যকৰ পৰিৱেশ, বস্তি আদি নোহোৱা কৰি মানুহক সচেতন কৰিব লাগিব। গাঁওবোৰত খোৱাপানী, শিক্ষাৰ ব্যাপকতা বৃদ্ধি কৰি স্বাস্থ্য সম্পৰ্কে যিকোনো ধৰণৰ জ্ঞান দিয়াৰ ব্যৱস্থা কৰিলে সুফল পোৱা যাব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ আমি আৰু আমাৰ স্বাস্থ্য ২ পৰিৱেশত স্বাস্থ্যৰ প্ৰভাৱ ৩ ভাৰতৰ জনস্বাস্থ্য।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ছুপাৰ হাইৱেৰ সংজ্ঞা - আৱিষ্কাৰৰ কাহিনী - নতুন শিল্প - সীমিত লোকৰ সা-সুবিধা - সামৰণি

# ইনফৰমেছন হাইৱে

**ভূমিকা**

বিজ্ঞানৰ অভাৱনীয় উন্নতিযে মানুহক কিছুমান ক্ষেত্ৰত যান্ত্ৰিক কৰি তুলিছে। পৰিশ্ৰমৰ কাম বুলি আমাৰ ওচৰত কমেইহে কাম বাকী ৰৈছে। তৎসত্ত্বেও বিজ্ঞানৰ এই অগ্ৰগতিক কোনো প্ৰকাৰেই অস্বীকাৰ কৰিব নোৱাৰি। বিজ্ঞানৰ অভিনৱ আৱিষ্কাৰে মানৱ সমাজক ক'ত উপনীত কৰাব সেই সম্পৰ্কে মন্তব্য কৰাটো অসম্ভৱ।

**ছুপাৰ হাইৱেৰ সংজ্ঞা**

সম্প্ৰতি ছুপাৰ হাইৱে বুলি নতুন কথা এটাই বিজ্ঞান জগতত আলোড়নৰ সৃষ্টি কৰিছে। এইটো কোনো নেচনেল হাইৱে নহয়, ই হ'ল টেলিফোন, টেলিগ্ৰাফ, ৰেডিঅ', টেলিভিছন সকলো লগ হৈ দেশ-বিদেশৰ মাজত হোৱা যোগাযোগৰ এক অভিনৱ ব্যৱস্থা। এই আৱিষ্কাৰৰ ফল ভাল হ'বনে বেয়া হ'ব তাক লৈ প্ৰশ্ন উঠিছে। অভিজ্ঞতাৰ মাধ্যমত নিজৰ প্ৰয়োজনত মানুহে এইবোৰ গ্ৰহণ কৰিছে। গ্লোবেল ডাটা এক্সচেঞ্জ, নেটৱৰ্ক যি ইনফৰমেছন ছুপাৰ হাইৱে নামেৰে পৰিচিত সি বিজ্ঞান আৰু প্ৰযুক্তিৰ ক্ষেত্ৰত আলোড়নৰ সৃষ্টি কৰিছে।

### আৱিষ্কাৰৰ কাহিনী

এই ব্যৱস্থাই পৃথিৱীক ক্ষুদ্ৰ কৰি তোলাৰ উপৰি আমাৰ দৈনন্দিন জীৱনৰ কাম-কাজতো পৰিৱৰ্তন ঘটাব। এই ব্যৱস্থাত টেলিফোনৰ কথাও মুদ্ৰন যন্ত্ৰত ছপা হৈছে। দূৰত কাৰোবাক ফোন কৰিলে ভিডিঅ' কনৰ্ফাৰেন্সিং যন্ত্ৰৰ সহায়ত তেওঁৰ ছবি চাব পৰা গৈছে। কাৰ্যালয়লৈ নোযোৱাকৈ কাৰ্যালয়ৰ কাম কৰিব পৰা গৈছে। এই ব্যৱস্থা এতিয়াও বহুলভাৱে বিয়পি যোৱা নাই যদিও শীঘ্ৰে ইয়াৰ প্ৰসাৰ ঘটিব বুলি অনুমান কৰা হৈছে। ইনফৰমেছন হাইৱে ব্যৱস্থাই আধুনিক জীৱনক যে আৰু উন্নত কৰি তুলিব সেয়া ধুৰূপ।

### নতুন শিল্প

এই ব্যৱস্থাত জন্ম হ'ব নতুন শিল্প প্ৰতিষ্ঠানৰ। ইতিমধ্যে মাৰ্কিন টেলিফোন সংস্থা এই দিশত আগ্ৰহী হৈ উঠিছে। বিভিন্ন দেশত বেচৰকাৰী সংস্থাই এই নতুন ব্যৱসায়ত অৰ্থ বিনিযোগ কৰি মুনাফা লাভৰ পথ প্ৰশস্ত কৰি তুলিছে। আনফালে যাতে এই নতুন ব্যৱস্থাই আমাৰ সমাজ জীৱনত আঘাত হানিব নোৱাৰে তাৰ প্ৰতি আমি সতৰ্ক থকা উচিত। বহুতৰ মাতে বজাৰ সম্পৰ্কীয় গতানুগতিক প্ৰতিবন্ধকতা এই নতুন ব্যৱস্থাত ভাঙি পৰিব। ইয়াৰ লগতে ঘৰত বহিয়েই সকলো সম্ভৱ হোৱা হেতুকে মানুহৰ কৰ্মক্ষমতা আৰু কমি আহিব।

### সীমিত লোকৰ সা-সুবিধা

এই ব্যৱস্থাই সৰ্বসাধাৰণ সকলোকে উপকৃত কৰিব পাৰিবনে? দৰিদ্ৰতা, নিৰক্ষৰতাৰ বাবে এতিয়াও বিশ্বৰ বুজন সংখ্যক লোক বিজ্ঞানে প্ৰদান কৰা সা-সুবিধাৰ পৰা বঞ্চিত হৈ আছে। তাৰ বাবেই বিশ্বৰ মুষ্টিমেয় মানুহেহে এই ব্যয়বহুল ব্যৱস্থাৰ সুযোগ ল'ব পাৰিব। ফলত সমাজত আকৌ দুটা শ্ৰেণীৰ জন্ম হ'ব। শ্ৰেণী দ্বন্দ্ব, ৰাজনৈতি দ্বন্দ্ব আৰু অৰ্থনৈতিক দ্বন্দ্ব বৃদ্ধি পাব পাৰে।

### সামৰণি

ইনফৰমেছন হাইৱেত অত্যাধুনিক ব্যৱস্থাৰ প্ৰসাৰৰ ফলত নেতিবাচক প্ৰভাৱ পৰিব পাৰে পূৰ্বৰ বহু ব্যৱস্থাৰ ওপৰত। ফলত বহু লোকে কৰ্মসংস্থান হেৰুৱাব পাৰে। পুৰণা উদ্যোগ অকামিলা হৈ পৰিব পাৰে। তৎসত্বেও এটা কথা ধুৰূপ যে প্ৰগতিক কোনেও বাধা দিব নোৱাৰে। তাৰ বাবেই বিজ্ঞানৰ এই অভিনৱ আৱিষ্কাৰক আমি স্বীকাৰ কৰিবই লাগিব।

> *সৰু বুলি কাকো অৱহেলা নকৰিবা, তুমি সৰু বুলি ভবা বস্তু এটাই কেতিয়াবা বিৰাট সত্যৰ সন্ধান দিব পাৰে।*
>
> — গেটে

বচনাৰ সংকেত ঃ ভূমিকা - আৱিষ্কাৰৰ কাহিনী - সৰ্বভাৰতীয় অনুষ্ঠানৰ প্ৰচাৰ - টেলিভিছনৰ উপকাৰিতা - আছে বিস্তৰ অপকাৰিতা - সামৰণি

# টেলিভিছন

HS 2006, 2008

## ভূমিকা

ৰহস্যময় প্ৰকৃতিক হাতৰ মুঠিলৈ আনি বিজ্ঞানে সৃষ্টি কৰিছে ইটোৰ পিছত সিটো সামগ্ৰী। যি প্ৰকৃতি মানুহৰ বাবে অতি দুৰূহ আছিল যাক ভেদ কৰাটো অতি টান কাম আছিল, বিজ্ঞানৰ প্ৰভাৱত সি হৈ পৰিছে সহজলভ্য। জল, স্থল আৰু আকাশ সকলোতে চলিছে বিজ্ঞানৰ জয়যাত্ৰা। বিজ্ঞানৰ এই জযযাত্ৰাৰ অন্যতম অৱদান টেলিভিছন।

## আৱিষ্কাৰৰ কাহিনী

টেলিগ্ৰাফ আৰু টেলিফোন আৱিষ্কাৰ কৰি বিজ্ঞানী ক্ষান্ত নহ'ল। বিদ্যুৎ শক্তি আৱিষ্কাৰৰ লগে লগে ইলেকট্ৰন আৰু ইলেকট্ৰনৰ গোপন ৰহস্য বিজ্ঞানীৰ ওচৰত পৰিচিত হোৱাৰ লগে লগে নতুন যুগৰ সৃষ্টি হয। আৱিষ্কৃত হয় ৰেডিঅ' বাৰ্তা যদিও কণ্ঠস্বৰ শুনিয়েই সন্তুষ্ট নহ'ল বিজ্ঞানী। ছবিৰ সৈতে শব্দকো শুনাবঁ বাবেই সৃষ্টি হ'ল টেলিভিছনৰ।

চলচ্চিত্ৰ আৰু বেতাঁৰ বাৰ্তাৰ যোগফল হ'ল টেলিভিছন, সংক্ষেপে যাক টিভি বুলি কোৱা হয়। উচ্চশক্তিসম্পন্ন ট্ৰেন্সমিটাৰৰ মাধ্যমত পৃথিৱীৰ কোনো উচ্চশক্তিসম্পন্ন শব্দ মহাশূন্যত ইথাৰ সমুদ্ৰত প্ৰেৰণ কৰা হ্য়। একে লগতে উচ্চ শক্তিসম্পন্ন কেমেৰাৰ সহায়ত অত্যন্ত দ্ৰুতগতিত ইথাৰ সমুদ্ৰত অসংখ্য আলোকচিত্ৰ পঠিওৱা হয়। আমাৰ ঘৰৰ টিভিৰ যন্ত্ৰত ছবি আৰু শব্দ মুহূৰ্তৰ ভিতৰতে দৃশ্যমান হৈ উঠে।

## সৰ্বভাৰতীয় অনুষ্ঠানৰ প্ৰচাৰ

ইংলেণ্ডৰ জে এল বেযাৰ্ডে ১৯২৫ চনত টেলিভিছন যন্ত্ৰ আৱিষ্কাৰ কৰে। ভাৰতত ১৯৫১ চনত প্ৰথম ই আৰম্ভ হয। ১৯৮২ চনত দিল্লী কেন্দ্ৰ হোৱাৰ পাছ সৰ্বভাৰতীয় অনুষ্ঠানৰ প্ৰচাৰ আৰম্ভ হয়। বৰ্তমান ৰঙীন টিভি সকলোতে সহজলভ্য হৈ পৰিছে। কেব্‌ল টিভি আৰু বৰ্তমানৰ ছেট টপ বক্সৰ উদ্ভাৱনে নতুন বিপ্লৱৰ সূচনা কৰিছে টেলিভিছনৰ জগতত।

## টেলিভিছনৰ উপকাৰিতা

সাম্প্ৰতিক সময়ৰ মানৱ জীৱনত টেলিভিছনৰ প্ৰভাৱ অপৰিসীম। শিক্ষা, ক্ৰীডা, তথ্য, বাতৰি সকলোতে মানুহে সহায় ল'বলগীয়া হয় টেলিভিছনৰ। টেলিভিছনৰ বাবেই আমি বিশ্বৰ যিকোনো প্ৰান্তত সংঘটিত কোনো ঘটনাৰ খবৰ মুহূৰ্ততে আৰু সবিশেষ পাব পাৰো। বিশ্বক গোলকীয় গাঁৱত পৰিণত কৰাৰ ক্ষেত্ৰত টেলিভিছনৰ ভূমিকা অন্যতম। দেশ-বিদেশৰ সংবাদ, ৰাষ্ট্ৰপ্ৰধানসকলৰ বক্তৃতা, মানুহৰ সংগ্ৰামৰ কাহিনী আদিয়ে আমাৰ জ্ঞানৰ পৰিধি বৃদ্ধি কৰিছে। আধুনিক ব্যস্ত জীৱনত টেলিভিছন বিনোদনৰ অন্যতম

আহিলা। টেলিভিছনৰ যোগেদি যিকোনো বাৰ্তা জনসাধাৰণলৈ প্ৰেৰণ কৰি জনজাগৰণো সৃষ্টি কৰিব পাৰি।

**আছে বিস্তৰ অপকাৰিতা**

টেলিভিছনৰ কিছুমান নেতিবাচক দিশে সমাজৰ অপকাৰ নকৰাকৈ থকা নাই। টেলিভিছনত অত্যন্ত অশ্লীল আৰু সমাজৰ ক্ষতিকাৰক কাৰ্যসূচীও প্ৰচাৰ হয় যিবোৰে সামাজিক অৱক্ষয় মাতি আনিব পাৰে। বিজ্ঞানৰ মাধ্যমত নগ্নতা টেলিভিছন সহজলভ্য হৈ পৰিছে। সুবিধাবাদী ব্যৱসায়ীয়ে টেলিভিছনক নিজৰ স্বাৰ্থত ব্যৱহাৰ কৰা পৰিলক্ষিত হৈছে। টেলিভিছনৰ হিংসাত্মক, কুৰুচিপূৰ্ণ কাৰ্যসূচীয়ে শিশুমনৰ ওপৰত বিৰূপ প্ৰভাৱ পেলোৱা পৰিলক্ষিত হৈছে। সেইদৰে বেছি সময় টেলিভিছন চাই থকা মানুহৰ দৃষ্টি শক্তি কমি যায়। সম্প্ৰতি কেব্‌ল টিভিৰ বহুল প্ৰচাৰেও মানুহৰ সময়ৰ অপচয়ৰ বাট মুকলি কৰিছে।

**সামৰণি**

টেলিভিছনৰ কিছুমান বেয়া দিশ আছে যদিও ইয়াৰ উপকাৰিতা অপৰিসীম। টেলিভিছনৰ কাৰ্যসূচী যাতে সকলোৰে বাবে উপকাৰী হয় তাৰ ব্যৱস্থা কৰিবলৈ চৰকাৰে চিন্তা-ভাৱনা কৰিব পাৰে। টেলিভিছনক শিক্ষা আৰু সংস্কৃতিৰ উপযোগী কৰি তোলাটো জৰুৰী কথা। টেলিভিছনে বিশাল জনগণক সামৰি লয় আৰু সেয়েহে জনজাগৰণ সৃষ্টিৰ বাবেও ব্যৱহাৰ কৰিব পাৰি টেলিভিছনক। আচলতে প্ৰতিটো বস্তু ব্যৱহাৰ কৰাৰ ওপৰতে সকলো নিৰ্ভৰ কৰিছে। টেলিভিছনকো সীমাৰ ভিতৰত চাব জানিলে ইয়াৰ পৰা উপকাৰৰ অন্ত নাই।

**লগতে চাওক ঃ** *টেলিভিছন আৰু বিজ্ঞাপন*

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ টেলিভিছন আৰু আমাৰ সমাজ (HSLC 1990) ২ টেলিভিছন ঃ ইয়াৰ ভাল আৰু বেয়া প্ৰভাৱ (HSLC 1994)

> *জীৱনত মাথোন সেইসকল মানুহেহে সাফল্য অৰ্জন কৰিবলৈ সক্ষম হৈছে, যিসকলে মনৰ পৰা নেতিবাচক চিন্তাবোৰ সমূলঞ্চে বিসৰ্জন দিব পাৰিছে। এটা প্ৰবল আশাবাদী মন গঢ়ি তোলক। নিজৰ উদ্দেশ্যক থিয়াই কাম কৰি চিন্তাৰে আগুৱাই যাওক, আপুনি সফল হ'বই হ'ব।*
>
> **— ডেল কাৰ্নেগী**

**ৰচনাৰ সংকেত ঃ ভূমিকা - উৎসৱ-পাৰ্বনৰ পৱিত্ৰভূমি - সামৰণি**

# অসমৰ উৎসৱ-পাৰ্বন

**ভূমিকা**

অসম কৃষি প্ৰধান ৰাজ্য। সেই অনুসৰি ইয়াত পালন কৰা উৎসৱবোৰো বতৰৰ খেতিৰ ওপৰতে নিৰ্ভৰশীল। অসমত সৰু-বৰ অনেক জাতি-উপজাতি বাস কৰে। অনৈক্যৰ মাজত ইয়াত উদযাপিত হয় ঐক্যৰ উৎসৱ। নিজা নিজা গীত-মাতেৰে সকলো জাতি-জনগোষ্ঠীয়ে নিজৰ নিজৰ উৎসৱ-পাৰ্বন পালন কৰে। বিহু, ঈদ, আলি-আই-লৃগাং, কৰম-পৰব সকলো উৎসৱ অতি উলাহেৰে পালন কৰা হয় অসমত। জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো সম্প্ৰদায়ৰ লোকে সকলো উৎসৱত অংশগ্ৰহণ কৰে।

**উৎসৱ-পাৰ্বনৰ পবিত্ৰ ভূমি**

অসম মানেই অ-সম। ভূগোলত অ-সম হোৱা ঠাইখন উৎসৱ-পাৰ্বন পালনৰ ক্ষেত্ৰত কিন্তু ভাবিব নোৱাৰাকৈ সমান। সকলো জাতি-জনগোষ্ঠীৰ এই মিলনভূমিত অতি উলহ-মালহেৰে পালন কৰা হয় সকলো উৎসৱ। অসমৰ জাতীয় উৎসৱৰূপে পৰিচিত বিহু আমাৰ বাপতি সাহোন। অসমৰ বিহু অসমীয়া মানুহৰ বাবে কেৱল কৃষিৰ পৰা অৱসৰৰ আনন্দই নহয়, ই জাতীয় উৎসৱ। বহাগ বা ৰঙালী বিহু, মাঘ বা ভোগালী বিহু, কাতি বা কঙালী বিহুৰূপে উদযাপিত এই তিনিটা উৎসৱেই হ'ল বিহু। বছৰটোৰ বাবে খেতি-খোলাৰ আৰম্ভণীত ৰঙৰ উৎসৱ বহাগ বিহু উদযাপন কৰে অসমীয়াই। গছৰ পাতৰ দৰে হালি-জালি, নাচি-বাগি, গৰুক গা ধুৱাই, নতুন কাপোৰ-কানি লৈ বছৰটোক আদৰে। সেইদৰে কৃষিপ্ৰধান ৰাজ্যখনত খাদ্যৰ অনাটনত ভোগাৰ সময়তে তুলসীৰ তলত চাকি জ্বলাই পাতে কঙালী বা কাতি বিহু। সেইদৰে পুহ-মাঘৰ সোণালী শইচেৰে ভঁৰাল ভৰি থকাৰ সময়তো চুবুৰীয়াৰ সৈতে মেজিৰ ওচৰত খাব 'ভোজ', 'ভোগালী'ৰ আনন্দ সমূহীয়াকৈ লয়। বহাগত নাচ, বিহুনাম গোৱাৰ দৰে ভোগালী বিহুতো অসমীয়াই পাতে ম'হ যুঁজ, কণী যুঁজ, কুকুৰা যুঁজ, শেন যুঁজ আদি। প্ৰতিটো বিহুৱেই কৃষিজীৱি সমাজৰ মাজত বিলাই যায় সম্প্ৰীতিৰ বতৰা। বিহুৰ আনন্দ সকলো জাতি-ধৰ্ম-বৰ্ণ সম্প্ৰদায়ৰ মানুহে লয়। বিহুমেলাবোৰত অসংখ্য ৰাইজৰ উপস্থিতিয়ে সূচায় অসমৰ একতা।

কেৱল বিহুৱেই নহয় অসমৰ মানুহে আলি-আই-লৃগাং, লক্ষ্মী পূজা, শীতলা পূজা, ফাকুৱা, দীপান্বিতা, সুৱেৰি, বাঁহপূজা, কৰম পৰব, তুষু পূজা আদি নানান উৎসৱ-পাৰ্বন পালন কৰে।

মিছিংসকলৰ প্ৰাণৰ উৎসৱ হ'ল আলি-আই-লৃগাং। ফাগুন মাহৰ প্ৰথম বুধবাৰৰ শস্য সিঁচা আৰম্ভ কৰি মিচিংসকলে এই উৎসৱ পাতে। পূৰ্বতে যদিও বসন্ত কালৰ প্ৰথম অমাবস্যাৰ আগৰ বুধবাৰে আলি-আই-লৃগাং পতাৰ নিয়ম আছিল পিছলৈ ফাগুন মাহৰ

প্ৰথম বুধবাৰে এই উৎসৱ আৰম্ভ কৰাৰ নিয়ম পালন কৰা হয়। এই উৎসৱত পৰম্পৰাগত নৃত্য-গীত, প্ৰাৰ্থনা, ভোজ-ভাত আদিৰে মিছিংসকলে নিজৰ পূৰ্ব-পুৰুষক সন্তুষ্ট কৰে।

অসমত আহাৰ মাহত অনুষ্ঠিত হয় কামাখ্যা দেৱীৰ পূজা আৰু অম্বুবাচী মেলা। আহাৰ মাহৰ অম্বুবাচীৰ পৰ্বতে দেৱী কামাখ্যাৰ মূৰ্তি স্নানাদি পৱিত্ৰ জলেৰে সমাপন কৰি কামাখ্যা ধামত পূজা হয। আহাৰ মাহাৰ সাত তাৰিখে অম্বুবাচী মেলা আৰম্ভ হয় আৰু চাৰিদিনৰ পিছত আহাৰ মাহৰ দহ তাৰিখে কামাখ্যা দেৱীৰ মহাপূজা অনুষ্ঠিত হয়। কামাখ্যা মন্দিৰত পতা অম্বুবাচীত সাধু-সন্যাসী, দান-দক্ষিণা দিয়া-লোৱা লোকৰ সমাগম হয়।

অসমৰ প্ৰায় সকলো মানুহে ধৰ্মৰ প্ৰতি অনুৰাগী। প্ৰায় সকলোৱেই বছৰটোৰ কোনোবা নহয় কোনোবা মাহত বিভিন্ন উপলক্ষ্যত বিভিন্ন পূজা পাতে। ঘৰলৈ লক্ষ্মী অহাৰ বাবে অসমৰ মানুহে শাৰদীয় লক্ষ্মী পূৰ্ণিমাৰ দিনা লক্ষ্মী পূজা পাতে। মাহ, প্ৰসাদ, নাম-কীৰ্ত্তন কৰি ঘৰে ঘৰে তথা নামঘৰতো এই পূজা পতা হয়।

লক্ষ্মীদেৱীৰ আৰাধনাৰ উপৰি অসমত শিৱৰ আৰধনা শিৱৰাত্ৰিও অতি উলহ-মালহেৰে পালন কৰা হয। ফাগুনৰ কৃষ্ণা চৰ্তুদশীৰ দিনা শিৱসাগৰ, তেজপুৰ, গুৱাহাটী, ধুবুৰী আদি ঠাইত শিৱৰাত্ৰি পতা হয। শিৱসাগৰ শিৱ মন্দিৰত বছৰৰ আটাইতকৈ ডাঙৰ শিৱৰাত্ৰি মেলা হয়। মহাদেউ স্থান, বুঢ়া গোঁসাই থান আদিতো শিৱপূজা কৰা হয়।

অসমত বিষ্ণু বা কৃষ্ণক সুৱৰি পালন কৰা হয সুৱেৰি উৎসৱ। কামৰূপ জিলাৰ দক্ষিণ ভাগত কেইবাখনো গাঁও লগ লাগি সুৱেৰি উৎসৱ পালন কৰে। সুৱেৰি থলীত দুডাল বাঁহৰ খুঁটা পোতা হয। বাঁহ দুডালৰ ওপৰৰ অংশৰ পাতখিনি কটা নহয। এই বাঁহ দুডাল পোতা স্থানতে গাঁৱৰ পূজ্য দেৱতা বিষ্ণু বা কৃষ্ণৰ মূৰ্তি প্ৰতিষ্ঠা কৰা সিংহাসন স্থাপন কৰা হয। দুপৰীয়াৰ পৰা আৰম্ভ হোৱা সুৱেৰি উৎসৱত আবেলি প্ৰত্যেক গাঁৱে নিজ নিজ মূৰ্তিবোৰ ওভতাই নি পূজা-অৰ্চনা কৰা হয়।

অসমত আই বা বসন্ত ৰোগৰ নিযন্ত্ৰণৰ বাবে দেৱীৰ পূজা কৰা হয যাৰ নাম শীতলা। ৰঙৰ উৎসৱ ফাকুৱা বা দৌল উৎসৱ সমগ্ৰ অসমতে পালন কৰা হয় ফাগুন মাহৰ পূৰ্ণিমাৰ দিনা। বৰপেটা সত্ৰত এই দৌল উৎসৱ চাৰি পাঁচদিন ধৰি চলে।

আহোমসকলৰ উপৰিপুৰুষৰ প্ৰধান উপাস্য দেৱতা লেংদন দেৱতাৰ পূজা কৰা হয় অসমত। লেংদনে টাইসকলৰ উপাস্য দেৱতা লাডগ্ৰি আৰু জাচিংফাৰ লগত আলোচনা কৰি খুনলং আৰু খুনলাইক ম্যফী ৰাজ্যৰ পৰা অসমলৈ নমাই আনোতে যি বাৰ্ষিক উৎসৱৰ আয়োজন হৈছিল, তাকে ওফফা পূজাৰূপে আজিকালিও পালন কৰা হয়। এই পূজা পৰম্পৰাগতভাৱে কপৌ, ছিংকৰা আদি ফুল ফুলাৰ বতৰত পতা হয়। পূৰ্বতে এই পূজাত ম'হ, হাতী, গাহৰি, ছাগলী, কুকুৰা, হাঁহ, পাৰ আদি প্ৰায় সকলো ঘৰচীয়া জীৱ-জন্তু, পক্ষী আদি বলি দিযা হৈছিল। আহোমসকলে অসমত ফুৰালুং আৰু মে-ডাম মেফি উৎসৱো পালন কৰে। এওঁলোকৰ এবিধ প্ৰধান উৎসৱ হ'ল ৰিকখান উৎসৱ। আহোমসকলৰ বিবাহ, পাপীক উদ্ধাৰ আদিৰ বাবে এই উৎসৱ পতা হয। চুকাফা দিৱস আহোমসকলৰ অন্যতম উৎসৱ। আহোমৰ পূৰ্বপুৰুষজনাৰ স্মৃতিচাৰণ উৎসৱো অসমৰ আন এক প্ৰধান উৎসৱ।

অসমত বাৰ মাহত ইমানবোৰ বিচিত্ৰ উৎসব-পাৰ্বণ অনুষ্ঠিত হয় যে ভাবিলে আচৰিত হ'ব লাগে। পোহৰৰ উৎসব দ্বীপান্বিতা, কছাৰীসকলে নামনি অসমৰ বিভিন্ন ঠাইত পতা ভঠেলি উৎসব, মদন কামদেৱ পূজা বা বাঁহ পূজা, মহ খেদা বা মহোহো উৎসব, পাঁচেতি বা পাঁচতি, মথেনী বা মথনী উৎসব, কাৰ্বি ৰং-কেৰ, খেৰাই পূজা, ছমাংকান উৎসব, দেউল উৎসব, জোনবিল মেলা, তুছু পূজা আদি নানা জাতি-ধৰ্মৰ উৎসব পালন হৈ আহিছে।

**সামৰণি**

এই উৎসৱসমূহৰ মাজত থকা উমৈহতীয়া মিলটো হ'ল যিমানবোৰ উৎসৱ তাৰ সৰহভাগেই কৃষিভিত্তিক। সাধাৰণ চহাই আয়োজন কৰা এই উৎসৱসমূহ অসমৰ মানুহৰ বাবে অতি আদৰৰ সম্পদ। উৎসৱবোৰ বেলেগে বেলেগে হ'লেও সকলো এক হৈ ইয়াক পালন কৰে। অনৈক্যৰ মাজত উদযাপিত হয় ঐক্য। বহু জনগোষ্ঠীৰ মাজত এই উৎসৱ-পাৰ্বণবোৰেই দৰাচলতে মিলনৰ এক সাঁকো গঢ়িছে।

# অসমত খেলা-ধূলাৰ বিকাশ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - খেলা-ধূলাৰ উপকাৰিতা- অসমৰ খেলা-ধূলাৰ পৰিৱেশ - সামৰণি

*HS 2003*

**ভূমিকা**

খেলা-ধূলাই সুস্বাস্থ্যৰ মন্ত্ৰ। খেলা-ধূলাই মন আৰু শৰীৰ সতেজ ৰখাত সহায় কৰে। খেলা-ধূলাই সতকাই শৰীৰক ৰোগৰ আক্ৰমণৰ পৰাও বচাই ৰাখে। সাম্প্ৰতিক কালত খেলা-ধূলাই পৰিগ্ৰহ কৰিছে আকৰ্ষণীয় তথা জনপ্ৰিয় ৰূপ। অভিভাৱকসকলেও আজিকালি পঢ়া-শুনাৰ লগতে খেলা-ধূলাতো গুৰুত্ব দিবলৈ ধৰিছে । খেল আগৰ দৰে কেৱল মনোৰঞ্জন আৰু অৱসৰ বিনোদনৰ আহিলা হৈ থকা নাই। ই হৈ পৰিছে জীৱন আৰু জীৱিকাৰো আধাৰ। শিক্ষাৰ্থীসকলকো অধ্যয়নৰ সমানে খেলাতো পাৰ্গত কৰি তুলিবলৈ চেষ্টা কৰা হৈছে।

**খেলা-ধূলাৰ উপকাৰিতা**

শৰীৰক ৰোগমুক্ত কৰিবৰ বাবে খেলা-ধূলাৰ প্ৰয়োজন আছে। শৰীৰত ৰোগে বাহ লোবাৰ পৰাও খেলে মানুহক সুৰক্ষা দিয়ে। দৈনিক খেলে মানুহক দিয়ে দুৰ্জয় ক্ষমতা,

অফুৰন্ত শক্তি, উৎসাহ। খেলে শাৰীৰিক ব্যায়ামৰ' যোগেদি শৰীৰত সঞ্চাৰ কৰে নতুন উদ্যম। জীৱনৰ তৰুণ বয়সত খেলা-ধূলা আৰু শৰীৰচৰ্চা পাঠ্যক্রম অন্তর্ভুক্ত কৰি চৰকাৰেও এই ক্ষেত্রত উন্নত দেশবোৰক অনুসৰণ কৰিছে। ছাত্র-ছাত্রীসকলক ফুটবল, ক্রিকেট, বেডমিণ্টন, সাঁতোৰ, ঘোঁৰা দৌৰ আদিৰ প্রতি আকর্ষিত কৰিব পাৰিলে জীৱিকাকে আদি কৰি বহু ক্ষেত্রত সহায় হয়। অসমৰ অভিভাৱকসকলেও আজিকালি খেলা-ধূলাৰ ক্ষেত্রত পঢ়াৰ সমানেই আগ্রহ দেখুৱাইছে। পঢ়াৰ সমান খেলাতো ল'ৰা-ছোৱালীক আগবঢ়াই নিছে। শচীন তেণ্ডুলকাৰ-ধোনীক দেখিয়েই হওক বা অলিম্পিকত সোণৰ পদক বিজেতা অভিনৱ বিন্দ্রাক দেখিয়েই হওক অসমৰ মানুহেও বুজি পাইছে খেলৰ উপকাৰিতা।

**অসমত খেলা-ধূলাৰ পৰিৱেশ**

অসমত প্ৰাচীন কালৰে পৰা খেলৰ পৰিৱেশৰ আছিল। ৰামায়ণ, মহাভাৰতৰ ৰথচালনা, দৌৰা, জঁপিওৱা আদিবোৰ সাধু আকাৰে অসমৰ আইতাক-ককাকে ল'ৰা-ছোৱালীক কয়। অৱশ্যে অসমত এনেকুৱা দিনো পাৰ হৈছে য'ত অভিভাৱকে খেলা বুলিলেই নাক কোচাইছিল। খেলাতকৈ পঢ়া-শুনাক সদায় আগস্থান দিছিল। কিন্তু সময়ে প্রমাণ কৰি দেখুৱাইছে খেল পঢ়াতকৈ কোনো গুণে কম নহয়। অৰ্জুন ভোগেশ্বৰ বৰুৱা, মনালিছা বৰুৱা মেহতা, মিঠু বৰুৱা, দীপংকৰ ভট্টাচাৰ্য, এলভিছ আলী হাজৰিকা আদি বহুকেইজন প্রতিভাৱান খেলুৱৈ অসমে জন্ম দিছে।

অসমৰ বুৰঞ্জী অধ্যয়ন কৰিলে গম পোৱা যায় আহোম যুগৰ পৰাই অসমত খেলা-ধূলাৰ পৰিৱেশ আছিল। আহোম স্বৰ্গদেউসকলৰ দিনত ৰংঘৰত হৈছিল ৰং-ৰহইচৰ লগতে খেলা-ধূলাৰো চৰ্চা। বহুৱেকৰ বিহুত পতা মহ যুঁজ, মাল যুঁজ, ধোপ খেল, কুকুৰা যুঁজ আদিয়েও সেইদিনত খেলৰ জনপ্রিয়তা তথা ৰজাঘৰীয়া গুৰুত্বকে বুজায়। ৰংঘৰৰ বাকৰিত অনুষ্ঠিত শেন যুঁজ, কুকুৰা যুঁজ, কণী যুঁজ আদি আজিও অসমৰ বহু ঠাইত প্রচলিত।

ইংৰাজে অসম অধিকাৰ কৰাৰ পাছতো অসমত পূৰ্বৰ খেলসমূহ প্রচলিত হৈ আছিল। ইংৰাজেই ভাৰতত নিজৰ বিনোদনৰ বাবে খেলিবলৈ লোৱা ক্রিকেট এতিয়া ভাৰতৰ জাতীয় খেলৰ প্ৰায় সমপৰ্যায়ৰ খেলৰূপে পৰিগণিত হৈছে। অসমতো ৰাজেশ বৰা, গৌতম দত্তৰ দৰে ভাল খেলুৱৈয়ে এসময়ত খেলত নাম কৰিবলৈ সক্ষম হৈছিল। অসমৰ কেইবাগৰাকীও তৰুণে ৰঞ্জী দলত অংশ ল'বলৈ সুবিধা পাইছে। ইংৰাজৰ দিনতে ফুটবলেও জনপ্রিযতা লাভ কৰিছিল। সেই সময়তো গাঁৱে-ভূঞে টেঙাবলেৰে আৰম্ভ হৈছিল ফুটবলৰ জনপ্ৰিয়তা। লাহে লাহে গাঁওবোৰৰ পৰাই ওলাই আহিল বহু প্ৰতিভাৱান খেলুৱৈ। স্কুল-কলেজত অনুষ্ঠিত খেল-ধেমালিবোৰ সকলো স্তৰৰ ছাত্র-ছাত্রীৰ শাৰীৰিক-মানসিক উৎকৰ্ষৰ সম্বলৰূপে পৰিগণিত হৈছে। পঢ়াৰ মাজে মাজে শিক্ষানুষ্ঠানত তেনে পৰিৱেশৰ পৰা খেলে লাভ কৰিছিল অন্য দিশ। আৰম্ভ হৈছিল আন্তঃমহাবিদ্যালয়-বিদ্যালয়বোৰৰ মাজত প্রতিযোগিতা, যি সৰু-ডাঙৰ ঠাইবোৰত থকা প্রতিভা আৱিষ্কাৰ কৰাত প্রভূত সহায় কৰিছিল। এই প্রতিযোগিতাত ফুটবল, ভলীবল, কাবাডী, খো খো,

ৰছী টনা, দৌৰ, টেকেলীভঙা আদি খেল অনুষ্ঠিত হৈছিল। ৰাজ্যৰ অসংখ্য খেলুৱৈয়ে এনেবোৰ প্ৰতিযোগিতাত যোগ দি একতা আৰু প্ৰতিভাৰ উন্মোচন কৰে। অসমৰ পৰিৱেশত বহুবাৰ তেনে প্ৰতিভাৰ প্ৰমাণ হৈ গৈছে।

অসমৰ বিভিন্ন ঠাইত তথা পৰাধীন ভাৰতত আৰম্ভ হৈছিল বিভিন্ন ক্ৰীড়া প্ৰতিযোগিতা। শিৱসাগৰ, যোৰহাট, নগাঁও, ডিব্ৰুগড়, গুৱাহাটী আৰু অসমৰ বাকী ঠাইবোৰতো হোৱা বহু প্ৰতিযোগিতাৰ কথা গম পোৱা যায়। প্ৰতিভাৱান খেলুৱৈ পুতুল দাস, শৰৎ দাস, পুতু চৌধুৰী, ৰজনী বৰদলৈ আদিয়ে অসমৰ খেলক দিছিল আশাৰ নতুন পথৰ সন্ধান। পৰৱৰ্তী বহু খেলুৱৈয়ে সেই পথকে অনুসৰণ কৰি যোগদান কৰিছিল বহু ৰাষ্ট্ৰীয় মানৰ প্ৰতিযোগিতাত। ১৯৪৭ চনত সন্তোষ ট্ৰফীত খেলিছিল অসমৰ দলে। ৰঞ্জী ট্ৰফীত অংশ গ্ৰহণ কৰিব পাৰিছিল অসমে। পিলিক চৌধুৰী, নুৰুল আমিন, অশ্বিনী ৰাজবংশী, বিমল ভৰালী, অনুপ ঘটক, অৱনী হাজৰিকা আদিয়ে অসমৰ খেলক দিছিল বেলেগ ৰূপ।

কেৱল এটা খেলতেই নহয়, সকলো ধৰণৰ খেলতে পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হৈছিল অসমৰ বহু খেলুৱৈয়ে। অসমৰ টালিমেৰণ আও ভাৰতৰ হৈ অলিম্পিক ফুটবল দলৰ অধিনায়ক নিৰ্বাচিত হৈছিল। বিদ্যুত গোস্বামী, ভোগেশ্বৰ বৰুৱা, চুছান দাস, মনালিছা বৰুৱা, জুনুমণি শইকীয়া, মৃদুল দেউৰী, মিঠু বৰুৱা, তৈবুনন্নিছা, নন্দিনী বৰুৱা, মীনা বৰা, মিতা সিংহ আদিয়ে বহুবাৰ দেশ-বিদেশক প্ৰতিনিধিত্ব কৰিছে। দীপংকৰ ভট্টাচাৰ্য, কৃষ্ণা হাজৰিকা, ফাৰিয়া জামান, মল্লিকা বৰুৱা, মণিকংকণা দত্তবৰুৱা, পল্লবী দত্তবৰুৱা আদিৰ নাম উজ্জ্বল হৰফেৰে লিখা আছে অসমৰ খেল পথাৰত।

কোনো ক্ষেত্ৰতে অসমে হাৰ মনা নাই কাহানিও। কোনো দিনে খালী হ'বলৈ দিয়া নাই অসমৰ খেল পথাৰ। আনকি কিছুদিন পূৰ্বে অসমত অনুষ্ঠিত হৈ যোৱা ৰাষ্ট্ৰীয় ক্ৰীড়াতো অসমে যি পাৰদৰ্শিতা দেখুৱালে তাৰ প্ৰশংসা দেশৰ সংবাদ মাধ্যমত প্ৰকাশ হৈছে। অসমত ৰাষ্ট্ৰীয় ক্ৰীড়াৰ আযোজন হোৱাটোৱেই সূচাইছে অসমত ক্ৰীড়াৰ পৰিৱেশ কেনে।

**সামৰণি**

অৱশ্যে এতিয়াও খেলা-ধূলাৰ ক্ষেত্ৰত অসমে উন্নতিৰ শেষ সোপান পাইছে বুলি ক'ব নোৱাৰি। অনেক ক্ষেত্ৰত খেলা-ধূলাৰ পথাৰখনত অসম পিছ পৰি আছে ভাৰতৰ আন দেশৰ তুলনাত। ইয়াৰ কাৰণ হ'ল বিদ্যালয় স্তৰতে যি পৰিমাণে খেলৰ পৰিৱেশ থাকিব লাগে তেনেকুৱা পৰিৱেশ গঢ়ি উঠা নাই। জিৰণীবিহীন আধুনিক জীৱনক আকোৱালি লোৱাৰ বাবেও আজিকালি ল'ৰা-ছোৱালীয়ে খেলাৰ প্ৰতি ধাউতি নেদেখুৱায়। প্ৰশিক্ষণৰ অভাৱতো খেলে হেৰুৱাইছে অসমৰ পূৰ্বৰ গৰিমা। আৰ্থিক অৱস্থাৰ বাবেও গাঁৱে-ভূঞে থকা বহু প্ৰতিভা অকালতে মৰহি গৈছে।

তথাপিও এক আশা প্ৰস্ফুটিত হৈছে অসমৰ মানুহৰ মনত যে অসমৰ বতাহত খেলা-ধূলাই এতিয়া নতুন নতুন প্ৰতিভাৰ জন্ম দিছে। ভৱিষ্যতেও দিব।

# ভাৰতৰ মুক্ত অৰ্থনীতি

**ৰচনাৰ সংকেত ঃ** ভূমিকা - শতিকাজোৰা শোষণৰ ইতিহাস - ভাৰতে বগাইছে উন্নতিৰ জখলাত - সামৰণি

**ভূমিকা**

যি সময়ত পশ্চিমীয়া দেশসমূহ অজ্ঞানতাৰ অন্ধকাৰত ডুব গৈ আছিল সেই সময়ত ভাৰতৰ ঋষি-মুনিসকলে জ্ঞান-বিজ্ঞানৰ চৰ্চাৰে নিজকে এক সুসভ্য জাতিত পৰিণত কৰিছিল। একমাত্ৰ জ্ঞান-গৰিমাতে নহয় বেপাৰ-বাণিজ্যতো ভাৰতীয়সকল আগৰণুৱা আছিল। সাগৰত নাও তৰি যেতিয়া ভাৰতীয় বেপাৰী সকলে বিদেশৰ পোতাশ্ৰয়ত নাও বান্ধিছিলগৈ তেতিযা বিদেশৰ মানুহে ভাৰতীয় পণ্যৰ ফালে চকু দিছিল। কিন্তু আজি সেই সকলো বিস্মৃতিৰ গৰ্ভত।

**শতিকাজোৰা শোষণৰ ইতিহাস**

দুই শতাব্দীজোৰা বিদেশীৰ শোষণ আৰু নিপীড়নত ভাৰতীয় অৰ্থনীতি একেবাৰে ভাগি পৰিল। আজি ভাৰত তৃতীয় বিশ্বৰ উন্নয়নশীল ৰাষ্ট্ৰৰ তালিকাত। অৰ্থনৈতিক অৱস্থাৰ বাবেই আজি এই দ্বিতীয় শ্ৰেণীৰ উপাধি আমাৰ দেশৰ ভাগ্যত। ইয়াৰ ফলত আমাৰ দেশ ধনী ৰাষ্ট্ৰসমূহৰ মুখাপেক্ষী হ'ব লগাত পৰিছে।

স্বাধীনতাৰ পিছত বৰ্তমানলৈকে আমাৰ দেশে দহটা পঞ্চবাৰ্ষিক পৰিকল্পনা পাৰ কৰিছে। এই সকলো দেশখনৰ উন্নতি সাধনৰ উদ্দেশ্য আগত ৰাখি কৰা হৈছে। দেশ উন্নতিৰ পথত অগ্ৰসৰ হ'লেও ইয়াৰ সুফল সকলোৱে সমভাৱে লাভ কৰা নাই। ধনী, ধনী হৈ গৈ আছে আৰু দুখীয়া, দুখীয়া হৈ গৈ আছে। স্বাধীনতাৰ ৬০ বছৰৰ পিছতো দেশৰ ৩/৫ শতাংশ মানুহ দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰিছে।

আমাৰ দেশে দেশৰ উন্নয়নৰ স্বাৰ্থত প্ৰথমতে সমাজতান্ত্ৰিক অৰ্থনীতি গ্ৰহণ কৰিছিল। বৃহৎ শিল্পোদ্যোগ, আৰ্থিক প্ৰতিষ্ঠান, বেংক, বীমা, ডাক-বিভাগ প্ৰভৃতি চৰকাৰে ৰাষ্ট্ৰীয়কৰণ কৰি অৰ্থব্যৱস্থা সম্পূৰ্ণ চৰকাৰীভাৱে নিয়ন্ত্ৰণ কৰিবলৈ আৰম্ভ কৰিছিল। কিন্তু নানা কাৰণত এইবিলাকৰ পৰা সুফল লাভ কৰিব পৰা নগ'ল। পৰিচালনাৰ ব্যয়ও মাত্ৰাধিকভাৱে বাঢ়িল। তথাপিও আমাৰ দেশৰ অৰ্থনীতি সম্পূৰ্ণ সমাজতান্ত্ৰিক নাছিল। চৰকাৰী উদ্যোগৰ বাহিৰেও ব্যক্তিগত বা সমষ্টিগত মালিকী-স্বত্বতো বৈষয়িক প্ৰতিষ্ঠান গঢ়ি তোলাৰ ব্যৱস্থা আছিল। সেয়ে ভাৰতৰ অৰ্থনীতিৰ নাম আছিল মিশ্ৰ অৰ্থনীতি। এই অৰ্থনীতিৰ প্ৰয়োগত অনেক সুফলো পোৱা গৈছে। যিবোৰ উদ্যোগ উন্নয়নৰ কাৰণে অপৰিহাৰ্য অথচ ব্যক্তিগত মালিকী-স্বত্ব গঢ়ি তোলাৰো অসুবিধা, সেইবিলাক প্ৰতিষ্ঠান মিশ্ৰ অৰ্থনীতিৰ প্ৰয়োগেৰে চৰকাৰী উদ্যোগত অতি সহজেই গঢ়ি তোলা সম্ভৱ হৈছিল।

অনেকক্ষেত্ৰত জাতীয় স্বাৰ্থ ৰক্ষাৰ বাবে আমদানি নীতি জটিল কৰি তোলা হৈছিল। ফলত দেশীয় পণ্যৰ বজাৰ চাহিদা আশানুৰূপ আছিল আৰু দেশৰ অভ্যন্তৰত মূলধন সৃষ্টি সহজ হৈছিল। কিন্তু ৰাজনীতিৰ মেৰপেচত সেই সকলো আঁচনি আজি ব্যৰ্থ হৈছে। বিদেশী ঋণত আজি দেশ জৰ্জৰিত। সেযেহে আজি আমাৰ দেশে মুক্ত অৰ্থনীতিৰ পথ বাচি লৈছে। বিদেশী বিনিয়োগত উৎসাহ দিয়াৰ বাবে ৰপ্তানি-আমদানিৰ অনেক বাধা-নিষেধ তুলি দিয়া হৈছে। উদাৰচৰ্তত বিদেশী মূলধনক আমন্ত্ৰণ জনোৱা হৈছে। অনেক ক্ষেত্ৰত আমদানি-ৰপ্তানি শুল্কও বহুলাংশে হ্ৰাস পাইছে। গুণগত মান উন্নযনৰ প্ৰতি লক্ষ্য ৰাখি বিদেশী বস্তু আমদানি কৰি প্ৰতিযোগিতাৰ সৃষ্টি কৰা হৈছে।

**ভাৰতে বগাইছে উন্নতিৰ জখলাত**

কৃষি ভাৰতৰ প্ৰধান জীৱিকা। দেশৰ উন্নতি নিৰ্ভৰ কৰে কৃষি বিকাশৰ ওপৰত। ভাৰতৰ ৮০ শতাংশ কৃষি এতিয়াও প্ৰকৃতিনিৰ্ভৰ। কৃষিৰ আধুনিকীকৰণৰ বাবে বিশাল কৰ্মোদ্যোগ আৰু অৰ্থৰ প্ৰযোজন। সেই অৰ্থৰ যোগান ধৰা সম্ভৱ হ'ব, যদিহে যৌথ উদ্যোগত বিদেশী মূলধন আহ্বান সম্ভৱ হয়। ইয়াৰ বাবে মুক্ত অৰ্থনীতিৰ প্ৰযোজন। আমাৰ দেশে সেই কাৰণে আইন ব্যৱস্থা মুক্ত অৰ্থনীতিৰ উপযোগীকৈ সজাই তুলিছে।

শিল্পক্ষেত্ৰতো কিছুমান শিল্পত ভাৰত বিশিষ্ট স্থানৰ অধিকাৰী। কিন্তু সেইবোৰ শিল্পৰো অধিক উন্নযনৰ একান্ত প্ৰযোজন। তাৰবাবে শিল্পৰ আধুনিকীকৰণৰ আৱশ্যক। এই কামৰ বাবে বিশাল মূলধন আৰু কাৰিকৰী দক্ষতাও লাগে। মুক্ত অৰ্থনীতিৰ প্ৰযোগৰ ফলত যথেষ্ট পৰিমাণে বিদেশী মূলধন ভাৰতলৈ আহিছে। যৌথ উদ্যোগত নতুন শিল্পও গঢ়ি উঠিছে। ৰাষ্ট্ৰীয় বহু ৰুগ্ন শিল্প দেশী-বিদেশী শিল্পপতিক হস্তান্তৰ কৰাও হৈছে। এই ক্ষেত্ৰত বিদেশত বাস কৰা ভাৰতীয় নাগৰিকসকলৰ এক গুৰুত্বপূৰ্ণ ভূমিকা আছে। দেশৰ উন্নতিৰ উদ্দেশ্যে ইতিমধ্যে এওঁলোকৰ বহুতে মূলধন বিনিযোগ কৰাৰ বাবে আগবাঢ়ি আহিছে।

শিল্পায়নৰ প্ৰাথমিক স্তৰ হ'ল পৰিকাঠামো সৃষ্টি কৰা। আগতে এই ক্ষেত্ৰত যথেষ্ট গুৰুত্ব দিয়া হোৱা নাছিল। সম্প্ৰতি এই ক্ষেত্ৰত গুৰুত্ব প্ৰদান কৰা হৈছে। পৰিকাঠামোৰ ওপৰত কৰ ৰেহাইৰ ব্যৱস্থাৰ উপৰিও অন্যান্য সুবিধা প্ৰদানৰ ব্যৱস্থা কৰিছে। মুক্ত অৰ্থনীতিযে কিছু কিছু ক্ষেত্ৰত সুফলো দেখুৱাইছে। ইয়াৰ দ্বাৰা জাতীয় সম্পদ উন্নয়নৰ হাৰ বৃদ্ধি হ'ব বুলি বিশেষজ্ঞসকলৰ ধাৰণা। মুদ্ৰাস্ফীতিৰ হাৰো কিছু কমিছে।

**সামৰণি**

কিন্তু বজাৰ অৰ্থনীতিৰ যেনেকৈ শুধৰণি আছে সেইদৰে চৰকাৰ আৰু জনসাধাৰণৰ সামান্য ত্ৰুটি বা ভ্ৰান্ত নীতিয়ে দেশৰ বিপৰ্যয় মাতি আনিব পাৰে। তাৰ বাবে দেশবাসী, বিশেষকৈ দেশৰ অৰ্থনীতিবিদসকল সততে সচেতন থাকিব লাগিব। চৰকাৰৰ প্ৰতিটো পদক্ষেপতে সজাগ দৃষ্টি ৰাখিব লাগিব। বিদেশী চৰকাৰ আৰু শিল্পপতিসকল সদায় তেওঁলোকৰ নিজৰ দেশ আৰু দেশবাসীৰ স্বাৰ্থৰ প্ৰতি অতিমাত্ৰা সজাগ। সেয়েহে চৰকাৰ আৰু বিশেষজ্ঞসকলে এওঁলোকৰ প্ৰতিটো পদক্ষেপ সম্যকভাৱে পৰীক্ষা কৰিহে যি কোনো চুক্তিত অগ্ৰসৰ হ'ব লাগিব।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অতীত গৌৰৱৰ সাক্ষী এই দেশ - অনৈক্যৰ মাজত ঐক্যৰ কটকটীয়া বান্ধোন - সামৰণি

# ভাৰতীয় সংস্কৃতি

*বহল অৰ্থত সংস্কৃতিৰ অৰ্থ হৈছে জনসাধাৰণৰ সুকুমাৰ অনুভূতিৰ উচিত প্ৰকাশ। সমাজ-সচেতনতাই হৈছে ইয়াৰ প্ৰাণ-স্পন্দন। সুকুমাৰ কলা, দৰ্শন, বিজ্ঞান,— এই সকলোৰে সম্মিলিত সমষ্টিয়েই হৈছে সংস্কৃতিৰ সৌষ্ঠৱ।*

— ***হেম বৰুৱা***

**ভূমিকা**

ডাঙৰ নদী এখনত যিধৰণে নানা নৈ উপনৈ মিলি বৈ যায়, তেনেকৈ নানা সংস্কৃতিৰ সোঁত লগ হৈ ভাৰতীয় সংস্কৃতিৰ সোঁত বৈ গৈছে। আৰ্য, অনাৰ্য, দ্ৰাবিড়, মংগোলীয় আদি ভিন ভিন সংস্কৃতিৰ মিলনৰ ফল এই সংস্কৃতি। যুগে যুগে বিভিন্ন জনগোষ্ঠীয় মানুহ এই দেশলৈ আহিছে আৰু ইয়াৰ প্ৰাচীন সভ্যতা-সংস্কৃতিৰ লগত নিজৰ সংস্কৃতিৰ আদান-প্ৰদান ঘটাই এই দেশৰ মূল সুঁতিত মিলি গৈছে।

**অতীত গৌৰৱৰ সাক্ষী এই দেশ**

অতীজত এছিয়াৰ বিভিন্ন অঞ্চলৰ পৰা এই দেশলৈ মানুহ আহিছিল। অতীজতে ভাৰতত অনাৰ্য জনগোষ্ঠী আছিল। হৰপ্পা আৰু মহেঞ্জোদাৰোৰ সভ্যতাই তাৰ পৰিচয় দিয়ে। আৰ্যসকল ভাৰতলৈ অহাৰ পাছত তেওঁলোকে ইযাত স্থায়ীভাবে বসতি স্থাপন কৰিলে। এই সময়ত সমগ্ৰ উত্তৰ ভাৰততে তেওঁলোকে বিস্তাৰ লাভ কৰিলে লগে লগে তেওঁলোকৰ সভ্যতা-সংস্কৃতিও বিস্তাৰিত হ'ল। কিন্তু তেওঁলোক অনাৰ্য সংস্কৃতিৰ দ্বাৰা প্ৰভাৱান্বিত হ'ল। ফলত তেওঁলোকৰ মাজত অনাৰ্যসকলৰ বহু ৰীতি-নীতি সোমাই পৰে। আৰ্যসকলৰ বেদত দেৱী পূজাৰ উল্লেখ নাই। শিৱও অনাৰ্যৰ দেৱতা। কালক্ৰমত এই অনাৰ্য দেৱতাসকল আৰ্যৰো দেৱতা হিচাপে পূজিত হ'ল। কোনো কোনো পণ্ডিতৰ মতে হিন্দুৰ শ্ৰাদ্ধবিধিও অনাৰ্যৰ অৱদান। আমাৰ কামাখ্যাদেৱীও আদিতে অনাৰ্যৰে দেৱী আছিল। দ্ৰাবিড় সমাজত প্ৰচলিত কিছু ধৰ্মপদ্ধতি আৰ্যসকলে নিজৰ সমাজভুক্ত কৰি লৈছিল। তদুপৰি দ্ৰাবিড় পুৰোহিত শ্ৰেণীকো আৰ্য ব্ৰাহ্মণৰ সন্মান দি আৰ্য সমাজৰ অন্তৰ্ভুক্ত কৰিছিল।

আৰ্যসকলৰ বাহিৰেও ভাৰতলৈ আক্ৰমণকাৰীৰ বেশত যুগে যুগে গ্ৰীক, শক, হুন, মোগল, পাঠান আদি বিভিন্ন ধৰ্ম তথা সংস্কৃতিৰ লোক আহিছিল আৰু দেশ আক্ৰমণ কৰি বহু ধন-সোণ লুটি লৈ গৈছিল। কিন্তু ইয়াৰ সভ্যতা আৰু সংস্কৃতিৰ বিকাশত বাধা দিব পৰা নাছিল। যিসকল আহি বিজয়ীৰ বেশেৰে এই দেশ জয় কৰি ইয়াত শাসন ব্যৱস্থা প্ৰবৰ্তন কৰিছিলহি, তেওঁলোকেও কিন্তু তেওঁলোকৰ সংস্কৃতি ইযাৰ ওপৰত জাপি দিব পৰা নাছিল, সংস্কৃতিৰ আদান-প্ৰদানহে ঘটিছিল। ভাৰতীয় সংস্কৃতিৰ শিপা অতি গভীৰ। বাহিৰৰ সোঁতে ইয়াক ধ্বংস কৰিব পৰা নাছিল, বৰঞ্চ বাহিৰৰ সোঁতটো ইয়াৰ বুকুত মিলি গৈ ইয়াক অধিক শক্তিশালীহে কৰি তুলিছিল। একালত এই সংস্কৃতি সমগ্ৰ দক্ষিণ-পূব এছিয়াতে বিয়পি পৰিছিল। ম্যানমাৰ, কম্বোদিয়া, ইন্দোনেছিয়া আদিত এতিযাও ইয়াৰ প্ৰমাণ পোৱা যায়।

এটা জাতিৰ সংস্কৃতি জাতিটোৰ সাহিত্য, ভাস্কৰ্য, চিত্ৰকলা, ৰীতি-নীতি, আচাৰ-আচৰণৰ মাজেদি প্ৰকাশ পায়। অজন্তা-ইলোৰাৰ গুহাৰ চিত্ৰকলাই, তাজমহলৰ সৌন্দৰ্য, ৰামায়ণ, মহাভাৰত আৰু পিছৰ কালৰ বৈষ্ণৱ সাহিত্যিকসকলৰ সাহিত্য সম্পদে ভাৰতীয় সাংস্কৃতিক সমৃদ্ধিৰ কথা সোঁৱৰাই দিয়ে।

**অনৈক্যৰ মাজত ঐক্যৰ কটকটীয়া বান্ধোন**

ভাস্কৰ্য শিল্পৰ ক্ষেত্ৰত উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰতৰ ভাস্কৰ্যৰ অমিল দেখা যায়। দাক্ষিণাত্যৰ ভাস্কৰ্যত বাহিৰৰ প্ৰভাৱ কমকৈ পৰিছে, অন্যহাতে উত্তৰ ভাৰতৰ ভাস্কৰ্যসমূহত ইছলামীয় ভাস্কৰ্যৰ প্ৰভাৱ পৰিছে। ইছলামীয় আৰু হিন্দু ভাস্কৰ্যৰ সমন্বয়ত এটা নতুন ধাৰাৰ সৃষ্টি হৈছে। সেইদৰে শাস্ত্ৰীয় সংগীতৰ ক্ষেত্ৰতো উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰতৰ সংগীতৰ মাজত পাৰ্থক্য দেখা যায়। উত্তৰ ভাৰতৰ সংগীতত লোক সংগীতৰ সুৰৰ প্ৰভাৱ চকুত পৰে।

মুছলমানসকল ভাৰতলৈ অহাৰ পিছৰ শিল্পকলাসমূহলৈ লক্ষ্য কৰিলে দেখা যায় যে উত্তৰ ভাৰতৰ শিল্পসমূহত মোগল শৈলীৰ বাৰুকৈয়ে প্ৰভাৱ পৰিছে। ইছলামীয় ভাস্কৰ্য আৰু প্ৰাক্ ইছলামীয় ভাস্কৰ্যৰ সমিলমিল ঘটি এক নতুন ধাৰাৰ সৃষ্টি হৈছে। উত্তৰ ভাৰতৰ শিল্পকলাত ৰাজপুত শৈলীৰ প্ৰভাৱো উল্লেখনীয়। প্ৰসংগতে উল্লেখ কৰিব পাৰি যে ৰাজপুতসকল ভাৰতলৈ বহু আগতে অহা নাই। দেৰিকৈ আহিলেও তেওঁলোকে ভাৰতীয় জনজীৱনৰ সোঁতত মিলি গৈ বৃহত্তৰ ভাৰতীয় জাতি গঠনত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে।

ভাৰতীয় সাহিত্যৰ নাম ল'বলৈ গ'লে প্ৰথমেই নাম ল'ব লাগিব ৰামাযণ আৰু মহাভাৰতৰ। যি সময়ত পৃথিৱীৰ প্ৰাযবোৰ জাতিযেই আদিম অৱস্থাতে আছিল, সেই সময়তে এই দুখন মহাকাব্যৰ ৰচনা হৈছিল। এই মহাকাব্য দুখনেই বিশ্ব দৰবাৰত প্ৰতিষ্ঠা কৰিছিল ভাৰতীয় সভ্যতা-সংস্কৃতি কিমান প্ৰাচীন আৰু কিমান উন্নত। এই দুখন মহাকাব্যৰ বুকুত লিপিবদ্ধ হৈ আছে চিৰন্তন ভাৰতীয় মূল্যবোধ। হাজাৰ বছৰ ধৰি যি সাংস্কৃতিক প্ৰমূল্যবোধ ভাৰতীয় সমাজত প্ৰবাহমান, বৰ্তমান পশ্চিমীয়া সংস্কৃতিৰ প্ৰভাৱেও এই মূল্যবোধক ম্লান কৰিব পৰা নাই। পিছৰ যুগৰ সাহিত্যৰ ভিতৰত ঘাইকৈ বৈষ্ণৱ যুগৰ সাহিত্য সম্ভাৰ উল্লেখযোগ্য। তুলসী দাসৰ ৰামাযণ, শঙ্কৰদেৱৰ কীৰ্ত্তন, মাধৱদেৱৰ নামঘোষা আদি আমাৰ জাতিৰ উল্লেখযোগ্য সম্পদ। এই সাহিত্যবিলাক ভক্তিমূলক, ভগৱানৰ গুণ-গৰিমা প্ৰচাৰ কৰাই এইবিলাকৰ ঘাই উদ্দেশ্য।

**সামৰণি**

ভাৰতলৈ ইংৰাজ আগমনৰ পিছত ভাৰতীয় সংস্কৃতিত পশ্চিমীয়া সংস্কৃতিৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছে। বিশেষকৈ ইংৰাজী ভাষাৰ যোগেদি ভাৰতীয় লোকে বিশ্বসাহিত্যৰ লগত পৰিচয় হ'বলৈ সুবিধা পোৱাৰ লগে লগে ভাৰতীয় সাহিত্যতো নতুন নতুন চিন্তাধাৰাৰ প্ৰকাশ ঘটিবলৈ ধৰিছে। ফলত ভাৰতীয় সাহিত্যই অধিক পুষ্টি লাভ কৰিবলৈ ধৰিছে। সেইদৰে শিল্পকলাৰ ক্ষেত্ৰতো ভাৰতীয় শিল্পীসকল ইউৰোপীয় শিল্পৰ নতুন নতুন পৰীক্ষা-নিৰীক্ষাৰ লগত পৰিচিত হ'ল। আৰু ভাৰতীয় সংস্কৃতিয়ে তাৰ সোঁতত নতুন নতুন ধাৰাক সাবটি লৈ একবিংশ শতিকাৰ বাটত অগ্ৰসৰ হৈছে।

# ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ঐক্যবদ্ধ সংগ্ৰামৰ ফল - অসহযোগ আন্দোলনলৈ সহাঁৰি - সামৰণি

**ভূমিকা**

ইংলেণ্ডৰ ৰাণী এলিজাবেথৰ পৰা অনুজ্ঞাপত্ৰ লাভ কৰি ১৬০০ চনত স্থাপিত 'ব্ৰিটিছ ইষ্ট ইণ্ডিয়া কোম্পানী' নামৰ প্ৰতিষ্ঠানটোৱে একমাত্ৰ ব্যৱসায় সূত্ৰে ভাৰতত প্ৰৱেশ কৰিছিল ১৬০৮ চনত। নিজৰ কূটনৈতিক বিচক্ষণতাৰ বাবে পাছলৈ এই প্ৰতিষ্ঠানটোৰ জৰিয়তে ইংৰাজসকলে ভাৰতক শাসন কৰিবলৈ সক্ষম হৈছিল।

**ঐক্যবদ্ধ সংগ্ৰামৰ ফল**

প্ৰায় চাৰি শতিকা ধৰি সংগ্ৰাম কৰি সমূহ ভাৰতবাসীয়ে তেওঁলোকৰ হেৰোৱা স্বাধীনতা পুনৰ ঘূৰাই আনিছিল ১৯৪৭ চনত। ব্ৰিটিছৰ বিৰুদ্ধে কৰা এই সংগ্ৰামত অসমৰ অৱদান আছিল প্ৰশংসনীয়। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ চৰ্ত মতে অসম ব্ৰিটিছৰ হাতলৈ যোৱাৰ পিছৰে পৰাই ১৯৪৭ চনলৈ জন্মভূমিক বিদেশী শাসনৰ পৰা উদ্ধাৰ কৰিবলৈ অসমৰ জনসাধাৰণে অহৰহ সংগ্ৰাম চলাই অৱশেষত সফল হৈছিল। সেই সংগ্ৰামত যোগ দি অসমৰ কেবাজনো আন্দোলনকাৰীয়ে নিজৰ জীৱন বলিদান দিছিল। শাসনৰ নামত ব্ৰিটিছ চৰকাৰে অসমবাসীৰ ওপৰত চলাইছিল নানান অত্যাচাৰ। কিন্তু স্বাধীনতা প্ৰয়াসী অসমৰ ৰাইজে ইয়াক আওকাণ কৰি স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰিছিল।

ব্ৰিটিছৰ বিৰুদ্ধে অসমৰ স্বাধীনতা সংগ্ৰাম পোনতে আৰম্ভ হয় ১৮২৮ চনত। অসমত চলি থকা আহোম ৰাজত্বক ১৮২৬ চনত হোৱা ইয়াণ্ডাবু সন্ধিৰ দ্বাৰা ওফৰাই ইংৰাজসকলে অসম শাসন কৰিবলৈ লয়। হেৰোৱা স্বাধীনতা ঘূৰাই আনিবলৈ গমধৰ কোঁৱৰ, জীউৰাম দুলীয়া বৰুৱা আদিৰ নেতৃত্বত প্ৰথমবাৰৰ বাবে অসমত ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহ আৰম্ভ হয়। বিদ্ৰোহীসকলে ৰাজধানী ৰংপুৰ দখল কৰিবলৈ গৈ ধৰা পৰাত সেই বিদ্ৰোহ বিফল হয়। পিছলৈ বিদ্ৰোহে পুনৰ মূৰ দাঙি উঠাত বিদ্ৰোহৰ নেতৃত্ব দিয়া আন দুজন নেতা পিয়লি ফুকন আৰু জীউৰাম দুলিয়া বৰুৱাক ১৮৩০ চনত ফাঁচি দিয়া হয়। ১৮৩৯ চনত ব্ৰিটিছ সৈন্যৰ অস্ত্ৰাগাৰ এটা ধ্বংস কৰাৰ লগতে কেইগৰাকীমান বিষয়াক হত্যা কৰি চিংফৌসকলে বিদ্ৰোহ আৰম্ভ কৰিছিল। কিন্তু ব্ৰিটিছে এই বিদ্ৰোহকো অতি সহজে দমন কৰিলে। ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ প্ৰভাৱ অসমতো পৰিছিল। অসমত বিদ্ৰোহৰ নেতৃত্ব দিছিল মণিৰাম দেৱানে। কিন্তু ব্ৰিটিছ চৰকাৰে এই বিদ্ৰোহ বেছিদিনলৈ চলি থাকিবলৈ নিদিলে। বিদ্ৰোহী নেতা মণিৰাম দেৱান আৰু পিয়লি বৰুৱাক ফাঁচি দিয়াৰ লগতে তিনিজনক নিৰ্বাসন আৰু বাকীবোৰক কাৰাদণ্ড দিয়া হয়।

১৮৫৮ চনৰ পৰা ভাৰতত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে কৰি থকা শাসন পোনে পোনে ব্ৰিটিছ চৰকাৰৰ হাতলৈ যায়। শাসনভাৰ গ্ৰহণ কৰিয়েই ব্ৰিটিছ চৰকাৰে অসমত মাটিৰ খাজনা বৃদ্ধি কৰে। অসমৰ কৃষক ৰাইজে ইয়াৰ বিৰুদ্ধে ১৮৫৮ চনৰ পৰা ১৮৯৪ চনলৈকে বিভিন্ন সময়ত বিদ্ৰোহ কৰিছিল। এই বিদ্ৰোহৰ গুৰি ধৰিছিল ৰাইজ-মেলসমূহে। ১৮৬১ চনত নগাঁৱৰ 'ফুলগুৰি' নামৰ ঠাইত জনজাতীয় কৃষকসকলে আফু খেতি বন্ধ কৰাৰ লগতে অন্য সামগ্ৰীত কৰ বহুৱাৰ প্ৰতিবাদত চৰকাৰৰ বিৰুদ্ধে ব্যাপক আন্দোলন গঢ়ি তোলে। ব্ৰিটিছ চৰকাৰৰ নিৰ্ধাৰিত কৰ দিবলৈ অমান্তি হৈ জয়ন্তীয়া, নগা, গাৰো মণিপুৰী আৰু লুচাইসকলে বিদ্ৰোহ কৰিছিল। ১৮৯৪ চনত দৰং জিলাৰ পথৰুঘাট আৰু কামৰূপ জিলাৰ ৰঙিয়া, নলবাৰী, বজালী, বৰপেটা আৰু লচিমা আদিৰ লগতে অসমৰ প্ৰায়বোৰ জিলাতে কৃষক বিদ্ৰোহে মূৰ দাঙি উঠে। পথৰুঘাটত ১৪০ জন মান, ৰঙিয়াত ২৭ জন আৰু ফুলগুৰিৰ দুজনমান বিদ্ৰোহীক হত্যা কৰাৰ লগতে আন বহুতোকে ঘুণীয়া কৰিছিল। ব্ৰিটিছ চৰকাৰে এই বিদ্ৰোহকো কঠোৰ হাতেৰে দমন কৰে।

১৮৫৮ চনত ভাৰতীয় জাতীয় কংগ্ৰেছ গঠন হয় আৰু ইয়াত অসমো অন্তৰ্ভুক্ত হয়। সেইসময়ত সাহিত্যিক লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, পদ্মনাথ গোহাঞিবৰুৱা, হেমচন্দ্ৰ গোস্বামী, কমলাকান্ত ভট্টাচাৰ্য আদি আধুনিক পাশ্চাত্য শিক্ষা গ্ৰহণ কৰা যুৱকসকলে অসমীয়া সাহিত্যৰে জাতীয় চেতনা জগাই তোলাত সহায় কৰে। ১৮৮৯ চনত 'জোনাকী' আৰু কিছুদিন পাছত 'বাঁহী' নামে আলোচনী দুখন প্ৰকাশ পোৱাত নব্য জাতীয়তাবাদী ভাৱধাৰাই অসমত গা কৰি উঠে। ১৮৯৪ চনৰ পৰা ১৯২০ চনলৈকে অসমত তেনেকৈ প্ৰত্যক্ষ সংগ্ৰাম চলোৱা হোৱা নাছিল এই সময়ছোৱাত অসমীয়া সাহিত্য, সংস্কৃতি আৰু সমাজৰ বিভিন্ন দিশত আধুনিক বিজ্ঞানসম্মত চিন্তা-চৰ্চা আৰু ধ্যান-ধাৰণাৰ উন্মেষ ঘটে। এই সময়ছোৱাত প্ৰকাশ পোৱা 'আসাম মিহিৰ', 'আসাম', 'এডভোকেট অব্ আছাম', 'আসাম বিলাসিনী', 'টাইমছ অব্ আছাম,' 'ঊষা', 'বন্তি' আদি বাতৰিকাকত আৰু আলোচনীৰে অসমীয়াৰ জনমানসত নৱজাগৰণৰ সূচনা কৰাত সহায় কৰে। ১৯০৩ চনত 'অসম এছ'চিয়েচন', ১৯১৬ চনত 'অসম ছাত্ৰ সন্মিলন' আদি কৰি কেইবাটাও সংগঠনৰ জন্ম হয়। এই সংগঠনবোৰত জড়িত হৈ মাণিকচন্দ্ৰ বৰুৱা, নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, অমিয় কুমাৰ দাস আদি নেতাসকলে মেল-মিটিঙৰ দ্বাৰা ব্ৰিটিছৰ বিৰুদ্ধে আন্দোলন চলাই গৈছিল।

**অসহযোগ আন্দোলনলৈ সহাঁৰি**

ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ মূল নায়ক মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত অসমেও সাৰ্থকভাৱে সঁহাৰি জনালে। ১৯২১ চনত 'অসম প্ৰদেশিক কংগ্ৰেছ' গঠন হয়। গান্ধীজীৰ আহ্বানত সঁহাৰি জনাই ইয়াৰ সদস্যসকলে অসমত আন্দোলন তীব্ৰতৰ কৰি তোলে। ১৯২১ চনত অসমৰ ছাত্ৰসকলে দলে দলে বিদ্যালয় বৰ্জন কৰিলে আৰু ইংৰাজৰ বিৰুদ্ধে কংগ্ৰেছৰ বিভিন্ন সাংগঠনিক কাম-কাজত আত্মনিয়োগ কৰিবলৈ ল'লে।

১৯২১ চনত অসম প্ৰদেশ কংগ্ৰেছৰ প্ৰথমখন অধিৱেশন বহিছিল। উক্ত বছৰতেই মহাত্মা গান্ধীয়ে যোগ দিয়া নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিৱেশনখনো পাণ্ডুত অনুষ্ঠিত হয়। বিদেশী বস্ত্ৰ বৰ্জন আৰু স্বদেশী খাদী পৰিধান কৰা তেতিয়াৰ পৰাই অসমত আৰম্ভ হয। অহিংসা নীতিৰে স্বাধীনতা সংগ্ৰামে অসমত ব্যাপক ৰূপ লয়। ব্ৰিটিছ চৰকাৰে অসমবাসীৰ ওপৰত দমন-পীডন আৰম্ভ কৰে। ১৯২২ চনৰ পৰা আন্দোলনে ভযাৱহ ৰূপ লোৱাত চৰকাৰে অসমৰ প্ৰাযবোৰ নেতাকে গ্ৰেপ্তাৰ কৰে। ১৯৩০ চনত কংগ্ৰেছক নিষিদ্ধ ঘোষণা কৰাৰ পিছতো আন্দোলন চলিয়েই থাকিল। উক্ত সময়ছোৱাতে ব্ৰিটিছ চৰকাৰে অসমৰ ৰাইজক গ্ৰেপ্তাৰ বা জৰিমনা ভৰাই শাস্তি দিছিল। ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনতো অসমে আগভাগ লৈ ব্ৰিটিছৰ শাস্তি মূৰ পাতি লৈছিল। ১৯৩৫ চনত প্ৰাদেশিক স্বাযত্ব শাসন মৰ্মে অসমতো গোপীনাথ বৰদলৈৰ নেতৃত্বত চৰকাৰ গঠন হয। কিন্তু ব্ৰিটিছ চৰকাৰে পূৰ্ণ স্বাধীনতা নিদিযাৰ বাবে দ্বিতীয় মহাসমৰৰ সমযত অন্য ৰাজ্যৰ লগতে অসমেও পদ্যত্যাগ কৰি পুনৰ সত্যাগ্ৰহ আৰম্ভ কৰে।

১৯৪২ চনৰ ৮ আগষ্টৰ পৰা আৰম্ভ হোৱা ভাৰত ত্যাগ আন্দোলনে অসমতো ব্যাপক ৰূপ লয। 'কৰিম কিম্বা মৰিম' আদৰ্শেৰে স্বাধীনতা লাভ কৰাৰ বাবে অসমৰ হাজাৰ হাজাৰ জনতাই অহিংস বিক্ষোভ প্ৰদৰ্শন কৰি ৰাজপথলৈ ওলাই আহে। আগশাৰীৰ বহু নেতাক জেলত সুমুৱাই থোৱাৰ প্ৰতিবাদত অসমৰ সাধাৰণ ৰাইজে ব্ৰিটিছৰ বিৰুদ্ধে সংগ্ৰামত নামি পৰে। উক্ত সময়ছোৱাত অসমৰ বহুকেইজন বিদ্ৰোহীয়ে ব্ৰিটিছৰ সৈন্যৰ হাতত প্ৰাণ আহুতি দিব লগা হৈছিল। দৰং জিলাৰ গহপুৰ থানাত ত্ৰিৰংগ পতাকা তুলিবলৈ যাওঁতে কনকলতা আৰু মুকুন্দ কাকতিযে পুলিচৰ গুলীত প্ৰাণ হেৰুৱায়। ঢেকীযাজুলিত বিক্ষোভকাৰীৰ ওপৰত কৰা গুলীচালনাত ১৩ জন লোক নিহত হয়। নগাঁও জিলাৰ বেবেজিযা আৰু ৰহাত প্ৰাণ আহুতি দিযে হেমৰাম বৰা আৰু কলাই কোঁচে। সৰুপথাৰৰ ৰে'ল দুৰ্ঘটনাৰ বাবে কুশল কোঁৱৰক ফাঁচি দিয়া হয়। জে'লৰ ভিতৰত প্ৰাণ বিসৰ্জন দিযে কমলা মিৰিয়ে। বহৰমপুৰৰ গুলীচালনাত মৃত্যু হয ভোগেশ্বৰী ফুকননীৰ, লক্ষী হাজৰিকা, বলো সুত আৰু ঠগী সুতৰ। গোৱালপাৰাত নিধানু ৰাজবংশী জোঙালবলহুত হেমৰাম পাটৰ আৰু গুণাভি বৰদলৈ, বাৰপুজিযাত তিলক ডেকা, পাটাছাৰকুছিত মদন ৰাওতা আদি মুঠ ২৪ জনৰো অধিক লোক বিযাল্লিছৰ আন্দোলনত শ্বহীদ হয়। পুলিচৰ অত্যাচাৰত আহত হয অসংখ্য লোক। বহুতেই ওৰে জীৱনৰ বাবে ঘূৰ্ণীয়া হয় আৰু অন্য বহুলোকে কাৰাবাস খাটে।

**সামৰণি**

মহাত্মা গান্ধীৰ নেতৃত্ব হোৱা বিযাল্লিছৰ গণ আন্দোলনে ভাৰতৰ স্বাধীনতা আনি দিযে। ভাৰতৰ এখন অন্যতম ৰাজ্য হিচাপে অসমে প্ৰত্যেকটো সংগ্ৰামতে যোগ দি ভাৰতক স্বাধীনতা আনি দিয়াত গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। ভাৰতৰ স্বাধীনতা আন্দোলৰ ইতিহাস অসমৰ অৱদান সোণালী আখৰেৰে জিলিকি আছে।

# ভাৰতৰ স্বাধীনতাৰ ৬০ বছৰ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - স্বাধীন আকাশৰ স্বাধীন বতাহ - সামৰণি

**ভূমিকা**

মানৱ জীৱনত স্বাধীনতাতকৈ মূল্যৱান সম্পদ সম্ভৱতঃ একো নাই। দেশ স্বাধীন হ'লেই মানুহৰ সৰ্বমূখী উন্নতিৰ পথ প্ৰশস্ত হৈ পৰে। কালচক্ৰত ভাৰতে সুদীৰ্ঘ আঢৈশ বছৰ ইংৰাজ অধীনত কটাবলগীয়া হৈছিল। ইংৰাজৰ ৰাজত্বত ভাৰতবাসীৰ শিক্ষা-দীক্ষা, স্বাস্থ্য সকলো দিশতে দুৰ্গতিৰ সীমা নাছিল। ভাৰতক এই পৰাধীনতাৰ পৰা মুক্ত কৰাৰ বাবে সুদীৰ্ঘকাল আন্দোলন হৈছে। বহু দেশপ্ৰেমীকৰ আত্মবলিদানৰ কাহিনীৰে সেই আন্দোলনৰ ইতিহাস গৌৰৱামণ্ডিত। অৱশেষত আমি ১৯৪৭ চনৰ ১৫ আগষ্টত স্বাধীনতা লাভ কৰিলোঁ। ইংৰাজে ভাৰত ত্যাগ কৰিলে। দীৰ্ঘকালৰ পৰাধীনতাৰ অন্তত আমি লাভ কৰা এই স্বাধীনতা ইতিহাসৰ নিঃসন্দেহে এক তাৎপৰ্যপূৰ্ণ ঘটনা।

**স্বাধীন আকাশৰ স্বাধীন বতাহ**

কোনো দেশৰ ৰাজনৈতিক স্বাধীনতা অৰ্জন প্ৰাথমিক কাম্য হ'লেও সেয়াই একমাত্ৰ আৰু শেষ কথা নহয়। স্বাধীন কোনো দেশৰ শিক্ষা, অৰ্থনীতি, আৰু সংস্কৃতিৰ পৰা উন্নতি হ'লেহে দেশৰ যথাৰ্থ মুক্তি ঘটে। দেশৰ জনসাধাৰণৰ সৰ্বতোমুখী জাগৰণ আৰু দেশৰ আৰ্থিক উন্নতি তথা জনকল্যাণৰ বলতহে দেশৰ সমৃদ্ধি বিকশিত হয়। সেই ক্ষেত্ৰত স্বাধীন দেশৰ চৰকাৰে জনকল্যাণমুখী কৰ্মপ্ৰচেষ্টা গ্ৰহণ কৰি দেশৰ প্ৰগতি সাধনত অগ্ৰসৰ হ'ব লাগে।

ভাৰতে স্বাধীনতা লাভ কৰা আজি ৬০ বছৰ সম্পূৰ্ণ হৈছে। ইতিমধ্যে দেশজুৰি স্বাধীনতাৰ স্বৰ্ণজয়ন্তী সমাৰোহো উৎযাপিত হৈ গৈছে। সময়ৰ নিৰিখত ৬০ বছৰ কম সময় নহয়। এখন দেশ বা এটা জাতিৰ বাবেও এই বয়স পৰিণতিৰ , সেই বয়স নানান ত্ৰুটি-বিচ্যুতি অতিক্ৰম কৰি, অনেক সমস্যা অতিক্ৰমী নিশ্চিত অগ্ৰগতিৰ ফালে অগ্ৰসৰ হোৱাৰ বয়স। বিগত ৬০ বছৰত ভাৰতত কৃষি, শিল্প, শিক্ষা আৰু অৰ্থনীতিৰ উন্নতিৰ দিশত প্ৰয়াস কৰা হৈছে। স্বাধীনতা লাভৰ পাছত দেশৰ বাট-পথৰ উন্নতি হৈছে। সাক্ষৰতাৰ হাৰ বাঢ়িছে। কৃষিক্ষেত্ৰতো অভাৱনীয় উন্নতি হৈছে। একেদৰে শিল্পোৎপাদনতো গঢ়ি উঠিছে নানান কল-কাৰখানা। তদুপৰি আন্তৰ্জাতিক ক্ষেত্ৰত পৰৰাষ্ট্ৰ নীতিত ভাৰতে শান্তি আৰু মৈত্ৰীৰ বাণী তথা মানৱতাৰ আদৰ্শ প্ৰচাৰ কৰি যথেষ্ট মৰ্যাদাৰ অধিকাৰী হৈছে। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ ক্ষেত্ৰতো ভাৰত বিশ্বৰ অন্যান্য উন্নয়নশীল ৰাষ্ট্ৰতকৈ পিছ পৰি থকা নাই। শেহতীয়াকৈ ভাৰতে নিজাববীয়াকৈ দেশীয় বিজ্ঞানীৰ চেষ্টাত পাৰমাণৱিক বোমাৰ সফল বিস্ফোৰণ ঘটাই আৰু চন্দ্ৰলৈ মহাকাশযান প্ৰেৰণ কৰি বিশ্বৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। একেদৰে যোগাযোগ, মহাকাশ গৱেষণা, ক্ৰীড়া, চলচ্চিত্ৰ আদি ক্ষেত্ৰতো ভাৰতে আন্তৰ্জাতিক স্বীকৃতি আৰু সন্মান লাভ কৰাতো

তাৎপৰ্যপূৰ্ণ কথা। অৱশ্যে এতিয়াও দেশৰ বিভিন্ন ৰাজ্যত নানা প্ৰকাৰৰ সমস্যা আছে। কেৱল সমস্যাই নহয়, সমস্যাক কেন্দ্ৰ কৰি স্বাধীন ভাৰতত বহুবাৰ সাম্প্ৰদায়িক সংঘৰ্ষও সংঘটিত হৈছে। একেদৰে বিভিন্ন ৰাজ্যত বিচ্ছিন্নতাবাদেও প্ৰকট ৰূপ ধাৰণ কৰিছে। ইতিমধ্যে আমি স্বাধীনতাৰ ৬০ বছৰ অতিক্ৰম কৰিছোঁ। এই সময়ছোৱাত আমি কি পালো, দেশ প্ৰগতিৰ পথত কিমানদূৰ অগ্ৰসৰ হ'ল, দেশৰ ক'ত কি সমস্যা সেই সকলো চালি-জাৰি চোৱাৰ সময় এয়া।

ভাৰতবাসী হিচাপে আমি আজি স্মৰণ কৰা উচিত, অনেক কষ্ট স্বীকাৰ কৰি বহুজনৰ আত্মত্যাগৰ মাজেদি আমি যি স্বাধীনতা লাভ কৰিছোঁ তাৰ গুৰুত্ব আৰু তাৎপৰ্য অনেক। পৰাধীনতা আৰু স্বাধীনতাৰ মাজতো পাৰ্থক্য তথা ব্যৱধান দুস্তৰ। কেৱল মাত্ৰ দেশৰ পৰা বিদেশী শাসক আৰু শোষকক বহিস্কাৰ কৰাৰ প্ৰতিজ্ঞা বুকুত বান্ধিয়েই বহুজন শ্বহীদ হৈছিল, আত্মবলিদান দিছিল। সেয়ে আজি আমি কি পাইছোঁ বা কি পোৱা নাই তাৰ হিচাপ কৰাৰ লগে লগে সেই বিশাল আৰু গৌৰৱময় আত্মত্যাগৰ ইতিহাসৰ কথাও সশ্ৰদ্ধাৰে স্মৰণ কৰিব লাগিব।

**সামৰণি**

ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাস পৰ্যালোচনা কৰিলে দেখা যায় যে প্ৰতিটো আন্দোলনতেই নেতাসকলে জাতীয় ঐক্যৰ ওপৰত বিশেষ গুৰুত্ব দিয়ে। বাস্তৱিকতে জাতিয়ে ঐক্যবদ্ধ হৈ কাম কৰিলে দেশৰ উন্নতি ত্বৰান্বিত হয়। দেশৰ জনবল এক বিৰাট শক্তি। কিন্তু বৰ্তমানে ভাৰতৰ বিভিন্ন ৰাজ্যত প্ৰতিক্ৰিয়াশীল শক্তিসমূহ প্ৰৱল হৈ ভাৰতৰ অখণ্ড ঐক্যক বিধ্বস্ত কৰিবলৈ কৰা প্ৰয়াস দুৰ্ভাগ্যজনক। দেশৰ বিভিন্ন ঠাইত বিচ্ছিন্নতাবাদী আন্দোলনে প্ৰবল ৰূপ ধাৰণ কৰিছে। উগ্ৰপন্থীৰ হাতত নিতৌ বহুলোকৰ মৃত্যু ঘটিছে। সেয়ে আমি স্বাধীনতাৰ ৬০ বছৰৰ এই পৱিত্ৰ ক্ষণত সংকল্প লোৱা উচিত, গৃহবিবাদ, বিচ্ছিন্নতাবাদৰ উন্মত্তাত দিকভ্ৰান্ত হৈ বহু ত্যাগ আৰু কষ্টৰ বিনিময়ত লাভ কৰা এই স্বাধীনতা যাতে আমি হেৰুৱাবলগীয়া নহয়। আমি সকলো এক হৈ থাকিব পাৰিলেহে বিশ্বৰ ভিতৰতে শিৰ উচ্চ কৰি থাকিব পাৰিম।

*উৎকৰ্ষ অৰ্জন কৰিব খোজাসকলে ইচ্ছাপূৰ্বকেই হওক বা অনিচ্ছাপূৰ্বকেই হওক, পুৱাৰ পৰা গধূলিলৈকে একেৰাহে নিজৰ কামত লাগি থাকিব লাগিব। তেওঁলোকে ইয়াক ধেমালি বুলি নলৈ পৰিশ্ৰম হিচাপে ল'ব লাগিব।*

**— ছাৰ জচুৱা ৰেণল্ডছ**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - চিপাহী বিদ্ৰোহে আনিলে জোৱাৰ - স্বাধীনতাৰ সপোন দিঠকত পৰিণত - স্বাধীনতাৰ শেষ যুদ্ধ - সামৰণি

# ভাৰতৰ স্বাধীনতা আন্দোলন

*স্বাধীনতা লুপ্ত হ'লে জীৱন আৰু স্বাদহীন হয়।*

— **এডিছন**

**ভূমিকা**

যুগে যুগে সাম্ৰাজ্যবাদী শাসনৰ অন্ত পেলাই স্বাধীনভাৱে জীযাই থকাৰ বাবে মানৱ জাতিয়ে সংগ্ৰাম কৰি আহিছে। স্বাধীনতাই এটা জাতিৰ ঐতিহ্য বহন কৰে। ভাৰতৰ স্বাধীনতা আন্দোলন পৃথিৱীৰ ইতিহাসত এক যুগান্তকাৰী ঘটনা। ভাৰতৰ স্বাধীনতা আন্দোলনৰ অগ্ৰগতি সম্পৰ্কে আলোচনা কৰিবলৈ হ'লে তিনিটা পৰ্যাযত ভাগ কৰি দেখুৱাব পাৰি। প্ৰথম পৰ্যায ১৮৮৫-১৯০৫ চনলৈ, দ্বিতীয় পৰ্যায ১৯০৫ চনৰ পৰা ১৯২০ চনলৈ আৰু তৃতীয পৰ্যায ১৯২০ চনৰ পৰা ১৯৪৭ চনলৈকে।

**চিপাহী বিদ্ৰোহে আনিলে জোৱাৰ**

১৮৫৭ চনৰ চিপাহী বিদ্ৰোহক ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰথম সংগ্ৰাম বুলি অভিহিত কৰা হয। চিপাহী বিদ্ৰোহ প্ৰথমে কলকাতাত আৰম্ভ হৈ শেষত সমগ্ৰ ভাৰততে বিযপি পৰে। ইংৰাজ বিদ্বেষী চিপাহী বিদ্ৰোহে প্ৰথম অৱস্থাত ভীষণ ৰূপ ধৰিছিল। লাহে লাহে ইংৰাজসকলে ভাৰতীয লোকৰ সাহায্য লৈযেই এই বিদ্ৰোহ দমন কৰিবলৈ সমৰ্থ হৈছিল। চিপাহী বিদ্ৰোহ ব্যৰ্থ হ'ল সঁচা, কিন্তু প্ৰকৃতাৰ্থত চিপাহী বিদ্ৰোহে নতুন সম্ভাৱনাৰ পথ মুকলি কৰিলে। কাৰণ চিপাহী বিদ্ৰোহে ভাৰতৰ জনগণক পোনপ্ৰথমবাৰৰ বাবে একগোট হৈ ইংৰাজৰ বিৰুদ্ধে থিয হ'বলৈ অনুপ্ৰেৰণা যোগালে, ফলত ভাৰতৰ জনগণৰ মনত ৰাজনৈতিক চেতনা জাগি উঠে আৰু ভাৰতত বহু জাতীয অনুষ্ঠান গঢ়ি উঠে। চিপাহী বিদ্ৰোহে ভাৰতৰ জনগণক ইংৰাজ বিদ্বেষী কৰি তোলে। এইবাবেই চিপাহী বিদ্ৰোহক ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰথম পদক্ষেপ বুলি কোৱা হয।

**স্বাধীনতাৰ সপোন দিঠকত পৰিণত**

চিপাহী বিদ্ৰোহৰ পিছতেই ভাৰতীয জনগণৰ মনত ইংৰাজ বিদ্বেষী ভাব জাগি উঠাৰ লগে লগে জাতীয় চেতনাবোধো গভীৰ হৈ উঠিল। ফলস্বৰূপে সেই সময়ত বহু জাতীয় অনুষ্ঠান, যেনে ঃ ব্ৰিটিছ ইণ্ডিযা ছোচাইটি, ব্ৰিটিছ ইণ্ডিযান এছ'চিয়েছন, বম্বে এছ'চিয়েছন, ইণ্ডিয়ান এছ'চিয়েছন আদি গঢ়ি উঠিছিল। এলেন অক্টেভিয়ান হিউমে আগবঢ়োৱা অনুপ্ৰেৰণাৰদ্বাৰা অনুপ্ৰাণিত হৈ দাদাভাই নৌৰজী আদি নেতাৰ চেষ্টাৰ ফলত ১৮৮৫ চনত প্ৰতিষ্ঠা হয ভাৰতীয জাতীয কংগ্ৰেছ । ১৮৮৫ চনৰ ডিচেম্বৰ মাহত বোম্বাইত ভাৰতীয জাতীয় কংগ্ৰেছৰ প্ৰথম অধিৱেশন অনুষ্ঠিত হয়। পাশ্চাত্য

শিক্ষাৰে শিক্ষিত উদাৰ দৃষ্টিভংগীৰ ভাৰতীয় লোকসকলে প্ৰথমে আবেদন-নিবেদনৰ দ্বাৰা দেশৰ ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক সমস্যাৰ সমাধান কৰিবলৈ বিচাৰিছিল। লাহে লাহে কংগ্ৰেছত প্ৰগতিশীল কংগ্ৰেছী নেতাসকলৰ সংখ্যা বৃদ্ধি পাই আহে আৰু তেওঁলোকে ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে এক জাতীয় আন্দোলন গঢ়ি তুলিবলৈ কাৰ্যপন্থা গ্ৰহণ কৰে।

কংগ্ৰেছৰ আন্দোলনে জনপ্ৰিয়তা লাভ কৰে আৰু সমগ্ৰ ভাৰতৰ জনতাই কংগ্ৰেছৰ দ্বাৰা পৰিচালিত হৈ স্বাধীনতা আন্দোলনত যোগ দিয়ে। লগে লগে কংগ্ৰেছৰ দ্বাৰা গঢ়ি উঠা স্বাধীনতা আন্দোলন জাতীয়তাবাদী আন্দোলনলৈ ৰূপান্তৰিত হয়। ১৯১৫ চনত মহাত্মা গান্ধীয়ে আফ্ৰিকাৰ পৰা ভাৰতলৈ ঘূৰি আহি কংগ্ৰেছৰ নেতৃত্ব গ্ৰহণ কৰে। ১৯২০ চনৰ পৰা গান্ধীজীয়ে অসহযোগ আন্দোলন আৰম্ভ কৰে। এই অসহযোগ আন্দোলনত জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলো ভাৰতীয়ই অংশগ্ৰহণ কৰে।

আইৰিচ মহিলা এনী বেছান্তে আইৰিছসকলৰ আদৰ্শেৰে ভাৰততো লোকমান্য বাল গঙ্গাধৰ তিলকৰ সৈতে লগলাগি হোমৰুল আন্দোলন আৰম্ভ কৰে। হোমৰুল আন্দোলনৰ প্ৰধান দাবী আছিল ব্ৰিটিছ শাসনৰ পৰিবৰ্তে ভাৰতত স্বায়ত্ব শাসন প্ৰতিষ্ঠা কৰা। এনী বেছান্ত আৰু লোকমান্য তিলকে অতি কম সময়ৰ ভিতৰতে আন্দোলনকাৰীসকলৰ পূৰ্ণ সহযোগিতা লাভ কৰিছিল আৰু হোমৰুল আন্দোলন সমগ্ৰ ভাৰতত বিয়পি পৰিছিল। হোমৰুল আন্দোলনৰ ফলতে ভাৰতত ১৯১৯ চনৰ আইনৰ জৰিয়তে স্বায়ত্ব শাসন ব্যৱস্থা প্ৰৱৰ্তন হৈছিল।

দক্ষিণ আফ্ৰিকাত অসহযোগ আন্দোলনেৰে সফলতা লাভ কৰা গান্ধীজীয়ে ভাৰততো তেওঁৰ আন্দোলনৰ কাৰ্যসূচী তীব্ৰতৰ কৰি তুলিলে। ১৯২০ চনত কংগ্ৰেছৰ দ্বাৰা আৰম্ভ হোৱা অসহযোগ আন্দোলনৰ মুখ্য উদ্দেশ্য আছিল ভাৰতৰ পূৰ্ণ স্বাধীনতা লাভ কৰা। সমগ্ৰ ভাৰতবাসী এই আন্দোলনত জঁপিয়াই পৰিছিল। আন্দোলন দমনৰ বাবে গান্ধীজী প্ৰমুখ্যে নেতাসকলক গ্ৰেপ্তাৰ কৰি জে'লত আবদ্ধ কৰি ৰখা হৈছিল। কিন্তু ব্ৰিটিছৰ দমননীতিয়ে আন্দোলনৰ গতি অধিক তীব্ৰহে কৰি তুলিলে।

১৯৩০ চনত পুনৰ মহাত্মা গান্ধীৰ নেতৃত্বত আইন অমান্য আন্দোলন গঢ়ি উঠে। লোণৰ ওপৰত অবৈধ শুল্ক সংযুক্ত কৰা ব্ৰিটিছৰ এখন আইনৰ বিৰুদ্ধে 'লোণ আইন অমান্য আন্দোলন' আৰম্ভ হ'ল। গান্ধীজীৰ 'দাণ্ডি যাত্ৰা' এই আন্দোলনৰে অংগ। বিদেশী বস্তু বৰ্জন, ব্ৰিটিছ চৰকাৰৰ সকলো ধৰণৰ আইনকে অমান্য কৰাৰ বাবে সিদ্ধান্ত গ্ৰহণ কৰা হয়।

### স্বাধীনতাৰ শেষ যুদ্ধ

ভাৰতৰ স্বাধীনতা আন্দোলনৰ আটাইতকৈ প্ৰবল আৰু শেষ পৰ্যায়ৰ আন্দোলন হ'ল 'ভাৰত ত্যাগ আন্দোলন'। মহাত্মা গান্ধী প্ৰমুখ্যে কংগ্ৰেছৰ নেতৃবৰ্গই ইমান দিনে তুলি অহা স্বাধীনতাৰ দাবী ইংৰাজ চৰকাৰে অগ্ৰাহ্য কৰাৰ পৰিপ্ৰেক্ষিতত ১৯৪২ চনৰ আগষ্ট মাহত 'ভাৰত ত্যাগ' আন্দোলনৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। এই প্ৰস্তাৱমতে ব্ৰিটিছ চৰকাৰে স্বইচ্ছাৰে ভাৰত ত্যাগ কৰি উভতি যাব লাগে আৰু ভাৰতবাসীয়ে নিজে

শাসনকাৰ্য চলোৱা আৰু প্ৰতিৰক্ষাৰ ব্যৱস্থা ল'ব। 'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হোৱাৰ পাছতেই গান্ধীজীয়ে 'কৰিম অথবা মৰিম' মন্ত্ৰৰে ভাৰতৰ আকাশ বতাহ কঁপাই তুলিলে। কিন্তু ব্ৰিটিছ চৰকাৰে আৰম্ভণিতে গান্ধীজী আৰু তেওঁৰ বহু সহযোগীক গ্ৰেপ্তাৰ কৰে। কিন্তু আন্দোলন ব্যাপকহে হ'ল। হাজাৰ হাজাৰ নৰ-নাৰীয়ে দেশৰ বাবে প্ৰাণ ত্যাগ কৰিলে। শ্বহীদৰ তেজেৰে ভাৰত ৰাঙলি হ'ল। চৰকাৰৰ কঠোৰ দমন নীতিয়ে একাংশ আন্দোলনকাৰীক চৰমপন্থী কৰি তুলিলে। সমগ্ৰ দেশৰ জনগণৰ জীৱনক তুচ্ছ কৰি ভাৰতৰ স্বাধীনতা ঘূৰাই অনাৰ প্ৰচেষ্টা কৰিলে। সেইসকলে ডাকঘৰ, পুলিচ থানা, কাছাৰীঘৰ আদি চৰকাৰী কাৰ্যালয়বোৰ ধ্বংস কৰি ব্ৰিটিছ শাসনক ওফৰোৱাৰ চেষ্টা কৰিলে। কাৰাৰুদ্ধ গান্ধীজীয়ে হিংসানীতি ত্যাগ কৰাৰ বাবে বাৰে বাৰে আন্দোলনকাৰীকসকলক অনুৰোধ কৰিলে। উপায়ন্তৰ হৈ ১৯৪৩ চনৰ ১০ ফ্ৰেব্ৰুৱাৰীৰ পৰা গান্ধীজীয়ে অনশন আৰম্ভ কৰিলে। হিংসাত্মক ঘটনা ক্ৰমান্বয়ে হ্ৰাস হ'ল আৰু ভাৰতক স্বাধীনতা প্ৰদান কৰা হ'ব বুলি ব্ৰিটিছ চৰকাৰে ঘোষণা কৰিলে। এই ঘোষণাই ভাৰত স্বাধীনতা আন্দোলনৰ সমাপ্তি ঘটালে।

১৯৪৭ চনত লৰ্ড মাউণ্টবেটেন ভাৰতলৈ ভাইচৰয় হৈ আহে। তাৰ পাছতেই ব্ৰিটিছ প্ৰধানমন্ত্ৰী ক্লিমেণ্ট এটলিৰ ঘোষণা মতে ভাৰতক দ্বিখণ্ডিত কৰা হ'ল। ভাৰত আৰু পাকিস্তান দুখন ৰাষ্ট্ৰ গঠন হয়। দুয়োখন ৰাষ্ট্ৰক সংবিধান প্ৰস্তুত কৰিবলৈ কৰ্তৃত্ব দিয়া হয়। ১৯০ বছৰীয়া ব্ৰিটিছ শাসনৰ অন্ত পেলায় ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতে স্বাধীনতা লাভ কৰে।

ভাৰতত গণতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠা হ'ল। এখন লিখিত সংবিধান, ৰাষ্ট্ৰীয় প্ৰতীক, ৰাষ্ট্ৰীয় সংগীত আৰু বহু ঐতিহ্যৰে ভাৰতে এখন স্বাধীন ৰাষ্ট্ৰৰূপে বিশ্বৰ চকুত ধৰা দিলে।

**সামৰণি**

ভাৰতৰ স্বাধীনতা আন্দোলন অহিংসা আৰু ত্যাগৰ ভেটিত গঢ়ি উঠিছিল। ভাৰতীয় জাতীয় কংগ্ৰেছৰ ওপৰত থকা আস্থা আৰু মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বই এই আন্দোলনক সফলতাৰ দিশত আগবঢ়াই নিলে। জাতি, ধৰ্ম, বৰ্ণ, ধনী, দুখীয়া সকলোৰে এখন পতাকাৰ তলত একগোট হৈ বিশ্ব ইতিহাসত খলকনি তুলিলে। বহুজন ভাৰতীয় দেশপ্ৰেমিকে হাঁহি হাঁহি ফাঁচীৰ কাঠত উঠি জীৱনটোক দেশমাতৃৰ বাবে উছৰ্গা কৰিলে। ভাৰতীয় মহান দেশপ্ৰেম আৰু পবিত্ৰ ৰক্তৰ বিনিময়ত ভাৰত স্বাধীন হ'ল। আমি ভাৰতবাসী স্বাধীন দেশৰ সন্তান হ'লোঁ।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ ভাৰতৰ স্বাধীনতাৰ শেষ যুদ্ধ (HSLC 1993)

> *সত্য কেতিয়াও কৃত্ৰিম হ'ব নোৱাৰে। ই এনে বস্তু যাক ইচ্ছামতে তৈয়াৰ কৰিব নোৱাৰি। ই নিজে নিজেই থাকে।* — **কাৰ্ড বৰ্ম হেকৰ্ট**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সন্মানীয় সংবিধান - বৈশিষ্ট্যৰে ভৰপূৰ ভাৰতৰ সংবিধান - সামৰণি

# ভাৰতৰ সংবিধান

*সংবিধান যিমানেই ভাল নহওক লাগিলে ইয়াৰ কাৰ্য ৰূপায়ণৰ দায়িত্ব ল'ব লগা লোকসকল যদি কেনেবাকৈ 'বেয়া' হয়, তেনেহ'লে সেই একেখন সংবিধানেই বেয়া বুলিও পৰিগণিত হ'বগৈ পাৰে।*

**— ভাৰতীয় সংবিধানৰ অন্যতম প্ৰণেতা ভীমৰাম ৰামজী আম্বেদকাৰ**

**ভূমিকা**

ভাৰতৰ সংবিধান পৃথিবীৰ ভিতৰত সৰ্ববৃহৎ লিখিত সংবিধান। ১৯৪৯ চনৰ ২৬ নৱেম্বৰত ভাৰতৰ সংবিধান গ্ৰহণ কৰা হয়। পৰৱৰ্তী কালত সংবিধান সংশোধনৰ দ্বাৰা নতুন নতুন বিষয় সংযোজিত কৰা হৈছে। বৰ্তমান ভাৰতৰ সংবিধানত ৩৫৯ টা অনুবন্ধ, ১২ টা অনুসূচী আৰু ২২ টা অধ্যায় আছে।

**সন্মানীয় সংবিধান**

ভাৰত স্বাধীন হোৱাৰ প্ৰায় আঢৈ বছৰৰ পাছত ভাৰতৰ সংবিধানখন কাৰ্যকৰী হয। প্ৰথম মহাসমৰৰ সময়ৰে পৰা ভাৰতৰ কেইগৰাকীমান জাতীযতাবাদী, প্ৰগতিশীল নেতাই সংবিধানৰ দাবী তুলিছিল, কিন্তু ইংৰাজ চৰকাৰে মাত্ৰ ভাৰতীয়সকলক সন্তুষ্ট কৰাৰ বাবে ১৯৩৫ চনত ভাৰত আইন নাম দি এখন আইন তৈয়াৰ কৰি প্ৰাদেশিক স্বাযত্ত্ব শাসনৰ ব্যৱস্থা কৰিছিল। সংবিধান ৰচনা সম্পৰ্কে প্ৰথম জৱাহৰলাল নেহৰুৱে জনসাধাৰণৰ মাজত এটা মনোভাৱ গঢি তুলিলে। ১৯৪৬ চনৰ ৯ ডিচেম্বৰত কেবিনেট মিছনৰ পৰিকল্পনামতে সংবিধান ৰচনা কৰা নিকায়ৰ প্ৰথম বৈঠক বহে। ডাঃ বি আৰ আম্বেদকাৰৰ সভাপতিত্বত থকা খচৰা কমিটিযে ১৯৪৮ চনৰ জানুৱাৰী মাহত সংবিধান প্ৰকাশ কৰে। এই খচৰাত ১৯৪৯ চনৰ ২৬ নৱেম্বৰত গণ পৰিষদৰ সভাপতি ডঃ ৰাজন্দ্ৰে প্ৰসাদে স্বাক্ষৰ কৰে। এই সংবিধান ৰচনা কৰোঁতে মুঠ দুবছৰ এঘাৰ মাহ ওঠৰ দিন সময লাগিছিল। ভাৰতৰ সংবিধান ১৯৫০ চনৰ ২৬ জানুৱাৰীৰ পৰা কাৰ্যকৰী হয়।

লিখিত সংবিধান হিচাপে ভাৰতৰ সংবিধানত এটা প্ৰস্তাৱনা সন্নিবিষ্ট কৰা হৈছে। এই প্ৰস্তাৱনাত সংবিধানৰ উদ্দেশ্য, আদৰ্শ, লক্ষ্য, ক্ষমতাৰ উৎস আদিৰ বিষয়ে উল্লেখ আছে। এই প্ৰস্তাৱনাই ভাৰতক এখন সাৰ্বভৌম, সমাজবাদী, ধৰ্মনিৰপেক্ষ, লোকতান্ত্ৰিক গণৰাজ্য হিচাপে প্ৰতিষ্ঠিত কৰিছে। ইয়াত নগৰিকৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক ন্যায়ৰ উল্লেখ আছে। সকলো নাগৰিককে চিন্তা, অভিব্যক্তি, বিশ্বাস, ধৰ্ম আৰু উপাসনাৰ স্বাধীনতা প্ৰদান কৰা হৈছে। প্ৰতিষ্ঠা আৰু সুযোগৰ সমতা দিয়া আৰু ব্যক্তিৰ মৰ্যাদা তথা জাতীয় ঐক্য আৰু সংহতি বজাই ৰাখি ভ্ৰাতৃত্বৰ ভাব বৃদ্ধি কৰাৰ আশ্বাস দিয়া হৈছে।

সংবিধানৰ প্ৰস্তাৱনাই উদ্দেশ্যবোৰ উল্লেখ কৰিছে। গতিকে চৰকাৰে আইন কৰোঁতে সেই উদ্দেশ্য স্মৰণ কৰিহে আইন কৰিব লাগে। প্ৰস্তাৱনাৰ উদ্দেশ্য উলংঘা কৰিলে যদিও আদালতৰ কাষ চাপিব নোৱাৰে, কিন্তু সাধাৰণতে জনমতৰ কথা ভাবিয়েই

চৰকাৰে তেনে কৰিবলৈ সাহস নকৰে। উচ্চতম ন্যায়ালয়ে সংবিধানৰ কোনো অধিনিয়মৰ সমুচিত ব্যাখ্যা বিচাৰি নাপালে প্ৰস্তাৱনাত থকা উদ্দেশ্যৰ সহায় ল'ব পাৰে। প্ৰস্তাৱনা যদিও সংবিধানৰ মূল অংগ নহয় তথাপি ইয়াৰ গুৰুত্ব বা তাৎপৰ্য উলাই কৰিব পৰা বিধৰ নহয়।

প্ৰত্যেক ৰাষ্ট্ৰৰে নিৰ্দিষ্ট আদৰ্শ আৰু লক্ষ্য থাকে। এই আদৰ্শ আৰু লক্ষ্য প্ৰতিফলিত হয় ৰাষ্ট্ৰৰ সংবিধানত। ভাৰতৰ সংবিধান প্ৰণেতাসকলে বিভিন্ন ৰাষ্ট্ৰৰ সংবিধান অধ্যয়ন কৰি তাৰ সাৰমৰ্মৰে নিজক বলিষ্ঠ কৰাৰ পাছতহে ভাৰতৰ সংবিধান ৰচনা কৰিছিল। ভাৰতৰ সংবিধানৰ অন্যতম গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হ'ল সংবিধানৰ প্ৰস্তৱনা। প্ৰস্তাৱনাৰ মাধ্যমেৰে সংবিধানৰ প্ৰণেতাৰ সংবিধানৰ উৎস, তাৰ উদ্দেশ্যে আৰু লক্ষ্য, ৰাষ্ট্ৰীয় বুনিয়াদ, সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক ভিত্তিক ব্যক্ত কৰিছে। ১৯৭৬ চনৰ সংবিধানৰ ৪২ তম সংশোধন আইনৰ মাধ্যমেৰে 'সমাজতান্ত্ৰিক', 'ধৰ্মনিৰপেক্ষ' আৰু 'সংহতি' শব্দ তিনিটা যুক্ত কৰা হয়।

**বৈশিষ্ট্যৰে ভৰপূৰ ভাৰতৰ সংবিধান**

ভাৰতৰ সংবিধানৰ মুখ্য বৈশিষ্ট্যবোৰ বিশ্লেষণ কৰিলে সংবিধানৰ তাৎপৰ্য অনুধাৱন কৰিব পৰা যায়। ভাৰতৰ সংবিধানৰ প্ৰথম বৈশিষ্ট্য হ'ল ই লিখিত সংবিধান। বিধিগতভাৱে গঠিত এক সংবিধান সভাৰ দ্বাৰা প্ৰস্তুত নীতিবোৰ স্পষ্টভাৱে ইয়াত লিপিবদ্ধ কৰা হৈছে। যদিও ভাৰতৰ সংবিধানখন লিখিত তথাপি ইয়াত অলিখিত চলিত প্ৰথা একেবাৰে নথকা নহয়। সাধাৰণ নিৰ্বাচন হৈ যোৱাৰ পাছত কেন্দ্ৰত ৰাষ্ট্ৰপতিয়ে নিৰংকুশ সংখ্যাগৰিষ্ঠ নেতাগৰীকক চৰকাৰ গঠন কৰিবলৈ আহ্বান জনোৱা প্ৰথাটো সংবিধানত লিপিবদ্ধ কৰা নাই। ই চলিত প্ৰথাহে।

ভাৰতৰ সংবিধানৰ সংশোধনী পদ্ধতি নমনীযতা আৰু দৃঢ়তাৰ সংমিশ্ৰণৰ সুন্দৰ নিদৰ্শন। ইয়াৰ কিছুমান অনুচ্ছেদ কেন্দ্ৰীয সংসদৰ উভয সদনত সাধাৰণ ভোটাধিকাৰৰ দ্বাৰা সংশোধন কৰিব পাৰি, আন কিছুমান কেন্দ্ৰীয় সংসদৰ দুই সদনতে আধাতকৈ অধিক সদস্যৰ উপস্থিতিত, তেওঁলোকৰ দুই-তৃতীয়াংশৰ সমৰ্থনেৰে সংশোধন কৰিব পাৰি। অন্য কিছুমান অনুচ্ছেদৰ সংশোধনৰ ক্ষেত্ৰত কেন্দ্ৰীয সংসদৰ দুই সদনৰ উপস্থিত সদস্যৰ দুই-তৃতীয়াংশৰ সমৰ্থনৰ উপৰিও ৰাজ্যিক বিধানসভাবোৰৰ গৰিষ্ঠ সংখ্যকৰে সমৰ্থনৰ প্ৰয়োজন।

যুক্তৰাষ্ট্ৰীয ব্যৱস্থাৰ প্ৰচলন ভাৰতীয় সংবিধানৰ বৈশিষ্ট্য। কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত ক্ষমতাৰ বিভাজন আছে। ভাৰতৰ সংবিধানৰ আন এটা বৈশিষ্ট্য হ'ল ইয়াত সংসদীয় পদ্ধতিৰ চৰকাৰ আছে। ৰাষ্ট্ৰপতি ভাৰতৰ প্ৰথম নাগৰিক, অৰ্থাৎ, ৰাষ্ট্ৰ প্ৰধান যদিও নামমাত্ৰ কাৰ্যপালিকাহে। তেওঁ ৰাষ্ট্ৰৰ প্ৰধান, কিন্তু চৰকাৰৰ প্ৰধান হ'ল মন্ত্ৰী পৰিষদ বা সংসদ। ভাৰতত সংসদীয় চৰকাৰ নীতি গ্ৰহণ কৰাৰ বাবে ক্ষমতাৰ পৃথকীকৰণ নীতি কাৰ্যকৰী হোৱা নাই। ভাৰতৰ সংবিধানৰ এটা অতি উল্লেখযোগ্য বৈশিষ্ট্য হ'ল মৌলিক অধিকাৰৰ অন্তৰ্ভুক্তি। মূলতঃ সাতবিধ মৌলিক অধিকাৰ সংবিধানে নাগৰিকক প্ৰদান কৰিছে। সমতাৰ অধিকাৰ, স্বাধীনতাৰ অধিকাৰ, সম্পত্তিৰ অধিকাৰ, শোষণৰ

বিৰুদ্ধে অধিকাৰ, ধৰ্মীয় অধিকাৰ, সাংস্কৃতিক আৰু শিক্ষাৰ অধিকাৰ, সম্পত্তিৰ অধিকাৰ আৰু সাংবিধানিক প্ৰতিকাৰৰ অধিকাৰ। সংবিধানৰ ৪৪তম সংশোধনীৰ দ্বাৰা সম্পত্তিৰ অধিকাৰটোক এই তালিকাৰ পৰা কৰ্তন কৰা হৈছে। অধিকাৰৰ দৰে নাগৰিকৰ কৰ্তব্যৰ অন্তৰ্ভুক্তি ভাৰতীয় সংবিধানৰ বৈশিষ্ট্য। ৪২তম সংশোধনীৰ দ্বাৰা সংবিধান মানি চলা, জাতীয় পতাকা, ৰাষ্ট্ৰীয় প্ৰতীকৰ সন্মান প্ৰদৰ্শন, ভাৰতৰ সাৰ্বভৌমত্ব, ঐক্য আৰু সংহতি ৰক্ষা কৰা, দেশৰ প্ৰতি প্ৰযোজনত সেৱা আগবঢোৱা, মূল্যবান ঐতিহ্যক সংৰক্ষণ কৰা আদি কিছুমান কৰ্তব্য সংবিধানত সন্নিৱিষ্ট হৈছে। ৰাষ্ট্ৰৰ নিৰ্দেশনাত্মক নীতিৰ অন্তৰ্ভুক্তি ভাৰতীয় সংবিধানৰ আন এটা বৈশিষ্ট্য। নাগৰিকৰ উন্নতি সাধনেৰে ভাৰতক এখন কল্যাণকামী ৰাষ্ট্ৰত পৰিণত কৰাৰ মানসেৰে ৰাষ্ট্ৰৰ নিৰ্দেশক নীতিসমূহ সংবিধানত অন্তৰ্ভুক্ত কৰা হৈছে। সংবিধান প্ৰণেতাসকলে ভাৰতক এখন গণতান্ত্ৰিক গণৰাজ্যৰূপে ঘোষণা কৰিছে। ভাৰতৰ ৰাষ্ট্ৰ প্ৰধানক জনসাধাৰণে পৰোক্ষ ভোটৰ দ্বাৰা নিৰ্বাচিত কৰে। ইও নিৰ্দিষ্ট কালৰ বাবে। এটা উল্লেখযোগ্য বৈশিষ্ট্য ভাৰতৰ সংবিধানত আছে, সেইটো হ'ল ভাৰতত কোনো ৰাষ্ট্ৰীয় ধৰ্ম নাই। ই এখন ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰ। ভাৰতৰ সমাজবাদী নীতিক সংবিধানত স্পষ্ট কৰি দিয়া হৈছে। স্বাধীন ন্যায়পালিকাৰ ব্যৱস্থা, এক নাগৰিকত্ব ব্যৱস্থা, পিছপৰা শ্ৰেণীৰ বাবে বিশেষ ব্যৱস্থা উল্লেখযোগ্য বৈশিষ্ট্য।

ভাৰতৰ সংবিধানৰ চতুৰ্থ অংশত ৰাষ্ট্ৰ পৰিচালনাৰ নিৰ্দেশমূলক নীতিসমূহ লিপিৱদ্ধ কৰা হৈছে। সেইবোৰৰ লগত নাগৰিকৰ মৌলিক অধিকাৰৰ পাৰ্থক্য আছে। ভাৰতীয় সংসদীয় গণতন্ত্ৰত ৰাষ্ট্ৰপতি কেন্দ্ৰীয় শাসন বিভাগৰ সৰ্বোচ্চ পদাধিকাৰী। বাস্তৱত প্ৰধান মন্ত্ৰী আৰু তেওঁৰ নেতৃত্বৰ পৰিচালিত মন্ত্ৰী সভাৰ পৰামৰ্শমতে তেওঁ সাংবিধানিক দায়িত্ব পালন কৰে। সাংসদ আৰু ৰাজ্যৰ বিধান সভাৰ নিৰ্বাচিত সদস্যৰ দ্বাৰা গঠিত এক নিৰ্বাচনী প্ৰক্ৰিয়াৰ মাধ্যমত ৰাষ্ট্ৰপতি নিৰ্বাচিত হয়। সংবিধানে বিভিন্ন ৰাজ্য আৰু সংসদৰ প্ৰতিনিধি ভোটৰ সংখ্যাৰ সমতা ৰক্ষাৰ ব্যৱস্থা কৰিছে। ৰাষ্ট্ৰপতি সমানুপতিক প্ৰতিনিধিত্বৰ একক হস্তান্তৰ যোগ্য ভোটৰ দ্বাৰা নিৰ্বাচিত হয়। সংবিধানমতে ৰাষ্ট্ৰপতিৰ কাৰ্যকাল পাঁচ বছৰ। উপ-ৰাষ্ট্ৰপতিৰ পদ এটাও ভাৰতত আছে। তেওঁ ৰাজ্যসভাৰো অধ্যক্ষ। ভাৰত চৰকাৰৰ মধ্যমণি আৰু কেন্দ্ৰীয় ব্যক্তিত্ব হ'ল ইয়াৰ প্ৰধান মন্ত্ৰী। প্ৰধানমন্ত্ৰীৰ পদটো এফালে চৰকাৰ আৰু আনফালে সমস্ত ৰাজনৈতিক ব্যৱস্থাৰ প্ৰধান গুৰুত্বপূৰ্ণ পদাধিকাৰী ব্যক্তিত্ব। মন্ত্ৰী পৰিষদত কেবিনেট, ৰাজ্যমন্ত্ৰী আৰু উপমন্ত্ৰী থাকে।

ভাৰতৰ সংবিধানত জৰুৰী অৱস্থা আৰু ৰাষ্ট্ৰপতিৰ শাসন সম্পৰ্কীয় ব্যৱস্থা আছে। যুদ্ধ বা বৈদেশিক আক্ৰমণ, ৰাজ্যৰ সাংবিধানিক অচলাৱস্থাজনক পৰিস্থিতি আৰু ৰাষ্ট্ৰপতিয়ে যদি ভাৰত বা ভাৰতৰ কোনো অংশৰ আৰ্থিক সুনাম বা স্থায়িত্ব ক্ষুণ্ণ হোৱাৰ আশংকা দেখে তেন্তে জৰুৰী অৱস্থা ঘোষণা কৰিব পাৰে। কেবিনেটৰ সিদ্ধান্ত অনুযায়ী প্ৰধান মন্ত্ৰীয়ে জৰুৰী অৱস্থাৰ সিদ্ধান্ত লয় আৰু ৰাষ্ট্ৰপতিয়ে চূড়ান্ত সিদ্ধান্ত জাৰি কৰে। ৰাষ্ট্ৰৰ অৰ্ন্তভাগত শাসনতান্ত্ৰিক অচলাৱস্থাৰ ঘোষণাকে ৰাষ্ট্ৰপতিৰ শাসন বুলি অভিহত কৰা হয়। ৰাজ্যপালৰ অনুৰোধ মৰ্মে ৰাষ্ট্ৰপতিয়ে ৰাষ্ট্ৰপতি শাসন জাৰি কৰে। আৰ্থিক অচলাৱস্থাৰ ক্ষেত্ৰতো আৰ্থিক জৰুৰী অৱস্থা ঘোষণা কৰা হয়। ৰাজ্যপাল ৰাজ্যৰ শাসন বিভাগৰ আনুষ্ঠানিক প্ৰধান।

ৰাজ্যৰ শাসন পৰিচালনাৰ আটাইতকৈ প্ৰভাৱশালী ৰাজনৈতিক ব্যক্তিত্ব হ'ল মুখ্যমন্ত্ৰী। কেন্দ্ৰৰ প্ৰশাসনত প্ৰধান মন্ত্ৰীৰ যি ভূমিকা তেনে ভূমিকা ৰাজ্যত মুখ্যমন্ত্ৰীৰ।

ভাৰতৰ কেন্দ্ৰীয় আইন সভা সংসদ হ'ল দ্বিকক্ষ বিশিষ্ট আইন সভা। লোকসভা হ'ল নিম্নকক্ষ য'ত ভাৰতৰ জনগণৰ প্ৰতিনিধিত্ব থাকে। উচ্চকক্ষ হ'ল ভাৰতৰ অংগ ৰাজ্যৰ প্ৰতিনিধিত্বমূলক কক্ষ। ২৫০ জন সদস্যৰ দ্বাৰা ৰাজ্যসভা গঠিত। লোকসভাৰ সদস্য প্ৰত্যক্ষভাৱে নিৰ্বাচকমণ্ডলীৰ দ্বাৰা নিৰ্বাচিত হয। লোক সভাৰ কাৰ্য পৰিচালনাৰ বাবে অধ্যক্ষ আৰু উপাধ্যক্ষ থাকে। এই সভা ভাৰতৰ কেন্দ্ৰীয আইনসভা বা সংসদৰ জনপ্ৰিয অংগ। সাধাৰণ আইন প্ৰণয়নৰ ক্ষেত্ৰত লোকসভা আৰু ৰাজ্যসভাৰ ক্ষমতা সমান।

ৰাজ্যৰ বিধান সভাৰ নিৰ্বাচনৰ পাছত ৰাজ্যপালে প্ৰথমে একক সংখ্যাগৰিষ্ঠ দলৰ নেতাজনক মুখ্যমন্ত্ৰীৰূপে নিৰ্বাচিত কৰে। মুখ্যমন্ত্ৰীৰ পৰামৰ্শমতে মন্ত্ৰীসভাৰ অন্যান্য সদস্যসকলক ৰাজ্যপালে নিয়োগ কৰে। ৰাজ্যৰ শাসনভাৰৰ সম্পূৰ্ণ দাযিত্ব মন্ত্ৰীসভাৰ ওপৰত। ভাৰতৰ বিচাৰ ব্যৱস্থা অতি সংহত ৰূপত সংবিধানে প্ৰস্তুত কৰিছে। উচ্চতম ন্যায়ালয় ভাৰতৰ সৰ্বোচ্চ আদালত। তাৰ অধীনত ৰাজ্যৰ শীৰ্ষস্থানত থাকে উচ্চ ন্যায়ালয়। ভাৰতৰ সংবিধানত এখন নিৰ্বাচন আয়োগৰো উল্লেখ আছে। নিৰ্বাচন সম্পৰ্কীয় সকলো কাম এই আযোগৰ দ্বাৰা পৰিচালিত হয়। কেন্দ্ৰ আৰু ৰাজ্যিক চৰকাৰৰ মাজত সংবিধানে ক্ষমতা বিভাজন কৰি দিছে। সেই অনুসৰি ভাৰতৰ যুক্তৰাষ্ট্ৰীয শাসন কাৰ্য সংবিধান প্ৰণয়নৰ দিনৰ পৰা চলি আহিছে।

**সামৰণি**

দেশ এখন সুচাৰুৰূপে পৰিচালিত কৰিবৰ বাবে সংবিধানৰ প্ৰযোজন। সংবিধান অবিহনে দেশ এখন সম্পূৰ্ণ নহয।

# ভাৰতৰ মহাকাশ গৱেষণা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইতিহাসৰ বুকুত
মহাকাশ যাত্ৰা - ভাৰতৰ মহাকাশ
মহা-অভিযান - সামৰণি

**ভূমিকা**

অতীজৰে পৰা মানুহে প্ৰকৃতিক জয় কৰাৰ এক অদম্য বাসনা মনত পুহি ৰাখিছে। সময়ে সময়ে সেই বাসনাৰ সফল ৰূপায়ণৰ দিশত অগ্ৰসৰো হৈছে। মানুহৰ আকাশত উৰাৰ প্ৰচেষ্টা সফল হৈছে। চন্দ্ৰত খোজ কঢাৰ হেঁপাহ পূৰণ হৈছে। তেনেদৰে মহাকাশৰ মাজত বিচৰণ কৰি পৃথিৱীখনক নতুন দৃষ্টিৰে লক্ষ্য কৰিবলৈ শিকিছে। মহাকাশ গৱেষণাৰ জৰিয়তে পৃথিৱীত নতুন যুগৰ সূত্ৰপাত হৈছে। এইক্ষেত্ৰত ভাৰতো পিছপৰি থকা নাই।

## ইতিহাসৰ বুকুত মহাকাশ যাত্ৰা

ভাৰতত মহাকাশ অভিযানৰ সূত্ৰপাত হয় ১৯৬৩ চনত কেৰালা ৰাজ্যৰ পশ্চিম উপকূলত অৱস্থিত ত্ৰিবান্দ্ৰম চহৰৰ ওচৰত এটা ৰকেট নিক্ষেপণ কেন্দ্ৰ স্থাপনৰ যোগেদি। ১৯৬৭ চনত আহমদাবাদত ছেটেলাইট টেলিকমিউনিকেছন আৰ্থষ্টেচন স্থাপিত হয়। ১৯৬৯ চনত ভাৰতীয় মহাকাশ গৱেষণা সংস্থা 'ইণ্ডিয়ান স্পেছ ৰিচাৰ্চ অৰগেনাইজেছন বা ইছৰ' (ISRO) প্ৰতিষ্ঠা হয়। পৰৱৰ্তী সময়ত ভাৰতৰ বিভিন্ন অঞ্চলত বহুকেইটা মহাকাশ গৱেষণা কেন্দ্ৰ প্ৰতিষ্ঠা কৰা হৈছে। এই বিভিন্ন কেন্দ্ৰসমূহৰ প্ৰচেষ্টাত ভাৰতে ১৯৭৫ চনৰে পৰা মহাকাশলৈ বিভিন্ন ধৰণৰ উপগ্ৰহ নিক্ষেপ কৰি আছে। ১৯৭৫ চনৰ ১৯ এপ্ৰিলত ৰাছিয়াৰ উৎক্ষেপণ কেন্দ্ৰৰ পৰা ভাৰতে প্ৰথম উপগ্ৰহ 'আৰ্যভট্ট'ক মহাকাশলৈ উৎক্ষেপণ কৰে। দ্বিতীয়টো কৃত্ৰিম উপগ্ৰহ 'ভাস্কৰ'ক ১৯৭৯ চনৰ ৭ জুনত ৰাছিয়াৰ পৰাই নিক্ষেপ কৰা হয়। এই উপগ্ৰহটোৱে দুটা টেলিভিছন কেমেৰা আৰু তিনিটা অতি শক্তিশালী ৰেডিঅ' ট্ৰেন্সমিটাৰ কঢ়িয়াই নিছিল। ইয়াৰ পাছত সময়ে সময়ে ভাৰতে মহাকাশলৈ প্ৰেৰণ কৰা বিভিন্ন কৃত্ৰিম উপগ্ৰহবোৰ হ'ল ঃ ৰোহিণী-১, ৰোহিণী-২, ৰোহিণী-৩, ভাস্কৰ-২, ইনছাট-১ এ, ইনছাট-১বি, অগ্নি ইত্যাদি।

## ভাৰতৰ মহাকাশ মহা-অভিযান

মহাকাশ অভিযান আৰু কৃত্ৰিম উপগ্ৰহ নিক্ষেপণত ভাৰতৰ স্থান পৃথিৱীৰ অন্যান্য দেশবোৰৰ তুলনাত চতুৰ্থ। ১৯৮৪ চনত মহাকাশলৈ ভাৰতৰ প্ৰথমজন মহাকাশচাৰী ৰাওনা হৈছিল। তেওঁ হ'ল ৰাকেশ শৰ্মা। ভাৰতীয় নাৰী কল্পনা চাওলাৰ ১৯৯৮ চনৰ মহাকাশ অভিযান নিতান্তই আলোড়নকাৰী। ভাৰতীয় বিজ্ঞানীসকলৰ প্ৰথম লক্ষ্য আছিল মহাকাশৰ পৰা পৃথিৱীৰ নজনা-নুশুনা অলেখ সাঁথৰৰ সন্ধান লোৱা। ক্ৰমে তেওঁলোকৰ মহাকাশ অভিযানৰ বিস্তৃতিও বৃদ্ধি পাই গৈছে। ভাৰতৰ মহাকাশ বিজ্ঞানৰ ভেটি গঢ়ি তোলা বিজ্ঞানী অধ্যাপক বিক্ৰম ছাৰাভাইৰ মতে সমাজৰ সমস্যাৰ সমাধানৰ বাবে কাৰিকৰী জ্ঞানৰ প্ৰয়োগত ভাৰতকো আগবঢ়াই নিয়া উচিত। মহাকাশত এটাৰ পাছত এটা অভিযান চলাই ভাৰতৰ যোগাযোগ ব্যৱস্থালৈ বিজ্ঞানীসকলে অভূতপূৰ্ব পৰিৱৰ্তন আনি দিয়ে। বায়ুমণ্ডল সম্বন্ধে নতুন নতুন তথ্য বিজ্ঞানীসকলে সংগ্ৰহ কৰিছে। বতৰ বিজ্ঞান, বতৰৰ আগলিবতৰা প্ৰদান, যোগাযোগৰ দ্ৰুত ব্যৱস্থা ইত্যাদি সম্ভৱ হৈছে মহাকাশ গৱেষণাৰ ফলস্বৰূপে। কৃত্ৰিম উপগ্ৰহ ইনছাটৰ কেইবাটাও বৰ্তমান মহাকাশত বিচৰণ কৰি আছে। ইনছাট-২ চি অতি উন্নত পদ্ধতিৰে নিৰ্মিত। ভাৰতীয় টেলিভিছনৰ সম্প্ৰচাৰে দেশৰ সীমাৰেখা অতিক্ৰম কৰি বিদেশ পোৱাৰ সুবিধা কৰিছে মহাকাশ গৱেষণাই। ইয়াৰ বাহিৰেও ইনছাটত আছে উন্নয়নমূলক কামৰ প্ৰকল্প। ১৯৯৫ চনৰ ডিচেম্বৰ মাহত আই আৰ এছ-ৰ চি নামৰ যিটো উপগ্ৰহ উৎক্ষেপণ কৰা হয় সি বৰ্তমান বিশ্বই উৎক্ষেপণ কৰি থকা উপগ্ৰহসমূহৰ ভিতৰত প্ৰযুক্তিগত দিশত শ্ৰেষ্ঠ। পৃথিৱীৰ যোগাযোগ কেন্দ্ৰৰ দৃষ্টিৰ বাহিৰলৈ গ'লেও এই উপগ্ৰহটোত এটা টেপৰেকৰ্ডাৰ সক্ৰিয় হৈ থাকিব। পি এছ এল ভি ডিৰ সাহায্যত মহাকাশলৈ প্ৰেৰণ কৰা হৈছে আই আৰ

এছ পি-৩ উপগ্ৰহটি। ই WIFS কেমেৰা যুক্ত হোৱা বাবে ইয়াৰ 'ৰিমোট চেন্সিং' ক্ষমতা বৃদ্ধি পাব। ইয়াত সংযুক্ত কেমেৰাৰ সাহায্যত মহাকাশৰ পৰা সামুদ্ৰিক সম্পদ সম্পৰ্কিত তথ্যও সংগ্ৰহ কৰিব পৰা যাব। এই ছিৰিজৰ আৰু উপগ্ৰহ মহাকাশলৈ উৎক্ষেপণ কৰিলে ভাৰতৰ সমুদ্ৰবিজ্ঞান, মানচিত্ৰ অংকন আৰু পৰিৱেশ সংক্ৰান্তীয় গৱেষণাৰ ক্ষেত্ৰত এক উচ্চ স্থান পোৱাতো নিশ্চিত। প্ৰাকৃতিক সম্পদ, পৰিৱেশ ৰক্ষা, শস্যৰ উৎপাদন, শস্য ক্ষেত্ৰৰ ভূমিৰ পৰিমাণ, খৰাং বতৰ নিয়ন্ত্ৰণ, বানপানীৰ পূৰ্বাভাস, চহৰৰ অৱস্থান, আৰু অৰণ্য সম্পদ সংক্ৰান্ত সমীক্ষাৰ ক্ষেত্ৰত এক নতুন দিগন্তৰ সূচনা হ'ব উপগ্ৰহৰ পৰা পোৱা তথ্যৰ ভিত্তিত। জ্যোতিৰ্বিজ্ঞান গৱেষণাৰ ক্ষেত্ৰত উপগ্ৰহৰ সাহায্য মন কৰিবলগীয়া। উপগ্ৰহৰ লগত 'ৰিমোট ছেন্সিং পেলোড' আৰু জ্যোতিৰ্বিজ্ঞান সম্পৰ্কিত এক্সৰে' 'পেলোড'ৰ ব্যৱস্থা কৰা হৈছে যাৰ বাবে জ্যোতিৰ্বিজ্ঞানৰ জগতত নতুন তথ্যৰ আৱিষ্কাৰ হ'ব। ৰাজস্থানৰ মাউণ্ট আবুত স্থাপিত ইনফ্ৰাৰেড টেলিস্কোপে জ্যোতিৰ্বিজ্ঞান সম্পৰ্কীয় গৱেষণাত বহু সাহায্য আগবঢাইছে। এই সকলোমিলি ভাৰতে মহাকাশ গৱেষণা ক্ষেত্ৰত উন্নত দেশ বুলি নিজকে চিনাকি দিব পৰা হৈছে।

জাতীয় উন্নয়নত মহাকাশ প্ৰযুক্তিৰ প্ৰযোগৰ ক্ষেত্ৰত ভাৰতে উল্লেখযোগ্য অগ্ৰগতি লাভ কৰিছে। টেলিভিছনৰ অনুষ্ঠান সম্প্ৰচাৰ, পৃথিৱীৰ জলবায়ু সম্পৰ্কে ফটো তোলাৰ উপৰি চেনেলযোগে প্ৰচাৰিত অনুষ্ঠানৰো উন্নত ছবিৰ ব্যৱস্থা কৰা হৈছে। তেনে ক্ষেত্ৰত মহাকাশ অভিযানে সফলতা আনিছে। মহাকাশ গৱেষণাৰ দৰে জটিল কাৰ্য এটি সুচাৰু আৰু সফল ৰূপত চলায় নিয়াৰ ক্ষেত্ৰত ভাৰতৰ বিজ্ঞানীসকলে অভূতপূৰ্ব সাফল্য লাভ কৰিছে। যাৰ বাবে দেশ-বিদেশৰ ওচৰত আজি ভাৰতে এক উচ্চ আসন লাভ কৰিবলৈ সক্ষম হৈছে। উপগ্ৰহৰ পৰা পোৱা বতৰ বিজ্ঞান সমন্ধীয় তথ্যলৈকে যদি চোৱা যায় তেন্তে ই ভাৰতৰ দৰে কৃষি প্ৰধান দেশ এখনৰ বাবে কিমান প্ৰযোজনীয় সেই কথা সকলোৰে জ্ঞাত। প্ৰথম অৱস্থাত অন্যদেশৰ সাহায্যত ভাৰতে উপগ্ৰহ উৎক্ষেপণ কৰিছিল। কিন্তু বৰ্তমান প্ৰায় প্ৰতি বছৰেই ভাৰতৰ মহাকাশ গৱেষণাৰ স্বাক্ষৰ স্বৰূপ কৃত্ৰিম উপগ্ৰহসমূহ ভাৰতে উৎক্ষেপণ কৰি আছে। পৃথিৱীৰ প্ৰৱল মাধ্যাকৰ্ষণ শক্তিৰ বাধা অতিক্ৰম কৰি শ শ কিলোগ্ৰাম ওজনৰ একোটা উপগ্ৰহক নিৰ্দিষ্ট কক্ষপথত আৱৰ্তিত কৰাতো অতি বিস্ময়কৰ কথা। ৰকেটৰ সহায়ত একোটা কৃত্ৰিম উপগ্ৰহ যথাস্থানত স্থাপন কৰা হয়। সৌৰজগতৰ অন্যান্য গ্ৰহ-উপগ্ৰহৰ দৰে মহাকাশত নিৰ্দিষ্ট গতিপথত আৱৰ্তন কৰি থকাৰ মাজতে কাৰ্যক্ষম হৈ থাকে কৃত্ৰিম উপগ্ৰহসমূহে। দ্ৰুত যোগাযোগ ব্যৱস্থাৰ বাবে বৰ্তমান কৃত্ৰিম উপগ্ৰহৰ লগত সম্বন্ধ স্থাপন কৰা হৈছে।

শেহতীয়াকৈ ২০০৮ চনৰ ২২ অক্টোবৰত ভাৰতে চন্দ্ৰলৈ মানৱবিহীন যান 'চন্দ্ৰযান' উৎক্ষেপণ কৰি এই ক্ষেত্ৰত এক অভূতপূৰ্ব সফলতা অৰ্জন কৰিছে।

**সামৰণি**

আৰ্যভট্ট, ভাস্কৰ, ৰোহিণী, এপল', ইনছাটকে মুখ্য কৰি ভাৰতৰ পৰা উৎক্ষেপণ কৰা বহু কৃত্ৰিম উপগ্ৰহ মহাকাশত আছে। এই ক্ষেত্ৰত ভাৰত সফল। কিন্তু বিতৰ্কৰ বিষয়

হ'ল ভাৰতৰ দৰে ক্ৰমোন্নতিশীল কিন্তু দৰিদ্ৰ দেশ এখনত মহাকাশ অভিযানৰ যুক্তিযুক্ততা কিমান? যিহেতু মহাকাশ গৱেষণা অতি ব্যয়বহুল।

মহাকাশ অভিযানৰ ফলত সামাজিক উন্নযন নোহোৱা নহয়। কিন্তু এই উন্নয়ন সীমাবদ্ধ থাকিব উচ্চবিত্তবানসকলৰ মাজতে। সমাজৰ দৰিদ্ৰতাৰ সীমাৰেখাৰ তলত বাসকৰা সকলে ইয়াৰ ভূ নাপাযগৈ। গতিকে মহাকাশ গৱেষণা আৰু ভাৰতৰ দৰিদ্ৰ শ্ৰেণীৰ মাজত এখন উচ্চ প্ৰাচীৰ হৈ যাব। যি কি নহওঁক বিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ পৰা আৰম্ভণী হোৱা মহাকাশ অভিযানৰ চাঞ্চল্যকৰ বাতৰিয়ে সাধাৰণ মানুহক অবাক কৰি তুলিছিল। সমস্যা জৰ্জৰিত মানৱে মহাকাশ অভিযানত উল্লেখযোগ্য পদক্ষেপ আগবঢাই ইযাৰ সহায়ত বিভিন্ন সমস্যা সমাধান কৰিবলৈ আগবাঢ়িছে।

**লগতে চাওক :** *ভাৰতৰ চন্দ্ৰ অভিযান 'চন্দ্ৰযান'*

# ভাৰতৰ পৰ্যটন উদ্যোগ

**ৰচনাৰ সংকেত :** ভূমিকা - পৰ্যটনৰ অযুত সম্ভাৰ - ইতিহাসৰ পৰা বৰ্তমানলৈকে এক দীঘল খোজ - সামৰণি

**ভূমিকা**

ভাৰত বহু ৰাজ্যৰ সমষ্টি এক ক্ষুদ্ৰ মহাদেশস্বৰূপ। ইয়াত জাতি, ধৰ্ম, বৰ্ণ, ভাষা আৰু সম্প্ৰদাযৰ ফালৰ পৰা বৈচিত্ৰ্যৰ শেষ নাই। ইমানখিনি বিভিন্নতা সত্ত্বেও ভাৰতীয সভ্যতাৰ উল্লেখযোগ্য বৈশিষ্ট্য হ'ল এযে যে সভ্যতাৰ বিকাশৰ আৰম্ভণীৰ পৰা ইযাত মানৱতাৰ অখণ্ড ঐক্যৰ আদৰ্শ প্ৰকাশিত হৈ আহিছে।

**পৰ্যটনৰ অযুত সম্ভাৰ**

ভাৰতত কেৱল নানা জাতি-ধৰ্মৰ মানুহেই যে বাস কৰে এনে নহয়, ইযাৰ বিভিন্ন ৰাজ্যত বিভিন্ন দেৱ-দেৱীৰ মন্দিৰ, পৰ্বত-পাহাৰ, স্মৰণীয় স্মৃতি চিহ্ন আদি পোৱা যায়। দেৱ-দেৱীৰ মন্দিৰসমূহ ভাৰতীযসকলৰ বাবে পৱিত্ৰ তীৰ্থস্থানৰূপে স্বীকৃত। এই সকলো তথা ইতিহাসপ্ৰসিদ্ধ স্মৃতি চিহ্ন আদি মিলি ইতিহাসৰ ভগা-গঢ়াৰ মাজেদিয়েই ভাৰতীয় সভ্যতাৰ বিৱৰ্তন আৰু বিকাশৰ পৰিচয় পোৱা যায়। ভাৰত মানৱতাৰ মহা ঐক্যৰ তীৰ্থভূমি। এই ভাৰত সম্পূৰ্ণভাৱে জনাৰ আৰু তাৰ প্ৰকৃতিগত মানৱতাৰ ধৰ্মক উপলব্ধি কৰাৰ বাবে দেশ ভ্ৰমণ উৎকৃষ্ট মাধ্যম। দেশ ভ্ৰমণৰ ফলত এটা জাতিৰ প্ৰকৃত স্বদেশপ্ৰেমৰ উন্মেষ ঘটে। ভাৰতৰ দৰে বহু ভাষা-ভাষী, ধৰ্মাৱলম্বীৰ লোকে বসবাস কৰা ঠাইত যিমানেই আমি বিভিন্ন প্ৰদেশৰ মানুহৰ কাষ চাপিম, সিমানেই তেওঁলোকৰ ভাষা, ধৰ্ম, কৃষ্টিৰ বিষযে জানিব পাৰিম। তেতিয়া আমাৰ পৰস্পৰৰ মাজৰ ব্যৱধানো

কমি যাব। পৰিভ্ৰমণৰ দ্বাৰা দেশৰ সামাজিক, সাংস্কৃতিক, ধৰ্মীয়, ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাৰ লগত পৰিচিত হ'ব পাৰি। এইদৰে দেশক জনাৰ জ্ঞান কেৱল পুথিগত বিদ্যাৰ মাজতে সীমাবদ্ধ নাথাকি আমি দেশৰ হৃদয়ৰ লগত নিজৰ হৃদয়ৰ যোগ স্থাপন কৰিব পাৰো।

**ইতিহাসৰ পৰা বৰ্তমানলৈকে এক দীঘল খোজ**

প্ৰাচীন কালত দেশ ভ্ৰমণৰ বাবে সুবিধাজনক ব্যৱস্থা নাছিল। তথাপিও মানুহে খোজ কাঢ়ি, গৰু-গাড়ী আদিৰ সহায়ত এখন ঠাইৰ পৰা আন এখন ঠাইলৈ, এখন দেশৰ পৰা আন এখন দেশলৈ গৈছিল। প্ৰাচীন যুগৰ চীনা পৰিব্ৰাজক হিউ-য়েন-চাং, ফাহিয়ানৰ কথানো কোনে নাজানে। আমাৰ শংকৰদেৱেও তেতিয়াৰ দিনতেই দুবাৰকৈ তীৰ্থ ভ্ৰমণলৈ যোৱা নাছিল জানো। এইদৰে প্ৰাচীন ভাৰতৰ ভ্ৰমণকাৰীসকলে দেশৰ ভাৱমূৰ্তিৰ কথা প্ৰচাৰ কৰি গৈছে।

বৰ্তমানৰ যুগটো হ'ল বিজ্ঞানৰ যুগ। বিজ্ঞানৰ অফুৰন্ত অৱদানৰ ফলতেই মানৱ সভ্যতাই ক্ৰমে উন্নতি লাভ কৰি আজিৰ অৱস্থা পাইছেহি। বৰ্তমানে সকলো স্বাধীন ৰাষ্ট্ৰতে পৰ্যটনৰ ওপৰত যথেষ্ট গুৰুত্ব দিয়া হৈছে। ৰাষ্ট্ৰসংঘইও সম্প্ৰতি আন্তৰ্জাতিক পৰ্যটনৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছে। ভাৰততো সম্প্ৰতি পৰিবহণ ব্যৱস্থাৰ উন্নতিৰ লগে লগে পৰিভ্ৰমণ ব্যৱস্থাৰ যথেষ্ট আধুনিকীকৰণ কৰা হৈছে। বিভিন্ন ৰাজ্যত পৰিভ্ৰমণৰ সুবিধাৰ বাবে পৰ্যটন কেন্দ্ৰ স্থাপন কৰা হৈছে। দেশৰ বিভিন্ন স্বাস্থ্যকৰ আৰু প্ৰাকৃতিক সৌন্দৰ্যপূৰ্ণ স্থানত, বিভিন্ন ধৰ্মক্ষেত্ৰ আৰু ইতিহাসপ্ৰসিদ্ধ স্থানত যাতায়াতৰ সুবিধাৰ অৰ্থে যথেষ্ট সংখ্যক গাড়ী-মটৰৰ ব্যৱস্থা কৰা হৈছে। তদুপৰি পৰ্যটকসকলৰ সুবিধাৰ বাবে বিভিন্ন স্থানত চৰকাৰী-বেচৰকাৰী প্ৰচেষ্টাত বিভিন্ন হোটেল, আশ্ৰয়স্থল গঢ় লৈ উঠিছে। বৰ্তমান যুগটো বিজ্ঞানৰ প্ৰসাৰ তথা উন্নতিৰ যুগ হ'লেও এই যুগত মানৱিক সংকট বিশ্বব্যাপী প্ৰকট হৈ উঠিছে। আমাৰ দেশতো বিভিন্ন কাৰণত বিভিন্ন ৰাজ্যত বিচ্ছিন্নতাৰ দাবী উঠিছে। উগ্ৰপন্থীৰ হাতত বহু নিৰীহ নৰ-নাৰীৰ মৃত্যু হৈছে। এনে পৰিৱেশ আঁতৰাবৰ বাবে এনে সংকটময় দিনত ভ্ৰমণৰ দ্বাৰা আমি যিমানেই মানুহৰ লগত মিলা-মিছা কৰিব পাৰিম সিমানেই মানুহৰ মাজত অন্তৰঙ্গতা গঢ়ি উঠিব। ভাৰতৰ পৰ্যটন ব্যৱস্থাই মানৱ কল্যাণৰ জয়ধ্বজা তুলি ধৰিলেই বৰ্তমানৰ হিংসা, সংঘৰ্ষ আৰু ৰক্তপাতৰ হাতৰ পৰা দেশ মুক্ত হ'ব।

**সামৰণি**

পৰ্যটনে এখন দেশৰ সামগ্ৰিক অৱস্থাটোৱেই সলনি কৰি দিব পাৰে। পৃথিৱীৰ উন্নত দেশবোৰেই তাৰ সাক্ষী। ভাৰতৰ নিচিনা প্ৰাকৃতিক সম্পদেৰে ভৰপূৰ, ঐতিহ্যপূৰ্ণ দেশত যদি পৰ্যটনৰ ওপৰত গুৰুত্ব দিয়া হয় তেন্তে সুফল পোৱা যাব। আমাক লাগিব মাথোঁ এক সুপৰিকল্পিত আঁচনি।

# ভাৰতৰ নিবনুৱা সমস্যা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ভাৰতৰ ভয়ংকৰ সমস্যা - আপোন হাত জগন্নাথ - সামৰণি

**ভূমিকা**

নিবনুৱা সমস্যা অনুন্নত অৰ্থনীতিৰ এটা প্ৰধান বৈশিষ্ট্য। অৰ্থনৈতিক দৃষ্টিকোণৰ পৰা বিশ্বৰ দেশসমূহক দুটা ভাগত বিভক্ত কৰা হৈছে। উন্নত আৰু অনুন্নত অৰ্থনীতিৰ দেশ। এই বিভক্তিকৰণৰ বাবে জনমূৰি গড আয়ৰ ওপৰত ভিত্তি কৰা হৈছে। তৃতীয় বিশ্বৰ দেশসমূহ অনুন্নত অৰ্থনীতিৰ অন্তৰ্গত। কিন্তু বৰ্তমান প্ৰতিখন দেশতে চৰকাৰ, অৰ্থনীতিবিদ আৰু জনসাধাৰণে অৰ্থনৈতিক উন্নয়নৰ বাবে বিভিন্ন প্ৰচেষ্টা হাতত লৈছে। ফলত অনুন্নত দেশসমূহেও পৰ্যায়ক্ৰমে উন্নতিৰ মুখ দেখিছে। সেয়েহে এনে দেশসমূহক বৰ্তমান ক্ৰমোন্নত দেশ বুলি কোৱা হয়। ভাৰতৰ অৰ্থনীতিও ক্ৰমোন্নত বা উন্নয়নশীল অৰ্থনীতিৰ অন্তৰ্ভুক্ত। নিবনুৱা সমস্যাই ভাৰতত অতি শোচনীয় অৱস্থালৈ গতি কৰিছে। সাধাৰণতে যিয়ে উৎপাদনমূলক কামত ফলদায়ক হিচাপে কাম নাপায় সেই লোককে নিবনুৱা বুলি কোৱা হয়। নিবনুৱা স্বেচ্ছাকৃত বা অস্বেচ্ছাকৃত হ'ব পাৰে। যেতিয়া কোনো লোকৰ কাম কৰাৰ আৱশ্যকতা নাই, তেতিয়া সেইজন লোকক স্বেচ্ছাকৃত নিবনুৱা আখ্যা দিযা হয। অস্বেচ্ছাকৃত নিবনুৱা আকৌ হ'ল সেইজন, যিজনে চলিত মজুৰিৰ হাৰত কাম কৰিবলৈ ইচ্ছুক, কিন্তু কাম নেপায়। অস্বেচ্ছাকৃত নিবনুৱা আকৌ কেইবাপ্ৰকাৰৰ হ'ব পাৰে ঃ ঋতুগত, কাৰিকৰীমূলক, শ্ৰমৰ বজাৰৰ অপূৰ্ণতামূলক আৰু অৰ্দ্ধ নিবনুৱা বা ছদ্মবেশী নিবনুৱা। নিবনুৱাসকলৰ জীৱনধাৰা আৰু তেওঁলোকৰ প্ৰকৃতিৰ ওপৰত ভিত্তি কৰিযেই এই বিভাজন কৰা হৈছে।

**ভাৰতৰ ভয়ংকৰ সমস্যা**

ভাৰতত প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কালত নিবনুৱাৰ সংখ্যা কেইলাখমান আছিল যদিও ক্ৰমাগত ভাবে ই বৃদ্ধি হৈ আছে। অনুমান আৰু বিভিন্ন তথ্যৰ ভিত্তিত জনামতে বৰ্তমান ভাৰতত নিবনুৱা লোকৰ সংখ্যা দুই কোটিৰো অধিক। কিন্তু অৰ্থনৈতিক প্ৰগতিৰ গতি যথেষ্ট নোহোৱাৰ বাবে, কৰ্মসংস্থানৰ হাৰ আৱশ্যক অনুসাৰে বৃদ্ধি পোৱা নাই। অৰ্থনৈতিক গাঠনিজনিত নিবনুৱাৰ উপৰিও নগৰ অঞ্চলত চক্ৰীয় নিবনুৱা দেখা যায়। উদ্যোগৰ বিৰতিৰ ফলত এনে নিবনুৱা সমস্যাই ভাৰতত মাজে মাজে দেখা দি থাকে। মুখ্যতঃ ভাৰতীয় নিবনুৱা সমস্যাক দুভাগত ভাগ কৰিব পাৰি ঃ নগৰীয়া নিবনুৱা আৰু গ্ৰাম্য নিবনুৱা। নগৰাঞ্চলৰ নিবনুৱাক আকৌ দুটা ভিন্ন ভাগত ভাগ কৰিব পাৰি ঃ ঔদ্যোগিক নিবনুৱা আৰু শিক্ষিত নিবনুৱা।

ভাৰতৰ ঔদ্যোগিক নিবনুৱাৰ সঠিক হিচাপ পোৱা নাযায়। কিন্তু বিগত দশককেইটাত ঔদ্যোগিক খণ্ডত নিবনুৱাৰ সংখ্যা বৃদ্ধি হোৱাৰ কেইবাটাও কাৰণ আছে। বৰ্তমান কাৰিকৰী দিশত সুদক্ষ লোকৰ সংখ্যা বৃদ্ধি পোৱাৰ তুলনাত ঔদ্যোগিকখণ্ডৰ

প্ৰসাৰ হোৱা নাই। সেয়েহে কৰ্মসংস্থানো পৰ্যাপ্ত হোৱা নাই। দ্বিতীয়তে গ্ৰামাঞ্চলৰ পৰা নগৰাঞ্চল লৈ মানুহৰ প্ৰব্ৰজন হোৱাত নগৰৰ জনসংখ্যা বৃদ্ধি হৈ গৈছে। নগৰত উদ্যোগসমূহ কেন্দ্ৰীভূত হৈ থকাৰ ফলত সমস্যা অধিক ভযাৱহ হোৱা দেখা গৈছে। নগৰৰ নিবনুৱাৰ আনটো ভাগ হ'ল শিক্ষিত নিবনুৱা। এই শিক্ষিত নিবনুৱাসকলৰ ভিতৰত স্নাতক, স্নাতকোত্তৰ, অভিযান্ত্ৰিক আদি শিক্ষাৰে শিক্ষিত লোকো আছে। আমাৰ ত্ৰুটিপূৰ্ণ শিক্ষা ব্যৱস্থা, কাম কৰাৰ বাবে আগ্ৰহহীনতা, কাৰিকৰী জ্ঞানৰ অভাৱ, যোগান আৰু চাহিদাৰ মাজত ভাৰসাম্য নথকা ইত্যাদিয়েই সৃষ্টি কৰিছে নিবনুৱা সমস্যাৰ। সমগ্ৰ দেশতে শিক্ষা ব্যৱস্থাৰ দ্ৰুত উন্নয়নৰ লগত সংগতি ৰাখি কৰ্মসংস্থানৰ সৃষ্টি নোহোৱাৰ বাবেই ভাৰতত শিক্ষিত নিবনুৱাই আজি ভযাৱহ ৰূপ লৈছে।

ভাৰত এখন কৃষিপ্ৰধান দেশ। ইযাৰ জনসাধাৰণৰ সৰহ অংশই কৃষি ক্ষেত্ৰৰ লগত জড়িত। গ্ৰাম্যাঞ্চলত দেখা দিয়া নিবনুৱা সমস্যা কৃষিক্ষেত্ৰত লগত জড়িত হোৱা দেখা যায়। তাৰো আকৌ দুটা ভাগ আছে। প্ৰথমটো হ'ল ঋতুগত নিবনুৱা। কৃষি ব্যৱস্থা এক নিৰ্দিষ্ট সময়ভিত্তিক। ভাৰতত বহু তৰপীযা কৃষি পদ্ধতিযে আজিও প্ৰসাৰতা লাভ নকৰাৰ বাবে নিবনুৱাৰ সমস্যা বৃদ্ধি হৈ আছে। এজন কৃষক বছৰৰ ছমাহ কৰ্মত নিয়োজিত হৈ থাকে আৰু বাকী ছমাহ নিবনুৱা। অন্যহাতে ভাৰতৰ কৃষিখণ্ডত বহুসংখ্যক উদ্বাস্তু শ্ৰমিক দেখা যায়। ইযাৰ সঠিক হিচাপ পোৱা নাযায। বহু শ্ৰমিকৰ উৎপাদনৰ ক্ষেত্ৰত আগবঢ়োৱা অৱদানৰ কোনো মূল্য নাই। কাৰণ সেই শ্ৰম আঁতৰাই আনিলেও উৎপাদনত কোনো প্ৰভাৱ নেপেলায়। গতিকে এই ওপৰঞ্চি নিবনুৱাক অৰ্থনীতিত ছদ্মবেশী নিবনুৱা বুলি কোৱা হয। ভাৰতত নিবনুৱা সমস্যাৰ এই প্ৰতিচ্ছবি বহু বছৰ আগৰে পৰা দেখি থকা গৈছে। ক্ৰমাগতভাৱে ই হ্ৰাস হোৱাৰ পৰিৱৰ্তে বৃদ্ধিহে হৈছে। অৰ্থনৈতিক প্ৰগতিৰ হাৰ অতি মন্থৰ হোৱা বাবে নিবনুৱা সমস্যা অধিক ভযাৱহ হৈছে। ভাৰতত জনসংখ্যা বৃদ্ধি আন এটা গুৰুতৰ সমস্যা। জনসংখ্যা বৃদ্ধিৰ দ্ৰুত গতিৰ লগত নিবনুৱা সমস্যাও জড়িত। শিক্ষিত নিবনুৱাৰ বৃদ্ধিৰ এটা মুখ্য কাৰণ হ'ল অসামৰ্থ্য শিক্ষা পদ্ধতি। ভাৰতৰ শিক্ষা পদ্ধতিযে মানুহক কৰ্মৰ প্ৰতি স্পৃহা কমাই দিছে। শিক্ষাৰ পাঠ্যক্ৰম কৰ্মমুখী হোৱাৰ বাবে অধিক সমস্যাৰ সৃষ্টি হৈছে। আধুনিক প্ৰযুক্তিবিদ্যা আৰু বিজ্ঞানৰ প্ৰসাৰেও যে নিবনুৱা সমস্যা বৃদ্ধি কৰা নাই এনে নহয।

**আপোন হাত জগন্নাথ**

ভাৰতৰ পৰা নিবনুৱা সমস্যা নোহোৱা কৰাটো অৰ্থনৈতিক পৰিকল্পনাৰ মূল উদ্দেশ্য। কিন্তু এই ক্ষেত্ৰত হ্ৰস্যম্যাদী ব্যৱস্থাহে গ্ৰহণ কৰা হৈছে। প্ৰথম পৰিকল্পনাৰ আৰম্ভণিতে প্ৰায় ৩০ লাখ কৰ্মহীন লোক আছিল। প্ৰতিটো পৰিকল্পনাতে নিবনুৱা সমস্যা সমাধানৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছিল। চতুৰ্থ পৰিকল্পনাত আন্তৰ্জাতিক শ্ৰমিক সংঘৰ প্ৰতিবেদনৰ ভিত্তিত নতুন কৰ্ম সংস্থান নীতি গ্ৰহণৰ চেষ্টা কৰা হৈছিল। কৰ্ম সংস্থান সম্পৰ্কে এখন Committee of Expert গঠন কৰা হৈছিল। এই কমিটীৰ পৰামৰ্শ মতে ক্ষুদ্ৰ জলসিঞ্চন, গ্ৰাম্য বৈদ্যুতিকৰণ, পথ নিৰ্মাণ আৰু গ্ৰাম্য গৃহ নিৰ্মাণৰ ওপৰত গুৰুত্ব

দিছিল। নিবনুৱাক আত্মনিয়োগৰ সুবিধা প্ৰদানৰ বাবে পঞ্চম পৰিকল্পনাৰ কালত ক্ষুদ্ৰ কৃষক উন্নয়ন এজেন্সি, উপান্ত কৃষক আৰু কৃষি শ্ৰমিক উন্নয়ন এজেন্সি আৰু খৰাংপীডিত অঞ্চল কৰ্মসূচী আদিৰ দ্বাৰা নিয়োগৰ সুবিধাৰ দিহা কৰা হৈছিল। ষষ্ঠ পৰিকল্পনাৰ কালতো জনশক্তি প্ৰযোগৰ বাবে কেইটামান আঁচনি লোৱা হৈছিল ঃ (ক) একীভূত গ্ৰাম্য উন্নয়ন কৰ্মসূচী, (খ) ৰাষ্ট্ৰীয় গ্ৰাম্য নিয়োগ কৰ্মসূচী, (গ) মৎস্যজীৱী উন্নয়ন এজেন্সি, (ঘ) বান আৰু ডেইৰী প্ৰজেক্ট, (ঙ) ক্ষুদ্ৰ আৰু গ্ৰাম্য উদ্যোগৰ বিভিন্ন আঁচনি, (চ) ন্যূনতম আৱশ্যকীয় কৰ্মসূচী, (ছ) গ্ৰাম্য যুৱকক আত্মনিযোগৰ বাবে ৰাষ্ট্ৰীয় প্ৰশিক্ষণ আঁচনি ইয়াৰ অন্তৰ্গত। সপ্তম, অষ্টম, নৱম আৰু দশম এইকেইটা পৰিকল্পনাতে নিবনুৱা সমস্যা সমাধানত বিশেষ গুৰুত্ব আৰোপ কৰা হৈছিল। চৰকাৰে তিনি প্ৰকাৰৰ ব্যৱস্থা গ্ৰহণৰ জৰিযতে নিবনুৱা সমস্যাৰ অন্ত পেলাবলৈ যত্ন কৰিছিল। সাধাৰণ কৰ্ম সংস্থানৰ ব্যৱস্থা, প্ৰশিক্ষণ প্ৰাপ্ত আৰু দক্ষ কৰ্মীৰ বাবে বিশেষ কৰ্মসংস্থানৰ ব্যৱস্থা আৰু কৰ্ম সংস্থানৰ সেৱাৰ জৰিযতে।

কেৱল চৰকাৰী আঁচনি আৰু চৰকাৰী সা-সুবিধাৰ বাবে বাট চাই থাকিযে এখন দেশৰ নিবনুৱা সমস্যা সমাধান কৰাটো কঠিন। তাৰ বাবে দেশৰ সকলো জনসাধাৰণ ঘাইকৈ নিবনুৱাসকল নিজেও আগ্ৰহী হ'ব লাগিব। ভাৰতৰ ঐতিহাসিক তথ্য বিচাৰ কৰি চালে দেখা যায সেই যুগৰে পৰা ভাৰত অৰ্থনৈতিকভাৱে যথেষ্ট সবল আছিল। কিন্তু ভাৰতলৈ ইংৰাজৰ আগমন হোৱাৰে পৰা অৰ্থনীতিৰ স্বৰূপ সলনি হ'ল। কৰ্মক্ষেত্ৰত ব্ৰিটিছ শাসকে নিজ দেশৰ পৰা অনা মানুহ নিয়োগ কৰিলে। ভাৰতৰ পৰা কেঁচা সামগ্ৰীসমূহ নি ইংলেণ্ডত উৎপাদিত দ্ৰব্যৰে ভাৰতৰ বজাৰ ভৰাই দিলে। ভাৰতৰ উদ্যোগ প্ৰতিষ্ঠান, কুটীৰ শিল্প আদিত ই যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিলে। ফলত তেতিয়াৰে পৰা নিবনুৱা সমস্যাও বৃদ্ধি পালে। ব্ৰিটিছ শাসনৰ পাছৰে পৰা ভাৰতৰ শিক্ষাগত অৰ্হতা থকাসকলে কৰ্মমুখৰ জীৱন এটাতকৈ আৰামপূৰ্ণ চাকৰিহে বিচাৰিবলৈ শিকিলে। ইযে অৰ্থনীতিক এনে অৱস্থা পোৱালেগৈ।

**সামৰণি**

ভাৰতীয লোকসকলে বহুতৰপীযা কৃষি ব্যৱস্থা, গ্ৰাম্য কুটীৰ শিল্প আৰু স্বনিয়োজনৰ ওপৰত গুৰুত্ব দিবলৈ শিকিলে নিবনুৱা সমস্যাৰ পৰা বহু পৰিমাণে সকাহ পোৱা যাব বুলি আশা কৰিব পাৰি। জনসংখ্যা নিযন্ত্ৰণ ভাৰতৰ নিবনুৱা সমস্যা সমাধানৰ অন্য এটা উপায়। জনসংখ্যাৰ বিস্ফোৰণ ৰোধ কৰিব নোৱাৰিলে অসংখ্য আঁচনিযে নিবনুৱা সমস্যা সমাধান কৰিব নোৱাৰে। ভাৰতৰ গ্ৰাম্যাঞ্চলৰ বহু ৰীতি-নীতি আৰু সামাজিক পৰম্পৰাও নিবনুৱা সমস্যা সমাধানত বাধা স্বৰূপ। তাৰ বাবে লাগিব সামাজিক সংস্কাৰ। সকলো ধৰণৰ কামৰ বাবে আগ্ৰহে নিবনুৱাসকলক কৰ্মসংস্থানৰ সুবিধা প্ৰদান কৰিব বুলি আশা কৰিব পাৰি। কৃষি, শিল্প প্ৰভৃতি সকলো ঠাইতে আন্তৰিকতাৰে কৰিব বিচাৰিলে কামৰ অভাৱ নাই। হাতে-কামে লাগি থাকিলে নিবনুৱা সমস্যা এদিন শেষ হ'বই।

**ৰচনাৰ সংকেত ঃ ভূমিকা - মহাপুৰুষ গুৰুজনাৰ অনুপম সৃষ্টি - সৰ্বসাধাৰণৰ বাবে সহজবোধ্য - সামৰণি**

# ভাওনা

**ভূমিকা**

মানুহে অভিনয় ভাল পায়। এই অভিনয় হ'ল নাট্যাভিনয় বা নাটকৰ অভিনয়। জীৱনত ঘটি থকা সুখ-দুখ, হাঁহি-কান্দোনৰ কথা অভিনয়ৰ যোগেদি আকৌ চাবলৈ পাই মানুহে এক বেলেগ ধৰণৰ আনন্দ লাভ কৰে।

নাটকৰ লগত অসমীয়া মানুহৰ পৰিচয় মহাপুৰুষ শ্ৰীশংকৰদেৱৰ দিনৰেপৰা হৈ আহিছে। শংকৰদেৱৰ জীৱন-চৰিতৰ পৰা জনা যায় যে তেওঁ উনৈশ বছৰ বয়সতে জন্মস্থান আলিপুখুৰীত থাকোঁতেই 'চিহ্নযাত্ৰা' নামেৰে এখন নাট ৰচনা কৰি সুন্দৰকৈ অভিনয় কৰাইছিল।

**মহাপুৰুষ গুৰুজনাৰ অনুপম সৃষ্টি**

মহাপুৰুষে সেই নাটত নিজেও বৈকুণ্ঠৰ বিষ্ণুৰ ভাও দিছিল। চৰিত-পুথিৰপৰা জনামতে 'চিহ্নযাত্ৰা' নাটৰ অভিনযত সাতখন বৈকুণ্ঠৰ পট অংকন কৰি ভাওনা ঘৰত দৰ্শকৰ আগত দাঙি ধৰা হৈছিল। ভাগে ভাগে উপযুক্ত লোকক গৰুড, ব্ৰহ্মা, বিষ্ণু আদি ভাও দিয়া হৈছিল। 'চিহ্নযাত্ৰা' ৰচনা কৰি বৈকুণ্ঠৰ পট আঁকাই সংগীসকলক আৰু ভাৱৰীয়াসকলক অনেক কথা শিকাই-বুজাই ল'বলগীয়া হৈছিল। কাৰণ তাৰ আগতে অসমৰ মানুহৰ সিবোৰৰ লগত অলপো পৰিচয়েই নাছিল। কিন্তু শংকৰদেৱে ভাওনাৰ কাম আৰম্ভ কৰাৰ লগে লগে মানুহৰ মাজত আনন্দৰ সীমা নোহোৱা হ'ল।

বহু শ্ৰম আৰু সাধনাৰে শংকৰদেৱে 'চিহ্নযাত্ৰা' লিখিলে, সকলো বিষয় নিজেই তদাৰক কৰিলে আৰু অসম দেশত পোন-প্ৰথম 'ভাওনা', অৰ্থাৎ, নাট্যাভিনয় পাতিলে। নিজে গায়ন-বায়নৰ পৰা ভাও দিয়ালৈকে সকলো কৰিলে। ৰাইজেও কোনো কালেই নেদেখা-নুশুনা, নোহোৱা-নোপোজা ধৰণৰ বস্তু এটা দেখিবলৈ পাই নিজেও ধন্য মানিলে, ডেকাগিৰি শংকৰকো নথৈ প্ৰশংশা কৰিলে।

এইকথা মন কৰিবলগীয়া যে 'চিহ্নযাত্ৰা'ক 'যাত্ৰা'হে বোলা হৈছে, নাট নহয়। কিন্তু শংকৰদেৱে পিচলৈ ৰচনা কৰা নাটকেইখনিক 'অংক', 'অংকীয়া নাট' আৰু ইয়াৰ অভিনয়ক বোলা হৈছে 'ভাওনা' বা 'অংকীয়া ভাওনা'।

শংকৰদেৱৰ জন্ম ১৪৪৯ চনত। তেওঁ 'চিহ্নযাত্ৰা' কৰিছিল ১৪৬৮ চনত। গতিকে আমি হিচাপ কৰিলে দেখোঁ যে অসমত ভাওনা প্ৰচলন হোৱা প্ৰায় পাঁচশ দুকুৰি বছৰ পাৰ হ'ল। আমি ইয়াকলৈ নিশ্চয় গৌৰৱ কৰিব পাৰোঁ। শংকৰদেৱ অসমৰ নাট্যজগতৰ পিতৃস্বৰূপ। শংকৰদেৱে অংকীয়া ভাওনা কৰাৰ বহুত আগৰেপৰা অসমত দুটা অনুষ্ঠান চলি আছিল, এটা হ'ল ওজাপালি আৰু আনটো হ'ল পুতলা নাচ। ওজাপালিৰ অনুষ্ঠানটিকো এটা লোক-নাট্যানুষ্ঠান বুলিব পাৰি। ইয়াৰ প্ৰচলন অৱশ্যে নামনি অসমতহে বেছি।

**সৰ্বসাধাৰণৰ বাবে সহজবোধ্য**

শংকৰদেৱে অসমৰ মানুহৰ মন আৰু চকুক গ্ৰহণ কৰিব পৰাকৈ নাট লিখিলে, ভাওনাও পাতিলে। নাট-ভাওনাৰ লগত চিনাকি নথকা অসমীয়া মানুহক কথাবোৰ ভালকৈ বুজাই দিবৰ বাবে নাটত সূত্ৰধাৰৰ চৰিত্ৰৰ ওপৰত অধিক গুৰুত্ব দিলে।

নাটৰ বিষয়-বস্তু ভাগৱত, পুৰাণ, ৰামায়ণৰপৰা অনা হ'ল যদিও কাহিনী আৰু চৰিত্ৰবোৰ আমাৰ নিৰক্ষৰ মানুহৰ খুব চিনাকি চিনাকি যেন লগাকৈ দাঙি ধৰিলে। নাটৰ আৰম্ভণিতে সংস্কৃতত 'নান্দী'ৰ শ্লোক গাই সূত্ৰধাৰে নাটৰ কাম যেই আৰম্ভ কৰিলে, তাৰ পৰা আৰু অকণো জিৰণিয়েই নাই। ভাওনাত কোনে কেতিয়া প্ৰৱেশ কৰিব, কোনে কেতিয়া প্ৰস্থান কৰিব, কোনে কি ক'ব সমস্ত কথা দৰ্শকক বুজাই থকাটোৱেই সূত্ৰধাৰৰ কাম। ভাওনা পৰিচালনাৰ বাবে প্ৰয়োজন হয় খোল-তাল। নাটৰ আৰম্ভণিতেই গায়ন-বায়নৰ পাছত বায়নে সূত্ৰধাৰে গোৱা গীত-ভটিমাৰ লগত খোল-বাদ্য বজায়। গায়নে তাল বজায়। নাটৰ চৰিত্ৰবোৰৰ প্ৰৱেশ আৰু প্ৰস্থানৰ সময়ত গীত গোৱা হয় আৰু খোল বজোৱা হয়।

নামঘৰৰ মজিয়াত মুকলি মঞ্চতে কোনো আবুৰ আৰু দৃশ্যপট নোহোৱাকৈ দৰ্শক ৰাইজৰ সমুখতে ভাওনা অনুষ্ঠান হয়। নামঘৰ হৈ পৰে নাটঘৰ। নাটঘৰৰ একাষে ঠগাত নাট মেলি কাষত খোল-তালৰে গায়ন-বায়ন আৰু লগৰীয়া গায়ক-বাদকসকল বহি নাটৰ গীত-মাত গায়, বাদ্য বজায় আৰু নাট-ভাওনা পৰিচালনা কৰে।

ভাৱৰীয়াসকলৰ ভিতৰত অসুৰ, ৰাক্ষস, বান্দৰ বিশেষকৈ ৰাৱণ, কুম্ভকৰ্ণ, কংস, হনুমান আদিয়ে মুখা ব্যৱহাৰ কৰে। এইদৰে মুখা সজা আৰু ভাওনাত ব্যৱহাৰ কৰাৰ নিয়মটো অসমত শংকৰদেৱৰ দিনৰেপৰা প্ৰচলিত।

অসমৰ সত্ৰসমূহত ভকতসকলে আৰু কিছুমান গাঁৱতো কোনো কোনো লোকে ভাওনাৰ সাজ-পাৰ বিশেষকৈ মুখা তৈয়াৰ কৰে। বাঁহৰ কাঠি, খেৰৰ জুমুঠি, মাটিৰ প্ৰলেপ আৰু তাত ৰং-বৰণ সানি বিভিন্ন ধৰণৰ মুখা তৈয়াৰ কৰা হয়। পিচে ক্ৰমান্বয়ে আজিকালি ভাওনাত মুখাৰ ব্যৱহাৰ কম হৈ আহিছে।

তদুপৰি গাঁওবোৰত যিবোৰ ভাওনা অনুষ্ঠান আজিকালি পতা হয় তাত অংকীয়া ভাওনাৰ প্ৰচলন কম হৈ আহিবলৈ ধৰিছে। অসমৰ সৰহভাগ গাঁৱতে এতিয়া আধুনিক ভাষাত লিখা ভাওনাৰ নাটকৰহে পয়োভৰ আৰু সিবিলাক অধিক জনপ্ৰিয়ও হৈছে। তাতে এতিয়া তাহানিৰ দৰে ব্ৰজাবলী জনা-বুজালোকৰ সংখ্যাও নিচেই নগণ্য হৈ পৰিছে।

**সামৰণি**

মহাপুৰুষীয়া সত্ৰসমূহত অংকীয়া নাটৰ অভিনয় আজিও আগৰ দৰেই চলি আছে। অসমৰ অংকীয়া নাটৰ ভাওনাৰ অসমৰ বাহিৰতো আজকালি সমাদৰ হৈছে। আনকি কিছুবছৰৰ আগেয়ে মাজুলীৰ কমলাবাৰী সত্ৰৰ অংকীয়া ভাওনা ('ৰাম-বিজয়') আমাৰ ভাৰতৰ ৰাষ্ট্ৰপতিৰ সাংস্কৃতিক দলত গৈ ইন্দোনেছিয়াতো প্ৰদৰ্শন কৰি প্ৰশংসা আৰ্জিবলৈ সমৰ্থ হৈছিল।

এতিয়াও সত্ৰসমূহত আৰু গাঁৱৰ নামঘৰবোৰত ৰাইজে ভাৱে-ভক্তিৰে শৰাই দি নাম-কীৰ্তন কৰি নাট মেলে, অৰ্থাৎ, নাট্যাৰম্ভ কৰে। যথেষ্ট দিন আখৰা কৰে। তাৰ পাছত দিন-বাৰ ধাৰ্য কৰি ভাওনা পাতে। মহাপুৰুষৰ তিথি আৰু অন্যান্য উৎসৱ আদিত সত্ৰ আৰু গাঁৱৰ নামঘৰত ভাওনা হয়।

ভাওনাই তাহানিৰ মহাপুৰুষৰ শংকৰদেৱে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰাৰ দিনত নতুন ধৰ্ম জনসমাজত প্ৰচাৰ কৰাত সহায় কৰিছিল। কিন্তু তাৰ লগে লগে নাট-ভাওনাই অসমীয়া মানুহক অনাবিল আনন্দও দিছিল। আজিও অসমত ভাওনাৰ সমাদৰ কমা নাই।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমৰ ভাওনা ২ মহাপুৰুষৰ অনবদ্য সৃষ্টি ভাওনা

# ভাৰতৰ জন বিস্ফোৰণ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জনসংখ্যাৰ ফালৰ পৰা দ্বিতীয় বৃহত্তম ভাৰত - এক ভয়ংকৰ সমস্যাৰ সমাধান - সামৰণি

**ভূমিকা**

মানুহক লৈয়ে এটা জাতি, এখন দেশ, ইয়াৰ সভ্যতা-সংস্কৃতি, আচাৰ-ব্যৱহাৰ, সমাজনীতি, অৰ্থনীতি গঠিত হয়। মানুহ অবিহনে কেৱল ভৌগোলিক পৰিচযেৰে এখন দেশৰ চিনাকি দিব নোৱাৰি। তেনেকৈ এখন দেশত মানুহ, অৰ্থাৎ, জনসংখ্যা অত্যধিক হ'লে সি সমস্যাৰ সৃষ্টি কৰে। কোনো এক নিৰ্দিষ্ট ভূ-খণ্ডৰ বাবে তাত সৃষ্টি হোৱা সম্পদৰ দ্বাৰা জীৱন নিৰ্বাহ কৰিব পৰাকৈ জনসংখ্যা থাকিলে অসুবিধা নাই। কিন্তু সীমিত সম্পদৰ বিপৰীতে ভোগ কৰোঁতাৰ সংখ্যা অধিক হৈ গৈ থাকিলে এটা সময়ত ই সমস্যাৰ সৃষ্টি কৰে। বৰ্তমান তৃতীয় বিশ্বৰ দেশসমূহত জনসংখ্যাৰ সমস্যা দিনক দিনে বৃদ্ধি পাই গৈ আছে। ই অনুন্নত অৰ্থনীতিৰ এটা বৈশিষ্ট্য।

**জনসংখ্যাৰ ফালৰপৰা দ্বিতীয় বৃহত্তম ভাৰত**

ভাৰতৰ অৰ্থনীতিক ক্ৰমোন্নতিশীল বুলি ক'ব পৰা যায়। বছৰে বছৰে দ্ৰুত গতিত বৃদ্ধি পাই গৈ থকা ভাৰতৰ জনসংখ্যা দেশখনৰ বাবে এক জলন্ত সমস্যা। ভাৰত প্ৰাকৃতিক সম্পদেৰে সমৃদ্ধ ৰাষ্ট্ৰ। কিন্তু ভাৰতত আজিও বহু সম্পদ অব্যৱহৃত হৈ আছে। কিন্তু সেই সম্পদসমূহৰ যথোপযুক্ত উদ্ভাৱন, ব্যৱহাৰ ইত্যাদিৰ বাবে প্ৰয়োজন হোৱা ধৰণৰ মানুহ ভাৰতত কম। জনসংখ্যাৰ আকাৰৰ ফালৰ পৰা ভাৰত পৃথিৱীৰ দ্বিতীয় বৃহত্তম দেশ। প্ৰথম স্থানত আছে চীন । পৃথিৱীৰ মুঠ জনসংখ্যাৰ পোন্ধৰ শতাংশ ভাৰতত

বসবাস কৰে। কিন্তু ভাৰতৰ মাটিকালি পৃথিৱীৰ মাটিকালিৰ মাত্ৰ দুই দশমিক চাৰি শতাংশহে। ভাৰতৰ জনসংখ্যাৰ আকাৰ বৃহৎ হোৱাৰ উপৰিও ইয়াৰ জনসংখ্যা বৃদ্ধিৰ হাৰো অতি উচ্চ।

বিখ্যাত অৰ্থনীতিবিদ মালথাছৰ জনসংখ্যা সূত্ৰৰ পৰা জনা যায় যে জনসংখ্যা বৃদ্ধিৰ হাৰ যেতিয়া জ্যামিতিক হয় (অৰ্থাৎ ২, ৪, ৬, ৮ এনেকৈ) তেতিয়া খাদ্য শস্যৰ যোগান হয় গাণিতিক (অৰ্থাৎ, ১, ২, ৩, ৪ এনেকৈ) হাৰত। এইমতে খাদ্য শস্যৰ যোগানতকৈ জনসংখ্যা বৃদ্ধিৰ হাৰ অধিক দ্ৰুততৰ হয়। নানা প্ৰাকৃতিক দুৰ্যোগ, ৰোগ ব্যাধিত জনসংখ্যা হ্ৰাস হয়। কিন্তু বৃদ্ধিৰ গতিয়ে সমস্যা সমাধান কৰাত বাধা দিয়ে।

২০০১ চনৰ লোকপিয়ল অনুসৰি ভাৰতৰ জনসংখ্যা ১০২ কোটি। ১৯৯৬ চনৰ পৰা ২০০১ চনৰ ভিতৰত ভাৰতৰ জনসংখ্যা বৃদ্ধিৰ হাৰ হৈছেগৈ ১৫ শতাংশৰ বেছি। দেশীয় চিন্তাবিদৰ পৰা আৰম্ভ কৰি বিভিন্ন আন্তৰ্জাতিক সংস্থাও ভাৰতৰ জনসংখ্যা বৃদ্ধিৰ সমস্যাৰ প্ৰতি অতি উদ্বিগ্ন হৈ পৰিছে। সমস্ত উদ্বিগ্নতাৰ কাৰণ হৈছে ভাৰতৰ দৰিদ্ৰতা। ভাৰতৰ দৰে দেশ এখনৰ বাবে জনসংখ্যা বৃদ্ধি বোজা আৰু প্ৰগতিৰ অন্তৰায়। জনসংখ্যা বৃদ্ধিয়ে মাটিৰ ওপৰত অত্যধিক হেঁচা প্ৰয়োগ কৰি উৎপাদন হ্ৰাস কৰাৰ আশংকা তীব্ৰতৰ কৰি তুলিছে। World watch নামৰ এক সংগঠনৰ তথ্য মতে ২০৫০ চনত ভাৰত হ'ব আটাইতকৈ জনবহুল দেশ আৰু এই সমস্যা সমাধান কৰাটো ভাৰতৰ পক্ষে যথেষ্ট টান হ'ব।

**এক ভয়ংকৰ সমস্যাৰ সমাধান**

উন্নয়ন সম্পৰ্কে চিন্তা-চৰ্চা কৰা অৰ্থনীতিবিদসকলে জনসংখ্যাৰ সমস্যাটোক দেশৰ অনগ্ৰসৰতাৰ কাৰণ বুলি কোৱাতকৈ তাৰ ফলাফল বুলিহে দেখুৱাব খোজে। অৰ্থনীতিবিদ গুনাৰ মিৰডেলৰ মতে জনসংখ্যা বৃদ্ধিৰ সমস্যাটো প্ৰকৃততে দেশৰ আৰ্থ সামাজিক মানৰ ওপৰত নিৰ্ভৰশীল। সাধাৰণতে মানুহে এক নিৰ্দিষ্ট পৰ্যায়ৰ জীৱন নিৰ্বাহৰ মান পোৱাৰ পাছত তেওঁ সেই পৰ্যাযটো ধৰি ৰাখিব বিচাৰে। তেনে পৰিস্থিতিত তেওঁ পৰিয়াল সীমিত কৰি ৰাখিবলৈ বিচাৰে। সেইবাবে জনসংখ্যা নিয়ন্ত্ৰণৰ আটাইতকৈ ফলপ্ৰসূ আৰু বিজ্ঞানসন্মত উপায় হৈছে জনসাধাৰণৰ জীৱন ধাৰণৰ মান উন্নত কৰা। সমাজৰ পৰা অন্ধ বিশ্বাস, কু-সংস্কাৰ আদি আঁতৰ হ'লেও জনসংখ্যা নিযন্ত্ৰণত প্ৰভাৱ পৰিব।

জনসংখ্যা নিযন্ত্ৰণেই জনসংখ্যা সমস্যাৰ সমাধানৰ অন্যতম উপায়। কিন্তু ইয়াৰ বাবে প্ৰথমে বিবেচনা কৰি চাব লাগিব দেশখনত জীৱনৰ, ঘাইকৈ, শিশুৰ জীৱনৰ নিৰাপত্তা কিমান? ভাৰতত শিশুৰ মৃত্যুৰ হাৰ প্ৰতি এহাজাৰৰ ভিতৰত ৭৪। ভাৰতীয় শিশুৰ এক তৃতীয়াংশ শিশু পুষ্টিহীনতাত ভুগিছে। আটাইতকৈ ডাঙৰ কথা হ'ল শিশু হত্যাকাৰী ৰোগ প্ৰতিৰোধৰ বাবে যি প্ৰতিষেধক ব্যৱস্থা হাতত লোৱা হৈছে ব্যাপক সংখ্যক শিশু এই ব্যৱস্থাৰ বাহিৰত বৈ গৈছে। অৰ্থাৎ, ভাৰতৰ শিশুৰ নিৰাপত্তাৰ ব্যৱস্থা সন্তোষজনক নহয়। ভাৰতৰ গ্ৰামাঞ্চলৰ মানুহে সুবিধাজনক, সহজ জন্ম নিয়ন্ত্ৰণৰ উপায় ওচৰতে পোৱা হ'লে এই বিষয়টোৰ প্ৰতি আগ্ৰহী হ'লহেঁতেন। কিন্তু এনে সুবিধা আজিও সুদূৰ পৰাহত।

দৰিদ্ৰ শ্ৰেণীৰ লোকসকলে এটা শিশুৰ জন্ম হোৱা মানে পৰিয়ালৰ অৰ্থ উপাৰ্জনকাৰী এজন শ্ৰমিকৰ জন্ম হোৱা বুলি ভাবে। তেওঁলোকে শিশুটিৰ ৪-৫ বছৰ বয়সৰ পৰা শ্ৰমিক কৰি পৰিয়ালৰ আয়লৈ অৰিহণা যোগোৱাৰ ব্যৱস্থা কৰে। গতিকে দেখা যায় ভাৰতৰ জনসংখ্যা বৃদ্ধিয়ে সমাজত আটাইতকৈ সস্তীয়া দৰৰ শ্ৰমিকহে বৃদ্ধি কৰিছে। প্ৰকৃততে এনে শ্ৰমিকে দেশৰ মানৱ সম্পদ বৃদ্ধি কৰি অব্যৱহৃত সম্পদক ব্যৱহাৰৰ উপযোগী কৰি দেশৰ অৰ্থনীতিলৈ অৰিহণা যোগাব নোৱাৰে।

ভাৰতৰ শিক্ষাৰ সু-ব্যৱস্থা নোহোৱাটোও জনসংখ্যা সমস্যাৰ লগত জড়িত হৈ আছে। কাৰণ অশিক্ষিত লোকৰ জাতীয় চেতনা কম হয়। তেওঁলোকে জনসংখ্যাৰ সমস্যা, দেশৰ অৰ্থনীতি আদিৰ কথা চিন্তা কৰিব নোৱাৰে। অন্যহাতে ভাৰতলৈ অহা বহিৰাগত জনসংখ্যাৰ শ্ৰোতত কোনো ধৰণৰ বাধা আৰোপ কৰা নহয়। এই বহিৰাগত লোকসকলৰ কোনোৱে শিক্ষিত, সচেতন ব্যক্তি নহয়। ভূমিৰ ওপৰত অত্যধিক হেঁচাই কৃষি উৎপাদন হ্ৰাস কৰিছে। খাদ্য, বস্ত্ৰ, বাসস্থান, চিকিৎসা সেৱা, শিক্ষা ইত্যাদি প্ৰতিটো ক্ষেত্ৰতে ই সমস্যাৰ সৃষ্টি কৰে। জনসংখ্যাৰ লগে লগে ভাৰতত নিবনুৱাৰ সমস্যা বৃদ্ধি পাইছে। অৰ্ধ নিবনুৱা, ছদ্মবেশী নিবনুৱা, শিক্ষিত নিবনুৱাৰ সংমিশ্ৰণত ভাৰতৰ প্ৰকৃত নিবনুৱাৰ ছবিখন স্পষ্ট নহয়।

**সামৰণি**

জনসংখ্যা অকল সমস্যাই নহয়, ই মানৱ সম্পদৰো উৎস, সেয়ে জনসংখ্যাক উপযুক্তভাৱে গঢ় দিব পৰাটোহে আৰ্থিক উন্নয়নৰ ছাবি কাঠি। গতিকে জনসংখ্যাক মানৱ সম্পদ কৰি তোলাটোহে প্ৰকৃত আৰু প্ৰথম কাম। জনসংখ্যা বৃদ্ধিৰ সমস্যাটো আন বহু সমস্যাৰ কাৰণ বুলি ভবাতকৈ আন সমস্যাসমূহ এক কথাত আৰ্থ-সামাজিক অনগ্ৰসৰতাৰ ফল বুলিহে ভবা উচিত। সেয়েহে ইয়াৰ সমাধান সম্ভৱ একমাত্ৰ আৰ্থ-সামাজিক উন্নয়নৰ যোগেদিহে। দৰিদ্ৰ জনসাধাৰণৰ আৰ্থিক অৱস্থাৰ উন্নয়ন, সাৰ্বজনীন চিকিৎসাসেৱা তথা জীৱনৰ নিৰাপত্তা জনসংখ্যা বৃদ্ধি নিয়ন্ত্ৰণ কৰাৰ পূৰ্বচৰ্ত।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ ভাৰতৰ জলন্ত সমস্যা ঃ বৰ্দ্ধিত জনসংখ্যা

*এখন স্বাধীন ৰাষ্ট্ৰত যিজন ব্যক্তিয়ে সকলোৰে পৰা আনুগত্য লাভ কৰে আৰু তেওঁৰ ওপৰত কাৰো আনুগত্য চলোৱাৰ অধিকাৰ নাথাকে, তেওঁকেই সেই ৰাষ্ট্ৰৰ সাৰ্বভৌম অধিকাৰী বুলি কোৱা হয়।* — **অষ্টিন**

ৰচনাৰ সংকেত ঃ ভূমিকা - নদী মাথোঁ বয় -
অনন্ত সম্ভাৱনাৰ নদী - সামৰণি

# ব্ৰহ্মপুত্ৰ

*হে বিশাল ব্ৰহ্মপুত্ৰ, কত শত বৰষৰ কত শত বেদনাৰ কথা তোমাৰেই অন্তৰত গঁথা, কত প্ৰাণ মুঞ্জৰিলে তোমাকেই সাক্ষী ৰাখি কত হিয়া উঠলি উঠিলে লুকুৱালে বিৰহৰ ব্যথা।*

— লক্ষ্মীনাথ ফুকন

**ভূমিকা**

নদ-নদীৰে ভৰপূৰ আমাৰ অসমৰ প্ৰধান আৰু সৰ্ববৃহৎ নদী হ'ল ব্ৰহ্মপুত্ৰ। পৃথিৱীৰ অন্যান্য সভ্যতাৰ দৰেই ব্ৰহ্মপুত্ৰৰ পাৰতো গঢ লৈ উঠিছিল প্ৰাচীন কামৰূপী সভ্যতাৰ, য'ত বাণ, ভগদত্তৰ দৰে মহাপ্ৰতাপী ৰজাই ৰাজত্ব কৰিছিল। উষা, ৰুক্মিণী, চিত্ৰলেখাৰ দৰে ৰূপৱতী, গুণৱতী নাৰীৰ জন্ম হৈছিল। ব্ৰহ্মপুত্ৰ উপত্যকাৰ ইমূৰৰ পৰা সিমূৰলৈ বৈ যোৱা এই নদীখনৰ আন এটা নাম হ'ল লুইত।

**নদী মাথো বয়**

প্ৰায় ২,৮৮০ কিলোমিটাৰ দীঘল ব্ৰহ্মপুত্ৰৰ উৎপত্তি স্থল মানস সৰোবৰ। হিমালয়ৰ মানস সৰোবৰৰ দক্ষিণ-পূবত অৱস্থিত 'টামচুক খামবা নামৰ এটা হিমবাহৰ পৰা এই নদী ছাংপো নাম লৈ ওলাই আহিছে। ছাংপো নদীয়ে তিব্বতৰ মাজেদি ১,২৫০ কিলোমিটাৰ পূবমুৱা হৈ বৈ গৈ এক গিৰিখাতৰ মাজেদি দক্ষিণমুৱা হৈ অৰুণাচলৰ চিয়াং জিলাত সোমায় আৰু দিহিং নামলৈ অসমলৈ গতি কৰে। শদিয়াৰ ওচৰত পূব ফালৰ পৰা হৈ অহা দিবং আৰু লোহিতৰ লগত মিলিত হৈ ই ব্ৰহ্মপুত্ৰ নাম লৈ পশ্চিমমুৱা হৈ অসমৰ মাজেদি বৈ গৈছে। ধুবুৰীৰ কিছু আঁতৰত ই পূবলৈ গতি কৰি বাংলাদেশত প্ৰৱেশ কৰিছে আৰু তাৰ পৰা যমুনা নামলৈ দক্ষিণলৈ বৈ গৈছে। আন এটা শাখাই পুৰণা ব্ৰহ্মপুত্ৰ নাম লৈ কিছু দূৰ গৈ মেঘনা নাম লৈছে। যমুনাই গংগাৰ শাখা পদ্মাৰ লগত মিলিত হৈ কিছু দূৰ গৈ মেঘনাৰ লগ লাগে আৰু মেঘনা নামেৰে বংগোপসাগৰত পৰিছেগৈ।

অসমৰ মাজেদি বৈ যাওঁতে দুয়োপাৰে অসংখ্য নদ-নদী, জান-জুৰি, বৈ আহি ইয়াৰ বুকুত মিলিছেহি। ইয়াৰ প্ৰধান উপনৈসমূহ হ'ল সোৱণশিৰি, ৰঙানৈ, বুৰৈ, ভৰলী, জীয়া ধনশিৰি, বৰনদী, পুঠিমাৰী, পাগলদিয়া, চাউলখোৱা, মানাহ, গাভৰু, দিহিং, বুঢ়ীদিহিং, দিচাং, দিখৌ, ভোগদৈ, ধনশিৰি, কপিলী, কলহী, দিগাৰু, ভৰলী, কৃষ্ণাই, দুধনৈ আদি। নদীবিলাকৰ অসংখ্য শাখা নদী সমগ্ৰ ৰাজ্যখন বিয়পি আছে।

হিমালয়ৰ চিৰতুষাৰ অঞ্চলৰ পৰা উৎপত্তি হোৱা হেতু ব্ৰহ্মপুত্ৰত বছৰৰ বাৰ মাহে পানী থাকে। অন্যহাতে ইয়াৰ দুয়োপাৰৰ উপনৈ সমূহতো গোটেই বছৰেই পানী থাকে। সেয়েহে ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমভূমি অঞ্চলত পানীৰ অভাৱ নহয়। বাৰিষা দক্ষিণ-পশ্চিম মৌচুমীৰ প্ৰবাহত হোৱা প্ৰবল বৰষুণৰ ফলত এই নদীসমূহ পানীৰে উপচি পৰে আৰু ফেনে ফোটোকাৰে বৈ আহি নদীৰ দুয়োপাৰ বুৰাই পেলায়। ফলত নদীৰ দুয়োপাৰত বানপানীৰ সৃষ্টি হয়। খেতি-বাতি, ঘৰ-দুৱাৰ উটুৱাই লৈ গৈ প্ৰচুৰ অনিষ্ট কৰে। এসময়ত

নৈযে উটুৱাই অনা পলসে দুযো পাৰৰ মাটি উৰ্বৰা কৰিছিল আৰু দুয়োপাৰৰ মাটিত প্ৰচুৰ পৰিমাণে ধান, মাহ, সৰিযহ উৎপন্ন হৈছিল। কিন্তু বৰ্তমানৰ অপৰিকল্পিত বান নিয়ন্ত্ৰণ ব্যৱস্থাত প্ৰতিবছৰে বানৰ উপদ্ৰৱ বেছি হৈ আহিছে।

অৱশ্যে বৈজ্ঞানিক পদ্ধতিৰে এই নদীসমূহক নিযন্ত্ৰণ কৰিব পৰা যায়। তাৰ বাবে লাগে সদিচ্ছা আৰু সুপৰিকল্পিত আঁচনি।

**অনন্ত সম্ভাৱনাৰ নদী**

নদীবিলাক নিযন্ত্ৰণ কৰি ইয়াৰ জলসম্পদক উপযুক্তভাৱে ব্যৱহাৰ কৰিলে ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈসমূহ অসমৰ মানুহৰ বাবে শক্তিশালী সম্পদত পৰিণত হ'ব।

ব্ৰহ্মপুত্ৰৰ বুকুত বান্ধ দি বিদ্যুৎ উৎপাদন কৰিব পাৰিলে ৰাজ্যখনে বানপানীৰ কবলৰ পৰা মুক্তি পোৱাৰ উপৰিও আমাৰ এই অঞ্চল বিদ্যুতৰ অভাৱৰ পৰাও মুক্ত হ'ব আৰু সেযে হ'লে অঞ্চলত শিল্পায়ন ব্যৱস্থাও খৰতকীয়া হ'ব। ব্ৰহ্মপুত্ৰৰ বুকুৰেদি অতীতত জল পৰিবহণৰ ব্যৱস্থা আছিল। অতীতত অসমৰ মানুহে ব্ৰহ্মপুত্ৰৰ বুকুৰেদিয়েই বাহিৰ জগতৰ লগত সংযোগ স্থাপন কৰিছিল। মাজতে বন্ধ হৈ যোৱা এই পৰিবহণ ব্যৱস্থাক অৱশ্যে পুনৰ আৰম্ভ কৰাৰ চিন্তা কৰা হৈছে। সেযা কাৰ্যকৰী হ'লে অসমৰ পৰিবহণ ব্যৱস্থাত এক নতুন মাত্ৰাৰ সংযোগ হ'ব। নদীপথেদি যোগাযোগ ব্যৱস্থা হ'লে পৰিবহণ ব্যযও কমিব। যদিহে উপযুক্তভাৱে ব্ৰহ্মপুত্ৰৰ জলজ সম্পদক ব্যৱহাৰ কৰিব পৰা যায়, তেতিযাহ'লে 'ব্ৰহ্মপুত্ৰ অসমৰ দুখ' বুলি প্ৰচলিত হ'বলৈ ধৰা বাক্যশাৰীৰ অবলুপ্তি ঘটি ব্ৰহ্মপুত্ৰ অসমৰ সুখলৈ পৰিৱৰ্তিত হ'ব।

অসমৰ বহুকেইখন চহৰ ব্ৰহ্মপুত্ৰৰ পাৰতেই অৱস্থিত। উত্তৰ-পূৰ্বাঞ্চলৰ দুৱাৰমুখ অসমৰ প্ৰাণকেন্দ্ৰ গুৱাহাটী মহানগৰীও ব্ৰহ্মপুত্ৰৰ পাৰতে অৱস্থিত। পৃথিৱীৰ সৰ্ববৃহৎ নদী-দ্বীপ মাজুলী ব্ৰহ্মপুত্ৰৰ সৃষ্টি আৰু এই মাজুলী অসমৰ সত্ৰীয়া সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ।

**সামৰণি**

প্ৰকৃততে লুইতে আমাৰ পৰা কাঢ়ি নিছে যিমান দিছে বেছি। লুইতৰ পাৰতে আৱহমান কালৰ পৰা নানা ভঙা-পতাৰ মাজেদি গঢ লৈ উঠিছে জাতি, অসমীযা সংস্কৃতি। লুইতৰ দুয়োপাৰৰ জাতিৰ জীপলৈ জী আছে অসমীযা জাতি। ইয়াৰ পানী, ইযাৰ দুযোপাৰত উৎপন্ন হোৱা শস্য, মাছ-কাছ অসমীয়াৰ খাদ্য আৰু জীৱিকাৰ উৎস। ইয়াৰ দুয়োপাৰৰ জীপাল মাটিত সৃষ্টি হোৱা বনজ সম্পদ অসমীযাৰ মানুহৰ নিত্য প্ৰয়োজনীয় বস্তুৰ উৎস। অসমৰ মানুহে ব্ৰহ্মপুত্ৰক 'দেৱ জ্ঞানো' কৰে। এই বৰনৈখনৰ পাৰত বাস কৰা মানুহৰ সামাজিক, সাংস্কৃতিক আৰু জনজীৱন ইযাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। এক কথাত ক'বলৈ গ'লে ব্ৰহ্মপুত্ৰ অবিহনে অসম অস্তিত্বহীন।

*লগতে চাওক : অসমৰ নদ-নদী,*
*ভাৰতৰ নদী সংযোগ প্ৰকল্প*

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ ব্ৰহ্মপুত্ৰ : অসমৰ দুখ (HSLC 2005) ২ লুইত চকুলো নহয় আৰ্শীবাদ

ৰচনাৰ সংকেত ঃ ভূমিকা - জন্ম-শৈশৱ-শিক্ষা - জ্ঞান মন্দিৰৰ নীৰৱ সাধক - সামৰণি

# বাণীকান্ত কাকতি

*অসমীয়া ভাষা-তত্ত্বত কাকতিৰ অপ্ৰতিদ্বন্দ্বিত পাণ্ডিত্যৰ কথা সাম্প্ৰতিকে এৰি দিলেও পুৰণি আৰু নতুন অসমীয়া সাহিত্যৰ ওপৰত আধুনিক সমালোচনাৰ আলোকপাত কৰাসকলৰ মাজত কাকতি প্ৰধান।*

— মহেশ্বৰ নেওগ

**ভূমিকা**

'পৃথিৱীত কিবা ডাঙৰ কাম কৰিব লাগিলে জীৱনৰ আগডোখৰত সাধনা লাগিবই আৰু সেই সাধনাৰ সাৰুৱা ক্ষেত্ৰ হৈছে নীৰৱতা। সৰুৰে পৰা নিজক ডাঙৰ বোলাবলৈ যিবোৰে হৈ চৈ কৰি ফুৰে, সেইবোৰৰ কৰ্মশক্তি হৈ চৈতে সাং হয়। পিছলৈ আৰু একো শক্তি বা উৎসাহ নাথাকে। ভীমৰ গদা ঘূৰাবলৈ হ'লে আগেযে ভীমৰ বল অৰ্জন কৰি ল'ব লাগে' — এই কথাখিনি কৈছিল ডঃ বাণীকান্ত কাকতিয়ে তেখেতৰ 'নীৰৱ সাধনা' নামৰ ৰচনাখনত। তেনে এজন নীৰৱ সাধকেই আছিল ডঃ কাকতিদেৱ।

**জন্ম-শৈশৱ-শিক্ষা**

১৮৯৪ চনৰ ১৫ নৱেম্বৰত বৰপেটাৰ পৰা কিছুদূৰ পূবে বাটিকুৰিহা গাঁৱত বাণীকান্ত কাকতিৰ জন্ম হয়। এই গাঁৱৰ পুৰণি নাম আছিল খোৰাৰভিঠা। বাণীকান্তৰ পিতৃৰ নাম ললিতৰাম কাকতি আৰু মাতৃৰ নাম লাহোবালা কাকতি। দুখীয়া পৰিয়াল হ'লেও এই পৰিযালটিৰ এটা ঐতিহ্য আছিল। বাণীকান্তৰ পিতামহ ঘিণুৰাম কাকতি আহোম ৰজাই পতা কাকতি আছিল।

দুখীযা পৰিযালত জন্ম হোৱাৰ বাবেই তেখেতে সৰুতে শিক্ষা লাভৰ বিশেষ সুবিধা পোৱা নাছিল। বাণীকান্তৰ আন দুখ আছিল যে, তেখেতৰ কেতিয়াও পিতৃমুখ দৰ্শনৰ সৌভাগ্য নঘটিল। বাণীকান্তৰ বিদ্যাৰম্ভ হয় বাটিকুৰিহা প্ৰাইমেৰী স্কুলত। তেখেতৰ সহপাঠী আছিল নাউৰাম কাকতি। নাউৰাম বাণীকান্তৰ সম্বন্ধীয় ভায়েক। দুয়ো পঢ়াত বৰ চোকা। প্ৰাইমেৰী বৃত্তিৰ বাবে বাছনি-পৰীক্ষাত দুয়ো নিৰ্বাচিত হ'ল। কিন্তু একেখন স্কুলৰ পৰা দুজনৰ নাম পঠোৱাৰ নিয়ম নাছিল বাবে বাণীকান্ত ঔমৰা স্কুললৈ গৈ তাৰ পৰা কৃতিত্বৰে বৃত্তি লাভ কৰিলে। ইয়াৰ পাছত বাণীকান্তই বৰপেটা গৱৰ্ণমেণ্ট হাইস্কুলত হাইস্কুলীয়া শিক্ষা লাভ কৰে। বাণীকান্তই হাইস্কুলত নিজৰ মেধা শক্তিৰে শিক্ষকসকলক চমক খুৱালে। সকলো বিষয়তে তেওঁৰ পাৰদৰ্শিতা, প্ৰতিভা আৰু কৃতিত্ব ফুটি উঠিছিল।

এবাৰ হেনো সংস্কৃতৰ বহীত ১০০ নম্বৰৰ ভিতৰত ১০৫ নম্বৰ পাইছিল। এই বিষয়ে সংস্কৃতৰ শিক্ষক লক্ষ্মীনাৰায়ণ গোস্বামীক প্ৰধান শিক্ষকে সোধোঁতে 'দিওঁ বুলিযেই দিছোঁ' বুলি ক'লে। কাৰণ বাণীকান্তই ইমান ভালকৈ লিখিছিল যে শিক্ষকে ৫ নম্বৰ নিদি নোৱাৰিলে। আজিও এই ঘটনাৰ কথা জন-প্ৰবাদৰ দৰে মুখে মুখে চলি আছে।

বাণীকান্তৰ জীৱনৰ কণ্টকাকীৰ্ণ পথত আগুৱাই যাবলৈ প্ৰেৰণা যোগাইছিল দুখন গ্ৰন্থই — ছেমুৱেল স্মাইলছৰ 'ছেলফ্ হেল্প' আৰু জাৰ্মান পণ্ডিত মেক্স মূলাৰৰ জীৱন চৰিত। এই দুয়োখন কিতাপ তেখেতে শ্ৰেণীত প্ৰথম হোৱা বাবে পুৰস্কাৰ হিচাপে পাইছিল। হাইস্কুলত পঢ়ি থাকোঁতেই তেখেতে এই কিতাপৰ কথাবিলাক হৃদয়ংগম কৰি লৈছিল।

১৯১১ চনত তেওঁ প্ৰৱেশিকা পৰীক্ষাত অসম উপত্যকাৰ ভিতৰত প্ৰথম স্থান লাভ কৰি আৰু ইংৰাজী বিষয়ত অসমৰ ভিতৰতে প্ৰথম হৈ বৃত্তি লাভ কৰে। ১৯১১ চনত তেওঁ কটন কলেজত ভৰ্তি হয়। অংক, ইংৰাজী আৰু সাহিত্য বাণীকান্তৰ সমানে প্ৰিয় বিষয় আছিল। তেওঁ নিজে স্বীকাৰ কৰিছিল যে সংস্কৃত ব্যাকৰণৰ জ্ঞান আৰু মুখস্থ কৰা সূত্ৰাদিয়ে তেওঁক পিছত ভাষাতত্ত্ব বিশ্লেষণত প্ৰভূত পৰিমাণে সহায় কৰিছিল। কলেজতো আই এ লৈকে তেখেতে অংক এৰি দিয়া নাছিল। ১৯১৩ চনত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা আই এ পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰে।

১৯১৩ চনত বি এ পঢ়িবৰ বাবে বাণীকান্ত কাকতি কলকাতালৈ যায় আৰু তাৰ প্ৰেছিডেন্সী কলেজত ভৰ্তি হয়। তাৰ পৰা ১৯১৫ চনত বি এ পৰীক্ষাত দ্বিতীয় শ্ৰেণীৰ চতুৰ্থ স্থান লাভ কৰে। তাৰ পৰা পাছ কৰা ছাত্ৰৰ ভিতৰত প্ৰথম হোৱাৰ বাবে তেখেতে টীন স্মৃতি বঁটা লাভ কৰে। ১৯১৮ চনত কলিকতাৰ পৰা এম এ পৰীক্ষা দি ইংৰাজী সাহিত্যত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰে। সেই চনতে তেখেতে কটন কলেজৰ ইংৰাজীৰ অধ্যাপকৰ পদত নিযুক্তি পায়। ১৯১৮ চনৰ পৰা ১৯৪৯ চনলৈকে কাকতিয়ে কটন কলেজত অধ্যাপনা কৰে।

**জ্ঞান মন্দিৰৰ নীৰৱ সাধক**

কাকতি নিজে আছিল আজীৱন জ্ঞান মন্দিৰৰ নীৰৱ সাধক। অধ্যয়ন আৰু জ্ঞান অৰ্জনেই আছিল তেখেতৰ জীৱনৰ সাধনা। তেখেতে ছাত্ৰসকলকো সেই সাধনাত ব্ৰতী হ'বলৈ উপদেশ দিছিল। কাকতিদেৱে নিজকে এজন ছাত্ৰ বুলিয়েই ভাবি লৈছিল আৰু সেয়ে অধ্যাপক হিচাপে কলেজলৈ যাওঁতেও তেখেতে হাতৰ মুঠিত তিনি-চাৰিখন কিতাপ সদায় নিছিল। ইয়াৰ পৰা স্পষ্ট হৈ পৰে যে সৎ গ্ৰন্থ, সৎ বন্ধুৰ দৰে তেখেতৰ চিৰসংগী হৈ পৰিছিল।

অধ্যয়নৰত থকা বাবেই বাণীকান্ত কাকতিয়ে দ্বিতীয়বাৰ ইংৰাজীৰ এম এ পৰীক্ষা দিয়ে। বি এ আৰু এম এ দুয়োটা পৰীক্ষাত প্ৰথম শ্ৰেণী নোপোৱাৰ বাবে জেদত লাগিয়েই ১৯২৩ চনত তেখেতে পুনৰ এম এ পৰীক্ষা দিয়ে। এই পৰীক্ষাত তেখেত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজীত সৰ্বোচ্চ নম্বৰ লৈ উত্তীৰ্ণ হয়।

কটন কলেজত অধ্যাপনা কৰি থাকোঁতেই তেখেত ১৯৩৫ চনত 'Assamese Its Formation and Development' নামৰ গৱেষণা গ্ৰন্থৰ বাবে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। কাকতিৰ এই কাৰ্যই যি সুখ্যাতি দিলে, তাতোকৈ অধিক সুখ্যাতি আৰু গৌৰৱ দান কৰিলে অসমীয়া জাতি, অসমীয়া ভাষাক। ই বিশ্বৰ বিদ্বানমণ্ডলীৰ আগত যুক্তিৰে প্ৰমাণ কৰিলে যে, অসমীয়া ভাষা এটা গৌৰৱোজ্জ্বল সুকীয়া পুৰণি

ভাষা। ই আন কোনো ভাষাৰ ঠাল-ঠেঙুলি নহয়। অসমীয়া ভাষা-তত্ত্বৰ বেদ স্বৰূপ 'Assamese Its Formation and Development' গ্ৰন্থই তেখেতৰ পাণ্ডিত্য-বাৰিধিৰ প্ৰমাণেই দিয়া নাই, অসমীযা ভাষাক ভাৰতীয় জনমানসত প্ৰকৃত মৰ্যাদাও প্ৰদান কৰিছিল। ১৯৪১ চনত এইখন গ্ৰন্থ আকাৰে প্ৰকাশ পায়।

১৯৪৭ চনত ডঃ কাকতি কটন কলেজৰ অধ্যক্ষ হয়। ইয়াৰ পিছত তেখেতে গুৱাহাটী বিশ্ববিদ্যালযৰ নকৈ খোলা অসমীয়া এম এ বিভাগৰ মুৰব্বী অধ্যাপক হয়। তেখেত অচিৰেই বিশ্ববিদ্যালযখনিৰ কলাগুৰু আসনত অধিষ্ঠিত হয়। জীৱনৰ শেষলৈকে, অৰ্থাৎ, ১৯৫২ চনলৈকে তেখেতে এই সন্মান ভোগ কৰিছিল। জ্ঞান আৰু বিদ্যাৰ বলেৰে তেখেতে অসমীয়া সাহিত্যত অবিসম্বাদী বিচাৰকৰ দৰে হৈ পৰিছিল। তেখেতৰ শিষ্য বিৰিঞ্চি কুমাৰ বৰুৱাই বিভিন্ন সময়ত ডঃ কাকতিয়ে লিখা প্ৰবন্ধবোৰ চালি-জাৰি বহু উৎকৃষ্ট পুথি উলিয়ালে। এইবোৰৰ ভিতৰত 'পুৰণি অসমীযা সাহিত্য', 'সাহিত্য আৰু প্ৰেম', 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' আদি উল্লেখযোগ্য। ১৯৫২ চনৰ নবেম্বৰ মাহৰ ১৫ তাৰিখে তেখেতে চিৰকাললৈ চকু মুদিলে। আমি হেৰুৱালোঁ এজন পণ্ডিত, শিক্ষাবিদ আৰু নিৰ্ভীক সাহিত্য-সমালোচকক।

**সামৰণি**

ডঃ বাণীকান্ত কাকতি আছিল অসম তথা ভাৰতৰ শ্ৰেষ্ঠ গৱেষক, পণ্ডিত, সাহিত্যিকসকলৰ অন্যতম। অসমীযা সাহিত্য-সংস্কৃতিৰ লগত ডঃ কাকতিৰ পৰিচয গভীৰেই নহয, নিবিডো আছিল। সেয়ে তেখেতৰ ৰচনাই পাঠকৰ চিন্তা-জগতৰ দিগন্ত প্ৰসাৰিত হোৱাত সহায় কৰিছে।

# বিজ্ঞান আশীৰ্বাদ নে অভিশাপ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বিজ্ঞান সমূদ্ৰৰ হলাহল আৰু অমৃত - অপ-প্ৰয়োগৰ পৰিণাম - সামৰণি

*বিজ্ঞান হ'ল এবিধ ধাৰ থকা সঁজুলি। মানুহে তাকে লৈ খেলা কৰে আৰু কেতিয়াবা নিজৰ আঙুলিকে কাটে।*

**— ছাৰ আৰ্থাৰ এডিংটন**

**ভূমিকা**

বিজ্ঞান শব্দৰ প্ৰকৃত অৰ্থ যি মানুহক বিশেষভাৱে জ্ঞানৰ পথত পৰিচালনা কৰে। কিন্তু সাম্প্ৰতিক কালত বিজ্ঞানৰ যুগ বুলিলে যন্ত্ৰৰ যুগকে সাধাৰণতে বুজোৱা হয়। আদিম যুগত মানুহে শিলেৰে নিৰ্মিত অস্ত্ৰেৰে পশু বধ কৰি জুইত সেকি বা পুৰি মাংস খাই বা ফল-মূলেৰে জীৱন নিৰ্বাহ কৰিছিল। গছৰ বাকলি বা জীৱ-জন্তুৰ ছাল পৰিধান কৰি লজ্জা

নিবাৰণ কৰিছিল। তাৰ পাছত লাহে লাহে মানুহে ধাতুৰ ব্যৱহাৰ শিকিলে, জীৱ-জন্তুক পোহ মনাই সিহঁতৰ দ্বাৰা খেতি-বাতি কৰিবলৈ ল'লে। কপাহৰ সূতাৰে কাপোৰ ববলৈ শিকিলে। ক্ৰমে ক্ৰমে মানুহে উন্নতিৰ সোপানত উঠি বৰ্তমানৰ অৱস্থাত উপনীত হৈছেহি। পৰ্বত, সাগৰকে ধৰি সকলো প্ৰাকৃতিক বাধা নেওচি মানুহে বিজ্ঞানৰ জয়ধ্বজা উৰুৱাইছে। একেদৰে চিকিৎসা বিজ্ঞানৰ উন্নতিয়ে মানুহৰ আয়ু-সীমা বৃদ্ধি কৰিছে। মানুহে আজি চন্দ্ৰতো ভৰি দিবলৈ সক্ষম হৈছে। মানৱনিৰ্মিত কৃত্ৰিম উপগ্ৰহে আজি পৃথিৱীৰ চৌপাশে পৰিভ্ৰমণ কৰি বিজ্ঞানৰ জয়গান গাইছে। সমাগত দিনবোৰত হয়তো চন্দ্ৰ বা আন গ্ৰহ-উপগ্ৰহত নগৰ স্থাপনৰো সপোন মানুহে বাস্তৱত ৰূপায়িত কৰিবগৈ পাৰিব। মানৱ-জীৱনক পৰিপূৰ্ণ আৰু সৰ্বাংগসুন্দৰ কৰি তোলাৰ মাধ্যম হিচাপে বিজ্ঞানৰ শ্ৰেষ্ঠত্বক অস্বীকাৰ কৰিব নোৱাৰি। বিজ্ঞান মানৱ জীৱনৰ শ্ৰেষ্ঠ আৰ্শীবাদ।

**বিজ্ঞান সমুদ্ৰৰ হলাহল আৰু অমৃত**

জগতৰ সকলো বস্তুৰ দৰে বিজ্ঞানৰো এটা অশুভ দিশ আছে। বিজ্ঞানে যিদৰে আধুনিক সভ্যতাৰ সৃষ্টি কৰিছে, তেনেদৰে এই ইতিহাসক মুহূৰ্তৰ ভিতৰতে মষিমূৰ কৰিব পৰাৰ ক্ষমতাও বিজ্ঞানৰ আছে। বিজ্ঞানী আলফ্ৰেড নোবেলে পাহাৰ-পৰ্বত ভাঙি সুচল যাতায়াতৰ বাবে বাট-পথ নিৰ্মাণ কৰিবলৈ ডিনামাইট আৱিষ্কাৰ কৰিছিল। কিন্তু মানুহে পৰৱৰ্তী কালত ইয়াক বাট-পথ-দলং আদি ধ্বংস কৰাৰ কামতো ব্যৱহাৰ কৰিবলৈ ল'লে। এটা মাত্ৰ পাৰমাণৱিক বোমাৰ আঘাতত মুহূৰ্তৰ ভিতৰতে জাপানৰ নাগাছাকি আৰু হিৰোচিমাত বিৰাট ধ্বংস কাৰ্য সংঘটিত হ'ল। বহু হাজাৰ লোকৰ মৃত্যু হ'ল। অসংখ্য লোক চিৰজীৱনলৈ ঘৃণীয়া হ'ল। সাম্প্ৰতিক কালত পাৰমাণৱিক বোমাতকৈ বহুগুণে মাৰাত্মক হাইড্ৰোজেন বোমা আৰু আন শক্তিশালী মাৰণাস্ত্ৰ আৱিষ্কাৰৰ ফলত যুদ্ধৰ বিভীষিকা বহুলাংশে বৃদ্ধি পাইছে। বিজ্ঞানৰূপী সমুদ্ৰ মন্থনত এফালে যিদৰে 'অমৃত'ৰ উদ্ভৱ হৈছে, ঠিক আনফালে উৎপন্ন হৈছে 'হলাহল'ৰ।

**অপপ্ৰয়োগৰ পৰিণাম**

দ্বিতীয় মহাসমৰৰ পাছতো মানুহৰ ৰণলিপ্সা শেষ নহ'ল। কোৰিয়া, ভিয়েটনাম, পাৰস্য উপসাগৰ আৰু ইৰাণ-ইৰাক যুদ্ধৰ বীভৎস স্মৃতি মানুহৰ মনৰ পৰা কেতিয়াও মচ নাখায়। কিয়নো যুদ্ধই কেৱল নিৰ্দিষ্ট যুদ্ধ ক্ষেত্ৰকে নহয়, পাৰিপাৰ্শ্বিক অৱস্থা, কাষৰ-পাজৰৰ ঠাই, সমুদ্ৰ, মৰু, অৰণ্য আৰু প্ৰাণীৰ জীৱনকো বিপন্ন কৰি তোলে।

যুদ্ধত ব্যৱহাৰ হোৱা অস্ত্ৰৰ উপৰিও সাম্প্ৰতিক বিশ্বৰ মানুহৰ যন্ত্ৰৰ চিকাৰ হৈছে। প্ৰতিনিয়ত যন্ত্ৰৰ সৈতে সহবাস কৰি যন্ত্ৰ নহ'লে চলিব নোৱৰা অৱস্থা হ'ল। আনকি বিজ্ঞানৰ কিছুমান আৱিষ্কাৰ আমাৰ দৈনন্দিন জীৱন এনেদৰে বেৰি ধৰিছে যে বস্তুবাদী হৈ পৰিছোঁ আমি।

**সামৰণি**

কিন্তু দুয়োদিশ বিচাৰ কৰিলে দেখা যায় যে, বিজ্ঞানৰ এই ধ্বংস ক্ৰিয়াৰ বাবে বিজ্ঞান দায়ী নহয়। বিজ্ঞান এটি নিষ্ক্ৰিয় শক্তি মাত্ৰ। বুদ্ধিমান মানৱে ইয়াক যিফালে

চালনা কৰে বিজ্ঞান সেই দিশলৈকে চালিত হয়। মানুহে যেতিয়ালৈকে শুভ চিন্তাৰে মানৱ কল্যাণৰ বাবে বৈজ্ঞানিক আৱিষ্কাৰৰ দ্বাৰা মানুহৰ সুখ আৰু স্বাচ্ছন্দ্যৰ বাবে প্ৰেৰণা যোগাই থাকিব, তেতিয়ালৈকে বিজ্ঞান মানুহৰ বাবে আশীৰ্বাদ হৈয়েই ৰ'ব। কিন্তু মানুহৰ মনত যেতিয়া হিংসা, স্বাৰ্থপৰতা, স্বেচ্ছাচাৰিতাৰ জন্ম হয়, তেতিয়া মানুহৰ চিত্ত ধ্বংসোন্মুখ হৈ উঠে। তেতিয়াই মানুহৰ প্ৰয়োজন হয় বিবিধ মাৰণাস্ত্ৰৰ। বিজ্ঞানৰ এই অভিশাপৰ বাবে নিঃসন্দেহে মানুহেই দায়ী। সাধাৰণ ক্ষুধা, তৃষ্ণা, নিদ্ৰা আদি বৃত্তিবোৰৰ বিচাৰত মানুহৰ লগত পশুৰ কোনো পাৰ্থক্য নাই। একমাত্ৰ জ্ঞান, চিন্তা আৰু বিবেকৰ ক্ষেত্ৰতহে মানুহৰ লগত ইতৰ প্ৰাণীৰ পাৰ্থক্য পৰিলক্ষিত হয়। মানুহৰ মানস জগতত অন্তৰ্নিহিত সকলো বৃত্তিৰ উন্মেষ সাধনাৰেই নাম মনুষ্যত্ব। এই মনুষ্যত্বৰ সাধনাত, জ্ঞানৰ সাধনাত, বিজ্ঞানৰ সাধনাত নিশ্চয় মানুহে চিৰকাল আত্মনিয়োগ কৰিব। সেয়ে সাময়িকভাৱে বিজ্ঞান অভিশাপস্বৰূপ হ'লেও সামগ্ৰিকভাৱে বিজ্ঞান মানুহৰ বাবে আশীৰ্বাদ হৈ থাকিব।

***লগতে চাওক ঃ** বিজ্ঞানৰ অৱদান, বিজ্ঞানৰ জয়যাত্ৰা আৰু মানুহৰ ভৱিষ্যত*

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ বিজ্ঞানৰ উপকাৰিতা আৰু অপকাৰিতা (HSLC 2000)
২ বিজ্ঞানৰ আৱিষ্কাৰৰ ফল

**ৰচনা সংকেতৰ ঃ** ভূমিকা - আড়ম্বৰ উৎসৱ
বৰদিন - অন্যতম আকৰ্ষণ ছাণ্টাক্ল'জ - সামৰণি

# বৰদিন

## ভূমিকা

পৃথিৱীৰ সকলো জাতি, ধৰ্ম-সম্প্ৰদায়ৰে একো একোটা বিশেষ ধৰ্মীয় উৎসৱ আছে আৰু সেই ধৰ্মৰ লোকসকলে তেওঁলোকৰ উৎসৱটি নিষ্ঠা তথা ৰং-ৰহইছেৰে পালন কৰে। হিন্দুৰ যেনেদৰে দুৰ্গা পূজা, মুছলমানৰ যিদৰে ঈদ, সেইদৰে খ্ৰীষ্টানসকলৰ পৱিত্ৰ ধৰ্মীয় উৎসৱ হ'ল বৰদিন বা খ্ৰীষ্টমাছ। ইংৰাজী বছৰৰ ২৫ ডিচেম্বৰৰ দিনটোকে বৰদিন হিচাপে পালন কৰা হয়। খ্ৰীষ্টানসকলৰ বিশ্বাস ঃ এই দিনটোতে খ্ৰীষ্টান ধৰ্মৰ প্ৰৱৰ্তক প্ৰভু যীশুৰ জন্ম হৈছিল। বৰদিন বা খ্ৰীষ্টমাছক চমুকৈ X-Mas (এক্সমাছ) বুলিও কোৱা হয়। গ্ৰীক ভাষাত এক্স (X) আখৰটো 'Christ' (খ্ৰীষ্ট) নামৰ প্ৰথম আখৰ আৰু যিয়ে এই খ্ৰীষ্ট নামৰ গ্ৰীক শব্দটোৰ বৰদিনক X-Mas বোলা হয়।

সমগ্ৰ বিশ্বৰ খ্ৰীষ্টান ধৰ্মাৱলম্বীৰ মহান আৰু আনন্দময় উৎসৱ এই বৰদিন। খ্ৰীষ্টান ধৰ্মাৱলম্বীৰ ঘৰে ঘৰে, গিৰ্জাই গিৰ্জাই এই উৎসৱে আনন্দ আৰু স্নেহৰ ঢৌ বোৱাই দিয়ে। তাৰ মাজতে ২৪ ডিচেম্বৰৰ ৰাতি শুভ্ৰ পোছাক আৰু এমুখ দাড়িৰে আৱিৰ্ভাৱ হয়হি অকণিহঁতৰ অতি আদৰৰ ছাণ্টাক্ল'জ।

**আড়ম্বৰ উৎসৱ বৰদিন**

খ্ৰীষ্টান ধৰ্মৰ মহান উৎসৱ বৰদিন ১৬ ডিচেম্বৰৰ সন্ধ্যা আৰম্ভ আৰু ২৪ ডিচেম্বৰৰ ৰাতি শেষ হয় বুলি কোৱা হয় যদিও প্ৰকৃততে এক জানুৱাৰী, অৰ্থাৎ, নৱবৰ্ষৰ দিনাহে এই উৎসৱৰ সামৰণি পৰে।

ৰৰদিন হ'ল খ্ৰীষ্টানসকলৰ এটা অতি পবিত্ৰ আৰু আনন্দ উৎসৱ। ছাণ্টাক্ল'জ খ্ৰীষ্টামাছ কাৰ্ড, খ্ৰীষ্টমাছ ট্ৰি, কেৰল বা আগমনি গীত আদি নানা আড়ম্বৰেৰে পৰিপূৰ্ণ এই বৰদিন উৎসৱ।

আমাৰ অতি আদৰৰ ৰঙালী বিহুত, নতুন বছৰত যিদৰে আমি ইজনে-সিজনক অভিনন্দন জনাওঁ, বিহুৱান দিওঁ, ঠিক সেইদৰে বৰদিন উৎসৱতো ইজনে-সিজনক শুভেচ্ছাপত্ৰ বা খ্ৰীষ্টমাছ কাৰ্ড দিয়ে। প্ৰকৃততে বৰদিন আৰু নৱবৰ্ষ এই দুয়োটা অনুষ্ঠানৰে এটা সম্পৰ্ক আছে। বৰদিনৰ পৰা নৱবৰ্ষলৈকে এই সময়ছোৱাত ইজনে-সিজনক শুভেচ্ছাপত্ৰ দিয়ে। এই খ্ৰীষ্টমাছ কাৰ্ডৰ প্ৰথম প্ৰচলন কৰে ১৮৪৩ চনত ইংলেণ্ডৰ যোছেফ চি হৰ্ছলি নামৰ এজন শিল্পীয়ে।

বৰদিন উৎসৱৰ এটা অন্য আকৰ্ষণ হ'ল খ্ৰীষ্টমাছ ট্ৰি। নানা ধৰণে বিজুলী চাকিৰে পোহৰাই, ৰঙীন বেলুন আদিৰে আটক ধুনীয়াকৈ এই খ্ৰীষ্টমাছ ট্ৰিজোপা সজাই তোলা হয। কিংবদন্তী মতে এই প্ৰথাৰ প্ৰচলন কৰে মাৰ্টিন লুথাৰে। লুথাৰে এবাৰ ২৪ ডিচেম্বৰৰ ৰাতি তৰাভৰা আকাশলৈ চাই থাকি হঠাৎ অজ্ঞান হৈ পৰে। পাছত জ্ঞান পাই নিজৰ চোতালতে এটা গছৰ ডাল লগাই মমবাতি, ৰং-বিৰঙৰ বেলুন আদিৰে সজাই তোলে। লুথাৰে এই গছজোপাৰ তৰাপূৰ্ণ আকাশৰ প্ৰতীক বুলি নিজৰ ল'ৰা-ছোৱালীক বুজাইছিল। ৰোমানসকলৰ মতে আকৌ তেওঁলোকেহে এই প্ৰথা প্ৰচলন কৰে। তেওঁলোকৰ বিশ্বাস, শীতৰ আৰম্ভণিতে ৰোৱা এই গছজোপাত ফুল ফুলাৰ অৰ্থ হ'ল যীশু পৃথিৱীলৈ নামি আহিছে।

**অন্যতম আকৰ্ষণ ছাণ্টাক্ল'জ**

বৰদিনৰ আন এক অন্যতম আকৰ্ষণ হ'ল ছাণ্টাক্ল'জ। ছাণ্টাক্ল'জ অবিহনে বৰদিন অসম্পূৰ্ণ। আমাৰ ভাষাত ছাণ্টাক্ল'জ মানে হ'ল শীতৰ ককা। বৰদিনৰ সময়ত গিৰ্জা বা মানুহৰ ঘৰৰ সমুখত ছাণ্টাক্ল'জক দেখা পোৱা যায়। এই ছাণ্টাক্ল'জ সম্পৰ্কে এটা মজাৰ কাহিনী আছে। ১৪০০ চনত এনে এটা বৰদিনৰ ৰাতি ইটালীৰ 'মাইৰা' চহৰত বিছপ নিকোলাছ নামৰ এজন বৃদ্ধলোকে ৰাস্তালৈ ওলাই আহি চিঞৰিবলৈ ধৰিলে, 'প্ৰভু যীশু আহিছে, তোমালোক সকলোৱে আনন্দ কৰা'। এনেকৈ চিঞৰি চিঞৰি মনৰ আনন্দতে বৃদ্ধই সৰু সৰু ল'ৰা-ছোৱালীবোৰক হাতে হাতে বিলাই দিলে টফী, লজেন্স আদি নানা উপহাৰ। এই ঘটনাৰ পিছদিনাৰ পৰাই সকলোৱে মুখে মুখে কেৱল বৃদ্ধ নিকোলাছৰ ৰসাল কথা। এইদৰে সময়ত শুভ্ৰ, পোছাক আৰু মুখ ভৰা দাড়িৰে বৃদ্ধ নিকোলাছৰ কিংবদন্তী হৈ পৰিল। যেতিয়াই বৰদিন আহে তেতিয়াই আৰম্ভ হয় নিকোলাছৰ প্ৰতিমূৰ্তি সজাৰ ধুম। আনকি তেওঁৰ মৃত্যুৰ পিছতো মানুহে বৰদিন উৎসৱত নিকোলাছৰ প্ৰতিমূৰ্তি সাজে তেওঁৰ স্মৃতি হিচাপে। নিকোলাছৰ মৃত্যুৰ পাছত ধৰ্মগুৰু পোপে তেওঁক সাধু বা ছেন্ট

আখ্যা দিলে আৰু বিছপ নিকোলাছ হৈ পৰিল ছেন্ট নিকোলাছ। এইদৰে সময়ৰ লগে লগে মুখ বাগৰি ছেন্ট নিকোলাছৰ নাম হৈ পৰিল ছান্টাক্ল'জ। আজিও আমেৰিকা, নেদাৰলেণ্ডছ, জাৰ্মানী, ব্ৰিটিছ যুক্তৰাষ্ট্ৰ, পোলেণ্ড, ফ্ৰান্স আদিত ২৪ ডিচেম্বৰত ৰাতি জীৱন্ত ছান্টাক্ল'জৰ প্ৰতিমূৰ্ত্তি সজা হয়।

বিভিন্ন দেশৰ অকণিহঁতৰ বিশ্বাস যে, বৰদিনৰ ৰাতি ছান্টাক্ল'জ পৃথিৱীলৈ নামি আহে। সেয়ে অকণ অকণ ল'ৰা-ছোৱালীবোৰে নিজৰ ঘৰৰ চিমনীৰ ওপৰত তেওঁলোকৰ জোতাবোৰ তুলি থৈ দিয়ে। তেওঁলোকৰ বিশ্বাস, ছান্টাক্ল'জ আহি সেই জোতাবোৰৰ ভিতৰতে তেওঁলোকলৈ ধুনীয়া ধুনীয়া উপহাৰ থৈ যাবহি। পুৱা শুই উঠিয়েই তেওঁলোকে জোতাবোৰ চাবলৈ উথপ-থপ লগায় আৰু ছান্টাক্ল'জে থৈ যোৱা উপহাৰ পাই ৰঙতে ক'ব নোৱৰা হয়। আচলতে তেওঁলোকৰ মাক-দেউতাকেই ৰাতি তাত বিভিন্ন উপহাৰবোৰ থৈ দিয়ে।

**সামৰণি**

খ্ৰীষ্টান ধৰ্মৰ মত অনুসৰি যীশু আছিল ভগৱানৰ পুত্ৰ আৰু তেওঁ সমগ্ৰ বিশ্বতে প্ৰেম, ভ্ৰাতৃত্ব, ক্ষমা আদি মহৎ আদৰ্শৰ বাণী বিলাইছিল। বৰদিন বা খ্ৰীষ্টমাছ উৎসৱে সেয়ে প্ৰেম, ভ্ৰাতৃত্ববোধে, ক্ষমা-দয়া, আদি গুণবোৰৰ কথা সোঁৱৰাই দি মানুহক মহৎ আদৰ্শৰ প্ৰতি অনুপ্ৰাণিত কৰে।

# বিজ্ঞানৰ অৱদান

*HSLC 1995, 1998, 2001, 2007*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সভ্যতাৰ সোপানত মানুহৰ এখোজ - উন্নত জীৱনৰ আৰম্ভণি - সামৰণি

**ভূমিকা**

বৰ্তমান বিজ্ঞানৰ যুগ। আজি আমি প্ৰতিটো খোজতে বিজ্ঞানৰ ওপৰত নিৰ্ভৰশীল। লিখা কলমটোৰ পৰা আৰম্ভ কৰি ছুপাৰ কম্পিউটাৰ, ইন্টাৰনেটলৈকে সকলোৱেই বৈজ্ঞানিক আবিষ্কাৰৰ ফল। প্ৰকৃততে মানৱ সভ্যতাৰ ক্ৰমবিকাশৰ দিনবোৰত যিদিনাই জুইৰ আবিষ্কাৰ হ'ল সেইদিনাই বিজ্ঞানৰ জয়যাত্ৰা আৰম্ভ হ'ল আৰু ক্ৰমান্বয়ে বিজ্ঞানে মানৱ জাতিৰ জীৱনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিলে। মানুহৰ জীৱন ধাৰণৰ মান উন্নত কৰি ই মানৱ জাতিক সভ্যতাৰ উচ্চ শিখৰলৈ ক্ৰমান্বয়ে লৈ যাবলৈ ধৰিলে। আজি বিজ্ঞান আৰু প্ৰযুক্তিৰ ক্ৰমবিকাশে মানুহক আৰাম আৰু স্বাচ্ছন্দ্যৰ নানান উপকৰণ উপহাৰ দিছে। দিছে যোগাযোগৰ উৎকৃষ্ট সা-সুবিধা, পৃথিৱীক ওচৰ চপাই আনিছে, মানুহক কৰি তুলিছে অন্ধবিশ্বাস আৰু কুসংস্কাৰমুক্ত।

**সভ্যতাৰ সোপানত মানুহৰ এখোজ**

সভ্যতাৰ আৰম্ভণিতে মানুহে চিকাৰ কৰি জীৱন ধাৰণ কৰিছিল। সেই সময়ত প্ৰতিটো পদতে জীৱনৰ প্ৰতি আশংকাৰে দিন কটাইছিল। লাহে লাহে মানুহে খেতি কৰাৰ পদ্ধতি আৱিষ্কাৰ কৰিলে। খেতিৰ সঁজুলি আৱিষ্কাৰৰ লগে লগে জীৱন ধাৰণৰ পথ বহু সহজ হৈ আহিল আৰু মানুহে সমাজ পাতি বাস কৰিবলৈ ধৰিলে। তেওঁলোকে ঘৰ-দুৱাৰ সাজিবলৈ শিকিলে আৰু মানুহ লাহে লাহে জীৱন ধাৰণৰ সহজ সুন্দৰ পথ আৱিষ্কাৰৰ চেষ্টাত ব্ৰতী হ'ল। এচাম মানুহে চিন্তা-চৰ্চাত নিজকে সঁপি দিলে। বহুজন ব্ৰতী হ'ল প্ৰকৃতিৰ ৰহস্য সন্ধানত। তাৰেই ফলত গেলিলিঅ'-ক'পাৰনিকাছৰ দৰে বিজ্ঞানীৰ মহান আৱিষ্কাৰে মানুহৰ চিৰদিনৰ বিশ্বাসক ধূলিৰ লগত মিহলি কৰি দিলে। আজি সৰু ল'ৰা এটাযো জানে যে পৃথিৱীহে সূৰ্যৰ চাৰিওফালে ঘূৰে, সূৰ্য পৃথিৱীৰ চাৰিওফালে নুঘূৰে। ডাৰউইনৰ জীৱজগতৰ বিৱৰ্তন তত্ত্ব, নিউটনৰ মাধ্যাকৰ্ষণ শক্তিৰ আৱিষ্কাৰে মানুহক নতুন নতুন ধৰণেৰে ভাবিবলৈ শিকালে। মানুহে সকলো কথাকে অন্ধভাৱে মানি নলৈ যুক্তিৰে বিচাৰ কৰি চাবলৈ ল'লে আৰু লগে লগে নতুন নতুন আৱিষ্কাৰৰ চিন্তাত ব্ৰতী হ'বলৈ আৰম্ভ কৰিলে। আজিৰ মানুহে মহাকাশৰ বুকুত জীৱৰ সন্ধান কৰিছে, নিতে নিতে আৱিষ্কাৰ কৰিছে নতুন নতুন গ্ৰহ-নক্ষত্ৰৰ।

মানৱ সভ্যতালৈ বিজ্ঞানৰ শ্ৰেষ্ঠ অৱদান হ'ল চকা আৰু যন্ত্ৰ। যন্ত্ৰৰ আৱিষ্কাৰে মানৱ জগতত বৈপ্লৱিক পৰিবৰ্তন সাধিলে। যন্ত্ৰই পৃথিৱীখন সৰু কৰি আনিলে। যোগাযোগ ব্যৱস্থাত আনিলে এক বিপ্লৱ। আজি পৃথিৱীৰ ইমূৰৰ পৰা সিমূৰলৈ যাবলৈ মাত্ৰ কেইটামান ঘণ্টাৰ আৱশ্যক, যিটো কথা অতীতৰ মানুহে সপোনতো ভাবিব পৰা নাছিল। ছপাশালৰ আৱিষ্কাৰে মানুহৰ জ্ঞান ভাণ্ডাৰক উত্তৰপুৰুষৰ বাবে গ্ৰন্থৰ বুকুত সাঁচি ৰাখিবলৈ সক্ষম কৰি তুলিলে। যান্ত্ৰিক সভ্যতাৰ ভেটিতে গঢ়ি উঠিল ঔদ্যোগিক বিপ্লৱ। ঔদ্যোগিক বিপ্লৱে জন্ম দিলে আমেৰিকা, জাপান আদি উন্নত দেশবোৰৰ। বিলাস আৰু প্ৰাচুৰ্যৰ সকলো সম্পদ এইবিলাক দেশে আহৰণ কৰিবলৈ সক্ষম হ'ল। জল, স্থল, মহাকাশ সকলোতে তেওঁলোকৰ জয় জয়কাৰ। আজি এইবিলাক দেশত প্ৰতিদিনে নিত্য নতুন বৈজ্ঞানিক আৱিষ্কাৰ হ'বলৈ ধৰিছে। এওঁলোকে আৱিষ্কাৰ কৰিছে জীৱন ধাৰণৰ উন্নততম উপকৰণ।

**উন্নত জীৱনৰ আৰম্ভণি**

বিজ্ঞান আৰু প্ৰযুক্তিৰ ক্ৰমবিকাশে আজি ধনী-দুখীয়া প্ৰতিজন মানুহৰ জীৱনকে চুই গৈছে। আজিকালি নিত্য নতুন গৱেষণা আৰু চিন্তা-চৰ্চাৰ ফলস্বৰূপে নানা ৰোগ-ব্যাধিৰ কাৰণ তথা নিৰাময়ৰ উপায় আৱিষ্কাৰ হ'বলৈ ধৰিছে। পৃথিৱীৰ বুকুৰ পৰা বসন্তৰ দৰে মহামাৰীকো নিঃশেষ কৰি পেলোৱাৰ গৌৰৱ আজি বিজ্ঞানে বহন কৰিছে। আজিও বিজ্ঞানীসকলে বহু দুৰাৰোগ্য ৰোগৰ উৎপত্তিৰ কাৰণ আৰু তাৰ নিৰাময়ৰ ঔষধ আৱিষ্কাৰৰ চেষ্টাত ব্ৰতী হৈ আছে।

বিজ্ঞানৰ অন্য এক অৱদান হৈছে জৈৱ প্ৰযুক্তি বিদ্যা। ইযাৰ সহায়ত বিজ্ঞানে উন্নত ধৰণৰ শস্য, সৰহকৈ গাখীৰ দিব পৰা উন্নত সঁচৰ গৰু-ম'হ, হাঁহ-পাৰ আদি সৃষ্টি

কৰাত সফল হৈছে। তদুপৰি আজিৰ মানুহে সকলো ক্ষেত্ৰতে প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ নকৰি বিজ্ঞানৰ ওপৰত নিৰ্ভৰ কৰিব পাৰে। খেতিৰ কাৰণে মৌচুমী বায়ুৰ ওপৰত নিৰ্ভৰ নকৰি জলসিঞ্চন ব্যৱস্থাৰ যোগেদি খেতি পথাৰত পানীৰ যোগান ধৰিব পৰা হৈছে।

বিজ্ঞান আৰু প্ৰযুক্তিৰ অন্যতম আৱিষ্কাৰে আমাক ঘৰতে পৃথিৱীৰ ইমূৰত ঘটা ঘটনা এটা মুহূৰ্ততে আমাক জনাই দি জ্ঞান-বিজ্ঞানৰ দ্ৰুত প্ৰচাৰকৰ ভূমিকা পালন কৰিছে। প্ৰতিদিনে আৱিষ্কাৰ হ'ব লাগিছে প্ৰযুক্তিৰ নিত্য নতুন কৌশল। কম্পিউটাৰৰ আৱিষ্কাৰৰ পাছতে আৱিষ্কাৰ হ'ল ইণ্টাৰনেট ব্যৱস্থা। এই ব্যৱস্থাৰ সহায়ত পৃথিৱীৰ ইমূৰৰ পৰা সিমূৰৰ যিকোনো এজন মানুহক সহজতে যোগাযোগ কৰিব পাৰি। ইণ্টাৰনেটৰ সহায়ত চিঠি-পত্ৰৰ আদান-প্ৰদান, পৃথিৱীৰ নানা প্ৰান্তৰ খবৰ সংগ্ৰহ, বৈজ্ঞানিক গৱেষণা পত্ৰৰ অধ্যয়ন আৰু প্ৰযোজন অনুসৰি সেয়া সংগ্ৰহ কৰা, ইণ্টাৰনেট বন্ধুৰ সতে আড্ডা, কম্পিউটাৰ গেমছ খেলা, পঢ়া-শুনা সম্পৰ্কীয় তথ্য আদিৰ আদান-প্ৰদান কৰিব পাৰি।

মুঠৰ ওপৰত বিজ্ঞানে মানৱ-সমাজক জ্ঞান, যোগাযোগ, সুখ-সুবিধা, আহাৰ, বস্ত্ৰ, ৰোগ-নিৰাময়ৰ উপায়, বিলাস-স্বাচ্ছন্দ্য সকলো দিছে। ইমানখিনিৰ পিছতো আমি যদি ভালকৈ চাওঁ তেতিয়া দেখা পাম বিজ্ঞানে যেনেকৈ মানৱ সভ্যতাৰ উন্নতিৰ কাৰণ ইয়াৰ অপপ্ৰযোগ মানৱ সভ্যতাৰ ধ্বংসৰো কাৰণ হ'ব পাৰে। বৰ্তমানেও ইয়াৰ অপপ্ৰয়োগে মানুহক বহু দুৰ্যোগৰ সন্মুখীন কৰিছে। দ্বিতীয় মহাসমৰত হিৰোচিমা আৰু নাগাচাকিৰ ধ্বংসই ইয়াৰ অন্যতম নিদৰ্শন। এতিয়াও বিভিন্ন দেশত ঘটি থকা যুদ্ধবোৰত প্ৰযুক্তিবিদ্যাৰ অপপ্ৰযোগেৰে নানা মাৰাত্মক অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰা হয়। আজিও বহু দেশত প্ৰতিৰক্ষাৰ নামত বিজ্ঞানী ব্যস্ত আছে। আমাৰ দেশো এই ক্ষেত্ৰত পিছ পৰি থকা নাই।

**সামৰণি**

অন্যহাতে উদ্যোগপ্ৰধান দেশবোৰৰ কল-কাৰখানাৰ পৰা নিৰ্গত হোৱা ধোঁৱাই বতাহ প্ৰদূষিত কৰি পেলাইছে। সেইদৰে ক্ৰমবৰ্দ্ধমান যান-বাহনৰ ধোঁৱা আৰু শব্দই জনজীৱন বিপৰ্যস্ত কৰি পেলাইছে। কল-কাৰখানাৰ পৰা নিৰ্গত আবৰ্জনাইও মাটি আৰু পানী প্ৰদূষিত কৰিছে। বায়ু প্ৰদূষণে বায়ুমণ্ডলৰ পৰিৱৰ্তন সাধিছে আৰু বিজ্ঞানেই এই কথা আৱিষ্কাৰ কৰিছে। বায়ু প্ৰদূষণৰ ফলত মানুহৰ নতুন নতুন ৰোগ হ'ব ধৰিছে। এইদৰে থাকিলে কিছুদিনৰ পাছত এই পৃথিৱীখন বাসৰ অনুপযোগী হ'বগৈ। সেয়েহে আজি বহু বিজ্ঞানীয়ে পৃথিৱীখন কেনেকৈ প্ৰদূষণমুক্ত কৰি জীৱৰ বসবাসী উপযুক্ত কৰি তুলিব পাৰি তাৰ চিন্তা কৰি বিভিন্ন সমাধান উলিয়াবলৈ যত্ন কৰিছে। প্ৰকৃততে এইখন পৃথিৱীক সুন্দৰ কৰি ৰখাৰ দায়িত্ব সকলো মানুহৰে। বিজ্ঞানীসকলে ইয়াত অগ্ৰণী ভূমিকা ল'ব লাগিব। নহ'লে আমাৰ নিজৰ সৃষ্টিয়ে আমাক শেষ কৰি পেলাব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ মানৱ সভ্যতালৈ বিজ্ঞানৰ অৱদান (HS 2004,2007) ২ আধুনিক সমাজ আৰু বিজ্ঞান ৩ বিজ্ঞান আৰু মানৱ সমাজ (HS 2000, 2002)

**ৰচনা সংকেত ঃ ভূমিকা - জন্ম আৰু উত্তৰণৰ ইতিহাস - ৰাজনৈতিক জীৱনৰ কৰ্মৰাজি - সৰ্বকালৰ শিল্পী - সামৰণি**

# বিষ্ণুপ্ৰসাদ ৰাভা

*ই গাঁও, সি গাঁও, সাতোগাঁও*
*ৰজনজনাই যাবহি*
*কমৰেড ৰাভা আজি গধূলি*
*আহিব উভতি।*

**ভূমিকা**

পোহৰৰ মৃত্যু নাই। ই চিৰজ্যোতিষ্মান। অন্তিম শয্যাত পৰি বিষ্ণুৰাভাই কৈছিল, 'বিষ্ণুৰাভা নমৰে, মই আকৌ আহিম'। সমগ্ৰ অসমবাসীয়ে কামনা কৰে বিষ্ণুৰাভাৰ পুনৰ জন্মৰ। বিষ্ণুৰাভা আছিল এনে এজন ব্যক্তি, যাৰ অন্তৰত আছিল অসাধাৰণ বিপ্লৱী শিল্পী সত্বা। মহান ব্যক্তিত্বৰ অধিকাৰী ৰাভা সমাজ সংস্কাৰক, সাম্যবাদী, সু-সাহিত্যিক, গায়ক, চিত্ৰকৰ, ইতিহাস গৱেষক, সু-খেলুৱৈ, ৰাজনীতিবিদ, অভিনেতা আদি অজস্ৰ প্ৰতিভাৰ আকৰ।

**জন্ম আৰু উত্তৰণৰ ইতিহাস**

সংহতিৰ প্ৰতীক শ্ৰেষ্ঠ কলাবিদ বিষ্ণুপ্ৰসাদ ৰাভাৰ জন্ম হৈছিল ১৯০৯ চনৰ ৩১ জানুৱাৰীত, বাংলাদেশৰ ঢাকা চহৰত। তেওঁৰ দেউতাক গোপাল চন্দ্ৰ ৰাভা আছিল সশস্ত্ৰ বাহিনীৰ চুবেদাৰ মেজৰ। ৰাভাই প্ৰাথমিক শিক্ষা আৰম্ভ কৰিছিল বাংলা ভাষাৰে। তেওঁৰ শৈশৱৰ দিনবোৰ পাৰ কৰিছিল বিত্তবান আমোলাতন্ত্ৰৰ আৱেষ্টনিত। সুন্দৰ সংস্কৃতিবান ঘৰুৱা পৰিৱেশে বিষ্ণুৰাভাৰ অন্তৰত শিশু কালতে শিল্পী প্ৰাণ জগাই তুলিছিল। শৈশৱতে পিতৃ বিয়োগ হোৱাত তেওঁলোক ঢাকা এৰি তেজপুৰত থাকিবলৈ লয়। তাতে হাইস্কুলীয় শিক্ষা শেষ কৰি ১৯২৬ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয আৰু দৰং জিলাৰ ভিতৰত সৰ্বোচ্চ নম্বৰ পোৱাত 'কুইন এমপ্ৰেছ' বঁটা লাভ কৰে। ১৯১৭ চনত ঢাকা এৰি অহাৰ সময়ত ৰুছ বিপ্লৱৰ প্ৰভাৱত ভাৰতীয় মুক্তি সংগ্ৰামী সকলো উদ্বুদ্ধ হৈ পৰিছিল। কিশোৰ বিষ্ণুপ্ৰসাদ ৰাভাও হৈ পৰিছিল বিদ্ৰোহী, বিপ্লৱী। জাত, কুল, বৰ্ণ বৈষম্যৰ বিৰুদ্ধে সাহসেৰে থিয় দিছিল আৰু সংগ্ৰামী ৰক্তপ্ৰবাহেৰে আপ্লুত হৈ উঠিছিল। উচ্চ শিক্ষা লাভৰ বাবে বিষ্ণুৰাভা যেতিয়া কলকাতালৈ ৰাওনা হৈছিল তেতিয়া তাত নৱজাগৰণৰ প্ৰভাৱে চৌৱাই আছিল। ১৯২৮ চনত তেওঁ কলকাতাৰ পৰা প্ৰথম বিভাগত আই এছ চি পাছ কৰে। তাৰ পাছত বি এছ চি পঢ়িবৰ বাবে নাম ভৰ্তি কৰিছিল যদিও তেওঁৰ মনোযোগ অন্যফালে ঢাল খালে। স্বাধীনতা আন্দোলনৰ সময়ত গঠন হোৱা কিছুমান সশস্ত্ৰ বিপ্লৱী সংগঠনৰ লগত যোগাযোগ ৰখাৰ অপৰাধত পুলিচে তেওঁৰ ওপৰত চোকা নজৰ ৰাখিবলৈ ল'লে। শেষত কলকাতা ত্যাগ কৰি ৰাভাই উত্তৰ বংগৰ ভিক্টোৰিয়া কলেজত বি এ শ্ৰেণীত নাম ভৰ্তি কৰে। সৰ্বোচ্চ নম্বৰ পাই বাছনি পৰীক্ষাত

উত্তীৰ্ণ হোৱাৰ পাছতো ৰাভাই শিক্ষা গ্ৰহণৰ ধাউতি হেৰুৱালে। কোঁচবিহাৰত থকা ব্ৰিটিছ এজেন্টৰ মুখ্য কাৰ্যালযত মাজৰাতি গৈ ৰাভাই ইউনিয়ন জেক খহাই জাতীয় পতাকা উৰুৱাই থৈ আহিল। ভাৰতৰ জাতীয় কংগ্ৰেছে স্বাধীন ভাৰতৰ বাবে গ্ৰহণ কৰা পতাকা ব্ৰিটিছ পতাকাৰ স্থানত দেখাৰ পাছত কাৰো সন্দেহ নাছিল এই কাম যে ৰাভাৰে আছিল। তাৰ ফলস্বৰূপে ৰাভাই আত্মগোপনৰ পথ ল'ব লগা হ'ল। ১৯৩২ চনত বিষ্ণুপ্ৰসাদ ৰাভালৈ পুলিচৰ ডি এছ পি পদ আগবঢোৱা হৈছিল। কিন্তু জনসাধাৰণৰ স্বাৰ্থত তেওঁ তাক গ্ৰহণ নকৰিলে। ব্ৰিটিছ চৰকাৰে বলেৰে নোৱাৰি চলেৰে তেওঁক বশ কৰাৰ উপায় ভাবিছিল।

**ৰাজনৈতিক জীৱনৰ কৰ্মৰাজি**

অসমত বিপ্লৱী কমিউনিষ্ট দলৰ অভ্যুদয় হোৱাত বিষ্ণু ৰাভাই ইয়াৰ যোগেদি মাৰ্ক্সবাদী, লেনিনবাদী আদৰ্শেৰে উদ্বুদ্ধ হৈ উঠিছিল। অসমৰ জনগণক শোষণ, নিৰ্যাতন, অপমানৰ পৰা মুক্ত কৰি প্ৰকৃত সংস্কৃতিসম্পন্নৰূপে গঢ়ি তোলাই ৰাভাৰ জীৱনৰ লক্ষ্য হৈ পৰিল। শোষকৰ হাতৰ পৰা নিৰীহ জনগণক উদ্ধাৰ কৰিবৰ বাবে ৰাভাই এসময়ত হাতত বন্দুক তুলি লৈছিল। তেওঁ কৈছিল, 'শোষণকাৰীসকলক শেষ কৰিবই লাগিব। কিন্তু অস্ত্ৰেৰে নহয়, জনগণক টোপনিৰ পৰা জগাই তুলি মহা বিপ্লৱৰ সৃষ্টি কৰি।'

স্বাধীনতা লাভ কৰাৰ পাছতো হোৱা কৃষক আন্দোলনত কমৰেড ৰাভাই প্ৰত্যক্ষভাৱে আগভাগ লৈছিল। কলমেৰেও ৰাভাই সাৱধান বাণী শুনালে, 'দুখীযাৰ কলিজা নিঙাৰি লৱ' টুপি টুপি তেজ শুহি ৰুকি ৰুকি মাংস চোৱাই খাৱ। হুচিয়াৰ হুচিয়াৰ ধনী মহাজন জমিদাৰ হুচিয়াৰ।' সমাজৰ একেবাৰে নিম্নস্তৰত বাস কৰা, কপালৰ ঘাম মাটিত পেলাই শ্ৰম কৰা গ্ৰাম্য কৃষক-বনুৱাৰ হৃদযৰ মণিকোঠাত সোমাই পৰিছিল ৰাভা। চৰকাৰৰ শত্ৰু হৈ অজ্ঞাতবাসত দিন কটাব লগা হ'ল। তেওঁৰ ধ্বনি আছিল 'ব'ল ব'ল, কৃষক শক্তিৰ দল, অ' বুনুৱা সমনীযা, আগবাঢ়ি যাওঁ ব'ল।'

পুলিচৰ হাতত ধৰা পৰি ৰাভাই কাৰাবাস খাটিব লগাও হ'ল। ভাৰতে লাভ কৰা স্বাধীনতা ভুৱা বুলি প্ৰচাৰ কৰাৰ বাবে আৰু তেওঁৰ কৰ্মত বিতুষ্ট হৈ স্বাধীন ভাৰতৰ চৰকাৰে ৰাভাক গ্ৰেপ্তাৰৰ বাবে বঁটা ঘোষণা কৰিছিল। জীৱিত বা মৃত ৰাভাৰ বাবদ ১০ হাজাৰ টকাৰ পুৰস্কাৰৰ মোহ ত্যাগ কৰি জনগণে নিজৰ মাজতে তেওঁক লুকুৱাই ৰাখিলে। চীন-ভাৰত সংঘৰ্ষৰ সময়ত অতি নিকৰুণভাৱে কঁকালত পঘাৰে বান্ধি ৰাভাক অসম চৰকাৰে তেজপুৰত গ্ৰেপ্তাৰ কৰিলে। উল্লেখযোগ্য যে তাৰ কেইবছৰমান পাছতে ১৯৬৭ চনত তেজপুৰ বিধান সভাৰ পৰাই তেওঁ প্ৰতিদ্বন্দ্বিতা কৰি জয় লাভ কৰিছিল। বিধান সভাৰ মজিযাত সমাজৰ নিম্নস্তৰত থকাসকলৰ বাবে যুঁজিছিল।

**সৰ্বকালৰ শিল্পী**

জীৱনৰ অধিক কাল জনগণৰ মাজত বিলীন হৈ থকা ৰাভাই মানুহৰ বাবে শিল্প সৃষ্টি কৰিছিল। শৈশৱৰ ঘৰখনতে আৰম্ভ হোৱা ৰাভাৰ শিল্পী জীৱনে কেৱল অসম নহয় ভাৰততো তোলপাৰ লগাইছিল। ১৯৪০ চনত কাশী হিন্দু বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ পৰা সোণৰ পদকেৰে সৈতে 'ভাৰতৰ শ্ৰেষ্ঠ কলাবিদ' আৰু 'কলাগুৰু'

উপাধি লাভ কৰিছিল। তেওঁ বিভিন্ন সমাজ আৰু বিভিন্ন ব্যক্তিৰ জীৱনৰ পৰা বিচিত্ৰ সুকুমাৰ কলাৰ অভিজ্ঞতা আহৰণ কৰিছিল। তিনিশৰো অধিক গীত ৰচনা কৰি থলুৱা সুৰত নিজে গাইছিল আৰু কিছুসংখ্যক কলকাতাৰ চেনোলা গ্ৰামোফোন কোম্পানীত বাণীবদ্ধও কৰিছিল। হৃদয়স্পৰ্শ কৰা ৰাভাৰ গীত চিৰদিন অসমীয়াৰ প্ৰিয় হৈ ৰ'ব।

*পৰজনমৰ শুভ লগনত, যদিহে আমাৰ হয় দেখা*
*পূৰাবানে প্ৰিয়ে এই জনমৰ মোৰ হিয়াৰ অপূৰ্ব আশা।*
*টিলাই টিলাই ঘূৰি ফুৰে উলাহেৰে খাম্‌তি ছোৱালী*
*এয়ে মোৰ শেষ গান মোৰ জীৱন নাটৰ শেষ ৰাগিনী কল্যাণ খৰমান।*

ৰাভাৰ গীতিকাৰ, সুৰকাৰ, গায়ক জীৱন এক উল্লেখযোগ্য পৰিচয়। ৰবীন্দ্ৰ সংগীত গাই শান্তি নিকেতনৰ শ্ৰোতামণ্ডলীক শিহৰিত কৰা ৰাভাই দৰঙৰ নেপালী গাঁৱত ঝাউৰীয়া গীত গাই আত্মীয়তাৰ দোলেৰে সবাকো বান্ধিছিল। ৰাভাই সত্ৰীয়া নৃত্যৰ অধিক উৎকৰ্ষৰ বাবে মনোনিৱেশ কৰিছিল। চাহ বাগানৰ মাদলৰ তালে তালে ঝুমুৰ, বড়োসকলৰ ৰণচণ্ডী নৃত্য কছাৰীসকলৰ দেওধানী নৃত্য — এই প্ৰতিটোকে ৰাভাই পৰিৱেশন কৰিছিল বিভিন্ন সময়ত। শিৱৰ তাণ্ডৱ নৃত্য আৰু শংকৰী নৃত্যৰ লযলাস ভংগীমাত মূৰ্ত হৈ উঠিছিল বিষ্ণুৰাভাৰ বিশাল শৰীৰ। চিত্ৰকৰৰূপেও বিষ্ণু ৰাভাৰ অসীম জ্ঞান আছিল। তেওঁৰ গৱেষণামূলক ৰচনা 'অসমীয়া কৃষ্টিৰ চমু আভাস'ত চিত্ৰ সম্পৰ্কে কিছু কথা লিখিছে। মন্দিৰৰ ভাস্কৰ্যত খোদিত থকা নৃত্যৰত মূৰ্তিৰ বিষয়ে তেওঁ অধ্যয়ন কৰিছিল। প্ৰথমবাৰৰ বাবে তেওঁ শ্ৰীমন্ত শংকৰদেৱৰ এখনি চিত্ৰ অংকন কৰিছিল। শংকৰ-মাধৱৰ অনুপম চিত্ৰৰ লগতে অন্য কেইবাখনো চিত্ৰ বিষ্ণু ৰাভাই অংকন কৰিছিল। ১৯৩৫ চনত প্ৰথম অসমীয়া চলচ্চিত্ৰ 'জয়মতী'ৰ কামত অংশ গ্ৰহণ কৰাৰ লগতে 'ছিৰাজ' ছবি পৰিচালনা কৰিছিল। ৰাভা এগৰাকী দক্ষ অভিনেতা আছিল। তেজপুৰৰ বাণ ৰংগ মঞ্চ কঁপাই তোলা কণ্ঠেৰে ৰাভাই অভিনয় কৰিছিল। বিভিন্ন জনগোষ্ঠীৰ বাদ্য-যন্ত্ৰসমূহৰ চিত্ৰ আঁকি এলবাম প্ৰস্তুত কৰা, সেইবোৰ বজোৱাৰ দক্ষতা অৰ্জন কৰাই তেওঁৰ মহানুভৱ সংস্কৃতিবান মনটোৰেই পৰিচয় দিয়ে। ৰাভাই ইংৰাজী, বাংলা, হিন্দী, উৰ্দ্দু, নেপালী, চাওতালী, বড়ো আদি ভাষা সুন্দৰকৈ ক'ব আৰু লিখিব পাৰিছিল। এনেবোৰ গুণৰ আঁকৰ হোৱা বাবে ৰাভা মানুহৰ ইমান আপোন, বুকুৰ আমঠু, কলিজাৰ এডুখুৰি হ'ব পাৰিছিল। ১৯৬৯ চনৰ ২০ জুনত এইগৰাকী প্ৰবাদপ্ৰতিম ব্যক্তিৰ পৰলোকপ্ৰাপ্তি ঘটে।

**সামৰণি**

পৈতৃক সূত্ৰে ৰাভাই বৃহৎ ভূমি সম্পত্তি লাভ কৰাৰ লগতে উচ্চ পদস্থ চৰকাৰী চাকৰিও লাভ কৰিছিল। কিন্তু জীৱনটো দৰিদ্ৰতাৰ মাজত নিজকে অৰ্পণ কৰি অনুভৱ কৰিছিল তেনে এটা জীৱনৰ মৰ্মবেদনা। তেওঁৰ এজন সহকৰ্মীৰ ভাষাত, 'ৰাভা এজন পৰিব্ৰাজক। পৰিব্ৰজনেই আছিল তেওঁৰ জীৱনৰ প্ৰকৃত ছবি। শিল্পৰ পৰা বিদ্ৰোহীলৈ, গানৰ পৰা ষ্টেণ্ডগানলৈ, গান্ধীৰ পৰা মাৰ্ক্সলৈ, ডিমাপুৰৰ পৰা মধুপুৰলৈ, মঞ্চৰ পৰা জনসাধাৰণৰ মাজলৈ, স্বাচ্ছন্দ্যৰ পৰা দাৰিদ্ৰলৈ আৰু লোকালয়ৰ পৰা অজ্ঞাতবাসলৈ'।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - নাৰীৰ বাবে সুকীয়া সময় - সলনি হৈছে কন্যাৰ দিন - সামৰণি

# শিশু কন্যা

*মোৰ আগমনে ধৰাত সৰগ নামে*
*নন্দন বনৰ মই দেৱ পাৰিজাত।*

**—নলিনীবালা দেৱী**

**ভূমিকা**

পুৰুষ-নাৰীৰ যৌথ উদ্যোগতেই এখন সমাজে পৰিপূৰ্ণতা লাভ কৰে। সেয়ে স্বাভাৱিকতে সমাজত পুৰুষ-নাৰীৰ সমঅধিকাৰ আৰু সমস্বাধীনতা থকা উচিত। বিভিন্ন সময়ত পুৰুষ-নাৰীৰ সমঅধিকাৰৰ বিষয়ে কথা কোৱা হয় যদিও বাস্তৱত নাৰীতকৈ পুৰুষে সমাজত সদায় প্ৰাধান্য লাভ কৰি আহিছে। ইয়াৰ পৰিণতিত বহু সময়ত শিশু কন্যা আৰু নাৰীসকল সামাজিকভাৱে নিৰ্যাতিত হ'বলগীয়াও হৈছে।

ভাৰতৰ প্ৰতিখন ৰাজ্যৰ প্ৰতিখন সমাজৰেই পৰিয়ালবোৰত কম-বেছি পৰিমাণে কন্যা সন্তানক অৱহেলাৰ চকুৰে চোৱা হয। নিচেই সৰুৰে পৰাই কন্যা সন্তানে এক প্ৰকাৰ বঞ্চনাৰ ভাৱ লৈ ডাঙৰ হয়। বহু পৰিয়ালত পুত্ৰ সন্তানৰ দৰে কন্যা সন্তানো আদৰ-যত্ন আৰু মৰমৰ মাজত ডাঙৰ-দীঘল হয় যদিও অলপ গমি চালেই দেখা যায় যে এনে কন্যা সন্তানৰ জীৱনৰো বহু অধ্যায়তেই নিহিত হৈ থাকে কান্দোনৰ এটা প্ৰচন্ন সুৰ, একাকীত্বৰ অন্ধকাৰত হেৰাই যোৱাৰ বেদনা। কেৱল কন্যা সন্তানেই নহয়, সমগ্ৰ বিশ্বতে, বিশেষকৈ, তৃতীয় বিশ্বৰ দেশবোৰত অধিকাংশ ক্ষেত্ৰতেই নাৰী উপেক্ষিতা আৰু বঞ্চিতা।

**নাৰীৰ বাবে সুকীয়া সময়**

নাৰীৰ সৰ্বাংগীন উন্নতিৰ বাবে ৰাষ্ট্ৰসংঘই ১৯৭৫ চনটোক আন্তৰ্জাতিক নাৰী বৰ্ষৰূপে পালন কৰিছিল। ইয়াৰ উদ্দেশ্য আছিল নাৰীক পুৰুষৰ সমান অধিকাৰ আৰু মৰ্যাদা প্ৰদান কৰা। কিন্তু নাৰী বৰ্ষ পালনৰ প্ৰায় ৩৫ বছৰৰ পাছতো নাৰীৰ অধিকাৰ আৰু মৰ্যাদাই প্ৰতিষ্ঠা লাভ কৰিব পৰা নাই। ইয়াৰ পাছত ইছলামাবাদত অনুষ্ঠিত ছাৰ্ক শীৰ্ষ সন্মিলনৰ সিদ্ধান্তক্ৰমে দক্ষিণ এছিয়াৰ দেশবোৰৰ বাবে ১৯৯০ চনটোক শিশু কন্যা বৰ্ষৰূপে ঘোষণা কৰা হয়। শিশু কন্যাৰ সৰ্বাংগীন উন্নতিৰ উদ্দেশ্য আগত ৰাখি পালন কৰিবলৈ লোৱা এই শিশু কন্যা বৰ্ষৰ শপত আৰু সমাৰোহেও শিশু কন্যাৰ অৱস্থাৰ বিশেষ পৰিৱৰ্তন ঘটাব নোৱাৰিলে।

শিশুসকলেই য'ত এখন পূৰ্ণ সমাজ, তাত সুকীয়াভাৱে শিশু কন্যা বৰ্ষ হিচাপে কোনো এটা বিশেষ বছৰক চিহ্নিত কৰাটো কিমান দূৰ সমীচীন হৈছে সি নিঃসন্দেহে বিতৰ্কৰ বিষয়। প্ৰকৃততে শিশু কন্যাই নহয়, সমগ্ৰ শিশু সমাজৰ সামগ্ৰিক বিকাশেই প্ৰকৃত লক্ষ্য হোৱা উচিত।

ভাৰতৰ সংবিধান মতে ১৪ বছৰৰ তলৰ শিশুক খনি কাৰখানা আদিৰ দৰে বিপদজনক কামত নিয়োগ কৰাটো নিষিদ্ধ। অথচ ১৯৯১ চনৰ পৰিসংখ্যাতেই ভাৰতত শিশু শ্ৰমিকৰ সংখ্যা আছিল ১ কোটি ১১ লাখ ৭০ হাজাৰ। ইয়াৰে ভিতৰৰে শিশু কন্যাৰ সংখ্যাই আছিল ৩৭ লাখ ৬০ হাজাৰ। এই শিশু শ্ৰমিকৰ সংখ্যাই বৰ্তমানে ২ কোটি চেৰাই গৈছে বুলি অনুমান কৰা হৈছে। সেয়ে অনুপাতিক হাৰত হিচাপ কৰিলে দেখা যায় যে বৰ্তমানে প্ৰায় ৭০ লাখৰো অধিক শিশু কন্যা কৃষি অথবা কাৰখানাত শ্ৰমিক হিচাপে নিযুক্ত হৈ আছে। তদুপৰি ভিক্ষা কৰা, বাটে-পথে ভগা টিন-বটল বুটলি ফুৰা, মানুহৰ ঘৰত কাম কৰা আৰু ৰাষ্টাই-ফুটপাথে দিন কটোৱা দুৰ্ভগীয়া শিশু কন্যাবোৰৰ হিচাপ হয়তো কোনো পৰিসংখ্যাতেই কোনো দিনে পোৱা নাযাব।

**সলনি হৈছে কন্যাৰ দিন**

যি কি নহওক বৰ্তমানে অৱশ্যে নাৰী আৰু শিশু কন্যাৰ অৱস্থা যে ভালেখিনি উন্নত হৈছে তাত সন্দেহ নাই। বৰ্তমানৰ নাৰীৰ, বৰ্তমানৰ শিশু কন্যাৰ সাৰ্বিক অৱস্থাৰ বহুখিনি পৰিবৰ্তন ঘটিছে। পঢ়া-শুনা, খেলা-ধূলা, সাহিত্য-সংস্কৃতি, ৰাজনীতি আদি সমগ্ৰ বিষয়তে এওঁলোকে যে কেৱল পুৰুষৰ সৈতে সমানে খোজ মিলাই আগবাঢ়িছে এনে নহয়, বহু ক্ষেত্ৰত এওঁলোক পুৰুষতকৈ আগুৱাই গৈছে। তথাপিও সকলোৱে এই সুযোগ পোৱা নাই। ২০০১ চনৰ লোকপিয়ল অনুসৰি ভাৰতৰ মুঠ জনসংখ্যাৰ ১০২ কোটি ৯০ লাখ। ইয়াৰ ভিতৰতে পুৰুষৰ সংখ্যা ৫৩ কোটি ২০ লাখ, অৰ্থাৎ, বাকী ৪৯ কোটি ৭০ লাখ মহিলা। উল্লেখযোগ্য যে ইয়াত পুৰুষ বা মহিলা বোলোতে কেৱল প্ৰাপ্তবয়স্কসকলকেই বুজোৱা নাই। শিশু পুত্ৰ আৰু শিশু কন্যাৰ পৰা আৰম্ভ কৰি সকলো শ্ৰেণীৰ পুৰুষ-মহিলাকে সামৰা হৈছে। ২০০১ চনৰ লোকপিয়লতেই দেখা গৈছে যে, ভাৰতৰ মুঠ জনসংখ্যাৰ শতকৰা ৬৫ ৪০ ভাগ লোক সাক্ষৰ। ইযাৰে পুৰুষৰ সংখ্যা ৭৫ ৯০ শতাংশ আৰু সেই হিচাপে সাক্ষৰ মহিলা ৫৪ ২০ শতাংশ। এইখিনিতে সুকীয়াভাৱে অসমৰ শিক্ষিত পুৰুষ-মহিলাৰ সংখ্যাটো উনুকিয়াব পাৰি। ২০০১ চনৰ লোকপিয়ল অনুসৰি অসমৰ মুঠ জনসংখ্যা ২ কোটি ৬৬ লাখ। ইয়াৰ ভিতৰতে পুৰুষ ১ কোটি ৩৭ লাখ আৰু মহিলা ১ কোটি ২৮ লাখ। সেইদৰে ২০০১ চনৰ লোকপিযল অনুসৰি অসমত সাক্ষৰতাৰ হাৰ ৬৩ ২৫ শতাংশ। ইয়াৰে আকৌ ৭১ ২৮ শতাংশ পুৰুষ আৰু ৫৪ ৬১ শতাংশ মহিলা। আমাৰ দেশত এতিয়াও বহু ক্ষেত্ৰত শিশু কন্যা অবাঞ্চিত। কন্যা সন্তান জন্ম দিয়াৰ বাবে এতিয়াও আমাৰ দেশত বহু মাতৃ লাঞ্ছিতা হ'বলগীয়া হয়।

তদুপৰি কন্যা সন্তানৰ প্ৰতি স্বভাৱজাত অৱহেলাৰ বাবে অধিকাংশ ক্ষেত্ৰতেই কন্যা সন্তানৰ খোৱা-বোৱা, স্বাস্থ্য আৰু আন দিশৰ প্ৰতি বিশেষ মনোযোগ দিয়া নহয়। আৰ্থিক অৱস্থা অনুযায়ী ঘৰখনৰ সকলো প্ৰকাৰৰ সা-সুবিধাৰ সিংহ ভাগ পুত্ৰ সন্তানেহে পায়। দৰাচলতে এই সমস্যা সমাধানৰ বাবে নাৰীসকলৰেই কৰণীয় সৰ্বাধিক আৰু সুদূৰপ্ৰসাৰী। শিশু কন্যাৰ প্ৰতি পোষণ কৰা মনোভাৱ আৰু দৃষ্টিভংগী নাৰীসকলেই সলনি কৰিব নোৱাৰিলে এই অৱস্থা উন্নত হোৱাৰ আশা নাই।

অসমত কন্যা সন্তানৰ প্ৰতি থকা অনীহাৰ বৰ প্ৰবল নহ'লেও একেবাৰে নোহোৱা নহয়। ভাৰতৰ আনবোৰ ৰাজ্যৰ দৰে অসমতো পুত্ৰ সন্তানে অধিক আদৰ, যত্ন তথা মৰম পায়। এতিয়াও অসমৰ বহু পৰিয়ালত পুত্ৰ সন্তানক জন্মৰ সময়ত আনন্দৰে আদৰা হয়। পুত্ৰ সন্তানৰ জন্ম হ'লে ওচৰ-চুবুৰীয়া, ইষ্ট-কুটুম্বক মাছ-মিঠাই বিলোৱাকে আদি কৰি মাংগলিক তথা ধৰ্মীয় আচাৰ-অনুষ্ঠানসমূহ যেনেদৰে ৰং-ৰহইচ আৰু জাকজমকতাৰে পালন কৰা হয়, কন্যা সন্তানৰ জন্মত কিন্তু সাধাৰণতে তেনে কৰা চকুত নপৰে। কোনোৱে ক'ব পাৰে এয়া নিতান্তই এক প্ৰচলিত পৰম্পৰা। কিন্তু কেৱল পুত্ৰ সন্তানৰ ক্ষেত্ৰতহে কিয় এনে পৰম্পৰা অধিক উলহ-মালহেৰে পালন কৰা হয় তাৰ সুদুত্তৰ পাবলৈ টান। কন্যা সন্তানৰ পিতৃ-মাতৃয়ে তেওঁলোকৰ স্বাভাৱিক মৰম-চেনেহেৰে সন্তানক লালন-পালন কৰিলেও বহু ক্ষেত্ৰত এওঁলোকৰো কন্যা সন্তানৰ প্ৰতি থকা অনীহাৰ ভাৱটো সাধাৰণ কথা একোটাতে ফুটি উঠে।

**সামৰণি**

দৰাচলতে শিশু কন্যা আৰু শিশু পুত্ৰ পৰস্পৰৰ পৰিপূৰক। এটাক বাদ দি আনটোৰ সুকীয়া অস্তিত্ব নাই। এই দুই শ্ৰেণীৰ সন্তুলন-সমন্বয়ৰ বাবেই সমগ্ৰ মানৱ জাতিৰ পৰিক্ৰমা অব্যাহত ৰখাটো সম্ভৱ হৈছে। শিশু পুত্ৰ য'ত সৃষ্টিৰ কাৰক, শিশু কন্যা তাত সৃষ্টিৰ ধাৰক। সেয়ে মানুহ হিচাপে নিজকে প্ৰতিষ্ঠিত কৰাৰ অধিকাৰ আৰু ক্ষমতা উভয়ৰে সমান। গতিকে অৱজ্ঞা, অনাদৰ আৰু বঞ্চনাৰ বিপৰীতে শিশু পুত্ৰৰ দৰেই শিশু কন্যাটিয়েও গঢ় লৈ উঠিব লাগিব স্নেহ আৰু মমতাৰ মাজত। আমাৰ শিশু কন্যাই পোৱাৰ আনন্দত আৰু বিলাই দিয়াৰ তৃপ্তিত পুলকিত হৈ, নাৰীত্বৰ অহংকাৰত গৰ্বিত হৈ ক'ব পাৰিব লাগিব, '*মোৰ আগমনে ধৰাত সৰগ নামে নন্দন বনৰ মই দেৱ পাৰিজাত।*' (ধৰাৰ পাৰিজাত ঃ নলিনীবালা দেৱী)

*সফলতা লাভ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ লোক মাত্ৰেই সুযোগ সদায় পাবই পাব। সুযোগ নাথাকিলে তেওঁলোকে সুযোগ সৃষ্টি কৰি লয়। শিক্ষাৰ সুযোগ পোৱাসকলেহে যে কলা আৰু বিজ্ঞানৰ ক্ষেত্ৰত বিশেষ পাৰদৰ্শিতা দেখুৱাব পাৰিছে তেনে নহয়, আৱিষ্কাৰক সকলো যে সদায় উপযুক্ত প্ৰশিক্ষণপ্ৰাপ্ত লোক তেনেও নহয়। সুযোগ-সুবিধাতকৈ প্ৰয়োজনহে আৱিষ্কাৰৰ জনক।*

**— ডঃ জনছন**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বৃক্ষৰ প্ৰয়োজনীয়তা - বৃক্ষ বিনাশৰ ফল - সচেতনতা বাঢ়িছে - সামৰণি

# এক বৃক্ষ এক প্ৰাণ

**ভূমিকা**

পৃথিৱীত মানুহৰ বহু আগতে বৃক্ষ বা উদ্ভিদৰ আৱিৰ্ভাৱ হৈছিল। সৃষ্টিৰ সেই আদিম পুৱাৰে পৰা মানুহৰ লগত বৃক্ষৰ সম্পৰ্ক অতি নিবিড। এটা আনটোৰ ওপৰত নিৰ্ভৰশীল। আদিম মানৱ আছিল অৰণ্যচাৰী। বৃক্ষই সেই মানুহক দিছিল আশ্ৰয়, দিছিল খাদ্য। এক কথাত ক'বলৈ গ'লে বৃক্ষই নানাভাৱে প্ৰাণ ৰক্ষা কৰিছিল মানুহৰ। কিন্তু সভ্যতাৰ অগ্ৰগতিৰ লগে লগে মানুহে ভৱিষ্যতৰ কথা চিন্তা নকৰি নিৰ্বিচাৰ অৰণ্যহনন কৰি নিজৰ সৰ্বনাশ মাতি আনিছে।

পৃথিৱীৰ বিভিন্ন দেশৰ সভ্যতা বিভিন্ন প্ৰাকৃতিক পৰিৱেশৰ ওপৰত নিৰ্ভৰ কৰি গঢ়ি উঠিছে। ভাৰতীয় সভ্যতাও প্ৰকৃতি-নিৰ্ভৰ। এই সভ্যতাৰ লগত বৃক্ষৰ অৱদান গুৰুত্বপূৰ্ণ। প্ৰাচীন কালৰে পৰাই বৃক্ষ এই দেশত দেৱৰূপে পূজিত হৈ আহিছে। এই দেশত অৰণ্যতে সৃষ্টি হৈছিল আশ্ৰম আৰু তপোবনৰ। আশ্ৰম, গুৰুকুলৰ শিক্ষাৰেই তেতিয়াৰ মানুহৰ জীৱন আৰম্ভ হৈছিল। অৰণ্যৰ মাজতে মানুহে লৈছিল 'বানপ্ৰস্থ'। গছৰ তলতে ঋষি-মুনিয়ে কৰিছিল আৰাধনা, সাধনা, তপস্যা। গৌতম বুদ্ধৰ কথা এই প্ৰসংগত স্মৰণীয়। এসময়ত বৃক্ষৰোপণ জনকল্যাণমূলক কাম হিচাপেও বিবেচিত হৈছিল, সেযেহে আমাৰ দেশৰ ৰজা-মহাৰজাসকলে বাট-পথৰ কাষত বৃক্ষৰোপণ কৰিছিল। এই বৃক্ষৰ ছাঁত আশ্ৰয় লৈছিল ক্লান্ত পথিকে।

**বৃক্ষৰ প্ৰয়োজনীয়তা**

আমাৰ জীৱনৰ নানা ক্ষেত্ৰত গছৰ প্ৰযোজন আছে। প্ৰথম, উশাহ-নিশাহ আৰু পুষ্টি সাধনৰ বাবে প্ৰাণী আৰু উদ্ভিদ পৰস্পৰ নিৰ্ভৰশীল। প্ৰাণী আৰু উদ্ভিদ উভয়ে উশাহ-নিশাহৰ সময়ত বায়ুৰ পৰা অক্সিজেন গ্ৰহণ কৰে আৰু কাৰ্বন ডাই-অক্সাইড ত্যাগ কৰে। সেউজীয়া উদ্ভিদে এই কাৰ্বন ডাই-অক্সাইড নিজ আহাৰ প্ৰস্তুত কৰাৰ সময়ত গ্ৰহণ কৰে আৰু বিনিময়ত বায়ুত অক্সিজেন এৰি দিযে।

দ্বিতীয়তে, গছে আমাৰ নিত্য প্ৰয়োজনীয় বিভিন্ন সামগ্ৰী সৰবৰাহ কৰে। খাদ্য শস্য, পাচলি, ফল, ফুল, আনকি গছৰ পাতো নানান কামত ব্যৱহাৰ হয। আমি ব্যৱহাৰ কৰা সাজ-পোছাকো উদ্ভিদৰে দান। ৰোগ নিৰাময়ৰ নানান ঔষধো উদ্ভিদৰ পৰাই পোৱা যায়। আনকি ইন্ধন আৰু আচবাবৰ কাঠ, উদ্ভিদজাত তেল, ধুনা, লা আদিও উদ্ভিদেই আমাক দিয়ে।

তৃতীযতে, উদ্ভিদে ভূমিক্ষয ৰোধ কৰে আৰু মাটিৰ উৰ্বৰতা বৃদ্ধি কৰে। তাৰ ফলত খেতিৰ উৎপাদন বৃদ্ধি পায। গছৰ শিপাই মাটিক যথাস্থানত ধৰি ৰখাত সহায় কৰে।

চতুৰ্থতে, গছে বৰষুণৰ পৰিমাণ বৃদ্ধিত সহায কৰে। যিবোৰ অঞ্চলত অৰণ্যৰ বিস্তাৰ বেছি, সেইবোৰ অঞ্চলত বৰষুণৰ পৰিমাণো বেছি।

পঞ্চমতে, মানুহৰ মনৰ ওপৰতো বৃক্ষৰ প্ৰভাৱ অপৰিসীম। আৰণ্যক পৰিৱেশে মনলৈ প্ৰশান্তি আনে, সাহিত্য-শিল্প সৃষ্টিতো ই সহায় কৰে।

**বৃক্ষ বিনাশৰ ফল**

দীৰ্ঘ দিন ধৰি মানুহে নিজ স্বাৰ্থ পূৰণ আৰু দূৰদৰ্শিতাৰ অভাৱৰ বাবে নিৰ্বিচাৰে অৰণ্যহনন কৰি আহিছে। আজিৰ পৰা চাৰি হাজাৰ বছৰৰ আগতে ভাৰতত বনভূমিৰ পৰিমাণ আছিল স্থলভাগৰ আশী ভাগ। বৰ্তমান এই পৰিমাণ ২২ ৭ শতাংশ হৈছেগৈ, ফলত ভূমিক্ষয় বাঢ়িছে, মৰুভূমি দ্ৰুত সম্প্ৰসাৰিত হৈছে। নিৰ্বিচাৰ বৃক্ষ বিনাশৰ ফলত পৰিৱেশ দূষিত হৈছে, প্ৰাকৃতিক ভাৰসাম্য বিনষ্ট হৈছে। পৰিণতিত মানুহ আক্ৰান্ত হৈছে নানান ৰোগ-ব্যাধিত। গছ-বিৰিখ কমি যোৱাৰ ফলত অনিয়মিত বৃষ্টিপাত আৰু মাটিৰ উৰ্বৰতা কমি যোৱাত কৃষি উৎপাদনো হ্ৰাস পাইছে। এনেদৰেই মানুহে নিজৰ সৰ্বনাশ নিজেই মাতি আনিছে।

**সচেতনতা বাঢ়িছে**

অৱশ্যে সুখৰ বিষয়, বৰ্তমান একাংশ মানুহ বৃক্ষ বিনাশৰ ভয়াৱহ পৰিণতি সম্পৰ্কে সচেতন হৈছে। মানুহে বৃক্ষৰোপণৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিছে। ১৯৫০ চনৰ পৰা বৃক্ষৰোপণক এটি উৎসৱৰ ৰূপ দান কৰা হৈছে। ই আজি আমাৰ মাজত বন মহোৎসৱৰূপে পৰিচিত। এই মহোৎসৱত বিনামূল্যে বিভিন্ন গছৰ পুলি বিতৰণ কৰা হয়, গছ-গছনি সংৰক্ষণ সম্পৰ্কত নানান আলোচনা, সভা-সমিতি আদিও অনুষ্ঠিত হয। ইয়াৰ উপৰি চৰকাৰেও ন ন বনাঞ্চল সৃষ্টিৰ বাবে নানা উদ্যোগ গ্ৰহণ কৰিছে। সামাজিক বনানীকৰণ কাৰ্যসূচীও ঠায়ে ঠায়ে কাৰ্যকৰী হৈছে। বিভিন্ন সমাজসেৱী প্ৰতিষ্ঠান আৰু স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীও বৃক্ষৰোপণৰ প্ৰতি আগ্ৰহী হৈছে। অৱশ্যে কেৱল বৃক্ষৰোপণেই নহয়, বৃক্ষ সংৰক্ষণৰ ব্যৱস্থাও একান্ত প্ৰযোজনীয।

**সামৰণি**

আধুনিক সভ্যতাৰ ইটা, শিল, কাঠৰ নিষ্প্ৰাণ পৰিৱেশত মানুহ আজি অতিষ্ঠ হৈ পৰিছে। সেয়ে, তপোবন বা আশ্ৰমৰ পৰিৱেশ উভতি আহক বা নাহক, অন্ততঃ অৰণ্যৰ সেউজ কোলাত, শান্ত-স্নিগ্ধ-শীতল ছাঁত জীৱন-যাপন আৰু বৃক্ষক বন্ধুৰূপে স্বীকাৰ কৰি লোৱাটো নিশ্চয বুদ্ধিমানৰ কাম হ'ব।

*লগতে চাওক : গছ থাকিলেহে মানুহ থাকিব, বৃক্ষৰোপণ কাৰ্যসূচী, সামাজিক বনানীকৰণ আৰু অসম*

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ পৰিৱেশ দূষণ আৰু বৃক্ষৰোপণ ২ পৰিৱেশ সংৰক্ষণত অৰণ্য ৩ গছ-গছনিৰ লগত মানুহৰ সম্পৰ্ক

**ৰচনাৰ সংকেত ঃ** ভূমিকা - শৃংখলাৰ ৰূপভেদ - শৃংখলা আৰু নিয়মনিষ্ঠাহীনতাৰ কাৰণ - শিক্ষা প্ৰতিষ্ঠানৰ শৃংখলা - সামৰণি

# ছাত্ৰ আৰু শৃংখলা

*HSLC 2002, 2004*

*শৃংখলাৰ নামত জাতীয় মৰ্যাদা আৰু আত্মসন্মান ত্যাগ কৰা উচিত নহয়। এই দুটা বস্তুৰ ব্যতিক্ৰম হ'লে শৃংখলা বা কোনো আদৰ্শ টিকি থাকিব নোৱাৰে।*

**— কৃষ্ণকান্ত সন্দিকৈ**

**ভূমিকা**

ৰাতিৰ আকাশলৈ চকু দিলে আকাশৰ ক'লা পটত মুকুতামণিৰ দৰে উজ্জ্বল অগণন গ্ৰহ-নক্ষত্ৰ আমাৰ চকুত পৰে। সূৰ্যক পৰিভ্ৰমণৰত গ্ৰহ-উপগ্ৰহক লৈয়ে সূৰ্যৰ সংসাৰ বা সৌৰজগত। মহাকাশত আছে সূৰ্যৰ দৰে অসংখ্য নক্ষত্ৰ আৰু আছে সেইবোৰৰ সূৰ্যৰ দৰে নিজ নিজা সংসাৰ। ভাবিলে আচৰিত হ'ব লাগে, মহাশূন্যত ভাসমান বিশাল নক্ষত্ৰমণ্ডলী নিঃশব্দে নিজ নিজ কক্ষত সঞ্চৰণশীল,—অপূৰ্ব শৃংখলা আৰু নিয়মনিষ্ঠাৰ অদৃশ্য শৃংখলত সেইবোৰ আবদ্ধ। প্ৰকৃতিজগতৰ এই নিয়মানুৱৰ্তিতা আৰু শৃংখলা মানৱ জগততো অনুকৰণীয়। কিন্তু দুৰ্ভগ্যবশতঃ আমাৰ জাতীয় জীৱনত শৃংখলাৰ বৰ অভাৱ। শৃংখলাহীনতাই আমাৰ শক্তিহীনতা আৰু অৱনতিৰ কাৰণ।

দৰাচলতে 'শৃংখলাই শ্ৰী', অৰ্থাৎ, শৃংখলাই সৌন্দৰ্য। যি প্ৰাকৃতিক জগতৰ কথা ওপৰত উল্লেখ কৰি অহা হৈছে, তাৰ অফুৰন্ত সৌন্দৰ্যৰ মূল উৎস সৰ্বব্যাপী সুনিয়ন্ত্ৰিত শৃংখলা আৰু নিয়মনিষ্ঠাৰ অৱস্থিতি। এই শৃংখলাৰ যদি কিঞ্চিতো হেৰফেৰ ঘটে, ব্ৰহ্মাণ্ডত প্ৰলয়ৰ সৃষ্টি হ'ব। তেনেদৰে শৃংখলাহীন মানুহ, অশ্লীল আচৰণকাৰী নৰাধম, মদমত্ত, ক্ৰোধান্মত্ত ব্যক্তি সভ্য সমাজত বৰ্জনীয়। কাৰণ তেনেলোকৰ আচাৰ-আচৰণ অশোভন আৰু দৃষ্টিকটু।

**শৃখলাৰ ৰূপভেদ**

শৃংখলা আৰু নিয়মানুৱৰ্তিতা পাশ্চাত্য জাতিৰ সহজাত আৰু অংগীভূত। তেওঁলোকৰ জীৱনৰ সৰ্বত্ৰ শৃংখলা আৰু নিয়মানৱৰ্তিতাৰ অপূৰ্ব প্ৰকাশ পৰিলক্ষিত হয। শৃংখলা আৰু নিযমানুৱৰ্তিতাৰ শিক্ষা তেওঁলোকক দিব নালাগে। পাশ্চাত্যৰ জনসাধাৰণে জন্মগ্ৰহৰ পাছৰে পৰা প্ৰকৃতিগত নিয়মেৰে শৃংখলা আৰু নিয়মানুৱৰ্তিতাৰ শিক্ষা গ্ৰহণ কৰে আৰু গভীৰ নিষ্ঠাৰে তাক অনুসৰণো কৰে।

কিন্তু আমাৰ দেশত ইয়াৰ বিপৰীত ছবি এখনহে পৰিলক্ষিত হয। আমাৰ জীৱন যাত্ৰাৰ প্ৰায় প্ৰতিটো ক্ষেত্ৰতে আৰু সমাজ জীৱনৰ প্ৰায় প্ৰতি অংশতে উন্মত্ততা আৰু উশৃংখল অৰাজকতাৰ প্ৰকাশ। শক্তিশালী জাতি গঠনৰ বাবে শৃংখলা আৰু নিয়মানুৱৰ্তিতা অপৰিহাৰ্য। শৃংখলতাৰ অভাৱেই আমাৰ পৰাধীনতাৰ কাৰণ হৈছিল। শৃংখলতাৰ অভাৱতেই আমি একাধিকবাৰ বিভিন্ন সমস্যাৰ সন্মুখীন হ'বলগীয়া হৈছে। আমাৰ দেশৰ প্ৰায় সৰ্বত্ৰ হুলস্থূল, অশান্তি, উশৃংখলজনিত দ্বন্দ্ব-সংঘাত আৰু অশান্তি।

### শৃংখলা আৰু নিয়মনিষ্ঠাহীনতাৰ কাৰণ

এইখিনিতে প্ৰশ্ন হয়, আমাৰ দেশত শৃংখলা আৰু নিযমানুৱৰ্তিতাৰ প্ৰতি এনে আনুগাত্যহীনতা কিয় ? ভাৰতৰ দৰে এখন বিশাল দেশৰ বিশাল জনগোষ্ঠীৰ শৃংখলাহীনতাৰ নেপথ্যত নিশ্চয় কাৰণ আছে। জাতীয় জীৱনৰ গভীৰত ইযাৰ কাৰণ অনুসন্ধান কৰিব লাগিব। আমাৰ দেশব্যাপী থকা সমগ্ৰ জাতি আৰু সমাজৰ প্ৰতিটো ক্ষেত্ৰতে বৈষম্য আৰু ভেদাভেদৰ অন্ত নাই। ধন-বৈষম্য, জাতি-বৈষম্য, বৰ্ণ-বৈষম্য, ভাষা-সংস্কৃতিগত বৈষম্য আমাৰ জাতীয় জীৱনৰ অভিশাপ। ধনী-দৰিদ্ৰ, শোষক-শোষিতৰ শ্ৰেণী সংঘাতত জৰ্জৰিত ভাৰতৰ সমাজজীৱন। ভয়াবহ নিবনুৱা সমস্যাই যুৱ সম্প্ৰাদয়ক হতাশাগ্ৰস্ত কৰি তোলাৰ লগতে অন্ধকাৰ ভৱিষ্যতত নিমজ্জিত কৰিছে। হতাশা, অন্ধকাৰময় ভৱিষ্যতে দেশৰ তৰুণ প্ৰজন্মক দেশ আৰু সমাজৰ প্ৰতি আনুগত্যহীন কৰি তুলিছে। অব্যৱহাৰিক পুঁথিগত বিদ্যা তথা পাঠ্যক্ৰমে ছাত্ৰ সম্প্ৰদাযক জীৱনৰ সুগম পথ দেখুওৱাত ব্যৰ্থ হৈছে। ইয়াৰ উপৰি দৰিদ্ৰতা, নিৰক্ষৰতা আদি বিবিধ সমস্যাত আমাৰ জাতীয় জীৱন আজি বিপৰ্যস্ত। এইবোৰ কাৰণতে আজি জীৱনৰ প্ৰতিটো ক্ষেত্ৰতে বিৰাজমান অশান্তি, উশৃংখল আচৰণ আৰু নিয়মনিষ্ঠাহীনতা। শৃংখলা আৰু নিয়মানুৱৰ্তিতা বলেৰে জাপি দিব নোৱাৰি। ৰঙা চকু দেখুৱাই কঠোৰ শাসনৰ জৰিয়তেও ইয়াৰ অনুশীলন অসম্ভৱ। জাতিৰ প্ৰতিজন নাগৰিকৰ স্বেচ্ছা অনুশীলনৰ জৰিয়তেহে ই সম্ভৱ হৈ উঠিব। সেয়ে শিশু অৱস্থাৰে পৰা তেনে অনুকূল পৰিৱেশ আৰু শিক্ষা ব্যৱস্থা গঢ়ি তোলা আৱশ্যক।

### শিক্ষা প্ৰতিষ্ঠানৰ শৃংখলা

শিক্ষানুষ্ঠানত আৰু শিক্ষাৰ্থীৰ জীৱনত শৃংখলা অপৰিহাৰ্য। শৃংখলাবদ্ধ, শান্তিপূৰ্ণ পৰিৱেশতহে সঠিক শিক্ষাদান আৰু শিক্ষাগ্ৰহণ সম্ভৱ। উশৃংখল, উন্মুক্ত শিক্ষাৰ্থীক শিক্ষাদান বা তেওঁলোকৰ পক্ষে শিক্ষাগ্ৰহণ অসম্ভৱ। কথাতে কয়, 'বিনয় দান কৰাতেই বিদ্যাৰ সাৰ্থকতা।' বিনয়েই বিদ্যালাভৰ পথ প্ৰশস্ত কৰে। সেই শিক্ষায়তনেই শ্ৰেষ্ঠত্বৰ অধিকাৰী হয়, যি প্ৰতি ক্ষেত্ৰতে শৃংখলা আৰু নিযমানুৱৰ্তিতাক গভীৰ নিষ্ঠাৰে কেৱল অনুসৰণ নহয়, বাস্তৱত ৰূপায়িতও কৰে।

### সামৰণি

সুদীৰ্ঘ দুশ বছৰীয়া পৰাধীনতাৰ নাগপাগৰ পৰা আমাৰ দেশ স্বাধীন হৈছে। দেশত প্ৰৱৰ্তিত হৈছে জনসাধাৰণৰ আধিপত্য আৰু প্ৰাধান্যসূচক গণতান্ত্ৰিক শাসনব্যৱস্থা। কিন্তু গণতান্ত্ৰিক শাসন ব্যৱস্থাক সুদৃঢ় কৰিবলৈ হ'লে, দেশৰ স্বাধীনতাক চিৰস্থায়ী কৰিবলৈ হ'লে শক্তি-সমৃদ্ধি অৰ্জন, জাতীয়তাবোধ সৃষ্টি আৰু জনসাধাৰণৰ মাজত গণতান্ত্ৰিক চেতনা জাগ্ৰত কৰা একান্ত প্ৰয়োজন। শৃংখলা আৰু নিয়মানুৱৰ্তিতাই তাক পূৰ্ণ কৰিব আৰু চৰিতাৰ্থ কৰিব পাৰে।

*লগতে চাওক ঃ নিয়মানুৱৰ্তিতা*

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ শৃংখলা আৰু নিয়মানুবৰ্তিতা ২ ছাত্ৰ-জীৱনত শৃংখলা আৰু নিয়মানুৱৰ্তিতা ৩ শৃংখলাই সৌন্দৰ্য

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জীৱনৰ শিক্ষা গ্ৰহণৰ অনুকূল সময় - চাৰিত্ৰিক গুণৰো প্ৰয়োজন - সামৰণি

# ছাত্ৰৰ কৰ্তব্য

*HSLC 1995, 2000*

*ছাত্ৰ জীৱন অতি সুখৰ, অতি মধুৰ , কিন্তু ইয়াক কঠোৰ বাধা-নিষেধৰ সংযত কৰি ৰাখি নিজ কৰ্তব্য কৰিব পাৰিলেহে ছাত্ৰ জীৱন সাৰ্থক হ'ব।*

**— তৰুণৰাম ফুকন**

**ভূমিকা**

সৰ্বান্তঃকৰণে বিদ্যা লাভেই যে ছাত্ৰৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য, সেযা সকলোৱে স্বীকাৰ কৰে। ছাত্ৰ জীৱনত শিক্ষাৰ বাহিৰে দ্বিতীয় চিন্তা থাকিব নোৱাৰে, জ্ঞান লাভৰ ইচ্ছাৰ বাহিৰে আন কোনো ইচ্ছা থাকিব নোৱাৰে, — এই কথাও সৰ্বজনস্বীকৃত। এটি মানৱ শিশুক এই আশাৰে বিদ্যালয়লৈ পঠিওৱা হয়, যাতে শিক্ষা সমাপ্তিৰ পাছত তেওঁ পূৰ্ণ মনুষ্যত্বৰ অধিকাৰী হৈ জীৱন যুদ্ধত জয়ী হ'ব পাৰে।

শিক্ষালাভৰ উদ্দেশ্য যদি মনুষ্যত্বৰ পূৰ্ণ বিকাশ হয়, তেন্তে স্বীকাৰ কৰিবই লাগিব যে কেৱল পুথিগত বিদ্যাৰে সেই উদ্দেশ্য পূৰণ নহয়। মানৱজীৱন অসংখ্য কৰ্তব্যভাৰেৰে পীড়িত, বহু দায়িত্বই মানুহে জীৱনত পালন কৰে, কৰিবলগীযা হয।

**জীৱনৰ শিক্ষা গ্ৰহণৰ অনুকূল সময়**

কেৱল বিদ্যা অৰ্জনেই ছাত্ৰ জীৱনৰ একমাত্ৰ লক্ষ্য নহয, জীৱনৰ আন যাৱতীয শিক্ষা গ্ৰহণৰো এয়াই অনুকূল সময। সাংসাৰিক মলিনতা মুক্ত ছাত্ৰৰ মন, সেয়ে জীৱনৰ সকলো পাঠেই ইয়াত অক্লেশে অংকিত হ'ব পাৰে। অৱশ্যে উল্লেখ নিষ্প্ৰয়োজন, নিজ নিজ বিদ্যা শিক্ষা সকলো ছাত্ৰৰে প্ৰাথমিক-কৰ্তব্য হোৱা উচিত। কাৰণ জীৱনৰ আন কামসমূহো সাৰ্থক শিক্ষাৰ বৃক্ষৰ আশ্ৰয কৰিয়েই গঢ়ি উঠে। সেযে বিদ্যা শিক্ষাক অৱহেলা কৰি আন কামত ব্ৰতী হ'লে সেযা অৰ্থহীন হৈ পৰিব। দৰাচলতে জীৱনৰ বাবে পূৰ্ণ প্ৰস্তুতিয়েই ছাত্ৰ জীৱনৰ একমাত্ৰ দায়িত্ব আৰু কৰ্তব্য।

অধ্যয়ন এক তপস্যা, সাধনা। ইযাৰ বাবে কৃচ্ছ্ৰ সাধনৰ প্ৰযাস, একাগ্ৰতা আদিৰ দৰে দুৰ্লভ গুণ ছাত্ৰৰ আৱশ্যক। ইয়াৰ সমান্তৰালভাৱে অৱশ্যে সামাজিক জীৱনৰ দাবীও যুগে যুগে সকলো ছাত্ৰই মানিবলগীয়া হয। সেয়ে আধুনিক যুগৰ ছাত্ৰই কেৱল প্ৰাচীন ভাৰতৰ শান্ত, নিস্তৰংগ, জটিলতাহীন নিৰুদ্বিগ্ন অধ্যয়নৰ আদৰ্শ গ্ৰহণ কৰিলেই নহ'ব, এজন ছাত্ৰই বিশ্বৰ খা-খবৰ ৰাখিব লাগিব, বাধ্যতামূলক শৰীৰ চৰ্চা শিক্ষাত যোগ দিব লাগিব, দুৰ্গত আৰু আৰ্তজনৰ সেৱাত জীৱন উৎসৰ্গা কৰিব লাগিব। আধুনিক বিশ্বমৈত্ৰীৰ যুগত বাস কৰিও সেয়ে কেৱল গ্ৰন্থকীট হ'লে নিৰ্বাসিত জীৱন যাপন কৰিবলগীয়া হয়। প্ৰখৰ সমাজ চেতনাই আধুনিক ছাত্ৰক তেওঁৰ পূৰ্বৱৰ্তীসকলতকৈ অধিকতৰ মৰ্যাদা প্ৰদান কৰিছে। অপেক্ষাকৃতভাৱে বযস্ক ছাত্ৰসকলৰ বহুতেই যে ৰাজনীতিৰ প্ৰতি আকৰ্ষিত হৈছে, এই সচেতনতাও তাৰ অন্যতম কাৰণ।

দেশৰ ছাত্ৰসমাজ ভৱিষ্যতৰ আশাৰ চাকি,— এই জাতীয় কথাই বহু ব্যৱহাৰৰ পৰিণতিত হয়তো কিছু অৰ্থগৌৰৱ হেৰুৱাইছে, কিন্তু ইয়াতকৈ সঁচা কথা আৰু একো নাই। বৰ্তমানৰ উজ্জ্বল তাৰুণ্যৰে ভৰা ছাত্ৰসকলেইতো ভৱিষ্যতে ৰাষ্ট্ৰৰ কৰ্ণধাৰ হ'ব, জ্ঞানগম্ভীৰ আদৰ্শৱান শিক্ষক হ'ব, ৰণক্ষেত্ৰৰ কুশলী ৰণুৱা হ'ব, মুমূৰ্ষু জীৱনলৈ সুস্থতাৰ আশ্বাস আনিব। এই সকলো দায়িত্ব পালনৰ বাবে প্ৰয়োজন স্বাস্থ্যোজ্বল, জ্ঞানৱান আৰু বিনম্ৰ চৰিত্ৰৰ অধিকাৰী এদল মানুহ। ছাত্ৰৰ মাজতেই এইবোৰ গুণ সুপ্ত হৈ থাকে। সযত্ন প্ৰয়াসেৰে, নৈষ্ঠিক অনুশীলনেৰে, দৈনন্দিন ব্যৱহাৰেৰে তাক মাথো জাগ্ৰত কৰিব লাগিব।

**চাৰিত্ৰিক গুণৰো প্ৰয়োজন**

সততা, ন্যায়নিষ্ঠা, ক্ষমা, উদাৰতা আদি চাৰিত্ৰিক গুণবোৰো শিক্ষা জীৱনতেই অৰ্জন কৰিব লাগিব। মনত ৰখা আৱশ্যক, বিদ্বান হ'লেও চৰিত্ৰহীন লোকৰ সমাজত কোনো মূল্য নাই। অকাৰণ চঞ্চলতা, বহুবক্কী স্বভাৱ, দম্ভ আদি ছাত্ৰ জীৱনৰ পৰাই পৰিহাৰ কৰি চলা উচিত। চৰিত্ৰ মানুহৰ এনে এটা সম্পদ, যি এবাৰ অধঃপতিত হ'লে একোৰে বিনিময়ত তাক পুনৰুদ্ধাৰ কৰিব নোৱাৰি।

ছাত্ৰ সমাজে নিজৰ জীৱনত শিক্ষাৰ অমূল্য ভূমিকা উপলব্ধি কৰে, সেয়ে সমাজে আশা কৰে যে সেইসকল ছাত্ৰই দেশৰ অসংখ্য নিৰক্ষৰ লোকৰ প্ৰতিও কৰ্তব্য পালন কৰিব , শিক্ষাৰ প্ৰসাৰত আগভাগ ল'ব। সক্ৰিয় ৰাজনীতিত ছাত্ৰই অংশগ্ৰহণ কৰা উচিত নে অনুচিত সেই সম্পৰ্কে মতবিৰোধ আছে। কিন্তু এসময়ত অগণন ছাত্ৰই দেশৰ স্বাধীনতা সংগ্ৰামত যিদৰে আত্মদান কৰি গৈছে, তাক শ্ৰদ্ধা নকৰি নোৱাৰি।

**সামৰণি**

অধ্যয়ন ছাত্ৰৰ প্ৰাথমিক ব্ৰত। তেওঁৰ উদ্দেশ্য হোৱা উচিত বিদ্যাশিক্ষাক অৱলম্বন কৰি জীৱনৰ সৰ্বতোমুখী বিকাশক স্বচ্ছন্দ গতিবেগ দান কৰা। কেৱল পুথিগত বিদ্যাৰে পৰীক্ষাত উত্তীৰ্ণ হোৱাটোৱেই ছাত্ৰৰ অন্তিম লক্ষ্য নহয়, ই এটা শুভ লক্ষ্যত উপনীত হোৱাৰ সৎ উপায় মাত্ৰ। গ্ৰন্থৰ সাহচৰ্যত জীৱন সমৃদ্ধ হয়, কিন্তু পূৰ্ণ নহয়। Education is the manifestation that is already in man – সেয়ে পুথিগত বিদ্যাৰ সমান্তৰালভাৱে বৃহত্তৰ জীৱনৰ অন্যান্য পাঠসমূহ অধিগত নকৰিলে সুপ্ত মানৱশক্তিৰ নিদ্ৰাভংগ নহয়, জীৱনো সাৰ্থক আৰু সুন্দৰ হৈ নুঠে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ ছাত্ৰ জীৱনৰ দায়িত্ব আৰু কৰ্তব্য

> *সকলো স্তৰতে আত্মবলিদান কৰিব পাৰিলে যিমান ডাঙৰ বাধাই নহওক কিয়, সাফল্য এদিন আহিবই।*
>
> — **ৰাধাগোবিন্দ বৰুৱা**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - গণতান্ত্ৰিক শাসন ব্যৱস্থাত জনমতৰ ভূমিকা - গণমাধ্যমৰ ভূমিকা - সামৰণি

# জনমত গঠনত গণমাধ্যম

**ভূমিকা**

সাম্প্ৰতিক কালত জনমত, গণমাধ্যম আদি অতি পৰিচিত শব্দ। গণতান্ত্ৰিক শাসন ব্যৱস্থাত এইবোৰ একো একোটি অপৰিহাৰ্য স্তম্ভ। গণমাধ্যমে সাৰ্বিক গণচেতনাৰ জন্ম দিয়ে। এই গণচেতনাৰ উৰ্বৰ খেতিৰ ফচল হ'ল জনসাধাৰণৰ সুচিন্তিত মত, যি সাৰ্থক গণতন্ত্ৰৰ সবল বুনিয়াদ বা আধাৰ।

জনমত, অৰ্থাৎ, জনগণৰ অভিমত। প্ৰত্যেক মানুহেৰ ব্যক্তিগত নিজস্ব অভিমত থাকে। যিহেতু বহু ব্যক্তি বা মানুহক লৈ গঠিত হয় জনগণ, সেয়েহে জনমত হ'ল বহু ব্যক্তিগত অভিমতৰ যোগফল। গণতান্ত্ৰিক ৰাষ্ট্ৰত ঘাইকৈ নিৰ্বাচনৰ মাধ্যমেৰে এনে জনমতৰ প্ৰকাশ ঘটে। সহজ কথাত, ভোটৰ বাকচত জনমতৰ প্ৰত্যক্ষ প্ৰতিফলন দেখা যায়। যিটো ৰাজনৈতিক দলৰ প্ৰতি সংখ্যাগৰিষ্ঠ জনাদেশ বা জনগণৰ ৰায় প্ৰকাশিত হয়, সেই দলৰ প্ৰতি স্বাভাৱিকভাৱে অভিব্যক্ত হয় সংখ্যাধিক্যৰ অভিমত। ইয়াৰ উপৰি গণতান্ত্ৰিক শাসন ব্যৱস্থাত জনমত প্ৰকাশৰ অবাধ স্বাধীনতা থাকে। সভা-সমিতি, শোভাযাত্ৰা, বিক্ষোভ, ধৰ্মঘট আদিৰ জৰিয়তে নাগৰিকে তেওঁলোকৰ প্ৰতিবাদী অভিমতক প্ৰকাশ কৰে। ইও জনমতৰ বহিঃপ্ৰকাশ।

**গণতান্ত্ৰিক শাসন ব্যৱস্থাত জনমতৰ ভূমিকা**

গণতান্ত্ৰিক শাসন ব্যৱস্থাত জনমতৰ গুৰুত্ব আৰু প্ৰয়োজনীয়তা অনস্বীকাৰ্য। জনগণৰ বাবে জনগণৰ দ্বাৰা নিৰ্বাচিত প্ৰতিনিধিসকলেৰে গঠিত চৰকাৰেই হ'ল গণতান্ত্ৰিক চৰকাৰ। জনগণ বা নাগৰিক হ'ল গণতান্ত্ৰিক চৰকাৰৰ নিয়ন্তা। জনগণৰ সংখ্যাধিক্যৰ অভিমত যিটো ৰাজনৈতিক দলৰ অনুকূলে প্ৰকাশিত হয়, সেই দলে নিৰ্দিষ্ট সময়ৰ বাবে দেশ শাসনৰ সুযোগ লাভ কৰে। দেশ আৰু সমাজৰ সাৰ্বিক কল্যাণৰ হকে সুচিন্তিত জনমত গঢ়ি উঠিলে আৰু ভোটৰ বাকচত তাৰ প্ৰতিফলন ঘটিলে দেশৰ আৰু দহৰ কল্যাণ সূচিত হয়। সেয়ে আদৰ্শ গণতন্ত্ৰৰ বাবে কেৱল আদৰ্শ জনমতেই অপৰিহাৰ্য নহয়, সেই জনমত সুচিন্তিত আৰু সাৰ্বিক জনকল্যাণকৰো হোৱা আৱশ্যক।

**গণমাধ্যমৰ ভূমিকা**

জনমত গঠনত আটাইতকৈ গুৰুত্বপূৰ্ণ ভূমিকা লয় গণমাধ্যমে। জনগণৰ মাজত যাৰ বহুল প্ৰচাৰ আৰু ব্যাপক প্ৰভাৱ, যি সাৰ্বিক লোকশিক্ষাৰ গুৰুত্বপূৰ্ণ দায়িত্ব পালনত যত্নবান হয় তাকে গণমাধ্যম বোলা হয়। গণমাধ্যমৰ শীৰ্ষত আছে সংবাদপত্ৰ, তাৰ পাছত আছে ৰেডিঅ', টেলিভিছন, কেছেট, চিডি, ডিভিডি, টেপৰেকৰ্ডাৰ আদি। সংবাদপত্ৰ পাঠ-নিৰ্ভৰ, ৰেডিঅ' শ্ৰুতি-নিৰ্ভৰ, টেলিভিছন-চলচ্চিত্ৰ একেধাৰে দৃশ্য আৰু শ্ৰাব্য।

দেশ-বিদেশৰ নানান বা-বাতৰি সংবাদপত্ৰত প্ৰকাশ হয়। সংবাদপত্ৰই ক্ষমতাধিষ্ঠ চৰকাৰ আৰু চৰকাৰী দলৰ কাম-কাজৰ পৰ্যালোচনা কৰে। সেই বিষয়ে বিশেষ প্ৰতিবেদনো প্ৰকাশ হয। ভুল-ত্ৰুটিৰ সমালোচনা হয়। 'সম্পাদকলৈ চিঠি' শিতানত পাঠকেও নিজৰ মতামত প্ৰকাশৰ সুযোগ লাভ কৰে। চৰকাৰ আৰু বিৰোধী দলসমূহৰ বক্তব্য তথা তেওঁলোকৰ ভাবাদৰ্শও সমানে সংবাদপত্ৰত আলোচিত হয়। নিৰ্বাচনৰ আগে আগে সকলো দলৰ নিৰ্বাচনী প্ৰতিশ্ৰুতি জনগণৰ জ্ঞাতাৰ্থে সংবাদপত্ৰই প্ৰকাশ কৰে। সেই সম্পৰ্কে আলোচনা তথা প্ৰতিবেদনো প্ৰকাশ হয়। এনেদৰে জনসাধাৰণৰ ওচৰত সকলো বিষয় উপস্থাপন কৰি সংবাদপত্ৰই জনমত গঠনত সহায় কৰে। সেইদৰে ৰেডিঅ'ও বৰ্তমান মানুহৰ কেৱল চিত্ত বিনোদনৰ যন্ত্ৰ হৈ থকা নাই। ই বৰ্তমান শ্ৰোতাৰ বাবে হৈ পৰিছে Friend, Philosopher and Guide আজিৰ সভ্য সমাজত ৰেডিঅ' মানুহৰ নিত্য সংগী, যেন পৰমাত্মীয বন্ধু। নগৰ-চহৰৰ সীমা পাৰহৈ জকাইচুকীয়া গাঁৱতো শুনা যায় ৰেডিঅ'ৰ অনুষ্ঠান। ৰেডিঅ'তো দেশ-বিদেশৰ বা-বাতৰিৰ সমান্তৰালভাৱে প্ৰচাৰ হয় সংবাদ সমীক্ষা, নিৰ্বাচনৰ আগতে ৰাজনৈতিক দলবোৰৰ প্ৰাক-নিৰ্বাচনী বুলেটিন আদি। ইয়াৰ ফলত জনগণৰ ৰাজনৈতিক চেতনা বৃদ্ধিৰ লগে লগে এই সম্পৰ্কত অভিমত প্ৰকাশৰো ক্ষমতা গঢ়ি উঠে। চলচ্চিত্ৰৰ জৰিযতে প্ৰচাৰিত নিউজ ৰীল, টেলিভিছনযোগে প্ৰচাৰিত বা-বাতৰি, ৰাজনৈতিক সমীক্ষা, প্ৰাক-নিৰ্বাচনী বিশ্লেষণ আদিযেও জনমত গঠনত সহায কৰে। এইদৰেই গণমাধ্যমসমূহে সাধাৰণ ৰাইজৰ সুচিন্তিত অভিমত প্ৰকাশৰ পটভূমি প্ৰদান আৰু প্ৰস্তুত কৰে।

**সামৰণি**

সুচিন্তিত, বলিষ্ঠ আৰু কল্যাণকৰ জনমত গঠনৰ বাবে গণমাধ্যমবোৰৰ নিৰপেক্ষ ভূমিকা অপৰিহাৰ্য। কোনো দল, গোষ্ঠী, সংগঠন বা চৰকাৰৰ কুক্ষিগত হৈ ন্যস্তস্বাৰ্থ সিদ্ধিৰ বাবে গণমাধ্যমে নিৰপেক্ষতা হেৰুৱালে, নিৰপেক্ষ জনমত গঠনৰ সুযোগ-সুবিধাও নোহোৱা হয়, ফলত একপক্ষীয় বা বিকৃত জনমতে দেশৰ অহিত সাধনহে কৰে। পৰিণতিত গণতন্ত্ৰ সাৰ্থক হৈ উঠিব নোৱাৰে, গণতন্ত্ৰৰ আদৰ্শও ৰক্ষা নহয়। সেয়েহে গণমাধ্যমবোৰৰ দায়িত্ব আৰু কৰ্তব্য যে সুবিশাল, সেইবোৰৰ ভূমিকা যে মহান, এই বাস্তৱ সত্যটো সৰ্বত্ৰ সংশ্লিষ্টসকলে মনত ৰখা প্ৰয়োজন।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ গণমাধ্যম আৰু জনমত গঠন ২ জনমত গঠনত গণমাধ্যমৰ ভূমিকা

*সত্যৰ দ্বাৰাই সত্য লাভ কৰিব পাৰি। হিয়া দান কৰিলেহে হিয়া পাব পাৰি।* — **মাৰ্চেল**

# জাতীয় সংহতি আৰু বিচ্ছিন্নতাবাদ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বিচ্ছিন্নতাবাদৰ স্বৰূপ- জাতীয় সংহতি ৰক্ষাৰ উপায় - সামৰণি

*জাতীয় সংহতিয়ে এনে এক চেতনা দিয়ে, যি সৰ্বসাধাৰণক দশৰ সামূহিক স্বাৰ্থ ৰক্ষাৰ্থে ব্যক্তিস্বাৰ্থৰ বহু ওপৰলৈ উন্নীত কৰে।*

**— ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণ**

**ভূমিকা**

পৃথিৱীৰ প্ৰতিখন দেশ এক নিৰ্দিষ্ট ভৌগোলিক ভূখণ্ড আৰু তাৰ অধিবাসীসকলক লৈ গঠিত। এই নিৰ্দিষ্ট ভূখণ্ডত বসবাসকাৰী মানুহ, যিসকলে একেই ভাষা কয, একেই ধৰ্ম প্ৰেৰণাৰে উজ্জীৱিত হয, সেই মানৱগোষ্ঠীৰ সাধাৰণ নাম 'জাতি' বা 'নেছন' (Nation)। সেই অৰ্থত ভাৰত ভূখণ্ডত বাস কৰে নানা ধৰ্ম, সম্প্ৰদায আৰু নানা ভাষা-ভাষী লোক। জাতি, ধৰ্ম, বৰ্ণ, সম্প্ৰদায আদিৰ মাজত বিস্তৰ ব্যৱধান থকা সত্বেও শান্তিপূৰ্ণ সহৱস্থানেই ভাৰতৰ ঐতিহ্য — ভাৰতবাসী এক একতাৰ সূত্ৰত আবদ্ধ। তেওঁলোকৰ একমাত্ৰ পৰিচয় তেওঁলোক ভাৰতবাসী। 'এক জাতি এক প্ৰাণ'— এই সূত্ৰৰে তেওঁলোক যেন বান্ধ খাই আছে। সেয়ে বৈচিত্ৰ্য, ভিন্নতা সত্বেও ভাৰতৰ জাতীয সংহতি আজি গৌৰৱৰ বিষয।

**বিচ্ছিন্নতাবাদৰ স্বৰূপ**

কিন্তু সাতামপুৰুষীয়া আমাৰ জাতীয সংহতিত সম্প্ৰতি কুঠাৰাঘাত কৰিছে বিচ্ছিন্নতাবাদে। ধৰ্ম, সম্প্ৰদায, বৰ্ণ, ভাষা, ৰাজনীতি আদিক কেন্দ্ৰ কৰি ভাৰতৰ বিভিন্ন স্থানত বিদ্বেষৰ বিষ বাষ্প বিযপি পৰিছে আৰু ই বিচ্ছিন্নতাবাদকো প্ৰশ্ৰয় দিছে। স্বাধীনতা প্ৰাপ্তিৰ প্ৰাকমুহূৰ্তত হোৱা ভাৰত বিভাজন বিচ্ছিন্নতাবাদৰ নিৰ্লজ্জতম প্ৰকাশ। ইয়াৰ পাছত স্বাধীন নগাভূমিৰ দাবীত হোৱা সশস্ত্ৰ আন্দোলন বিচ্ছিন্নতাবাদৰ আন এক প্ৰকাশ। ভাষাক কেন্দ্ৰ কৰি বিচ্ছন্নতাবাদে মূৰ দাঙি উঠিছে তামিলনাডুত। হিন্দীভাষীৰ হাতৰ পৰা আত্মৰক্ষাৰ বাবে তেওঁলোকৰ স্বাধীনতাৰ দাবী। মেঘালযতো দেখা গৈছে জাতীয সংহতি বিৰোধী কাৰ্যকলাপ। মিজোৰামত লাল ডেংগাৰ নেতৃত্বত স্বাধীন মিজোৰামৰ বাবেও আন্দোলন হৈছিল। অসমতো দীৰ্ঘদিন ধৰি সংযুক্ত মুক্তি বাহিনীযে (আলফা) স্বাধীন অসমৰ দাবীত সশস্ত্ৰ আন্দোলন তথা উগ্ৰবাদী কাৰ্যকলাপ চলাই আহিছে। পঞ্জাৱত স্বাধীন খালিস্তান গঠনৰ বাবে আন্দোলন আৰু সন্ত্ৰাসবাদী কাৰ্যকলাপ চলিছে। ত্ৰিপুৰাত চলিছে জনজাতিসকলৰ সন্ত্ৰাসমূলক কাৰ্যকলাপ। কাশ্মীৰত বিদেশী সমৰ্থন-সাহায্যপুষ্ট উগ্ৰপন্থীৰ সন্ত্ৰাসমূলক কাৰ্যকলাপে বৰ্তমান গুৰুতৰ ৰূপ ধাৰণ কৰিছে। ইয়াৰ পৰিণতিত কেৱল অসংখ্য লোকৰ যে প্ৰাণনাশ হৈছে, এনে নহয়, ভাৰতৰ সংবিধানতো ই কুঠাৰাঘাত কৰিছে। ইয়াৰ উপৰি দেশৰ বিভিন্ন ঠাইত বিভিন্ন দাবীত সংহতিবিৰোধী বিচ্ছিন্নতাবাদী আন্দোলন চেগা চোৰোকাকৈ হ'লেও অব্যাহত আছে।

ভাৰতৰ বিভিন্ন স্থানত বিচ্ছিন্নতাবাদী আন্দোলন গঢ়ি উঠাৰ নেপথ্যত নানা কাৰণ আছে। জাতীয় নেতাসকলৰ দূৰদৰ্শিতাৰ অভাৱ, বিৰোধী ৰাজ্যসমূহৰ প্ৰতি কেন্দ্ৰৰ মাহীআইসদৃশ আচৰণ, নিৰ্লজ্জ ৰাজনৈতিক স্বাৰ্থ, ভাষা আৰু ধৰ্মৰ গোড়ামী, সংকীৰ্ণ প্ৰাদেশিকতা আদিকেই ইযাৰ ঘাই কাৰণ বুলি ঠাৱৰ কৰিব পাৰি। ইয়াৰ উপৰি আছে সাম্প্ৰদাযিকতা, নিৰক্ষৰতা, সামাজিক আৰু অৰ্থনৈতিক বৈষম্য। ইয়াৰ লগতে যোগ হৈছে বিদেশী ৰাষ্ট্ৰৰ চক্ৰান্ত আৰু অৰ্থৰ যোগান।

**জাতীয় সংহতি ৰক্ষাৰ উপায়**

ভাৰতৰ দৰে দেশত জাতীয় সংহতি ৰক্ষা বৰ সহজ নহয়। তথাপি কেতবোৰ ব্যৱস্থা গ্ৰহণৰ জৰিয়তে বিচ্ছিন্নতাবাদ দূৰ কৰা আৰু জাতীয় সংহতি ৰক্ষা কৰা সম্ভৱ। ইযাৰ বাবে প্ৰথমেই ভাৰতবাসীৰ মনৰ পৰা সাম্প্ৰদায়িকতা আৰু সংকীৰ্ণ প্ৰাদেশিকতা দূৰ কৰিব লাগিব। সাম্প্ৰদাযিক সংগঠন আৰু ৰাজনৈতিক দলবোৰৰ সাম্প্ৰদায়িক কাম-কাজৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰিব লাগিব। ভাষা সমস্যা ভাৰতৰ এটা প্ৰাচীন সমস্যা। ভাষা সমস্যাৰ আশু সমাধান একান্ত প্ৰয়োজন। হিন্দীক বলপূৰ্বকভাৱে সকলোৰে ওপৰত জাপি নিদি সকলো আঞ্চলিক ভাষাকে বিকাশৰ সুযোগ দিব লাগিব। সকলো ৰাজ্যতে মাতৃভাষাৰ মাধ্যমেৰে শিক্ষাদানৰ ব্যৱস্থা কৰা আৱশ্যক। এটা সৰ্বজনগ্ৰাহ্য সৰ্বভাৰতীয় ভাষা প্ৰৱৰ্তন কৰিব পাৰিলে সুফল পোৱা যাব বুলি আশা কৰিব পাৰি। দেশৰ নাগৰিকসকলৰ মাজত ধৰ্ম সম্পৰ্কে উদাৰ মনোভাৱ গঢ়ি তুলিব লাগিব। ধৰ্মৰ মূল নীতিবোৰ সম্পৰ্কে শিক্ষা দিব লাগিব। জাতীয আদৰ্শ আৰু মূল্যবোধ গঢ়ি তোলাৰ বাবে জাতীয শিক্ষানীতি গঢ়ি তোলাৰ কথাও বিবেচনা কৰিব পাৰি। উপযুক্ত শিক্ষাই মানুহৰ সকলো সংকীৰ্ণতা দূৰ কৰি পৰস্পৰৰ মাজত ভাতৃত্ববোধ গঢ়ি তোলে। সেয়ে শিক্ষাৰ প্ৰসাৰ একান্ত প্ৰযোজন। শিক্ষাৰ প্ৰসাৰ হ'লে ধৰ্ম, বৰ্ণ আৰু সম্প্ৰদায়গত গোড়ামীও দূৰ হ'ব। জাতীয় আয়ৰ সুষম বণ্টনৰো একান্ত প্ৰয়োজন। আইনৰ চকুত সকলো সমান — এই কথা কেৱল সংবিধানত লিখা থাকিলেই নহ'ব, — বাস্তৱতো ইয়াৰ সাৰ্থক প্ৰযোগৰ প্ৰয়োজন। সৰ্বশেষত, ভাৰতৰ সকলো নাগৰিকৰ বাবে আছে একেই আইন — বিভিন্ন মহলৰ এই দাবীক শীঘ্ৰে বাস্তৱাযিত কৰিব লাগিব।

**সামৰণি**

সাম্প্ৰতিক পৰিস্থিতিত ভাৰতৰ জাতীয় সংহতি বজাই ৰখাৰ বাবে সম্ভৱপৰ সকলো ব্যৱস্থা গ্ৰহণ কৰা অনিবাৰ্য হৈ পৰিছে। অন্যথা ভাৰতৰ অখণ্ডতা বিপন্ন হৈ পৰিব। দেশৰ যিকোনো অংশতে বিচ্ছিন্নতাবাদী আন্দোলনে দেখা দিলে তাক কঠোৰ হাতেৰে দমন কৰিব লাগিব। অপৰাধীক বিশেষ আইনৰ অধীনত দৃষ্টান্তমূলক শাস্তি দিয়াও আৱশ্যক। একেদৰে বিদেশী চক্ৰান্ত সম্পৰ্কেও সচেতন হৈ থাকিব লাগিব। ৰাজনৈতিক নেতাসকলেও মনত ৰাখিব লাগিব, সংকীৰ্ণ ব্যক্তিগত আৰু ৰাজনৈতিক স্বাৰ্থতকৈ দেশৰ স্বাৰ্থ বহু ডাঙৰ।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ বিচ্ছিন্নতাবাদ আৰু ভাৰত ২ ভাৰতত বিচ্ছিন্নতাবাদ ৩ ভাৰতৰ জাতীয় সংহতি ৰক্ষাৰ উপায়

# মাতৃভাষা শিক্ষাৰ প্ৰয়োজনীয়তা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইংৰাজী ভাষা আৰু শিক্ষাৰ প্ৰৱৰ্তন - স্বাধীনোত্তৰ পৰিস্থিতি - সামৰণি

*HS 1999*

*মানুহৰ মানসিক বিকাশৰ বাবে মাতৃভাষাৰ সিমানেই আৱশ্যক, যিমান কেঁচুৱাক শাৰীৰিক বিকাশৰ কাৰণে মাকৰ গাখীৰ লাগে। সেই কাৰণে মানসিক বিকাশৰ স্বাৰ্থত তাৰ ওপৰত মাতৃভাষাৰ অতিৰিক্ত কোনো এটা ভাষা জাপি দিয়াটো মই মাতৃভূমিৰ বিৰুদ্ধে পাপ বুলি ভাবো।*

— মহাত্মা গান্ধী

**ভূমিকা**

ভাষা ভাৱৰ বাহক। ভাষাৰ জৰিয়তে আমি মনৰ ভাৱ প্ৰকাশ কৰোঁ, কথা-বতৰা কওঁ, পৰস্পৰৰ মাজত ভাৱৰ আদান-প্ৰদান কৰোঁ, শিক্ষা লাভ কৰো, শিক্ষাদানো কৰো। শৈশৱতে যি ভাষাৰে আমি 'মা' বুলি ক'বলৈ শিকো, যি ভাষা আমাৰ তেজৰ লগত মিলি গৈ আমাৰ জীৱনৰ অংগীভূত হয়, সেই ভাষাৰে ভাৱ প্ৰকাশ, ভাৱৰ আদান-প্ৰদান, শিক্ষা লাভ আৰু শিক্ষাদান যিমান স্বতঃস্ফূৰ্ত হয় আনা ভাষাৰে সেয়া সম্ভৱ নহয়। ভাৱপ্ৰকাশ, ভাৱ বিনিময় আৰু শিক্ষাৰ বাহনৰূপে মাতৃভাষাৰ আন কোনো ভাষাৰ লগতে তুলনা নহয়।

**ইংৰাজী ভাষা আৰু শিক্ষাৰ প্ৰৱৰ্তন**

ইংৰাজশাসিত পৰাধীন ভাৰতত আমি মাতৃভাষা শিক্ষাৰ পৰা বঞ্চিত হৈ আছিলো। ইংৰাজৰ স্বাৰ্থান্ধ সাম্ৰাজ্যলিপ্সাই জাতীয় জীৱনত আমাক কেৱল দাসত্বৰ বান্ধোনৰেই আবদ্ধ কৰা নাছিল, আমাৰ শিক্ষা-সংস্কৃতি-সভ্যতা নিজস্ব স্বাতন্ত্ৰ্য আৰু বৈশিষ্ট্যকো ধ্বংসৰ গৰাহলৈ ঠেলি দিছিল।

ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধত ইংৰাজী ভাষাকেন্দ্ৰিক শিক্ষা ব্যৱস্থা এই দেশত দৃঢ় ভেঁটিৰ ওপৰত প্ৰতিষ্ঠিত হয়। ৰাষ্ট্ৰভাষাৰূপে গৃহীত হয় ইংৰাজী ভাষা। শিক্ষাৰ মাধ্যমৰূপেও ইংৰাজী ভাষাই ঠাই পায়। ইংৰাজী ভাষাৰ মাধ্যমতে চলিবলৈ ধৰে ভাৱৰ আদান-প্ৰদান, বক্তৃতা-ভাষণ, চিঠি-পত্ৰ, ৰচনা আদি। অসমত আকৌ প্ৰশাসনীয় সুবিধাৰ দোহাই দি ১৮৩৬ চনত ইংৰাজে স্কুল-কাছাৰীত অসমীয়া ভাষাৰ পৰিবৰ্তে প্ৰচলন কৰে বাংলা ভাষাৰ। ১৮৭৩ চনত অসমীয়া ভাষাই পুনৰ প্ৰতিষ্ঠা লাভ কৰে যদিও প্ৰায় দুকুৰি বছৰ (১৮৩৬-১৮৭৩) ধৰি অসমত বাংলা ভাষাৰ প্ৰচলন হোৱাৰ কাৰণে অসমৰ শিক্ষা আৰু সাহিত্যৰ ক্ষেত্ৰত যি অপূৰণীয় ক্ষতি হ'ল, তাৰ ফলত অসমীয়া ভাষা-সাহিত্য-শিক্ষা ভাৰতৰ আন অঞ্চলৰ তুলনাত বহু পিছ পৰি ৰ'ল।

এটা জাতিৰ সৰ্বক্ষেত্ৰত বিদেশী ভাষাৰ অনন্ত আৰু অপ্ৰতিহত আধিপত্য কেতিয়াও জাতিটোৰ আত্মবিকাশৰ পক্ষে অনুকূল হ'ব নোৱাৰে, আমাৰ জাতীয় জীৱনতো

নহ'ল। ইংৰাজী শিক্ষাৰ কুফল আমি পদে পদে উপলব্ধি কৰিছো। শিক্ষাৰ্থীসকলে বিদেশী ভাষা আযত্ব কৰাত ব্যৰ্থ হোৱা বাবে জ্ঞান-বিজ্ঞানৰ অমূল্য সম্পদৰ পৰা, সাহিত্য-কবিতাৰ ৰসাস্বাদ কৰাৰ পৰা বঞ্চিত হ'বলগীয়া হৈছে। বহুতৰে বাবে পৰীক্ষা বৈতৰণী অতিক্ৰম কৰাও সম্ভৱ হোৱা নাই। পৰৰ ভাষা শিকিবলৈ গৈ বহু ছাত্ৰৰ মূল্যবান সময়, পৰিশ্ৰম অপচয় হৈছে। পৰভাষাকেন্দ্ৰিক বিদেশী শিক্ষা কৃত্ৰিম শিক্ষা। এই ভাষাত শিক্ষা গ্ৰহণ কৰিলে বাস্তৱ জীৱনৰ লগত, প্ৰাণৰ লগত, আত্মাৰ লগত কেতিয়াও একাত্ম হ'ব নোৱাৰি। বিদেশী শিক্ষাৰ জৰিয়তে সৰ্বসাধাৰণৰ শিক্ষাও সম্ভৱ নহয়। ফলত দেশত বৃহত্তৰ জনসমাজ অশিক্ষা আৰু অন্ধকাৰতে নিমজ্জিত হৈ ৰ'ল।

**স্বৰাজোত্তৰ পৰিস্থিতি**

দেশ স্বাধীন হোৱাৰ পাছত শিক্ষাৰ মাধ্যমক লৈ বহুল পৰ্যালোচনা আৰম্ভ হ'ল। দেশপ্ৰেমিক, শিক্ষাদৰদী বহু লোকেই আগৰে পৰা বিদেশী ভাষাকেন্দ্ৰিক শিক্ষা ব্যৱস্থাৰ কঠোৰ সমালোচনা কৰি আহিছিল। ইংৰাজী শিক্ষাৰ কুফলৰ প্ৰতি বাৰম্বাৰ তেওঁলোকে সংশ্লিষ্ট পক্ষৰ দৃষ্টি আকৰ্ষণ কৰিছিল। স্বাধীনতা লাভৰ পাছত স্বাভাৱিকতেই আশা কৰা হৈছিল যে স্বদেশী ভাষাৰ মাধ্যমত অন্তৰৰ অভিব্যক্তি প্ৰকাশ কৰিব পৰা যাব, মনৰ মাজত লুকাই থকা ভাৱসমূহ অবাধে প্ৰকাশ কৰাৰ সৌভাগ্য জনগণে লাভ কৰিব। দৰাচলতে মাতৃভাষাৰ মাধ্যমতহে আশা-আকাংক্ষাৰ সাৰ্থক অভিব্যক্তি ঘটে। কিন্তু নানা কাৰণত ভাৰতত মাতৃভাষাৰ মাধ্যমেৰে শিক্ষাদান আৰু গ্ৰহণ সম্পূৰ্ণকৈ সফল হোৱা নাই। এই কথাত কৰো দ্বিমত নাই যে ইংৰাজী ভাষা বিশ্বৰ জ্ঞানচৰ্চাৰ চাবিকাঠি। ইয়াৰ আন্তৰ্জাতিক গুৰুত্বও অনস্বীকাৰ্য। তথাপি এখন স্বাধীন দেশৰ সৰ্বসাধাৰণৰ শিক্ষাৰ মাধ্যম বিদেশী হ'লে ফল কি ভয়াৱহ হ'ব পাৰে সেয়া ইতিমধ্যে আলোচনা কৰি অহা হৈছে। পৃথিৱীৰ যিকোনো উন্নত দেশৰ শিক্ষা ব্যৱস্থাত চকু ফুৰালেই দেখা যায় যে মাতৃভাষাই সেইবোৰ দেশৰ শিক্ষাৰ মাধ্যম। মাতৃভাষাৰ মাধ্যমত শিক্ষা লাভ কৰিয়েই তেওঁলোক জ্ঞান-বিজ্ঞান, সাহিত্য-সংস্কৃতিত শ্ৰেষ্ঠত্বৰ অধিকাৰী হৈছে।

ভাৰত বহুভাষিক দেশ। নানা জাতি-উপজাতিৰ দেশ। দেশৰ বিভিন্ন অঞ্চলৰ মানুহৰ লগত ভাব বিনিময়, সাংস্কৃতিক আদান-প্ৰদান, সৰ্বভাৰতীয় বিষয়াৰ কাম-কাজ, যোগাযোগ ৰক্ষা আদিৰ উদ্দেশ্যত মাতৃভাষাৰ উপৰি সহযোগী ভাষাশিক্ষাৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। ইয়াৰ লগতে আন্তৰ্জাতিক ক্ষেত্ৰৰ কাম-কাজ, যোগাযোগ, ভাৱ বিনিময় আদি প্ৰসংগবোৰো যোগ দিব পাৰি। স্বাধীন ভাৰতত সেয়ে মাতৃভাষাৰ মাধ্যমত শিক্ষা-দীক্ষাৰ সমান্তৰালভাৱে সহযোগী ভাষাশিক্ষাৰ ওপৰতো গুৰুত্ব দিয়া হৈছে। বিভিন্ন শিক্ষা আয়োগৰ পৰামৰ্শ অনুসৰি প্ৰাথমিক স্তৰৰ পৰা উচ্চতৰ মাধ্যমিক স্তৰলৈকে মাতৃভাষা মাধ্যমত শিক্ষাদানৰ ব্যৱস্থা কৰা হৈছে। স্নাতক আৰু স্নাতকোত্তৰ স্তৰত শিক্ষাৰ মাধ্যমৰূপে মাতৃভাষা বা ইংৰাজী ভাষা নিৰ্বাচনৰ স্বাধীনতাও ছাত্ৰ-ছাত্ৰীৰ আছে।

**সামৰণি**

স্বাধীন ভাৰতৰ সপোনক সাৰ্থক কৰি তুলিবলৈ হ'লে আৰু গণতান্ত্ৰিক চেতনা তথা জাতীয়তাবোধৰ মহান আদৰ্শক উদ্বুদ্ধ কৰিবলৈ হ'লে মাতৃভাষাৰ শ্ৰীবৃদ্ধি সাধন

আৰু তাৰ মাধ্যমেৰে শিক্ষাদানৰ ব্যৱস্থা অধিক সবল হোৱা প্ৰয়োজন। অৱশ্যে ইয়াৰ লগে সহযোগী ভাষাশিক্ষাৰ গুৰুত্বক অৱহেলা কৰিলে নহ'ব। আজিৰ মানুহ কেৱল নিজ অঞ্চলৰ চৌপশাৰ মাজতে বন্দী নহয়। আন্তৰ্জাতিক ভাৱনাৰে পৰিচালিত আধুনিক মানুহ। আধুনিক সভ্য মানুহৰ পৰিচিতি আৰু কৰ্ম পৰিধি আজি বিস্তৃত। সেয়েহে মাতৃভাষাৰ সীমাবদ্ধতাৰ গণ্ডী পাৰ হৈ, সহযোগী আন ভাষাৰ আৰু সমান্তৰালভাৱে ইংৰাজী শিক্ষাৰ গুৰুত্ব আৰু প্ৰয়োজনীয়তা অস্বীকাৰ কৰিব নোৱাৰি।

**এই ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ শিক্ষাৰ মাধ্যমৰূপে মাতৃভাষা ২ মাতৃভাষাৰ মাধ্যমেৰে শিক্ষাদান ৩ মাতৃভাষাত শিক্ষা-দীক্ষা আৰু সহযোগী ভাষা শিক্ষাৰ গুৰুত্ব।

**ৰচনাৰ সংকেত :** ভূমিকা - সাহিত্য আৰু সমাজৰ সম্পৰ্ক - সমাজৰ ওপৰত সাহিত্যৰ প্ৰভাৱ - সামৰণি

# সাহিত্য আৰু সমাজ

*সাহিত্য সদায় জীৱন আৰু সমাজৰ লগত জড়িত। অথচ ই জীৱন আৰু সমাজক নকল নকৰে। কেৱল ইয়াৰ উদ্দেশ্যৰ ফালেহে ধাৱমান হয়।*

— **অস্কাৰ ৱাইল্ড**

**ভূমিকা**

'সহিত' শব্দৰ পৰাই 'সাহিত্য' শব্দৰ উদ্ভৱ বুলি কোৱা হয়। সাহিত্যই তাৰ বুৎপত্তিগত অৰ্থৰ দৰেই মানুহৰ 'সহিত' থাকি, সেই তাহানিৰে পৰা মানুহক জ্ঞান-ৰস-জীৱনবীক্ষা-মনোৰঞ্জনৰ যোগান ধৰি আহিছে। লেখক আৰু পাঠক, ব্যক্তি আৰু সমাজৰ অন্তৰংগতাক আৱৰিযেই সাহিত্যৰ ৰূপায়ণ আৰু বিকাশ। সাহিত্যৰ দাপোণতে প্ৰতিবিম্বিত হয় মানুহৰ ব্যক্তিগত আৰু জাতীয় মানস। মানুহ সামাজিক প্ৰাণী। সমাজৰ গভীৰতাত মানুহৰ জীৱন যাত্ৰাৰ মূলসোঁত প্ৰোথিত। মানুহ আৰু সমাজৰ সম্পৰ্ক অংগাংগী, ওতঃপ্ৰোতভাৱে সম্পৃক্ত। এটা আনটোৰ পৰিপূৰক। বহু একক ব্যক্তিৰ সমন্বয়ত যেনেদৰে সমাজ গঠিত, তেনেদৰে যিকোনো ব্যক্তিৰ কল্যাণৰ বাবেই প্ৰয়োজন সমাজৰ। ব্যক্তিক বাদ দি সমাজৰ অস্তিত্ব যেনেদৰে ভাবিব নোৱাৰি, তেনেদৰে সমাজ-নিৰপক্ষে ব্যক্তিৰ অস্তিত্বও অকল্পনীয়। সেয়েহে সাহিত্য কেৱল ব্যক্তিকেন্দ্ৰিক নহয়, সমাজকেন্দ্ৰিকো।

**সাহিত্য আৰু সমাজৰ সম্পৰ্ক**

সাহিত্য যদিও স্ৰষ্টাৰ হৃদয়ৰ ৰসোপলব্ধিৰ বাংময় প্ৰকাশ, তথাপি ই বস্তু, ব্যক্তি আৰু সমাজ-নিৰপেক্ষ নহয়। সেয়েহে সকলো যুগৰ সাহিত্যতেই দেখা যায় সমাজৰ

লেখচিত্র। ভাৰতীয় সাহিত্যৰ প্ৰাচীন নীতি প্ৰধান 'পঞ্চতন্ত্ৰ', 'হিতোপদেশ', 'কথাসৰিৎসাগৰ' আদিৰ দৰে যিবোৰ গ্ৰন্থ আছে, তাতো মানৱ জীৱনৰ নানা দিশৰ বৰ্ণনা আৰু নীতি বাক্যৰ মাজে মাজে তৎকালীন সমাজৰ ৰূপ, প্ৰকৃতি আৰু বৈশিষ্ট্য চমৎকাৰভাৱে ফুটি উঠিছে। অসমীয়া সাহিত্যৰ আদি যুগৰ চৰ্য্যপদ, প্ৰবচন, ফকৰা-যোজনা, ডাকৰ বচন আদিতো সেই সময়ৰ সমাজ জীৱনৰ পৰিচয় পোৱা যায়। সেই সময়ৰ বহু ৰচনাত অসমৰ প্ৰাকৃতিক পৰিৱেশ, মানুহৰ জীৱন আৰু জীৱিকা, তেওঁলোকৰ পোছক-পৰিচ্ছদ, আ-অলংকাৰ, দৈনন্দিন জীৱনত ব্যৱহৃত খাদ্য, আচবাব, পূজা-অৰ্চনা, মাংগলিক ক্ৰিয়া কৰ্ম, অপৰাধ আৰু বিচাৰ পদ্ধতি আদি নানা বিষয় শিল্প-গুণসম্পন্ন হৈ বৰ্ণিত হৈছে।

প্ৰাক বৈষ্ণৱ আৰু বৈষ্ণৱ সাহিত্যৰাজিত ধৰ্মভাৱৰ প্ৰাধান্য থাকিলেও সেই সময়ৰ সাহিত্যিকসকল সমাজবিমুখ হোৱা নাছিল। সেই সময়ৰ গদ্য, পদ্য উভয় শ্ৰেণীৰ ৰচনাতে ব্যক্তিজীৱন আৰু সমাজজীৱন সমভাৱে প্ৰতিভাত হোৱা চকুত পৰে। ইংৰাজ শাসনৰ সূচনাৰ পৰা অসমীয়াৰ জীৱন আৰু সমাজত, সমান্তৰালভাৱে সাহিত্যতো আধুনিকতাৰ চাপ পৰিবলৈ লয়। অসমীয়া সাহিত্যলৈ কাহিনীকেন্দ্ৰিক গল্প, উপন্যাস, নাটক আদিৰ আগমন ঘটি সাহিত্যৰ চোতালখন ক্ৰমে সমৃদ্ধ কৰি তোলে। মানুহৰ জয়গানেৰে মুখৰ হৈ উঠে অসমীয়া সাহিত্য। লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ বৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আদিৰ দৰে কবি-সাহিত্যিকে পৰৱৰ্তী কালছোৱাত অসমীয়া সাহিত্যক এক সুকীয়া মাত্ৰ প্ৰদান কৰে। এনেদৰেই কবিতা, নাটক, গল্প, উপন্যাস, — এক কথাত ক'বলৈ গ'লে সাহিত্যৰ সকলো বিভাগেই ক্ৰমে ব্যক্তি আৰু সমাজৰ ৰসোত্তীৰ্ণ চিত্ৰভাষ্য হৈ উঠে।

**সমাজৰ ওপৰত সাহিত্যৰ প্ৰভাৱ**

সমাজৰ ওপৰত সাহিত্যৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। সাহিত্যই সমাজৰ হিতাৰ্থে ব্যক্তি আৰু জনমানসত শুভবোধৰ সঞ্চাৰ কৰে। চিত্ত পৰিশীলিত হয়। হৃদয়ৰ সৎ প্ৰবৃত্তিবোৰ সঞ্জীৱিত হৈ উঠে। মানৱতাবোধ আৰু মানৱধৰ্মৰ জাগৰণ ঘটে। হৃদয় মোহনীয়ভাৱে পূৰ্ণ হয়, দৃষ্টিভংগীলৈ স্বচ্ছতা আহে। এই সকলো গুণ তথা ধৰ্মৰ বিকাশৰ অৰ্থই হ'ল সমাজৰ শ্ৰীবৃদ্ধিসাধন। সাহিত্যই সমাজৰ যুগপৰিৱৰ্তনৰ প্ৰেৰণা আৰু উদ্যোগ। স্বাধীনতা আন্দোলনৰ সমকালীন সাহিত্যই সেয়েহে এই দেশৰ জনমানসক স্বাধীনতাৰ ৰসাস্বাদৰ কল্পনাৰে উজ্জীৱিত কৰি তুলিব পাৰিছিল , দেশমাতৃৰ স্বাধীনতাৰ মন্ত্ৰত দীক্ষিত হোৱাৰ প্ৰেৰণাৰে অনুপ্ৰাণিত কৰিছিল। বুকুৰ তেজ ঢালি ছহিদ হোৱাত অথবা ফাঁচী মঞ্চত জীৱনৰ জয়গান গাই মৃত্যুবৰণ কৰাৰ দৰে মানসিক দৃঢ়তা গঢ়াত সহায় কৰিছিল।

**সামৰণি**

সাহিত্যস্ৰষ্টা বা সাহিত্যিক যিহেতু সামাজিক মানুহ আৰু সাহিত্যত যিহেতু সমাজৰ প্ৰতিফলন ঘটে, সেয়েহে সৎ সাহিত্য সৃষ্টি আৰু সমাজত সাহিত্যৰ সৎ প্ৰভাৱ অনিবাৰ্যভাৱে পৰস্পৰ নিৰ্ভৰশীল। সমাজজীৱনত সৎ আৰু শুভ বোধবুদ্ধি, চিন্তা,

ক্ৰিয়াকলাপ থাকিলে সাহিত্যতো সেয়া ৰূপায়ণ হ'ব। সাহিত্যত ক্ষয়িষ্ণু সমাজৰ অৱক্ষয়, বিকৃতি, নগ্নতাৰ চিত্ৰ অংকিত হ'ব পাৰে। কিন্তু এই সকলোৰে উৰ্ধত সত্য-শিৱ-সুন্দৰৰ বোধটিয়ে পাঠকৰ হৃদয আৰু সমাজজীৱনক যেনে মোহনীয় ভাৱৰ জগতলৈ উত্তীৰ্ণ কৰিব পাৰে তাৰ প্ৰতি সাহিত্য স্ৰষ্টা বা সাহিত্যিকে মন কৰিব লাগিব। ই যেন মনুষ্যত্বক খৰ্ব নকৰে, মানৱধৰ্মক ধ্বংস নকৰে। ব্যক্তিৰ লগতে সমষ্টিৰ সাৰ্বিক কল্যাণত যেন ব্ৰতী হয় সাহিত্য আৰু সাহিত্যিক।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ সমাজ পৰিবৰ্তনত সাহিত্যৰ ভূমিকা (HS 2007) ২ সমাজৰ ওপৰত সাহিত্যৰ প্ৰভাৱ

# সাহিত্য আৰু বিজ্ঞান

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বিজ্ঞানে উন্নত কৰে বাহ্যিক জীৱন - সামৰণি

*HS 2003*

*বিজ্ঞানৰ প্ৰত্যেক শাখাই দৰ্শন হিচাপে আৰম্ভ হয় আৰু কলা হিচাপে শেষ হয়।*

**—উইল ডুৰাণ্ট**

জ্ঞানৰ বিভিন্ন শাখাসমূহৰ মাজত সংঘৰ্ষ আপাতদৃষ্টিত অসম্ভৱ যেন লাগিলেও শিক্ষাৰ ব্যৱহাৰিক মূল্যৰ ক্ষেত্ৰত কোনো কোনোটো শাখাই যুগবিশেষে অধিক প্ৰাধান্য দাবী কৰে। তেনে অৱস্থাৰ পৰিপ্ৰেক্ষিততে সাম্প্ৰতিক কালত বিজ্ঞানৰ নিৰংকুশ দাবী স্বীকৃত হৈছে। আধ্যাত্মিক বিদ্যাত বিশ্বাসী মধ্যযুগৰ মানুহতকৈ বৰ্তমানৰ মানুহৰ দৈনন্দিন জীৱন যে অধিক স্বাচ্ছন্দ্যৰে ভৰা তাত সন্দেহ নাই। সেয়েহে সাহিত্য তথা আন কলা বিষয়ত অনুশীলনৰ প্ৰতি মানুহৰ আগ্ৰহহীনতা অস্বাভাৱিক নহয়। জড়বিশ্বৰ অৱগুণ্ঠন আঁতৰাই বিজ্ঞানে মানৱ জীৱনলৈ যি সমৃদ্ধিৰ প্লাৱন আনিছে, সি যিমানেই উন্নত স্তৰৰ নহওক কিয়, জৈৱিক সুখবিধানৰ সীমাৰেখা ই অতিক্ৰম কৰিব নোৱাৰে। অথচ সাহিত্য, শিল্পকলা, দৰ্শন, ইতিহাস আদি বিদ্যাৰ উদ্দেশ্য হ'ল মননবিলাসী মানুহৰ আত্মিক উন্নতি সাধন। ফলত, বিজ্ঞান আৰু কলা বা সাহিত্যৰ মাজত বৰ্তমানে যি বিৰোধে গা কৰি উঠিছে, সি দৰাচলতে দেহবাদী মানুহ আৰু মনোধৰ্মী মানুহৰেই বিৰোধ। কিন্তু গভীৰভাৱে চালে দেখা যায়, এই বিৰোধ জীৱনৰ উপৰিভাগতে সীমাবদ্ধ, মূল উৎস আৰু উদ্দেশ্যত ইহঁত অভিন্ন।

সমাজবিজ্ঞানী, দাৰ্শনিকসকলৰ মতে বিজ্ঞানৰ লক্ষ্য পৃথিবীৰ মানুহৰ জীৱনক সুখী কৰি তোলা। বিজ্ঞানচৰ্চাত অনগ্ৰসৰ দেশবোৰৰ ব্যৱহাৰিক জীৱনৰ সাক্ষ্য গ্ৰহণ

কৰিলেও ব্যাপক বিজ্ঞানপাঠৰ উপযোগিতা প্ৰমাণিত হয়। মধ্যযুগৰ জীৱনতকৈ যে আধুনিক জীৱন অধিক পাৰ্থিৱ সুখেৰে সুখী তাত সন্দেহ নাই। অৱশ্যে সুখ কথাটোৱেই আপেক্ষিক, সুখৰ সংজ্ঞা যুগে যুগে সলনি হৈছে। অতীজতে আধ্যাত্মিক সুধাপানত লাভ কৰা তৃপ্তিৰ নামেই আছিল সুখ, কিন্তু বৰ্তমান কালত এই সংজ্ঞা অচল। অতীজতে ভাৰতীয় সাধনাৰ একমাত্ৰ কাম্য আছিল ব্ৰহ্মানুভূতি , আন সুখ তেতিয়াৰ মানুহে কামনা কৰা নাছিল। কিন্তু এনে জীৱনবোধ বৰ্তমান কালত স্বীকৃত নহয়, আধুনিক মানুহৰ ধাৰণাঃ পাৰ্থিৱ জীৱনক বাদ দি অলীক আত্মিক সুখৰ সন্ধান কৰা নিৰ্বুদ্ধিতাৰহে নামান্তৰ মাথো।

**বিজ্ঞানে উন্নত কৰে বাহ্যিক জীৱন**

বিজ্ঞানৰ অৱদানে আমাৰ বাহ্যিক জীৱনক উন্নত কৰে, কিন্তু কলা বা সাহিত্যই মানুহক বিবেক-বুদ্ধিৰ বিভিন্ন দিশত সচেতন কৰি তোলে। যি সামাজিক জীৱনৰ বৈষয়িক উন্নতি বিজ্ঞানৰ কাম্য, কলা তথা সাহিত্য সেই সমাজৰে মৰ্মস্থলত বিদ্যমান। সকলো শিক্ষাৰে মূল উদ্দেশ্য মানুহক পূৰ্ণতাৰ দিশলৈ লৈ যোৱা। কলা-সাহিত্যৰ দাপোণত প্ৰতিফলিত জীৱনৰ অভিজ্ঞতাই মানুহক সামগ্ৰিক মনুষ্যত্ব অৰ্জনত সহায় কৰে , আনহাতে বিশ্লেষণপটু বিজ্ঞানে সকলোকে খণ্ডিত কৰি উপস্থাপন কৰে। সেয়েহে ক'ব পাৰি, বিজ্ঞানৰ বিশ্লেষণ বুদ্ধি আৰু কলা-সাহিত্য-নন্দনশিল্পৰ সামগ্ৰিক দৃষ্টি — এই দুয়োটাৰে সমন্বয়তহে জীৱন পৰিপূৰ্ণ হয়। শ্বেক্সপীয়েৰৰ আৱিৰ্ভাৱত নিউটনৰ মৰ্যাদা হানি হোৱা নাই , বা আইনষ্টাইনে গ্যেটেক অপ্ৰযোজনীয় বুলি ঘোষণা কৰা নাই।

কিন্তু বিজ্ঞানৰ মাত্ৰাধিক অনুশীলনে যেতিয়া হৃদয়ক গ্ৰাস কৰে, তেতিয়াই মানৱতাৰ বিপদ আসন্ন হৈ উঠে। বিজ্ঞানৰ এই অশুভ সম্ভাৱনাক স্তিমিত কৰিবলৈ হ'লে কলা-সাহিত্যৰ অনুশীলন অপৰিহাৰ্য। সেযেহে বিজ্ঞানে যি গগণচুম্বী অট্টালিকাৰ ৰচনা কৰিছে, তাত সৌন্দৰ্যৰ অনুশীলন আৰু শিল্প-সৃষ্টিৰ পোহৰ প্ৰৱেশৰ বাবে এটা বাট মুকলি কৰি ৰাখিব লাগিব।

সৃষ্টিশীল বিদ্যা হিচাপে কলা-সাহিত্য-শিল্পকলাই বিজ্ঞানক নিষ্প্ৰভ কৰি পেলাইছে। যন্ত্ৰ-বিজ্ঞান আৱিষ্কৃত তথ্যৰ অনুশীলনত দক্ষ , এই দক্ষতাই ব্যৱহাৰিক উপযোগিতাও দান কৰিছে। কিন্তু শিল্প-সাহিত্যৰ স্ৰষ্টাই নিত্য নতুন সৃষ্টিশীলতাৰে নিজকে প্ৰকাশ কৰি আহিছে।

দৰাচলতে বিজ্ঞান আৰু সাহিত্যৰ পাৰস্পৰিক সহযোগিতাতহে জীৱন সুন্দৰ হয। সেয়ে দেশৰ সকলো শিক্ষাসূচীত বিজ্ঞান আৰু সাহিত্যৰ সমানুপাতিক অংশ থকা আৱশ্যক। ইয়াৰ যিকোনো এটাৰ প্ৰতি অত্যধিক গুৰুত্ব আৰু মনোযোগ দিলে জীৱন ব্যৱহাৰিক দীনতাৰেপংগু হৈ পৰিব অথবা সম্পদৰ স্তূপীকৰণে জীৱন দুৰ্বিসহ কৰি তুলিব। কিয়নো, Science without Philosophy, facts without perspective and valuation, cannot save the from havoc and despair

**সামৰণি**

বৈজ্ঞানিক যুগত সংস্কাৰমুক্ত নিৰ্মোহ বুদ্ধিৰ নিৰ্দেশত সাহিত্যৰো ধাৰা প্ৰবাহিত হয় , আনহাতে হৃদয়ক স্বীকাৰ কৰি বিজ্ঞানেও নিজকে সৌন্দৰ্যমন্দিত কৰি তোলে।

বিজ্ঞানীয়ে পদাৰ্থৰ স্বৰূপ অন্বেষণ কৰি কৰি অনু-পৰমাণুৰ চক্ৰবেহু ভেদ কৰি চেতনাৰ এনে এটা স্তৰত উপস্থিত হয়গৈ য'ত বৈজ্ঞানিক বুদ্ধিয়ে আৰু তাৰ ব্যাখ্যা কৰিব নোৱাৰা হয়। তেতিয়াই দাৰ্শনিক তত্ত্বই বিজ্ঞানক লৈ যায় জ্ঞান-বুদ্ধিৰ অগোচৰত থকা আলোকময় এক চৈতনাজগতলৈ, য'ত কেৱল হৃদয়জাত অনুভূতি আৰু কল্পনাৰহে বিচৰণ।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ জীৱনত বিজ্ঞান আৰু সাহিত্যৰ প্ৰভাব ২ সাহিত্য পাঠৰ উপযোগিতা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - মনোৰঞ্জনৰ সুফল - মনোঞ্জনৰ মাধ্যম - সামৰণি

# মনোৰঞ্জন

**ভূমিকা**

মানৱ জীৱনলৈ লক্ষ্য কৰিলে আমি সাধাৰণতে মানুহৰ কৰ্মব্যস্ত ৰূপটো দেখা পাওঁ। সেই কামবোৰ শাৰীৰিক অথবা মানসিক শ্ৰমযুক্ত। তেনে শাৰীৰিক অথবা মানসিক শ্ৰমে মানুহৰ দেহলৈ ক্লান্তি আনে। শাৰীৰিক ক্লান্তিয়ে আমাক ভাগৰুৱা কৰে আৰু মানসিক ক্লান্তিযে অৱসাদ আনে। আনহাতে কামৰ সময়ছোৱা সৰহক্ষেত্ৰতে নিৰস হয, সেযে আজৰি সময়ত মানুহে আনন্দ উপভোগ কৰে। আকৌ, বৰ্তমান অত্যধিক কৰ্মব্যস্ততাই মানুহক মস্তিষ্কভিত্তিক আৰু কিছু পৰিমাণে যান্ত্ৰিক কৰি তুলিছে। এনেবোৰ কাৰণে মানুহক মনোৰঞ্জনৰ প্ৰতি আগ্ৰহী কৰি তোলে। কিন্তু মানৱ জীৱনটো মাথো বিবেকসৰ্বস্ব কেতিয়াও নহয়। আৱেগ-অনুভূতিৰ বহল ক্ষেত্ৰখনো মানৱ জীৱনত আছে, আৰু আছে বাবেই মানুহৰ জীৱনটো সৰস হৈ থাকিব পাৰিছে। মানুহে বিভিন্নতা আৰু বিচিত্ৰতা বিচাৰে। সেয়ে গতানুগতিক জীৱন ধাৰাত মানুহে মনোৰঞ্জনৰ উৎসৰ সন্ধান কৰে। এক কথাত ক'ব পাৰি মনোৰঞ্জন মানুহৰ অন্যতম জীৱনী শক্তি। জীৱনটো পৰিপূৰ্ণভাৱে উপভোগ কৰিবৰ বাবে মনোৰঞ্জনৰ প্ৰয়োজন।

নিৰ্দিষ্ট সীমাৰ ভিতৰত থকা ক্লান্তি আমাৰ শৰীৰৰ বাবে উপকাৰী। স্বাভাৱিক পৰিশ্ৰমজনিত ক্লান্তি ভাল টোপনিৰ সহায়ক। কিন্তু অত্যধিক ক্লান্তিয়ে মানুহৰ জীৱন যন্ত্ৰণাময় আৰু দুঃসহ কৰি তোলে। এই ক্লান্তিৰ পৰা হাত সাৰিব পাৰি মনোৰঞ্জনৰ যোগেদি। যিবিলাক কথা, কাম বা পৰিৱেশে আমাৰ মনত আনন্দ দিব পাৰে সেইবোৰ আমাৰ বাবে মনোৰঞ্জনৰ মাধ্যম। সাধাৰণভাৱে আমি জানো যে প্ৰফুল্লিত মন এটাৰ কৰ্ম প্ৰেৰণা অধিক। মনৰ এই প্ৰফুল্লতা মনোৰঞ্জনৰ যোগেদি পাব পাৰি।

**মনোৰঞ্জনৰ সুফল**

চিকিৎসা বিজ্ঞানত ভয়াৱহ সমস্যাৰূপে স্বীকৃত স্নায়ৱিক অৱসাদ অত্যধিক পৰিশ্ৰম পৰিণতি। এই স্নায়ৱিক অৱসাদে ব্যক্তি আৰু বৰ্হিজগতৰ মাজৰ সম্পৰ্কটো বিস্বাদপূৰ্ণ কৰি

তোলে আৰু ইয়াৰ ফলস্বৰূপে যিকোনো অনুভূতি বিকৃত হৈছে মনলৈ আহে , যাৰ ফল হয় মাৰাত্মক। মনোৰঞ্জনে এই স্নায়বিক অৱসাদ দূৰীকৰণত সহায় কৰে। স্নায়বিক অৱসাদপূৰ্ণ মানুহে মনোৰঞ্জনৰ বাবে কবিতা পঢ়িব পাৰে। সেই অধ্যয়নে অৱসাদ সহজে দূৰ কৰিব পাৰে। বাৰ্ট্ৰাণ্ড ৰাছেলে তেওঁৰ 'সুখৰ সন্ধানত' নামৰ গ্ৰন্থত আন এক প্ৰকাৰৰ স্নায়বিক অৱসাদৰ কথা উল্লেখ কৰিছে। তেওঁৰ মতে মানুহে হাই-উৰুমিৰ পৰা ৰক্ষা পাবৰ বাবে অহৰহ চেষ্টা কৰি থকাৰ ফলস্বৰূপে স্নাযবিক অৱসাদৰ সৃষ্টি হয়। তাৰ প্ৰতিকাৰ স্বৰূপে তেওঁ এক বিশেষ মনোৰঞ্জনৰ কথা উল্লেখ কৰিছে, সেয়া হ'ল প্ৰকৃতিৰ সান্নিধ্য লাভ।

শাৰীৰিক স্বাস্থ্যৰ সৈতে মানসিক স্বাস্থ্যৰ নিবিড় সম্বন্ধ আছে। আনন্দময় মানসিক অৱস্থাত পাকস্থলীত পাচক ৰস অধিক পৰিমাণে নিৰ্গত হয়। যিয়ে আহাৰ জীৰ্ণ হোৱাত সহায় কৰি শৰীৰৰ পুষ্টি সাধন কৰে। গতিকে শাৰীৰিক স্বাস্থ্য সুন্দৰ কৰি ৰাখিবৰ বাবেও মনোৰঞ্জন প্ৰয়োজনীয়।

মনোৰঞ্জনে আৱেগিক দুঃচিন্তাবোৰৰ পৰা ৰক্ষা কৰাতো মানুহক সহায় কৰে। মনৰ আনন্দময় পৰিৱেশ এটাৰেহে ভাল টোপনি আশা কৰিব পাৰি। মনোৰঞ্জনে অৱচেতনতো শান্তি দিব পাৰে। গতিকে মানৱ জীৱনত মনোৰঞ্জনৰ প্ৰয়োজনীয়তা কেতিযাও অস্বীকাৰ কৰিব নোৱাৰি।

**মনোৰঞ্জনৰ মাধ্যম**

মনোৰঞ্জনৰ মাধ্যম বিভিন্ন হ'ব পাৰে ঃ খেলা-ধূলা, কিতাপ পঢ়া, গান শুনা ইত্যাদি। কিন্তু সুৰুচিপূৰ্ণ মনোৰঞ্জনৰ মাধ্যম বাচি ল'ব নোৱাৰিলে আমাৰ জীৱনত বিৰূপ প্ৰভাৱ পৰাৰ সম্ভাৱনাহে অধিক। কোনোবা এজনে অত্যধিক মদ্যপানক তেওঁৰ মনোৰঞ্জন বুলি ক'লে তাৰ প্ৰভাৱ ভাল হ'ব বুলি কেতিযাও আশা কৰিব নোৱাৰি। গতিকে মনোৰঞ্জনৰ ক্ষেত্ৰত মন কৰিব লাগে যাতে তাৰ ফলত অত্যধিক উত্তেজনা হৈ স্নায়ু ক্ষয় নকৰে। তেনে ক্লান্তিকৰ আৰু উত্তেজনাপূৰ্ণ মনোৰঞ্জনৰ পৰা আঁতৰি থকাটোৱে শ্ৰেয় আৰু বাঞ্ছনীয়।

**সামৰণি**

জনৈক ইংৰাজ কবিয়ে কৈছিল, 'অতি কৰ্মব্যস্ততাৰ মাজতো যদি অলপ বৈ দুচকু মেলি চাৰিওকাষৰ নৈসৰ্গিক শোভা আৰু অপৰূপ এই মানৱ জীৱনৰ ছবি নেদেখা, তেতিয়া সমগ্ৰ জীৱনটোৱেই অৰ্থহীন যেন লাগে।' বোধহয় ইয়াৰ বাবেই আধুনিক সুসভ্য মানুহে তৃণশয্যাত শুই আকাশত মেঘৰ বিচৰণ বা নক্ষত্ৰমালাৰ আলোকলীলা চাই বিভোৰ হয়। দিগন্তপ্ৰসাৰী সমুদ্ৰৰ বিশালতা দেখি বিস্ময় আনন্দত অভিভূত হৈ পৰে। এয়াই হয়তো হৃদযবান মানুহৰ পৰিচয়। এনে বিশুদ্ধ আনন্দানুভূতিৰ অভিজ্ঞতাই মানৱচিত্তক প্ৰসাৰিত কৰে, মনৰ তন্ত্ৰীবোৰত অমলিন সৌন্দৰ্যৰ সুৰ তোলে।

**এই ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ মানৱ জীৱনত মনোৰঞ্জনৰ প্ৰয়োজনীয়তা ২ সুস্থ জীৱনৰ বাবে মনোৰঞ্জন

# ভাৰতৰ পঞ্চবাৰ্ষিক পৰিকল্পনা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সফলতা আৰু বিফলতা - দশম পঞ্চবাৰ্ষিক পৰিকল্পনা -সামৰণি

## ভূমিকা

অৰ্থনৈতিক স্বাধীনতা ৰাজনৈতিক স্বাধীনতাৰ প্ৰধান শক্তি। ৰাষ্ট্ৰৰ দ্বাৰা নিৰ্ধাৰিত নীতি অনুযায়ী অৰ্থনৈতিক কাৰ্যকলাপ নিয়ন্ত্ৰণ কৰি জীৱন নিৰ্বাহৰ মান উন্নয়নৰ বাবে যি সুনিৰ্দিষ্ট পৰিকল্পনা হাতত লোৱা হয় তাকেই অৰ্থনৈতিক পৰিকল্পনা বোলা হয়। সমাজৰ বিভিন্ন দিশৰ অৰ্থনৈতিক বিকাশ সাধনৰ বাবে বিজ্ঞানসন্মতভাৱে দেশৰ অৰ্থনৈতিক সম্পদসমূহ এনেদৰে প্ৰয়োগ কৰা হয় যাতে তাৰ দ্বাৰা জনসাধাৰণে সৰ্বাধিক উন্নতি লাভ কৰে। এই সম্পৰ্কে কিছুমান আঁচনি গ্ৰহণ কৰা হয়। এইবোৰ আঁচনিৰ জৰিয়তে দেশৰ সম্পদৰাজি সম্পূৰ্ণভাৱে আৰু সুচাৰুৰূপে উৎপাদন কাৰ্যত নিযোগ কৰি দেশৰ জনসাধাৰণৰ সৰ্বাধিক কল্যাণ সাধনৰ বাবে চেষ্টা চলোৱা হয়। এই আঁচনিবোৰৰ সামগ্ৰিকৰূপেই হ'ল অৰ্থনৈতিক পৰিকল্পনা।

স্বাধীনতাৰ পাছত ভাৰতৰ অৰ্থনৈতিক জীৱন বিপৰ্যস্ত আছিল। খাদ্যৰ নাটনি, কেঁচা সামগ্ৰীৰ অভাৱ, দেশ বিভাজনৰ ফলত সৃষ্টি হোৱা সামাজিক আৰু অৰ্থনৈতিক সংকট, মুদ্ৰাস্ফীতিৰ প্ৰবল হেঁচা, পৰিবহনৰ দুৰৱস্থা আদি এশ এবুৰি সমস্যাৰ নিৰাময আৰু দেশৰ খৰতকীয়া অৰ্থনৈতিক উন্নয়নৰ বাবে সেই সময়ৰ প্ৰধানমন্ত্ৰী জৱহৰলাল নেহৰুৰ নেতৃত্বত পৰিকল্পনা আয়োগ (Planning Commission) গঠন হয় আৰু ১৯৫১ চনৰ পৰাই দেশৰ পঞ্চবাৰ্ষিক পৰিকল্পনা আৰম্ভ হয়। ইতিমধ্যে আমাৰ দেশত দহটা পঞ্চবাৰ্ষিক পৰিকল্পনা গ্ৰহণ কৰা হৈছে আৰু একাদশ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কাম আৰম্ভ হৈছে। ভাৰতৰ অৰ্থনৈতিক পৰিকল্পনা মূল উদ্দেশ্য হ'ল আৰ্থিক বিকাশ লাভ কৰা। ভাৰতীযলোকৰ আয় কম, সঞ্চয় কম, ফলত মূলধনো সীমিত। সীমিত মূলধনেৰে অৰ্থনৈতিক উন্নয়নত অগ্ৰগতি লাভ কিছু সমস্যাৰ কথা। এনে সমস্যাৰ পৰা পৰিত্ৰাণৰ বাবেই অৰ্থনৈতিক পৰিকল্পনা গ্ৰহণ কৰা হৈছে। বিভিন্ন দিশত অৰ্থনৈতিক পৰিকল্পনাই সফলতা লাভ কৰাৰ পাছত ভাৰততো ইয়াৰ বাবে বিশেষ আৱশ্যকতা অনুভৱ কৰা হয়। পদ্ধতিমূলক পৰিকল্পনাৰ আঁচনি সৰ্বপ্ৰথম ছাৰ এম বিশ্বেশ্বৰায়া নামৰ এজন প্ৰখ্যাত অৰ্থনৈতিক বিশাৰদে দাঙি ধৰে।

১৯৫১ চনৰ পৰা ১৯৬৬ চনৰ মাৰ্চ মাহ পৰ্যন্ত পাঁচ বছৰৰ অন্তৰে অন্তৰে তিনিটা পৰিকল্পনা কাৰ্যকৰী কৰা হয়। কিন্তু ১৯৬৬ চনৰ ১ এপ্ৰিলৰ পৰা পাঁচ বছৰীয়া পৰিকল্পনাৰ কাম আৰম্ভ কৰিব পৰা নহ'ল। তাৰ পৰিৱৰ্তে ১৯৬৯ চনৰ ১ এপ্ৰিলতহে চতুৰ্থ পৰিকল্পনাৰ কাম আৰম্ভ কৰা হয়। ১৯৭৪ চনত পঞ্চম পৰিকল্পনাৰ কাম আৰম্ভ হয় যদিও জনতা দল ক্ষমতালৈ অহাত চাৰি বছৰ হওঁতেই ১৯৭৮ চনত পঞ্চম পৰিকল্পনাৰ কাম বন্ধ কৰি দিয়ে। সেই চৰকাৰে এখন নতুন পৰিকল্পনাৰ কাম আৰম্ভ কৰিছিল যদিও কংগ্ৰেছ (আই)

দল ক্ষমতালৈ আহি জনতা দলে আৰম্ভ কৰা পৰিকল্পনাৰ কাম বন্ধ কৰি ১৯৮০ চনৰ পৰা ষষ্ঠ পাঁচ বছৰীয়া পৰিকল্পনা আৰম্ভ কৰে। ১৯৮৫ চনত এই পৰিকল্পনা সমাপ্ত হয় আৰু সপ্তম পৰিকল্পনা আৰম্ভ হয। এই পৰিকল্পনাও সমাপ্ত হয় ১৯৮৯-৯০ বিত্তীয় বৰ্ষত। নিয়মমতে অষ্টম পাঁচ বছৰীয়া পৰিকল্পনা আৰম্ভ হ'ব লাগিছিল ১৯৯০ চনৰ পহিলা এপ্ৰিলৰ পৰাহে। কিন্তু কেন্দ্ৰত কেইবাখনো চৰকাৰৰ সালসলনি ঘটা বাবে সময়ত এই পৰিকল্পনাৰ কাম আৰম্ভ কৰিব পৰা নহ'ল। সেয়েহে ১৯৯২ চনৰ পহিলা এপ্ৰিলৰ পৰা পাঁচ বছৰৰ বাবে এই পৰিকল্পনা আৰম্ভ কৰা হয়। সেইদৰে ১৯৯৭ চনৰ পহিলা এপ্ৰিলৰ পৰা নৱম পৰিকল্পনাৰ কাম আৰম্ভ হয় আৰু ২০০২ চনত এই পৰিকল্পনাৰ কাম সম্পূৰ্ণ হয। ২০০২ চনৰ ২৯ অক্টোবৰত কেন্দ্ৰীয় কেবিনেটৰ বৈঠকত দশম পঞ্চবাৰ্ষিক পৰিকল্পনাত অনুমোদন জনোৱা হয। ২০০৭ চনত দশম পৰিকল্পনা সম্পূৰ্ণ হয়।

**সফলতা আৰু বিফলতা**

প্ৰতিখন পৰিকল্পনাতে কেতবোৰ বিশেষ লক্ষ্য আৰু উদ্দেশ্য থাকিলেও পৰিকল্পনাসমূহৰ প্ৰধান লক্ষ্য হ'ল অৰ্থনৈতিক উন্নয়নৰ গতি খৰতকীয়াকৰণৰ লগতে ন্যায় প্ৰতিষ্ঠা কৰা। ইতিমধ্যে পাৰ হৈ অহা দহটা পৰিকল্পনা কালত কিছুমান সফলতা আৰু বিফলতা স্বাভাৱিকতেই দেখা যায। সেইবোৰ নিচেই চমুকৈ হ'ল ঃ

**সফলতাসমূহ ঃ** (১) শুদ্ধ জাতীয আয় বৃদ্ধি পাইছে। জনমূৰি আয ১৯৫০-৫১ চনৰ ১,১২৭ টকাৰ পৰা ২০০৬-০৭ চনত ২৫,০০০ টকালৈ বৃদ্ধি পাইছে।

(২) কৃষি উৎপাদন ১৯৫০-৫১ চনৰ পৰা ২০০৭-০৮ চনলৈ প্ৰায় চাৰি গুণ বৃদ্ধি পায।

(৩) ঔদ্যোগিক উৎপাদন বৃদ্ধিৰ হাৰ ১৯৬০-৬১ চনৰ পৰা ২০০৭-০৮ চনলৈ আছিল বছৰি শতকৰা ৮ ৫ ভাগ।

(৪) পৰিকল্পনাত জন্মৰ হাৰ কিছু কমিছে আৰু মৃত্যুৰ হাৰো দ্ৰুতগতিত কমি আহিছে।

(৫) পৰিকল্পনা কালত শিক্ষাৰ দিশত কিছু সফলতা লাভ কৰা হৈছে। ১৯৫০-৫১ চনত ভাৰতত সাক্ষৰতাৰ হাৰ আছিল ১৮ ৩৩ শতাংশ, ২০০১ চনৰ পিয়লত ৭৫ ৩ শতাংশলৈ বৃদ্ধি পালে।

(৬) পৰিকল্পনাত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ দিশত ভাৰতে বহুদূৰ অগ্ৰগতি লাভ কৰিছে।

**বিফলতাসমূহ ঃ** (১) পৰিকল্পনাৰ উদ্দেশ্য আছিল দেশৰ প্ৰতিজন নাগৰিককে জীৱন ধাৰণৰ নিম্নতম প্ৰয়োজনীয় সা-সুবিধাৰ যোগান ধৰা। যোৱা ৬০ বছৰে এই দিশত পৰিকল্পনা সফল হোৱা নাই।

(২) নিবনুৱা সমস্যা আঁতৰ কৰাৰ পৰিকল্পনাৰ ব্যৰ্থ হৈছে। প্ৰথম পৰিকল্পনাৰ অন্তত দেশত প্ৰায় ৫৩ লাখ লোক কৰ্মসংস্থাহীন আছিল । ২০০৮ চনত এই সংখ্যা প্ৰায় ২ কোটিৰো অধিক হৈছেগৈ।

(৩) জাতীয় আয় বিতৰণত সমতা স্থাপন কৰাত পৰিকল্পনা ব্যৰ্থ হৈছে। জনমূৰি আয় বৃদ্ধি পাইছে যদিও এই বৃদ্ধি আশানুৰূপ নহয়, তদুপৰি এই বৃদ্ধিও বিভিন্ন শ্ৰেণীৰ মাজত সমভাৱে বিতৰণ হোৱা নাই।

(৪) দেশৰ সম্পদৰাজিৰ বিতৰণৰ দিশতো সমতা অৰ্জন বৰ্তমানলৈকে সম্ভৱপৰ হৈ উঠা নাই। কম সংখ্যক মানুহে সৰহভাগ সম্পদ ভোগ কৰি আছে।

**দশম পঞ্চবাৰ্ষিক পৰিকল্পনা**

ইতিমধ্যে দেশৰ দশম পঞ্চবাৰ্ষিক পৰিকল্পনা সম্পূৰ্ণ হৈছে। এই পৰিকল্পনাই অগ্ৰাধিকাৰ দিয়া বিষয়সমূহ হ'ল ঃ

(১) দেশৰ অৰ্থনৈতিক বৃদ্ধিৰ হাৰ উন্নত কৰাৰ অভিলাসী লক্ষ্যৰ লগতে সামাজিক খণ্ডৰ বিকাশত সৰ্বাধিক গুৰুত্ব।

(২) কৃষি, বৈদেশিক বিনিয়োজন আৰু আন আন ক্ষেত্ৰত সংস্থাপন সৃষ্টি।

(৩) ২০০৭ চনৰ ভিতৰত দাৰিদ্ৰ্য ২০ শতাংশলৈ কমাই অনা আৰু ২০১২ চনৰ ভিতৰত ১০ শতাংশ কৰা। ১৯৯১-২০০০ চনৰ পৰিসংখ্যাত দাৰিদ্ৰ্য আছিল ২৬ শতাংশ।

(৪) ২০০৭ চনৰ ভিতৰত সকলোৰে বাবে শিক্ষাৰ ব্যৱস্থা কৰা।

(৫) ২০০১-২০১১ — এই দহ বছৰত তাৰ আগৰ দহ বছৰৰ জনসংখ্যা বৃদ্ধিৰ হাৰ ২১ ৪ শতাংশৰ পৰা কমাই ১৬ শতাংশ কৰা।

(৬) ২০১২ চনৰ ভিতৰত ভাৰতৰ সকলো গাঁৱত খোৱাপানী ব্যৱস্থা কৰা।

(৭) বনাঞ্চলৰ পৰিমাণ ১৯ শতাংশৰ পৰা ২৫ ৫ শতাংশলৈ বৃদ্ধি কৰা আদি।

২০০৮ চনৰ জানুৱাৰীৰ পৰা একাদশ পৰিকল্পনাৰ কাম আৰম্ভ হৈছে। ২০১২ চনলৈ এই পৰিকল্পনাৰ কাম অব্যাহত থাকিব। সংযুক্ত প্ৰগতিশীল মৰ্চা চৰকাৰৰ সাধাৰণ নিম্নতম আঁচনিৰ আধাৰত গ্ৰহণ কৰা একাদশ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ প্ৰধান লক্ষ্য এনেধৰণৰ ঃ

(১) কৃষিখণ্ডত মুঠ জাতীয় উৎপাদন ৪ শতাংশকৈ প্ৰতি বছৰে বৃদ্ধি কৰা।

(২) ৭ কোটি নতুন নিযুক্তিৰ ব্যৱস্থা কৰা।

(৩) শিক্ষিত নিবনুৱাৰ হাৰ ৫ শতাংশৰ তললৈ অনা।

(৪) প্ৰাথমিক শিক্ষাতে শিক্ষাত্যাগ কৰা শিশুৰ সংখ্যা ৫২ ২ শতাংশৰ (২০০৩-০৪) পৰা ২০১১-১২ বৰ্ষৰ ভিতৰত ২০ শতাংশ কৰা।

(৫) ৭ বছৰ বা তাতকৈ বেছি বয়সৰ লোকৰ সাক্ষাৰতাৰ হাৰ ৮৫ শতাংশলৈ বৃদ্ধি কৰা।

(৬) ২০০৯ চনৰ ভিতৰত সকলোৰে বাবে পৰিষ্কাৰ খোৱা পানীৰ যোগান ধৰা আদি।

**সামৰণি**

এনে বহু আশা-আকাংক্ষালৈ একাদশ পৰিকল্পনা আৰম্ভ হৈছে। ভাৰতীয় জনগণৰ মনত ২০১২ চনৰ ভিতৰত সকলো সমস্যাৰ অন্ত পৰিব বুলি এক ধাৰণাই গঢ লৈ উঠিছে। পৰিকল্পনাত অৰ্থনীতিয়ে বিভিন্ন ৰাজনৈতিক দলৰ হাতত পৰি ভিন্ন ৰূপ লোৱাতো জনসাধাৰণৰ বাবে মংগলজনক নহয়। অৰ্থনৈতিক উন্নয়ন অবিহনে ভাৰতৰ আন কোনো প্ৰগতি সম্ভৱ বুলি ক'ব নোৱাৰি।

# সংবাদপত্ৰ বা বাতৰিকাকত

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইতিহাসৰ পাৰে-ঘাটে সংবাদপত্ৰ - অসমৰ সংবাদপত্ৰৰ যাত্ৰা - সামৰণি

*এহাজাৰ বেয়নেটতকৈ তিনিখন বাতৰিকাকত বেছি ভয়াবহ।*

— নেপোলিয়ন বোনাপাৰ্ট

## ভূমিকা

সভ্যতাৰ আলোকেৰে উদ্ভাসিত হোৱাৰ আগৰে পৰা আজিলৈকে মানৱ সমাজত ভাবৰ আদন-প্ৰদানৰ প্ৰয়োজন হৈ আহিছে। ইয়াৰ বাবে বিভিন্ন মাধ্যম তথা যোগাযোগ স্থাপনৰ বিভিন্ন মাধ্যম মানৱ সমাজে সভ্যতাৰ বিভিন্ন স্তৰত ব্যৱহাৰ কৰি আহিছে। সেইবোৰৰ ভিতৰত আকাৰ-ইংগিত, ৰেখাচিত্ৰ, নাচ-গান, ভাষাৰ কল্পনাশীল ব্যৱহাৰৰ চানেকী, সাধুকথা, বিভিন্ন পুথি, বাতৰিকাকত, ছায়াচিত্ৰ, অনাতাঁৰ, টেলিভিছন আদি অন্যতম। বৃহত্তৰ সমাজত যোগাযোগ আৰু প্ৰচাৰৰ বাবে ব্যৱহৃত মাধ্যমসমূহৰ অন্যতম আৰু সহজলভ্য মাধ্যম হ'ল বাতৰিকাকত। আধুনিক যুগত আৱিষ্কাৰ হোৱা শক্তিশালী গণমাধ্যম অনাতাঁৰ বা টেলিভিছনতকৈ সংবাদপত্ৰ অধিক জনপ্ৰিয়।

## ইতিহাসৰ পাৰে-ঘাটে সংবাদপত্ৰ

বাতৰিকাকতৰ ইতিহাস দীঘলীয়া। লিপি, অৰ্থাৎ, কোৱা কথাক লিখিত ৰূপত ধৰি ৰাখিবৰ বাবে ব্যৱহৃত সংকেত বা আখৰ আৱিষ্কৃত হোৱাৰ কেইশবছৰমানৰ পিছতেই সংবাদপত্ৰৰ প্ৰচলন হ'বলৈ ধৰে। অৱশ্যে সেইবোৰ আজিৰ দৰে নাছিল।

খ্ৰীষ্টজন্মৰ ৫৯ বছৰ আগতেই প্ৰখ্যাত ৰোমান সম্ৰাট জুলিয়াছ ছিজাৰৰ দিনত ৰজাঘৰৰ উদ্যোগত প্ৰচাৰিত হাতে লিখা 'এক্টা ডায়ৰ্ণা' (Acta Diurna), অৰ্থাৎ, দিনটোৰ বতৰাই হ'ল পৃথিৱীৰ প্ৰথম বাতৰিকাকত। এই কাকতত ৰাজসভাৰ চৰ্চা, যুদ্ধৰ বতৰা, ৰাজনৈতিক ঘটনাৱলী, প্ৰাকৃতিক দুৰ্যোগ, জন্ম-মৃত্যু সম্পৰ্কীয় বাতৰি আদি প্ৰকাশ হৈছিল। অৱশ্যে ছপাশালৰ আৱিষ্কাৰৰ (১৪৫৩) ডেৰশ বছৰৰ পাছতহে, অৰ্থাৎ, সপ্তদশ শতিকাৰ আগভাগত আধুনিক বাতৰিকাকতৰ আৱিৰ্ভাৱ হয়। ছপাশালত ছপা হোৱা প্ৰথম বাতৰিকাকত অনেকৰ মতে ১৬০৫ চনত এণ্টোৱাৰ্পৰ পৰা প্ৰকাশিত Nieume Tijdinghou যদিও ১৫১৩ চনতে The true Encounter of the Battle of Floddenfield বুলি এখন যুদ্ধ পত্ৰিকা ওলাইছিল।

ভাৰতত বাতৰিকাকতৰ প্ৰচলন অষ্টাদশ শতিকাৰ পৰাহে হয়। পৰ্টুগীজসকলে প্ৰথমে ভাৰতলৈ ছপাশালৰ প্ৰযুক্তি কঢ়িয়াই আনিছিল খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ বাবে। ইংলেণ্ডৰ পৰা ভাৰতলৈ সম্পদৰ সন্ধানত অহা জেমছ অগষ্টাছ হিকী নামৰ ইংৰাজ লোক এজনে Bengal Gazette বা Calcutta General Advertiser নামৰ সাপ্তাহিক কাকত এখন

উলিয়ায়। ১৭৮০ চনত ই কলকতাৰ পৰা প্ৰকাশ হয়। এইখনেই আধুনিক যুগৰ প্ৰথম ভাৰতীয় বাতৰিকাকত। ১৮১৮ চনত সৰ্বপ্ৰথম ভাৰতীয়ৰ দ্বাৰা প্ৰকাশিত বাতৰিকাকত 'বেংগল গেজেট' প্ৰকাশ হয়। কলকাতাৰ পৰা গংগাকিশোৰ ভট্টাচাৰ্য নামৰ এজন লোকে এইখন প্ৰকাশ কৰে। ১৯১৯ চনত মোহনদাস কৰমচাঁদ গান্ধীয়ে 'ইয়ং ইণ্ডিয়া' নামৰ এখন কাকত সম্পাদনা কৰিছিল। ভাৰতীয় সংবাদপত্ৰৰ ইতিহাসত বিভিন্ন কাৰণত উল্লেখযোগ্য হৈ পৰা কেইখনমান কাকত হ'ল ঃ কেশৰী, মহাৰাট্টা, ইণ্ডিয়ান ৰিভিউ, বোম্বে ক্ৰনিকল, লিবাৰ্টি, ফৰৱাৰ্ড, এড্ভান্স, ছাৰ্ভেন্ট অব্ ইণ্ডিযা, জাষ্টিছ, বেংগলী, বন্দেমাতৰম, আলিহিলাল, স্বৰাজ্য আদি।

**অসমৰ সংবাদপত্ৰৰ যাত্ৰা**

বিশ্বৰ অন্য প্ৰান্তৰ তুলনাত আৰু ভাৰতৰো অন্যান্য ৰাজ্যৰ তুলনাত অসমৰ সংবাদপত্ৰৰ ইতিহাসৰ বৰ পুৰণি নহয়। মিছনেৰীসকলে অসমত ছপাযন্ত্ৰ প্ৰতিষ্ঠা কৰি ১৮৪৬ চনত শিৱসাগৰৰ পৰা প্ৰথম অসমীয়া সংবাদপত্ৰ 'অৰুনোদই' প্ৰকাশ কৰে। মিছনেৰীৰ ধৰ্ম প্ৰচাৰৰ প্ৰত্যাহ্বান জনাই শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীয়ে ১৮৭১ চনত মাজুলীৰ পৰা মাহেকীয়া কাকত 'আসাম বিলাসিনী' প্ৰকাশ কৰে।

নৱৈৰ দশকটো অসমৰ সংবাদপত্ৰৰ বাবে আধুনিক যুগ। বৰ্তমান অসমত বহু বাতৰিকাকত নিযমীযাভাৱে প্ৰকাশিত হৈ আছে। সাংবাদিকতাৰ ক্ৰমবৰ্দ্ধমান প্ৰসাৰ আৰু অগ্ৰগতিৰ ফলত পূৰ্বৰ তুলনাত সংবাদপত্ৰৰ গঠন আৰু শৈলীৰ বহু পৰিৱৰ্তন আৰু ৰূপান্তৰ ঘটিছে। এতিয়া সংবাদপত্ৰই চাঞ্চল্যকৰ বিষয লৈ পাঠকৰ আগত নিজকে উপস্থাপন কৰিছে। পূৰ্বতকৈ সংবাদপত্ৰৰ এতিয়া অধিক আকৰ্ষণীয হৈছে।

প্ৰাক্ স্বাধীনতাৰ কালত সংবাদপত্ৰই কেৱল মাত্ৰ ৰাজনীতি, বিশেষকৈ, স্বাধীনতা সংগ্ৰামৰ মাজেৰে ইংৰাজৰ শাসনমুক্ত হোৱাৰ বাবে চেষ্টা চলাইছিল। স্বৰাজোত্তৰ কালত ভাৰতীয সংবাদপত্ৰই কেৱল ৰাজনীতিযেই নহয়, অন্যান্য বিষযবস্তুও প্ৰকাশ কৰিবলৈ লয। আজিও ভাৰতীয় সংবাদপত্ৰত ৰাজনীতিৰ বাতৰিযে মুখ্য স্থান পালেও খেলা-ধূলা, ব্যৱসায়-বাণিজ্য, শিল্পকলা, সংস্কৃতি আদি বিভিন্ন বিষয ই সামৰিছে। ৰাজনৈতিক সংবাদ, অপৰাধমূলক সংবাদ, ক্ৰীডা বিষয়ক সংবাদ, তদন্তমূলক সংবাদ, শিল্প, নাটক আদি প্ৰতিটো দিশেই ভিন্ন ভিন্ন সাংবাদিকৰ দায়িত্বত গুৰুত্ব সহকাৰে প্ৰকাশ কৰা হয়। প্ৰতিজন পাঠকে এই বিষয়বোৰৰ ওপৰত গুৰুত্ব আৰোপ কৰে।

বৰ্তমান সমাজত সংবাদপত্ৰৰ গুৰুত্ব আৰু ভূমিকা অতি তাৎপৰ্যপূৰ্ণ। প্ৰকৃততে বৰ্তমান যুগত সংবাদপত্ৰই সমগ্ৰ বিশ্ব নিয়ন্ত্ৰণ কৰি আছে বুলি ক'লে বঢাই কোৱা নহয়। সমাজত সংবাদপত্ৰই জাগ্ৰত প্ৰহৰীৰ দৰে কাম কৰে। আমেৰিকাত ৱাটাৰ গেট কেলেংকাৰীৰ স্বৰূপ উদঙাই বিশ্বত চাঞ্চল্যৰ সৃষ্টি কৰাৰ দৰে আমাৰ দেশতো বফৰ্ছ, হাৱালাৰ নিচিনা কেইবাটাও কেলেংকাৰীৰ স্বৰূপ সংবাদপত্ৰই পোনপ্ৰথম প্ৰকাশ কৰি জনসাধাৰণক সজাগ কৰি তুলিছিল। অসমতো বহু দুৰ্নীতিৰ প্ৰকাশ ঘটে সংবাদপত্ৰৰ জৰিয়তে।

সংবাদপত্ৰক গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ বুলি কোৱা হয়। এনেদৰে ইয়াক কোৱা হয় It is the People's Parliament always in session গণতন্ত্ৰ জনমতৰ ওপৰত প্ৰতিষ্ঠিত আৰু সংবাদপত্ৰ জনমত প্ৰকাশৰ মাধ্যম। জনমত গঠন আৰু জনমত প্ৰকাশৰ বাবে বাতৰিকাকতৰ দৰে শক্তিশালী মাধ্যম আন একো নাই। গণতান্ত্ৰিক দেশত 'বাক-স্বাধীনতা' দিয়া হয়। বাতৰিকাকত বাক-স্বাধীনতাৰ অংগ। গণতান্ত্ৰিক দেশত বাতৰিকাকতৰ সম্পূৰ্ণ স্বাধীনতা থাকে। চৰকাৰৰ নীতি আৰু কাৰ্যাৱলীৰ বিৱৰণৰ, দেশত সংঘটিত গুৰুত্বপূৰ্ণ ঘটনাৰ বৰ্ণনা, বিভিন্ন ৰাজনৈতিক দল আৰু উপদলৰ আদৰ্শ আৰু কৰ্মসূচী বাতৰিকাকতত প্ৰকাশ কৰা হয়। ফলত জনসাধাৰণে সকলো কথা চালিজাৰি চাই নিজস্ব মতামতেৰে এক মতাদৰ্শ গঢ়ি তুলিব পাৰে। তাৰ ভিত্তিতেই গণতন্ত্ৰ নিয়ন্ত্ৰিত হ'ব পাৰে। বঞ্চিত, শোষিত আৰু নিপীড়িত মানুহৰ পক্ষ লৈ ন্যায় আৰু সত্যৰ পক্ষে সংবাদপত্ৰই মাত মাতে। সংবাদপত্ৰক জনগণৰ শিক্ষাৰ কঠীয়াতলি বুলি কোৱা হয়। সংবাদপত্ৰই পাঠকৰ মানসিক ক্ষুধা নিবাৰণ কৰে। ই দৈনন্দিন ঘটনা প্ৰৱাহৰ সুনিয়ন্ত্ৰিত লিপি। সম্পাদক এজন সংবাদপত্ৰৰ প্ৰাণ। সম্পাদকে সংবাদদাতা আৰু সংবাদপত্ৰৰ আদৰ্শ প্ৰতিনিধিত্ব কৰে। এখন সংবাদপত্ৰই সমাজৰ প্ৰতিটো সৰু-বৰ দিশ উন্মোচিত কৰে। সংবাদপত্ৰ এখনৰ প্ৰচাৰ আৰু প্ৰসাৰত সংবাদদাতাজনৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। নিৰ্ভিক আৰু নিৰপেক্ষ সাংবাদিকতাৰ ওপৰত ভিত্তি কৰিযেই এখন সংবাদপত্ৰ জীয়াই থাকে। তেনেদৰে অশুদ্ধ তথ্য পৰিবেষ্টিত, অতিৰঞ্জিত সংবাদ পৰিৱেশন সমাজত উত্তপ্ত পৰিস্থিতিৰ সৃষ্টি কৰিব পাৰে। কেতিয়াবা এনে পৰিস্থিতিয়ে ভয়াবহ ৰূপ ধাৰণ কৰিব পাৰে। যাৰ ফলত সমাজৰ শান্তি বিঘ্নিত হয়।

বিশেষ কিছুমান ক্ষেত্ৰত সংবাদ পৰিৱেশনৰ লগতে, ইয়াৰ অংগাংগী পৰিৱেশ বিশ্লেষণৰো প্ৰযোজন, যাৰদ্বাৰা পাঠকে এটা সিদ্ধান্ত ল'ব পাৰে। সংবাদপত্ৰ কেৱল সংবাদ প্ৰধান হ'লেও সাহিত্য, সংস্কৃতি, শিশু উপযোগী ৰচনা আদিকো বিশেষভাৱে প্ৰাধান্য দিয়া হয়। তাৰ বাবে ই পাঠকৰ মাজত অধিক জনপ্ৰিয় হয়।

**সামৰণি**

সংবাদপত্ৰ জাতিৰ মেৰুদণ্ড। সংবাদপত্ৰৰ মাজেদি জাতি, ভাষা আৰু জনগণৰ মনোভাৱ প্ৰকাশিত হয়। গতিকে সংবাদপত্ৰৰ গুণগত মানে জনগণৰ মান, জীৱনধাৰাৰ উপায় দাঙি ধৰে। সমাজত ভাল বাতৰিকাকতৰ প্ৰচলনে গণতান্ত্ৰিক মূলবোধৰ ভেঁটি গঢ়ি তোলে।

*লগতে চাওক ঃ অসমৰ সংবাদপত্ৰ,*
*সমাজত সংবাদপত্ৰৰ প্ৰভাব*

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভৰূপে সংবাদপত্ৰ

**ৰচনাৰ সংকেত ঃ ভূমিকা - ভাৰতীয় অৰ্থনীতিৰ বৈশিষ্ট্য - নতুন অৰ্থনৈতিক নীতি - সামৰণি**

# ভাৰতীয় অৰ্থনীতি

*দেশৰ অৰ্থনীতি যেতিয়ালৈকে সেই দেশৰ মানুহৰ হাতলৈ নাহে, তেতিয়ালৈকে সেই দেশ পৰনিৰ্ভৰশীল হ'ব লগা হয়।*

**—জৱাহৰলাল নেহৰু**

**ভূমিকা**

মানৱ জীৱনৰ লগত অংগাংগী সম্পৰ্ক থকা এটা বিষয় হ'ল অৰ্থবিজ্ঞান বা অৰ্থনীতি। সময়ৰ পৰিৱৰ্তনে অৰ্থনীতিৰো পৰিৱৰ্তন আনে। সমাজনীতি আৰু ৰাজনৈতিক মতাদৰ্শৰ ওপৰতো অৰ্থনীতি নিৰ্ভৰশীল। তেনেকৈ অৰ্থনীতিৰ ওপৰত নিৰ্ভৰ কৰি গঢ়ি উঠে মানুহৰ জীৱন ধাৰণৰ মান।

পূৰ্বৰে পৰা ভাৰতৰ অৰ্থনৈতিক অৱস্থা বেছ উচ্চস্তৰৰে আছিল। বুৰঞ্জী অধ্যয়নৰ পৰা দেখা যায় ব্ৰিটিছসকল অহাৰ আগলৈকে ভাৰত এখন ঐশ্বৰ্যশালী দেশ আছিল। ১৯১৮ চনৰ শিল্প আযোগে মন্তব্য কৰিছিল, 'আধুনিক শিল্প ব্যৱস্থাৰ জন্মদাতা পশ্চিম ইউৰোপত যেতিয়া অসভ্য জনগোষ্ঠীয়ে বাস কৰিছিল, ভাৰত তেতিয়া ইয়াৰ ৰাজন্যবৰ্গৰ সম্পদ আৰু শিল্প-ভাস্কৰ্যত উচ্চ মানবিশিষ্ট হিচাপে প্ৰখ্যাত আছিল'। সেয়া আছিল প্ৰকৃততে গ্ৰাম্য অৰ্থনীতিৰ কাল। কৃষি ব্যৱস্থা আছিল প্ৰধান ব্যৱসায়। অৱশ্যে শিল্পৰ ক্ষেত্ৰতো এই সময়খিনি অতি উন্নত। ব্ৰিটিছ শাসনৰ সময়তে ভাৰতৰ গ্ৰাম্য অৰ্থনীতিৰ বুনিয়াদ কুটীৰ শিল্পসমূহ ধ্বংস গৰাহলৈ গতি কৰে। ভাৰতৰ অৰ্থনীতিত দৰিদ্ৰতাৰ প্ৰৱেশ ঘটে।

বৰ্তমান ভাৰতৰ অৰ্থনীতিৰ স্বৰূপ বুলি ক'লে ইয়াক ক্ৰমোন্নতশীল অৰ্থনীতিৰ ভিতৰত ধৰিব পৰা যায়। বিশ্বৰ সকলো দেশৰে অৰ্থনৈতিক অৱস্থাক একগোট কৰি দুটা ভাগত ভাগ কৰা হৈছে ঃ উন্নত আৰু অনুন্নত অৰ্থনীতি। কিন্তু অনুন্নত বুলি কোৱা অৰ্থনীতি সদায় উন্নতিৰ দিশতেই অগ্ৰসৰ হৈছে। সেয়েহে তেনেবোৰ দেশৰ অৰ্থনীতিক ক্ৰমোন্নত অৰ্থনীতি বুলি কোৱা হয়। ভাৰতকো এইটো ভাগতে অন্তৰ্ভুক্ত কৰিব পাৰি।

**ভাৰতীয় অৰ্থনীতিৰ বৈশিষ্ট্য**

দৰিদ্ৰতা, মূলধনৰ নাটনি, প্ৰাথমিক উৎপাদন হেঁচা, নিবনুৱা সমস্যা, কাৰিকৰী কৌশলৰ অভাৱ, ত্ৰুটিপূৰ্ণ বজাৰ ব্যৱস্থা ইত্যাদি ভাৰতৰ অৰ্থনৈতিক অৱস্থাৰ বৈশিষ্ট্য। অৱশ্যে বিগত বছৰবোৰত ভাৰতীয়লোকৰ জনমূৰি আয়ৰ হাৰ যথেষ্ট বৃদ্ধি পাইছে। স্বাধীনতাৰ পাছত ভাৰতত অৰ্থনীতি পৰিকল্পনা কৰা হৈছে। পঞ্চবাৰ্ষিক পৰিকল্পনাবোৰৰ সময়ত ভাৰতীয় অৰ্থনীতিত আমূল পৰিবৰ্তনে দেখা দিছে। পৰিবহন, যোগাযোগ, বজাৰ গাঁঠনি, উদ্যোগ প্ৰতিটো দিশতে স্বাজোত্তৰ কালত হোৱা উন্নয়নে অৰ্থনীতিক প্ৰভাৱিত কৰিছে। আশী আৰু নব্বৈৰ দশকত সমগ্ৰ বিশ্বৰ অৰ্থনীতিলৈকে এক নাটকীয় পৰিবৰ্তনে আহে। বিভিন্ন দেশসমূহৰ লগতে ভাৰতেও পুৰণি অৰ্থনৈতিক দৰ্শন ত্যাগ কৰি অৰ্থনৈতিক ক্ষেত্ৰত সংস্কাৰ অভিলাষী নীতি গ্ৰহণ কৰিছে।

ভাৰতৰ অৰ্থনীতি মুখ্যতঃ মিশ্ৰ অৰ্থনীতি। ই পশ্চিমৰ উন্নত ৰাষ্ট্ৰসমূহৰ তুলনাত সম্পূৰ্ণৰূপে দুৰ্দশাগ্ৰস্ত। বিভিন্ন ধৰণৰ কাৰ্যসূচী আৰু পঞ্চবাৰ্ষিক পৰিকল্পনাসমূহৰ সফল ৰূপায়ণৰ প্ৰচেষ্টাই অৰ্থনীতিত আশানুৰূপ প্ৰভাৱ পেলাব পৰা নাই। শ্ৰমিকসকলৰ মজুৰি উৎপাদনৰ ভিত্তিত নিৰ্ধাৰিত হোৱা উচিত যদিও ভাৰতত সেয়া হৈ উঠা নাই। কৰ্মতৎপৰতাৰ অভাৱৰ বাবেই হওঁক বা মুলধনৰ নাটনিৰ বাবেই হওক ভাৰতত এতিয়াও পৰ্যাপ্ত পৰিমাণৰ প্ৰাকৃতিক সম্পদ অব্যৱহৃত হৈ আছে। প্ৰায়বোৰ ৰাজহুৱা ক্ষেত্ৰৰ প্ৰতিষ্ঠানেই উৎপাদনৰ ক্ষেত্ৰত কোনো বিশেষ স্থান দখল কৰিব পৰা নাই। সদায় লোকচানৰ গৰাহত থকা উদ্যোগসমূহত দুখীয়াৰ কষ্টোপাৰ্জিত ধন আৰু শ্ৰম উভয়ৰে অপচয় হৈছে।

কেউদিশত দুৰ্দশাগ্ৰস্ততা পৰিলক্ষিত হোৱাৰ পাছত ভাৰতৰ গণতান্ত্ৰিক চৰকাৰে অৰ্থনৈতিক সংস্কাৰৰ বাবে মন মেলে। প্ৰথম স্তৰৰ সংস্কাৰ আৰম্ভ হয় ৰাজীৱ গান্ধীৰ প্ৰধানমন্ত্ৰীত্বৰ দিনত। এই সংস্কাৰ নীতিত উৎপাদনশীলতাত উন্নত, আধুনিক কাৰিকৰী কৌশল প্ৰয়োগ আৰু ব্যক্তিগত খণ্ডত অধিক গুৰুত্ব আৰোপ কৰা হৈছিল। কিন্তু ভাৰতত প্ৰথম স্তৰত অৰ্থনৈতিক সংস্কাৰে সাফল্য লাভ নকৰিলে। আমদানি নীতিৰ বাবে বৈদেশিক দেনা-পাওনাৰ ঘাটিৰ পৰিমাণ সপ্তম পৰিকল্পনাত ষষ্ঠ পৰিকল্পনাৰ দুগুণ হ'ল।

**নতুন অৰ্থনৈতিক নীতি**

এই অৱস্থাৰ উন্নতিৰ বাবে ১৯৯১ চনৰ সেইসময়ৰ বিত্ত মন্ত্ৰী মনমোহন সিঙে কিছুমান নতুন অৰ্থনৈতিক নীতিৰ সূচনা কৰে। বৈদেশিক লেনদেনৰ ঘাটি পূৰাবৰ বাবেও ব্যৱস্থা গ্ৰহণ কৰা হয়। উদ্যোগ নীতিৰ সংস্কাৰ কৰা, দেনা-পাওনাৰ ঘাটিৰ পৰিমাণ হ্ৰাসৰ বাবে ৰপ্তানি বৃদ্ধিত উৎসাহ যোগোৱা, চৰকাৰী খণ্ডৰ দক্ষতা বৃদ্ধিৰ ব্যৱস্থা গ্ৰহণ, বিত্তীয় স্থিৰতা ৰক্ষাৰ বাবে ব্যৱস্থা গ্ৰহণ আদি এই সংস্কাৰ নীতিৰ অন্যতম দিশ। লেহেমীয়া গতিত হ'লেও সংস্কাৰ নীতিয়ে ভাৰতীয় অৰ্থনীতিত প্ৰভাৱ বিস্তাৰ কৰিছে। আশাৰ বাট দেখিবৰ বাবে ৰৈ থকা ভাৰতীয় অৰ্থনীতিত ই পৰিৱৰ্তন আনিব পাৰিব। ভাৰতীয় কৃষিপণ্য আন্তৰ্জাতিক প্ৰতিযোগিতাত প্ৰতিষ্ঠা অৰ্জনৰ লক্ষ্যত আগবাঢ়িছে। আন্তৰ্জাতিক বজাৰত খাদ্যশস্যৰ মূল্য বৃদ্ধি পাইছে। নীতিগত কেইটামান পৰিৱৰ্তনেৰে ভাৰতীয় কৃষিপণ্যই আন্তৰ্জাতিক প্ৰতিযোগিতাত অংশ ল'ব পাৰিছে। ঔদ্যোগীক ক্ষেত্ৰতকৈ কৃষিক্ষেত্ৰ অধিক লাভজনক হৈছে। কৃষিপণ্যৰ মূল্য বজাৰৰ দ্বাৰা নিয়ন্ত্ৰিত হোৱা বাবে নিষেধ তুলি দিয়াটো মন কৰিবলগীয়া পৰিৱৰ্তন। সেউজ বিপ্লৱৰ পাছত দেশৰ কৃষিপণ্যৰ উৎপাদনো বাঢ়িছে। দাইল জাতীয় শস্যৰ উৎপাদন বৃদ্ধি হোৱাৰ লগতে তৈল বীজৰ মুঠ উৎপাদনো বৃদ্ধি হৈছে। বিভিন্ন সমীক্ষাৰ পৰা দেখা গৈছে, ঔদ্যোগিক উৎপাদনৰ ক্ষেত্ৰতো উন্নতি হৈছে। খাদ্য, খনিজ আৰু সংকৰ ধাতু, ধাতৱ-পণ্য, যান-বাহনৰ যন্ত্ৰাংশ, অবৈদ্যুতিক আৰু বৈদ্যুতিক যন্ত্ৰ-পাতিৰ ক্ষেত্ৰত যথেষ্ট উন্নতি হৈছে।

সংস্কাৰৰ পৰৱৰ্তী সময়ত ক্ষুদ্ৰ শিল্পৰ ঔদ্যোগীক নীতিয়ে শিল্পোদোৎপাদন বৃদ্ধি পোৱা বুলি সমীক্ষাসমূহে মত পোষণ কৰে। নতুন নীতিৰ উল্লেখযোগ্য দিশবোৰৰ ভিতৰত শিল্পৰ ক্ষেত্ৰত নানা বাধা-নিষেধ আৰু লাইচেন্স ব্যৱস্থা তুলি দিয়া হৈছে। তাৰ

পৰিবৰ্তে মূল্য সংযোজিত কৰ বা ভেলু এডেড টেক্স, সংক্ষেপে ভেট (VAT) প্ৰবৰ্তন কৰা হৈছে। শিল্পৰ ওপৰত কৰৰ বোজা হ্ৰাস কৰা আৰু আমদানি বৃদ্ধি কৰাৰ বাবে উদাৰ নীতি গ্ৰহণ কৰা হয়। কনফেডাৰেচন অব্ ইণ্ডিয়ান ইণ্ডাষ্ট্ৰিজৰ এক সমীক্ষাত শিল্প-উদ্যোগৰ এই বৃদ্ধি অব্যাহত থাকিব বুলি আশা কৰা হৈছে।

ভাৰতীয় অৰ্থনীতি দুৰ্বল হোৱাৰ বাবে অপৰ্যাপ্ত ঋণৰ বোজা, বিদ্যুতৰ অভাব, আন্তৰ্জাতিক আৰু আন্তৰ্দেশীয় প্ৰতিযোগিতাৰ অভাব ইত্যাদি জগৰীয়া হোৱাৰ লগতে ৰাজনৈতিক পৰিস্থিতি আৰু বিশৃংখলাও বহু জগৰীয়া। যাৰ ফলত উন্নয়নত বাধা আহি পৰে। অন্যহাতে ভাৰতীয় সমাজ ব্যৱস্থাৰ কিছুমান নীতি-নিয়ম, শিক্ষাৰ অভাৱ আদিয়েও ভাৰতীয় অৰ্থনীতিত বিৰূপ প্ৰভাৱৰ সৃষ্টি কৰিছে। নতুন প্ৰজন্মই কৃষিক্ষেত্ৰৰ পৰা গুৰুত্ব আঁতৰাই আনিছে। ন ন প্ৰযুক্তি বিদ্যাৰ সৃষ্টি হৈছে যদিও তাৰ সফল ৰূপায়ণ হোৱা নাই। প্ৰকৃততে ভাৰতীয় অৰ্থনীতি দৰিদ্ৰতাৰ পাকচক্ৰত আক্ৰান্ত। ইয়াৰ পৰা মুক্তি পোৱাৰ পাছতহে উন্নয়নে প্ৰকৃত ৰূপ ল'ব।

অৰ্থনৈতিক অনুষ্ঠান-প্ৰতিষ্ঠানসমূহৰো উন্নয়নৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছে। কেইবাটাও নতুন ব্যক্তিগত মালিকানাধীন বেংকৰ আৰম্ভণী হৈছে। ন ন বেংকিং আৰু ফিনান্সিয়েল কোম্পানীবোৰৰ ক্ষেত্ৰতো উন্নতি পৰিলক্ষিত হৈছে। ভাৰতৰ এটা পুৰণা প্ৰতিষ্ঠানৰূপে সকলোৰে পৰিচিত ভাৰতীয় জীৱন বীমা নিগম। বৰ্তমান পলিচিৰ সংখ্যাৰ দিশৰ পৰা ই বিশ্বৰ ভিতৰত বৃহত্তম প্ৰতিষ্ঠান। ব্যক্তিগত, গ্ৰুপ সামাজিক নিৰপত্তা সকলো মিলি এই নিগমৰ মুঠ পলিচিৰ সংখ্যা ১১ কোটিৰ অধিক। ইয়াৰ অধিকাংশ অৰ্থই সামাজিক ক্ষেত্ৰত বিনিয়োজিত হয়। সম্প্ৰতি ই শিশু স্বাস্থ্য, দীৰ্ঘকালীন, স্বাস্থ্য সুৰক্ষা ইত্যাদি ক্ষেত্ৰত অধিক গুৰুত্ব দিছে। জেনেৰেল ইন্স্যুৰেন্স অব্ ইণ্ডিয়া আৰু ইয়াৰ সহযোগী প্ৰতিষ্ঠানে বৰ্তমান দেশী আৰু বেচৰকাৰী প্ৰতিযোগিতাত অংশ গ্ৰহণৰ বাবে প্ৰস্তুত হৈছে।

**সামৰণি**

২০১২ চনৰ মাজভাগলৈকে ভাৰতৰ অৰ্থনীতিক একাদশ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ অন্তৰ্ভূক্ত কৰি ৰখা হৈছে। নাগৰিকৰ নূন্যতম প্ৰয়োজনখিনি পূৰণ কৰাটো যেনেঃ স্বাস্থ্য, শিক্ষা, কৰ্মসংস্থান, পৰিবহন আদিক সুস্থৰূপে আগবঢ়াই দিব পৰাটো প্ৰধান লক্ষ্য। অব্যৱহৃত প্ৰাকৃতিক সম্পদৰ ব্যৱহাৰ, মানৱ সম্পদৰ অপচয় ৰোধ, জনসংখ্যা নিয়ন্ত্ৰণ কৰিব পাৰিলে ভাৰতীয় অৰ্থনীতিৰ ভেটি সবল হৈ উঠিব। যিহেতু পূৰ্বতে ভাৰতীয় অৰ্থনীতিৰ ৰূপ আছিল সবল। ইংৰাজ শাসনৰ ফলত হোৱা শোষণৰ পাছত ইয়াৰ অৱস্থা শোচনীয় হৈছিল যদিও বৰ্তমান ই আকৌ উন্নতিৰ বাটলৈ আহিছে। সেয়েহে বিশ্বৰ ক্ৰমোন্নতিশীল দেশসমূহৰ ভিতৰত ভাৰত আগস্থানতে আছে। দেশৰ হিংসা-বিদ্বেষ পৰিবৰ্জিত পৰিবেশেও অৰ্থনীতি উন্নয়ন সাধনত সহায় কৰিব পাৰে। চৰকাৰী-বেচৰকাৰী প্ৰচেষ্টাত ভাৰতৰ পৰা দৰিদ্ৰতা সহজেই আঁতৰ হ'ব বুলি সকলো আশাবাদী।

*লগতে চাওক ঃ অসমৰ অৰ্থনীতি, ভাৰতৰ মুক্ত অৰ্থনীতি, ভাৰতৰ পঞ্চবাৰ্ষিক পৰিকল্পনা, মূল্য সংযোজিত কৰ*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সময়েই চলাব জীৱনক সুন্দৰভাৱে - নিয়মানুৱৰ্তিতাই শক্তি

# সময়ৰ সদ্ব্যৱহাৰ

*জীৱনক ভালপোৱানে? তেনেহ'লে সময়ৰ অপব্যয় নকৰিবা, কাৰণ জীৱন সেই বস্তুটোৰেই গঢ়া।*

**— বেঞ্জামিন ফ্ৰেংকলিন**

**ভূমিকা**

নিৰ্দিষ্ট সময়ৰ ভিতৰত কাৰ্যসম্পাদন কৰাৰ নামেই হ'ল নিয়মানুৱৰ্তিতা। প্ৰতিজন মানুহেই আহাৰ-নিদ্ৰাৰ পৰা আৰম্ভ কৰি ব্যক্তিগত জীৱন আৰু সমাজ জীৱনৰ বাবে আজীৱন নানান কাম কৰিবলগীয়া হয়। সুস্থভাৱে সময়মতে প্ৰতিটো কাম সমাধা কৰিবলৈ হ'লে সচেতনভাৱে বিভাজন কৰা আৱশ্যক। প্ৰকৃততে জীৱন সময়ৰ সমষ্টি সময়ৰ চেতনাই মানুহক কৰ্মশীল কৰি ৰাখিছে।

**সময়েই চলাব জীৱনক সুন্দৰভাৱে**

সময়ৰ সমবায়েৰে গঠিত মানৱ জীৱন একো একোটি অধ্যায় একো একোটি কৰ্মৰ বাবে নিৰ্দিষ্ট। শৈশৱ আৰু কৈশোৰত বিদ্যা শিক্ষা, যৌৱনত কৰ্মজীৱন আৰু গাৰ্হস্থ্য কৰ্তব্যত মনোনিৱেশ আৰু বাৰ্ধক্যত অৱসৰ গ্ৰহণ আৰু আধ্যাত্মিক চিন্তা। এয়াই হৈছে মানুহৰ সমগ্ৰ জীৱনৰ সময়ৰ বিভাজনৰ মূল আধাৰ।

মানুহৰ দৈনন্দিন জীৱন যাত্ৰাতো আছে পঢ়া-শুনা, সাংসাৰিক কাম-কাজ কৰা, আমোদ-প্ৰমোদ আৰু আহাৰ-নিদ্ৰা। এইবোৰ কৰ্মসূচী প্ৰায় সকলো মানুহেই অনুসৰণ কৰে। যথাসময়ত প্ৰতিটো কাম কৰাৰ অৰ্থই হ'ল জীৱনৰ সকলো অনুকূল উপাদানৰ পূৰ্ণ সদ্ব্যৱহাৰ কৰা। মুহূৰ্তৰ হেৰফেৰ হ'লেই আমাৰ জীৱনত কিমান অঘটন ঘটি যায় তাৰ অজস্ৰ উদাহৰণ আছে। বাস্তৱ জীৱনত আমি এনে বহু মানুহ লগ পাইছোঁ বা এনে বহু মানুহৰ কথা আমি জানো, যিসকলে প্ৰতিটো কামতে পলম কৰাতেই অভ্যস্ত। ইয়াৰ ফলত তেনে লোকে জীৱনত বহু অসুবিধাৰ সন্মুখীন হ'বলগীয়া হয়। সময় জ্ঞানৰ অভাৱে মানুহৰ জীৱনৰ সকলো ক্ষেত্ৰতে নানান বেমেজালিৰ সৃষ্টি কৰে, যাৰ ফল কেতিয়াবা সুদূৰপ্ৰসাৰীও হ'বগৈ পাৰে।

সময়ৰ লহমা নদীৰ সোঁতই দৰেই কেৱল আগবাঢ়িহে যায়। সময়ৰ লগত তাল মিলাই চলিব নোৱাৰিলে জীৱনত আমি বহু ক্ষেত্ৰত পিছ পৰি থাকিব লাগিব। পাৰ হৈ যোৱা সময়ক কোনো মূল্যৰ বিনিময়তেই ওভতাই আনিব নোৱাৰি। জনৈক গ্ৰীক দাৰ্শনিকে এই প্ৰসংগতে এষাৰ সোণসেৰীয়া কথা কৈ গৈছে, 'স্ৰোতস্বিনী নদীৰ একেখিনি পানীতে দুবাৰ গা ধুব নোৱাৰি।' সময়ৰ সোঁত সম্বন্ধেও এই কথা শতকৰা এশ ভাগেই সঁচা।

**নিয়মানুৱৰ্তিতাই শক্তি**

কৰ্ম চঞ্চলতাই জীৱন আৰু নিয়ম অনুসৰি কৰ্মতেই জীৱন সমৃদ্ধ হয়। পশ্চিমীয়া উন্নত জাতিবোৰে নিয়মানুৱৰ্তিতাৰ বলতেই উন্নতিৰ শীৰ্ষস্থানত আৰোহণ কৰিবলৈ সমৰ্থ

হৈছে। সেইবোৰ দেশৰ সকলো নাগৰিকে ঘড়ীৰ কাঁটাৰ লগত মিলাই জীৱনৰ গতিক নিয়ন্ত্ৰণ কৰে। আনহাতে, আমাৰ দেশৰ অধিকাংশ লোকেই অনুকূল সুযোগ আৰু সময় হেৰুৱাই অনুশোচনাত, আক্ষেপত দিন কটাবলগীয়া হয়।

অৱশ্যে সাম্প্ৰতিক কালৰ কৰ্মব্যস্ততাই ভাৰতীয়সকলক কিছু পৰিমাণে নিয়মানুবৰ্তি কৰি তুলিছে। কিন্তু সেয়াও তেওঁলোকৰ নিৰ্দিষ্ট কৰ্মজীৱনতহে, আন সময়ত তেওঁলোকে অকাৰণতে বহু সময় অপব্যয় কৰে। অথচ, দুৰ্লভ এই মানৱ জীৱনত একোজন মানুহৰ বহু কিবাকিবি শিকিবলৈ, বহু কিবাকিবি কৰিবলৈ আছে। সেয়েহে আমি জীৱনৰ প্ৰত্যেকটি মুহূৰ্তকে সঠিকভাৱে বিনিয়োগ কৰা উচিত।

ইংৰাজীত এষাৰ কথা আছে, Time and tide wait for none সেযে আমি এতিয়াৰে পৰা সময়ৰ সদ্ব্যৱহাৰ কৰিবলৈ যত্নপৰ হোৱা উচিত। পুথিগত বিদ্যাৰ লগে লগে সময়ৰ যথোচিত ব্যৱহাৰো অভ্যাস কৰিব পাৰিলেহে আমি জীৱনত উন্নতি কৰিব পাৰিম।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ সময়ৰ মূল্য

**ৰচনাৰ সংকেত :** ভূমিকা - বাগদেৱী সৰস্বতী
আৰাধানা - সামৰণি

# সৰস্বতী পূজা

*সৰস্বতী মহাভাগে.বিদ্যে কমললোচনে,*
*বিশ্বৰূপে বিশালাক্ষি বিদ্যাং দেহি নমোহস্তুতে।*

**ভূমিকা**

আদিম কালত মানুহে প্ৰাকৃতিক শক্তিসমূহৰ মাজত আচৰিত গুণ বিচাৰি পাইছিল। তাৰে কিছুমানৰ বাবে তেওঁলোকে আতংকিত হৈছিল আৰু আন কিছুমানৰ বাবে মোহিত হৈছিল। এই দুয়োটা দিশৰ প্ৰতি উদয় হোৱা মনোভাৱ প্ৰকাশৰ বাবে তেওঁলোকে কিছুমান কৰ্ম কৰিবলৈ লৈছিল। সেইবোৰৰ পৰাই পূজা-সেৱা বা আধ্যাত্মিক মনোভাৱৰ সৃষ্টি ।এটা সময়ত এই আধ্যাত্মিক মনোভাৱ প্ৰকাশৰ মাধ্যমসমূহ উৎসৱলৈ পৰিৱৰ্তিত হ'ল। সময়ৰ পৰিৱৰ্তনে ইয়াত সহায় কৰিলে। মানুহে বিভিন্ন দেৱ-দেৱীৰ কল্পনা কৰি তেওঁলোকক আৰাধনাৰ বাবে কিছুমান বিশেষ দিন আৰু ৰীতি-নীতি বাছি ল'লে। তেনেদৰেই প্ৰচলিত হোৱা এটা উৎসৱ হ'ল সৰস্বতী পূজা। সৰস্বতীক বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱী বুলি কোৱা হয়। প্ৰতি বছৰৰ মাঘ মাহৰ পঞ্চমী তিথিত সৰস্বতী পূজা পালন কৰা হয়। এই উৎসৱ ঘাইকৈ ছাত্ৰ-ছাত্ৰীসকলৰ মাজত অধিক আকৰ্ষণীয়।

**বাগদেৱী সৰস্বতী আৰাধনা**

বিদ্যা শিক্ষা হ'ল মানুহৰ এটা শ্ৰেষ্ঠ গুণ। বিদ্যা শিক্ষা গ্ৰহণে মানৱ মনৰ কু-ভাৱ আঁতৰ কৰি স্বচ্ছতা আনি দিয়ে। জ্ঞানী মানুহৰ অন্তৰ সদায় পৱিত্ৰ হৈ থাকে। এনে এক মহান গুণৰ অধিকাৰীৰূপে মানুহে এগৰাকী দেৱীক কল্পনা কৰিছে মোহনীয় ৰূপত। শুকুলা বস্ত্ৰ পৰিধান কৰা সৰস্বতী দেৱীক এক পৱিত্ৰ ৰূপ প্ৰদান কৰা হৈছে। হাতত বীণ লৈ থকা আৰু পদুম ফুলৰ আসনেৰে সৰস্বতী দেৱীৰ বাহন হংস পক্ষী। বাগদেৱী, বীণপাণি, শ্ৰীপঞ্চমী আদি কেইবাটাও নামেৰে সৰস্বতী দেবীৰ নামকৰণ কৰা হৈছে। কাপ আৰু পুথি সৰস্বতী দেৱীৰ কাষতে কল্পনা কৰা হয়। ইয়াৰ পৰা এক গভীৰ মহত্ব বুজা যায়। সৰস্বতী দেৱীৰ লগত থকা বীণ আৰু কিতাপে সংগীত আৰু বিদ্যা শিক্ষাৰ মাজত থকা যোগসূত্ৰ বুজাইছে। প্ৰকৃততে সুকুমাৰ কলাৰ প্ৰতিটো ক্ষেত্ৰতে সৰস্বতী দেৱী আৰাধ্য গোসাঁনী।

সৰস্বতী পূজা বিশেষকৈ শিক্ষানুষ্ঠানসমূহত পালন কৰা হয়। সৰস্বতী পূজাৰ দিনটো ছাত্ৰ-ছাত্ৰীসকলৰ বাবে অতি আকাংক্ষিত দিন। পূজাৰ আগদিনাৰ পৰা সকলো ব্যস্ত হৈ পৰে। মণ্ডপ সজাই তাত দেৱী প্ৰতিমাক প্ৰতিষ্ঠা কৰে। পূজাৰ দিনা উপাবাসেৰে নিয়ম-নীতিৰ মাজেৰে শিক্ষা গ্ৰহণকাৰীসকলে দেৱীৰ চৰণত আৰাধনা কৰে। ফুল-তুলসী-বেলপাতেৰে শুদ্ধি কৰি মন্ত্ৰ পাঠেৰে পুষ্পাঞ্জলি অৰ্পণ কৰে। বিদ্যাৰ্থীসকলে স-ভক্তিৰে জ্ঞান বৃদ্ধিৰ বাবে সৰস্বতী মাতৃৰ আশীৰ্বাদ কামনা কৰে। মাহ-প্ৰসাদ-ভোগ খাই উপবাসৰ অন্ত পেলায়। সুন্দৰ সাজপাৰ পৰিধান কৰাটো ছাত্ৰ-ছাত্ৰীসকলৰ বাবে সেই দিনটো বিশেষ গুৰুত্বপূৰ্ণ। পৰিষ্কাৰভাৱে নিজকে সুন্দৰ ৰূপত সজাই মনৰ আনন্দেৰে দিনটো পাৰ কৰি ছাত্ৰ-ছাত্ৰীসকলে ভাল পায়। বিভিন্ন শিক্ষানুষ্ঠানৰ ছাত্ৰ-ছাত্ৰীসকলে আন আন অনুষ্ঠানৰ পূজা থলী দৰ্শন কৰি আন্তৰিকতাৰ ভাব বৃদ্ধি কৰে। প্ৰীতিভোজনৰ দৰে কাৰ্যসূচীৰো আয়োজন কৰি আতিথ্য প্ৰদান কৰা হয়।

পূজাৰ দিনটোৰ কাৰ্যসূচীৰ অন্তত বহুতে সন্ধ্যা দেৱীৰ আৰতি, সাংস্কৃতিক অনুষ্ঠান আদিৰো আযোজন কৰে। পাছৰ দিনটো দেৱীৰ বিসৰ্জনৰ দিন। প্ৰতিমা লৈ শোভাযাত্ৰা কৰি নদ-নদী বা জলাশযত প্ৰতিমা বিসৰ্জন দিয়া হয়। অৱশ্যে কিছুসংখ্যকে বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱীক বিসৰ্জন নিদি সযতনে শিক্ষানুষ্ঠানত ৰাখি থয়। বহুতে আকৌ ডাঙৰ গছৰ তল বা নদীৰ পাৰ আদিত থৈ অহাও দেখা যায়। ই পৰিৱেশতো বেয়া প্ৰভাৱ পেলায়।

অনুষ্টুপীয়াকৈ পালন কৰা হয যদিও সৰস্বতী পূজাৰ মাজত এক অনাবিল আনন্দ আছে। শিক্ষাৰ প্ৰতি ধাউতি বঢ়াই ছাত্ৰ-ছাত্ৰীসকলক 'ছাত্ৰা নং অধ্যয়নং তপঃ' মন্ত্ৰেৰে দীক্ষিত কৰোৱাই সৰস্বতী পূজাৰ উদ্দেশ্য। বিভিন্ন কাৰিকৰী শিক্ষানুষ্ঠান, বেংক, বাতৰিকাকতৰ কাৰ্যালয় আদিতো সৰস্বতী পূজা পালন কৰা দেখা যায়।

**সামৰণি**

বৰ্তমান ইলেকট্ৰনিক মাধ্যমৰ যুগতো আমাৰ দেশত সৰস্বতী পূজাৰ প্ৰতি থকা ধাউতিৰ বিষয়টোত যে বিতৰ্কৰ সূত্ৰপাত হোৱা নাই এনে নহয়। অন্যহাতে ধৰ্ম নিৰপেক্ষতাক

সংবিধানে স্বীকৃতি দিয়াৰ পাছতো আমাৰ শিক্ষানুষ্ঠানসমূহত বিনাবাধাই সৰস্বতী পূজা পালন কৰা হয়। ধৰ্মৰ ভিন্নতা পাহৰি সকলো ছাত্ৰ-ছাত্ৰী এক ধৰ্মৰ হৈ এনে উৎসৱ পালন কৰা কাৰ্যক মহানুভাৱতাৰ পৰিচয় পোৱা যায়। সৰস্বতী পূজাত সকলো ছাত্ৰ-ছাত্ৰী এক ছত্ৰ ছায়াৰ তললৈ আহি জ্ঞান আহৰণৰ পথ প্ৰশস্ত হোৱা কামনা কৰে। ছাত্ৰ-ছাত্ৰীসকলে মনত লাভ কৰা প্ৰশান্তিয়ে সৰস্বতী পূজাৰ তাৎপৰ্য বৃদ্ধি কৰিছে।

# সমাজত চলচ্চিত্ৰৰ প্ৰভাৱ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - চলচ্চিত্ৰৰ অন্তহীন জয়যাত্ৰা - উচ্চ শ্ৰেণীৰ শিল্পকলাৰূপে চলচ্চিত্ৰ - সামৰণি

**ভূমিকা**

সাম্প্ৰতিক কালত চলচ্চিত্ৰ মানুহৰ চিত্তবিনোদনৰ এক প্ৰভাৱশালী আৰু জনপ্ৰিয় মাধ্যম। কেৱল সেয়ে নহয়, মানুহৰ মাজত শিক্ষা আৰু জ্ঞানৰো বিস্তাৰ ই এই উৎকৃষ্ট অৱলম্বন। চলচ্চিত্ৰ বিজ্ঞানৰ এক বিস্ময়কৰ সৃষ্টি। শিশু-বৃদ্ধ, পুৰুষ-নাৰী,ধনী-দুখীয়া, শিক্ষিত-অশিক্ষিত নিৰ্বিশেষে সকলোৰে মনোযোগ আকৰ্ষণ কৰিব পৰা, সকলোকে আনন্দ দিব পৰা সকলোৱে বুজি পোৱা ই এক উৎকৃষ্ট মাধ্যম।

**চলচ্চিত্ৰৰ অন্তহীন জয়যাত্ৰা**

চলচ্চিত্ৰৰ পূৰ্বতে ফটোগ্ৰাফী বা আলোকচিত্ৰৰ আৱিষ্কাৰ হয়। চলচ্চিত্ৰ হ'ল বহু চিত্ৰৰ সমাৱেশ মাথোন। দৰ্শকৰ সন্মুখত খুঁব খৰকৈ চিত্ৰবোৰ চলাই নিয়া হয় বাবেই সজীৱ আৰু সচল যেন লাগে। ঊনবিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধত পোন প্ৰথমে ফটো (পোহৰ চিত্ৰ বা আলোকচিত্ৰ) তোলাৰ কাম আৰম্ভ হয়। সেইসময়ত এখন ফটো তুলিবলৈ বহু সময় লাগিছিল। পাছলৈ এই ব্যৱস্থাৰ উন্নতি হৈ এনে অৱস্থা পালেহি যে মাত্ৰ কেইছেকেণ্ড মানৰ ভিতৰতে এখন ফটো তুলিব পৰা হ'ল। বৰ্তমানে এটা মুহূৰ্তৰ ভিতৰতে ফটো তোলা যন্ত্ৰৰ আৱিষ্কাৰ হৈছে। ইয়াৰ পাছতেই আৰম্ভ হয় চলন্ত বস্তুৰ ছবি তোলাৰ গৱেষণা। আমেৰিকাৰ নিউয়ৰ্কৰ ফটো ফিল্মৰ আৱিষ্কাৰক ইষ্টমেন এইবিষয়ৰ গৱেষণাত বহুদূৰ আগবাঢ়ে। অৱশেষত ১৮৮০ চনত আমেৰিকাৰ প্ৰখ্যাত বিজ্ঞানী টমাছ্ আলভা এডিছনে এনে এটি যন্ত্ৰৰ আৱিষ্কাৰ কৰিলে যিয়ে চলন্ত বস্তু আৰু প্ৰাণীৰ ছবি ধাৰাবাহিকভাৱে তুলিব পাৰে। মূলতঃ এডিছনেই হ'ল চলচ্চিত্ৰৰ আৱিষ্কাৰক। ইয়াৰ পাছৰ পৰাই চেলুলয়ডৰ ফিটা বা ফিল্মৰ ওপৰত ছবি মুদ্ৰিত কৰি চিত্ৰ ক্ষেপণ যন্ত্ৰ বা প্ৰজেক্টৰৰ সহায়ত তীব্ৰ পোহৰৰ দ্বাৰা বগা পৰ্দাত সেই ছবিবোৰ দৰ্শকক ডাঙৰ কৰি দেখুৱাৰ ব্যৱস্থা কৰা হয়। সেই সময়ৰ চলচ্চিত্ৰত আছিল কেৱল ছবি। কথা থকা (সবাক) চলচ্চিত্ৰ বহু পাছতহে আৱিষ্কাৰ হয়।

ভাৰততো এনে মূক (কথা নথকা) চলচ্চিত্ৰহে প্ৰথমে নিৰ্মাণ হৈছিল। ইয়াৰ পাছত চেলুলয়ডৰ ফিটাৰ ওপৰত শব্দৰ ফটোও (Sound Photograph) ছপা হ'বলৈ ধৰিলে। অৰ্থাৎ, এই চলচ্চিত্ৰই বহু পৰিবৰ্তন, পৰিবৰ্দ্ধন, পৰিগ্ৰহণ কৰি আজিৰ আকৰ্ষণীয় ৰূপ পাইছেহি। সকলো শ্ৰেণীৰ মানুহৰ চিত্ত-বিনোদনৰ ইমান ডাঙৰ এটা ব্যৱস্থা এই পৃথিৱীত আৰু একো নাই। ই হ'ল অতি সুলভ, সহজ আৰু কম সময়ৰ এটা উপভোগ্য মাধ্যম। এই যুগৰ কৰ্মক্লান্ত মানুহৰ বাবে দিনৰ শেষত সুসজ্জিত প্ৰেক্ষাগৃহত আনন্দৰে অৱসৰ কটাব পৰা, ক্লান্তি দূৰ কৰিব পৰা, নতুন উৎসাহ লাভ কৰিব পৰা আন উপায় নাই বুলিবই পাৰি। চলচ্চিত্ৰৰ জনপ্ৰিয়তা আৰু প্ৰভাৱ আজি সৰ্বব্যাপী আৰু ক্ৰমবৰ্ধমান। মনোৰঞ্জনৰ উপৰিও চলচ্চিত্ৰ হ'ল শিক্ষা বিস্তাৰৰো এক মাধ্যম। চলচ্চিত্ৰৰ সহায়ত ছাত্ৰ-ছাত্ৰীৰ মাজত অতি সহজে জ্ঞান-বিজ্ঞান আৰু শিক্ষা অতি কম সময়ত, কম ব্যয়েৰে বিস্তাৰ কৰিব পাৰি। পৃথিৱীৰ বিভিন্ন দেশ যেনে ঃ জাৰ্মানী, ৰাছিয়া, ইংলেণ্ড আদিত স্কুলৰ শিক্ষাদানৰ কাৰ্যতো চলচ্চিত্ৰৰ বহুল ব্যৱহাৰ দেখা যায়। উচ্চ শিক্ষা আৰু গৱেষণাৰ কামতো চলচ্চিত্ৰ অতি প্ৰয়োজনীয়।

শিক্ষা বিস্তাৰত চলচ্চিত্ৰই এক উল্লেখযোগ্য ভূমিকা পালন কৰে। সাধাৰণ মানুহৰ মাজত শিক্ষা আৰু জ্ঞান বিস্তাৰ আৰু নিৰক্ষৰ বয়স্ক (বয়োবৃদ্ধ) লোকৰ শিক্ষাদানৰ ক্ষেত্ৰত চলচ্চিত্ৰৰ প্ৰয়োজনীয়তা মন কৰিবলগীয়া। আমাৰ দেশৰ কিছুমান চৰকাৰী তথ্যচিত্ৰ জনশিক্ষাৰ ক্ষেত্ৰত ব্যৱহাৰ কৰি অহা হৈছে।

**উচ্চ শ্ৰেণীৰ শিল্পকলাৰূপে চলচ্চিত্ৰ**

চলচ্চিত্ৰ উচ্চ শ্ৰেণীৰ আৰ্ট বা শিল্পকলা। বৰ্তমান আমাৰ দেশত চলচ্চিত্ৰৰ যথেষ্ট উন্নতি হৈছে। উচ্চমানৰ অভিনেতা, অভিনেত্ৰী, সংগীতজ্ঞ তথা অন্যান্য শিল্পীৰ সমাৱেশেৰে চলচ্চিত্ৰই এক জীৱন্ত ৰূপ লাভ কৰে। ইয়াৰ ব্যৱসায়ৰ বাবে বৰ্তমানে কোটি কোটি টকা নিয়োজিত হৈছে। অসমো এই ক্ষেত্ৰত পিছপৰি থকা নাই। মাৰ্জিত ৰুচিসম্পন্ন সৌষ্ঠৱময় শিল্পসৃষ্টি হিচাপে অসমীয়া চলচ্চিত্ৰই আজি আন্তৰ্জাতিক স্বীকৃতি লাভ কৰিছে।

আনন্দ আৰু শিক্ষাদানৰ এই মহৎ শিল্পটি আমাৰ দেশৰ বহু অৰ্থলোভী ব্যৱসায়ীৰ হাতত পৰি দেশ আৰু সমাজৰ সৰ্বনাশৰ কাৰণো হৈ পৰিছে। এইবোৰ চলচ্চিত্ৰত কুৰুচিপূৰ্ণ, নীতিবিগৰ্হিত অতি নিম্নস্তৰৰ ভোগ-লালসাৰ নগ্নচিত্ৰ দেখুৱা হয়। এইবোৰে আমাৰ জাতি সত্তাক কলুষিত আৰু চৰিত্ৰক হীনবল তথা নিম্নগামী কৰি আমাৰ ভৱিষ্যৎ অগ্ৰগতিৰ পথ ৰুদ্ধ কৰিছে। যিসকলে এইদৰে অৰ্থৰ লোভত জাতিৰ নৈতিক চৰিত্ৰৰ অধঃপতনৰ পথ প্ৰশস্ত কৰিছে তেওঁলোক অমাৰ্জনীয় অপৰাধত অপৰাধী আৰু দণ্ডনীয়।

**সামৰণি**

পৃথিৱীৰ আন আন দেশত তৰুণ ছাত্ৰ, শ্ৰমজীৱী আৰু বয়স্কসকলৰ বাবে পৃথকে পৃথকে ছবি কৰা হয়। আমাৰ দেশত চলচ্চিত্ৰৰ এনে শ্ৰেণী বিভাগ নথকা বাবে বয়স্কসকলৰ বাবে উপযোগী ছবি এখন কম বয়সীয়াসকলৰ বাবে অপকাৰী হ'ব পাৰে। এই প্ৰভাৱশালী আৰু চিত্তাকৰ্ষক শিল্পটি যাতে জাতীয় কল্যাণ আৰু উন্নতিৰ কামত নিয়োজিত হয়, সেইবিষয়ে আমাৰ দেশৰ চৰকাৰে উদ্যোগ ল'ব লাগিব। তেতিয়াহে জাতি আৰু ব্যক্তিৰ উন্নতি হ'ব।

ৰচনাৰ সংকেত ঃ ভূমিকা - জন্ম হ'ল স্কাউটৰ পিতৃ - ক্ৰমাৎ পৰিবৰ্দ্ধিত স্কাউটৰ পৰিসৰ - সামৰণি

# স্কাউট-গাইড

## ভূমিকা

ৰবাৰ্ট বেডেন পাৱেল নামৰ এজন প্ৰসিদ্ধ ইংৰাজে স্কাউটিঙৰ জন্ম দিছিল। পাৱেলে এই পৃথিৱীত এনে এক কাম কৰিছিল, যাৰ ফল আজিও আমি উপলব্ধি কৰি আছোঁ। নিয়মানুবৰ্তিতা, প্ৰশিক্ষণ আৰু শৃংখল জীৱনৰ বাবে স্কাউটৰ প্ৰয়োজনীয়তা অনস্বীকাৰ্য।

## জন্ম হ'ল স্কাউটৰ পিতৃ

এক সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান পাৱেল মাত্ৰ তিনিবছৰ বয়সতে পিতৃ-মাতৃহীন হয। মোমায়েক ৰবাৰ্ট ষ্টিফেনছনে তেওঁক পঢ়া-শুনা কৰাই ডাঙৰ-দীঘল কৰে। ৰবাৰ্ট ষ্টিফেনছন আছিল ভাপ ইঞ্জিনৰ আবিষ্কৰ্তা জৰ্জ ষ্টিফেনছনৰ পুত্ৰ। ১৯ বছৰ বয়সতে পাৱেলে সৈন্য বাহিনীত ভৰ্তি হ'বৰ বাবে প্ৰৱেশ পৰীক্ষা দি দ্বিতীয় স্থান লাভ কৰে। সৈন্য বাহিনীত থকা কালছোৱাত তেওঁ বেছি সময় ভাৰত আৰু আফ্ৰিকাত কটাইছিল। আফ্ৰিকাত বোৱেৰ যুদ্ধত মাফেকিং নামৰ চহৰ এখনত শত্ৰুৰ অৱৰোধৰ মাজত তেওঁ এমুঠিমান সৈন্যৰে ২৭০ দিন চহৰখন ৰক্ষা কৰিছিল। এই ঘটনাই তেওঁৰ বীৰত্ব প্ৰমাণ কৰিছিল আৰু তেওঁ মাফেকিঙৰ বীৰ উপাধি লাভ কৰিছিল। এই সময়ত সৈন্যসকলৰ খাদ্যাভাৱ হোৱাত কিছুমান তজবজীয়া ল'ৰাক ইউনিফৰ্ম পিন্ধাই এটা কেডেটকোৰ খুলি চিঠি-পত্ৰ বা বাতৰি অনা কামত লগাইছিল।

১৯০৩ চনত তেওঁ ইংলেণ্ডলৈ আহে। এই সময়তে ল'ৰাবোৰক আত্মনিৰ্ভৰশীল, কৰ্তব্যপৰায়ণ আৰু সামাজিক কৰি গঢ়ি তুলিব পৰাকৈ তেওঁ এখন আঁচনি তৈয়াৰ কৰে। ইতিমধ্যে ১৯০৭ চনত তেওঁ সৈন্যবাহিনী ত্যাগ কৰে আৰু ২২ জন ল'ৰাক আগষ্ট মাহত ইংলেণ্ডৰ 'ব্ৰাউনচি'দ্বীপলৈ লৈ যায। তাতে এটা প্ৰশিক্ষণ শিবিৰ পাতে। এইটোৱেই 'স্কাউট'ৰ প্ৰথম প্ৰশিক্ষণ শিবিৰ। ১০ দিনিয়া শিবিৰটোত তেওঁ কৃতকাৰ্যতা লাভ কৰে। ইয়াতে তেওঁ প্ৰমাণ পাইছিল যে স্কাউটিং আঁচনি ল'ৰাৰ বাবে যথাৰ্থতে কাৰ্যকৰী আৰু ই ল'ৰাৰ ৰুচিৰ অনুৰূপ হৈছে। ১৯০৮ চনত তেওঁৰ 'স্কাউটিং ফৰ বয়জ'ৰ প্ৰথম খণ্ডটো প্ৰকাশ হয়। ইয়াৰ পিছত বাকীকেইটা খণ্ডও প্ৰকাশ পায। তেওঁৰ এই কিতাপকেইখনে যুৱকসকলক অতিকৈ আকৰ্ষিত কৰে। আৰু সমগ্ৰ দেশতে শ শ যুৱক স্কাউটৰ সদস্য হযহি।

## ক্ৰমাৎ পৰিবৰ্দ্ধিত স্কাউটৰ পৰিসৰ

১৯০৯ চনৰ ছেপ্টেম্বৰত স্কাউটৰ সদস্যসকল লণ্ডনত মিলিত হয়। এওঁলোকৰ সংখ্যা আছিল প্ৰায় ১১ হাজাৰ। তেওঁলোকৰ মাজত ৭ জনী ছোৱালীও আছিল। ছোৱালী কেইজনীৰ আগ্ৰহৰ আতিশয্যত তেওঁ ছোৱালীৰ বাবে 'গাইডছ' নামৰ এটা বাহিনী খুলিবলৈ বাধ্য হ'ল। ভনীয়েক এগনিচক তেওঁ এই বাহিনীৰ দায়িত্ব দিযে। অতি কম দিনৰ ভিতৰতে ইংলেণ্ডৰ বাহিৰতো স্কাউটিঙৰ আৰম্ভ হয়। ১৯০৮ চনত ই কানাডা আৰু

অষ্ট্ৰেলিয়াত আৰু ইয়াৰ পিছৰ বছৰতে ব্ৰাজিল, আৰ্জেন্টিনা, চিলি আৰু লেটিন আমেৰিকাৰ দেশসমূহত ইয়াৰ প্ৰতিষ্ঠা হয়। ১৯২০ চনত পাৱেলৰ আহ্বান ক্ৰমে সমগ্ৰ বিশ্বতে স্কাউটৰ সদস্যসকল লণ্ডনত গোট খায়। ১৯৪১ চনৰ ৮ জানুৱাৰীত এই মহান লোকজনৰ পৰলোক প্ৰাপ্তি ঘটে।

স্কাউটসকলৰ ৩টা শাখা আছেঃ ১। কাবপেক ঃ ৭ বছৰৰ পৰা ১১ বছৰৰ ল'ৰাৰ বাবে। এই শাখাত ভৰ্তি হোৱা বিলাকক 'কাবচ' আৰু দলটোক 'কাবপেক' বোলে। কাবৰ মূলমন্ত্ৰ হৈছে যাথাসাধ্য চেষ্টা কৰা 'Do you best'

২। স্কাউট ট্ৰুপ ঃ ১১ বছৰৰ ওপৰৰ কিশোৰৰ বাবে গঠিত এই গ্ৰুপৰ সদস্যসকলক স্কাউট বোলে। স্কাউটৰ মূলমন্ত্ৰ হৈছে প্ৰস্তুত বা সাজু থকা (Prepared)।

৩। ৰভাৰ ক্ৰু ঃ ১৭ - ১৮ বছৰৰ ওপৰৰ যুৱকৰ বাবে গঠিত এই দলৰ সদস্য সকলক 'ৰভাৰ স্কাউট' আৰু দলটোক 'ৰভাৰ ক্ৰু' বোলে।

ছোৱালীৰ দল কেইটা ক্ৰমান্বয়ে বুলবুল, গাইড আৰু ৰেঞ্জাৰ। স্কাউটিং শিক্ষাৰ মূল লক্ষ্য হ'ল নিজে হাতে-কামে লাগি শিকা-বুজা। ল'ৰা-ছোৱালীয়ে নিজৰ কাম নিজে কৰিবলৈ ভাল পায়। নিজে কৰোঁতে যদি কেতিযাবা ভুলো হয় তথাপিতো সেই ভুলৰ পৰাই শিক্ষা লাভ কৰে।

স্কাউটিং প্ৰশিক্ষণৰ মূল কথা হ'ল ঃ

১। শিশুৰ সম্পূৰ্ণ শিক্ষা, সিহঁতৰ দৈহিক আৰু নৈতিক উন্নযন।

২। শিশুক শিশুৰ দৃষ্টিৰে চোৱা।

৩। শিশুৱে নিজেই লাগি ভাগি কাম কৰিবলৈ শিকা।

স্কাউটিঙৰ শিক্ষাবিধান চাৰি শ্ৰেণীত বিভক্ত ঃ

১। ব্যক্তিগত চৰিত্ৰ বিকাশাৰ্থে প্ৰশিক্ষণ।

২। ঘৰুৱা শিল্পৰ প্ৰশিক্ষণ।

৩। ৰাষ্ট্ৰ আৰু সমাজ সেৱাৰ প্ৰশিক্ষণ।

প্ৰতিজন স্কাউটে তেওঁলোকৰ ইউনিফৰ্মৰ লগত ডিঙিত এখন স্কাৰ্ফ আঁৰি লয় আৰু স্কাৰ্ফৰ দুয়োটা মূৰ লগলগাই এটা গাঁঠি দিয়া হয়। ইয়াক 'গুডটাৰ্ণ' বোলে। স্কাউটৰ নিয়মমতে প্ৰতি দিনে কৰিবলগা কামবোৰৰ ভিতৰত এটা হ'ল পৰোপকাৰ। গুডটাৰ্ণৰ উদ্দেশ্য হ'ল প্ৰতিদিনে এটা নহয় এটা পৰোপকাৰ কৰিবলৈ সকীয়াই দিয়া। প্ৰতিজন স্কাউটে খেল-ধেমালি, প্ৰতিযোগিতা, শিবিৰৰ শিক্ষা (কেম্পিং, খোজকাঢ়ি বহুদূৰ ভ্ৰমণ কৰা (হাইকিং), অৰণ্য কলা অধ্যয়ন, প্ৰকৃতি পাঠ অধ্যয়ন, পেট্ৰল পদ্ধতি, ব্যাজিং পদ্ধতি আৰু গুডটাৰ্ণত অংশ ল'ব লাগে। প্ৰতিজন স্কাউটে স্কাউট প্ৰতিজ্ঞা কৰিব লাগে। তেওঁলোকৰ বাবে কেইটামান নীতি নিৰ্ণয় কৰা আছে।

### সামৰণি

প্ৰকৃততে স্কাউটিং শিক্ষাই ল'ৰা-ছোৱালীক নিয়মানুৱৰ্তী, সৎসাহসী, সৎ মনোবৃত্তিৰ হ'বলৈ শিকায়। বেডেন পাৱেলে যুৱকসকলক চৰিত্ৰ গঠন, শিক্ষাদান কৰি এজন সু-নাগৰিক আৰু আনৰ সেৱাৰ বাবে উপযুক্ত কৰি গঢ়ি তোলাৰ লক্ষ্য আগত ৰাখি স্কাউটক এক ক্ৰীড়া হিচাপে বিবেচনা কৰিছিল।

আজি বিশ্বৰ প্ৰায় ১২০ খন দেশত কেইবালাখো স্কাউট আৰু গাইডৰ সদস্য আছে। ইয়াৰ সদস্যসকল বেলেগ বেলেগ দেশৰ হ'লেও তেওঁলোক ইজনে সিজনক ভ্ৰাতৃজ্ঞান কৰে। বেডেন পাৱেলৰ মৃত্যু হোৱাৰ আজি আধা শতিকাৰো বেছি হ'ল, কিন্তু স্কাউটৰ সংখ্যা কমা নাই। পাৱেলৰ সপোন সাৰ্থক কৰি আজি ই বিশ্বৰ দেশে দেশে বিয়পি পৰিছে।

## লক্ষ্মীনাথ বেজবৰুৱা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ভূমিষ্ঠ নহৈ নৌকাস্থ হ'ল ৰসৰাজ - বহুমুখী প্ৰতিভাৰ আকৰ - সামৰণি

---

*অ' মোৰ আপোনাৰ দেশ*
*অ' মোৰ চিকুণী দেশ*
*এনেখন শুৱলা,*
*এনেখন সুফলা*
*এনেখন মৰমৰ দেশ।*

'— **লক্ষ্মীনাথ বেজবৰুৱা**

### ভূমিকা

ভাষা-সাহিত্য এটা জাতিৰ জীৱনী শক্তি। ইয়াৰ উন্নতি সাধনৰ বাবে লাগিব সাধনা। কোনো এখন দেশ বা এটা জাতিৰ উন্নতিৰ পৰিচায়ক সেই দেশ নাইবা জাতিৰ সাহিত্য। অসমীয়া সাহিত্য সমৃদ্ধিশালী হৈ উঠাৰ অন্তৰালত আছে কেইজনমান ব্যক্তিৰ মহৎ প্ৰচেষ্টা। এই মহৎ ব্যক্তিসকলৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱা অন্যতম। গভীৰ মননশীলতাৰে নতুন পৃথিৱীৰ, নতুন দিগন্তৰ ন-চকুযুৰিত দীপ্তি ঢালি, পৃথিৱীক ন-দৃষ্টিৰে চাই অসমীয়া ভাষা-সাহিত্যৰ পুৰণি ভঁৰালত নতুন সৃষ্টিৰে বিনন্দীয়া কৰি থৈ যোৱা মহান সাহিত্যিক বেজবৰুৱা।

### ভূমিষ্ঠ নহৈ নৌকাস্থ হ'ল ৰসৰাজ

সাহিত্যৰথী, অসমীয়া সাহিত্যৰ সব্যসাঁচী আৰু ৰসৰাজ নামেৰে জনাজাত এইজনা মহান সাহিত্যিক ১৮৬৪ চনৰ কাতি মাহৰ লক্ষ্মী পূৰ্ণিমাৰ চন্দ্ৰমাৰ স্নিগ্ধ মধুৰ

জ্যোৎস্না ভৰা শুভ লগ্নত ভূমিষ্ঠ নহৈ নৌকাস্থ হৈছিল। বিশাল বৰ লুইতত নাৱেৰে গৈ থকা অৱস্থাত লক্ষ্মীনাথৰ জন্ম হৈছিল।

**বহুমুখী প্ৰতিভাৰ আকৰ**

বেজবৰুৱাই তেজপুৰ, লখিমপুৰ, গুৱাহাটী, শিৱসাগৰ আদি ঠাইত শিক্ষা লাভ কৰি প্ৰৱেশিকা পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হৈ কলকাতাত প্ৰথমে ৰিপন কলেজত আৰু পাছত চিটি কলেজত পঢ়ি ফাৰ্ষ্ট আৰ্ট আৰু বি এ পাছ কৰে। এম এ আৰু আইন অধ্যয়ন কৰে যদিও তেওঁ ডিগ্ৰী সম্পূৰ্ণ নকৰিলে। স্বাধীনতা প্ৰয়াসী উচ্চ মনৰ বেজবৰুৱাদেৱে ইংৰাজ চৰকাৰে প্ৰদান কৰা মুন্সিফ পদ গ্ৰহণ নকৰি সেই সময়ৰ বিখ্যাত অসমীয়া ব্যৱসায়ী সদাগৰ ভোলানাথ বৰুৱাৰ লগত ব্যৱসায় আৰম্ভ কৰে। পিছত তেওঁ উৰিষ্যাৰ সম্বলপুৰত স্বাধীনভাৱে কাঠৰ কাৰবাৰ কৰিবলৈ লয়। শৈশৱৰ পৰাই বৈষ্ণৱাদৰ্শৰে প্ৰভাৱান্বিত বেজবৰুৱাই হাতত কুঠাৰ লৈও কলম এৰিব পৰা নাছিল।

কলকাতাত থকা কালত বেজবৰুৱাই বিখ্যাত ঠাকুৰ পৰিয়ালৰ জীয়াৰী প্ৰজ্ঞাসুন্দৰী দেৱীৰ লগত বিবাহপাশত আবদ্ধ হয়। কলিকতীয়া জীৱনে বেজবৰুৱালৈ আনে সাহিত্য সাধনাৰ অফুৰন্ত শক্তি আৰু অনুপ্ৰেৰণা। কলকাতাতেই মিলন হৈছিল অসমীয়া সাহিত্যৰ ত্ৰিমূৰ্তি বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামীৰ। তেওঁলোকৰ প্ৰচেষ্টাতেই জন্ম হয় 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'। ১৮৮৯ চনত প্ৰকাশিত 'জোনাকী'তেই তেওঁৰ প্ৰথম গ্ৰন্থ 'লিটিকাই প্ৰকাশিত হয়। সাহিত্যৰ এনে এটা দিশ নাই যিটোত বেজবৰুৱাই হাত দিয়া নাই। কাব্য, উপন্যাস, নাটক, ব্যংগৰচনা, চুটি গল্প, জীৱনী, আত্মজীৱনী, প্ৰবন্ধ, ৰম্যৰচনা, সংবাদপত্ৰ, শিশুসাহিত্য সকলোতেই তেওঁৰ হাতৰ পৰশ পৰিছে।

*অনন্ত আকাশত বহি কোন তোমালোক*
*কি কাৰণে ধ্যানমগ্ন কিবা দুখ-শোক*
*কি কাথে নিৱিষ্ট চিত্ত কি ভাবে বিভোৰ*
*সামান্য মনুষ্য মই পোৱা নাই ওৰ*

কবিতা ৰচনাৰ ক্ষেত্ৰত বিশেষ গুৰুত্ব আৰোপ নকৰিলেও তেওঁৰ লেখা হৈ পৰিছিল সুন্দৰ কবিতা। এইবোৰ তেওঁৰ একমাত্ৰ কবিতা পুথি 'কদমকলি'ত সন্নিৱিষ্ট হৈ আছে। এই পুথিখনত পুৰণি লোকগীতৰ আৰ্হিত ৰচনা 'ধনবৰ-ৰতনী,' 'মালতী', 'নিমাতী কন্যা' আদি কবিতা আছে। স্বদেশপ্ৰীতি বেজবৰুৱাৰ কবিতাৰ প্ৰধান বৈশিষ্ট্য। বেজবৰুৱাৰ সকলো কবিতাত লাস্যময়ী সুৰৰ ঝঙ্কাৰ নাথাকিব পাৰে, তথাপি তেওঁৰ কবি হৃদয়ৰ দুৱাৰৰ অফুৰন্ত ভাবৰাশি চিৰপ্ৰবাহমান বলিয়া লুইতৰ তৰঙ্গমালাৰ দৰেই বৈছে।

বেজবৰুৱাৰ একমাত্ৰ উপন্যাস 'পদুম কুঁৱৰী'যে হৰদত্ত আৰু বীৰদত্তৰ স্বদেশপ্ৰেমৰ মনোৰম সাক্ষ্যবহন কৰি এখনি উপভোগ্য উপন্যাস বুলি পৰিগণিত হৈছে। অসমীয়া জাতিক সাহিত্যৰ ৰসেৰে বিমোহিত কৰাৰ লগতে হাজাৰ হাজাৰ লোকৰ প্ৰাণত সাহিত্য ৰসৰ সৃষ্টি কৰিছিল তেখেতৰ ১৯২০ চনত প্ৰকাশিত 'বাঁহী'য়ে। অসমীয়া জাতিৰ অন্তৰত কৰ্মপ্ৰেৰণা দিয়াৰ লগতে 'কাছদী আৰু খাৰলী'ৰ সোৱাদ দি জাতীয় চেতনা জগাই

তুলিছিল। ল'ৰা-বুঢ়া-ডেকা সকলোকে সমানে আমোদ দিয়াৰ লগতে তাপিত হৃদয়ত দয়া-ক্ষমা, কৰুণা, সহানুভূতি জগাই তোলা শান্তিৰ বাণীসূচক বেজবৰুৱাৰ মনোৰম সাধুকথাৰ পুথিসমূহ হ'ল 'সাধু কথাৰ কুঁকি', 'বুঢ়ী আইৰ সাধু', 'ককাদেউতা আৰু নাতি ল'ৰা'। শিশুৰ লগতে বয়স্কসকলৰ বাবেও এইবোৰ সুপাঠ্য।

বেজবৰুৱাই অসম বুৰঞ্জীৰ একোটা গৌৰবজ্জ্বল অধ্যায়ৰ কাহিনী গৌৰৱমণ্ডিতকৈ আৰু পতনৰ কাহিনী কৰুণ আৰু ব্যাথা লগাকৈ দাঙি ধৰিছিল 'চক্ৰধ্বজ সিংহ', 'জয়মতী কুঁৱৰী', 'বেলি মাৰ' আদি নাটকৰ যোগেদি। 'সুৰভী', 'জোনবিৰি', 'কেহোঁকলি' আদি তেখেতৰ আধুনিক গল্পৰ পুথি। তেখেতৰ গল্পত প্ৰকাশ পাইছিল দৈনন্দিন জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন, অনুভূতি আদি। ইয়াৰ উদাহৰণ ভদৰী, মুক্তি, লোভ ইত্যাদি। ইয়াৰ উপৰিও প্ৰকৃতিৰ প্ৰেম তেওঁৰ গল্পৰ বিষয় আছিল। ইয়াৰ উদাহৰণ কন্যা গল্প। অসমীয়া গল্প সাহিত্যত বেজবৰুৱাই নতুন যুগৰ সূচনা কৰে।

জোনাকী, বাঁহী আদি কাকতত তেওঁ কৃপাবৰ বৰুৱা ছদ্মনামেৰে হাস্যৰসাত্মক অনেক প্ৰবন্ধ ৰচনা কৰিছিল। তেওঁৰ হাস্যৰসাত্মক পুথিসমূহ হ'ল ঃ 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা', 'কৃপাবৰ বৰুৱাৰ ওভতনি' আৰু 'কৃপাবৰ বৰুৱাৰ ভাবৰ বুৰবুৰণি'। ভগৱৎ কথা, তত্ত্ব কথা, কামত কৃতিত্ব লভিবৰ উপায় তেওঁৰ চিন্তামূলক বিষয়ৰ প্ৰবন্ধ।

'মোৰ জীৱন সোঁৱৰণ' বেজবৰুৱাৰ কৰ্মময় জীৱনৰ হাঁহি-কান্দোনৰ সোণোৱালী স্বাক্ষৰ। জীৱনত লাভ কৰা অনেক অভিজ্ঞতাৰ ভিত্তিত ৰচিত ই এক মহৎ সৃষ্টি । যুগ যুগ ধৰি অসমীয়া জাতিক প্ৰেৰণা যোগাই ভাষা জননীলৈ নৈবেদ্য আগবঢ়াই জ্যোৰ্তিময় পথ প্ৰদৰ্শন কৰি থাকিব আৰু স্বদেশ প্ৰেমেৰে উদ্বুদ্ধ কৰি ৰাখিব তেওঁৰ সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা অসমীয়া জাতিলৈ আগবঢ়োৱা ভাষণে। বৰোদাৰ মহাৰজাৰ দ্বাৰা আমন্ত্ৰিত হৈ বেজবৰুৱাই বৈষ্ণৱ ধৰ্মৰ দৰ্শন সম্পৰ্কে যিটো অতি ভাৱগম্ভীৰ বিস্তৃত তথ্য, উচ্চপৰ্যায়ৰ আলেখ্য দাঙি ধৰিলে সি বেজবৰুৱাক ভাৰত তথা বিশ্বৰ শ্ৰেষ্ঠ সাহিত্যিক, দাৰ্শনিক আৰু মানৱতাবাদীসকলৰ শাৰীত প্ৰতিষ্ঠা কৰিলে। 'ডাওৰীয়া দীননাথ বেজবৰুৱা' নামৰ জীৱনীমূলক গ্ৰন্থখনি সোণত সুৰগা চৰোৱা এখন মহৎ গ্ৰন্থ। এই গ্ৰন্থখনিযে বেজবৰুৱাৰ পিতৃভক্তিৰ পৰিচয় দিছে।

দুয়োহাতেৰে সমানে অস্ত্ৰ চলাব পৰাৰ বাবে অৰ্জুনৰ এটা নাম আছিল সব্যসাচী। বেজবৰুৱাদেৱে সাহিত্যৰ আটাইবিলাক শাখাৰে গ্ৰন্থ কৃতকাৰ্যতাৰে ৰচনা কৰাৰ বাবে তেওঁক অসমীয়া সাহিত্যৰ সব্যসাচী বোলা হয়। তেওঁৰ অন্য এটা উপাধি আছিল সাহিত্যৰথী। বেজবৰুৱাই নিজেও সাহিত্য ৰচিছিল আৰু আনকো উদগ্নি দিছিল আৰু নতুন লেখকসকলৰ ভুল-ত্ৰুটি দেখুৱাই তেওঁলোকক পথ প্ৰদৰ্শন তথা পৰিচালনা কৰিছিল। সেয়ে তেওঁক সাহিত্যৰথী উপাধিৰে বিভূষিত কৰা হৈছিল।

**সামৰণি**

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ পাছত একমাত্ৰ বেজবৰুৱাইহে ভাষা-সাহিত্যৰ সকলো শাখালৈকে অনবদ্য অৱদান আগবঢ়াইছিল। তেওঁৰ লেখাত হাস্যৰসৰ মাজতে

দেশপ্ৰেমৰ ভাৱ গভীৰভাৱে প্ৰকাশ হৈছিল। সাহিত্যৰ জৰিয়তে অসমীয়া মানুহৰ মাজত সংস্কাৰৰ প্ৰয়াসী আছিল সাহিত্যৰথী বেজবৰুৱা। বেজবৰুৱা এজন আশাবাদী আৰু দেশপ্ৰেমিক লোক আছিল। তেওঁৰ ৰচনা কৰা 'অসম সংগীত' নামৰ কবিতাত অসম আৰু অসমীযাৰ ভাষাৰ প্ৰতি থকা তেওঁ অকৃত্ৰিম শ্ৰদ্ধা আৰু ভক্তি প্ৰকাশ পাইছিল। ই আমাৰ জাতীয সংগীতৰ স্থান লাভ কৰিছে আৰু ৰাষ্ট্ৰীয সংগীতৰ পাছতে এই গীতটো অতি আগ্ৰহ শ্ৰদ্ধাৰে গোৱা হয। বেজবৰুৱা আজি আমাৰ মাজত নাই। ১৯৩৮ চনত বেজবৰুৱাই ইহলীলা সম্বৰণ কৰে। তেওঁৰ মৃত্যুৱে অসমীয়া জাতিক মৰ্মাহত কৰি গ'ল, কিন্তু তেওঁৰ মহৎ অৱদানেৰে অসমীযা জাতি চিৰদিনৰ বাবে সমৃদ্ধিশালী হৈ ৰ'ল।

*বাজক ডবা, বাজক শঙ্খ*
*বাজক মৃদঙ্গ খোল*
*অসম আকৌ উন্নতিৰ পথত*
*জয় আই অসম বোল।*

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ এগৰাকী খ্যাতনামা অসমীয়া লেখক (HSLC 1990) ২ অসমীয়া সাহিত্যলৈ লক্ষ্মীনাথ বেজবৰুৱাৰ অৱদান (HS 1999, 2001, 2006) ৩ সাহিত্যৰথী বেজবৰুৱা

# মে' দিৱস

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইতিহাসৰ পাতত মে' দিৱস - শোষণৰ পৰা মুক্তি - সামৰণি

*শ্ৰমিক শ্ৰেণীৰ হাত বোকা মাটিৰে অপৰিষ্কাৰ হ'লেও, ভৰি ধূলি-বালিৰে মলিয়ন হ'লেও তেওঁলোকেইহে সৰাতোকৈ পৰিচ্ছন্ন মানুহ।*

— মাও চে টুং

**ভূমিকা**

এই পৃথিৱীত সৰ্বদা শ্ৰম আৰু শ্ৰমিকৰ জয় হৈ আহিছে। পৃথিৱীখনেই বৰ্তি আছে মানুহৰ শ্ৰমৰ ওপৰত। শ্ৰমৰ অবিহনে আজিৰ উন্নত পৃথিৱীখনৰ সম্ভৱ নহ'লহেঁতেন। শ্ৰমেই মানুহক দি আহিছে সফলতা আৰু উত্তৰণৰ নতুন আশা।

**ইতিহাসৰ পাতত মে' দিৱস**

১ মে' দিনটো সমগ্ৰ বিশ্বতে শ্ৰমিক দিৱস হিচাপে পালন কৰা হয়। এই দিনটোতে আজিৰ পৰা এশ কুৰি বছৰ পূৰ্বে সমগ্ৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ সকলো শ্ৰমিকে মানুহ হিচাপে জীয়াই থকাৰ ন্যূনতম অধিকাৰখিনি সাব্যস্ত কৰিবলৈ মালিক শ্ৰেণীৰ বিৰুদ্ধে আন্দোলন আৰম্ভ কৰিছিল।

অষ্টাদশ শতিকাত ইংলেণ্ডত সূত্ৰপাত ঘটা শিল্প বিপ্লৱে সেই সময়ত সমগ্ৰ বিশ্বৰ মানুহকে প্ৰভাৱিত কৰিছিল। এই শিল্প বিপ্লৱে মানুহৰ আৰ্থ-সামাজিক তথা ৰাজনৈতিক দিশত আমূল পৰিৱৰ্তন সাধন কৰে। এচাম মানুহে শিল্প বিপ্লৱৰ ফলত অহা সুযোগ-সুবিধাৰ সিংহভাগ হস্তগত কৰি সাধাৰণ শ্ৰেণীৰ মানুহক শোষণ কৰাত ব্যস্ত হৈ পৰিল। ফলত এনে এটা পুঁজিবাদী সমাজ ব্যৱস্থাৰ সৃষ্টি হ'ল, যি ব্যৱস্থাত সাধাৰণ শ্ৰেণীৰ মানুহ দৰিদ্ৰ হৈ পৰিল আৰু পুঁজিবাদী শ্ৰেণীটো আৰু অধিক লাভৱান হৈ পৰিল।

এই পুঁজিবাদী সমাজ ব্যৱস্থাত শ্ৰমিকসকলক জন্তু-জানোৱাৰৰ দৰে কামত খটুওৱা হৈছিল। মালিক সম্প্ৰদায়ে শ্ৰমিকসকলৰ সুখ-স্বাচ্ছন্দৰ বাবে অলপো মনোযোগ দিয়া নাছিল। যাৰ বাবে এজন শ্ৰমিকে ১৬ ঘণ্টা পৰ্যন্ত কাম কৰিবলগা হৈছিল। মালিকসকলৰ শোষণৰ কবলৰপৰা শিশুসকলো সাৰিব পৰা নাছিল। শিশুসকলৰ ওপৰতো অত্যাচাৰ-উৎপীড়ন চলোৱা হৈছিল। ঘণ্টাৰ পাছত ঘণ্টা কাম কৰাৰ পাছতো মালিকসকল শিশু শ্ৰমিকৰ ওপৰত সন্তুষ্ট হোৱা নাছিল।

**শোষণৰ পৰা মুক্তি**

কিন্তু 'এশ গৰু মাৰিলে বাঘৰো মৰণ'। শ্ৰমিকসকলে এই শোষণ আৰু উৎপীড়ন বেছি দিন সহি নাথাকিল। মালিক শ্ৰেণীৰ শোষণৰ পৰা মুক্তি পাবলৈ তেওঁলোকে আন্দোলন আৰম্ভ কৰিলে। ১৮০৬ চনত ফিলাডেলফিয়াত শ্ৰমিকসকল একগোট হৈ বিক্ষোভ প্ৰদৰ্শন প্ৰকাশ কৰিলে। ১৮২৭ চনত ফিলাডেলফিয়াত প্ৰথম ট্ৰেড ইউনিয়ন গঠন কৰা হৈছিল।

উনবিংশ শতিকাৰ মাজভাগলৈ মালিক আৰু শ্ৰমিকসকলৰ মাজত বিভেদ ক্ৰমাৎ বাঢ়ি আহিবলৈ ধৰিলে। মালিকসকলে শ্ৰমিকসকলক কঠোৰভাৱে দমন কৰিবলৈ চেষ্টা কৰিলে কিন্তু সফল নহ'ল। ১৮৮৬ চনৰ মে'ত শ্ৰমিক আৰু পুলিচৰ মাজত সংঘৰ্ষ হ'ল। বহু মানুহৰ মৃত্যু হ'ল, বহুতক কাৰাদণ্ডৰে দণ্ডিত কৰা হ'ল। কিন্তু শ্ৰমিকসকলে চলোৱা এই ৰক্তক্ষয়ী আন্দোলন অথলে নগ'ল। অৱশেষত মালিকসকলে শ্ৰমিকসকলৰ দাবী মানিবলগীয়া হ'ল।

১৮৮৬ চনৰ ডিচেম্বৰ মাহত ছেণ্ট লুইত অনুষ্ঠিত যুক্তৰাষ্ট্ৰৰ ফেডাৰেচন অব্ লেবাৰৰ এক সভাই ১৮৯০ চনৰ পৰা ১ মে' দিনটো সমগ্ৰ আমেৰিকাত 'মে' দিৱস' হিচাপে পালন কৰিবলৈ স্থিৰ কৰে। ১৮৮৯ চনৰ জুলাইত পেৰিচত অনুষ্ঠিত দ্বিতীয় আন্তৰ্জাতিক প্ৰথম কংগ্ৰেছত 'মে' দিৱস'টো সমগ্ৰ বিশ্বতে শ্ৰমিক শ্ৰেণীৰ সংহতি দিৱস হিচাপে পালন কৰিবলৈ সিদ্ধান্ত লোৱা হয়।

তেতিয়াৰে পৰা বিশ্বৰ সৰহভাগ দেশতে 'মে' দিৱস'ক ছুটীৰ দিন হিচাপে ঘোষণা কৰি এই দিৱসক এক আন্তৰ্জাতিক চৰিত্ৰ দান কৰাৰ লগতে শ্ৰমিকসকলক সন্মান জনোৱা হয়।

**সামৰণি**

শ্ৰমিকসকলৰ কঠোৰ শ্ৰম আৰু ঐক্যবদ্ধ সংগ্ৰামহে আজি আমাক বুজালে শ্ৰমৰ মৰ্যাদা। এই দিৱস পালন কৰি সেয়ে আমি সকলোৱে শ্ৰমিকসকলক সন্মান জনোৱা উচিত।

# 'হবি' বা আজৰি পৰৰ চখ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - প্ৰাচীন কালৰে পৰা আছিল চখ - বিভিন্ন প্ৰকাৰৰ হবি - সামৰণি

**ভূমিকা**

ইংৰাজী 'হবি' (Hobby) শব্দটোক অসমীয়াত চখ বা ৰাপ বোলা হয় যদিও সাধাৰণতে সকলোৱে এই শব্দটো 'হবি' বুলিযেই ব্যৱহাৰ কৰে। চখ বা ৰাপতকৈ 'হবি' শব্দটোহে সাধাৰণতে আমাৰ সকলোৰে চিনাকি। হবি বা চখ শব্দটোৰ আচলতে কোনো বিশেষ সংজ্ঞা বা পৰিচয় আৰু ইয়াৰ কোনো বিশেষ নীতি-নিযমো নাই। কাৰোবাৰ হবি ডাক টিকট সংগ্ৰহ কৰা, কাৰোবাৰ ফুলনি পতা, কাৰোবাৰ আকৌ গান শুনা। সেইদৰে আজৰি পৰত ৰং আৰু ব্ৰাছেৰে ছবি আঁকিও বহুতে আমোদ-আনন্দ পায, কোনোবাই আকৌ ডায়েৰী লিখিও পৰম তৃপ্তি লাভ কৰে। আজৰি সময কটোৱাৰ বাবে কাৰোবাৰ পছন্দ গল্প বা কবিতা লিখা, কাৰোবাৰ আকৌ চখ নতুন নতুন ঠাই ফুৰা। সেইদৰে কেমেৰাত চকু থৈ প্ৰকৃতি আৰু পৃথিৱীৰ মনোমোহা দৃশ্য আৰু মধুৰ মুহূৰ্তক কেমেৰাৰে ধৰি ৰখাটোও বহুতৰে প্ৰিয হবি।

**প্ৰাচীন কালৰে পৰা আছিল চখ**

প্ৰাচীন কালত মানুহে যেতিয়া কেৱল চিকাৰ কৰি, কেৱল মাংস খাই জীৱন নিৰ্বাহ কৰিছিল, তেতিয়া তেওঁলোকৰো আজৰি সময কটোৱাৰ চখ বা হবি আছিল। আজৰি পৰত তেতিয়া মানুহে শিলৰ গুহাৰ বেৰত নানান ছবি আঁকিছিল। তেনেবোৰ ছবি পাছত গুহা, শিলৰ বেৰত আৱিষ্কৃত হৈছে। ছবি অঁকাই বোধহয আছিল মানুহৰ প্ৰথম হবি, প্ৰথম চখ। কিযনো আদিম মানৱৰ ইযাৰ বাহিৰে আন চখৰ কথা এতিযালৈকে মানুহে জানিব পৰা নাই।

**বিভিন্ন প্ৰকাৰৰ হবি**

হবি বিভিন্ন প্ৰকাৰৰ আছে। তাৰে এটা অন্যতম হ'ল সংগ্ৰহ চখ বা কালেকটিং (Collecting) হবি, অৰ্থাৎ, চখৰ কাৰণে কিবা সংগ্ৰহ কৰা। ডাকটিকট সংগ্ৰহ, বিভিন্ন ব্যক্তিৰ চিঠি-পত্ৰ সংগ্ৰহ, পুতলা সংগ্ৰহ, মুদ্ৰা সংগ্ৰহ, কিতাপ সংগ্ৰহ আদি বিভিন্ন প্ৰকাৰৰ সংগ্ৰহ, সংগ্ৰহ চখৰ ভিতৰত পৰে। এইবোৰতেই অৱশ্যে সংগ্ৰহ-চখৰ কাহিনী শেষ নহয়। বিভিন্ন বিখ্যাত লোকৰ স্বাক্ষৰ বা অটোগ্ৰাফ সংগ্ৰহো আজি বহুতৰে প্ৰিয় হবি বা চখ। সময় যিমানে আগবাঢিছে, সভ্যতা যিমানে উন্নত হৈছে, সিমানেই অৱসৰৰ সময কটাবৰ বাবে মানুহে সৃষ্টি কৰিছে নানান বিচিত্ৰ চখ। কোনোবাই সংগ্ৰহ কৰে দুষ্প্ৰাপ্য পাণ্ডুলিপি, কোনোবাই আকৌ গোটাই বিখ্যাত শিল্পীসকলে অঁকা ছবি। তেনেকৈ কোনোবাই বিভিন্ন ঠাইৰ পৰা অতি কষ্টেৰে হ'লেও সংগ্ৰহ কৰে নানান ঐতিহাসিক আৰু পৌৰাণিক সামগ্ৰী।

সংগ্ৰহ-চখ বা কালেকটিং হবিৰ পিছৰ বিভাগটো হ'ল সৃজন-চখ বা ক্ৰিয়েটিভ (Creative) হবি। ইংৰাজীত ক্ৰিয়েটিভ শব্দৰ অৰ্থ হ'ল কিবা এটা সৃষ্টি কৰা। এনেদৰে আজৰি পৰত কৰা যিকোনো সৃষ্টিশীল কামকে ক্ৰিয়েটিভ হবি বুলিব পাৰি। আজৰি পৰত

বহুতে মটৰ গাড়ী, জাহাজ বা উৰাজাহাজৰ আৰ্হি (Model) নিৰ্মাণ কৰে। সেইদৰে ট্ৰেনজিষ্টৰ, ৰেডিঅ'ৰ আৰ্হি, ৰেডিঅ'-ট্ৰেন্সমিটাৰৰ আৰ্হি বা এনেধৰণৰ আন সৃষ্টিকৰ্মকো আজিকালি ক্ৰিয়েটিভ হবিৰ ভিতৰত ধৰা হৈছে। আজৰি পৰত ছবি আঁকা, গল্প, কবিতা লিখাও অতি জনপ্ৰিয় আৰু অন্যতম সৃষ্টিশীল হবি।

হবি হ'ল দৈনন্দিন কাম-কাজৰ মাজৰ আজৰি সময়খিনি আনন্দেৰে ভৰাই তোলা নিচা। পোহনীয়া জীৱ-জন্তুৰ লগত উমলিও সেই আনন্দ পাব পাৰি। সেয়ে নিজৰ ইচ্ছামতে কুকুৰ-মেকুৰী পোহাও বহুতৰে অন্যতম হবি। ডাকটিকট বা মুদ্ৰা সংগ্ৰহৰ দৰেই বিভিন্ন বেজ (bedge) বা বিভিন্ন ঘটনাৰ লগত জড়িত বিভিন্ন স্মাৰক চিহ্ন (souvenir) গোটোৱাটোও বহুতৰে প্ৰিয় হবি বা চখ। সময়ৰ লগে লগে মানুহৰ চখ বা হবিও সলনি হৈছে। এসময়ত ৰজা-মহাৰজাসকলৰ চখ আছিল জীৱ-জন্তু চিকাৰ কৰা। মানুহৰ এই সামান্য চখৰ বাবে কিমান যে বন্যপ্ৰাণী পৃথিৱীৰ পৰা নোহোৱা হৈছে তাৰ কোনো সঠিক হিচাপ পাব্লৈ নাই। চখৰ চিকাৰৰ বাবেই বিলুপ্ত হৈছে মৰিছাছৰ ড'ড' চৰাই। আজিকালি অৱশ্যে বন্যপ্ৰাণী আৰু পৰিৱেশক লৈ সমগ্ৰ পৃথিৱী সজাগ হৈছে। আপুৰুগীয়া বন্যপ্ৰাণী চিকাৰ কৰাটোও নিষিদ্ধ কৰা হৈছে।

**সামৰণি**

হবি কেৱল আজৰি সময়খিনি আনন্দেৰে ভৰাই তুলিব পৰা এক আহিলাই নহয়। হবিৰ পৰা নানান কথা শিকিবও পাৰি। ডাকটিকট সংগ্ৰহ যাৰ হবি, তেওঁলোকে দেশ-বিদেশৰ ইতিহাস, ভূগোল আৰু ৰাজনীতি সম্পৰ্কে বহু কথা এই হবিৰ যোগেদিয়েই জনাৰ সুযোগ লাভ কৰে। ছাত্ৰ অৱস্থাত এনে ধৰণৰ ৰুচি বহুতৰে জীৱনত ঘটে। তাৰে কিছুমানৰ গোটেই জীৱন জুৰি এই অভ্যাস ৰৈ যায়। বহু বছৰ জোৰা এনে হবিৰ ফলত নিজৰ জ্ঞান বৃদ্ধিৰ উপৰিও আনৰো কামত আহে।

# সমাজত সংবাদপত্ৰৰ প্ৰভাৱ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইতিহাসৰ বুকুত সংবাদপত্ৰ - জনশিক্ষাৰ মাধ্যম হিচাপে সংবাদপত্ৰ - সামৰণি

**ভূমিকা**

সংবাদপত্ৰ সাম্প্ৰতিক কালত মানুহৰ নিত্য সংগী। সমাজ জীৱনতো ইয়াৰ প্ৰভাৱ অপৰিসীম। মানুহৰ ক্ৰমবৰ্দ্ধমান বহুমুখী চেতনাৰ লগে লগে সংবাদপত্ৰৰ দায়িত্বও বাঢ়িছে। সভ্যতাৰ ইতিহাসত বিজ্ঞানৰ যিমানবোৰ শ্ৰেষ্ঠ অৱদান আছে, সংবাদপত্ৰ তাৰ অন্যতম। সংবাদপত্ৰৰ সহায়ত আমি ঘৰতে বহিও বহিৰ্বিশ্বৰ লগত পৰিচিত হ'ব পাৰো। সংবাদপত্ৰই পাৰস্পৰিক দূৰত্ব হ্ৰাস কৰি বিশ্বক পাঠকৰ ঘনিষ্ঠ কৰি তোলে। সংবাদপত্ৰৰ

বাবেই আমি পৃথিৱীৰ মানুহৰ দুখ-দুখৰ লগত একাত্ম অনুভৱ কৰোঁ, পৃথিৱীৰ হৃদস্পন্দন আমাৰ হৃদয়ত অনুভৱ কৰোঁ। নিমিষতে যেন আমাৰ বিশ্বদৰ্শন ঘটে। মানৱ সমাজত সংবাদপত্ৰৰ ইযেই শ্ৰেষ্ঠ দান।

**ইতিহাসৰ বুকুত সংবাদপত্ৰ**

প্ৰাচীন কালত যাযাবৰী মানুহে এঠাইৰ পৰা সিঠাইলৈ যাতায়াত কৰোঁতে বাটত দেখা বিভিন্ন ঘটনা, অভিজ্ঞতা বা বিভিন্ন ঠাইৰ গল্পাদি কৌতূহলী শ্ৰোতাক কৈ শুনাইছিল। মধ্যযুগতো এক ধৰণৰ ৰাজকীয় সংবাদপত্ৰৰ সন্ধান পোৱা যায়। কিন্তু এইবোৰ সংবাদপত্ৰৰ জনজীৱনৰ লগত কোনো সম্পৰ্ক নাছিল। সাম্প্ৰতিক কালৰ সংবাদপত্ৰৰ প্ৰথম প্ৰকাশ চীনত হয় বুলি জনা যায। চীনতে কাগজ আৰু ছপাশালৰো উদ্ভৱ আৰু বিকাশ ঘটে। ভাৰতত সংবাদপত্ৰৰ শুভ সূচনা হয় ইংৰাজসকলৰ হাতত। বৰ্তমানে ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা কেইবাহাজাৰো সংবাদপত্ৰ নিযমীয়াকৈ প্ৰকাশ হয।

**জনশিক্ষাৰ মাধ্যম হিচাপে সংবাদপত্ৰ**

সংবাদপত্ৰ আৱিষ্কাৰৰ পাছত বহু দিন ই কেৱল চহৰ অঞ্চলৰ পাঠকৰ মাজতে সীমাবদ্ধ আছিল। কিন্তু শিক্ষা বিস্তাৰৰ ফলত সংবাদপত্ৰৰ চাহিদা চহৰ অঞ্চলৰ সীমা অতিক্ৰমী গ্ৰামাঞ্চললৈও বিয়পি পৰে। বৰ্তমানে সংবাদপত্ৰ জনশিক্ষাৰ শ্ৰেষ্ঠ মাধ্যম।

জাতীয় জীৱন আৰু জনমত গঠনত সংবাদপত্ৰৰ প্ৰভাৱ অপৰিসীম। সংবাদপত্ৰত বহিৰ্বিশ্বৰ বিভিন্ন সংবাদৰ লগতে প্ৰধান প্ৰধান ঘটনাসমূহৰ আলোচনা, ভাষ্য, ক্ৰীডা আৰু নানা বিষযৰ প্ৰবন্ধ আদিও প্ৰকাশ হয। সংবাদপত্ৰই জনসাধাৰণৰ ৰাজনৈতিক চেতনা বৃদ্ধি কৰে। গণতান্ত্ৰিক ৰাষ্ট্ৰত সংবাদপত্ৰৰ এই প্ৰভাৱ অত্যন্ত গুৰুত্বপূৰ্ণ। সংবাদপত্ৰৰ যোগেদিয়েই জনসাধাৰণ ৰাজনৈতিক সমস্যাবোৰৰ বিষয়ে অৱগত আৰু সচেতন হয়। জনমত গঠন আৰু পৰিচালনাতো সংবাদপত্ৰৰ ভূমিকা স্মৰণীয়।

গণতান্ত্ৰিক ৰাষ্ট্ৰত সংবাদপত্ৰৰ দাযিত্বও অপৰিসীম। সংবাদপত্ৰক গণতন্ত্ৰ আৰু স্বাধীনতাৰ সদা জাগ্ৰত নিৰ্ভীক প্ৰহৰী আখ্যা দিয়া হয়। জনসাধাৰণক ৰাজনৈতিক চেতনাৰে উদ্বুদ্ধ কৰি আৰু সমাজনীতি, অৰ্থনীতি, ৰাষ্ট্ৰনীতি আদি সমস্যাবোৰৰ সমাধানত সংবাদপত্ৰই জনসাধাৰণক সহায় কৰে। গণতান্ত্ৰিক ৰাষ্ট্ৰত সংবাদপত্ৰই কেৱল সংবাদেই বহন নকৰে, জনসাধাৰণৰ মাজত শিক্ষা বিস্তাৰতো ইয়াৰ ভূমিকা অনস্বীকাৰ্য। সংবাদপত্ৰৰ চৰিত্ৰ যদি অতিশয় চৰকাৰ বিৰোধী বা চৰকাৰ সমৰ্থক হয়, অথবা বিশেষ স্বাৰ্থ সংশ্লিষ্ট হয়, তেতিয়া ই জনসাধাৰণৰ বাবে মাৰাত্মক হৈ উঠিব পাৰে। ইয়াৰ ফলত স্বাধীন মত প্ৰকাশৰ পথো বন্ধ হৈ যোৱাৰ সম্ভাৱনা নথকা নহয়। চৰকাৰৰ নিৰ্বিচাৰ সমৰ্থন আৰু নিৰ্বিচাৰ বিৰোধিতা, এই দুযোটাই দেশৰ বাবে সমভাৱে ক্ষতিকৰ। ইয়াৰ বাবে সংবাদপত্ৰক চৰকাৰী আৰু দলীয় প্ৰভাৱৰ পৰা মুক্ত কৰি ৰখা আৱশ্যক। সংবাদপত্ৰ গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ। নিৰপেক্ষতাই সংবাদপত্ৰৰ চৰিত্ৰ, নিৰ্ভীকতাই ইয়াৰ লক্ষণ আৰু গণতান্ত্ৰিক অধিকাৰ সংৰক্ষণেই ইযাৰ পৱিত্ৰ দায়িত্ব। সংবাদপত্ৰ জনসাধাৰণৰ বিচাৰালয়, নিত্য সচল সং।

**সামৰণি**

আমাৰ দেশত সংবাদপত্ৰৰ অধিক বিস্তাৰৰ প্ৰযোজন আছে। জনশিক্ষাৰ প্ৰধান মাধ্যম সংবাদপত্ৰৰ গুৰুত্ব যাতে আমাৰ দেশৰ অল্পশিক্ষিত লোকসকলে বুজিব পাৰে তাৰো ব্যৱস্থা কৰা একান্ত প্ৰযোজন।

*লগতে চাওক ঃ সংবাদপত্ৰ বা বাতৰিকাকত*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - মহৰমৰ পৱিত্ৰ ইতিহাস - সামৰণি

# মহৰম

**ভূমিকা**

ইছলাম ধৰ্মাৱলম্বী লোকসকলৰ ধৰ্মীয় অনুষ্ঠানসমূহৰ ভিতৰত ঈদৰ পিছতে আন এক অনুষ্ঠান হ'ল মহৰম। ইছলাম ধৰ্মৰ প্ৰতিষ্ঠাতা হজৰত মহম্মদৰ নাতি হোছেনৰ মৃত্যুৰ স্মৃতিত এই উৎসৱ পৃথিৱীৰ সমগ্ৰ ইছলাম ধৰ্মাৱলম্বীলোকে এক অতি পৱিত্ৰ দিন হিচাপে পালন কৰে। চিয়া সম্প্ৰদাযভুক্ত মুছলমানসকলৰ পালনীয় অনুষ্ঠান হোৱা সত্ত্বেও ইয়াৰ অন্তৰ্নিহিত ভাৱ গম্ভীৰতাই মহৰমক সমগ্ৰ মুছলমান সম্প্ৰদাযৰ মাজত এক সাৰ্বজনীন ৰূপ দিছে।

**মহৰমৰ পৱিত্ৰ ইতিহাস**

মহৰম মাহটোক মুছলমানসকলে অতি পৱিত্ৰ মাহ বুলি ভাৱে। এই মাহ হ'ল আৰবীয বছৰৰ প্ৰথম মাহ। এই মাহতে হজৰত মহম্মদে জন্ম গ্ৰহণ কৰিছিল। মুছলমানসকলৰ বিশ্বাস ঃ এই মাহতেই পৃথিৱীৰ সৃষ্টি হৈছিল। ধৰ্মপ্ৰাণ হোছেনে এই মাহতেই কাৰবালাৰ মৰুৰ বুকুত সপৰিয়ালে কৰুণভাৱে মৃত্যু মুখত পৰিছিল। এই পৱিত্ৰ মাহত অনুষ্ঠিত মহৰম উৎসৱটোও তেওঁলোকৰ বাবে অতি পৱিত্ৰ অনুষ্ঠান।

হজৰত মহম্মদৰ কন্যা ফাতেমাৰ স্বামী হজৰত আলী। মহম্মদৰ মৃত্যুৰ পিছত তেওঁ ধৰ্মাধিকাৰ খলিফাৰ পদ গ্ৰহণ কৰে। এই পদৰ বাবে অভিলাষী আছিল চিৰিয়াৰ শাসনকৰ্তা মাবিযা। সেয়েহে আলীয়ে এই পদ গ্ৰহণ কৰাত মাবিযা তেওঁৰ ওপৰত ক্ষুব্ধ হৈ উঠে। হজৰত আলীৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰ হাছানে মদিনাৰ খলিফাৰ পদ লাভ কৰে, আৰু মাবিয়া ডামাস্কাছৰ খলিফা হয। কিন্তু মাবিয়াৰ লক্ষ্য আছিল মদিনাৰ খলিফাৰ আসনখন। মাবিযাৰ পুত্ৰ এজিদে এই আসনখন দখল কৰাৰ উদ্দেশ্যে হাছান আৰু তেওঁ ভ্ৰাতৃ হোছেনক হত্যা কৰাৰ ষডযন্ত্ৰ কৰে। হাছানে বাধ্য হৈ মাবিয়াৰ লগত সন্ধি কৰি মাবিয়াক মদিনাৰ খলিফাৰ পদ এৰি দিয়ে। সন্ধিৰ চৰ্ত অনুযায়ী মাবিয়াৰ মৃত্যুৰ পাছত মদিনাৰ খলিফাৰ পদ হোছেনে পাব। এই চৰ্তত মাবিয়াৰ পুত্ৰ এজিদ অসন্তুষ্ট হ'ল আৰু

ষড়যন্ত্ৰ কৰি বিষ খুৱাই হাছানক হত্যা কৰে। আনহাতে মাবিয়াৰ মৃত্যুৰ পাছত চৰ্ত অনুসৰি হোছেনক খলিফাৰ পদ নিদি এজিদে মদিনাৰ খলিফাৰ পদ দখল কৰিলে। ফলস্বৰূপে দুয়ো পক্ষৰ মাজত যুদ্ধ আৰম্ভ হ'ল। কিন্তু হোছেনে এজিদক কোনোপধ্যেই পৰাস্ত কৰিব নোৱাৰিলে। এজিদ আছিল নৃশংস চৰিত্ৰৰ লোক। তেওঁৰ অত্যাচাৰত অতিষ্ঠ হৈ কুফাৰ অধিবাসীসকলে হোছেনৰ সাহায্য ভিক্ষা কৰিলে। এদিন সামান্য সংখ্যক অনুচৰ লগত লৈ হোছেনে সপৰিয়ালে কুফা অভিমুখে যাত্ৰা কৰিলে। আশা আছিল ঃ কুফাৰ ধৰ্মভীৰু, শান্তিকামী মুছলমানসকলৰ সহায়ত তেওঁ এজিদক পৰাস্ত কৰিব।

কুফালৈ যাবলৈ হ'লে কাৰবালাৰ বিশাল মৰুভূমি অতিক্ৰম কৰিব লাগে। এই বিশাল মৰুভূমিৰ মাজেদি বৈ গৈছে ইউফ্ৰেটিছ নদী। হোছেন ইউফ্ৰেটিছ নৈৰ পশ্চিম পাৰৰ মৰু প্ৰান্তৰত উপস্থিত হোৱাৰ লগে লগে এজিদৰ সৈন্য বাহিনীয়ে তেওঁৰ পথ অৱৰোধ কৰিলে। সামান্য সংখ্যক সৈন্যৰে এজিদৰ বিশাল বাহিনীৰ মুখামুখি হোৱা অসম্ভৱ। সেযেহে হোছেনে মক্কালৈ উভতি যোৱাৰ চেষ্টা কৰিলে। কিন্তু এজিদৰ সৈন্য বাহিনীয়ে তেওঁলোকৰ উভতি যোৱাৰ পথো অৱৰুদ্ধ কৰিলে। এজিদে প্ৰস্তাৱ দিলে যদি হোছেনে এজিদক খলিফা পদত বৰণ কৰে তেতিয়া তেওঁক নিৰাপদে উভতি যাবলৈ দিয়া হ'ব। কিন্তু হোছেনে এই প্ৰস্তাৱ প্ৰত্যাখান কৰিলে। নিৰুপায় হৈ হোছেনৰ সেই সামান্য সংখ্যক সৈন্যই এজিদৰ বিপুল বাহিনীৰ লগত যুঁজি যুঁজি ছহিদ হ'ল। ইপিনে মৰুৰ বুকুত অসহ্য তাপ, পানী আৰু খাদ্যৰ অভাৱত সকলোৱে হাহাকাৰ কৰিবলৈ ধৰিলে। কাষতে ইউফ্ৰেটিছ নদীৰ বিশাল জলৰাশি, কিন্তু এজিদৰ নিষ্ঠুৰ সৈন্য বাহিনীয়ে তাৰ পৰা এটোপা পানী আনিবলৈও নিদিয়ে। নাৰী আৰু শিশুৰ কান্দোনত কাৰবালাৰ প্ৰান্তৰত হাহাকাৰৰ সৃষ্টি কৰিলে। হাজাৰ কাকুতি-মিনতিতো এজিদৰ নিষ্ঠুৰ সৈন্যবাহিনীৰ সামান্যতমো অন্তৰ নগলিল। হোছেন আৰু তেওঁৰ সংগীসকলৰ দুৰ্দশা চাই তেওঁলোকে নিষ্ঠুৰ আনন্দ লাভ কৰিলে। এটোপাল পানীৰ অভাৱত হোছেনৰ শিশু পুত্ৰৰ মুমূৰ্ষু অৱস্থা। উপায়হীন হৈ হোছেনে শিশুটিক কোলাত লৈ এজন সৈন্যৰ ওচৰত এটোপা পানী ভিক্ষা কৰিলে, কিন্তু নিষ্ঠুৰ সৈন্যই পানীৰ সলনি এপাট কাঁড়েৰে শিশুটিক হত্যা কৰিলে। ৰক্তাক্ত সন্তানক লৈ গৈ হোছেনে তাৰ মাতৃৰ কোলাত তুলি দি ক'লে 'লোৱা তোমাৰ পুত্ৰক স্বৰ্গীয় পানী খুৱাই আনিছোঁ'।

ক্ৰমান্বয়ে অৱস্থা শোচনীয় হৈ আহিল। এফালে এদল তৃষ্ণাৰ্ত মানুহ তিলতিলকৈ মৃত্যুৰ মুখলৈ যাত্ৰা কৰিছে, অন্যহাতে শত্ৰুৰ দুদৰ্শা দেখি এজিদে পৈশাচিক আনন্দ লাভ কৰিছে। এই মৰ্মন্তুদ হৃদয় বিদাৰক দৃশ্য হোছেনে নিৰুপায় হৈ চাই থাকিব লগা হৈছিল। কৰুণ নয়নেৰে তেওঁ তেওঁৰ আত্মীয়-কুটুম্ব, পত্নী-সন্তান সকলোকে নেদেখাজনৰ চৰণত অৰ্পণ কৰিলে। অৱশেষত হোছেনক তেওঁৰ শিবিৰতে শত্ৰু সৈন্যই হত্যা কৰি এজিদৰ খলিফাৰ পদ নিষ্কণ্টক কৰিলে।

পবিত্ৰ মহৰম মাহৰ ১০ তাৰিখে ধৰ্ম আৰু সত্য ৰক্ষাৰ বাবে হোছেন সপৰিবাৰে শ্বহীদ হ'ল। সেয়েহে বছৰৰ এই দিনটোতে মহৰম উৎসৱ পালন কৰা হয়। চিয়া সম্প্ৰদায়ভুক্ত

মুছলমানসকলে সেইদিনা ক'লা পোছাক পৰিধান কৰি শোভাযাত্ৰা কৰে। শোভাযাত্ৰাৰ লগত আনে হোছেন সমাধি মন্দিৰৰ অনুকৰণত নিৰ্মিত সু-সজ্জিত তাজিয়া। শিশু, বৃদ্ধ সকলোৱে বুকুত চপৰিয়াই 'হায় হাছান, হায় হোছেন' শব্দেৰে পথ অতিক্ৰম কৰে।

**সামৰণি**

মহৰমৰ তাৎপৰ্য মানেই হাছান-হোছেনৰ ধৰ্ম ৰক্ষাৰ্থে জীৱন আহুতি দিয়াৰ কাহিনীৰ ব্যাখ্যা। ধৰ্মীয় কাৰণে এই পৃথিৱীত বহু লোকে মৃত্যু বৰণ কৰিছে। তেওঁলোকৰ কোনোৱে যুদ্ধ ক্ষেত্ৰত মৃত্যু বৰণ কৰিছে, কোনোৱেবো প্ৰিয় শিষ্যৰ বিশ্বাসঘাটকতাত হাঁহিমুখে আত্ম বিসৰ্জন দিছে। কিন্তু হোছেনৰ দৰে কৰুণ মৃত্যুৰ ঘটনাটোৰ কাৰুণ্যই ধৰ্মীয় সীমা অতিক্ৰম কৰি মানৱধৰ্মক প্ৰতিষ্ঠা কৰিছে। মানুহৰ বাবে মানুহে কৰা আত্মোৎসৰ্গ সমগ্ৰ মানৱ জাতিৰ বাবেই অতুলনীয় আদৰ্শ হৈ ৰ'ব।

# শিক্ষামূলক ভ্ৰমণ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বিদ্যা অৰ্জনৰ অভিনৱ উপায় - শিক্ষামূলক ভ্ৰমণৰ গুৰুত্ব - সামৰণি

*পুৰণি গুচাই নতুন কথা প্ৰৱৰ্তাব নোৱাৰিলে মানুহৰ বা দেশৰ উদ্‌গতি নহয়। কিন্তু ভিন দেশ নেদেখা মানুহে পুৰণি একো কথাকে লৰচৰ কৰিব নিদিয়ে, সিহঁতে পুৰণি সকলোকে ভাল আৰু ন সকলোকে বেয়া দেখে। এতেকে এই শ্ৰেণী মানুহৰ কদাপি উন্নতি নহয়।*

**— সত্যনাথ বৰা**

**ভূমিকা**

পুথিগত বিদ্যাৰ জৰিয়তে আমি বৰ্তমান পৃথিৱীৰ বুৰঞ্জী, ভুগোল, বিজ্ঞান, সভ্যতা আদিৰ বিষযে জানিব পাৰো। এই শিক্ষাই আমাক পৰীক্ষাত উত্তীৰ্ণ হোৱাত সহায কৰাৰ লগতে এটা ডিগ্ৰী তথা সংস্থান পোৱাতো সহায কৰে। কিন্তু ইয়াৰ দ্বাৰা আমি সম্পূৰ্ণ জ্ঞান আহৰণ কৰিব নোৱাৰোঁ। ছাত্ৰ-ছাত্ৰীসকলে দেশৰ লোক-সংস্কৃতি, সমাজ ব্যৱস্থা আদিৰ বিষয়ে ভালদৰে জানিবলৈ হ'লে ভ্ৰমণ কৰাতো অতি প্ৰয়োজনীয়। ভ্ৰমণৰ জৰিয়তে বিভিন্ন ৰাজ্যৰ কলা-সংস্কৃতি আদিৰ বিষয়ে ভালদৰে জানিব পৰা যায়। সেয়ে বৰ্তমানে সকলো স্কুল-কলেজত শিক্ষামূলক ভ্ৰমণ সংযোজন কৰা হৈছে আৰু ইয়াৰ গুৰুত্বও বৃদ্ধি পাইছে। ভ্ৰমণে এখন ৰাষ্ট্ৰৰ লগত আন এখন ৰাষ্ট্ৰৰ, এখন ৰাজ্যৰ লগত আনখন ৰাজ্যৰ নিবিড সম্পৰ্ক গঢ়ি তোলে। কিতাপত যিবোৰ বিষয় পঢ়িবলৈ পোৱা যায়, যিবোৰ দেশৰ বিষয়ে জানিবলৈ পোৱা যায়, ভ্ৰমণৰ জৰিয়তে তাৰ সবিশেষ তথ্য প্ৰত্যক্ষভাৱে জানিব পাৰি।

**বিদ্যা অৰ্জনৰ অভিনৱ উপায়**

স্কুল-কলেজত পুথিগত বিদ্যাক যিমানে গুৰুত্ব দিয়া নহওক কিয়, এই বিদ্যা আচলতে দ্বিতীয় পৰ্যায়ৰ বিদ্যা। সেই কাৰণে ইংৰাজীত কোৱা হয় Book knowledge is second hand knowledge মানৱ সৃষ্ট বিবিধ কীৰ্তি, গিৰিপথ, নদ-নদী, জীৱ-জন্তু, মৰুভূমি আদিৰে ভৰা। এই বিশাল পৃথিৱী অফুৰন্ত জ্ঞানৰ ভঁৰাল। এই বিশাল জ্ঞান আজিলৈকে ৰচিত হোৱা পুথিসমূহত অন্তৰ্ভুক্ত কৰা হৈছে। এজন মানুহৰ পক্ষে গোটেই পৃথিৱীখন ঘূৰি ঘূৰি জ্ঞান আহৰণ কৰাটো সম্ভৱ নহয। সেয়েহে তেনে অৱস্থাত মানুহে পুথি অধ্যয়নৰ জৰিয়তেই এই জ্ঞান আহৰণৰ চেষ্টা কৰে। বৰ্তমান শিক্ষা ব্যৱস্থাত সেযেহে শিক্ষামূলক ভ্ৰমণক অন্তৰ্ভুক্ত কৰা হৈছে। ছাত্ৰসকলে যাতে দেশৰ বুৰঞ্জীপ্ৰসিদ্ধ, ভৌগোলিক বৈশিষ্ট্যপূৰ্ণ স্থানসমূহ ভ্ৰমণ কৰি বাস্তৱৰ লগত পৰিচিত হ'ব পাৰে তাৰ ব্যৱস্থা কৰা হৈছে। দেশৰ বিশিষ্ট কবি, সাহিত্যিক, বুদ্ধিজীৱিসকলৰ জন্মস্থান, সাংস্কৃতিক আৰু ভৌগোলিক বৈশিষ্ট্যপূৰ্ণ স্থানসমূহ বন্ধৰ দিনৰ আদিত পৰিদৰ্শন কৰি আহিব পাৰি। স্কুল-কলেজৰ পৰা ভ্ৰমণৰ বাবে অৰ্থ সাহায্যও দিযা হয। স্কুল বা কলেজত এজন শিক্ষকে দায়িত্ব লৈ এই কাৰ্য সম্পাদন কৰে।

**শিক্ষামূলক ভ্ৰমণৰ গুৰুত্ব**

ছাত্ৰ-ছাত্ৰীৰ শিক্ষামূলক ভ্ৰমণৰ বিশেষ গুৰুত্ব আছে। ই ছাত্ৰ-ছাত্ৰীৰ চিন্তাশক্তি সবল কৰি তোলে। দেশৰ অৰ্থনৈতিক, সাংস্কৃতিক আৰু ভৌগোলিক অৱস্থাৰ লগত ভ্ৰমণে ছাত্ৰ-ছাত্ৰীক পৰিচয কৰাই দিযে। ফলত ছাত্ৰ-ছাত্ৰীৰ চিন্তাশক্তি আৰু ভাৱ প্ৰকাশৰ ক্ষমতা বৃদ্ধি পায। নিজৰ দেশ সম্পৰ্কে পুথিগত জ্ঞানৰ লগতে নিজে দেখা চাক্ষুস অৱস্থাৰ মিল আৰু অমিল দেখি দেশৰ পৰিৱৰ্তনশীলতাৰ বিষয়ে জানিব পাৰে। সেয়েহে ক'ব পাৰি দেশ ভ্ৰমণে শিক্ষাক পূৰ্ণতা প্ৰদান কৰে। তদুপৰি ছাত্ৰ-ছাত্ৰীৰ মনৰ পৰা সংকীৰ্ণতাৰ ভাৱ দূৰ হয। মানুহৰ লগত কথা-বতৰা পাতি বিভিন্ন ঠাইৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, ধৰ্ম-কৰ্মৰ লগত পৰিচিত হ'ব পৰা যায়। এই শিক্ষামূলক ভ্ৰমণৰ ফলত মানৱ সংস্কৃতিৰ বিকাশৰ পথ সুগম হয়। অতীজত ভাৰতলৈ অহা পৰিব্ৰাজক হিউ-বেন-চাং, ফাহিয়ান, আলবেৰুনী আদিয়ে দেশ ভ্ৰমণ কৰি যি বৃত্তান্ত লিপিবদ্ধ কৰি থৈ গৈছে সেইবোৰ এতিযা আমাৰ দেশৰ চিৰস্থায়ী সাংস্কৃতিক সম্পদ। তেওঁলোকৰ ৰচনাৰ পৰা সেই সময়ৰ অৰ্থনীতি, সমাজনীতি, সামাজিক, সাংস্কৃতিক অৱস্থাৰ কথা ভালদৰে জানিব পাৰি। ঠিক একেদৰে ছাত্ৰ-ছাত্ৰীসকলেও শিক্ষামূলক ভ্ৰমণৰ ফলত দেশৰ প্ৰাকৃতিক, সাংস্কৃতিক, সামাজিক অৱস্থাৰ কথা প্ৰকাশৰ অনুপ্ৰেৰণা লাভ কৰে। দেশ ভ্ৰমণৰ ফলত ছাত্ৰ-ছাত্ৰীৰ মনত স্বদেশ প্ৰেম জাগ্ৰত হয়, দেশৰ উন্নতিৰ বাবে মন-প্ৰাণ উদ্বুদ্ধ হৈ উঠে। ইয়াৰ উপৰি তেওঁলোকৰ মনত ভ্ৰাতৃত্ববোধ জাগ্ৰত হয়। সেয়ে এই ভ্ৰমণে ছাত্ৰ-ছাত্ৰীৰ কেৱল যে পুথিগত জ্ঞানৰ সম্পূৰ্ণতা আনি দিয়ে এনে নহয় লগে লগে ছাত্ৰ-ছাত্ৰীৰ মনত দেশপ্ৰেম আৰু মনুষ্যত্বৰ এক উন্নত বোধো প্ৰদান কৰে।

**সামৰণি**

আধুনিক শিক্ষা ব্যৱস্থাত শিক্ষামূলক ভ্ৰমণৰ গুৰুত্ব অতি বেছি। ইয়াৰ বাবে চৰকাৰে স্কুল-কলেজসমূহলৈ আৰ্থিক অনুদানো আগবঢ়ায়। সেয়ে শিক্ষকসকলেও ছাত্ৰ-ছাত্ৰীসকলক শিক্ষামূলক ভ্ৰমণৰ বাবে উৎসাহ-উদ্দীপনা যোগোৱা অতি আৱশ্যক। আজি গোটেই পৃথিৱীতে মনুষ্যত্বৰ আদৰ্শ বিবৰ্জিত হৈছে, শিক্ষাৰ লগত জীৱনৰ সংযোগ নাই। আজি বিশ্বব্যাপী মনুষ্যত্বৰ সংকট ঘনীভূত। মানুহৰ লগত মানুহৰ বন্ধুত্ব স্থাপন হ'লেহে মানৱজাতিৰ কল্যাণ সাধন হ'ব। সেয়ে শিক্ষামূলক ভ্ৰমণ অতি জৰুৰী।

*লগতে চাওক ঃ দেশ ভ্ৰমণ*

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ শিক্ষাৰ মাধ্যমৰূপে দেশ ভ্ৰমণ ২ শিক্ষামূলক ভ্ৰমণ আৰু শিক্ষাৰ সম্পৰ্ক

# মহাত্মা গান্ধী

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জন্ম আৰু শিক্ষা - বিবাহ আৰু ৰাজনৈতিক জীৱনৰ আৰম্ভণি - অহিংসাৰ পূজাৰী বাপুজী - সামৰণি

*মোৰ জীৱনেই মোৰ বাণী।*

— **মহাত্মা গান্ধী**

**ভূমিকা**

কৰ্মই মানুহৰ জীৱনলৈ মহত্ত্ব আনে। সেই মহত্ত্বই পৃথিৱী আলোকিত কৰে। তেনে ব্যক্তিৰ জীৱন পাছৰ যুগৰ বাবে আদৰ্শ হৈ ৰয়। পুণ্যভূমি ভাৰতত যুগে যুগে মহান ব্যক্তিৰ জন্ম হৈছে। সেই মহান ব্যক্তিৰ কৰ্মৰাজিয়ে দেশবাসীক তেওঁৰ ওচৰত কৃতজ্ঞ হৈ থকাৰ সুযোগ দিয়ে। আজি ভাৰতীয়সকলে নিজকে স্বাধীন ৰাষ্ট্ৰৰ নাগৰিক বুলি ক'বলৈ বিচাৰিলে প্ৰথমে স্বীকাৰ কৰিব লাগিব মহামানৱ মহাত্মা গান্ধীৰ ত্যাগ আৰু প্ৰচেষ্টাৰ কথা। এক ভাৰতীয় জাতিৰূপে নিজকে চিনাকি দিব পৰা কৰি তোলাৰ অন্তৰালত মহাত্মা গান্ধীৰ দেশপ্ৰেম অন্যতম বুলিব পাৰি।

**জন্ম আৰু শিক্ষা**

ভাৰতৰ জাতিৰ পিতা বুলি পৰিচিত মহাত্মা গান্ধীৰ জন্ম হৈছিল ১৮৬৯ চনৰ দুই অক্টোবৰত গুজৰাটৰ পোৰবন্দৰত। তেওঁৰ প্ৰথম আৰু প্ৰকৃত নাম আছিল মোহনদাস কৰমচাঁদ গান্ধী। পিতৃৰ নাম আছিল কৰমচাঁদ গান্ধী আৰু মাতৃ পুতলীবাঈ। মোহনদাসে পোৰবন্দৰত প্ৰাথমিক শিক্ষা আৰু ৰাজকোটত হাইস্কুলীয়া শিক্ষা সমাপ্ত কৰিছিল। শৈশৱ কালত মোহনদাস আছিল অতি লাজকুৰীয়া, ভয়াতুৰ কিন্তু সত্যবাদী। ছাত্ৰাৱস্থাত অসৎ সংগত পৰি তেওঁৰ কিছুমান কু-অভ্যাস গঢ় লৈছিল। কিন্তু সোনকালেই তেওঁ নিজক

সংশোধন কৰিলে। মোহনদাসৰ শৈশৱ আৰু কৈশোৰ কালৰ অনেক ঘটনা আছে, যিবোৰে তেওঁৰ চৰিত্ৰক প্ৰকাশ কৰিব পাৰে। শিক্ষকসকলৰ ওচৰত মোহনদাস ভাল ছাত্ৰ আছিল কিন্তু মেধাৱী নাছিল।

**বিবাহ আৰু ৰাজনৈতিক জীৱনৰ আৰম্ভণি**

তেৰ বছৰ বয়সতে মোহনদাস কৰমচাঁদ গান্ধী কস্তুৰীবাঈৰ লগত বিবাহ পাশত আৱদ্ধ হয়। গান্ধীজীয়ে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলেজীয়া শিক্ষা আৰম্ভ কৰে। কিন্তু তাক সম্পূৰ্ণ কৰাৰ আগতেই বেৰিষ্টাৰী পঢ়িবৰ বাবে বিলাতলৈ যাত্ৰা কৰে। ৰীতি-নীতিৰে আৱদ্ধ ৰক্ষণশীল পৰিয়ালৰ সন্তান গান্ধীয়ে পশ্চিমীয়া দেশৰ আদব-কায়দাৰ মাজত কিছু অসুবিধা ভোগ কৰিছিল। কিন্তু সকলো ধৰণৰ বাধা-বিঘিনি, লোভ-মোহক জয় কৰি তেওঁ ১৮৯১ চনত আইন পৰীক্ষাত উত্তীৰ্ণ হৈ স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰে। বোম্বাইৰ উচ্চ ন্যায়ালয়ত তেওঁ কৰ্মজীৱনৰ পাতনি মেলে। কিন্তু সত্যনিষ্ঠতা আৰু লাজকুৰীয়া স্বভাৱৰ বাবেই আইন ব্যৱসায়ত বিশেষ সফলতা লাভ কৰিব নোৱাৰিলে। কিন্তু সেই সময়তে তেওঁৰ জীৱনত প্ৰভাৱ বিস্তাৰ কৰিলে দুজন বিখ্যাত লোকে। তেওঁলোক হ'ল ৰাজনীতিবিদ গোপালকৃষ্ণ গোখলে আৰু দাদাভাই নৌৰজী। তেওঁলোকৰ সান্নিধ্যই গান্ধীৰ জীৱনৰ পট পৰিৱৰ্তন কৰা বুলি ক'ব পাৰি।

১৮৯৩ চনত গান্ধীজী দক্ষিণ আমেৰিকাৰ নাটাললৈ যাত্ৰা কৰে। সেই সময়ত তাত থকা প্ৰবাসী ভাৰতীয় ব্যৱসায়ী আৰু শ্ৰমিকসকলৰ ওপৰত ব্ৰিটিছে নানা ধৰণৰ জোৰ-জুলুম কৰিছিল। তাত থকা ভাৰতীয়সকলক একত্ৰিত কৰি ইংৰাজ শাসনৰ বিৰুদ্ধে কৰা অহিংস আন্দোলনত গান্ধী জয়ী হ'ল। সুদীৰ্ঘ বিছ বছৰ কাল আফ্ৰিকাত থাকি ভাৰতলৈ ঘূৰি অহাৰ সময়ত গান্ধীজীৰ কৃতিত্ব সমগ্ৰ ভাৰতত বিয়পি পৰিছিল।

১৯১৪ চনত স্বদেশলৈ আহি গান্ধীজীয়ে সবৰমতী নামে ঠাইত এখন আশ্ৰম খুলি জনকল্যাণমূলক কামত আত্মনিয়োগ কৰিছিল। সেই সময়ত পৰাধীন ভাৰতৰ জনগণে জাতীয়তাবাদৰ ভাবত উদ্বুদ্ধ হৈ পৰিছিল। ভাৰতৰ স্বাধীনতাৰ বাবে ব্ৰিটিছ চৰকাৰৰ ওচৰত দাবী তুলি এক আন্দোলন গঢ়ি তুলিছিল। ব্ৰিটিছ চৰকাৰে স্বায়ত্ব শাসনৰ প্ৰতিশ্ৰুতি দিয়াৰ বিনিময়ত বিশ্বযুদ্ধত ভাৰতৰ পৰা ধনে-জনে সহায় আদায় কৰিছিল। কিন্তু যুদ্ধৰ অন্তত ব্ৰিটিছসকলে ভাৰতীয়ক দিয়া প্ৰতিশ্ৰুতিত কোনো ধৰণৰ গুৰুত্ব নিদিলে। তাৰ পৰিৱৰ্তে ৰাওলাট আইন, জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ দৰে নিৰ্মমতাহে ভাৰতীয়সকলে লাভ কৰিলে। ফলত সমগ্ৰ ভাৰতবাসী ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে আন্দোলনত জঁপিয়াই পৰিল। ভাৰতত স্বাধীনতাৰ ভাব বিয়পি পৰিল।

**অহিংসাৰ পূজাৰী বাপুজী**

১৯২০ চনত মহাত্মা গান্ধীয়ে স্বৰাজ আন্দোলনৰ কৰ্মপন্থা দাঙি ধৰে। ভাৰতবাসীৰ অন্তৰত জাতীয় ভাৱ জগাই তুলিবলৈ গান্ধীজীয়ে ব্ৰিটিছৰ বিৰুদ্ধে প্ৰবল আন্দোলন গঢ়ি তুলিলে। গান্ধীৰ অহিংস আন্দোলনত সমগ্ৰ ভাৰতবাসীয়ে অংশ গ্ৰহণ কৰিলে। বিদেশী

বস্তু বর্জন, খদ্দৰ কাপোৰৰ প্ৰচলন, যঁতৰত নিজ হাতে সূতা কটাৰ দৰে কিছুমান কাৰ্যসূচী গ্ৰহণ কৰা হ'ল। বন্দে মাতৰম্ ধ্বনিৰে ভাৰতৰ আকাশ-বতাহ মুখৰিত হৈ পৰিল। মহাত্মা গান্ধীক কেন্দ্ৰ কৰি ভাৰতৰ জাতীয় কংগ্ৰেছৰ পতাকাৰ তলত বহুজন যোগ্য নবীন প্ৰবীণ নেতা সমবেত হ'ল। সেই সময়তে ভাৰতৰ জনগণে মোহনদাস কৰমচাঁদ গান্ধীক 'মহাত্মা' গান্ধী নামকৰণ কৰে। 'অহিংসা' আছিল গান্ধীজীৰ আন্দোলনৰ মূল কথা।

ব্ৰিটিছ চৰকাৰে অন্যায়ভাৱে লোণ কৰ লগোৱাৰ প্ৰতিবাদত গান্ধী আৰু তেওঁৰ অনুগামীসকলে 'ডাণ্ডি যাত্ৰা' আৰম্ভ কৰে। সমগ্ৰ ভাৰত লোণ আইন বিৰোধী আন্দোলনত জঁপিয়াই পৰে। ইযাৰ বিপৰীতে ব্ৰিটিছ চৰকাৰে দমন নীতিৰে আন্দোলনকাৰীক বশ্যতা স্বীকাৰ কৰোৱাৰ চেষ্টা কৰিলে। সত্যাগ্ৰহীসকলৰ ওপৰত নানা ধৰণৰ জোৰ-জুলুম আৰু অত্যাচাৰ কৰা হৈছিল। নেতাবোৰক কাৰাৰুদ্ধ কৰি আন্দোলনৰ জোৰ কমোৱাৰ বাবে যত্নবান হৈছিল। কিন্তু ব্ৰিটিছ চৰকাৰৰ দমন নীতিক আওকাণ কৰি ভাৰতবাসীয়ে আন্দোলন চলাই নিলে। নিৰুপায়ত পৰি ব্ৰিটিছ চৰকাৰে ভাৰতবাসীক স্বাযত্ব শাসন প্ৰদানৰ বাবে আলোচনা কৰিবলৈ আমন্ত্ৰণ জনালে। কিন্তু আলোচনা ব্যৰ্থ হয। ১৯৩৫ চনত জাতীয় কংগ্ৰেছে পূৰ্ণ স্বৰাজৰ দাবী ঘোষণা কৰিলে।

১৯৪২ চনৰ আঠ আগষ্টত বোম্বাইত বহা কংগ্ৰেছ অধিবেশনত ভাৰত ত্যাগ আন্দোলনৰ প্ৰস্তাৱ গৃহীত হয। ভাৰত ত্যাগ আন্দোলনৰ তীব্ৰতা বৃদ্ধি হোৱাৰ লগে লগে বহুলোকে প্ৰাণ হেৰুৱালে, বহুজন কাৰাৰুদ্ধ হ'ল। গান্ধীজীয়ে আন্দোলনৰ তীব্ৰতা বৃদ্ধি কৰাৰ অপৰাধত কেইবাবাৰো কাৰাবাস খাটিব লগা হৈছিল। 'কৰিম কিম্বা মৰিম' ধ্বনিৰে গান্ধীজীৰ নেতৃত্বত স্বাধীনতা আন্দোলন একে গতিত চলিযে থাকিল। অহিংস নীতিৰে চলাই যোৱা অসহযোগ আন্দোলন দমন কৰিব নোৱাৰি শেষত ব্ৰিটিছ চৰকাৰে ভাৰতক স্বাধীনতা প্ৰদানৰ কথা ঘোষণা কৰিলে। ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ভাৰত স্বাধীন হ'ল। শৃংখলিত জননী আৰু জননীৰ সন্তানসকলে স্বাধীন দেশত উশাহ ল'লে।

মহামানৱ মহাত্মা গান্ধীযে সমগ্ৰ বিশ্বৰ আগত প্ৰমাণ কৰিলে অহিংসা নীতিৰ প্ৰবলতা। ভাৰতৰ স্বাধীনতা আন্দোলনত জয় লাভেই মহাত্মা গান্ধীৰ জীৱনৰ শেষ কাম নহয। তেওঁ ৰাজনৈতিক বিপ্লৱৰ মাজতে আবদ্ধ হৈ নাথাকি নৈতিক আৰু সামাজিক সংস্কাৰৰো সূচনা কৰিছিল। গান্ধীজী আছিল সৰ্বোদয় আন্দোলন আৰু অস্পৃশত্যা বৰ্জনৰ পথ প্ৰদৰ্শক। জনগণৰ দৰিদ্ৰতা দূৰ কৰিবলৈ স্বাৱলম্বনৰ পথ দেখুৱাইছিল। খদ্দৰ কাপোৰৰ প্ৰচলন, কুটীৰ শিল্পৰ উন্নযন, গ্ৰাম্য জনস্বাস্থ্যৰ উন্নযন আদিৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। সামাজিক উন্নযনৰ বাবে সাম্প্ৰদাযিক সম্প্ৰীতি গঢ়ি তোলা, অস্পৃশ্যতা দূৰীকৰণ, মাদকদ্ৰব্য নিবাৰণ আদি বিভিন্ন সাংগঠনিক কাৰ্যসূচী গান্ধীজীয়ে দেশবাসীৰ সন্মুখত দাঙি ধৰিছিল। সুবিশাল ভাৰতত সুখ-শান্তিৰে পূৰ্ণ ৰামৰাজ্য প্ৰতিষ্ঠাৰ সপোন দেখিছিল। গান্ধীজীয়ে দেশৰ অৱহেলিত হৰিজনসকলৰ উন্নয়নৰ বাবে প্ৰচেষ্টা আগবঢ়াইছিল। শিক্ষাৰ প্ৰসাৰ, সাক্ষৰতাৰ হাৰ বৃদ্ধিৰ প্ৰচেষ্টা, প্ৰাপ্তবয়স্ক শিক্ষা আঁচনি ৰূপায়নৰ বাবে কৰ্ম আঁচনি গ্ৰহণ কৰিছিল। দেশৰ দৰিদ্ৰতমজনৰ সমান বস্ত্ৰ পৰিধান আৰু আহাৰ গ্ৰহণ কৰি গান্ধীজীয়ে

জীৱন অতিবাহিত কৰিছিল। সেযেহে ব্ৰিটিছসকলে তেওঁক 'নঙঠা ফকিৰ' নাম দিছিল। আঁঠু মূৰত চুৰিয়া পিন্ধিযে তেওঁ দেশ-বিদেশ ভ্ৰমণ কৰি ফুৰিছিল। কুষ্ঠৰোগীক সেৱা-শুশ্ৰূষা কৰা, চাৰিবেৰৰ মাজত আবদ্ধ থকা ভাৰতীয় নাৰীক সমাজৰ আগলৈ উলিয়াই অনাত গান্ধীজীয়ে গুৰুত্ব আৰোপ কৰিছিল। বুনিয়াদী শিক্ষাৰ আঁচনি প্ৰস্তুত কৰি গান্ধীজীয়ে ভাৰতৰ শিক্ষা ব্যৱস্থালৈ নতুনত্ব অনাৰ দৰে অৰ্থনৈতিক ক্ষেত্ৰতো অভিনৱ চিন্তা আগবঢাইছিল। ভাৰতীয অৰ্থনীতিত কুটীৰ শিল্পৰ স্থান সম্পৰ্কে তেওঁ গুৰুত্ব আৰোপ অতি উল্লেখযোগ্য কাম আছিল। মহাত্মা আছিল শ্ৰমিকৰ পিতৃ, পথ প্ৰদৰ্শক আৰু বন্ধুস্বৰূপ। মহাত্মা গান্ধীৰ ব্যক্তিত্ব, তত্ত্ব দৰ্শন, সামাজিক বিচাৰ আৰু গঠনমূলক কাৰ্যাৱলীৰ বৰ্ণনা দি শেষ কৰিব নোৱাৰি। এজন ব্যক্তিৰ একক চিন্তাই কেওদিশ সামৰি লোৱাটো সঁচাকৈয়ে আচৰ্যৰ বিষয।

ভাৰতবাসীৰ বাবে দুৰ্ভাগ্যৰ বিষয, স্বাধীন ভাৰতত ৰামৰাজ্যৰ সপোন বাস্তৱায়িত কৰিবলৈ পোৱাৰ আগতেই মহামানৱ মহাত্মা গান্ধীযে এই পৃথিৱীৰ পৰা চিৰ বিদায় ল'ব লগা হ'ল। ১৯৪৮ চনৰ ৩০ জানুৱাৰীত দিল্লীৰ এখন প্ৰাৰ্থনা সভালৈ যাওঁতে নাথুৰাম গডছে নামৰ এগৰাকী আততায়ীৰ গুলীত গান্ধীজীয়ে প্ৰাণ হেৰুৱাব লগা হ'ল। অহিংসা, সত্য আৰু শান্তিৰ বাণী বিয়পাই ফুৰা মহাত্মা গান্ধীৰ এনে মৃত্যু বিশ্বৰ মানৱ জাতিৰ বাবেই অতি পৰিতাপ আৰু লজ্জাজনক কথা।

**সামৰণি**

'মোৰ জীৱনেই মোৰ বাণী'— মানৱ সমাজলৈ এয়া গান্ধীৰ অৱদান। সত্য, অহিংসা আৰু মানৱ প্ৰেমৰ প্ৰতিমূৰ্তি মহাত্মা গান্ধী। তেওঁ বিশ্বৰ এজন শ্ৰেষ্ঠ ৰাজনীতিবিদ। ব্ৰিটিছসকলেও এই কথা স্বীকাৰ কৰিছিল। ভাৰতীয জাতিৰ বাবে মহাত্মা গান্ধী হ'ল জাতিৰ পিতা, বাপুজী। জীৱনৰ প্ৰতি স্তৰতে সত্যৰ অন্বেষণ আছিল তেওঁৰ জীৱনৰ সাধনা। গান্ধীৰ জীৱন দৰ্শন প্ৰকাশ হৈছে 'মোৰ সত্য অন্বেষণৰ কাহিনী'ত। বিলাসিতা আছিল গান্ধীৰ জীৱনৰ বাবে এটা পাপ মাত্ৰ। বিলাসিতাৰ পৰা আঁতৰত থকা মানুহে প্ৰলোভনকে জয কৰিব পাৰে।

'মহাত্মা', অৰ্থাৎ, মহৎ আত্মাৰূপে ভাৰতীয়সকলে তেওঁক মানি ল'লে। মানুহৰ মাজত দেৱতাৰ দৰে অমৃতময় বাণী বিলাই ভাৰতৰ লগতে বিশ্বৱাসীক ধন্য কৰিলে মোহনদাস কৰমচাঁদ গান্ধীয়ে।

> *এজন মানুহৰ সৰ্বপ্ৰধান কাম হ'ল নিজক সহ্য কৰা।*
> — ছিগমুণ্ড ফ্ৰয়েড

**ৰচনাৰ সংকেত ঃ ভূমিকা - স্বাধীনতাৰ দিশে ভাৰত - স্বাধীনতা দিৱসৰ গুৰুত্ব - সামৰণি**

# স্বাধীনতা দিৱস

*পোন্ধৰ আগষ্ট, আমি শৃংখলমুক্ত*
*জাগ্রত আজি ভাৰত মাতা, ভাৰতৰ জনগণ*
*আজি স্বাধীন স্নিগ্ধ মন।*

**ভূমিকা**

স্বাধীনতা মানুহৰ জন্মস্বত্ব। 'স্বাধীন' শব্দৰ অভিধানিক অৰ্থ হ'ল লোকৰ অধীন নোহোৱা অৱস্থা। ব্যক্তিৰ নিজস্ব স্বাধীনতা হ'ল ব্যক্তি স্বাধীনতা। ব্যক্তি স্বাধীনতাক সংৰক্ষিত কৰিবৰ বাবে সংবিধান থাকে, ন্যায়পালিকা থাকে। কিন্তু যদি দেশখনৰে স্বাধীনতা নাথাকে তেন্তে ব্যক্তি স্বাধীনতাৰ প্ৰশ্নই নুঠে। এখন দেশৰ পৰাধীন অৱস্থাই তাৰ জাতীয় ঐতিহ্যত আঘাত হানে। ব্যক্তিৰ ব্যক্তিত্ব বিকাশৰ বাবে যিদৰে স্বাধীনতাৰ প্ৰয়োজন, তেনেদৰে এখন দেশৰ প্ৰগতিৰ বাবে দেশখনৰ স্বাধীনতা অপৰিহাৰ্য। গণতান্ত্ৰিক শাসন ব্যৱস্থাতহে জনগণে প্ৰকৃত স্বাধীনতা ভোগ কৰিবলৈ পায। যিহেতু ইযাত জনগণেই জনগণৰ শাসক। স্বাধীনতা অবিহনে গণতন্ত্ৰ নিৰৰ্থক আৰু গণতন্ত্ৰ অবিহনে ব্যক্তিৰ মতাদৰ্শৰ কোনো মূল্য নাথাকে। সেয়েহে যুগে যুগে সাম্রাজ্যবাদী শাসন-শোষণৰ বিৰুদ্ধে জনগণ বিদ্রোহী হৈ উঠে। ১৬৮৮ চনৰ ইংলেণ্ডৰ গৌৰৱময় বিপ্লৱ, ১৭৭৬ চনৰ আমেৰিকাৰ স্বাধীনতা বিপ্লৱ, ১৭৮৯ চনৰ ফৰাচী বিপ্লৱ আৰু ১৯১৭ চনৰ ৰুছ বিপ্লৱ স্বাধীনতাৰ বাবে শৃংখলিত জনতাৰ বিক্ষোভ। বহু কষ্ট, ত্যাগ আৰু প্ৰচেষ্টাৰ অন্তত প্ৰতিখন দেশেই মুক্তি লাভ কৰিছে। স্বাধীনতা লাভৰ বিশেষ দিনটোক প্ৰতিখন দেশৰ নাগৰিকে শ্ৰদ্ধাৰে স্মৰণ কৰে। সেইটোৱেই হ'ল পৱিত্ৰ স্বাধীনতা দিৱস।

ভাৰতৰ ইতিহাসত ইংৰাজৰ ৰাজত্বৰ দুশটা বছৰ চিহ্নিত হৈ ৰ'ল পৰাধীনতাৰ চানেকি ৰূপে। জাতীযতাবাদৰ জাগৰণে ভাৰতীয়সকলৰ চকু মুকলি কৰিলে। ব্ৰিটিছ শাসকৰ শোষণ নিষ্পেষণত ভাৰতীয়ৰ জীৱন অতিষ্ঠ হৈ পৰিল।

**স্বাধীনতাৰ দিশে ভাৰত**

১৮৫৭ চনত ভাৰতৰ স্বাধীনতাৰ প্ৰথম ৰণ চিপাহী বিদ্রোহে ভাৰতীয় জনগণক অভিজ্ঞ কৰি গ'ল। ভাৰতত ১৮৮৫ চনত জাতীয় কংগ্ৰেছ গঠন হোৱাৰে পৰা স্বাধীনতা আন্দোলন আৰম্ভ হোৱা বুলি ক'ব পাৰি। ১৯২০ চনৰ পৰা এই আন্দোলনত নেতৃত্ব প্ৰদান কৰিলে মহাত্মা গান্ধীয়ে। অহিংস অসহযোগ আন্দোলনত ভাৰতীয় জনগণে পূৰ্ণ সমৰ্থন জনাই দেহে কেহে খাটিছিল। ১৯৩০ চনত আইন অমান্য আন্দোলনে ব্ৰিটিছ চৰকাৰক অলপ হ'লেও সচকিত কৰিলে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আছিল স্বাধীনতাৰ শেষ ৰণ। চৰকাৰী অনুশাসন, নিৰ্যাতন, ফাঁচী কাঠ, জৰিমণা একোৱেই ভাৰতবাসীক দমন কৰিব নোৱাৰিলে। দেশপ্ৰেমৰ বহ্নিয়ে জীৱনৰ প্ৰতি মাযা-মোহ পাহৰাই পেলালে। ঘৰ-বাৰী, আত্মীয়-কুটুম্ব সকলোকে এৰি দেশৰ বাবে বহুজনে জীৱন উছৰ্গা কৰিলে।

সৰ্বশেষত ভাৰতক স্বাধীনতা প্ৰদান কৰা হ'ব বুলি ইংৰাজ চৰকাৰে ঘোষণা কৰিলে। ১৯৪৭ চনৰ ভাৰত স্বাধীনতা আইন অনুযায়ী ভাৰতত ব্ৰিটিছ শাসনৰ অন্ত পৰিল। লৰ্ড মাউণ্টবেটেনৰ বিভাজন আঁচনি অনুযায়ী ভাৰত আৰু পাকিস্তান দুখন পৃথক ৰাষ্ট্ৰ গঠিত হয়। ১৯৪৭ চনৰ ১৫ আগষ্টৰ পৰা লৰ্ড মাউণ্টবেটেন ভাৰত ইউনিয়নৰ আৰু মহম্মদ আলি জিন্না পাকিস্তানৰ গৱৰ্ণৰ জেনেৰেল হয়। তেতিয়াৰে পৰা ভাৰত বুৰঞ্জীত ১৫ আগষ্টৰ দিনটো তাৎপৰ্যপূৰ্ণ হৈ পৰে।

**স্বাধীনতা দিৱসৰ গুৰুত্ব**

প্ৰতিখন দেশৰ বাবেই স্বাধীনতাৰ দিনটো অতিকৈ পৱিত্ৰ দিন। ভাৰতৰ জনগণে প্ৰতি বছৰে এই দিৱস জাক-জমকতাৰে পালন কৰে। স্বাধীনতা যুঁজত প্ৰাণ আহুতি দিয়া অজস্ৰ ছহিদৰ স্মৃতি, শ্ৰদ্ধা তৰ্পণ আৰু কৃতজ্ঞতা স্বীকাৰৰ ই এটা উপায় মাত্ৰ। জনগণৰ মতাদৰ্শৰে গঠিত ভাৰত চৰকাৰে সমগ্ৰ দেশতে চৰকাৰী কাৰ্যসূচীৰে স্বাধীনতা দিৱস পালন কৰে। ভাৰতৰ ৰাজধানী দিল্লী মহানগৰীৰ লগতে প্ৰতিখন ৰাজ্যৰ মুখ্য নগৰসমূহ, মহকুমা সদৰ স্থান ইত্যাদিত চৰকাৰীভাৱে স্বাধীনতা দিৱসৰ পতাকা উত্তোলন কৰা হয়। ত্ৰিৰঙ্গ পতাকাৰ তলত বৈ স্বাধীনতাৰ সোণালী জয়ন্তী উদযাপন কৰিলে ভাৰততে।

বে-চৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠান আৰু ব্যক্তিগত আৱাস ইত্যাদিতো স্বাধীনতা দিৱস উদযাপন কৰা হয। বিভিন্ন সাংস্কৃতিক কাৰ্যসূচী প্ৰদৰ্শিত কৰি জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো একে ভাৰতীয় জাতিৰূপে নিজকে প্ৰতিষ্ঠা কৰে। ভাৰতত বিভিন্ন ভাষা-ভাষী, ধৰ্মাৱলম্বীলোকে বসবাস কৰে। সেই সকলোৰে বাবে স্বাধীনতা আন্দোলন এক জীৱন্ত ইতিহাস।

বিদ্যালযসমূহত স্বাধীনতা দিৱস উদযাপন কৰি ভাৰতৰ নতুন প্ৰজন্মক স্বাধীনতাৰ মহামন্ত্ৰেৰে দীক্ষিত কৰা হয। ইংৰাজ শাসকৰ অধীনত শোষণ-নিষ্পেষণেৰে ভাৰতৰ প্ৰগতি স্তব্ধ হৈ যোৱা দিনবোৰৰ কথা স্মৰণ কৰা হয়।

**সামৰণি**

ভাৰতৰ বাবে স্বাধীনতা দিৱস এটা গৌৰৱপূৰ্ণ দিন। এই দিনৰ তাৎপৰ্য ৰক্ষা কৰি শ্ৰদ্ধা আৰু পৱিত্ৰ মনোভাৱেৰে ইয়াক পালন কৰা উচিত। গণতন্ত্ৰ দিৱস, স্বাধীনতা দিৱস ইত্যাদিয়ে জনগণৰ মাজত দেশপ্ৰেমৰ ভাৱ জগাই তোলে।

*সত্যক কেতিয়াও ঢাকি ৰাখিব নোৱাৰি। কাৰণ সত্যই অন্ধকাৰক ঘৃণা কৰে।* — **মহাত্মা গান্ধী**

**ৰচনাৰ সংকেত ঃ ভূমিকা - জন্ম আৰু গুৰু শংকৰৰ সৈতে মিলন - গুৰুৰ পথকে কৰে অনুসৰণ - বহু গুণৰ অধিকাৰী মাধৱ - সামৰণি**

# মহাপুৰুষ মাধৱদেৱ

*শংকৰ স্বৰূপে হৰি নিজ অংশে অৱতৰি*
*ভকতি প্ৰদীপ লগাই থৈলা*
*মাধৱ স্বৰূপে হৰি তৈল শলা বৰ্তি দিয়া*
*অজ্ঞান আন্ধাৰ দূৰ কৈলা।*

**— পুৰুষোত্তম ঠাকুৰ**

**ভূমিকা**

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ প্ৰিয় শিষ্য মাধৱদেৱে জীৱনকালত লাভ কৰিছিল গুৰুজনাৰ পৰম সান্নিধ্য। অসীম প্ৰতিভাধৰ শংকৰদেৱৰ আশীৰ্বাদত মাধৱদেৱৰো জীৱন হৈ পৰিছিল মহীয়ান। অসমৰ সাহিত্য-সংস্কৃতিৰ প্ৰতি যাৰ অৱদান গুৰুজনাৰ সমানেই উচ্চাৰিত হয়।

**জন্ম আৰু গুৰু শংকৰৰ সৈতে মিলন**

মহাপুৰুষ মাধৱদেৱৰ পিতৃৰ নাম গোৱিন্দগিৰী। কাযস্থ সন্তান গোৱিন্দৰ পিতৃভূমি আছিল বণ্ডকাত (বৰ্তমান ৰংপুৰ জিলা)। দামোদৰ নামে এক পুত্ৰ সন্তানৰ জন্মৰ পাছত তেওঁৰ প্ৰথমা পত্নীৰ মৃত্যু হয। পত্নীৰ মৃত্যুৰ পাছত গোৱিন্দগিৰী বৰদোৱালৈ আহে। তাতে ভূঞাসকলৰ মাজত বসবাস কৰি কিছুদিনৰ পাছত পুনৰ বিযা কৰায। এইগৰাকী পত্নীৰ নাম আছিল মনোৰমা দেৱী। ভোটসকলৰ উপদ্ৰৱত তিষ্ঠিব নোৱাৰি কিছুদিনৰ পাছত বিভিন্ন লোকৰ সৈতে গোবিন্দগিৰীও সেই অঞ্চল ত্যাগ কৰিবলৈ বাধ্য হ'ল আৰু অৱশেষত লখিমপুৰ জিলাৰ নাৰাযণপুৰৰ লেটেকুপুখুৰীত আহোম বিষযা হৰিশিঙা বৰাৰ ঘৰত আশ্ৰয গ্ৰহণ কৰে। ইযাতে ১৪৮৯ চনত মনোৰমা দেৱীযে এটি পুত্ৰ সন্তান জন্ম দিযে। পিতৃ-মাতৃযে ল'ৰাটোৰ নাম দিলে মাধৱ। কিছুদিন হৰিশিঙা বৰাৰ ঘৰত থকাৰ পাছত গোবিন্দগিৰীযে নিজাকৈ ঘৰ সজাই থাকিবলৈ লয। ভাগ্যৰ অন্বেষণত কিছুদিনৰ পাছত গোবিন্দগিৰীযে লেতেকুপুখুৰী ত্যাগ কৰে আৰু হাবুং অঞ্চলৰ ঘাঘৰ নৈৰ পাৰৰ বন্ধু ঘাঘৰি মাজিৰ ঘৰত আশ্ৰয় লয। ইযাতে তেওঁৰ কন্যা উৰ্বশীৰ জন্ম হয়। উৰ্বশীৰ বিয়া দিযাৰ সময হোৱাত সেই অঞ্চলত স্বজাতীয লোক নথকা হেতু সপৰিয়ালে তেওঁ আহি বৌতাত উপস্থিত হ'ল। ইযাতে মাধৱৰ জাত কৰ্ম উপনয়ন আদি সমাপ্ত কৰি উৰ্বশীক গঞাপাণি নামৰ এজন কায়স্থ লোকৰ লগত বিযা দিলে।

জোঁৱাযেকৰ কাষত পত্নী মনোৰমাক থৈ মাধৱদেৱৰ সৈতে গোবিন্দগিৰী বণ্ডকালৈ উভতি গ'ল তাতে ৰাজেন্দ্ৰ অধ্যাপকৰ তত্বাৱধানত বিদ্যা শিক্ষা আৰম্ভ কৰোৱায়। অতি অলপ দিনৰ ভিতৰতে মাধৱদেৱ ন্যায়, তৰ্ক, নীতি আদি নানা শাস্ত্ৰ অধ্যযন কৰিলে। এনেতে মাধৱৰ পিতৃ বিয়োগ ঘটে। পিতাকৰ মৃত্যুৰ পাছত কিছুদিন ককায়েক দামোদৰৰ

লগতে থাকি মাধৱদেৱে মাকৰ ওচৰলৈ আহিবলৈ ইচ্ছা কৰিলে। তামোল-পাণৰ বেপাৰ হাতত লৈ নাৱেৰে আহি তেওঁ মাকৰ ওচৰ পালেহি। ইযাতে তেওঁ তামোল-পাণৰ বেপাৰ কৰি পোৱা পইচাৰে এগৰাকী কন্যাক জোৰোণ পিন্ধাই পুনৰ বণ্ডুকালৈ উভতিল। কিছুদিনৰ পাছত মাকৰ নৰিযা হোৱাৰ খবৰ পাই দেৱীৰ নামত দুটা ছাগলী আগ কৰে, আৰু পুনৰ মাকৰ ওচৰলৈ উভতি আহে। মাধৱদেৱৰ ভনী জোঁৱাযেক গঞাপাণিযে ইতিমধ্যে শংকৰদেৱত শৰণ লৈ বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিছিল।

বলিৰ ছাগলীৰ কথা লৈ দুযোৰে মনোমালিন্য ঘটে। অৱশেষত গঞাপাণিয়ে মাধৱক শংকৰদেৱৰ ওচৰলৈ লৈ যায। দুয়োৰে মাজত যুক্তি-তৰ্ক হ্য় আৰু মাধৱদেৱে তৰ্কযুদ্ধত হাৰ মানি ভক্তি ধৰ্মত শৰণ লয। ভক্তি ধৰ্ম গ্ৰহণ কৰি মাধৱদেৱে ধৰ্মৰ নামত নিজৰ জীৱন উছৰ্গা কৰে। জোৰোণ পিন্ধোৱা ছোৱালীজনীকো বিযা নকৰি আজীৱন অবিবাহিত হৈ ৰয়। বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি মাধৱদেৱ শংকৰদেৱৰ প্ৰধান শিষ্যত পৰিণত হ'ল। সুপণ্ডিত, সুগাযক মাধৱদেৱৰ ওপৰত শংকৰদেৱে সকলোতে নিৰ্ভৰ কৰিবলৈ ধৰিলে। আৰু মাধৱদেৱেও শংকৰদেৱৰ সৌহাতস্বৰূপ হৈ তেওঁক সকলো কামতে সহায কৰিবলৈ ধৰিলে। গুৰু-শিষ্যৰ যেন এক আত্মা এক প্ৰাণ। দুয়োজনৰ মিলন মণিকাঞ্চন সংযোগৰ দৰে হ'ল, মাধৱ হ'ল শংকৰদেৱৰ 'বঢাৰ পো' প্ৰাণ বান্ধৱ। গুৰুজনাই মাধৱদেৱৰ দৰে মহাযোগী এজন পাই তেওঁৰ ভক্তি আন্দোলন চৌপাশে বিযপাই দিলে। প্ৰথমতে মাধৱদেৱে গঞাপাণিৰ ঘৰৰ পৰাই শংকৰদেৱৰ ওচৰলৈ অহা-যোৱা কৰি আছিল। পাছত তেওঁ এদিন গুৰুজনাৰ ওচৰতে বহা এটি সজাই লৈ তাতে থাকিবলৈ ল'লে। গুৰুৰ সৈতে লগ লাগি দুয়ো নানা গীত, নাট, পুথি, ৰচনা কৰিবলৈ ধৰিলে। নানাজনে আহি বৈষ্ণৱ ধৰ্মত শৰণ ল'লেহি। ইযাতে বৈষ্ণৱ বিদ্বেষীসকলে নানা অপপ্ৰচাৰ কৰিবলৈ ধৰে। তেওঁলোকৰ উচটনিত পৰি দিহিঙীয়া ৰজাই মাধৱদেৱক ধৰি নি ন মাহ নজৰ বন্দী কৰি ৰাখে আৰু গুৰুজনাৰ জোঁৱায়েকক বধ কৰে। ইয়াতে মনত দুখ পাই ১৫৪৬ চনত শংকৰদেৱে আহোম ৰাজ্য এৰি থৈ কামৰূপ ৰাজ্যলৈ যায়। মাধৱদেৱো তেওঁৰ লগতে যায়। মাধৱদেৱে বৰপেটাৰ গণককুছিত থাকিবলৈ লয়।

**গুৰুৰ পথকে কৰে অনুসৰণ**

১৫৬৮ চনত শংকৰদেৱৰ মৃত্যু হয়। মৃত্যুৰ সময়ত শংকৰদেৱৰ ইচ্ছা অনুযায়ী মাধৱদেৱ তেওঁৰ ধৰ্মীয় উত্তৰাধিকাৰী হয়। ইযাৰ অলপ দিন পাছত মাধৱদেৱে পাটবাউসীত এবছৰমান থাকি সুন্দৰীদিযাত স্থাযী সত্ৰ পাতে। ইযাত তেওঁ প্ৰায় বাৰ বছৰ কাল থাকে। এই সময়তে তেওঁ শাস্ত্ৰ ৰচনা আৰু নাম ধৰ্ম প্ৰচাৰ ব্যাপক কৰি তোলে। ভক্তসকলৰ মাজৰ নিৰ্ভৰযোগ্যসকলক বিভিন্ন ঠাইত ধৰ্মপ্ৰচাৰৰ বাবে নিয়োগ কৰাৰ উপৰিও নিজেও কামৰূপ ৰাজ্যৰ নানা ঠাই ভ্ৰমণ কৰি ধৰ্ম প্ৰচাৰৰ কাম হাতত লয। সুন্দৰীদিয়াত থকা অবস্থাতে চোৰ ধৰা, পিম্পৰা গুচোৱা, ভোজন বেহাৰ, কোটোৰা খেলোৱা, ভূমি লেটোৱা আদি ঝুমুৰা কেইখন প্ৰণয়ন কৰি তাৰ ভাওনা কৰিছিল। প্ৰত্যেকখন ঝুমুৰাতে শিশু কৃষ্ণৰ লীলাৰ বৰ্ণনা আছিল। ইযাৰ পাছত তেওঁ তাতিকুছি গাঁৱলৈ গৈ বৰপেটা সত্ৰ স্থাপন কৰে।

নাট, গীত, ঝুমুৰাৰ আকৰ্ষণ আৰু মাধৱদেৱৰ ব্যক্তিত্বৰ ফলত সমগ্ৰ অঞ্চলতে ভকতৰ সংখ্যা দিনে দিনে বাঢ়িবলৈ ধৰিলে। জনপ্ৰিয়তা আৰু ভক্তিধৰ্মৰ প্ৰাবল্যই বৈষ্ণৱ বিদ্বেষীসকলক মাধৱদেৱৰ শত্ৰু কৰি তুলিছিল আৰু নানাভাৱে তেওঁলোকক অশান্তি দিবলৈ যত্ন কৰিছিল। তেৰাসৱক নানা ধৰণৰ অপমান কৰিছিল আৰু বিপদত পেলাবলৈ যত্ন কৰিছিল। তেওঁলোকে মাধৱদেৱৰ বিৰুদ্ধে কামৰূপৰ ৰজাক উচটাবলৈ যত্ন কৰিছিল। ইয়াৰ ফলত মাধৱদেৱে হাজোত থাকিব লগা হয়। কিন্তু মাধৱদেৱৰ প্ৰতি জনসাধাৰণৰ আকৰ্ষণ নকমিল বৰঞ্চ বেছিহে হ'ল।

**বহু গুণৰ অধিকাৰী মাধৱ**

কিছুকালৰ পাছত মাধৱদেৱ কোঁচবিহাৰলৈ যায়। ইয়াতো তেওঁৰ জনপ্ৰিয়তাই বৈষ্ণৱ বিদ্বেষীসকলক শংকিত কৰি তুলিছিল। কিন্তু তেওঁৰ পাণ্ডিত্য আৰু প্ৰতিভাই কোঁচ ৰজা নৰনাৰায়ণক মুগ্ধ কৰিলে আৰু ভক্তি ধৰ্মক ৰাজ ধৰ্ম বুলি স্বীকৃতি দিলে। তাত ৰাজকোঁৱৰ ৰাজকুঁৱৰীকে আদি কৰি বিষয়াসকলেও মাধৱদেৱৰ ওচৰত শৰণ লয়। ৰজাই নিজেও শৰণ ল'বলৈ ইচ্ছা কৰিছিল। কিন্তু তাৰ আগতেই ১৫৯৬ চনত মাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণ ঘটে। মহাপুৰুষ শংকৰদেৱৰ প্ৰিয়তম শিষ্য, অনুগত সেৱক আৰু প্ৰধান সংগী মাধৱদেৱ আছিল শংকৰদেৱৰ দৰে বহুমুখী প্ৰতিভাসম্পন্ন মহাপুৰুষ। উপস্থিত বুদ্ধি, সংগঠন শক্তি, পাণ্ডিত্য, কবিত্ব, গুৰু সেৱা, ভক্তি নিষ্ঠা, সুগায়ক — এই সকলো গুণৰ অধিকাৰী মাধৱদেৱ মহাপুৰুষ শংকৰদেৱৰ পাছত ধৰ্মাধিকাৰীৰূপে মনোনীত হয়। শংকৰদেৱৰ জীৱদ্দশাতে মাধৱদেৱে সাহিত্য কৰ্মৰ ক্ষেত্ৰত বহুখিনি আগবাঢ়িছিল। ধৰ্মাধিকাৰীৰূপে মনোনীত হোৱাৰ পাছত একাণপতীয়াকৈ তেওঁ শাস্ত্ৰ ৰচনা আৰু ধৰ্ম প্ৰচাৰৰ কাম কৰে। ১৫৬৮ চনৰ পৰা ১৫৯৬ চনলৈকে মাধৱদেৱে ধৰ্মৰ গুৰুভাৰ বহন কৰিছিল।

মাধৱদেৱৰ ৰচনাৱলীৰ ভিতৰত নামঘোষাখন শ্ৰেষ্ঠ ৰচনা। এই ৰচনা মাধৱদেৱৰ আধ্যাত্মিক জীৱনৰ পূৰ্ণ অভিজ্ঞতাৰ ছন্দোময় অভিব্যক্তি। এহাজাৰ ঘোষা থকা কাৰণে ইয়াক হেজাৰী ঘোষাও বোলা হয়। এই এহাজাৰ ঘোষাৰ ছশমান বিভিন্ন পুৰাণ আৰু গীতাৰ ভক্তি প্ৰধান শ্লোকৰ অনুবাদ, বাকী চাৰিশমান মাধৱদেৱৰ নিজা ৰচনা। নামঘোষাত মাধৱদেৱে শংকৰদেৱকেই অসমৰ বৈষ্ণৱ ধৰ্মৰ একমাত্ৰ গুৰু হিচাপে নিৰ্দেশ কৰিছে। তদুপৰি ইয়াত একশৰণীয়া নামধৰ্মৰ মাহাত্ম্য আৰু ভগৱানৰ নাম-গুণ বৰ্ণিত হৈছে। ভক্তি-তত্ত্ব নিৰূপক হিচাপে নামঘোষা নিৰূপম। শংকৰদেৱৰ কীৰ্তন-দশমৰ দৰে এই পুথিৰ প্ৰচলন ইমান ব্যাপক যে আজি পাঁচশ বছৰৰ পাছতো অসমৰ বহু অঞ্চলৰ লোকৰ মাজত নামঘোষাৰ অনেক কথা বা পদ্যাংশই প্ৰজ্ঞাবচন আৰু যোজনা-দৃষ্টান্ত-পটন্তৰৰূপে প্ৰচলিত হৈ আছে।

মাধৱদেৱৰ নাট কেইখনৰ ভিতৰত অৰ্জুন ভঞ্জনৰ বাহিৰে বাকীকেইখনক ঝুমুৰা বোলা হয়। এই কেইখন নাট কলেৱৰত সৰু, শিশু শ্ৰীকৃষ্ণ আৰু স্ত্ৰীচৰিত প্ৰধান আৰু নৃত্য-গীত বহুল। তদুপৰি ব্ৰহ্মামোহন, ৰাস-ঝুমুৰা, ভূষণ-হৰণ আৰু কোটোৰা খেলা নামৰ চাৰিখন নাটকতো মাধৱদেৱৰ ভনিতা (পদ পুথিৰ অধ্যায়ৰ অন্তত লিখা কবিৰ আত্ম

পৰিচয়) পোৱা গৈছে। কিন্তু আদিৰসাত্মক বিষয়-বস্তু বাৎসল্য ৰসৰ অভাৱ, ৰাধা চৰিত্ৰৰ অৱতাৰণা, অৰ্বাচীন আৰু নিম্নস্তৰৰ ভাষাৰ বাবে পণ্ডিতসকলে এই নাট কেইখন মাধৱদেৱৰ ৰচনা নহয় বুলি মত প্ৰকাশ কৰিছে।

ভক্তি ৰত্নাৱলীৰ ভাঙনি তেওঁৰ অন্য এটা উল্লেখনীয় সাহিত্য কৃতি। ইয়াৰোপৰি তেওঁ বহু বৰগীত ৰচনা কৰিছিল। ৰাজসূয় যজ্ঞ, ৰামায়ণৰ আদিকাণ্ডৰ ভাঙনি, চোৰধৰা, পিম্পৰা গুচোৱা, ভূমি লেটোৱা আদি তেওঁৰ সাহিত্য কৃতিৰ অন্যান্য নমুনা।

**সামৰণি**

বহুমুখী প্ৰতিভাৰ আকৰ, শংকৰদেৱৰ প্ৰিয় আৰু প্ৰধান শিষ্য মাধৱদেৱ শংকৰদেৱৰ দৰেই অসমীয়া জাতিৰ পৰম পূজনীয় ব্যক্তি। আধুনিক অসমীয়া সংস্কৃতি, আধুনিক অসমীয়া সমাজৰ গঢ় দিওঁতা মহান পুৰুষ হিচাপে সেয়েহে শংকৰদেৱৰ লগতে মাধৱদেৱৰ নাম উচ্চাৰিত হয়। গীত, নাট, অভিনয়, সাহিত্য, ধৰ্মপ্ৰচাৰ, সকলোতে শংকৰদেৱৰ লগতে মাধৱদেৱৰ নাম বিজৰিত হৈ আছে। অসমীয়া জাতি জীযাই থাকে মানে এইজনা মহাপুৰুষৰ অৱদান প্ৰতিজন অসমীয়াৰ মানসত জিলিকি থাকিব।

# মাদাৰ টেৰেছা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জন্ম আৰু শিক্ষা - অসহায় বিননিয়ে হাত বাউলি মাতে - মমতাৰ আন নাম মাদাৰ টেৰেছা - সামৰণি

**ভূমিকা**

ধৰাৰ বুকুত যেতিয়াই মানৱীযতা ধাৰাশাযী হয় অথবা মানৱীয অনুভূতিৰ বোৱঁতী ধাৰাত জাঁজৰি পৰাৰ উপক্ৰম হয় ঠিক তেতিয়াই ধৰাৰ কোনোবা প্ৰান্তত জন্ম লয় একো একোজন নিষ্কলুষ মানৱীয় সত্তাৰ অধিকাৰী মহামানৱে। মানুহৰ মনুষ্যত্ব পূৰ্ণ প্ৰস্ফুটিত ৰূপত প্ৰকাশ কৰিবলৈকে যেন ধৰিত্ৰীৰ বুকুলৈ যুগে যুগে আগমন হয় মহামানৱৰ। মাদাৰ টেৰেছা। বিংশ শতাব্দীৰ দৰদী, মমতাময়ী, নিৰ্মল হৃদয়া মাতৃ-মাদাৰ টেৰেছা।

**জন্ম আৰু শিক্ষা**

যুগোশ্লাভিয়াৰ স্কপিযেৰ এটি আলবেনিয়ান পৰিয়ালত জন্ম হৈছিল এগনেছ নামৰ এটি কন্যা সন্তানৰ। সম্পূৰ্ণ নাম এগনেছ গোনচা বজাচিউ (Agnes Gonxha Bojaxhiu)। দেউতাক বৃত্তিত এজন দোকানী আছিল। ধৰ্মপ্ৰাণা মাকৰ প্ৰভাৱত শৈশৱতে এগনেছৰ মন ধৰ্মৰ প্ৰতি আকৃষ্ট হৈ উঠে।

শৈশৱতে এগনেছে আৰ্ত-আক্ৰান্তজনৰ সেৱাত প্ৰবৃত্ত হোৱাৰ প্ৰেৰণা লাভ কৰে। কিশোৰী এগনেছে স্কুলত পঢ়ি থাকোঁতেই ধৰ্মযাজিকা হোৱাৰ সিদ্ধান্ত লয় আৰু সেয়ে

'মভেলিটী'ৰ সদস্য পদ গ্ৰহণ কৰে। এনে সময়তে যুগোশ্লাভিয়াৰ জেছুইটসকলৰ এটি দলৰ সৈতে এগনেছৰ যোগাযোগ হয় আৰু সেই দলটোৰ সৈতে তেওঁ কলকাতালৈ আহিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে। তাৰেই পূৰ্ব প্ৰস্তুতি হিচাপে এগনেছে ১৯২৮ চনত আযাৰলেণ্ডৰ 'ব্লেছদ ভাৰ্জিন মেৰি' শিক্ষায়তনত যোগদান কৰে।

১৯২৯ চনত ১৮ বছৰীয়া এগনেছে কলকাতাস্থ ল'ৰেটো এটালিৰ ছেণ্ট মেৰিজ স্কুলত ভূগোলৰ শিক্ষয়িত্ৰী হিচাপে যোগ দিয়ে। এগনেছৰ শিক্ষযিত্ৰী জীৱন আৰম্ভ হ'ল। ল'ৰেটোৰ এই স্কুলখন আছিল কলকাতাৰ মতিঝিল বস্তিৰ সমীপৱৰ্তী এটা অট্টালিকাত। সেযে মতিঝিলৰ প্ৰাত্যাহিক জীৱন-যাত্ৰা এগনেছৰ অতিকে চিনাকি হৈ পৰিল। প্ৰথমতে শিক্ষযিত্ৰী আৰু পাছলৈ অধ্যক্ষা হোৱা এগনেছে ল'ৰেটোত অতিবাহিত কৰা কুৰিটা বছৰে মতিঝিলৰ দুখ-দৈন্যৰে ভৰা জীৱন প্ৰত্যক্ষ কৰি এক অস্বস্তিকৰ মানসিকতাত ভুগিছিল।

**অসহায় বিননিয়ে হাত বাউলি মাতে**

দ্বিতীয় মহাসমৰৰ সময়ৰ পৰা তেওঁৰ মানসিক পৰিৱৰ্তন আৰম্ভ হয়। এফালে জাপানী বোমাৰু বিমানৰ কলকাতা আক্ৰমণ আৰু আনফালে যুদ্ধৰ আচিলা লৈ সৃষ্টি কৰা কৃত্ৰিম দুৰ্ভিক্ষত পৰি জীযাতু ভোগা লক্ষ লক্ষ মানুহৰ অসহায বিননিযে তেওঁক ব্যতিব্যস্ত কৰি তুলিলে। কলকাতাৰ পদ পথবোৰত তেতিযা মৃত্যুৰ মিছিল। এগনেছৰ দৰদী হিয়া উদভ্ৰান্ত হৈ পৰিছিল। সুযোগ পালেই তেওঁ ঔষধৰ বাকচ লৈ ঢাপলি মেলিছিল বস্তিবাসীৰ কাষলৈ।

অৱশেষত ১৯৪৬ চনত কলকাতাৰ পৰা দাৰ্জিলিং অভিমুখে কৰা এক ৰে'ল ভ্ৰমণত তেওঁ 'ঈশ্বৰৰ আহ্বান' অনুভৱ কৰে। তেওঁ সিদ্ধান্ত কৰিলে ল'ৰেটোৰ নিশ্চিন্ত জীৱন পৰিহাৰ কৰি আৰ্তজনৰ সেৱাত জীৱন উছৰ্গা কৰিব । কলকাতালৈ উভতি আহিয়েই এইবাৰ তেওঁ বস্তিবাসীৰ সেৱাত নিজকে নিযোজিত কৰাৰ ইচ্ছা ব্যক্ত কৰি উৰ্দ্ধতন কৰ্তৃপক্ষৰ ওচৰত ধৰ্মীয আশ্ৰমৰ বাহিৰত থাকি এককভাৱে সেৱা আগবঢোৱাৰ অনুমতি বিচাৰিলে। শিক্ষযিত্ৰী এগনেছে ৰোমৰ'উৰ্ধতন কৰ্তৃপক্ষৰ পৰা অৱশেষত অনুমোদন লাভ কৰিলে যদিও ইয়াৰ বাবে তেওঁ সুদীৰ্ঘ চাৰি বছৰ কাল অতিবাহিত কৰিবলগীয়া হৈছিল। অৱশ্যে কৰ্তৃপক্ষৰ অনুমোদন লাভ কৰালৈ বৈ নাথাকি ইতিমধ্যে তেওঁ বস্তিবাসীৰ সেৱাত আত্মনিয়োগ কৰিছিল।

১৯৪৮ চনৰ আঠ আগষ্টত তেওঁ ল'ৰেটোৰ পৰা অব্যাহতি লয়। ল'ৰেটোৰ নিৰ্ধাৰিত পোছাক আঁতৰাই থৈ তেওঁ বাছি ল'লে নীলা পাৰি দিয়া ডাঠ বগা শাৰী। প্ৰভু যীশুৰ সোঁৱৰণত বাওঁ কান্ধত আঁৰি ল'লে এটি সৰু ক্ৰছ। ইযাৰ মাজতে পাটনাৰ 'আমেৰিকান মেডিকেল মিছনেৰী ছিষ্টাৰ্ছ' প্ৰতিষ্ঠানত নাৰ্ছিঙৰ এটি তিনিমহীয়া প্ৰশিক্ষণো গ্ৰহণ কৰি তেওঁ নিজকে সাজু কৰি ল'লে। এইবাৰ তেওঁৰ আৱাসস্থল হ'ল — 'লিটল ছিষ্টাৰ্ছ অব্ দি পুৱৰ' প্ৰতিষ্ঠান গৃহত। ১৯৫০ চনত মহামান্য পোপ দ্বাদশ পিউছে তেওঁক 'মিছনেৰীজ অব্ চেৰিটি' স্থাপন কৰিবলৈ অনুমতি প্ৰদান কৰে। এগনেছে নতুন উদ্যমেৰে চেৰিটি স্থাপনৰ কামত উঠি পৰি লাগিল। সেই উদ্দেশ্যে তেওঁৰ অনুৰোধ মৰ্মে কলকাতাৰ কৰ্তৃপক্ষই কালিঘাট মন্দিৰৰ ওচৰত প্ৰদান কৰা মাটিত এগনেছে 'নিৰ্মল হৃদয়' স্থাপন

কৰিলে। এইবাৰ এগনেছে তেওঁৰ নাম সলনি কৰি ঊনবিংশ শতিকাৰ ফৰাচী সতী, শিশু যীশু খ্ৰীষ্ট হিচাপে পৰিচিত টেৰেছাৰ নামানুসাৰে নাম ল'লে টেৰেছা — মাদাৰ টেৰেছা।

১৯৪৯ চনত তেওঁৰ কাৰ্যত সহযোগিতা কৰিবলৈ আগবাঢ়ি অহা সুভাষিনী দাস বৰ্তমানৰ 'ছিষ্টাৰ এগনেছ' প্ৰমুখ্যে দহগৰাকী সহযোগীক সাৰথি কৰি হাতত মাথো পাঁচোটা টকাৰ সম্বল লৈ আৰম্ভ কৰা 'মিছনেৰীজ অব্ চেৰিটিজ' ক্ৰমে ক্ৰমে বিশ্ব বৰেণ্য প্ৰতিষ্ঠানলৈ পৰ্যবসিত হৈ উঠিল। ১৯৬৫ চনত এই প্ৰতিষ্ঠানক 'ৰোমৰ যাজক অধিকাৰীক' প্ৰতিষ্ঠান হিচাপে স্বীকৃতি প্ৰদান কৰা হয়।

মাত্ৰ পাঁচোটা টকা আৰু দহ গৰাকী সহযোগীক লৈ আৰম্ভ কৰা যাত্ৰাৰেই আৰম্ভ হ'ল মাদাৰ টেৰেছাৰ যাত্ৰা। আৰ্ত-দীন-হীনজনৰ সেৱাত নিমগ্ন হ'ল মাদাৰ। এবাৰ তেওঁক প্ৰশ্ন সোধা হৈছিল, 'এটা শিশুৰ এঘণ্টাৰ পাছত মৃত্যু হ'ব বুলি নিশ্চিত হোৱাৰ পাছতো তাৰ লগত লাগি থকা সময় নষ্ট কৰাৰ কিবা অৰ্থ আছেনে? মাদাৰে উত্তৰ দিছিল 'এনে প্ৰশ্নৰ কোনো অৰ্থ মই বুজি নাপাওঁ। যিটো শিশুৰ হয়তো এক মিনিট পাছতেই মৃত্যু হ'ব, তাকো মই নিঃসংগ, অৱহেলিতভাৱে পৰি থাকিবলৈ দিব নোৱাৰোঁ। আৰু নোৱাৰোঁ বাবেই পৰিত্যক্ত শিশুৰ আশ্ৰয় হিচাপে 'মাদাৰ হাউছ'ৰ কাষতে গঢ়ি তুলিছো 'শিশুভৱন'। মুমূৰ্ষু মানুহৰ সেৱা কেন্দ্ৰ কালিঘাটৰ 'নিৰ্মল হৃদয'। ছিটাগড, আচানচোল, দিল্লীত কুষ্ঠ ৰোগীৰ বাবে কুষ্ঠাশ্ৰম। ৰাঁচী, ঝান্সি, মুম্বাই, ইংলেণ্ড, আমেৰিকা, অষ্ট্ৰেলিয়া, যুগোশ্লাভিয়া, ৰাছিয়াত সেৱা কেন্দ্ৰ। সমীক্ষা অনুসৰি ১০০খনতকৈয়ো বেছি দেশত ৪৬৮ টা সেৱা কেন্দ্ৰত ৫ লাখ পৰিয়ালক ভৰণ-পোষণ দিয়াৰ ব্যৱস্থা কৰা হৈছে। বস্তি অঞ্চলৰ ২০,০০০ শিশুক ১২৪ খন বিদ্যালয়ত শিক্ষা প্ৰদান, ৯০ হাজাৰ কুষ্ঠ ৰোগীৰ সেৱা, ৬ টা এইডছ নিৰাময় কেন্দ্ৰ প্ৰায় ৬৬১ জন ৰোগীৰ চিকিৎসাৰ ব্যৱস্থাত ব্ৰতী হৈছে মাদাৰৰ প্ৰতিষ্ঠান।

**মমতাৰ আন নাম মাদাৰ টেৰেছা**

মাদাৰৰ অন্তৰ মাতৃ-হৃদয়ৰ চিৰন্তন মমতাৰে জীপাল। সকলো সন্তানৰ প্ৰতি তেওঁৰ একেই চেনেহ। সেয়া কোনোবা ৰাজকুমাৰেই হওক বা দৰিদ্ৰ ভিক্ষাৰীয়েই হওক অথবা কোনোবা পক্ষাঘাত আক্ৰান্ত ৰোগীয়েই হওক। তেওঁ সকলোকে বুকুৰ চেনেহৰে সাবটি ল'বই। ঐশ্বৰ্যশালীজনক প্ৰশংসা আৰু নিঃস্বজনক পুতৌ কৰাৰ মানসিকতা মাদাৰৰ নাছিল। বৰং দৰিদ্ৰজনক তেওঁ ক্ষুধাৰ জ্বালা হাঁহিমুখে সহিব পৰা শক্তিৰে শক্তিমান বুলি প্ৰশংসাহে কৰিছিল। দীন-দুখীজনৰ সেৱাৰ পৰা লাভ কৰা অভিজ্ঞতাৰে তেওঁ এটা কথা উপলব্ধি কৰিছিল যে সংসাৰৰ সমস্ত দুখৰ স'তে যুঁজি জীৱনপাত কৰাসকলৰ পৰা আনসকলে বহু কথা শিকিবলগীয়া আছে। 'মই তেওঁলোকৰ দাৰিদ্ৰক স্পৰ্শ কৰাৰ পথ তৈয়াৰ কৰি দিছোঁ'— এয়াই আছিল মাদাৰৰ মন্তব্য।

পৰমেশ্বৰৰ প্ৰতি থকা গভীৰ প্ৰেম আৰু মানুহৰ প্ৰতি থকা দুৰ্বাৰ চেনেহৰ বাবেই মাদাৰ অক্লান্তভাৱে দৌৰিছিল পৃথিৱীৰ ইমূৰৰ পৰা সিমূৰলৈ। দেশ নামধাৰী ভৌগোলিক পৰিসীমা নেওচি তেওঁ ধাৱিত হৈছিল দুৰ্দমনীয় গতিৰে দুৰ্ভিক্ষপীড়িত ইথিওপিয়াৰ পৰা ৰণক্লান্ত বেইৰুটলৈ, ভূমিকম্পৰ বিপৰ্যস্ত আৰ্মেনিয়াৰ পৰা শ্ৰীলংকালৈ। ইৰাকৰ যুদ্ধ বন্ধ

কৰিবৰ বাবে মাদাৰে আৱেদন জনাইছিল জৰ্জ বুশ্ব আৰু ছাদ্দাম হুছেইনক। ১৯৯২ চনৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ পৰিসমাপ্তি বিচাৰি কলকাতাৰ ৰাষ্টাই-ঘাটে উদ্বাউল হৈ ঘূৰি ফুৰিছিল আশীৰ্বোৰ্ধ মাদাৰ। মমতাময়ী মাদাৰক দেখি পহৰাৰত বন্দুকধাৰী সৈনিকসকলে বন্দুক নমাই চালাম দিছিল, সংঘৰ্ষত লিপ্ত হোৱাসকলে তৰ্ধৰণি হেৰুৱাই মুখ লুকুৱাইছিল।

মাদাৰৰ কৰ্মস্থলী কলকাতালৈ যিযেই আহিছিল ধৰ্ম-বৰ্ণ-নিৰ্বিশেষ মাদাৰৰ কাষলৈ ঢপলিয়াই গৈছিল। সেয়া লাগিলে বিশ্ববিজয়ী মহম্মদ আলীযেই হওক বা বিতৰ্কিত লেখক ডমিনিক লাপিয়াৰেই হওক, জিন নোলোব্ৰিজদা বা যাছেৰ আৰাফট, যুবৰাজ চাৰ্লছ অথবা ৰাজকুমাৰী ডায়েনাই হওক সকলোৱে এবাৰ তেওঁক দেখা কৰি গৈছিলেই। মাদাৰৰ সৈতে ফোনেৰে বাৰ্তালাপ কৰিছিল প্ৰেছিডেণ্ট ৰেগানে। মাদাৰক সসন্মানে আমন্ত্ৰণ জনাইছিল পাকিস্তানৰ ৰাষ্ট্ৰপতি জিযাউল হকে। ছোভিয়েট ৰাষ্ট্ৰপতি মিখাইল গৰ্বাচেভলৈ মাদাৰে প্ৰায়েই চিঠি লিখিছিল। মাদাৰৰ বাবে ৰোমৰ পোপৰ দুৱাৰ সদায় খোলা আছিল। ছুইডেন আৰু ভাৰতত মাদাৰৰ ছবি সম্বলিত ডাক টিকট প্ৰকাশ হৈছিল। বিশ্ববিশ্ৰুত আলোচনী গুদ হাউছ কিপিঙে চলোৱা সমীক্ষাত বিশ্বৰ শ্ৰদ্ধাৰ শীৰ্ষস্থানত উপবিষ্ট হৈছিল মাদাৰ তিনি বছৰৰ বাবে। ৰাষ্ট্ৰ সংঘৰ চল্লিশতম বাৰ্ষিকী অনুষ্ঠানত মাদাৰৰ জীৱন ভিত্তিক কথাছবি প্ৰদৰ্শন কৰা হৈছিল।

মাদাৰৰ জীৱনৰ আধাৰত দেশে-বিদেশে বহু গ্ৰন্থ ৰচিত হৈছে। ১৯৬২ চনত তেওঁক ভাৰতৰ নাগৰিকত্ব প্ৰদান কৰা হয়। ১৯৬২ চনত পদ্মশ্ৰী সন্মান লাভ কৰা মাদাৰে একে বছৰতে ফিলিপাইন চৰকাৰৰ 'মেগছেছে বঁটা'ও লাভ কৰে। ১৯৭১ চনত ভেটিকান চিটিত 'পোন জন-২৩' শান্তি বঁটা, ১৯৭২ চনত 'ছোভিয়েট দেশ শান্তি বঁটা' ১৯৭৪ চনত চেইট ফ্ৰান্সিছ পুৰস্কাৰ, ১৯৭৯ চনত শান্তিৰ নোবেল বঁটা, ১৯৮০ চনত ভাৰতৰ সৰ্বোচ্চ সন্মান ভাৰত ৰত্ন, ১৯৮৩ চনত ইংলেণ্ডৰ সৰ্বোচ্চ সন্মান 'অৰ্ডাৰ অব্ মেৰিট' আৰু কেম্ব্ৰিজ আৰু অক্সফোৰ্ড বিশ্ববিদ্যালয়ে 'ডক্টৰ' সন্মানেৰে মাদাৰক বিভূষিত কৰে।

**সামৰণি**

শৰীৰ ভাগি পৰিছিল কেইবছৰমান আগতেই। তথাপি শয্যা ত্যাগ কৰি কৰ্মক্ষেত্ৰলৈ ওলাই আহিছিল। মাজে মাজে শয্যাশায়ী হৈ নাৰ্ছিংহোমত বন্ধিবলগীয়া হৈছিল যদিও আকৌ ঘূৰি আহিছিল। আকৌ 'মাদাৰ হাউছ'ৰ মাতৃৰ চেনেহী পৰশেৰে উদ্বুদ্ধ হৈ পৰিছিল। কিন্তু ১৯৯৭ চনৰ পাঁচ ছেপ্টেম্বৰৰ নিশা ন বাজি ত্ৰিশ মিনিটত মাদাৰে কোৱা সেই বাক্যষাৰ 'আই কাণ্ট ব্ৰিড এনি ম'ৰ 'মই আৰু উশাহ ল'ব নোৱাৰোঁ' বোলা বাক্যষাৰেই মাদাৰৰ শেষ বাক্য হৈ নিসৃত হ'ল। শতিকাৰ সৰাতোকৈ মমতাময়ী মাতৃগৰাকীয়ে অন্তিম শয়নত নিদ্ৰামগ্ন হ'ল।

> *উপকাৰী অসত্যতকৈ অনিষ্টকাৰী সত্যই বেছি ভাল।*
>
> **— টি ম্যান**

**ৰচনাৰ সংকেত ঃ ভূমিকা - শংকৰৰ আৱিৰ্ভাৱ ঃ নতুন যুগৰ সূচনা - পলমকৈ আৰম্ভ হ'ল শিক্ষা - তীৰ্থ ভ্ৰমণে দিলে মহাজ্ঞান - অসীম প্ৰতিভাৰ অধিকাৰী - সামৰণি**

# মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ

*কোন দূৰ অতীতৰ ধ্যানমগ্ন যোগী তুমি*
*তৱ পুণ্য কিৰণেৰে কৰিলা পবিত্ৰ ভূমিঙ্গ*
*বোৱালা ভক্তিৰ সোঁত, দিলা ধৰ্ম দিলা জ্ঞান,*
*দিলা ভাষা অসমক কৰিলা জীৱন দান।*
*তোমাৰ জীৱনী দেৱঙ্গ লিখে এনে সাধ্য কাৰ,*
*গোটেই অসমভূমি বিস্তৃত জীৱনী যাৰ।'*

— **যতীন্দ্ৰনাথ দুৱৰা**

**ভূমিকা**

পৃথিৱীত এনে একোজন লোকৰ জন্ম হয়, যি কৰ্মৰ দ্বাৰা জীৱনটো মহিমামণ্ডিত কৰি তোলে। তেনে লোকৰ ওচৰত মৃত্যুৱে হাৰ মানে, পাহৰণিয়ে পৰাজয় স্বীকাৰ কৰে। প্ৰত্যেক দেশ বা জাতিৰ জাতীয় জীৱনৰ সংকট কালত পৰিত্ৰাণৰ উপায় লৈ একোজন মহাপুৰুষ বা ধৰ্মপ্ৰৱক্তাৰ আৱিৰ্ভাৱ হয়। ই কোনো অলৌকিক বা দৈৱ ঘটনা নহয়, ইতিহাসৰ পুনৰাবৃত্তি মাত্ৰ।

**শংকৰৰ আৱিৰ্ভাৱ ঃ নতুন যুগৰ সূচনা**

পঞ্চদশ শতাব্দীৰ অসমত শ্ৰীমন্ত শংকৰদেৱৰ আৱিৰ্ভাৱ তেনে এটা অনিবাৰ্য ঐতিহাসিক ঘটনা। অসমৰ জন-জীৱনত শংকৰদেৱৰ আৱিৰ্ভাৱে ৰেনেচাঁ বা নৱজাগৰণৰ সূচনা কৰিছিল। চতুৰ্দশ আৰু পঞ্চদশ শতাব্দীৰ মাজভাগত অসমত ধৰ্ম বিপৰ্যয ঘটিছিল। ধৰ্মৰ নামত হিংসা, বিদ্বেষ, ৰক্তপাতেৰে সমাজ পংকিল হৈ পৰিছিল। ইতিহাসৰ এই কলংকিত অধ্যাযতে জন্ম লৈ শংকৰদেৱে অসমবাসীক জীৱনৰ নতুন পথৰ ফালে বাট দেখুৱাই আগবঢ়াই নিলে।

১৪৪৯ খ্ৰীষ্টাব্দৰ আহিন মাহৰ শুক্লা দশমী তিথিত নগাঁও জিলাৰ বৰদোৱাৰ আলিপুখুৰী নামে গাঁৱত মহাপুৰুষ শংকৰদেৱৰ জন্ম হৈছিল। তেওঁৰ পিতৃ কুসুম্বৰ ভূঞা আৰু মাতৃ সত্যসন্ধ্যা। কুসুম্বৰ ভূঞাই শংকৰ, অৰ্থাৎ, শিৱক আৰাধনা কৰি পুত্ৰ সন্তানটি লাভ কৰা বাবে তেওঁৰ নামকৰণ কৰিছিল শংকৰ। শংকৰৰ জন্মৰ সময়ত নানা মংগলসূচক অলৌকিক ঘটনা সংঘটিত হৈছিল। নিচেই কম বয়সতে শংকৰে পিতৃ-মাতৃ দুয়োকে হেৰুৱালে। ঘাট মাউৰা শংকৰক তুলি-তালি ডাঙৰ কৰে আইতাক খেৰসূতীয়ে। আইতাকৰ অপত্য স্নেহৰ মাজত থাকি শংকৰে শৈশৱৰ দিনবোৰ কেৱল ৰং-ধেমালিৰ মাজতে পাৰ কৰিলে। শংকৰৰ শাৰীৰিক সৌন্দৰ্য অতি মনোমোহা হোৱাৰ লগতে তেওঁ আছিল শক্তিশালী আৰু অত্যন্ত সাহসী। শিশু শংকৰৰ বলৰ পৰিচয় দিয়া অনেক ঘটনাৰ উদাহৰণ আছে। তাৰ ভিতৰত উদণ্ড ষাঁড় গৰুৰ শিঙত ধৰি বগৰাই পেলোৱা, ভৰ বাৰিষাৰ বিশাল ব্ৰহ্মপুত্ৰ নদী সাঁতুৰি ইপাৰ-সিপাৰ হোৱা ঘটনা অন্যতম।

### পলমকৈ আৰম্ভ হ'ল শিক্ষা

বাৰ বছৰ বয়সলৈকে শংকৰে সমনীয়াৰ দলপতি হৈ ধিতিঙালি কৰিয়েই পাৰ কৰিছিল। এই সময়ত শিক্ষা গ্ৰহণৰ প্ৰতি ধাউতি নথকা শংকৰক লৈ আইতাক বৰ বিপাঙত পৰিছিল। বহু বুজনি আৰু চেষ্টাৰ শেষত ভাদ মাহৰ এটা শুভ বৃহস্পতিবাৰত শংকৰক মহেন্দ্ৰ কন্দলীৰ টোলত ভৰ্তি কৰোৱা হয়। বাৰ বছৰ বয়সত শংকৰৰ বিদ্যা শিক্ষা আৰম্ভ হয়। অতি কম দিনৰ ভিতৰতে শংকৰে নিজৰ পাণ্ডিত্যৰ পৰিচয় দিযে। ক ফলা শিকি বাৰেমতৰা জোঁটোৱাৰ আগতেই শংকৰে লিখি পেলালে এটা সুন্দৰ কবিতা,

*কৰতল কমল কমল দল নয়ন।*
*ভৱদৱ দহন গহন বন শযন।*
*খৰতৰ বৰশৰ হতদশ বদন।*
*খগচৰ নগধৰ ফণধৰ শযন।*

ইয়াত লুকাই আছে ভগৱান শ্ৰীকৃষ্ণৰ মাহাত্ম্য। কেইবছৰমানৰ ভিতৰতে তেওঁ চাৰিবেদ, চৈধ্যশাস্ত্ৰ আৰু ওঠৰ পুৰাণ অধ্যযন কৰিলে। অফুৰন্ত মেধা আৰু প্ৰজ্ঞাৰ পৰিচয দিয়া শংকৰক গুৰু মহেন্দ্ৰ কন্দলীযে 'দেৱ' উপাধি প্ৰদান কৰি ওজা ছাত্ৰ পাতিলে। টোলত থকা সমযত যোগশাস্ত্ৰ অধ্যযন কৰি যোগাভ্যাসৰ দ্বাৰা তেওঁৰ পাৰদৰ্শিতা আৰু বৃদ্ধি কৰিলে।

শিক্ষা জীৱনৰ অন্তত শংকৰদেৱ নিজ গৃহলৈ ঘূৰি আহি শিৰোমণি ভূঞাৰ বিষয বাব ল'বলগা হয। সেই সমযত তেওঁৰ বযস কম হৈ থকা বাবে 'ডেকাগিৰি' নামেৰে জনাজাত হয। কিন্তু কম দিনৰ ভিতৰতে তেওঁ এই বিষযবাব ত্যাগ কৰে।

সেই সমযত ২১-২২ বছৰীযা শংকৰে হৰিবৰ গিৰিৰ ছোৱালী সূৰ্যাৱতীৰ লগত বিবাহ পাশত আৱদ্ধ হয়। তিনি বছৰ পাছত মনু নামৰ এটি কন্যা সন্তানৰ জন্ম দি সূৰ্যাৱতী মৃত্যু মুখত পৰে। ১৪২৫ শকত তেওঁ দ্বিতীযবাৰ বিবাহ পাশত আৱদ্ধ হয ৰাম ভূঞাৰ কন্যা কালিন্দীৰ লগত। ৰামানন্দ ঠাকুৰ, কমল লোচন আৰু হৰিচৰণ তেওঁৰ পুত্ৰ আৰু ৰুক্মিণী তেওঁৰ কন্যা সন্তান।

### তীৰ্থ ভ্ৰমণে দিলে মহাজ্ঞান

প্ৰথম পত্নীৰ মৃত্যুৰ পাছত কন্যা মনুক বিয়া দি শংকৰদেৱ তীৰ্থ ভ্ৰমণত ওলায। বাৰ বছৰ কাল সোতৰজন লগৰীয়াৰ সৈতে শংকৰদেৱে ভাৰতৰ বিভিন্ন তীৰ্থস্থান দৰ্শন কৰে। এই ভ্ৰমণে শংকৰদেৱৰ মনত বিভিন্ন ধৰ্মৰ সাৰমৰ্ম উপলব্ধি কৰোৱায। প্ৰথমবাৰ তীৰ্থ ভ্ৰমণৰ পৰা আহিযেই জ্ঞাতি-কুটুম্বৰ অনুৰোধত শংকৰদেৱে দ্বিতীবাৰ বিবাহ পাশত আৱদ্ধ হয়। লগতে পুনৰ বাৰ শিৰোমণি ভূঞাৰ বাব ল'বলৈ বাধ্য হয। তীৰ্থ ভ্ৰমণৰ সমযত উত্তৰ ভাৰতত ধৰ্ম আন্দোলন দেখি শংকৰৰ মনত ধৰ্মভাৱ প্ৰবলভাৱে উদ্বেলিত হয়।

অসমৰ সংকটপূৰ্ণ সামাজিক আৰু সাংস্কৃতিক অৱস্থাৰ উন্নয়নৰ বাবে শংকৰদেৱে বিভিন্ন কৰ্মসূচী গ্ৰহণ কৰিছিল। প্ৰথমবাৰ তীৰ্থৰ পৰা ঘূৰি আহি তেওঁ বন্ধু-বান্ধৱৰ অনুৰোধত 'চিহ্ন যাত্ৰা' নাট ৰচনা কৰি ভাওনা কৰে। বৈকুণ্ঠৰ চিত্ৰপট অংকন কৰি অসমৰ

চিত্রকলাৰ জগতলৈ অনবদ্য অৱদান আগবঢাই থৈ যায়। ভক্ত বৈষ্ণৱসকলৰ মনত ধৰ্মৰ ভাব জগাবলৈ সাত বৈকুণ্ঠৰ পট অংকণ কৰি নৃত্য-গীত বাদ্যৰ সহায়ত ভাওনা প্ৰদৰ্শন কৰোৱায়। ১২০ হাত দৈৰ্ঘ্য আৰু ৬ হাত প্ৰস্থৰ কাপোৰত বৈকুণ্ঠৰ চিত্ৰ অংকন কৰাৰ উপৰিও বৈকুণ্ঠৰ বিশেষ ছয় ভক্ত, বাৰ বৈষ্ণৱ, চৈধ্য পাৰিষদ, বহু সিদ্ধ পুৰুষকে আদি কৰি ভকত-ভকতনী, পৰিষদবৰ্গৰ তনু আৰু বৈকুণ্ঠত থকা গছ-গছনি, ফুল-ফল, চৰাই-চিৰিকতি আদি অংকিত কৰি চোমুখা, হেঙুল-হাইতালেৰে ৰং বোলায়। চিহ্ন যাত্ৰাৰ নাটৰ ভাওনা দেখি সকলো ৰাইজৰ তেওঁৰ প্ৰতি প্ৰগাঢ় ভক্তি জন্মিলে। তেতিয়াৰে পৰা শংকৰ ভূঞা ভক্তি ধৰ্ম সংস্থাপক শংকৰ গুৰুত পৰিণত হ'ল। অসংখ্য শিষ্যৰ মাজত বৈষ্ণৱ ধৰ্মৰ জোৱাৰ উঠিল। তাল, খোল, মৃদঙ্গৰ শব্দই আকাশ-বতাহ মুখৰিত কৰিলে।

শংকৰদেৱৰ ধৰ্ম আছিল হৰিনাম ধৰ্ম। তেওঁৰ ধৰ্মমত সাংখ্য, বেদান্ত আৰু ভাগৱত-পুৰাণৰ সাৰমৰ্মৰ ওপৰত প্ৰতিষ্ঠিত। তেওঁৰ মতে ধৰ্মৰ মূল বিষয়বস্তু ঈশ্বৰৰ নাম। সৃষ্টি, স্থিতি প্ৰলয়ৰ একমাত্ৰ অধিকাৰী এজনেই ভগৱান। সেই অধিপতিৰ চৰণত নিষ্কামভাৱে উপাসনা কৰিলে কেনেকৈ সকলো কামনাৰ নিবৃত্তি সাধন কৰি মুক্তিৰ পথত আগবাঢ়িব পাৰি তাৰেই সন্ধান পোৱা যায় একশৰণ ভগৱতী বৈষ্ণৱ ধৰ্ম বা হৰিনাম ধৰ্মত। মহাপুৰুষ শংকৰদেৱে প্ৰৱৰ্তন কৰা এই ধৰ্মক মহাপুৰুষীয়া ধৰ্ম বা বৈষ্ণৱ ধৰ্ম বুলিও জনা যায়। একান্ত ভক্তিভাৱে হৰিত শৰণ লৈ তেওঁৰ নাম শ্ৰৱণ, কীৰ্তন কৰি সংসাৰৰ পাপ-তাপ, জৰা-ব্যাধিৰ পৰা মুক্ত হৈ পৰমপদ লাভ কৰিব পাৰি। 'এক দেৱ, এক সেৱ, এক বিনে নাই কেৱ' এয়ে বৈষ্ণৱ ধৰ্মৰ সাৰমৰ্ম।

**অসীম প্ৰতিভাৰ অধিকাৰী**

কছাৰী ৰজাৰ লগত বাৰে বাৰে মনোমালিন্য হোৱাত শংকৰদেৱে বংশ-পৰিয়াল সমন্বিতে বৰদোৱা ত্যাগ কৰি মাজুলীৰ বেলগুৰিত নতুনকৈ সংস্থাপিত হয়। ইয়াতেই মাধৱদেৱৰ লগত শংকৰদেৱৰ মিলন হয়। পূৰ্বতে মাধৱদেৱ শাক্তধৰ্মী আছিল। কিন্তু শংকৰৰ লগত তৰ্ক যুদ্ধত পৰাস্ত হৈ বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰে। শংকৰ-মাধৱৰ এই মিলনক 'মণিকাঞ্চন' সংযোগ বুলি কোৱা হয়। পৰৱৰ্তী সময়ত দুয়োজন একত্ৰিত হৈ অসমত ভক্তিৰ নিজৰা বোৱায়।

শংকৰদেৱৰ পূৰ্বে অসমত সাম্য, সৌম্য, সমতা, সভ্যতা, সংস্কৃতিপূৰ্ণ কোনো প্ৰগতিশীল সমাজৰ প্ৰমাণ পোৱা নাযায়। শংকৰদেৱে আধ্যাত্মিক শিক্ষাৰে যে গণতান্ত্ৰিক সমাজবাদৰ মৰ্যাদা দিব পাৰি তাৰ সন্ধান দি গৈছে। গণতান্ত্ৰিক সমাজবাদৰ ভেটি নিৰ্মাণ কৰাত বিশ্বৰ ভিতৰত সৰ্বপ্ৰথম, সৰ্বশ্ৰেষ্ঠ আদৰ্শ শংকৰদেৱ। তেওঁ গাৰোৰ গোবিন্দ, মিৰিৰ পৰমানন্দ, নগাৰ নৰোত্তম, আহোমৰ নৰহৰি ইত্যাদি বিভিন্ন জাতি, বৰ্ণ, গোষ্ঠী নিৰ্বিশেষে সকলোকে শিষ্যত্ব প্ৰদান কৰিছিল। তেওঁৰ মতে,

*কুকুৰ শৃগাল, গৰ্দ্দভৰো আত্মাৰাম*
*জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।*

অস্পৃশ্যতা আৰু কু-সংস্কাৰ মুক্ত সমাজ এখনৰ লাইখুঁটা স্থাপন কৰিছিল মহাপুৰুষ শংকৰদেৱে। সমাজৰ সামূহিক কেন্দ্ৰৰূপে ধৰ্ম চৰ্চা, সংস্কৃতি প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে শংকৰদেৱে বৰদোৱাত নামঘৰ সাজি ভক্তিৰ প্ৰথম খুঁটি মাৰে। বেলগুৰি, পাটবাউসী আদি ঠাইত সত্ৰ, নামঘৰ স্থাপন কৰে। নামঘৰৰ মজিযাত পুনৰবাৰ গঢ়ি উঠিছিল অসমীয়া সংস্কৃতিৰ ৰংঘৰ।

শ্ৰীমন্ত শংকৰদেৱে গীত আৰু নাট এই দুটি মাধ্যমৰ জৰিযতে ধৰ্ম প্ৰচাৰত মন দিছিল। বৰগীত আৰু অংকীয়া নাট গুৰুজনাৰ আপুৰুগীয়া অৱদান। তীৰ্থ ভ্ৰমণৰ সময়ত শংকৰদেৱে 'মন মেৰি ৰাম চৰণেহি লাগু, তঞি দেখনা অন্তক আগু' বুলি সংসাৰৰ প্ৰতি বৈৰাগ্য আৰু ৰামভক্তিৰ মহিমাৰে গীত ৰচনা কৰে। মহাপুৰুষজনে ছকুৰি সুমধুৰ বৰগীত ৰচনা কৰিছিল। তেওঁৰ দ্বাৰা ৰচিত অংকীয়া নাটসমূহৰ ভিতৰত আছে ঃ চিহ্ন যাত্ৰা, কালীয দমন, কেলি গোপাল, ৰাম বিজয, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, পত্নী প্ৰসাদ ইত্যাদি। গীত-নাট পৰিৱেশনৰ অংগ স্বৰূপে খোল, তাল, ডবা, কাঁহ, শংখ, মৃদংগ আদি বাদ্য সৃষ্টি কৰি সংস্কৃতিৰ ভঁৰাল মেটমৰা কৰে।

শংকৰদেৱ অসমীয়া ভাষা-সাহিত্যৰ জনক। মহাপুৰুষজনাৰ সাহিত্যৰ বিজয় স্তম্ভ হ'ল কীৰ্তন পুথি। কীৰ্তনক অসমীয়া জাতিৰ বেদ বুলি ক'ব পাৰি। ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে ৰচনা কৰা গ্ৰন্থখনত ভগৱানক লাভ কৰাৰ পথ দেখুওৱা হৈছে হৰি নামৰ দ্বাৰা। ভাগৱতৰ ১ম, ২য, ৩য স্কন্ধ, ৬ষ্ঠ স্কন্ধৰ প্ৰথমছোৱা ৮ম স্কন্ধৰ কিছু অধ্যায, দশমৰ প্ৰথম অংশ, একাদশ আৰু দ্বাদশ স্কন্ধ গুৰুজনাই অসমীয়ালৈ ভাঙনি কৰে। ভাগৱতৰ কাহিনীক লৈ হৰিশ্চন্দ্ৰ উপাখ্যান, অজামিল উপাখ্যান, বলিছলন ইত্যাদি আৰু অন্যান্য গ্ৰন্থৰ ভিতৰত ভক্তি প্ৰদীপ, অনাদি পাতন, ভক্তি ৰত্নাকৰ গুণমালা, নিমিনৱ সিদ্ধ সংবাদ, ৰামাযণৰ উত্তৰাকাণ্ড ইত্যাদি বহুমূলীয়া গ্ৰন্থ সম্ভাৰেৰে সাহিত্যৰ জগত উভৈনদী কৰি গৈছে।

*শ্ৰীমন্ত শংকৰ হৰি ভকতৰ*
*জানা যেন কল্পতৰু*
*তাহান্ত বিনাই নাহি নাহি আৰ*
*আমাৰ পৰম গুৰু।*

ধৰ্মপ্ৰচাৰৰ সময়খিনিত শংকৰদেৱে বাৰে বাৰে ৰজাঘৰীয়াৰ ৰোষত পৰিবলগীয়া হৈছিল। তাৰ বাবে স্থান পৰিৱৰ্তন কৰি এছোৱা কাল নৰনাৰায়ণৰ ৰাজ্যতো বাস কৰিছিল।

**সামৰণি**

শ্ৰীমন্ত শংকৰদেৱ অসমীয়া জাতীয় জীৱনৰ পিতৃ। ১৫৫৮ খ্ৰীষ্টাব্দত মহাপুৰুষজনাই ছকুৰি বছৰীয়া মানৱ জীৱনৰ অৱসান ঘটায। অসমীয়া জাতি আজি স্বকীয ৰূপত বিশ্বৰ দৰবাৰত এক সুকীয়া আসনত বহিব পাৰিছে, ইযাৰ মূলতে আছে শংকৰদেৱৰ সমৃদ্ধিশালী অৱদান। গীত-বাদ্য, নাট্য-চিত্ৰ-সাহিত্য প্ৰতিটো দিশ সামৰি ধৰ্মৰ মাজেদি গণতান্ত্ৰিক সমাজবাদ প্ৰতিষ্ঠা কৰা শংকৰদেৱৰ দৰে ব্যক্তিত্ব পৃথিৱীৰ বুকুত বিৰল। অসমৰ পৱিত্ৰ ভূমিক ভক্তি ৰসৰ সোঁতেৰে টৌৱাই মানৱতাৰ ভেটি বন্ধা শ্ৰীমন্ত শংকৰদেৱ যুগ যুগান্তৰৰ বাবে নমস্য পুৰুষ।

# অধ্যৱসায়

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জীৱনত অধ্যৱসায়ৰ ভূমিকা - অধ্যাৱসায়ৰ প্ৰয়োজন - সামৰণি

*HSLC 2001, HS 2000*

*অধ্যৱসায় মনত লুকাই থকা প্ৰতিজ্ঞাৰ ফুল।*
*মনত প্ৰতিজ্ঞা থাকিলে কামত অধ্যাৱসায় জন্মে।*

**— সত্যনাথ বৰা**

**ভূমিকা**

এই পৃথিৱীত কোনো মানুহেই জন্মতেই সফল বা বিফল মানুহ হিচাপে জন্ম গ্ৰহণ নকৰে। মানুহৰ জীৱনটো হ'ল নানা ঘাত-প্ৰতিঘাতৰ সমষ্টি। এই ঘাত-প্ৰতিঘাত কোনোবাই অতিক্ৰমি হযতো কিছু সহজেই সফলতাৰ মুখ দেখে আৰু কোনোবাই সহজে সফলতাৰ মুখ দেখা নাপায। কিন্তু সফল নহ'ল বুলিযেই ধৈৰ্য নেহেৰুৱাই কোনোজনে পুনৰ কঁকালত টঙালি বান্ধি নিজৰ লক্ষ্যত উপনীত হ'বলৈ পুনঃপুনঃ চেষ্টা চলায। জীৱন সংগ্ৰামত জয়ী হ'বলৈ মানুহে এইদৰে যি অবিৰাম প্ৰচেষ্টা চলায আহিছে তাৰে নামেই অধ্যৱসায।

অভিজ্ঞজনৰ মতে মানুহে জীৱনৰ প্ৰথম অধ্যাযৰ পৰাই অধ্যৱসাযৰ পাঠ গ্ৰহণ কৰিব লাগে। আত্মবিশ্বাস আৰু প্ৰত্যযৰে মনটো দৃঢ কৰিব লাগে যাতে সহস্ৰ বাধা-বিপত্তি অতিক্ৰম কৰিও নিজৰ লক্ষ্যৰ দিশত অগ্ৰসৰ হ'ব পাৰে। ভাগ্যক ধিযাই বহি থকা জনে কেতিযাও জীৱনত উন্নতি কৰিব নোৱাৰে।

**জীৱনত অধ্যৱসাযৰ ভূমিকা**

মানৱ সমাজৰ একাংশ লোকৰ অধ্যৱসাযৰ ফলতেই মানুহে আজি এই অৱস্থাত উপনীত হৈছেহি। সৃষ্টিৰ আৰম্ভণিৰ পৰাই মানুহে প্ৰকৃতিৰ লগত নিৰৱচ্ছিন্ন সংগ্ৰাম কৰি আহিছে। মানুহৰ ক্ৰমবিকাশৰ ইতিহাস পটি চালে আমি দেখা পাম যে এচাম মানুহৰ প্ৰচণ্ড ধৈৰ্য, সাহস আৰু সংগ্ৰামী মনোভাৱেই পৃথিৱীত মানুহক সুস্থ, সভ্য, সংস্কৃতিবান জীৱ হিচাপে প্ৰতিষ্ঠা কৰিলে।

জীৱনৰ সকলো স্তৰতেই অধ্যৱসাযৰ একান্ত প্ৰযোজন। কোনো মানুহৰ হাততেই আলাউদ্দিনৰ চাকি নাই। যিসকল লোকে সফল আজিৰ পৃথিৱীত নিজকে সফল ব্যক্তিৰূপে পৰিচয দিব পাৰিছে তেওঁলোকৰ সফলতাৰ আঁৰতো আছে প্ৰচুৰ অধ্যৱসায। মানৱ ইতিহাসৰ পাত লুটিযালে আমি এনেকুৱা শত সহস্ৰ ব্যক্তিৰ নাম বিচাৰি পাম। অধ্যৱসায়ে এক কপৰ্দকহীন ব্যক্তিকো পৃথিৱীৰ শ্ৰেষ্ঠ ধনীত পৰিণত কৰিব পাৰে। সেইদৰে এজন বাকপটুহীন ব্যক্তিকো এসমযত বাগ্মীবৰ কৰি তুলিব পাৰে। জাতিৰ পিতা মহাত্মা গান্ধীয়ে প্ৰথম অৱস্থাত অলপো বক্তৃতা দিব নোৱাৰিছিল। আনকি পোনে প্ৰথমবাৰ বক্তৃতা দিবলৈ উঠি একোটা শব্দকে তিনিবাৰকৈ উচ্চাৰণ কৰি আৰু একো ক'ব নোৱাৰি বহি পৰিছিল। কিন্তু পাছত সেইজন ব্যক্তিৰে বক্তৃতাত সমগ্ৰ ভাৰতবাসী ভাৰতৰ স্বাধীনতা সংগ্ৰামত জঁপিযাই পৰিছিল। অধ্যৱসাযৰ অন্য এক জলন্ত উদাহৰণ হ'ল কোকিলকণ্ঠী গায়িকা লতা

মংগেশকাৰ। লতাই যেতিযা প্ৰথম চলচ্চিত্ৰৰ বাবে গীত গাইছিল সেই গান কোনেও বিশেষ ভাল শুনা নাছিল। কিন্তু অক্লান্ত সাধনাৰ ফলস্বৰূপে আজি তেওঁ বিশ্বৰ ভিতৰতে অপ্ৰতিদ্বন্দ্বী গাযিকা। প্ৰতিভাৰ অধিকাৰীজনৰো অধ্যৱসায় নহ'লে প্ৰতিভাৰ অপচয় ঘটে। বিশ্ববিখ্যাত ধনী ব্যক্তি হেনৰী ফোৰ্ড, আলফ্ৰেড নোবেল আদিৰ দৰে লোক জন্মৰ সমযত ধনী নাছিল। জীৱনৰ আদি অৱস্থাত তেওঁলোক অতি দুখীয়া আছিল। কোনোকোনোৰ ভাগ্যত দুবেলা দুমুঠি যোগাৰ কৰাও কষ্টকৰ আছিল। কিন্তু জীৱনৰ সকলো দুখ-কষ্ট, বাধা-বিঘিনি অতিক্ৰম কৰি তেওঁলোকে নিজৰ লক্ষ্যত উপনীত হোৱাৰ বাসনাৰে কঠোৰ প্ৰৰিশ্ৰম কৰিছিল। কোনো সময়ত বিফল হ'লেও হতাশ নহৈ দুগুণ উৎসাহেৰে সংগ্ৰামত জঁপিয়াই পৰিছিল। সেই প্ৰচুৰ অধ্যৱসায়ে তেওঁলোকৰ জীৱনলৈ আনি দিলে আৰ্থিক প্ৰাচুৰ্য আৰু সন্মান।

অধ্যৱসায়ৰ অন্য এক জলন্ত উদাহৰণ হ'ল দুবাৰকৈ নোবেল বঁটা বিজযী বিজ্ঞানী মেডাম কুৰী। অত্যন্ত দুখীযা পৰিযালৰ এইগৰাকী মহিযসী নাৰীযে যি অসাধাৰণ কষ্টেৰে জীৱনলৈ সফলতাৰ চাবিকাঠি কঢ়িযাই আনিলে তাক ভাবিলে শ্ৰদ্ধাত মূৰ দোঁখাই যায়। পঢ়াৰ কাৰণে তেওঁ লোকৰ ঘৰত কাম পৰ্যন্ত কৰি দিব লগা হৈছিল। ৰেডিয়াম আৱিষ্কাৰ কৰাৰ কাৰণে তেওঁ স্বামীৰ সৈতে যি কঠোৰ পৰিশ্ৰম কৰিলে তাক ভাবিলেও আচৰিত লাগে। নাই ধন, নাই উন্নত লেবৰেটৰী, নাই জিৰণিৰ ঠাই, নাই আৱশ্যকীয সা-সৰঞ্জাম, আনকি ৰেডিয়াম উলিযাবৰ বাবে যি কেঁচা মালৰ প্ৰযোজন তাৰো অভাৱ। তথাপিও মেডাম কুৰী আৰু তেওঁৰ স্বামীৰ অক্লান্ত পৰিশ্ৰমৰ ফলেই হ'ল যুগজযী আৱিষ্কাৰ ৰেডিযাম।

**অধ্যৱসায়ৰ প্ৰয়োজন**

যিকেইটা গুণে মানুহক সফল মানুহৰ মৰ্যাদাৰে ভূষিত কৰে অধ্যৱসায় তাৰ অন্যতম। কোনো এটা উদ্দেশ্য সাধনৰ বাবে এবাৰ, দুবাৰ মাত্ৰ চেষ্টা কৰি সফল হ'ব নোৱাৰিলে এৰি দিয়াকে অধ্যৱসায় নোবোলে। কোনো এক লক্ষ্যত উপনীত হ'বৰ বাবে অসীম ধৈৰ্যৰে কৰা বিৰামহীন চেষ্টাকহে অধ্যৱসায বোলে। অধ্যৱসায়েই হ'ল সফলতাৰ আটাইতকৈ শক্তিশালী চাবিকাঠী। ব্যক্তি জীৱনৰ সাফল্যত যেনেকৈ অধ্যৱসায় অপৰিহাৰ্য, তেনেকৈ বিশ্বৰ কল্যাণৰ কামটো ই অপৰিহাৰ্য। যিসকল মহামানৱে বিশ্বৰ কল্যাণৰ বাবে জীৱন উছৰ্গা কৰি গৈছে তেওঁলোকৰ সফলতাৰ আঁৰতো আছে অধ্যৱসায়। অন্যান্য চাৰিত্ৰিক গুণৰ লগতে অধ্যৱসায় নহ'লে কোনো মহৎ কামেই সিদ্ধি নহয।

এই পৃথিৱীত অসম্ভৱ বুলি একো নাই। লাগে মাথোঁ অধ্যৱসায়। বিজ্ঞানৰ মহান মহান আৱিষ্কাৰ বিলাক, যিবিলাক আৱিষ্কাৰৰ ফলত মানুহে অসম্ভৱ বুলি ভবা কথাবোৰো সম্ভৱ হৈছে, সেইবোৰো কিছুমান লোকৰ নিৰলস প্ৰচেষ্টাৰ ফল। এই নিৰলস সাধনাৰ আজিও শেষ হোৱা নাই। সেইসকল নমস্য ব্যক্তিৰ সাধনাই আমাৰ জীৱনলৈ আনিছে সুখ-স্বাচ্ছন্দ্য আৰু বিলাস। তেওঁলোকৰ অনুসন্ধিৎসু মনৰ ইচ্ছাক সফল কৰি তুলিছে তেওঁলোকৰ অধ্যৱসায়ে।

**সামৰণি**

দেখা গৈছে অধ্যৱসায়ে জীৱনক সুন্দৰ কৰি তুলিব পাৰে। ব্যক্তিগত বা সমষ্টিগত উভয় জীৱনতেই নিৰলস চেষ্টাৰ মূল্য অপৰিসীম। এটা জাতি যদি অধ্যৱসায়ী হয়, সেই জাতিয়ে জগতত শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবই। জাপানেই ইয়াৰ শ্ৰেষ্ঠ নিদৰ্শন। দ্বিতীয় মহাসমৰত কঁকাল ভাঙি যোৱা জাপান আজি অধ্যৱসায়ৰ গুণত পৃথিৱীৰ অগ্ৰণী জাতি হিচাপে পৰিচিত। সেয়ে প্ৰতিজনলোকেই অধ্যৱসায়ৰ সুফলৰ বাবে সচেতন হোৱাটো অপৰিহাৰ্য। আমাৰ উঠি অহা শিশুবিলাকক‌ো অধ্যৱসায়ৰ উপলব্ধি কৰোৱাৰ প্ৰয়োজন।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি** ১ জীৱনত অধ্যৱসায়ৰ প্ৰয়োজনীয়তা ২ সফলতাৰ মন্ত্ৰ অধ্যৱসায় ৩ অধ্যৱসায়ে কৰে অসাধ্য সাধন

**ৰচনাৰ সংকেত** - ভূমিকা - আমাৰ জীৱনত ই-কমাৰ্চ - ই-কমাৰ্চৰ স্বৰূপ আৰু প্ৰভাৱ - গণমাধ্যম হৈ উঠাৰ সম্ভাৱনা - ভাৰতৰ বজাৰত ই-কমাৰ্চ

# ই-কমাৰ্চ

**ভূমিকা**

বৈদ্যুতিক বা ইলেক্ট্ৰনিক ব্যৱস্থাৰ সহায়ত তথ্য আদান-প্ৰদানৰ যোগেদি কৰা বাণিজ্যিক লেন-দেন হ'ল ই-কমাৰ্চ। Electronic Commerce শব্দ দুটাক সংক্ষেপে e-commerce বুলি লিখা আৰু কোৱা হয়। ইয়াৰ দ্বাৰা কম্পিউটাৰৰ সহায়ত ঘৰতে বহি কোনো বস্তু ক্ৰয় কৰিব পাৰি। আধুনিক পৃথিৱীৰ ব্যস্ত জীৱনত ই-কমাৰ্চৰ গুৰুত্ব অপৰিসীম। সময় ৰাহি কৰাৰ উপৰিও ই-কমাৰ্চে মানুহৰ বস্তু বিচাৰি ফুৰা কষ্টৰ পৰাও ৰেহাই দিছে। সময়ৰ গতিত দৌৰিছে বিজ্ঞান। কেৱল জ্ঞান অৰ্জনেই নহয় মানুহৰ জীৱনৰ উন্নতিকল্পে বিজ্ঞানক ব্যৱহাৰ কৰা হৈছে। ই-কমাৰ্চৰ ধাৰণাটো উদ্ভৱ হৈছিল কুৰি শতিকাৰ ত্ৰিশৰ দশকত। স্কটলেণ্ডৰ এজন অধ্যাপক ৰোণাল্ড ক'ছে (Ronald Coase) তেওঁৰ এক গৱেষণাপত্ৰত ই-কমাৰ্চৰ ধাৰণাটো দাঙি ধৰিছিল। ইয়াৰ বাবে তেওঁ ১৯৯১ চনত অৰ্থনীতিৰ নোবেল বঁটা লাভ কৰে। ৰোণাল্ড ক'ছকে আধুনিক ই-কমাৰ্চৰ জনকৰূপে আখ্যা দিয়া হয়।

**আমাৰ জীৱনত ই-কমাৰ্চ**

আমাৰ জ্ঞান অৰ্জনৰ চাহিদা বঢ়াৰ লগে লগে আনুসঙ্গিক নানা নতুন চাহিদাও উৎপন্ন হৈছে। ৰে'লৰ সময় আগতীয়াকৈ জনা, শ্বেয়াৰ বজাৰৰ উঠা-নমা আদি জনাৰ উপৰি সময় বচাবৰ বাবে আমি যিমান পাৰি কথাবোৰ আগেয়ে জনাৰ ব্যৱস্থা কৰোঁ। আমাৰ চৌপাশৰ পৰিৱেশত কি ঘটিছে, ভৌগোলিক জ্ঞান তথা চিকিৎসা সংক্ৰান্তীয়

তথ্য, আধুনিক গৱেষণা সংক্রান্ত তথ্যৰ চাহিদা আজিও দিনক দিনে বৃদ্ধি হৈ আহিছে। এই সকলো চাহিদা পূৰাইছে ইণ্টাৰনেটে। ইণ্টাৰনেটে সম্প্ৰতি এনে এক ব্যৱস্থাৰ সৃষ্টি কৰিছে যাৰ প্ৰভাৱৰ পৰা মুক্ত হৈ অহাটো আমাৰ বাবে সম্ভৱ নহয়। বিশেষকৈ অৰ্থনীতিৰ ক্ষেত্ৰত ই এক নেটৱৰ্ক গঢ়ি তুলিছে যাৰ পৰা গ্ৰাহক প্ৰকৃতাৰ্থতে লাভৱান হৈছে। আধুনিক মানুহে সেয়ে ই-কমাৰ্চৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰিছে। আনকি ব্যৱসায়ীসকলো ই-কমাৰ্চৰ পৰা অতি লাভৱান হৈছে। নিজৰ ব্যৱসায় প্ৰতিষ্ঠানৰ সৈতে যোগাযোগ থকা সমূহ ইণ্টাৰনেট গ্ৰাহকক ব্যৱসায়ীসকলে যিমানদূৰ সম্ভৱ, উন্নত সেৱা আগবঢ়াবলৈ চেষ্টা কৰিছে। তেনে কৰাৰ ফলত গ্ৰাহকেও নিজৰ পচন্দৰ বস্তু অনায়সে ক্ৰয় কৰিব পাৰে।

**ই-কমাৰ্চৰ স্বৰূপ আৰু প্ৰভাৱ**

কম্পিউটাৰৰ মাধ্যমত তথ্য আদান-প্ৰদান কৰি বাণিজ্যিক লেনদেন কৰাই হ'ল ই-কমাৰ্চ। কোনো ব্যৱসায়িক প্ৰতিষ্ঠানৰ লগত ব্যক্তিৰ, চৰকাৰৰ লগত ব্যৱসায় প্ৰতিষ্ঠানৰ লেনদেন হ'ব পাৰে ই-কমাৰ্চৰ যোগেদি। সাধাৰণ আদান-প্ৰদান ব্যৱস্থাতকৈ ই বেছি বেগী। আনকি ফোন বা ফেক্সৰ যোগেদি লেন-দেন কৰোঁতে যিমান সময় লাগে, ই-কমাৰ্চে লয় তাৰ এক তৃতীয়াংশ সময়। ই-কমাৰ্চ প্ৰযুক্তিৰ মেৰুদণ্ড প্ৰধানতঃ দুটা। সেয়া হ'ল ইণ্টাৰনেট আৰু ভেলু এডেড নেটৱৰ্ক (চমুকৈ ভেন)। কেৱল কম্পিউটাৰৰ মাধ্যমেৰে যে এনে যোগাযোগ হয় তেনে নহয়, বিভিন্ন ধৰণৰ উন্নত ব্যৱস্থাও আছে ভেনত। ইয়াৰ ভিতৰত মডেম সংযোগ, বৈদ্যুতিক ডাক বাকচৰ দৰে নানা ব্যৱস্থা উল্লেখযোগ্য। তথাপি ভেনতকৈ ইণ্টাৰনেটৰ সুবিধা বেছি। ইণ্টাৰনেটত খৰচ কম। ইণ্টাৰনেটত লেন-দেনৰ বাবে সময়ো কম লাগে।

সেইবাবেই প্ৰতিযোগিতাৰ বজাৰত ই-কমাৰ্চৰ ব্যৱহাৰ বেছি। ই-কমাৰ্চ ব্যৱহাৰ হ'লে ব্যৱসায় প্ৰতিষ্ঠানটোৰ খৰচ কমে। কম খৰচে বেছি লাভৰ মুখ দেখুৱায়। কম দামতে বস্তু বিক্ৰী কৰাৰ ক্ষমতা অৰ্জন কৰে। দাম কম হ'লে ক্ৰেতাৰ সংখ্যাও সৰহ হয়। ইয়াৰ ফলত সামগ্ৰিক ব্যৱসায়টো লাভৱান হয়। ই-কমাৰ্চৰ বিশেষজ্ঞসকলে দাবী কৰিছে অতি সোনকালে সকলো ব্যৱসায় প্ৰতিষ্ঠানে নিজৰ উন্নতি কৰিবৰ বাবে ই-কমাৰ্চ ব্যৱস্থা হাতত ল'বলৈ বাধ্য হ'ব। ই-কমাৰ্চৰ প্ৰসাৰ বাঢ়িলে অতিৰিক্ত কম্পিউটাৰৰ ব্যৱস্থা হ'ব। যাৰ ফলত চৌবিশ ঘণ্টা কাম চলিব একো অসুবিধা নোহোৱাকৈ। ইয়াৰ ফলত কৰ্মচাৰী নিয়োগৰ খৰচো বাঢ়িব। কৰ্মীসকলৰ লগতো বহু সময় খৰচ হয়। আৰু এটা সমীক্ষাত প্ৰকাশ যে ই-কমাৰ্চৰ জৰিয়তে অৰ্ডাৰ দিয়া-লোৱাটো অতি সহজ হৈ পৰে। বিশ্বজুৰি অবাধ বাণিজ্যৰ পৰিবেশ তৈয়াৰ হোৱাৰ ফলত বিভিন্ন দেশত কোটি কোটি সৰু ব্যৱসায় প্ৰতিষ্ঠানৰ জন্ম হ'ল। তেওঁলোকৰ বাবেও ই-কমাৰ্চৰ ব্যৱহাৰ অতি প্ৰয়োজনীয়। অতি কম মূলধনেৰেও ই-কমাৰ্চৰ যোগেদি ব্যৱসায় কৰি এওঁলোক লাভৱান হৈছে। আনহাতে ই-কমাৰ্চৰো চাহিদা আৰু জনপ্ৰিয়তা বাঢ়িছে। লাভৰ পথো ওলাইছে তেনেকৈ। সৰু ব্যৱসায় প্ৰতিষ্ঠানবিলাকে ডাঙৰ প্ৰতিষ্ঠানবোৰৰ পৰা নিজৰ ফালে গ্ৰাহকক আকৰ্ষণ কৰিবলৈ তৎপৰ হৈছে।

**গণমাধ্যম হৈ উঠাৰ সম্ভাৱনা**

ই-কমাৰ্চ কেৱল ব্যৱসায় নহয়। যিকোনো সাধাৰণ দৈনন্দিন কামৰ ক্ষেত্ৰতো ই ক্ৰমাৎ এক বিশাল নেটৱৰ্ক ব্যৱস্থা হৈ পৰিছে। খাদ্য-সামগ্ৰী, কিতাপ, সংবাদ পত্ৰ, চাকৰি, চিঠি-পত্ৰ, অৱসৰ বিনোদন, সৰুসুৰা ব্যৱসায়ও এতিয়া সহজ হৈ পৰিছে ই-কমাৰ্চত। এতিয়া মাউচ ক্লিক কৰিলেই পৃথিৱীৰ সকলো বস্তু নিজৰ ঘৰতে আমি পাব পাৰোঁ। সেয়ে সম্প্ৰতি পৃথিৱীৰ ব্যৱসায় প্ৰতিষ্ঠানসমূহে ই-কমাৰ্চৰ প্ৰযোগ যিমানে পাৰে খৰতকীয়া কৰি তুলিছে।

**ভাৰতৰ বজাৰত ই-কমাৰ্চ**

ভাৰতৰ বজাৰতো আন্তৰ্জাতিক ৰীতি অনুসৰণ কৰি ই-কমাৰ্চ-এ নিজৰ শিপা মেলিছে। ভাৰততো এতিয়া ই-কমাৰ্চৰ যোগেদি নিত্য প্ৰয়োজনীয় বস্তুৰ কিনা-বেচা চলিছে। ই-কমাৰ্চে আটাইতকৈ বেছি প্ৰসাৰ লাভ কৰিছে মুম্বাইত। লাহে লাহে, দিল্লী, বাংগালুৰু আদিত ই-কমাৰ্চ-এ নিজৰ ব্যৱসায় আগবঢ়াইছে।

আমাৰ দেশত ই-কমাৰ্চৰ প্ৰসাৰে কিমান দূৰ সফলতা লাভ কৰিব সেযা এতিয়াও অৱশ্যে বিভিন্ন মহলত আলোচনাৰ বিষয় হৈ আছে। বিভিন্নজনে মত প্ৰকাশ কৰিছে যে আমাৰ দেশত অহা কিছু বছৰৰ ভিতৰতে ই-কমাৰ্চে নিজৰ পৰিসৰ বহলাব পাৰিব। অৱশ্যে এনে কৰিবলৈ হ'লে গতানুগতিক লাভ আৰু ব্যৱসাযৰ পৰা ই-কমাৰ্চ কিন্তু আঁতৰি আহিব লাগিব। গ্ৰাহকৰ প্ৰতি সঁচাযে আন্তৰিকতাৰে কাম কৰিব লাগিব।

# অৱসৰ যাপনৰ বৈচিত্ৰ্য আৰু প্ৰয়োজনীয়তা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অৱসৰৰ গুৰুত্ব আৰু প্ৰয়োজনীয়তা - ছাত্ৰৰ অৱসৰ - অৱসৰ যাপনৰ বৈচিত্ৰ্য - প্ৰখ্যাত ব্যক্তিৰ অৱসৰ যাপন - প্ৰাচীন আৰু অপ্ৰাচীন অৱসৰ - সামৰণি

*ভগৱানৰ লগত এক হৈ যাব পাৰিলে তোমাৰ আৰু অৱসৰৰ প্ৰয়োজন নহয়, ইয়াৰ পাছত অৱসৰ নাথাকেও।*

**— মহাত্মা গান্ধী**

**ভূমিকা**

অৱসৰ জীৱনৰ এক একান্ত প্ৰয়োজনীয় কথা। অৱসৰ মানে থমকি ৰোৱা নহয়, অৱসৰে পৰৱৰ্তী কামৰ বাবে আমাক শাৰীৰিক-মানসিকভাৱে প্ৰস্তুত কৰে। দিনটোৰ পৰিশ্ৰমৰ অন্ততঃ পৰুৱাৰ পৰা মানুহলৈকে সকলোৱে জিৰণি বা অৱসৰ লয়। আকাশৰ বুকুত উৰি ফুৰা চৰাইটোও মাটিলৈ নামি আহে অৱসৰ বিচাৰি। গাৰ ঘাম মাটিত পেলাই

শ্রম কৰা খেতিয়কৰ ক্ষন্তেকৰ বাবে হ'লেও জিৰণিৰ প্ৰয়োজন। এই যে অলপ বিৰতি, এই যে অলপ বিশ্ৰাম, এয়া অকাল ক্লান্তি দূৰ কৰাৰ অবলম্বনেই নহয়। ই অপাৰ প্ৰেৰণা। কামৰ মাজতে অলপ থমকি জিৰণি লোৱাকে অৱসৰ বোলে।

**অৱসৰৰ গুৰুত্ব আৰু প্ৰয়োজনীয়তা**

অৱসৰ হ'ল আমাৰ কৰ্মজীৱনৰ এক দুৰ্লভ সম্পদ। একে কাম কৰি মানুহৰ জীৱনলৈ আহি পৰে একঘেয়ামি। কামৰ মাজত বৈচিত্ৰ্যতাহীনতা আৰু নিৰানন্দই অভ্যাস থকা কামকো কঠিন কৰি তোলে। তেনে অৱস্থাত স্বাভাৱিকতে মানুহে বৈচিত্ৰ্যৰ সন্ধান কৰে। দৈনন্দিন কামৰ মাজত আনন্দৰ সন্ধান কৰে। বিৰতিহীন কামে জীৱনলৈ একঘেয়ামি অনাৰ ফলত মানুহে নিজৰ মাজত থকা প্ৰাণ চঞ্চল অৱস্থাৰ কথা পাহৰি যায়। সেয়ে বিচাৰি ফুৰে জীৱনৰ আনন্দ। অৱসৰৰ মজা। অৱসৰে দিয়ে জীৱনত প্ৰাণ চঞ্চলতা। জীৱনৰ মধুময় ছন্দ। উদ্দাম গতি। সঁজাৰপৰা উৰি যোৱা পখীৰ দৰে হৈ পৰে অৱসৰ যাপন কৰা মানুহৰ জীৱন। কৰ্মব্যস্ততাৰ পৰা আঁতৰি মানুহে আয়োজন কৰে নানা অৱসৰ বিনোদন অনুষ্ঠান। প্ৰকৃততে অৱসৰে আনে মুক্ত বায়ু, মুকলি বতাহ আৰু নিজৰমতে কিছু সময় কটাই অহাৰ মুক্ত বাতাবৰণ।

**ছাত্ৰৰ অৱসৰ**

কিতাপৰ/পাঠ্যপুথিৰ জগতত ব্যস্ত ছাত্ৰৰ জীৱনত ছুটীৰ ঘণ্টাৰ প্ৰয়োজনীযতা কোনোবাই অস্বীকাৰ কৰিব জানো! পাঠ্যপুথি অনুশীলনৰ জটিলতাৰ পৰা অৱসৰে এক নিৰ্মল আনন্দ প্ৰদান কৰে। জীৱনলৈ কঢ়িয়াই আনে উল্লাস-উৎসাহ। অৱশ্যে কিছুসংখ্যক ছাত্ৰ অৱসৰ পাই বেপেৰুৱা হৈ উঠাৰ উদাহৰণো আছে। কিন্তু অৱসৰক যদি ইতিবাচক দিশত চোৱা যায় তেন্তে ইযাৰ ফল অতি সুন্দৰ হয। অৱসৰত ছাত্ৰ-ছাত্ৰীসকলে সমবযসৰ বন্ধু-বান্ধৱৰ সৈতে খেলা-ধূলা কৰে। ফুটবল, ক্ৰিকেট, সাঁতোৰ আদি খেলাৰ ফলত শৰীৰলৈ নতুন শক্তিৰ আগমন ঘটে। দীঘলীয়া বন্ধত পোৱা অৱসৰত ছাত্ৰ-ছাত্ৰীসকলে গান-নাচ বা সাংস্কৃতিক কামত জড়িত হৈ পৰে। পৰ্বতাৰোহণ, ব্যাযাম আদিবোৰতো এই সময়তে ব্যস্ত হৈ পৰে সকলো। ঘৰুৱা বা সামাজিক অনুষ্ঠানৰ লগত নিজক জড়িত কৰি বতাহত পালতৰা নাৱৰ দৰে চলিব খোজে ছাত্ৰ-ছাত্ৰীসকল। ম'ৰাৰ দৰে অৱসৰৰ আনন্দত পেখম ধৰে। এইবোৰ কৰোঁতে অৱসৰৰ দিনবোৰ কেনেকৈ পাৰ হৈ যায় ক'বই নোৱাৰে।

**অৱসৰ যাপনৰ বৈচিত্ৰ্য**

মানুহৰ ৰুচি অনুযাযী অৱসৰ যাপনত বৈচিত্ৰ্যতা থাকে। কোনোবাই হযতো পৰিযাল-পৰিজনৰ সৈতে অৱসৰৰ দিনকেইটা কটাই ভাল পায। কোনোবাই আকৌ অকলে কিতাপ পঢ়ি, গান শুনি বা টেলিভিছন চাইহে ভাল পায। বন্ধু-বান্ধৱৰ সৈতে আড্ডা অথবা ঘৰতে খেলিব পৰা দবা, কেৰম আদিও খেলি বহুতে ভাল পায। কোনোবাই আকৌ দলে বলে কোনো পাহাৰৰ কাষত, নিজৰাৰ পাৰত বনভোজ খাবলৈও যায। চাৰিবেৰৰ বান্ধোন ছিঙি অৱসৰ কটোৱাৰ বাবে সেয়ে অতি উৎসুক হৈ থাকে সকলো। অৱসৰ পালেই মানুহ ওলাই যায় নিজৰ দৈনন্দিনৰ পৰা। দুৰ্গম পাহাৰ, মৰুভূমি, অৰণ্য, সাগৰ-নদীৰ ঢৌৱে মানুহৰ মনক

আকৰ্ষণ কৰে। ইয়াৰ বাহিৰেও কোনো কোনোৱে নাটক, থিয়েটাৰ আদি চাই অৱসৰ কটায়। এনেকৈ অৱসৰ যাপনৰ হাজাৰটা উপায় মানুহৰ হাতত আছে।

**প্ৰখ্যাত ব্যক্তিৰ অৱসৰ যাপন**

কেৱল সাধাৰণ মানুহেই নহয় পৃথিৱীৰ বহু প্ৰখ্যাত ব্যক্তিয়েও নিজৰ অৱসৰৰ সময়খিনি অতি আনন্দদায়ক কৰিবলৈ নানা উপায় চিন্তা কৰি উলিয়াইছিল। তেওঁলোক যেনেকৈ স্মৰণীয়, বৰণীয় তেনেকৈ তেওঁলোকৰ অৱসৰ যাপনৰ ব্যৱস্থাও লক্ষ্যণীয়। বিজ্ঞানী আইনষ্টাইনে নিজৰ অৱসৰ যাপন কৰিছিল বেহেলা বজায়। বেহেলাৰ সুৰময় ধ্বনিতে তেওঁ নিজৰ অৱসৰৰ আনন্দ পাইছিল। 'মা' খ্যাত মেক্সিম গৰ্কী আৰু ৰাষ্ট্ৰনায়ক হো-চি-মিনৰ অৱসৰ বিনোদনৰ মাধ্যম আছিল দবা খেল।

**প্ৰাচীন আৰু অপ্ৰাচীন অৱসৰ**

সময়ৰ লগে লগে মানুহৰ ৰুচি পৰিৱৰ্তন হয়। পুৰণি কালত মানুহে যেনেকৈ অৱসৰ কটাইছিল তেনেকৈ আজিকালিৰ মানুহে নকটায। আগৰ ৰজা-মহাৰজাসকলে মৃগয়া কৰি নিজৰ অৱসৰ কটাইছিল। অস্ত্ৰ-শস্ত্ৰ, পালি-পহৰীয়াৰ সৈতে অৱসৰ কটোৱা ৰজাৰ মৃগয়া যাত্ৰা যেন যুদ্ধযাত্ৰাহে আছিল। পৰৱৰ্তীকালত বহু ৰাজপুৰুষে অৱসৰ কটোৱাৰ বাবে মানুহ আৰু জন্তুৰ যুদ্ধৰ লোমহৰ্ষক দৃশ্য চোৱাৰ ব্যৱস্থা কৰিছিল।

কিন্তু জীৱনধাৰণ, শিক্ষা, বিজ্ঞান প্ৰযুক্তিৰ উন্নতিৰ পিছত এতিয়া মানুহৰ বিচাৰ, ভাব-ধাৰা সলনি হৈছে। এতিয়া অৱসৰ পালে কিছুমান মানুহে মানৱৰ কল্যাণৰ অৰ্থেহে কাম কৰে। বাট-পথ পৰিস্কাৰ কৰা, নিজৰ অহা-যোৱা বাটৰ মেৰামতি, স্বাস্থ্য পৰিয়াল সজাগতাৰ বাবে আত্মনিযোগ কৰা, সাক্ষৰতা অভিযান, দুখীয়ালোকক সহায কৰা আদি কামত সহায কৰে আজিৰ মানুহে মানুহক। অৱসৰৰ আনন্দ বুলিলে এনে কাম কৰে যিবোৰে হাজাৰজনৰ কল্যাণ কৰে। বিজ্ঞান-প্ৰযুক্তিৰ উন্নতিৰ ফলত ৰেডিঅ', টি ভি, টেপ, চি ডি আদিবোৰো মানুহৰ অৱসৰ কটোৱাৰ সংগী হৈ আছে।

**সামৰণি**

কেৱল জনগণেই নহয চৰকাৰেও মানুহৰ অৱসৰ যাপনৰ বাবে নানা ব্যৱস্থা কৰি ৰাখিছে। দেশৰ দৰ্শনীয় স্থানত অৱসৰ যাপনৰ বাবে বহু ব্যৱস্থা কৰি দিছে চৰকাৰে। পৰ্যটন বিভাগ এতিয়া আগৰদৰে সুপ্ত নহয, জাগ্ৰত, সচেষ্ট আৰু সক্ৰিয় হৈ পৰিছে। চিৰিয়াখানা, যাদুঘৰ, উদ্যান-পাৰ্কত প্ৰদৰ্শনী, সাংস্কৃতিক অনুষ্ঠান আদি আযোজন কৰি ৰাইজক অৱসৰ বিনোদনৰ সুযোগ দিছে। আলোচনী, বাতৰিকাকতে উৎসৱ উপলক্ষ্যে বিশেষ সংখ্যা প্ৰকাশ কৰি পাঠকক আনন্দ দান কৰি আহিছে। প্ৰকৃততে অৱসৰ কেৱল আনন্দ-প্ৰমোদৰ বহিঃপ্ৰকাশেই নহয়, মানৱীয় গুণাৱলীৰো প্ৰকাশ ঘটে অৱসৰ যাপনত।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি** ১ অৱসৰ জীৱনৰ প্ৰয়োজন ২ অৱসৰে যোগায় নতুন কৰ্মপ্ৰেৰণা ৩ অৱসৰেই প্ৰাণ শক্তিৰ আধাৰ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইতিহাসৰ পাতত অলিম্পিক - আধুনিক অলিম্পিকৰ সূচনা

# অলিম্পিক

*অলিম্পিকৰ আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো হৈছে খেলত অংশ লোৱাটোহে, জয়লাভ কৰা নহয়। জীৱনৰো ঘাই কথা হৈছে সংগ্ৰাম কৰাটোহে, জয়ী হোৱাতো নহয়।*

**— বেৰন পিয়েৰ দা কুবাৰ্তিন**

**ভূমিকা**

অলিম্পিক হৈছে বিশ্বক্ৰীড়াৰ প্ৰাচীন আৰু শ্ৰেষ্ঠ সমাৰোহ। সমগ্ৰ বিশ্বৰ হাজাৰ হাজাৰ ক্ৰীড়াবিদৰ লক্ষ্য সাধনৰ দুৰ্বাৰ প্ৰচেষ্টাৰ অক্ষয় সংগ্ৰাম নিহিত হৈ আছে এই সমাৰোহত। এই ক্ৰীড়া সমাৰোহৰ জন্মভূমি আৰু উৎস হৈছে প্ৰাচীন গ্ৰীচ ৰাষ্ট্ৰ।

**ইতিহাসৰ পাতত অলিম্পিক**

যীশু খ্ৰীষ্টৰ জন্মৰ ৭৭৬ বছৰ আগৰ কথা। সেই সময়ত গ্ৰীচৰ অধিবাসীসকলে তেওঁলোকৰ দেৱতা জিউচৰ সন্মানাৰ্থে প্ৰতি পাঁচ বছৰৰ অন্তৰে অন্তৰে অলিম্পিয়া নামৰ ঠাইত এক ক্ৰীড়া প্ৰতিযোগিতাৰ আয়োজন কৰিছিল। এইবিধ প্ৰতিযোগিতাকে অলিম্পিক বোলা হৈছিল। সেই কালত অলিম্পিক অকল অলিম্পিয়া বা গ্ৰীচৰে নহয়, সমগ্ৰ পৃথিৱীৰে আটাইতকৈ ডাঙৰ উৎসৱ বুলি বিবেচনা কৰা হৈছিল। এই উৎসৱৰ উপলক্ষে কাৰুকাৰ্যখচিত প্ৰাসাদ, মাৰ্বলৰ ষ্টেডিয়াম, সাঁতোৰৰ সৰোবৰ, ক্ৰীড়াগাৰ, ৰত্নশালা আৰু মঠ-মন্দিৰেৰে ভৰপূৰ অতুলনীয় সৌন্দৰ্য নগৰী অলিম্পিয়া ভূমধ্য সাগৰৰ দাঁতি-কাষৰীয়া প্ৰত্যেক দেশৰে পৰা অহা হাজাৰ হাজাৰ খেলুৱৈ, ক্ৰীড়ামোদী লোকেৰে ভৰি পৰিছিল।

ইতিহাসৰ মতে, সেই সময়ত অলিম্পিক এমাহ ধৰি অনুষ্ঠিত হৈছিল। এই মাহটোক 'হিয়েৰোমেনিয়া' বোলা হৈছিল। পাছলৈ গ্ৰীচৰ সাম্ৰাজ্য বাঢ়ি যোৱাৰ লগে লগে খেল-ধেমালিৰ সংখ্যাও বাঢ়ি যাবলৈ ধৰিলে।' তেতিয়া অলিম্পিয়ালৈ মেচিডনিয়া আৰু ৰোম সাম্ৰাজ্যৰ বিভিন্ন অংশৰ পৰা প্ৰতিযোগীৰ সোঁত ববলৈ ধৰে। দ্বিতীয় শতিকাত ৰোমানসকলে গ্ৰীচ জয় কৰাৰ পাছৰ পৰা খেল-ধেমালিবোৰো ক্ৰমাৎ কমি আহিবলৈ ধৰে।

এই খেল-ধেমালিসমূহ জিউছ দেৱতাৰ সন্মানাৰ্থে আয়োজন কৰা হৈছিল। দেৱতালৈ ভক্তিৰে পূজা অৰ্পণ কৰাৰ পাছত দৌৰ, বক্সিং, জাঁপ, মালযুঁজ, ডিচকাছ, যাঠি দলিওৱা আদি প্ৰতিযোগিতাৰে খেল আৰম্ভ হয়। বিৰতিৰ সময়ত নাচ, গান, কবিতা আৰু সাহিত্যৰ প্ৰতিযোগিতাও অনুষ্ঠিত হৈছিল।

প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিবলৈ অহা প্ৰতিজন প্ৰতিযোগীয়েই এঘাৰ মাহ কঠোৰ অনুশীলন কৰাটো বাধ্যতামূলক আছিল। একেবাৰে শেষৰ মাহটো অলিম্পিয়াৰ বিচাৰকসকলৰ তত্ত্বাৱধানত প্ৰশিক্ষণ দিয়া হৈছিল। তেওঁলোকক অতি কঠোৰ শৃংখলাৰ মাজত ৰখা হৈছিল, দোষ কৰোঁতাসকলক শাস্তি দিয়াতো হৈছিলেই, কেতিয়াবা আনকি বহিষ্কাৰো কৰা হৈছিল। অলিম্পিকৰ নীতি-নিয়ম ভংগ নকৰা সৰ্বশ্ৰেষ্ঠ খেলুৱৈসকলকহে প্ৰতিযোগিতাত ভাগ ল'বলৈ দিয়া হৈছিল।

আজিকালিৰ অলিম্পিকত পুৰুষ-মহিলা উভয়ে অংশ গ্ৰহণ কৰিব পাৰে। কিন্তু তেতিয়াৰ অলিম্পিকত মহিলাক অংশ গ্ৰহণ কৰিবলৈ দিয়াটো নহৈছিলেই, আনকি কোনোবাই জুমি চোৱাটোও গুৰুতৰ অপৰাধ আছিল। এবাৰ ফেৰনিচ নামৰ এগৰাকী মহিলাই পুৰুষৰ বেশ ধৰি অলিম্পিক উপভোগ কৰিছিল বুলি জনা যায়। সেই ঘটনা উদ্যোক্তাসকলে জনাৰ পাছত ভৱিষ্যতে যাতে এনে চোৰাং ঘটনা নঘটে তাৰ প্ৰতিকাৰ হিচাপে তেতিয়াৰ পৰাই খেলুৱৈসকলে শৰীৰত কোনো আৱৰণ নৰখাকৈ খেলত যোগ দিয়াৰ নিয়ম প্ৰচলন হ'ল।

অৱশ্যে মহিলাসকলৰ বাবেও 'হেৰিয়া' নামৰ আন এটা খেল-ধেমালিৰ উৎসৱ আছিল। পাঁচ বছৰৰ অন্তৰে অন্তৰে অনুষ্ঠিত এই ক্ৰীড়া প্ৰতিযোগিতাত যুৱতীসকলৰ এঠেঙীয়া দৌৰ এটাই প্ৰাধান্য পাইছিল বুলি জনা যায়।

বৰ্তমানৰ অলিম্পিক প্ৰতিযোগিতাত সোণ, ৰূপ আৰু ব্ৰঞ্জৰ পদক দিয়া হয়। সেই সময়ত কিন্তু এই পদকৰ প্ৰচলন নাছিল। বিজয়ীসকলৰ একমাত্ৰ বঁটা আছিল জলফাই গছৰ ডালৰ এডাল মালা। অৱশ্যে এজন প্ৰতিযোগী তিনিটা বিষয়ত জয়ী হ'লে তেওঁৰ প্ৰতিমূৰ্তিয়ে অলিম্পিয়াত ঠাই পাইছিল। তদুপৰি বিজয়ী প্ৰতিযোগীজন ঘৰলৈ উভতি আহোঁতে বিশাল জনতাই তেওঁক আগবঢ়াই লৈ আহিছিল আৰু তেওঁ কেতিয়াও নগৰৰ স্বাভাৱিক দুৱাৰেদি নিজৰ নগৰত প্ৰৱেশ নকৰিছিল। তাৰ পৰিবৰ্তে নিজ থকা ঠাইৰ ওচৰেদি নগৰৰ চৌহদৰ বেৰ এখন ভাঙিহে তেওঁক ভিতৰলৈ নিয়া হৈছিল।

অলিম্পিক গৌৰৱৰ শীৰ্ষস্থানত উঠিছিলগৈ খ্ৰীষ্টপূৰ্ব চাৰিশ বছৰত আৰু তাৰ পিছৰ পৰাই ই ক্ৰমান্বয়ে পৰি আহিবলৈ ধৰে। এই খেলে একেবাৰে দুৰৱস্থাত পৰিছিলগৈ ৬৬ খ্ৰীষ্টাব্দত সম্ৰাট নিৰোৰ শাসন কালত। ৩৯৪ খ্ৰীষ্টাব্দত গ'থ জাতিৰ কিছুমান আক্ৰমণকাৰীয়ে অলিম্পিয়াৰ মঠ-মন্দিৰসমূহ লুটপাত কৰে আৰু তাৰ এবছৰৰ পিছতেই খ্ৰীষ্টধৰ্মী সম্ৰাট থিযদছিয়াছে এইবোৰ খেল-ধেমালি খ্ৰীষ্টধৰ্মৰ বিৰোধী বুলি বন্ধ কৰি দিয়ে। এনেদৰেই অলিম্পিকৰ মৃত্যু হ'ল।

**আধুনিক অলিম্পিকৰ সূচনা**

প্ৰথমবাৰ অলিম্পিকৰ মৃত্যু হ'ল যদিও অলিম্পিক শেষ নহ'ল। ১৮৮৬ চনত 'বেৰন পিয়েৰ দা কুবাৰ্তিন' নামৰ এজন ফৰাচী উদ্যোগী ডেকাই 'লা ইউনিয়ন দা স্পৰ্টছ এথলেটিকছ' নামেৰে এটা সংস্থা গঠন কৰি তাৰ জৰিয়তে ফ্ৰান্সৰ শিক্ষানুষ্ঠানসমূহত শাৰীৰিক শিক্ষাৰ প্ৰচলনৰ চেষ্টা কৰিছিল। তেওঁ ভাবিছিল, প্ৰাচীন গ্ৰীকসকলৰ অলিম্পিকৰ আদৰ্শতে পৃথিৱীত এখন খেল-ধেমালিৰ প্ৰতিযোগিতা বাৰু অনুষ্ঠিত কৰিব নোৱাৰিনে?

ইয়াৰ ফলস্বৰূপেই ১৮৯৩ চনত তেও 'লা ইউনিয়ন দা স্পৰ্টছ এথলেটিকছ'ৰ এখন সভা অনুষ্ঠিত কৰি তাঁলৈ পৃথিৱীৰ সকলো খেলুৱৈকে আমন্ত্ৰণ কৰিলে। প্ৰথমবাৰত বিশেষ একো সঁহাৰি পোৱা নহ'ল, কিন্তু ১৮৯৪ চনৰ ১৬ জুনত কুবাৰ্তিনৰ সপোন বাস্তৱত পৰিণত হ'ল। সেইদিনা আমেৰিকা, ইংলেণ্ড, স্পেইন, ইটালী, বেলজিয়াম, ৰাছিয়া, গ্ৰীচ আৰু ফ্ৰান্সৰ প্ৰতিনিধিসকল সমবেত হৈ বিশ্ব ক্ৰীড়াৰ বিষয়ে আলোচনা কৰিলে। এই সভাত সকলোৱে অলিম্পিক পুনৰ প্ৰতিষ্ঠাৰ বাবে একমত প্ৰকাশ কৰিলে। ১৮৯৬ চনত এই খেল অনুষ্ঠিত কৰিবলৈ স্থিৰ কৰি এথেন্সতে তাৰ স্থান নিৰ্বাচন কৰা হ'ল। সেই বছৰৰ ৬ এপ্ৰিলত আৰম্ভ হ'ল আধুনিক অলিম্পিক। ইয়াৰ পাছত নানান

পৰিৱৰ্তন-পৰিৱৰ্ধনৰ মাজেৰে আহি আধুনিক অলিম্পিকে ১০০ বছৰ অতিক্ৰম কৰিছে। অনুষ্ঠিত হৈছে ২৯ খন অলিম্পিকৰ।

আধুনিক অলিম্পিক যদিও ১৮৯৬ চনতেই আৰম্ভ হৈছিল তথাপি ১৯১৩ চনলৈ অলিম্পিকৰ কোনো পতাকা নাছিল। ১৮১৩ চনতেই আধুনিক অলিম্পিকৰ জন্মদাতা বেৰন পিয়েৰ দা কুবাৰ্তিনৰ বিশেষ অনুৰোধত এখন পতাকা গ্ৰহণ কৰাৰ সিদ্ধান্ত লোৱা হয় আৰু ইয়াৰ বাবে বিভিন্ন শিল্পীৰ পৰা নানান নমুনা আহে। তাৰে ভিতৰত আমি আজি দেখা পোৱা নমুনাটো গ্ৰহণ কৰা হৈছিল। পতাকাখনিৰ বগা ৰঙে বিশ্ব শান্তিক, নীলা, হালধীয়া, ক'লা, সেউজীয়া আৰু ৰঙৰ বৃত্তকেইটাই সূচায় পাঁচখন মহাদেশক। বৃত্তকেইটা ইটোৱে সিটোৱে বান্ধ খাই বিশ্ব মৈত্ৰীৰ কথাকে সোঁৱৰায়। ১৯১৪ চনৰ জুন মাহত এক ৰাজহুৱা সভাত এই পতাকা পেৰিচত প্ৰথমবাৰৰ বাবে উৰুওৱা হয়। ১৯১৫ চনৰ ১৮ মাৰ্চত ছানফ্ৰান্সিছকোত অনুষ্ঠিত মহামেলত এই পতাকা উৰে অৱশ্যে ১৯২০ চনৰ এণ্টোৱাৰ্প অলিম্পিকতহে এই পতাকাই আনুষ্ঠানিকভাৱে অলিম্পিক ষ্টেডিয়ামত উৰাৰ সুবিধা লাভ কৰে। সেই পতাকাখন ইখন অলিম্পিকৰ স্থানৰপৰা সিখন অলিম্পিকৰ স্থানলৈ এক গাম্ভীৰ্যপূৰ্ণ অনুষ্ঠানৰ জৰিয়তে নিয়া হয়। ১৯২০ চনৰ অলিম্পিকৰ পতাকাখন শেষবাৰলৈ উৰে ১৯৮৪ চনৰ লছ এঞ্জেলছ অলিম্পিকত। ইতিমধ্যে পতাকাখন যথেষ্ট উৰলি যোৱাত ১৯৮৮ চনৰ ছিউল অলিম্পিকত সৰ্বাতোকৈ দামী উৎকৃষ্ট ছিল্কৰ কাপোৰেৰে দ্বিতীয় পতাকাখন চিলোৱা হয়।

অলিম্পিকৰ ইতিহাস যেনে বিশাল তেনে আকৰ্ষণীও। সময় আগবঢ়াৰ লগে লগে ইয়াত নতুন নতুন খেল সংযোজন হৈ আছে। অলিম্পিকৰ প্ৰধান উদ্দেশ্য পৃথিৱীৰ বিভিন্ন ৰাষ্ট্ৰৰ মাজত মৈত্ৰী আৰু ঐক্য স্থাপন। বিশ্বভাতৃত্ব গঢ়ি তোলাৰো ই শ্ৰেষ্ঠ মঞ্চ। কেৱল খেল-ধেমালিযেই নহয়, দেশে দেশে শান্তি আৰু মৈত্ৰীৰ বাণী প্ৰচাৰ কৰাৰ কাৰণেও অলিম্পিক প্ৰতিযোগিতাৰ খ্যাতি আজি বিশ্বজোৰা।

*লগতে চাওক ঃ বেইজিং অলিম্পিক*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জন্ম, শৈশৱ, শিক্ষা - কল্যাণমূলক অৰ্থনীতিৰ বাটকটীয়া - সামৰণি

# অমৰ্ত্য সেন

**ভূমিকা**

পৃথিৱীৰ দৰিদ্ৰ শ্ৰেণীৰ কল্যাণৰ পথ অন্বেষক অমৰ্ত্য সেন ভাৰতৰ বাবে গৌৰৱোজ্জ্বল ব্যক্তিত্ব। অমৰ্ত্য সেন অৰ্থনীতিত নোবেল বঁটা বিজয়ী এছিয়াৰ প্ৰথম বিদগ্ধ পণ্ডিত। ১৯৯৮ চনত নোবেল বঁটা লাভ কৰাৰ বহু বছৰৰ আগতেই অমৰ্ত্য সেনে পৃথিৱীৰ শীৰ্ষস্থানীয় অৰ্থনীতিবিদসকলৰ অন্যতমৰূপে, বিশ্ব অৰ্থনীতিৰ বিবেকৰূপে আন্তৰ্জাতিক মহলত স্বীকৃতি লাভ কৰিছে।

**জন্ম, শৈশৱ, শিক্ষা**

১৯৩৩ চনত উত্তৰ পশ্চিম ঢাকাৰ মৈনাকগঞ্জত অমৰ্ত্য সেনৰ জন্ম হৈছিল। তেওঁ আচাৰ্য ক্ষিতিমোহন সেনৰ নাতি আৰু পশ্চিমবংগ পাব্লিক ছাৰ্ভিছ কমিছনৰ চেয়াৰমেন আশুতোষ সেনৰ পুত্ৰ, মাতৃ অমিতা সেন। জীৱনৰ প্ৰথম সময়ছোৱাত তেওঁ ঢাকাত কটাই যদিও স্কুলীয়া শিক্ষা আৰম্ভ কৰে ম্যানমাৰত। দ্বিতীয় মহাসমৰৰ আতংকই তেওঁলোকক কলিকতাত বসবাস কৰোৱায়। তেতিয়াৰে পৰা অমৰ্ত্য সেন হৈ পৰে শান্তি নিকেতনৰ আশ্ৰম বালক। শান্তি নিকেতনৰ পৰা মেট্ৰিক পাছ কৰাৰ অন্তত সেন হৈছিল বিজ্ঞানৰ ছাত্ৰ। আই এছ চি পৰীক্ষাত তেওঁ কলিকতা বিশ্ববিদ্যালৰ পৰা প্ৰথম স্থান লাভ কৰে। তাৰ পাছত প্ৰেছিডেন্সি কলেজৰ পৰা প্ৰথম হৈ উত্তীৰ্ণ হয়। তেতিয়া তেওঁ কলা বিভাগলৈ আহি অৰ্থনীতি বিষয়টো গ্ৰহণ কৰিছিল। পাছৰ পৰীক্ষাতো কেমব্ৰিজৰ ট্ৰিনিটি কলেজৰ পৰা প্ৰথম স্থান লাভ কৰে। ১৯৫৭ চনত পি এইচ ডি কৰি থকা সময়তে কৰ্মজীৱন আৰম্ভ কৰে যাদৱপুৰ বিশ্ববিদ্যালযত। অমৰ্ত্য সেনৰ তীক্ষ্ণ মেধাই তেওঁক পদে পদে আগুৱাই যোৱাত সহায় কৰিছিল। কেমব্ৰিজৰ ট্ৰিনিটি কলেজ আৰু হাভাৰ্ড বিশ্ববিদ্যালয় তেওঁৰ পৰৱৰ্তী জীৱনৰ কৰ্মক্ষেত্ৰ। ছাত্ৰাৱস্থাত অমৰ্ত্য সেনে সভা-সমিতিত আগ-ভাগ লৈ ফুৰিছিল। সেই সময়তে তেওঁ এজন সহযোগীৰ সৈতে 'স্ফুলিংগ' নামৰ এখন সৰু আলোচনী প্ৰকাশ কৰিছিল। তেওঁলোকৰ অনুপ্ৰেৰণা আছিল 'ইমক্ৰা' নামৰ লেনিনৰ আলোচনীখন। কিন্তু সেই আলোচনীখনৰ ওপৰত চৰকাৰৰ কোপদৃষ্টি পৰাত বন্ধ হৈ যায়। জীৱনৰ আগবয়সত অমৰ্ত্য সেনে অভিনযো কৰিছিল। বৈবাহিক জীৱনত প্ৰথমা পত্নী নৱনীতা দেৱসেনৰ লগত অমৰ্ত্য সেনৰ বিবাহ বিচ্ছেদ হৈছে। দ্বিতীয় বিবাহ কৰাই এগৰাকী ইটালীযান সহকৰ্মীক। কিন্তু তেওঁৰো পৰলোকপ্ৰাপ্তি ঘটে। তৃতীযবাৰ অমৰ্ত্য সেনে অন্য এগৰাকী বিদেশিনী এমা ৰথ চাইল্ড সেনৰ লগত বৈবাহিক জীৱন আৰম্ভ কৰে। অমৰ্ত্য সেন চাৰিটা সন্তানৰ পিতৃ। তাৰে তিনি গৰাকী কন্যা আৰু এজন পুত্ৰ সন্তান।

১৯৬৩ চনৰ পৰা অমৰ্ত্য সেনে প্ৰায নবছৰ কাল দিল্লীৰ স্কুল অব্ ইকনমিক্সত অধ্যাপনা কৰিছিল। ১৯৭১ চনত পিতৃ আশুতোষ সেনৰ মৃত্যু হৈছিল। পিতৃৰ মনত প্ৰথম অৱস্থাত কিছু সংশয আছিল কলা বিভাগত পঢ়িবলৈ লোৱা তেওঁৰ পুত্ৰৰ ভৱিষ্যত সম্পৰ্কে। কিন্তু পাছৰ পৰ্যায়ত সেইজন ব্যক্তিয়েও আশা কৰিছিল এসময়ত অমৰ্ত্য সেনে নোবেল বঁটা লাভ কৰিব।

**কল্যাণমূলক অৰ্থনীতিৰ বাটকটীয়া**

১৯৯৮ চনৰ আগেয়ে এছিয়া মহাদেশৰ কোনো এজন অৰ্থনীতিবিদে নোবেল বঁটা লাভ কৰা নাছিল। নোবেল বঁটা ঘোষণাৰ সময়ত ৰয়েল অকাডেমী অব্ ছায়েন্সৰ তৰফৰ পৰা কোৱা হৈছে, 'কল্যাণমূলক অৰ্থনীতিত অধ্যাপক সেনৰ কৰ্ম আৰু তত্ত্ব, দুৰ্ভিক্ষৰ প্ৰচ্ছন্ন অৰ্থনৈতিক কাৰণবোৰ জনাত সহায় হৈছে। অৰ্থনীতিৰ কেন্দ্ৰীয় বিষয়বস্তুত তেওঁৰ অৱদানে বহু নতুন বিষয়ত চৰ্চাৰ বাট মুকলি কৰি দিছে। নতুন প্ৰজন্মৰ বাবে গৱেষণাৰ নতুন নতুন দিগন্ত উন্মোচন কৰিছে। অৰ্থনীতিৰ লগত দৰ্শনৰ সংযোগ ঘটাই মৌলিক অৰ্থনৈতিক সমস্যা আলোচনাৰ বাবে তেওঁ নৈতিকতাবোধ যুক্ত কৰিছে।'

অমৰ্ত্য সেনৰ গৱেষণাক মানুহে ৱেলফেয়াৰৰ নতুন সূচক (কোৱালিটি অব্ লাইফ ইনডেক্স) বোলে। ইউনেস্কোৰ বাৰ্ষিক ৱৰ্ল্ড ডেভেলপমেণ্ট ৰিপ'ৰ্টত ইয়াক 'হিউমেন ডেভেলপমেণ্ট ইনডেক্স' বোলা হৈছে। ইয়াক বিংশ শতিকাৰ অন্যতম মৌলিক চিন্তা বুলি ক'ব পৰা যায়। অমৰ্ত্য সেনৰ নিজস্ব ভাষাত প্ৰচলিত অৰ্থবিদ্যাত জনকল্যাণৰ মাপকাঠি অতি সংকীৰ্ণ। অমৰ্ত্য সেন জাতীয় আয়ৰ দ্বাৰা অনুন্নত অৰ্থনীতিৰ উন্নয়নৰ স্বৰূপ নিৰ্ধাৰণ কৰাৰ ঘোৰ বিৰোধী। অৰ্থনীতিৰ সীমিত গণ্ডী অতিক্ৰম কৰি অমৰ্ত্য সেনৰ অনুসন্ধানত জনস্বাস্থ্য, চিকিৎসা, পুষ্টি, জনসংখ্যা ইত্যাদিয়ে বিস্তৃত স্থান লাভ কৰিছে। সেনে কৰা বিশ্লেষণ মতে খাদ্য সংকটেই দুৰ্ভিক্ষৰ অন্যতম কাৰণ নহয়। তেওঁ দুৰ্ভিক্ষৰ কাৰণৰ লগত গণতান্ত্ৰিক স্বাধীনতাৰ প্ৰসঙ্গও জড়িত কৰিছে।

অমৰ্ত্য সেনৰ লেখাত এক সংযত, সূক্ষ্ম ৰসবোধৰ প্ৰকাশ ঘটে। আৰ্থিক বৃদ্ধি, স্বাচ্ছন্দ্য জীৱন যাত্ৰাৰ মান, সাম্য আৰু বৈষম্য, নীতিশাস্ত্ৰ আৰু অৰ্থনীতি — এই প্ৰতিটো বিষয়ত লেখা প্ৰকাশ হৈ আছে। অমৰ্ত্য সেনৰ মূল্যৱান গ্ৰন্থসমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল ঃ 'চয়েছ অব্ টেকনিকছ ঃ আন এছপেক্ট অব্ দা থিয়ৰি অব্ প্লানিড ইকনমিক ডেভেলপমেণ্ট', 'কালেকটিভ চযেছ এণ্ড ছচিয়েল ৱেলফেয়াৰ', 'গ্ৰোথ ইকোনমিক্স', 'গাইড লাইন অব্ প্ৰজেক্ট ইভালুয়েছ অন ইকনমিক ইনইকুয়েলি', 'এমপ্লয়মেণ্ট টেকন'লজি এণ্ড ডেভেলমেণ্ট', 'ৱেলফেয়াৰ এণ্ড ৰাইটছ', 'পভাৰ্টি এণ্ড ফেমিনচ'। ইয়াৰ বাদেও তেখেতৰ অন্যান্য বহু ৰচনা আছে। নোবেল বঁটা লাভ কৰাৰ আগতে অমৰ্ত্য সেনে বহুকেইটা সন্মানীয় উপাধি লাভ কৰে। তাৰ ভিতৰত ইটালীৰ 'জোভানি আনিয়েলি' শীৰ্ষক সন্মানীয় পুৰস্কাৰ অন্যতম। অৰ্থবিজ্ঞানৰ আদি পুৰুষ আদাম স্মিথৰ দুশ বছৰ পাছত অমৰ্ত্য সেনে হাভাৰ্ডত অৰ্থনীতি আৰু দৰ্শন দুয়োটা বিষযতে অধ্যাপনা কৰা দ্বিতীয় ব্যক্তি। কলিকতা বিশ্ববিদ্যালযে তেওঁক সন্মানীয় ডি লিট উপাধি প্ৰদান কৰে। বিশ্বভাৰতীযে দিযে 'দেশিকোত্তম' উপাধি। দৰিদ্ৰ শ্ৰেণীৰ কল্যাণৰ নিমিত্তে বছৰ বছৰ ধৰি কৰা অধ্যযন আৰু মানৱ জাতিক কল্যাণৰ সন্ধান দিয়া অমৰ্ত্য সেনক ভাৰত চৰকাৰৰ শ্ৰেষ্ঠ সন্মান 'ভাৰত ৰত্ন' প্ৰদান কৰা হয।

**সামৰণি**

জন্মৰ তিনি মাহৰ পাছতে বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে অমিতা সেনৰ কোলাৰ শিশুটিক 'অমৰ্ত্য' নামেৰে নামকৰণ কৰি কৈছিল ভৱিষ্যতে এই শিশুটি অসাধাৰণ ব্যক্তি হ'ব। সেই নামৰ সাল-সলনি নকৰিবলৈ মাতৃ গৰাকীক কৈছিল ৰবীন্দ্ৰনাথে। সেই ভৱিষ্যত বাণীৰ সত্যতা সমগ্ৰ জগতত প্ৰতিফলিত হ'ল। জীৱনৰ বহু সময় বিদেশত কটালেও দৈনন্দিন জীৱনত তেওঁ বাঙালী আৰু পৰিচয়ত ভাৰতীয়। শৈশৱতে দেখা দ্বিতীয় মহাসমৰৰ দৃশ্য, স্বাধীনতাৰ আগত ঢাকাৰ পৰিস্থিতি সেনৰ জীৱনৰ বাবে অভিজ্ঞতা সঞ্চয়কাৰী। পাৰিবাৰিক সূত্ৰে লাভ কৰা জ্ঞান-চৰ্চাৰ প্ৰতি অনুৰাগ আদিয়ে সেনক মানুহৰ প্ৰতি এক দাযিত্ববোধৰ শিক্ষা দিলে। দৰিদ্ৰ লোকৰ প্ৰতি প্ৰকাশ কৰা মানৱতাবোধে অমৰ্ত্য সেনক অৰ্থনীতিৰ বুৰঞ্জীত অমৰ কৰি ৰাখিব। মানৱ জাতিৰ উন্নয়নৰ বাবে তেওঁ আগবঢ়োৱা অৱদান অনন্য আৰু চিৰ আদৰণীয়।

# অসমৰ কুটীৰ শিল্প

HSLC 2005, 2007

ৰচনাৰ সংকেত ঃ ভূমিকা - ইতিহাসত অসমৰ কুটীৰ শিল্প - কুটীৰ শিল্পই ক্ৰমাৎ লোৱা উদ্যোগৰ ৰূপ অল্পায়ু শিল্পৰ খহনীয়া - আশাৰ শেষ নাই - সামৰণি

## ভূমিকা

কুটীৰ শিল্প এটা সময়ত অসমৰ পৰিচয় আছিল। কুটীৰ শিল্পত অসম প্ৰাচীন কালৰে পৰা অতি চহকী। সময়ৰ লগে লগে এই অৱস্থাৰ পৰিৱৰ্তন ঘটিল আৰু সম্প্ৰতি কুটীৰ শিল্পৰ অৱস্থা একেবাৰে কাহিল বুলিলেও বঢ়াই কোৱা নহয়। প্ৰাচীন কালত হাবিত বসবাস কৰা মানুহে নিজৰ দৈনন্দিন প্ৰযোজন পূৰাবৰ বাবেই চিকাৰ আদি কৰিছিল। ক্ৰমে নানা ধৰণৰ কাম যেনে ঃ ঘৰ সজা, কাপোৰ বোৱা আদি কৰিবলৈ ল'লে। এইদৰেই কুটীৰ শিল্পৰ সূচনা হ'ল।

## ইতিহাসত অসমৰ কুটীৰ শিল্প

কেৱল ইতিহাসতেই যে কুটীৰ শিল্পৰ কথা উল্লেখ আছে তেনে নহয়, মহাভাৰতৰ দৰে মহাকাব্যতো অসমৰ কুটীৰ শিল্পৰ কথা বৰ্ণনা কৰা হৈছে। প্ৰাগজ্যোতিষপুৰৰ ৰজা ভগদত্তই কৌৰৱৰ হৈ কুৰুক্ষেত্ৰ যুদ্ধত অংশ লৈছিল। ভগদত্তৰ সৈন্যই ব্যৱহাৰ কৰা তৰোৱালবোৰ হাতী দাঁতৰ আছিল বুলি মহাভাৰতত উল্লেখ আছে। বাণভট্টৰ 'হৰ্ষচৰিত' পুথিতো অসমৰ কুটীৰ শিল্পৰ প্ৰশংসা কৰা হৈছে। 'হৰ্ষচৰিত'ৰ মতে খ্ৰীষ্টীয় সপ্তম শতিকাৰ প্ৰাগজ্যোতিষপুৰৰ ৰজা ভাস্কৰবৰ্মাই থানেশ্বৰৰ ৰজা হৰ্ষবৰ্ধনলৈ হাতী দাঁতেৰে নিৰ্মিত সামগ্ৰী, বাঁহ-বেত আদিৰে সজা বস্তু উপহাৰস্বৰূপে দিছিল। আহোম ৰাজত্বকালতো যে কুটীৰ শিল্পৰ বিকাশ হৈছিল তাৰ স্পষ্ট প্ৰমাণ হ'ল মোমাই তামুলী বৰবৰুৱা। সামান্য বাৰী চোৱা লিগিৰাৰ পৰা সময়ত বৰবৰুৱাৰ দৰে পদত অধিষ্ঠিত হোৱা মোমাই তামুলীৰ প্ৰতিভা প্ৰথমে স্বৰ্গদেউৰ চকুত পৰিছিল তেওঁৰ বাৰীখনৰ চাফ-চিকুণতা দেখি। অসমৰ শিপিনীসকলো আছিল 'ছাঁতে শুকোৱা মুঠিতে লুকোৱা' কাপোৰ বব জনা অতি পাকৈত শিল্পী। খেতি-খোলা, ঘৰ-সংসাৰৰ কাম কৰিও তেওঁলোকে সময় উলিয়াইছিল তাঁত ববলৈ। অসমীয়া বাঢৈয়ে সাজিছিল হেঙুল-হাইতাল বোলোৱা চালে চকু ৰোৱা বৰপীৰা, চালপীৰা আদি। শংকৰদেৱে প্ৰতিষ্ঠা কৰা নামঘৰৰ সাতখলপীয়া সিংহাসনখনো অসমীয়া খলুৱা শিল্পীয়েই মূৰৰ ঘাম মাটিত পেলাই সাজিছিল। অস্ত্ৰ-শস্ত্ৰৰ দৰে আত্মৰক্ষাৰ সামগ্ৰীও সাহসী আৰু নিপুণ শিল্পী অসমীয়াই ঘৰতে সাজি উলিয়াইছিল। যুদ্ধৰ নাও, সাজ-পোছাক, ঢাল-তৰোৱাল বিচাৰি কোনো দিন অসমীয়া বীৰ সৈন্যই হাবাথুৰি খাবলগীয়া নহৈছিল। অসমৰ কুটীৰ শিল্পৰ এনেকুৱা অনেক চানেকী যাদুঘৰতো সংগ্ৰহ কৰি থোৱা হৈছে। অসমৰ পাট-মুগাৰ মেখেলা-চাদৰ, কিংখাপ, চাপকণ চোলা, শিল আৰু পিতলৰ মূৰ্তি, আনকি আজিও শিৰ ওখ কৰি থিয় দি থকা ৰাজকাৰেংবোৰো অসমৰ কুটীৰ শিল্পৰ উৎকৃষ্ট উদাহৰণ। আচলতে অসমৰ মানুহে এটা অসমত নিজৰ প্ৰয়োজনীয় প্ৰায় সকলো বস্তুকে নিজ হাতেৰে তৈয়াৰ কৰি লৈছিল। এৰী, মুগা, পাট, কাঁহ-পিতলৰ বাচন, মাটিৰে

নির্মিত মূৰ্তি, তেলঘানি, সোণ-ৰূপৰ অলংকাৰ, ধান-চাউল, চিৰা খুন্দা, জাপি, লোৰ দা-কটাৰী আদি যি বস্তুকে লাগে তাকে ঘৰতে তৈয়াৰ কৰি লৈছিল। স্বাৱলম্বী আৰু কুটীৰ শিল্পত চহকী 'দেশ' ৰূপে বিদেশীৰ চকুত এটা সময়ত অসমে চমক ছটিয়াইছিল।

**কুটীৰ শিল্পই ক্ৰমাৎ লোৱা উদ্যোগৰ ৰূপ**

খেতি-খোলাৰ পৰা আজৰি হৈহে অসমৰ মানুহে প্ৰথম কুটীৰ শিল্পৰ প্ৰতি মন দিছিল। স্বাৱলম্বী অসমীয়া জাতিয়ে কোনো দিনে নিজৰ প্ৰয়োজনীয় বস্তুৰ বাবে আনৰ ওচৰত হাত পতা নাছিল। তাঁত-সূত বোৱাৰ পৰা শিপিনী, মাটিৰ বাচন-বৰ্তন তৈয়াৰ কৰি কুমাৰ, দা-কটাৰী সাজি কমাৰ, কাঁহ-পিতলৰ পৰা কঁহাৰ, সোণাৰি আদিৰ উপাধি পিছলৈ ব্যৱসায়ৰূপে বিয়পি পৰিছিল। পুৰুষৰ পাছত পুৰুষ তেনে ব্যৱসাযৰ প্ৰতি আগ্ৰহী হৈ কুটীৰ শিল্পৰ বিকাশত অৰিহণা যোগাইছিল। অসমৰ জাপি, গামোচা, শৰাই, পাট-মুগাৰ কাপোৰে বিশ্বৰ দৰবাৰত নিজৰ চিনাকিৰে উজ্জ্বল হৈ পৰিছিল। এনে হোৱাৰ ফলত লাহে লাহে চৰকাৰেও ৰাইজক সহায কৰাত মনোযোগ দিলে। আৰ্থিক সাহায্য আৰু যাৱতীয সহায়ৰ ফলত জাতিষ্কাৰ হৈ পৰিল অসমৰ কুটীৰ শিল্প।

**অল্পায়ু শিল্পৰ খহনীযা**

অতি লাভদাযক আৰু ক্ৰমাৎ উদ্যোগৰ ৰূপ পৰিগ্ৰহ কৰা কুটীৰ শিল্পই হঠাৎ নিজৰ খামোচ হেৰুৱালে। মহাসমৰ, ব্ৰিটিছৰ আগমণ, শিল্প বিপ্লৱ আদিৰ ফলত যন্ত্ৰৰ উদ্ভাৱন আৰু ব্যৱহাৰ হ'বলৈ ধৰিলে। যাৰ ফলত কম আযাসতে কম সময়তে দৈনন্দিন জীৱনৰ লাগতিয়াল সকলো সামগ্ৰী অসমৰ মানুহৰ হাতত পৰিলহি। বিজ্ঞান-প্ৰযুক্তিৰ উন্নতিয়ে স্পৰ্শ কৰিলে সৰল চহাক। নতুন চমকত শাৰীৰিক কষ্টৰ প্ৰতি স্বাভাৱিকতে অনীহা আহি পৰিল। ইতিমধ্যে বানপানী, ভূমিকম্পৰ দৰে প্ৰাকৃতিক দুৰ্যোগেও মানুহক জুৰুলা কৰি পেলাইছিল। ফলত দৰিদ্ৰ মানুহৰ বাবে পেটৰ ভাত সাজৰ চিন্তাই প্ৰাধান্য পাইছিল। ৰাহি হোৱা সময়কণো দুবেলা দুমুঠিৰ বাবে পাৰ কৰিবলৈ বাধ্য হ'ল অসমীযা মানুহ। আনহাতে অনুন্নত পৰিবহণ, কেঁচামালৰ নাটনি, চৰকাৰৰ ক্ৰমাৎ কমি অহা সাহায্য, বিদেশী বস্তুৰ চমক, বাহিৰৰ বেপাৰীৰ শোষণ আদিয়ে কুটীৰ শিল্পৰ মৃত্যুৰ ঘণ্টা বজাইছিল। পুৰণি ৰীতি আৰু কাৰিকৰী শিক্ষাৰ অভাৱৰ ফলত কুটীৰ শিল্পই মৰণৰ ঘৰত প্ৰৱেশ কৰিলে। আজিৰ পুৰুষে কুটীৰ শিল্পক উদ্যোগ বুলি নহয, সংগ্ৰহালয়ৰ সম্পদৰ চকুৰেহে চায়। নানা প্ৰতিকূল পৰিৱেশে এনেদৰেই হাতৰ এটি বিদ্যাক ধ্বংসৰ গৰাহলৈ আগুৱাই দিলে।

**আশাৰ শেষ নাই**

য'তে ইচ্ছা ত'তে বাট। আচলতে এতিয়াও কুটীৰ শিল্পৰ ভৱিষ্যত শেষ হৈ যোৱা নাই। আমি মাৰ বান্ধি থিয় হ'লে এই কুটীৰ শিল্পক পুনৰ জীৱন দিব পাৰো। শুৱালকুছিৰ ভিতৰতে পাট-মুগাক আৱদ্ধ নকৰি অসমৰ নানান ঠাইলৈ ইয়াক লৈ যোৱাৰ ব্যৱস্থা কৰিব পৰা যায়। সৰ্থেবাৰীৰ কাঁহ-পিতল কাৰ্বি আংলং বা শদিয়াত নিৰ্মাণ কৰিব নোৱৰাৰ কাৰণ নাই। উজনিৰ তাঁত-সূত, মৌ-পালন, পশু পালন আদি সমগ্ৰ অসমৰ মানুহৰ ঘৰে ঘৰে

হ'লে কাৰ সাধ্য আমাক দৰিদ্ৰ কৰি ৰখা। সকলোৱে হাতে কামে লাগিলে অসাধ্য সাধন হোৱাৰ অনেক উদাহৰণ পৃথিৱীৰ সৰ্বত্ৰ আছে।

**সামৰণি**

যান্ত্ৰিক যুগৰ আগমণত অসমৰ কুটীৰ শিল্পই প্ৰায় বিদায় ল'লে আমাৰ মাজৰ পৰা। কিন্তু ই আমাৰ ৰাজ্য আৰু অসমৰ মানুহৰ পৰিচয়। কাৰো ওপৰত নিৰ্ভৰ নকৰাকৈ ঘৰতে যদি সামগ্ৰী তৈয়াৰ কৰি নিজকে টনকিয়াল কৰিব পৰা যায়, তেন্তে ইয়াতকৈ আৰু ভাল কি হ'ব পাৰে!

# অসমৰ প্ৰাকৃতিক সম্পদ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সম্পদেৰে ভৰপূৰ অসমৰ বুকু - প্ৰচুৰ সম্ভাৱনাৰ স্থল - সামৰণি

*HSLC 1995,1999,2003,2006*

**ভূমিকা**

প্ৰাকৃতিক সম্পদ বুলিলে আমি প্ৰকৃতিৰ বুকুত পোৱা সেইবিলাক বস্তুকে বুজোঁ যিবিলাক বস্তুৰ যথোপযুক্ত ব্যৱহাৰৰ দ্বাৰা এখন সমাজৰ অৰ্থনৈতিক বিকাশ ঘটে। অসম প্ৰাকৃতিক সম্পদৰ ক্ষেত্ৰত ভাৰতৰে ভিতৰতে এখন অগ্ৰণী ৰাজ্য। কিন্তু ইয়াৰ সম্পদখিনিৰ এতিয়াও উপযুক্ত ব্যৱহাৰ হোৱা নাই। সেয়েহে অসম এখন অৰ্থনৈতিকভাৱে অনুন্নত ৰাজ্যৰ শাৰীতে আছে। অসম খনিজাত, কৃষিজাত উভয় সম্পদতে চহকী। বনজ সম্পদো ইয়াৰ হাবিত ভৰি আছে।

**সম্পদেৰে ভৰপূৰ অসমৰ বুকু**

খনিজ সম্পদ ঃ অসমৰ সৰ্বপ্ৰধান খনিজ সম্পদ হ'ল পেট্ৰোলিয়াম বা খাৰুৱা তেল আৰু প্ৰাকৃতিক গেছ। উজনি অসমৰ ডিগবৈ, দুলীয়াজান, নাহৰকটীয়া, মৰাণ, গেলেকী, লাকুৱা, ৰুদ্ৰসাগৰ আদিত পৰ্যাপ্ত পৰিমাণৰ তৈলক্ষেত্ৰ আৱিষ্কাৰ হৈছে আৰু এইবিলাকৰ পৰা প্ৰতিদিনে হাজাৰ হাজাৰ টন খাৰুৱা তেল উৎপাদন কৰা হয়। বৰ্তমানেও নতুন নতুন তৈলক্ষেত্ৰ আৱিষ্কাৰ হ'বই লাগিছে। আশাকৰা হৈছে নতুন তৈলক্ষেত্ৰবোৰৰ পৰাও প্ৰচুৰ পৰিমাণে তেল আৰু প্ৰাকৃতিক গেছ আহৰণ কৰিব পৰা যাব। এই উৎঘাটিত খাৰুৱা তেলৰ ভিত্তিতে ডিগবৈত ইংৰাজ চৰকাৰৰ দিনতে ভাৰতৰ সৰ্বপ্ৰথম শোধনাগাৰটো গঢ়ি উঠে। তদুপৰি গুৱাহাটী, বঙাইগাঁও, নুমলীগড় আৰু বিহাৰৰ বাৰাউনিত থকা শোধনাগাৰত এই তেল শোধন কৰা হয়। তৈলক্ষেত্ৰসমূহৰ পৰা ওলাই অহা প্ৰাকৃতিক গেছ কিছু পৰিমাণে ব্যৱহাৰ কৰা হৈছে যদিও অধিক অংশই যথাযথভাৱে ব্যৱহাৰ কৰাৰ সুবিধা নথকা হেতু নষ্ট কৰি পেলোৱা হৈছে।

আন এবিধ খনিজাত সামগ্ৰী হ'ল কয়লা। উজনি অসমৰ মাৰ্ঘেৰিটা, লিডু অঞ্চলত উচ্চমানৰ কয়লা পোৱা যায়। ইয়াৰ বাহিৰেও নাগিনীমৰা আৰু কাৰ্বি আংলঙতো কয়লা পোৱা যায়। কয়লাৰ পৰা আলকতাৰাকে আৰম্ভ কৰি নানাবিধ সুগন্ধি মচলা, ৰং আৰু ছেকাৰিন

তৈযাৰ কৰা হয়। আন এবিধ প্ৰাকৃতিক সম্পদ হ'ল চূণশিল। কাৰ্বি আংলং, উত্তৰ কাছাৰ জিলাত চূণশিলৰ বিপুল ভাণ্ডাৰ আছে আৰু ইয়াৰ ভিত্তিতে বোকাজানত এটা চিমেণ্টৰ কাৰখানা গঢ়ি উঠিছে।

বনজ সম্পদ ঃ বনজ সম্পদৰ ক্ষেত্ৰতো অসম অতিকৈ চহকী। অসমৰ হাবিত শাল, শিঙৰি, চেগুণ, শিলিখা, গমাৰী, শলখ আদি বহু মূল্যবান কাঠৰ গছ পোৱা যায়। ইয়াৰ উপৰি বাঁহ, বেত, আদিও যথেষ্ট পৰিমাণে পোৱা যায়। তৰা, নলখাগৰি, বাঁহ আদি কাগজ প্ৰস্তুত কৰিব পৰা গছো অসমত উৎপন্ন হয়। এইবিলাক সম্পদক ভিত্তি কৰি প্লাইউড কাৰখানা, কাঠফলা কল, জুইশলা প্ৰস্তুত কৰা উদ্যোগ, কাগজ কল ইত্যাদি গঢ় লৈ উঠিছে। সুগন্ধি দ্ৰব্য প্ৰস্তুত কৰিব পৰা অগৰু, সুকাঠী, ৰং প্ৰস্তুত কৰিব পৰা মেজাংকৰি, বৰহমথুৰি, খয়েৰ আদি গছো অসমত পোৱা যায়।

কৃষিজাত সামগ্ৰী ঃ অসমৰ প্ৰধান কৃষিজাত সম্পদ হ'ল চাহ। অসমত সাতশৰো অধিক চাহ বাগিচা আছে। ভাৰতৰ আধা আৰু পৃথিৱীৰ প্ৰায় এক চতুৰ্থাংশ চাহ অসমতে উৎপাদন হয়। অসমৰ অন্যান্য প্ৰধান কৃষিজাত সামগ্ৰীসমূহ হ'ল ধান, ঘেঁহু, মাকৈজোৱা, ডাইল, আলু, মৰাপাট, সৰিয়হ, কপাহ ইত্যাদি। সুমথিৰা, নেমু, কল, নাৰিকল, মাটিকঁঠাল, আৰু আমো অসমৰ মাটিত হয়।

**প্ৰচুৰ সম্ভাৱনাৰ স্থল**

ৰাজ্যখনৰ উৎপাদিত খাদ্য শস্যৰ ভিতৰত ধানৰ গুৰুত্বই সৰ্বাধিক। যদিও অসম এখন কৃষিপ্ৰধান ৰাজ্য আৰু ইয়াৰ অৰ্থনীতিত কৃষিয়ে গুৰুত্বপূৰ্ণ ভূমিকা লৈ আহিছে তথাপি ৰাজ্যখনৰ কৃষি ব্যৱস্থা এতিয়াও অনগ্ৰসৰ অৱস্থাতে আছে। খনিজাত, বনজ আৰু কৃষিজাত সম্পদৰ উপৰিও অসমৰ নদ-নদীসমূহকো প্ৰাকৃতিক সম্পদ হিচাপে গণ্য কৰিব পাৰি। ব্ৰহ্মপুত্ৰ, বৰাক আৰু ইয়াৰ উপনৈসমূহৰ পলসে দুই উপত্যকাৰ খেতিৰ মাটি সাৰুৱা কৰি কৃষিৰ উৎপাদন বৃদ্ধিত সহায় কৰিছে। এই নদীবোৰৰ পৰা জলবিদ্যুৎ উৎপাদন কৰি ৰাজ্যখনৰ অৰ্থনৈতিক অৱস্থা শক্তিশালী কৰাৰ প্ৰচুৰ সম্ভাৱনা আছে। এই নদীবিলাকত আৰু ৰাজ্যখনৰ চাৰিওফালে সিঁচৰতি হৈ থকা খাল-বিলবোৰত পৰিকল্পিতভাৱে উপযুক্ত পদ্ধতিৰে মীন পালনো কৰিব পাৰি। তাকে কৰিলে ৰাজ্যখনৰ চাহিদা পূৰণ কৰাৰ উপৰিও মাছ ৰপ্তানি কৰিব পৰাৰ সম্ভাৱনা আছে।

অসমৰ বনাঞ্চলসমূহ নানা আপুৰুগীয়া জীৱ-জন্তু আৰু পশু-পক্ষীৰে ভৰপূৰ। এইবিলাকো ৰাজ্যখনৰ প্ৰাকৃতিক সম্পদৰে একোটা অংশ। গঁড়, নলগাহৰি, হলৌ বান্দৰ আদিৰ দৰে দুষ্প্ৰাপ্য জন্তু, দেওহাঁহ, ধনেশ পক্ষী আদিৰ দৰে আপুৰুগীয়া চৰাইৰে ৰাজ্যখন প্ৰকৃতিপ্ৰেমী পৰ্যটকৰ থলী। বনাঞ্চলত লা, মৌ মাখি আদি অৰ্থনৈতিকভাৱে লাগতিয়াল কীট-পতংগৰো বাসস্থান। অৱশ্যে চৰকাৰে কাজিৰঙা, মানাহ আৰু নামেৰী বনাঞ্চলক ৰাষ্ট্ৰীয় উদ্যানৰ স্বীকৃতি দিয়াৰ লগতে পৰ্যটন বিভাগে বিশেষকৈ মানাহ আৰু কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানত পৰ্যটকৰ বিনোদনৰ ব্যৱস্থা কৰিছে।

প্ৰাকৃতিক সম্পদতেই নহয় প্ৰাকৃতিক সৌন্দৰ্যতো অসম অতি মনোৰম , সেয়েহে আকৰ্ষণীয় ঠাইবোৰত বাহিৰৰ মানুহে চাব পৰাকৈ পৰ্যটন বিভাগে উন্নত কৰিলে পৰ্যটন শিল্পৰ মাজেদি ৰাজ্যখনৰ অৰ্থ আগমণৰ পথ সুগম হ'ব।

ৰাজ্যখন প্ৰাকৃতিক সম্পদত অতি চহকী হোৱা সত্বেও আমি সেইখিনি যথোপযুক্ত ব্যৱহাৰ কৰি তাৰ পৰা লাভৱান হ'ব পৰা নাই। বহুক্ষেত্ৰত সম্পদবিলাকৰ অপব্যৱহাৰ কৰি দেশৰ অৰ্থনীতিক জুৰুলাহে কৰিছোঁ। যি প্ৰাকৃতিক গেছৰ পৰা ৰন্ধন গেছ, বিদ্যুৎ উৎপাদন কৰি ৰাজ্যৰ চুকে-কোণে যোগান ধৰাৰ উপৰিও ৰপ্তানি কৰিব পৰা গ'লহেঁতেন, বছৰৰ পিছত বছৰ ধৰি সেইবোৰ জ্বলাই দি সম্পদখিনি ধ্বংস কৰাৰ লগতে বায়ুমণ্ডল প্ৰদূষিত কৰিছোঁ। হাবিবিলাকৰ জধেমধে মূল্যবান গছ-গছনিবোৰ কাটি পেলোৱাৰ ফলস্বৰূপে পৰিৱেশে ভাৰসাম্য হেৰুৱাইছে। হাবি-বননি কমি গ'লে তাত বাস কৰা জীৱ-জন্তুবোৰো ক্ৰমান্বয়ে বাসস্থান আৰু উপযুক্ত আহাৰৰ অভাৱত লোপ হ'ব। ইতিমধ্যে বহু বিৰল প্ৰজাতিৰ পশু-পক্ষী মানুহৰ অবিবেচনাৰ ফলত বিলুপ্তিৰ মুখত পৰিছে। অৱশ্যে বহুক্ষেত্ৰত সৰ্বসাধাৰণৰ অজ্ঞতা আৰু অসচেতনতাও ইয়াৰ বাবে দায়ী। জনসাধাৰণক এই বিষয়ে সচেতন কৰি তুলিব পাৰিলে বৰ্তমানেও থকা প্ৰাকৃতিক সম্পদসমূহ উপযুক্তভাৱে ৰক্ষণাবেক্ষণ কৰিব পৰা যাব।

**সামৰণি**

প্ৰাকৃতিক সম্পদত চহকী সমৃদ্ধিশালী ৰাজ্য হিচাপে ইতিমধ্যে নিজৰ চিনাকি গঢ়ি তুলিছে অসমে। কৃষি, খনিজ, বনজ ইত্যাদি ক্ষেত্ৰৰ অপাৰ সম্পদ অসমক প্ৰকৃতিয়ে অকৃপণ হাতেৰে দান কৰিছে। এই সম্পদসমূহৰ অতি সুচিন্তিত আৰু সু-পৰিকল্পিত ব্যৱহাৰে সলাই দিব পাৰে অসমৰ ৰূপ। অসমৰ মাটিত ঐশ্বৰ্য লুকাই আছে এনেবোৰ সম্পদৰ ৰূপত।

***লগতে চাওক ঃ** অসমৰ অৰ্থনীতি, অসমৰ পৰ্যটন উদ্যোগ, অসমৰ প্ৰাকৃতিক সৌন্দৰ্য*

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি** ১ অসমৰ খনিজ, বনজ আৰু প্ৰাকৃতিক সম্পদ ২ অসমৰ সম্পদ

# গ্ৰন্থ আৰু গ্ৰন্থ অধ্যয়ন

**ৰচনাৰ সংকেত ঃ** ভূমিকা - গ্ৰন্থ অধ্যয়নৰ প্ৰয়োজনীয়তা - মহান ব্যক্তিৰ দৃষ্টিৰে গ্ৰন্থ - সামৰণি

*গ্ৰন্থই মানুহক দিছে নান্দনিক আনন্দৰ মাধ্যমেৰে প্ৰজ্ঞাৰ পোহৰ, জীৱনৰ বিশালতা আৰু গভীৰতাৰ সন্ধান।*

**ভূমিকা**

মানৱ সভ্যতাত লিখাৰ কৌশল, অৰ্থাৎ, বৰ্ণমালা আৰু লিখিত ভাষা আৱিষ্কাৰ হোৱাৰ পাছত মানুহে নিজৰ ভাৱ লিখিত ৰূপত প্ৰকাশ কৰাৰ সুবিধা পালে। লাহে লাহে মানুহে নিজৰ মনৰ ভাব-কথা, জীৱনৰ অভিজ্ঞতা, ঘটনা, কাহিনী আদি বিষয়ৰ কথা লিখি প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিলে, আৰু ইয়াৰ পৰাই ক্ৰমে কিতাপ বা গ্ৰন্থৰ জন্ম হ'ল। পৃথিৱীত বোধহয় এবিধ সামগ্ৰীৰেই মূল্য কাহিনীও নকমাকৈ আছে, আৰু সি হৈছে গ্ৰন্থ

বা কিতাপ। মানুহৰ জ্ঞান-বিজ্ঞান আৰু বিনোদনৰ ক্ষেত্ৰত যুগে যুগে কিতাপে এক বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে। ভল্টেয়াৰে কৈছিল, 'কোনো বৰ্বৰ জাতিৰ বাহিৰে সমগ্ৰ ভূ-মণ্ডলৰ মানৱ জাতিক পৰিচালনা কৰে, কিতাপে'। একো একোটা জাতিৰ ভাষা-সাহিত্যৰ উন্নতিও কিতাপৰ যোগেদিয়েই আমি জানিব পাৰোঁ।

**গ্ৰন্থ অধ্যয়নৰ প্ৰয়োজনীয়তা**

আমি কিতাপ কিয় পঢ়িব লাগে? কিতাপ পঢ়িলে জ্ঞান বাঢ়ে, মন বহল হয়, বহু নজনা কথা জানিব পাৰি। তদুপৰি দেশ-বিদেশৰ বিদ্বান লোকসকলৰ চিন্তা-ভাৱনা, সাহিত্য কৰ্ম সকলো আমি সেই সেই লোকসকলে ৰচনা কৰা কিতাপৰ পৰাই জানিব পাৰোঁ। আজৰি সময় কটাবৰ বাবেও কিতাপ অতি সুন্দৰ সংগী। আজৰি সময়ত আনন্দ দিয়াৰ লগতে একোখন ভাল কিতাপে মানুহৰ এজন ভাল বন্ধুৰ দৰে কাম দিয়ে। অৱশ্যে এটা কথাত মনত ৰখা আৱশ্যক যে কিতাপ বুলিলেই সকলো কিতাপ পঢ়া উচিত নহয়। সকলো কিতাপ সংগী হ'বও নোৱাৰে। আমাৰ বয়স আৰু চিন্তা-চৰ্চাৰ বাবে যেনেবোৰ কিতাপ পঢ়া উচিত তেনে কিতাপহে পঢ়াৰ অভ্যাস কৰিব লাগে।

**মহান ব্যক্তিৰ দৃষ্টিৰে গ্ৰন্থ**

কিতাপ পঢ়াৰ অভ্যাস পিছে একোদিনাই কৰিব নোৱাৰি। কিন্তু এবাৰ অভ্যাস হৈ গ'লে, অৰ্থাৎ, পঢ়াৰ এবাৰ নিচা লাগিলে আমৰণ আৰু এই নিচাৰ পৰা উদ্ধাৰ নাই। পাৰ্থক্য মাত্ৰ এটাই যে, মদ, চিগাৰেট আদি অতি অনিষ্টকাৰী নিচাৰ দৰে ই মানুহক তিলে তিলে ধ্বংস নকৰি, মানুহৰ জ্ঞান-বুদ্ধিৰ উৎকৰ্ষ সাধনৰ লগতে আনন্দ বৰ্দ্ধনতো সহায় কৰে। ছক্ৰেটিছে কৈছিল, 'নিৰল আনন্দ আৰু নিবিড় সুখানুভূতি লাভৰ বাবে ভগৱানে মানুহৰ কাৰণে এটা মাত্ৰ পথেই সৃষ্টি কৰি গ'ল — গ্ৰন্থ প্ৰেম। অন্য যিকোনো সাংসাৰিক উপভোগে এদিন নহয় এদিন আমাৰ পৰা বিদায় লয়। কিন্তু কিতাপ, কিতাপ পঢ়াৰ অভ্যাস আৰু কিতাপৰ জ্ঞানে কোনো দিনেই আপোনাক এৰি নাযায়। গ্ৰন্থ প্ৰেম আপোনাৰ আজীৱন সংগী হৈ ৰয়।' নিয়মিত কিতাপ পঢ়াৰ অভ্যাস কৰিবলৈ আৰু কিতাপৰ ভাল-বেয়া বিচাৰ কৰিবলৈ কিছুমান নিয়ম আছে। 'কিছুমান কিতাপ কেৱল চেলেকি চাব লাগে, কিছুমান কিতাপ গিলিব লাগে, কিন্তু কেইখনমান কিতাপহে লাহে লাহে চোবাব আৰু হজম কৰিব লাগে'। ডঃ মাৰ্টিমাৰ এড্‌লাৰ নামৰ আমেৰিকান পণ্ডিত এজনে কৈছিল, 'নতুন কিতাপ এখন হাতত পৰিলেই এঘণ্টামান সময় ওপৰে ওপৰে চকু ফুৰাই চাই স্থিৰ কৰিবলৈ চেষ্টা কৰিবা — কিতাপখন পঢ়িবৰ উপযোগী হয় নে নহয়। যদি দেখা যে কিতাপখন পঢ়াৰ উপযোগী যিমান পাৰা সোনকালে কিতাপখন পঢ়ি শেষ কৰি পেলাবা। কিতাপখনৰ মাজে মাজে যদি কঠিন বা দুৰ্বোধ্য অংশ পোৱা, সেইবোৰ বুজিবলৈ চেষ্টা নকৰি কেৱল পঢ়ি যাবা। লেখকৰ যুক্তি-তৰ্ক, পাদটীকা, উদ্ধৃতি, বিভিন্ন কিতাপৰ উল্লেখ একোলৈকে ভ্ৰূক্ষেপ নকৰিবা। এইদৰে কিতাপখন এবাৰ ওপৰে ওপৰে পঢ়ি লোৱাৰ পিছত কিতাপখনৰ বিষয়ে তোমাৰ এটা সাধাৰণ ধাৰণা হ'ব। যেনেকৈ এখন অচিনাকি ঠাইত ফুৰিবলৈ আহি চাৰিওফালে এটা পাক মাৰি লোৱাৰ পিছত ঠাইখনৰ বিষয়ে এটা ধাৰণা লাভ কৰা যায়। একেদৰে কিতাপখন এবাৰ খৰ-ধৰকৈ পঢ়ি শেষ কৰি লোৱাৰ

পিছত দ্বিতীয়বাৰ খুব লাহে-ধীৰে পঢ়িবলৈ আৰম্ভ কৰা। এইবাৰ লেখকৰ প্ৰতিটো কথা বুজিবলৈ চেষ্টা কৰিবা, কিতাপখনৰ মূল কথাবোৰত দাগ দি যাবা, প্ৰত্যেক পৃষ্ঠাৰ কাষে কাষে টোকা লিখি যাবা আৰু কিতাপখনৰ শেষৰ ফালৰ খালি পাতকেইটাত গোটেই কিতাপখনৰ সাৰাংশ বা প্ৰধান বক্তব্য কেইটা লিখি পেলাবা।' কিতাপত নুবুজা কিবা কথা থাকিলে ঘৰৰ ডাঙৰ সকল বা বন্ধু-বান্ধৱৰ লগত আলোচনা কৰিলে ভাল। তদুপৰি কিতাপ এখন নিজে পঢ়াৰ লগতে ঘৰৰ আনসকলক, বন্ধু-বান্ধৱ আৰু ওচৰ-চুবুৰীয়াকো পঢ়োৱাৰ চেষ্টা কৰিলে ভাল।

**সামৰণি**

একোখন ভাল কিতাপ পঢ়িলে আনন্দ লাভ কৰাৰ লগতে মনৰো বিকাশ হয়। তদুপৰি কেতিয়াবা কিতাপ পঢ়োঁতে এনে এটা কথা পাই যোৱা যায়, যিটো কথা আমি হয়তো কাহিনীও শুনাই নাই, এনে নতুন কথাৰ খবৰ আমাক কিতাপেহে দিব পাৰে। আকৌ কোনোখন কিতাপত থকা কোনো এটা উপদেশ বাণীয়ে গোটেই জীৱন এজন আদৰ্শ মানুহ হোৱাত প্ৰেৰণা দি যাব পাৰে। আৰু জীৱনত এজন 'প্ৰকৃত মানুহ' হ'ব পৰাটোৱেই সবাতোকৈ প্ৰয়োজনীয় আৰু প্ৰধান কথা। একোখন ভাল কিতাপে এইক্ষেত্ৰত সৰ্বাধিক সহায় কৰিব পাৰে। আটাইতকৈ ডাঙৰ কথাটো হ'ল একোখন ভাল কিতাপৰ দৰে আজীৱন নিঃস্বাৰ্থ সংগী আৰু সৎ বন্ধু একোৱেই নাই, আৰু সেয়ে আমি কিতাপ পঢ়িব লাগে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ গ্ৰন্থ অধ্যয়নৰ প্ৰয়োজনীয়তা ২ গ্ৰন্থ আৰু আমি ৩ আমাৰ জীৱনত গ্ৰন্থ

# গোপীনাথ বৰদলৈ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জন্ম আৰু শিক্ষা - কৰ্ম জীৱনৰ আৰম্ভণী - বিবাহ আৰু অন্যান্য - ৰাজনৈতিক জীৱন - সামৰণি

*গোপীনাথ বৰদলৈয়ে অসমীয়া জাতিৰ আৰু চিন্তাধাৰাৰ মাজত এনেদৰে নিজৰ অস্তিত্ব বিলাই দিছিল যে তেখেতেই অসম আৰু অসমেই তেখেতৰ দৰে হৈছিল।*

**— দিল্লীৰ পৰা প্ৰকাশিত সাপ্তাহিক**
**কাকত 'শংকৰছ উইকলী'ৰ সম্পাদকীয়**

**ভূমিকা**

এই পৃথিৱীত সময়ে সময়ে এনে কেইজমান মহান লোকৰ জন্ম হৈছে যাৰ কাম আৰু ব্যক্তিত্বৰ চৰ্চা শ বছৰলৈ থাকে। তেনে ব্যক্তিৰ আদৰ্শতে পৰৱৰ্তী প্ৰজন্মই নিজৰ জীৱন গঢ়িব বিচাৰে। পৰাধীনতাৰ শিকলি ছিঙি স্বাধীনতাৰ বাটত ভাৰতক আগবঢ়াই নিবলৈ যিসকলে অহোপুৰুষাৰ্থ কৰিছিল তেওঁলোকৰ আদৰ্শই আজিও আমাক অনুপ্ৰাণিত

কৰে। ভাৰতৰ স্বাধীনতা আন্দোলনৰ ইতিহাসত যি কেইজন লোকৰ নাম চিৰস্মৰণীয় হৈ জিলিকি থাকিব সেইকেইজনৰ ভিতৰত ভৰতৰত্ন লোকপ্ৰিয় গোপীনাথ বৰদলৈ অন্যতম।

**জন্ম আৰু শিক্ষা**

১৮৯০ চনৰ জুন মাহৰ ৬ তাৰিখ দেওবাৰে নগাঁৱৰ ৰহাত লোকপ্ৰিয় বৰদলৈৰ জন্ম হয়। তেখেতৰ পিতৃৰ নাম আছিল বুদ্ধিশ্বৰ বৰদলৈ আৰু মাতৃৰ নাম আছিল প্ৰাণেশ্বৰী দেৱী। বৰদলৈৰ দেউতাক আছিল চৰকাৰী চিকিৎসক। ৰহাতে বৰদলৈদেৱৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয়। কিছুদিন পাছত দেউতাক মঙলদৈলৈ বদলি হয়। সেই সময়ত বাট-পথ সুচল নোহোৱা হেতু তেওঁলোকে নাৱেৰে যাত্ৰা কৰিছিল। এসপ্তাহ ধৰি হোৱা নৌকাযাত্ৰাৰ ভিতৰতে শিশু বৰদলৈদেৱে মহাভাৰতখন পঢ়ি শেষ কৰিছিল।

বৰদলৈৰ প্ৰায় ১২ বছৰ বয়সত মাতৃবিয়োগ ঘটে। বায়েক শশীকলা দেৱী সৰুতেই বিধৱা হোৱা হেতু দেউতাকে বায়েককো নিজৰ ঘৰলৈ লৈ আহে। সেই সময়ৰ পৰাই বৰদলৈ ডাঙৰীয়া বায়েকৰ তত্বাৱধানত ডাঙৰ-দীঘল হয় আৰু গুৱাহাটীৰ কটন কলেজিয়েটত হাইস্কুলীয়া শিক্ষা আৰম্ভ কৰে।

১৯০৭ চনত তেখেত কটন কলেজিয়েট স্কুলৰ পৰা বৃত্তি সহকাৰে প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয। ইয়াৰ পাছত ১৯০৯ চনত কটন কলেজৰ পৰাই আই এ পৰীক্ষাতো সুখ্যাতিৰে প্ৰথম বিভাগত উত্তীৰ্ণ হয। সেই সময়ত কটন কলেজত অনাৰ্চ লৈ পঢ়াৰ সুযোগ নাছিল, সেয়েহে তেখেতে কলিকতাৰ স্কটিচ চাৰ্চ কলেজত বুৰঞ্জীত অনাৰ্চ লৈ বি এত নাম লগায। ১৯১১ চনত অনাৰ্চসহ উচ্চ দ্বিতীয় শ্ৰেণী লাভ কৰি বি এ পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতা বিশ্ববিদ্যালযত বুৰঞ্জীত এম এৰ লগতে আইন পঢ়িবলৈ লয়। যথা সময়ত ১৯১৪ চনত এম এ পৰীক্ষাৰ লগতে আইনৰো এটা পৰীক্ষাত উত্তীৰ্ণ হয।

**কৰ্ম জীৱনৰ আৰম্ভণী**

এম এ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত তেখেতে ঘৰলৈ ঘূৰি আহি দেশভক্ত তৰুণৰাম ফুকনৰ পৰামৰ্শত সোণাৰাম হাইস্কুলৰ প্ৰধান শিক্ষকৰ পদ গ্ৰহণ কৰে। শিক্ষকতা কৰি থকা অৱস্থাতে আইনৰ উপাধি গ্ৰহণ কৰি বৰদলৈদেৱে গুৱাহাটীত ওকালতি আৰম্ভ কৰে আৰু শিক্ষকৰ চাকৰি এৰি দিয়ে।

**বিবাহ আৰু অন্যান্য**

২৮ বছৰ বয়সত গোপীনাথ বৰদলৈ সুৰবালা দেৱীৰ লগত বিবাহ- পাশত আবদ্ধ হয়। পঢ়াৰ উপৰিও বৰদলৈ ডাঙৰীয়াই খেলা-ধূলা, ছবি আঁকা, সংগীচ চৰ্চা, নাট্যাভিনয় আদিও কৰিছিল। 'স্কটিচ চাৰ্চ' কলেজত পঢ়ি থাকোঁতে তেখেতে কলেজত ক্ৰিকেট দলত স্থান লাভ কৰিছিল। ডেকা কালত কুমাৰ ভাস্কৰ মন্দিৰত কেইবাখনো নাটকত অভিনয় কৰি প্ৰশংসা লাভ কৰিছিল। এম এ পৰীক্ষা দি আহি কটন কলেজৰ ছাত্ৰসকলৰ অনুৰোধত 'জুলিয়াচ চীজাৰ' নাটকত বৰদলৈয়ে কৰা 'এণ্টনিঅ'ৰ অভিনয় পণ্ডিতপ্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈয়ে প্ৰশংসাৰে সুঁৱৰি গৈছে।

**ৰাজনৈতিক জীৱন**

১৯২১ চনত বৰদলৈদেৱে ভাৰতীয় জাতীয় কংগ্ৰেছত যোগদান কৰে আৰু ওকালতি বৰ্জন কৰি গান্ধীজীৰ অসহযোগ আন্দোলনত জঁপিয়াই পৰে। সেইদিন ধৰি মৃত্যুৰ আগমুহূৰ্তলৈকে তেখেতে কংগ্ৰেছৰ নীতি আৰু আদৰ্শৰ প্ৰতি আস্থা অটুট ৰাখিছিল। কংগ্ৰেছৰ অস্পৃশ্যতা বৰ্জন, কানি নিবাৰণ, খাদীৰ প্ৰচলন আদি কাম-কাজত তেখেতে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। নিজৰ চৌখিন সাজ-পোছাক পৰিধান কৰিবলৈ এৰি সূতা কাটি ঘৰত বোৱা ঘৰত চিলোৱা কাপোৰ পৰিধান কৰিবলৈ লোৱা বৰদলৈ আছিল মহাত্মা গান্ধীৰ একান্ত ভক্ত। ১৯২২ চনৰ আগভাগত বৰদলৈ ডাঙৰীয়াক অসহযোগ আন্দোলনত ভাগলোৱাৰ বাবে ইংৰাজ চৰকাৰে গ্ৰেপ্তাৰ কৰে আৰু এবছৰ কাৰাদণ্ড দিয়ে।

১৯২৬ চনত পাণ্ডুত কংগ্ৰেছৰ অধিৱেশন বহে। বৰদলৈ আছিল অভ্যৰ্থনা সমিতিৰ সহকাৰী সাধাৰণ সম্পাদক। ১৯৩০-৩১ চনত মাহাত্মা গান্ধীৰ নেতৃত্বত হোৱা আইন অমান্য আন্দোলনৰ পৰা তেখেত ঘৰুৱা কাৰণত আঁতৰি থাকে। ১৯৩২ চনত তেখেত গুৱাহাটী মিউনিচিপালিটীৰ চেয়াৰমেন হয়। এই সময়ত দেশহিতৈষীলোক কেইজনমানৰ সহযোগত অসমৰ কাৰণে বিশ্ববিদ্যালয় স্থাপন, উচ্চ ন্যায়ালয় স্থাপন আদি জনহিতকৰ কামত লাগে। ১৯৩৭ চনত বৰদলৈদেৱে কংগ্ৰেছৰ প্ৰাৰ্থীৰূপে বিধান সভালৈ নিৰ্বাচিত হয় আৰু বিৰোধী দলৰ দলপতি হয়। ১৯৩৮ চনত বৰদলৈ ডাঙৰীয়া অসমৰ প্ৰধানমন্ত্ৰী (এতিয়াৰ মুখ্যমন্ত্ৰী) হয। কিন্তু এবছৰ পাৰ হোৱাৰ পাছতেই কংগ্ৰেছৰ আহ্বানক্ৰমে বৰদলৈ মন্ত্ৰীসভাই পদত্যাগ কৰে। ইতিমধ্যে আৰম্ভ হোৱা দ্বিতীয় মহাসমৰত ভাৰতৰ মতামত নোলোৱাকৈয়ে ভাৰতো এই মহাসমৰত জড়িত বুলি ইংৰাজ চৰকাৰে কৰা ঘোষণাৰ প্ৰতিবাদত কংগ্ৰেছে কংগ্ৰেছী মন্ত্ৰীসভাবিলাকক পদত্যাগ কৰিবলৈ নিৰ্দেশ দিয়ে আৰু সেই নিৰ্দেশৰ বাবেই বৰদলৈ ডাঙৰীযাই ১৯৩৯ চনৰ ১৫ নৱেম্বৰত মন্ত্ৰী সভাৰ হৈ পদত্যাগ কৰে। ১৯৪০ চনৰ ডিচেম্বৰত গান্ধীজীয়ে সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰে। গোপীনাথ বৰদলৈয়ে ১০ ডিচেম্বৰৰ দিনা কটন কলেজৰ সন্মুখত সত্যাগ্ৰহ কৰি গ্ৰেপ্তাৰবৰণ কৰে। তেখেতক যোৰহাট জেলত ৰখা হয। কিছুদিনৰ পাছত তেখেতৰ শাৰীৰিক অসুস্থতাৰ হেতু কাৰাগাৰৰ পৰা মুক্তি দি চৰকাৰে নজৰবন্দী কৰি ৰাখে। ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলন আৰম্ভ হয। বৰদলৈ ডাঙৰীযা পুনৰ কাৰাৰুদ্ধ হ'ল। ১৯৪৪ চনৰ ২৬ আগষ্টত তেখেতক স্বাস্থ্যজনিত কাৰণত মুক্তি দিয়ে। ১৯৪৫ চনত ইংৰাজ চৰকাৰে সাধাৰণ নিৰ্বাচন ঘোষণা কৰিলে। এই নিৰ্বাচনত কংগ্ৰেছ দলে সংখ্যাগৰিষ্ঠতা লাভ কৰে আৰু বৰদলৈ ডাঙৰীয়াৰ নেতৃত্বত কংগ্ৰেছ মন্ত্ৰীসভা গঠন হয় ১৯৪৬ চনৰ ফেব্ৰুৱাৰী মাহত। সেই বছৰৰে মে' মাহত ভাৰতলৈ আহিল ব্ৰিটিছ কেবিনেট মিছন। ব্ৰিটিছ প্ৰধান মন্ত্ৰীয়ে ভাৰতৰ সমস্যাটো সমাধান কৰাৰ এটা সূত্ৰ উদ্ভাৱন কৰি মিছন ঘোষণা কৰিছিল। সূত্ৰ অনুযায়ী ভাৰতক তিনিটা গ্ৰুপত বিভক্ত কৰাৰ পৰিকল্পনা কৰা হৈছিল। এইয়া আছিল বিখ্যাত 'গ্ৰুপিং আঁচনি'। এই আঁচনি অনুসৰি অসম আৰু বংগদেশক এটা গ্ৰুপত অন্তৰ্ভুক্ত কৰা হৈছিল। অসমৰ বাবে এই প্ৰস্তাৱ মাৰাত্মক আছিল। বৰদলৈ ডাঙৰীয়াই কংগ্ৰেছৰ নেতৃবৃন্দক এই আঁচনিৰদ্বাৰা হ'ব পৰা অসমৰ পৰিণতিৰ কথা বিশ্লেষণ কৰি দেখুৱাইছিল।

কিন্তু ভাৰতৰ কোনো নেতাই এই আঁচনিৰ বিৰোধিতা কৰিবলৈ সাহস কৰা নাছিল। বৰদলৈয়ে এই আঁচনিৰ অকলে হ'লেও বিৰোধিতা কৰিবলৈ স্থিৰ কৰিলে আৰু বৰদলৈৰ নেতৃত্বত অসমবাসীয়ে আন্দোলন আৰম্ভ কৰিলে। এই কাৰ্যত বৰদলৈয়ে মহাত্মা গান্ধীৰ সমৰ্থন পাইছিল যে অসমক শাখাভুক্ত কৰিলে অসমৰ অস্তিত্ব লোপ পাব আৰু অসম পূব পাকিস্তানৰ অন্তৰ্ভুক্ত হ'ব। অৱশেষত অসমীয়াৰ প্ৰবল জনমতত গ্ৰুপিং আঁচনি ব্যৰ্থ হয়। বৰদলৈ ডাঙৰীয়াই জীৱনৰ ই এক অন্যতম কৃতি। অসমবাসীৰ মনত ইযাৰ বাবে তেওঁ চিৰনমস্য হৈ থাকিব।

**সামৰণি**

স্বাধীনতা লাভৰ পাছতো বৰদলৈদেৱে মৃত্যুপৰ্যন্ত জনহিতকৰ কামৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল। তেখেতৰ যত্ন আৰু চেষ্টাৰ অন্যতম ফল হ'ল গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা। জনজাতিৰ কল্যাণৰ বাবে তেখেতৰ যত্নতে সংবিধানৰ ষষ্ঠ অনুসূচী ৰচিত হয়। তেখেতৰ সাহসী কৃতিৰ সাক্ষী হ'ল তেখেতৰ দ্বাৰা ৰচিত জীৱনী পুথি তৰুণৰাম ফুকন, শ্ৰীৰামচন্দ্ৰ, বুদ্ধদেৱ, যীশুখ্ৰীষ্ট, হজৰত মহম্মদ, গান্ধীজী আৰু অনুবাদ পুথি আসক্তিযোগ।

১৯৫০ চনৰ ৫ আগষ্টৰ দিনা হৃদৰোগত আক্ৰান্ত হৈ এইজন যুগপ্ৰেমিকৰ মৃত্যু ঘটে। এইজনা মহান পুৰুষৰ দেশপ্ৰেম আৰু সৎসাহসে সৰ্বভাৰতীয় নেতাসকলকো মুগ্ধ কৰিছিল। সেযেহে তেখেতৰ মৃত্যুত ভাৰতৰ সেই সময়ৰ উপ-প্ৰধানমন্ত্ৰী চৰ্দাৰ বল্লভভাই পেটেলে 'ভাৰতে এজন অগ্ৰগণ্য দেশপ্ৰেমিক আৰু মহান নেতাক হেৰুৱালে' বুলি আক্ষেপ প্ৰকাশ কৰিছিল। দেশপ্ৰেম আৰু সৎসাহৰ স্বীকৃতিৰূপে বৰদলৈ ডাঙৰীয়াক ভাৰত চৰকাৰে মৰণোত্তৰভাৱে ভাৰতৰ সৰ্বশ্ৰেষ্ঠ সন্মান 'ভাৰত ৰত্ন'ৰে বিভূষিত কৰে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি** ১ আধুনিক অসমৰ এগৰাকী খ্যাতনামা ব্যক্তি (HSLC 1994) ২ এগৰাকী দেশপ্ৰেমিক (HSLC 2000) ৩ আধুনিক অসমৰ এজন ৰূপকাৰ

# গ্ৰন্থমেলা

*HSLC 1993, 2004*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইতিহাস গ্ৰন্থমেলা-ভাৰতত গ্ৰন্থমেলাৰ উন্মেষ - গ্ৰন্থমেলাৰ ইতিবাচক প্ৰভাৱ-সামৰণি

**ভূমিকা**

মেলাৰ লগত কিনা-বেচাৰ সম্পৰ্কে অবিচ্ছেদ্য হ'লেও মেলাৰ মূল উদ্দেশ্য হ'ল মিলন। বিক্ৰেতাৰ লগত ক্ৰেতাৰ মিলন, ক্ৰেতাৰ লগত ক্ৰেতাৰ মিলন, আৰু সেয়ে হাট-বজাৰ আৰু মেলাৰ মাজত প্ৰভেদ আছে। এই পাৰ্থক্য ব্যাপক আৰু মৌলিক।

মেলা ভাৰতীয় সংস্কৃতিৰ এক সুপ্ৰাচীন অৱদান। কুম্ভমেলা ভাৰতৰ প্ৰাচীনতম আৰু সম্ভৱতঃ বিশ্ব বৃহত্তম মেলা। পূৰ্বতে মেলা আছিল শ্ৰেষ্ঠ সামাজিক আৰু অৰ্থনৈতিক

সন্মিলন। দেশ স্বাধীন হোৱাৰ পাছত স্বাভাৱিকতেই মেলাৰ কিছু ৰূপ পৰিৱৰ্তন হৈছে। জাতীয় চৰকাৰৰ পৃষ্ঠপোষকতাত মেলাই নৱৰূপত, নৱকলেৱৰত আত্মপ্ৰকাশ কৰিছে। পূৰ্বতে প্ৰায়বোৰ মেলাই আছিল ধৰ্মভিত্তিক। আজিকালি বহু ব্যৱসায়িক মেলাও অনুষ্ঠিত হয়। অৱশ্যে এই আটাইবোৰ মেলাই সামাজিক অৱদানটি অক্ষুণ্ণ ৰখাৰ বাবে লক্ষণীয়ভাৱে চেষ্টা কৰি আহিছে।

এই সকলো মেলাৰ লগতে গ্ৰন্থমেলাৰো স্থান। কিন্তু অন্যান্য সমগোত্ৰীয় মেলাতকৈ ই কিছু বেলেগ। এই মেলাতো বিক্ৰেতাৰ স'তে ক্ৰেতাৰ, অৰ্থাৎ, প্ৰকাশকৰ লগত পাঠকৰ মিলন হয়, মিলন হয় পাঠক-পাঠিকাৰ লগত পাঠক-পাঠিকাৰ। কিন্তু তাৰ পাছতো যি মেলাত এটা তৃতীয় পক্ষ থাকে — লেখক-লেখিকাসকল। বেচা-কিনাৰ উপৰি গ্ৰন্থমেলাত যি অভিনৱ বিষয়টো নিৰ্বাহিত হোৱাৰ সম্ভৱনা থাকে, সেইটো হ'ল পাঠক-পাঠিকাৰ লগত লেখক-লেখিকাৰ মিলন। আৰু সেয়ে গ্ৰন্থমেলাৰ মিলন মঞ্চ আন সকলো মেলাতকৈ বহল, ব্যাপক আৰু ৰোমাঞ্চকৰ।

**ইতিহাসত গ্ৰন্থমেলা**

গ্ৰন্থৰ এই উৎসৱ যথেষ্ট পুৰণি। অৱশ্যে আমাৰ দেশত ই নতুন। বিশ্বৰ প্ৰথমখন গ্ৰন্থমেলা হ'ল ১৪৬২ চনত জাৰ্মানীৰ ফ্ৰেংকফোৰ্টত অনুষ্ঠিত গ্ৰন্থ প্ৰদৰ্শনীখন। এশ বছৰমান ধৰি এই গ্ৰন্থ পদৰ্শনীখন চলাৰ পাছত ইয়াৰ স্থান সলনি কৰি লিপ্‌জিগলৈ অনা হয়। প্ৰায় একেলেঠাৰিয়ে চলি থকা এই প্ৰদৰ্শনীখনৰ বিৰতি পৰিল দ্বিতীয় মহাসমৰত। ইয়াৰ পাছত ১৯৪৯ চনত পুনৰ এই গ্ৰন্থমেলা আৰম্ভ হয়। ইয়েই আছিল পৃথিৱীৰ সৰ্ববৃহৎ গ্ৰন্থমেলা।

পৃথিৱীৰ প্ৰায় আটাইবোৰ দেশেই এই গ্ৰন্থমেলাত অংশ গ্ৰহণ কৰিছিল। অৱশ্যে এই মেলা মূলতঃ গ্ৰন্থ ব্যৱসায়ৰ লগত জড়িতসকলৰ মাজতহে আবদ্ধ আছিল। ইয়াত সাধাৰণ পাঠকৰ বাবে কোনো গ্ৰন্থ বিক্ৰী কৰা হোৱা নাছিল। গ্ৰন্থ ব্যৱসায়ীসকলৰ বিভিন্ন লেনদেনৰ মাজতে এই গ্ৰন্থমেলা আবদ্ধ আছিল। তথাপিও এই গ্ৰন্থমেলাই বিশ্বৰ গ্ৰন্থপ্ৰেমীসকলৰ বাবে এক নতুন দিগন্তৰ সূচনা কৰিলে আৰু যাৰ ফলত সমগ্ৰ বিশ্বতে গ্ৰন্থমেলাসমূহে প্ৰভূত জনপ্ৰিয়তা আৰু স্বীকৃতি আদায় কৰিবলৈ সক্ষম হ'ল।

**ভাৰতত গ্ৰন্থমেলাৰ উন্মেষ**

গ্ৰন্থমেলাৰ এই জোৱাৰ ভাৰতত অনুভূত হয় ১৯৭২ চনত। সেই বছৰতে ইউনেস্কোৰ উদ্যোগত উদ্‌যাপিত আন্তৰ্জাতিক গ্ৰন্থবৰ্ষৰ মাধ্যমত শিক্ষা আৰু সংস্কৃতিৰ অগ্ৰগতিৰ বাবে গ্ৰন্থ প্ৰকাশৰ প্ৰসাৰৰ গুৰুত্ব আৰু তাৎপৰ্য সৰ্বসাধাৰণৰ বোধগম্য হয়। A Good Book is a Good Friend বাণীৰ এই আন্তৰ্জাতিক গ্ৰন্থবৰ্ষৰ শুভ সূচনা কৰা হয়। ১৯৭২ চনতেই দিল্লীত অনুষ্ঠিত বিশ্ব গ্ৰন্থমেলাৰ জৰিয়তে ভাৰতৰ প্ৰকাশন জগতৰ আন্তৰ্জাতিক স্তৰৰ লগত পৰিচয় যোগসূত্ৰ স্থাপন হয়। ইয়াৰ পাছৰ পৰাই আমাৰ দেশৰ প্ৰকাশন ব্যৱসায় পৰিচালনাত আধুনিক ধাৰা আৰু বিপণনৰ ক্ষেত্ৰত নতুন চিন্তা-ভাৱনাৰ সূচনা লক্ষ্য কৰা হয়।

ভাৰতত গ্ৰন্থমেলাই ভুমুকি মৰাৰ নিচেই কম সময়ৰ ভিতৰতে অসমতো গ্ৰন্থমেলাৰ জোৱাৰ অনুভূত হয় আৰু ১৯৮৪ চনত নেশ্বনেল বুক ট্ৰাষ্ট আৰু অসম প্ৰকাশন পৰিষদৰ যুটীয়া উদ্যোগত অনুষ্ঠিত আঞ্চলিক গ্ৰন্থমেলাতেই (Regional Book Fair) সম্ভৱতঃ ইয়াৰ প্ৰথম প্ৰকাশ। অৱশ্যে ইয়াৰ আগতে অসম সাহিত্য সভাৰ অধিৱেশনবোৰত বহু গ্ৰন্থ প্ৰকাশকে অংশ গ্ৰহণ কৰিছিল। তদুপৰি ১৯৭৮ চনত নগাঁৱত গ্ৰন্থমেলা আৰু কলা প্ৰদৰ্শনী অনুষ্ঠিত হৈছিল। যি কি নহওক গুৱাহাটীত অনুষ্ঠিত গ্ৰন্থমেলাকেই অসমৰ প্ৰথম গ্ৰন্থমেলা বুলি গণ্য কৰা হয়। এই মেলাতেই প্ৰথমবাৰৰ বাবে মিলিত হ'ল অঞ্চলটোৰ প্ৰকাশক, লেখক আৰু পাঠক। প্ৰকাশকসকলে পাঠকৰ ৰুচি-অভিৰুচিৰ কথা জনাৰ লগতে পাঠকৰ চাহিদাৰ বিষযেও অৱগত হ'ল। সূচনা হ'ল এক নতুন যোগাযোগৰ। গ্ৰন্থ প্ৰচাৰৰ এক নতুন মাধ্যম হিচাবেও ইযাক আটাযে আদৰি ল'লে। বুজা গ'ল পাঠকৰ সন্মুখত কিতাপ যথোপযুক্তভাৱে উপস্থাপন কৰিব পাৰিলে, তেনে কিতাপ বিক্ৰী হয।

**গ্ৰন্থমেলাৰ ইতিবাচক প্ৰভাৱ**

বছৰ বছৰ ধৰি বিক্ৰী নোহোৱা কিতাপো গ্ৰন্থমেলাত নিমিষতে বিক্ৰী হৈ যোৱাৰ সম্ভাৱনা থাকে, সেযে অসমতো ক্ৰমান্বযে গ্ৰন্থমেলাই ঠন ধৰি উঠিল। গুৱাহাটীকে মুখ্য কৰি অসমৰ বিভিন্ন ঠাইত বিভিন্ন উপলক্ষ্যত গ্ৰন্থমেলা অনুষ্ঠিত হ'বলৈ ধৰিলে। অসমৰ গ্ৰন্থ প্ৰকাশন জগততো এক নতুন অধ্যায সংযোজিত হ'ল।

আপাত দৃষ্টিত এনেবোৰ গ্ৰন্থমেলা কেৱল গ্ৰন্থ বিক্ৰী আৰু প্ৰদৰ্শনীৰ বাবেই অনুষ্ঠিত হয যেন লাগিলেও ইযাৰ আন কেইটামান দিশো লক্ষ্যণীয। এই কথা স্বতঃসিদ্ধভাৱে সত্য যে লেখক, পাঠক আৰু প্ৰকাশকৰ নিকট সম্পৰ্ক, পাৰস্পৰিক বিশ্বাস আৰু আস্থাৰ ওপৰত ভিত্তি কৰিযেই বৰ্তি আছে প্ৰকাশন জগত। গ্ৰন্থমেলাই এই সম্পৰ্ক আৰু আস্থা সুদৃঢ় কৰাৰ সুযোগ দান কৰিব পাৰে আৰু ই লেখক-পাঠক প্ৰকাশক আটাইৰে বাবেই মংগলপদ। গ্ৰন্থমেলাৰ দ্বাৰা গ্ৰন্থ উদ্যোগটোৱে পঢুৱৈ সমাজৰ কাষ চাপি যাবলৈ আৰু সিসকলৰ মানসিক প্ৰযোজনসমূহ বুজি পাবলৈ সুযোগ পায়। তদুপৰি গ্ৰন্থমেলাসমূহ গ্ৰন্থকাৰ আৰু পাঠকবৰ্গৰ মিলন ক্ষেত্ৰত পৰিণত হয। লগতে প্ৰদৰ্শনীৰ ইতিবাচক দিশটোও যোগ দিব পাৰি। গ্ৰন্থমেলাত প্ৰদৰ্শিত বিপুল সংখ্যক গ্ৰন্থই মানুহক সুযোগ দিযে প্ৰযোজন আৰু সামৰ্থ্য অনুযাযী নিজৰ পছন্দমতে ক্ৰয কৰাৰ। এনে বৃহৎ সংখ্যক গ্ৰন্থ একেলগে বোধহয় গ্ৰন্থমেলাসমূহতহে দেখাৰ সৌভাগ্য ঘটে।

**সামৰণি**

যিকোনো এটা বিষয মানুহৰ কাষলৈ কঢ়িযাই নিয়ে গ্ৰন্থই আৰু সেযে গ্ৰন্থ প্ৰকাশৰ অৰ্থই হ'ল মানৱ মনীষাৰ প্ৰসাৰ। সাহিত্যই হৈছে মনীষাৰ শ্ৰেষ্ঠতম নিদৰ্শন। গ্ৰন্থমেলাৰ জৰিযতে গ্ৰন্থ বিস্তাৰত যি বৃদ্ধি ঘটে, তাৰ প্ৰকৃত সুফল হ'ল মানুহৰ মাজত সাহিত্যকে মুখ্য কৰি মানৱ চিন্তাৰাজিৰ বিস্তাৰণ। কিতাপ কিনি নপঢ়া বুলি দুৰ্নাম থকা অসমীয়াক গ্ৰন্থমনস্ক কৰি তোলাত গ্ৰন্থমেলাই অনন্য সাধাৰণ ভূমিকা গ্ৰহণ কৰিব পাৰে। গ্ৰন্থমেলাৰ প্ৰতি দেখা দিয়া এই উৎসাহ-উদ্দীপনা যিমানেই বাঢ়িব, সুস্থ আৰু ৰুচিশীল এই অনুষ্ঠানটি সিমানেই জনপ্ৰিয় হ'ব। সিমানেই মংগল — অসমীয়া পাঠকৰ বাবেও, অসমীযা সাহিত্যৰ বাবেও।

# খেলা-ধূলা আৰু শৰীৰ চৰ্চা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জীৱনত খেলা-ধূলা - শৰীৰ চৰ্চাৰ প্ৰভাৱ - খেলাই মোকলাইছে ভাত - সামৰণি

## ভূমিকা

খেলা-ধূলা আৰু শৰীৰ চৰ্চাৰ অভ্যাসে জীৱনলৈ কৰ্মপ্ৰেৰণা, উৎসাহ, আনন্দ কঢ়িয়াই আনে। মনোৰঞ্জনৰ লগতে খেল-ধেমালিৰ জৰিয়তেই সুস্বাস্থ্যৰ অধিকাৰী হৈ জীৱন মধুময় কৰি তুলিব পাৰি। খেলা-ধূলাৰ জৰিযতে জাতীয় সংহতিৰ বিকাশ ঘটাই সমগ্ৰ বিশ্বৰ মানুহে পৰস্পৰে পৰস্পৰৰ কাষ চপাৰ সুবিধা লাভ কৰে। শৃংখলাবদ্ধতা-নিয়মানুবৰ্তিতাৰ শিক্ষাই হৈছে খেলা-ধূলাৰ মুখ্য কথা। জীৱনৰ প্ৰতিটো সমস্যা ক্ৰীড়াসুলভ মনোভাৱেৰে সমাধান কৰিবলৈ সমৰ্থ হোৱা মানেই হৈছে জীৱনত সফলতা অৰ্জন কৰা।

## জীৱনত খেলা-ধূলা শৰীৰ চৰ্চাৰ প্ৰভাৱ

খেলা-ধূলা আৰু শৰীৰ চৰ্চা দুয়োটাৰ এটাক বাদ দি আনটো কল্পনা কৰিব নোৱাৰি। শৰীৰ চৰ্চা বা ব্যাযাম হৈছে এবিধ ক্ৰীড়া। শাৰীৰিক গঠন আৰু ক্ষমতাৰ ওপৰতে ক্ৰীড়াৰ সফলতাও বহু পৰিমাণে নিৰ্ভৰ কৰে। জনা-বুজা হোৱাৰ পৰাই সেযেহে প্ৰতিজন শিশুৱেই শাৰীৰিক কুচকাৱাজৰ মাজেৰে আঁঠু কাঢ়িবলৈ শিকে, খোজ কাঢ়িবলৈ শিকে, দৌৰিবলৈ শিকে। অভিভাৱসকলে সেই সময়ত শিশুটোৰ প্ৰতিটো চাল-চলন অতি মনোযোগেৰে লক্ষ্য কৰিবলগীয়া হয। এনেদৰে এটি শিশুৰ পূৰ্ণ-পৰ্যাযৰ বিকাশ সাধনৰ বাবে, তেওঁৰ শৰীৰৰ প্ৰতিটো অঙ্গৰ পৰিপূৰ্ণ বিকাশৰ বাবে শৰীৰ চৰ্চা, ব্যায়াম আৰু খেলা-ধূলা অপৰিহাৰ্য হিচাপে বিবেচিত হৈছে।

খেল-ধেমালিৰ মাজেদি মন প্ৰফুল্লিত ৰাখিব পৰা যায় আৰু কাম কৰাৰ প্ৰতি উৎসাহ বাঢ়ে। ক্ৰীড়াক্ষেত্ৰৰ নিযম-কানুন, অভ্যাসে এটি শিশুক তেওঁৰ ভৱিষ্যৎ জীৱনতো যথেষ্ট পৰিমাণে সহায কৰে। খেল-ধেমালিৰ মাজেৰে সুস্বাস্থ্যৰ অধিকাৰী হৈ বেমাৰ-আজাৰৰ পৰা হাত সাৰিব পৰা যায।

## খেলাই মোকোলাইছে ভাত

খেল-ধেমালি আজি-কালি অতি জনপ্ৰিয় উপাৰ্জনৰ পথ হিচাপেও বিবেচিত হ'বলৈ আৰম্ভ কৰিছে। ক্ৰীড়াক ব্যৱসায়িক দিশক সম্পূৰ্ণৰূপে ব্যৱহাৰ কৰিব নোৱাৰিলেও আজি আমাৰ দেশত ক্ৰীড়াক উপাৰ্জনৰ এক উৎস বুলি ভাবিবলৈ মানুহে আৰম্ভ কৰি দিছে। কৰ্ম সংস্থানৰ ক্ষেত্ৰত ক্ৰীড়াৰ সফলতাক এক অতিৰিক্ত যোগ্যতা হিচাপে গ্ৰহণ কৰা হৈছে। শিক্ষা গ্ৰহণৰ ক্ষেত্ৰতো এগৰাকী খেলুৱৈয়ে আজি অধিক সুবিধা পোৱাৰ প্ৰয়োজন বুলি মানি লোৱা হৈছে। পশ্চিমীয়া দেশসমূহত ক্ৰীড়াক্ষেত্ৰত আজি যি এক জাগৰণৰ আৰম্ভ হৈছে তাক আমি আমাৰ দেশত বহি থাকি উপলব্ধি কৰিব নোৱাৰোঁ। অলিম্পিক, বিশ্বকাপ, বিশ্ব এথলেটিকছ্ আদিৰ দৰে বৃহৎ ক্ৰীড়া সমাৰোহসমূহ টেলিভিছনত

প্ৰত্যক্ষ কৰি আমি আজি উপলব্ধি কৰিব পাৰিছোঁ পৃথিৱীৰ বিভিন্ন প্ৰান্তত ক্ৰীড়াক কিমান গুৰুত্ব প্ৰদান কৰি আগবঢ়াই নিয়া হৈছে। আমি আজি আমাৰ দেশতো এনে এক ক্ৰীড়া জাগৰণৰ সৃষ্টি হোৱাটো বিচাৰোঁ। খেল-ধেমালিৰ মাজেৰেই বৈষম্যৰ মাজত সাম্য, অনৈক্যৰ মাজত ঐক্য স্থাপন হওঁক। ভাৰতবাসী ক্ৰীড়াৰ মাজেদিয়েই জাতীযতাবোধত উদ্বুদ্ধ হওক। সুস্বাস্থ্যৰ গৰাকী হৈ আমাৰ প্ৰতিগৰাকী নাগৰিকেই কৰ্মপ্ৰেৰণা লাভ কৰক।

**সামৰণি**

খেল-ধেমালি আৰু শৰীৰ চৰ্চাক শিক্ষাৰ এটা অংগ হিচাপে বিবেচনা কৰি ইয়াক জনপ্ৰিয় কৰি তুলিবলৈ আজি আমাৰ দেশতো উদ্যোগ লোৱা হৈছে। ক্ৰীড়াক শিক্ষাৰ এটা অবিচ্ছেদ্য অংগ হিচাপে ঘোষণা কৰাৰ বাবে ক্ৰীড়াপ্ৰেমী প্ৰতিগৰাকী ব্যক্তিৰেই অসীম দায়িত্ব আৰু কৰ্তব্য আছে। খেলা-ধূলা বা শৰীৰ চৰ্চাৰ মূল উদ্দেশ্য বিকৃত নোহোৱাকৈ ইয়াক জনপ্ৰিয় কৰি তুলিবলৈ চৰকাৰী তথা বেচৰকাৰী প্ৰতিটো অনুষ্ঠান-প্ৰতিষ্ঠান আগবাঢ়ি আহিব লাগে। খেলা বুলিলেই পঢ়া নষ্ট হ'ব ধৰণৰ ধাৰণাৰ পৰাও অভিভাৱসকল মুকলি হৈ আহিছে। ই আমাৰ বাবে এক শুভলক্ষণ।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি** ১ সাম্প্ৰতিক সমাজ আৰু জীৱনত খেলা-ধূলা ২ আমাৰ জীৱনত খেলা-ধূলাৰ প্ৰভাৱ ৩ খেল-ধেমালিৰ প্ৰয়োজনীযতা (HSLC 2008)

# বনভোজ বা পিক্‌নিক্

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ৰূপৰেখা - অসমত বনভোজ - ব্যস্ততাতো আনন্দই দিয়ে ধৰা - সামৰণি

**ভূমিকা**

প্ৰতিজন মানুহেই ব্যস্ততাৰ মাজত ক্ষন্তেক হ'লেও আহৰি বিচাৰে। ব্যস্ততাপূৰ্ণ জীৱনৰ আহৰিৰ সময়বোৰৰ আনন্দানুভূতিতে জন্ম লাভ কৰে উৎসৱ-অনুষ্ঠান আদিয়ে। আনন্দ লাভৰ বাবেই মানুহে আয়োজন কৰে পিক্‌নিক্ বা বনভোজৰ। প্ৰতিটো দিনৰ গতানুগতিকতা আৰু যান্ত্ৰিক জীৱনে মানুহক মানসিকভাৱে অৱসাদগ্ৰস্থ কৰি তোলে। সেই অৱসাদৰ পৰা সাময়িকভাৱে হ'লেও অব্যাহতি দিব পাৰে পিক্‌নিক্‌ৰ দৰে সমূহীয়া আনন্দই। মানুহৰ জন্ম প্ৰকৃতিৰ বুকুত। প্ৰকৃতিৰ মাজতেই সভ্যতাৰ আৰম্ভণী। গতিকে প্ৰকৃতিৰ লগত মানুহৰ সম্বন্ধ আজন্ম। কিন্তু যুগৰ পৰিৱৰ্তনে মানুহক প্ৰকৃতিৰ বুকুৰ পৰাই আঁতৰাই আনিছে। প্ৰকৃতিৰ অপৰূপ দৃশ্যৰাজি উপভোগ কৰি বিমল আনন্দ লাভ কৰাৰ কথা মানুহে পাহৰি গৈছে। সেয়েহে মানুহৰ মানসিকতাতো অদ্ভুত পৰিৱৰ্তনে দেখা দিছে। তথাপি মানুহ প্ৰকৃতিৰে সন্তান। প্ৰকৃতিৰ প্ৰতি মানুহৰ আগ্ৰহ অলপ হ'লেও মনৰ মাজত লুকাই থাকে। তাৰেই প্ৰকাশ বনভোজ বা পিক্‌নিক্।

### ৰূপহী অসমত বনভোজ

অসম প্ৰকৃতিৰ লীলাভূমি। ঋতু পৰিৱৰ্তনে প্ৰকৃতিক ন সাজ পিন্ধায়। বনভোজৰ আযোজন শীতকালত। বাৰিষাৰ বৰষুণে জেকা কৰি তোলা পৃথিৱী, বানপানীযে টৌৱাই যোৱা সময়বোৰ পাৰ হ'লে প্ৰকৃতিয়ে নতুন ৰূপ লয়। শীতকালৰ ফলকাল বতৰত মানুহে এটা দিনৰ বাবে প্ৰকৃতিৰ কোনোবা সুন্দৰ ঠাই নিৰ্বাচন কৰি এসাঁজ লগেভাগে খায়। সেয়াই পিক্‌নিক্ বা বনভোজ। সাধাৰণতে কিছুমান বিশেষ অঞ্চল বনভোজ খোৱাৰ বাবে নিৰ্বাচন কৰা হয। নিৰ্বাচিত অঞ্চলটোৰ প্ৰথম বৈশিষ্ট্য হ'ব লাগিব তাৰ সৌন্দৰ্য, পানীৰ সুবিধা থকা আৰু কেউদিশৰ পৰা নিৰাপদ। লগতে যাতায়াত বা বস্তু-বাহানি কঢ়িয়াই নিযাত অসুবিধা নোহোৱাটো বাঞ্ছনীয। নদীৰ পাৰ, নদীৰ বালিচাপৰি, পাহাৰৰ নামনি বা বনাঞ্চল আদিয়ে বনভোজৰ বাবে উপযুক্ত। তীৰ্থস্থানৰ সমীপত বা প্ৰাচীন কীৰ্ত্তিস্তম্ভ থকা ঠাই আদিযে বনভোজৰ বাবে বাচি লোৱা হয়। মুঠতে লোকালযৰ পৰা নিলগত নগৰীয়া বতাহে ঢুকি নোপোৱা ঠাই বনভোজৰ বাবে উপযুক্ত। অসমত বনভোজৰ বাবে বহু উপযুক্ত ঠাই আছে । যেনে ঃ কাজিৰঙা, কহুঁৰা, বাগৰী, মানাহ, গৰমপানী, ৰাংছালী, দিখৌমুখ, বৰশিল, শিৱসাগৰত থকা ঐতিহাসিক অঞ্চলসমূহ, বশিষ্ঠাশ্ৰম, সোণাপুৰ ভালুকপুং ইত্যাদি।

### ব্যস্ততাতো আনন্দই দিয়ে ধৰা

ঘাইকৈ ডিচেম্বৰ আৰু জানুৱাৰী মাহৰ কোনোবা এটা বন্ধৰ দিনকেই বনভোজৰ বাবে নিৰ্ধাৰণ কৰা হয। যিহেতু বন্ধৰ দিনটো সকলোৰে বাবে সুবিধাজনক। নিৰ্ধাৰিত দিনটোৰ কেইদিনমানৰ আগৰে পৰা বনভোজৰ আযোজন চলে। যাবলৈ ওলোৱা সকলোৰে পৰা চান্দা তুলি খোৱা-বোৱাৰ বাবে বজাৰ কৰা, গাড়ী বন্দৱস্ত কৰা — এই দুটাই মুখ্য কাম। বনভোজলৈ যাবলগা দিনটোত পুৱাতে সকলো সাজু হৈ ওলায়। ঘাইকৈ যাবলগীয়া অঞ্চলটোৰ দূৰত্বৰ ওপৰতে যোৱাৰ সময়ো নিৰ্ভৰ কৰে। পুৱাৰ কুঁৱলীৰ মাজতে বনভোজলৈ বুলি ওলাই যাবলৈ পালেহে সকলোৱে ভাল পায। নিযৰাসিক্ত ঘাঁহনিত লৈ যোৱা বয়-বস্তুবোৰ নমাই ৰন্ধা-বঢ়াৰ আয়োজন কৰা হয। তাৰ লগে লগে অঞ্চলটোৰ বিশেষত্ব উদ্ধাৰৰ বাবে ব্যস্ত হৈ পৰে সকলো। নীলা আকাশৰ তলত বহি প্ৰকৃতিৰ সেউজীয়াৰ লগত মিতিৰালি কৰি সকলোৱে এসাঁজ খায়। গান-বাজনাৰ সা-সৰঞ্জাম, খেলা-ধূলাৰ সামগ্ৰী আদিও লৈ গ'লে বনভোজৰ আনন্দই পূৰ্ণ ৰূপ লয়। বনভোজ খাবলৈ যোৱা মানুহৰ হাতত কেমেৰা থকাটো আজিকালি সাধাৰণ কথা। প্ৰকৃতিৰ সুন্দৰ দৃশ্যৰ লগতে আনন্দৰ ক্ষণবোৰ কেমেৰাত আবদ্ধ কৰি আনি স্মৃতিবোৰ সজীৱ কৰি ৰাখিবলৈ বহুজনে বিচাৰে। বনভোজৰ বাবে আকৰ্ষণীয় অঞ্চলত বন্ধৰ দিনত বিভিন্ন ঠাইৰ পৰা অহা বহু দল একত্ৰিত হয়। তাতেই এক সৌহাদ্যপূৰ্ণ ভাবৰো সৃষ্টি হয়। অৱশ্যে সমাজৰ শান্তি ভংগকাৰী কিছুমান লোকে সৌহাদ্যৰ পৰিৱৰ্তে যে অপ্ৰীতিকৰ পৰিস্থিতিৰ সৃষ্টি নকৰে এনে নহয়। আজিকালি বহুতে আকৌ বনভোজ খোৱা অঞ্চলত ৰন্ধা-বঢ়া কৰিবলৈ নিনিয়ে। আগতীয়াকৈ ৰন্ধা-বঢ়া কৰি লৈ যায় আৰু প্ৰকৃতিৰ লগত সৰহ সময় উমলি-জামলি কটায়। লৈ যোৱা

খাদ্য সামগ্ৰী লগে-ভাগে খায় আৰু বনভোজৰ আনন্দ উপভোগ কৰে। বনভোজৰ দলত যোৱা শিশুৰ পৰা বুঢ়ালৈকে সকলোৱে আনন্দত ভাগ লয়। দুই-তিনিটা পৰিয়াল লগহৈ বা কেতিয়াবা অকলশৰীয়াকৈও কোনো পৰিয়াল বনভোজলৈ যায়।

ভাৰতৰ অন্যান্য ৰাজ্যবোৰতো কেইবাজনো মিলি মাজে-সময়ে ঘৰৰ বাহিৰত খোৱা-বোৱা কৰিবলৈ যায়। তেনে দলসমূহে পাৰ্ক বা ৰাজহুৱা উদ্যানো বাচি লয়। জীৱনৰ একঘেয়ামীতাৰ পৰা আঁতৰত থকা এনে একোটা দিনে মানুহৰ কৰ্মস্পৃহা বৃদ্ধি কৰে। প্ৰকৃতিৰ লগত বন্ধুত্ব কৰাৰ সুযোগ দিয়ে। অভিভাৱকৰ তত্বাৱধানত যোৱা ছাত্ৰ-ছাত্ৰী বা শিশুৰ মানসিক উৎকৰ্ষ সাধনতো সহায় হয়। এনে সুযোগতে ঐতিহাসিক চিহ্ন, বিশেষত্ব থকা ভৌগোলিক পৰিৱেশ বা প্ৰকৃতি সম্পৰ্কে তেওঁলোকক জ্ঞান দিব পৰা যায়।

**সামৰণি**

বৰ্তমান সময়ত মানৱ জাতিৰ মাজত সৃষ্টি হোৱা অশান্তি-আতংকগ্ৰস্থতাৰ পৰা কিছু পৰিমাণে হ'লেও ৰেহাই পাবৰ বাবে বনভোজৰ পৰিকল্পনা অতি প্ৰয়োজনীয়। প্ৰকৃতিৰ লগত মানৱ জাতিৰ সম্বন্ধ যুগ-যুগান্তৰৰ। গতিকে সেই সম্বন্ধক জীযাই ৰাখিবৰ বাবে যান্ত্ৰিক যুগত বনভোজৰ গত্যন্তৰ নাই।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ সমূহীয়া আনন্দৰ উৎস ঃ বনভোজ ২ অতি উত্তম বিনোদন ঃ পিকনিক

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ভাষাৰ দ্বাৰা সাংস্কৃতিক সমন্বয় ৰক্ষা - ইংৰাজী শিকা জৰুৰী - সামৰণি

# প্ৰিয় বিষয়

*এটা নতুন ভাষা শিকা, এটা নতুন আত্মা বিচাৰি পোৱাৰ দৰে।*

— **শিখ প্ৰবাদ**

**ভূমিকা**

পৃথিৱীৰ সকলো দেশৰ শিক্ষিত মানুহে বিশ্বাস কৰে যে একাধিক ভাষা নিশিকিলে মানুহে সম্পূৰ্ণ জ্ঞান লাভ কৰিব নোৱাৰে। কাৰণ মানুহে কেৱল এটা ভাষা জানিলে সেই ভাষাটোৰ সাহিত্যৰ বিষয়েহে জানিব পাৰে, সেই ভাষাৰ জ্ঞানহে লাভ কৰিব পাৰে। সেয়েহে আজি প্ৰায়বোৰ মানুহে নিজ নিজ মাতৃভাষাৰ লগতে অন্যান্য ভাষা শিকাৰ ওপৰতো গুৰুত্ব আৰোপ কৰিছে। পশ্চিমীয়া দেশবোৰত মাতৃভাষা শিকাৰ লগে লগে ইংৰাজী, ফৰাচী, জাপানী আদি বিভিন্ন ভাষা স্কুলীয়া অৱস্থাৰ পৰাই শিকোৱা হয়।

**ভাষাৰ দ্বাৰা সাংস্কৃতিক সমন্বয় ৰক্ষা**

আমাৰ দেশত পশ্চিমীয়া দেশবোৰৰ দৰে শিক্ষাৰ সুব্যৱস্থা নাই যদিও স্কুলীয়া অৱস্থাৰ পৰা একাধিক ভাষা শিকাৰ সুযোগ পোৱা যায়। স্কুলত আমি মাতৃভাষা অসমীয়াৰ উপৰিও ইংৰাজী, হিন্দী, সংস্কৃত আদি ভাষা শিকিব লাগে। হিন্দী ভাষাক এতিয়া ৰাষ্ট্ৰভাষা

হিচাপে স্বীকৃতি দিয়া হৈছে। গতিকে প্ৰত্যেক ভাৰতীয়ই হিন্দী শিকা অতি প্ৰয়োজনীয়। তদুপৰি এই ভাষাৰ জৰিযতে উত্তৰ তথা পশ্চিম ভাৰতৰ জনসাধাৰণৰ লগত যোগাযোগ কৰিব পাৰি। আকৌ সংস্কৃত ভাষাৰ সহায়ত প্ৰাচীন ভাৰতৰ সাহিত্য, বিজ্ঞান আদিৰ বিষযে জানিব পাৰি। অতীত ভাৰতৰ সাহিত্য-সংস্কৃতিৰ বিষয়ে ভালদৰে জানিবলৈ হ'লে সংস্কৃত ভাষা ভালদৰে জনাতো অতি প্ৰযোজনীয়। ইংৰাজী ভাষাক ভাৰতৰ ৰাষ্ট্ৰভাষা হিচাপে মান্যতা দিয়া হোৱা নাই যদিও এই ভাষাই ভাৰতৰ অন্যতম ভাষা হিচাপে স্থান লাভ কৰিছে। ইংৰাজ শাসনৰ পৰা চলি অহা ইংৰাজী ভাষাৰ ব্যৱহাৰ বৰ্তমানেও ভাৰতত অতিকৈ জনপ্ৰিয। ভাৰতৰ প্ৰতিটো চুকে-কোণে থকা চৰকাৰী-বেচৰকাৰী কাৰ্যালয়, স্কুল, কলেজ সকলোতে আজি-কালি ইংৰাজী ভাষাৰ প্ৰচলন। ইংৰাজী ভাষাৰ সহায়ত পৃথিৱীৰ চুকে-কোণে থকা বিভিন্ন ৰাষ্ট্ৰৰ লগত ৰাজনৈতিক আৰু বাণিজ্যিক সংযোগ স্থাপন কৰা হয। তদুপৰি এই ভাষাৰ জৰিযতে সাংস্কৃতিক সমন্বয়ো ৰক্ষা কৰিব পৰা যায়।

ইংৰাজসকলে ভাৰত অধিকাৰ কৰি এই দেশত প্ৰায় দুশ বছৰ ধৰি ৰাজত্ব চলালে। তেওঁলোকে এফালে যেনেদৰে আমাৰ দেশৰ ধন-সম্পদ লৈ গ'ল, আনফালে তেনেদৰে বিশ্বৰ জ্ঞান-বিজ্ঞান, দৰ্শন, সাহিত্য, বুৰঞ্জীৰ লগত আমাক পৰিচয় কৰি দিছে। এক কথাত তেওঁলোকে বাহিৰৰ পৃথিৱীৰ লগত আমাক পৰিচয কৰাই দিলে। আজি ইংৰাজী ভাষা আন্তঃৰাষ্ট্ৰীয ভাষা হিচাপে পৰিগণিত হৈছে লগে লগে চহকী হৈছে ইংৰাজী সাহিত্যৰ ভঁৰাল।

**ইংৰাজী শিকা জৰুৰী**

সকলো বিষযৰ ভিতৰত ইংৰাজী বিষয়েই মোৰ অতিকৈ প্ৰিয়। ইংৰাজী ভাষাৰ প্ৰতি মোৰ অনুৰাগ হঠাতে হোৱা নহয। সৰুৰে পৰা আমাৰ ঘৰত ইযাৰ এটা পৰিৱেশ পাইছোঁ। আমাৰ ঘৰৰ বযোজ্যেষ্ঠসকলৰ ইংৰাজী সাহিত্য তথা এই ভাষাৰ প্ৰতি গভীৰ অনুৰাগ আছে। সৰুতেই মোক দেউতাই ইংৰাজীত লিখা কবিতাৰ কিতাপ কিনি দিছিল। তেতিয়া মই ইংৰাজী ABCD শিকাই নাই। মোৰ দাদা আৰু বাইদেৱে সেইবোৰ ইমান ধুনীয়াকৈ পঢ়িছিল যে তেওঁলোকে পঢ়া শুনি শুনিয়েই মোৰ সেইবোৰ মুখস্থ হৈছিল। সেইবোৰ শুনি আৰু নিজেও গাই মই খুব ভাল পাইছিলোঁ।

Ba ba Blacksheep, Jack and Jill went up to the hill আদি কবিতাবোৰ আওৰাই মোৰ বৰ ভাল লাগিছিল। অলপ ডাঙৰ হোৱাৰ পাছত গালিভাৰৰ কাহিনী, ৰবিনছন ক্ৰুছো, ৰাউণ্ড দি ৱৰ্ল্ড ইন এইট্টি ডেজ, ৰবিন হুদ আদি কিতাপ পঢ়ি মই দিনে দিনে আপ্লুত হৈ পৰিছিলোঁ।

যেতিয়া মই ডাঙৰ হ'লোঁ, অৰ্থাৎ, এতিয়া মই বুজিব পাৰিছোঁ ইংৰাজী ভাষা আৰু সাহিত্যই আমাক কিমান সহায় কৰিছে। ইংৰাজে আমাৰ বহু ক্ষতি কৰিলে যদিও ইংৰাজী ভাষা-সাহিত্যই আমাক ক্ষতি কৰা নাই। বৰং ইংৰাজী ভাষাৰ সহায়ত বিশ্বৰ সকলো জ্ঞান ভাণ্ডাৰ লাভ কৰিব পৰা গৈছে। জ্ঞানপিপাসুসকলৰ আশা বহু পৰিমাণে পূৰণ কৰিব পৰা গৈছে। মাতৃভাষাৰ পাছতেই ইংৰাজী ভাষা মোৰ অতিকৈ প্ৰিয়। অৱশ্যে এটা কথা স্বীকাৰ কৰিবই লাগিব যে ইংৰাজী ভাষা শিকাৰ সুফলৰ লগে লগে কুফলো দেখা গৈছে। এচাম শিক্ষিত লোকে ইংৰাজী ভাষা শিকি নিজ মাতৃভাষাক অৱহেলা কৰে। এওঁলোকে ইংৰাজী

ভাষাৰ লগে লগে চাহাবী আদব-কায়দা কিছুমানো শিকি চাহাব বোলাবলৈ চেষ্টা কৰি আনৰ হাঁহিয়াতৰ পাত্ৰহে হৈ পৰে।

ইংৰাজী ভাষা শিকা আৰু ইংৰাজী ভাষা শিকি নিজৰ মাতৃভাষাক অৱজ্ঞা কৰা এই দুটাৰ মাজত পাৰ্থক্য আছে। মাতৃভাষাক মই ভাল পাঁও, ইংৰাজী ভাষা শিকি এই ভাষাক অৱজ্ঞা কৰিবৰ চেষ্টা কৰা নাই। কিন্তু মাতৃভাষাৰ সহাযত বৰ্তমান জগতৰ বিবিধ জ্ঞান আহৰণত যথেষ্ট অসুবিধা।

**সামৰণি**

স্কুলীয়া শিক্ষা সাং কৰি যেতিয়া উচ্চশ্ৰেণীত নামভৰ্তি কৰিম তেতিয়া অৰ্থ বিজ্ঞান, ৰাজনীতি বিজ্ঞান, দৰ্শন, সাহিত্য আদি বিবিধ বিষয়ৰ জ্ঞান লাভ কৰিবলৈ হ'লে ইংৰাজী ভাষাই মোক যথেষ্ট সহায় কৰিব। বহিৰ্বিশ্বৰ লগত প্ৰত্যক্ষভাৱে যোগাযোগ কৰিবলৈ হ'লে ইংৰাজী ভাষাৰ গুৰুত্ব অধিক। মাতৃভাষা অসমীয়াৰ জৰিয়তেও আমি বহিৰ্বিশ্বৰ বহু নজনা কথা জানিব পাৰোঁ। কিন্তু ইংৰাজী ভাষাৰ জৰিয়তে যিমানখিনি জানিব পাৰি অসমীয়া ভাষাত সিমান জানিব নোৱাৰি। সেইবুলিয়েই মই কেৱল ইংৰাজী ভাষাৰ প্ৰতি আগ্ৰহী নহয়। কিন্তু যিমানখিনি ইংৰাজী জানিলে আমাৰ সমাজ জীৱনৰ বাবে প্ৰযোজনীয় তথা যিমানখিনি ইংৰাজী নাজানিলে আমি প্ৰচলিত সমাজ ব্যৱস্থাৰ পৰা পিছপৰি ৰ'ম সিমানখিনি ইংৰাজী শিকাটো অস্বীকাৰ কৰিব নোৱাৰি। ইংৰাজীৰ জৰিয়তে গোটেই বিশ্বখন আহি আজি আমাৰ ঘৰত প্ৰৱেশ কৰিছে। সেযেহে মাতৃভাষাৰ পাছতেই মই ইংৰাজী ভাষাক গুৰুত্ব দিওঁ। ইংৰাজীৰ অবিহনে আমাৰ দেশৰ প্ৰগতি তথা আজিৰ এই জীৱন যাত্ৰা আমি কল্পনা কৰিব নোৱাৰো।

নিজৰ ভাষা ভালদৰে শিকি আনৰ ভাষাও শিকিব পাৰিলে নিজৰে বহুত উপকাৰ হয়। অন্য ভাষাতনো কিমান কি আছে জানিব পাৰি। জ্ঞান বৰ্ধনত ভাষা এক সবল আধাৰ।

# প্ৰিয় সাহিত্যিক

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জন্ম আৰু জীৱন সংঘাত - সাহিত্য কৃতি - সামৰণি

*HSLC 1993, 1995, 1999, 2001, 2004, 2006 , HS 2000, 2002, 2008*

*পখী হৈ আকাশৰ বুকুত ফুৰিম উৰি*
*বাহ ল'ম ওখ বিৰিখত*
*পুৱতিৰ লগে লগে জগাম তোমাক নিতে*
*বনৰীয়া সুৱদি গীতত।*

**— নলিনীবালা দেৱী**

**ভূমিকা**

সাহিত্য জীৱনৰ দাপোণ স্বৰূপ। সাহিত্যিকে তেওঁৰ লেখাৰ মাজেদি সমাজ জীৱনক ফুটাই তুলিবলৈ যত্ন কৰে। কবি, ঔপন্যাসিক, গল্পকাৰ, প্ৰবন্ধকাৰ সকলোৱে চেষ্টা

কৰে সাহিত্যৰ যোগেদি সমাজত জ্ঞানৰ পোহৰ বিলাবলৈ। সত্য আৰু সুন্দৰৰ সাধক সাহিত্যিকসকল সেযেহে মোৰ নমস্য। এই নমস্য ব্যক্তিসকলৰ মাজৰে এগৰাকী ব্যক্তি মোৰ অতি প্ৰিয। সেইগৰাকী হ'ল কবি নলিনীবালা দেৱী।

**জন্ম আৰু জীৱন সংঘাত**

আধ্যাত্মিকতাৰ কবি নলিনীবালা দেৱীৰ জন্ম হৈছিল বৰপেটাত ১৮৯৮ চনৰ মাৰ্চ মাহত। তেওঁ অসম সাহিত্য সভাৰ যোৰহাট অধিৱেশনৰ সভানেত্ৰী আৰু প্ৰথম মহিলা কবি সভানেত্ৰী আছিল। দেউতাক কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ জীৱন ব্ৰতৰ প্ৰভাৱৰ ফলত তেওঁ ভাৰতীয় সংস্কৃতি আৰু দেশ প্ৰেমৰ প্ৰেৰণাৰে উদ্বুদ্ধ হৈছিল। পিতৃৰ আদৰ্শেৰে কবিৰ কোমল হৃদযত স্বদেশৰ প্ৰেমে গভীৰভাৱে ৰেখাপাত কৰিছিল। তেওঁ ভাৰতীয় আধ্যাত্মিকতাত গভীৰ বিশ্বাসী আছিল। জননী জন্মভূমিস্য স্বৰ্গাদপি গৰীয়সী এই ভাব প্ৰবলতাৰেই তেওঁৰ হৃদয পৰিপূৰ্ণ হৈ আছিল। সেযে জন্মভূমিৰ প্ৰতি শ্ৰদ্ধা ভালপোৱাৰ যি নিৰ্দৰ্শন নলিনীবালা দেৱীৰ বাক্যত পোৱা যায সি অতি বিৰল। তেওঁৰ ছন্দৰ ভূমিকাই কবিতাৰ মন্দাকিনী ধাৰা অসমীযা কবিতাত প্ৰাচুৰ্যৰে বোৱাই আনি এটা নতুন সুৰৰ সংযোজনা কৰি তুলিছিল।

অকাল বৈধব্য আৰু মৰ্মন্তুদ বেদনাত জৰ্জৰিত হৈ শেষত পুত্ৰকো হেৰুৱাই পিতৃগৃহত আশ্ৰয লৈ অসীম আঘাতত ক্লান্ত কবিগৰাকী একমাত্ৰ পিতৃৰ সান্ত্বনাবাণীৰ আশিস লৈ কাব্যজগতত মনোনিৱেশ কৰি সমাজ সেৱাকেই ব্ৰত হিচাপে গ্ৰহণ কৰে।

**সাহিত্য কৃতি**

১৯২৮ চনত তেওঁৰ প্ৰথম কবিতা পুথি 'সন্ধিযাৰ সুৰ' প্ৰকাশ পায। অন্যান্য ৰচনাসমূহ হ'ল 'সপোনৰ সুৰ', 'স্মৃতি তীৰ্থ', 'পৰশমণি', 'যুগদেৱতা', 'জাগৃতি', 'অলকানন্দা', 'বিশ্বদ্বীপ। এইবোৰ কাব্যগ্ৰন্থেৰে তেওঁ অসমীযা কাব্য জগতক মহীয়ান কৰি থৈ গৈছে। ১৯৪৬ চনত কলিকতা বিশ্ববিদ্যালয আৰু ১৯৫১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে 'সন্ধিয়াৰ সুৰ' কাব্য গ্ৰন্থখন অসমীয়া ভাষাৰ পাঠ্য হিচাপে মনোনীত কৰে। ইযাৰ উপৰি 'কৰ্মবীৰৰ জীৱন সোঁৱৰণ', 'চৰ্দাৰ বল্লভ ভাই পেটেল', 'মীৰাবাই' (নাটক), 'মেঘদূত', 'সুৰভি', 'ৰূপৰেখা', 'এৰি অহা দিনবোৰ', 'পুৱতি পোহৰৰ কঁপনি' আদি তেওঁৰ ৰচিত গ্ৰন্থ। 'অলকানন্দা' কাব্য গ্ৰন্থখনিৰ বাবে তেখেতে ১৯৬৮ চনত সাহিত্য অকাডেমী বঁটা লাভ কৰে। ইযাৰ আগতে তেওঁক অসম চৰকাৰে ১৯৪৭ চনত সাহিত্যিক পেঞ্চন আগবঢ়ায়। নগাঁৱত বহা অসম প্ৰাদেশিক মহিলা সমিতিৰ সভানেত্ৰীৰ পদো অলংকৃত কৰিছিল। ১৯৫০ চনত তেওঁ সদৌ অসম পাৰিজাত কানন নামৰ এটি শিশু অনুষ্ঠান গঢ়ি তুলিছিল। পাছলৈ এই অনুষ্ঠান 'মইনা পাৰিজাত' নামে জনাজাত হয। তাৰ পাছত তেওঁ আন্তৰ্জাতিক শিশু কল্যাণ সমিতিৰ অসম শাখাৰ সভানেত্ৰী হৈছিল।

১৯৫৪ চনত যোৰহাটত বহা অসম সাহিত্য সভাৰ ত্ৰয়োবিংশতিতম অধিৱেশনত তেখেতক সভানেত্ৰীৰ পদ অৰ্পণ কৰা হয় আৰু প্ৰথম মহিলা সভাপতিৰূপে তেওঁ

বিভূষিত হয়। ১৯৫৫ চনৰ ১৬ জানুৱাৰীত দিল্লীত অনুষ্ঠিত সৰ্বভাৰতীয় কবি সন্মিলনলৈ নিমন্ত্ৰিত হৈ প্ৰশংসাৰ পাত্ৰী হয়। নিৰৱচ্ছিন্নভাৱে সাহিত্য সাধনাত ব্ৰতী হৈ থকা এইগৰাকী কবিক ভাৰত চৰকাৰে 'পদ্মশ্ৰী' সন্মানেৰে বিভূষিতা কৰে। এই গৰাকী কাব্যপ্ৰাণ মহিয়সী নাৰীৰ পৰলোকলৈ গমন হয় ১৯৭৭ চনৰ ২৪ ডিচেম্বৰত।

**সামৰণি**

কবি নলিনীবালা দেৱীৰ কবিতাত প্ৰাণৱন্ত হৈ আছে আধ্যাত্মিকতা আৰু অতিন্দ্ৰীয় ভাৱৰ তন্ময়তা। জীৱনৰ বিচিত্ৰতা আৰু ইযাৰ অন্তৰালত লুকাই থকা চিৰ সুন্দৰৰ আকুলতা কবিৰ কামনা। সুন্দৰৰ আৰধনাক অনন্ত জ্যোতিৰে উদ্ভাষিত কৰি, প্ৰজ্বলিত কৰি জীৱনক এক বিশেষ মোহনীযতাৰে পম খেদি অন্তৰত সন্ধান পাবলৈ কবি উদ্বাউল। সেই সুৰ কবিৰ 'সন্ধিয়াৰ সুৰ' গ্ৰন্থত বাজি থকা দেখিবলৈ পাওঁ। তাৰ উপৰি জন্মভূমিৰ প্ৰতি গভীৰ ভালপোৱা তেওঁৰ দেশাত্মবোধৰ নিৰ্দৰ্শন।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি** ১ অসমৰ এগৰাকী সাহিত্যিক ২ তোমাৰ প্ৰিয় লেখক ৩ তুমি ভালপোৱা এগৰাকী লেখক-সাহিত্যিক

# ড্ৰাগছ ঃ এক সামাজিক সমস্যা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বিশ্বৰ সমস্যা ড্ৰাগছ - ড্ৰাগছৰ ভযাবহ গৰাহত বিশ্ব - সামৰণি

**ভূমিকা**

মানৱ সভ্যতাৰ আৰম্ভণিৰে পৰা মানুহে তেওঁলোকৰ মৌলিক চাহিদাবোৰ পূৰ হোৱাৰ পাছৰে পৰা কৃত্ৰিম পদ্ধতিৰে সুখানুভূতি লাভ কৰাৰ অৰ্থে বিভিন্ন সময়ত জন্ম দিছে বিভিন্ন ক্ষতিকাৰক অভ্যাসৰ। এনেবোৰ ক্ষতিকাৰক অভ্যাসৰ অন্যতম ড্ৰাগছ সেৱন।

মাদৰ দ্ৰব্যৰ প্ৰতি আসক্তি মানুহৰ এক আদিম প্ৰৱণতা। প্ৰাচীন কালত বিশেষ কেতবোৰ জনগোষ্ঠীয়ে কেতিয়াবা ধৰ্মীয় উৎসৱত আৰু কেতিয়াবা নিভাঁজ আনন্দৰ উপাদান হিচাপে মাদক দ্ৰব্যৰ ব্যৱহাৰ কৰিছিল। তান্ত্ৰিক আৰু আধ্যাত্মিক সাধনাৰ অৱলম্বন হিচাপে প্ৰাচীন কালৰে পৰা ভাৰততো মাদক দ্ৰব্যৰ ব্যৱহাৰ হৈ আহিছে। অৱশ্যে পূৰ্বতে ইয়াৰ ব্যৱহাৰ মুষ্টিমেয় মানুহৰ মাজতহে সীমাৱদ্ধ আছিল। কিন্তু কালক্ৰমত মাদক দ্ৰব্য বা

ড্ৰাগছৰ প্ৰতি আসক্তি সংক্ৰামক ব্যাধিৰদৰে বিশ্বৰ সৰ্বত্ৰই সিঁচৰতি হৈ পৰিল আৰু লগতে সৃষ্টি হ'ল এক ভয়াবহ সমস্যাৰ।

**বিশ্বৰ সমস্যা ড্ৰাগছ**

কুৰি শতিকাৰ আৰম্ভণিৰ দশকবোৰত মূলতঃ উন্নয়নশীল আৰু অনুন্নত দেশসমূহৰ পৰা উন্নত বিশ্ব দেশসমূহলৈহে ড্ৰাগছৰ সৰবৰাহ আছিল। এই শতিকাৰ পঞ্চম-ষষ্ঠ দশকমানলৈ ই আছিল প্ৰধানতঃ ধনী দেশবোৰৰ সমস্যা। কিন্তু বিগত দুই দশকমানত উন্নত দেশবোৰৰ পৰা মাদক দ্ৰব্যৰ অনুপ্ৰবেশে উন্নয়নশীল দেশবোৰৰ ওপৰত ভীষণভাৱে প্ৰভাৱ বিস্তাৰ কৰিছে। কেৱল এছিয়াতেই এনে কেইখনমান দেশ আছে, য'ত ড্ৰাগছ আসক্তিৰ হাৰ আমেৰিকা আৰু পশ্চিম ইউৰোপতকৈও বহু বেছি। আনকি দৰিদ্ৰ দেশসমূহো ড্ৰাগছৰ কবলত পৰিছে। সাম্প্ৰতিক কালত অনুন্নত দেশৰ ছাত্ৰ, শ্ৰমিক, শিক্ষিত নিবনুৱা, তথা তৰুণ সমাজৰ এক উল্লেখযোগ্য অংশ ড্ৰাগছৰ প্ৰতি আসক্ত হৈ পৰিছে। এইদৰে ড্ৰাগছে এক মাৰাত্মক সামাজিক সমস্যাৰূপে দেখা দিছে। বৰ্তমান ই সমগ্ৰ বিশ্বৰে সমস্যা।

প্ৰকৃতিত এনে কিছুমান পদাৰ্থ পোৱা যায় যিবোৰ সেৱন কৰিলে মানুহৰ নিচা হয়। ইয়াৰ ভিতৰৰ বহু নিচাযুক্ত দ্ৰব্যক ঔষধ হিচাপে ব্যৱহাৰ কৰি নানা ধৰণৰ ৰোগৰ পৰা উপশম পাব পাৰি। কোনো এটা ৰোগ হ'লে তাৰ নিৰাময়ৰ কাৰণে ব্যৱহাৰ কৰা দ্ৰব্যটোক আমি ঔষধ বুলি কওঁ। কিন্তু কোনো ৰোগ নোহোৱাকৈয়েই যদি তেনে জাতীয় দ্ৰব্য ব্যৱহাৰ কৰা হয, যাৰ দ্বাৰা শৰীৰ নিচাগ্ৰস্ত হৈ পৰে, ই নিশ্চয় আমাৰ শৰীৰত কিবা নহয, কিবা এটা কুপ্ৰভাৱ পেলাব। এনে ধৰণৰ দ্ৰব্য যেতিয়া এজন সুস্থ মানুহে গ্ৰহণ কৰে, সেই দ্ৰব্যটোক বৰ্তমান অস্বাভাৱিক 'ড্ৰাগছ' বোলা হয়। অৰ্থাৎ, সুস্থ মানুহক অস্বাভাৱিক বা অসুস্থ কৰি তোলা দ্ৰব্যসমূহক 'ড্ৰাগছ' বুলি কোৱা হৈছে। ড্ৰাগছে প্ৰধানতঃ মন আৰু চিন্তাশক্তিৰ ওপৰত প্ৰচণ্ড প্ৰভাৱ পেলায়। লাহে লাহে এই প্ৰভাৱ সমগ্ৰ শৰীৰতে বিয়পি পৰে আৰু এজন সুস্থ সবল যুৱকক অথৰ্ব কৰি পেলোৱাত অগ্ৰণী ভূমিকা গ্ৰহণ কৰে।

প্ৰতিজন মাদকাসক্ত লোকেই প্ৰথমে ড্ৰাগছ ব্যৱসায়ীসকলৰ দ্বাৰা প্ৰৰোচিত হৈ ক্ষণিক আনন্দৰ বাবে এই নিচা সেৱন কৰে। বহুতে আকৌ অৱসাদ দূৰীকৰণৰ কাৰণে এনেবোৰ দ্ৰব্য গ্ৰহণ কৰে। এনেদৰেই মাদক দ্ৰব্য শৰীৰত বহন কৰাটো এটা অভ্যাসত পৰিণত হয়। বিলুপ্ত হৈ যায় বেদনা আৰু হৃদয়ৰ অনুভূতি। ফলত সময়মতে এই দ্ৰব্য নাপালে এজন ফুলকুমলীয়া কিশোৰৰ পক্ষেও চুৰি, ডকাইতি আনকি হত্যা পৰ্যন্ত সম্ভৱ হৈ পৰে। ড্ৰাগছ সেৱন কৰি অতি সম্ভাৱনাপূৰ্ণ মেধাৱী ছাত্ৰ-ছাত্ৰী, অতি বিত্তৱান পিতৃ-মাতৃৰ সতি-সন্ততিৰ উপৰি অন্যান্য বহু শ্ৰেণীৰ লোক ধ্বংসৰ গহ্বৰৰ মাজলৈ সোমাই গৈ আছে। ই এনেদৰে শিপাই পৰিছে যে সামূহিকভাৱে কিবা এটা নকৰিলে সমাজৰ উঠি অহা চামক ৰক্ষা কৰাটো টান হৈ পৰিব।

**ড্ৰাগছৰ ভয়াবহ গৰাহত বিশ্ব**

ড্ৰাগছ বা মাদক দ্ৰব্যৰ বজাৰখনো অতি বিশাল। এই বৃহৎ বজাৰখনে মাদক দ্ৰব্যৰ প্ৰচলন বঢ়োৱাত বিশেষভাৱে সহায় কৰিছে। মাদক দ্ৰব্যৰ বেআইনী ব্যৱসায়ে আজি

বিভিন্ন দেশৰ অৰ্থনীতিত সৃষ্টি কৰিছে ক্ষতিকৰ প্ৰতিক্ৰিয়া, উৎসাহিত কৰিছে অপৰাধ প্ৰৱণতা আৰু ধ্বংসাত্মক কাৰ্যকলাপ। আনকি কোনো কোনো দেশৰ ৰাজনৈতিক স্থিতিশীলতা আৰু প্ৰতিৰক্ষা ব্যৱস্থাকো ই আঘাত কৰিছে। এইদৰেই সংঘটিত হৈছে আন্তৰ্জাতিক অপৰাধ।

সম্প্ৰতি ভাৰততো বিভিন্ন ঠাইত ড্ৰাগছ সেৱনে ভয়াৱহ ৰূপ ধাৰণ কৰিছে। একেদৰে অসমকে ধৰি দেশৰ উত্তৰ-পূব অঞ্চলত বিভিন্ন মাদক দ্ৰব্যৰ ব্যৱসায়ে খোপনি পুতি বহিছে। বিশেষকৈ আমাৰ কাষৰীয়া মণিপুৰৰ এক বুজন সংখ্যক যুৱক-যুৱতীৰ মাদক দ্ৰব্যৰ প্ৰতি আসক্তিয়ে যোৱা কেইবছৰমানত ভয়াৱহ ৰূপ ধাৰণ কৰিছে। অসমত এই অৱস্থাই এতিয়াও গুৰুতৰ ৰূপ ধাৰণ কৰা নাই যদিও সময় থাকোঁতেই সকলোৱে এই বিষয়ে সজাগ আৰু সন্ত্ৰস্ত হোৱা উচিত। অসমৰ নতুন প্ৰজন্মৰ মাজত মাদক দ্ৰব্যৰ প্ৰতি আসক্তি বাঢ়ি আহিবলৈ ধৰিলে অসমৰ ভৱিষ্যত বুলিবলৈ একো নাথাকিব। ড্ৰাগছকে ধৰি যিবোৰ মাদক দ্ৰব্যই আজি বিশ্বত বহুল পৰিমাণে প্ৰসাৰ লাভ কৰিছে সেইবোৰৰ প্ৰতিক্ৰিয়া অতি মাৰাত্মক। ড্ৰাগছ সেৱন আৰম্ভ কৰাৰে পৰা এটা নিৰ্দিষ্ট সময়ৰ ভিতৰত একোটা মানৱ শৰীৰৰ ভাঙোন প্ৰক্ৰিয়া আৰম্ভ হয়। এই সময়ছোৱাত শৰীৰলৈ আহে সাময়িক দুৰ্বলতা। পেটৰ বিষ, অস্বাভাৱিক ৰক্তচাপ, ক্ষয়ৰোগ, যকৃতৰ জ্বলা-পোৰা, শৰীৰত কঁপনি, হেপাটাইটিছ আদি বেমাৰৰ সৃষ্টি হয়। এইবোৰৰ লগে লগে আহে দৃষ্টিহীনতা, নিদ্ৰাহীনতা, ভোকহীনতা আদি আৰু এটা সময়ত গৈ কেন্সাৰো হ'ব পাৰে। আকৌ ইনজেকছনেৰে ড্ৰাগছ লোৱাৰ বাবে আজিকালি এইড্‌ছৰ বীজাণু সংক্ৰমিত হোৱাও দেখা গৈছে। ড্ৰাগছৰ মানসিক প্ৰতিক্ৰিয়াবোৰ হ'ল বিনা কাৰণত উত্তেজিত হোৱা, তীব্ৰ হতাশাৰ ভাৱ, অসংলগ্ন ব্যৱহাৰ, উচ্ছৃংখল আচৰণ, উদাসীনতা, আত্মহত্যাৰ প্ৰৱণতা ইত্যাদি। এনেদৰেই মাদকদ্ৰব্যসমূহে এজন ব্যক্তিৰ জীৱন তিলতিলকৈ ধ্বংসৰ গৰাহলৈ ঠেলি লৈ যায়।

**সামৰণি**

মাদকদ্ৰব্যৰ আসক্তিৰ পৰা কেনে ধৰণৰ ধ্বংসাত্মক সমস্যাৰ সৃষ্টি হয় সেই সম্পৰ্কে জনসাধাৰণ সম্পূৰ্ণৰূপে অৱগত নহয়। সেইবাবে সামাজিক বিকাশ নীতিৰ মুখ্য অংগ হিচাপে শিক্ষাৰ মাধ্যমেৰে মাদকদ্ৰব্যৰ ভয়াবহতা সম্পৰ্কে জ্ঞান প্ৰচাৰ কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে। নিচাসক্তসকলৰ ব্যক্তিত্বৰ গঠন আৰু ইতিহাসৰ বিষয়ে কৰা গৱেষণাই এজন লোক কিয় আৰু কেনেকৈ নিচাসক্তিৰ কবলত পৰে সেই কথা ভালদৰে বুজাত সহায় কৰিছে। শিক্ষাগত হস্তক্ষেপ কেৱল নিচা সেৱন কৰাৰ বিপক্ষেই সচেতন নকৰে, লগতে নিচাসক্ত হোৱাৰ পৰা হাত সাৰিবলৈও সহায় কৰিব। এই ক্ষেত্ৰত যুৱ সমাজ, শ্ৰমিক, কৃষি শ্ৰমিক, জনজাতীয় গোট আৰু সামাজিক তথা অৰ্থনৈতিকভাৱে পিছপৰা সম্প্ৰদায়ৰ প্ৰতি অধিক মনোযোগ দিয়াটো আৱশ্যক।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি** ১ ভাৰততো ভয়াৱহ ড্ৰাগছ ২ সামাজিক সমস্যা হিচাপে ড্ৰাগছ ৩ নিচাযুক্ত ঔষধ ড্ৰাগছ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - শৰতৰ ৰূপ মাধুৰী - উৎসৱৰ আড়ম্বৰ - সামৰণি

# প্ৰিয় ঋতু

*শৰৎ সমান নাই সুখ কাল*
*হৰে দুখ অনুক্ৰমে*
— **শঙ্কৰদেৱ**

**ভূমিকা**

সকলো ঋতুৰ ভিতৰত শৰৎ ঋতুৱেই মোৰ আটাইতকৈ প্ৰিয় ঋতু। বৰ্ষাৰ ভাৰাক্ৰান্ত মনটোৱে শৰতৰ শীতল বতাহ, নীলা আকাশ আৰু সোণালী ৰ'দত যেন প্ৰাণ পায়। আঁতৰি যায় দুখ-দুৰন্তলৈ। কবিৰ ভাষাত,

*দেখিম চকুৰে শতেক শৰৎ*
*সুখেৰে উপচা ধৰা*
*কটাম ৰঙেৰে শতেক শৰৎ*
*পৰাণ উলাহ ভৰা*
*কাণেৰে শুনিম শত শৰতৰ*
*শুৱলা অমৃত ধ্বনি*
*স্পন্দিত হওক শতেক শৰত*
*শুনি তেজোময বাণী।*
— **যতীন্দ্ৰনাথ দুৱৰা**

শাওণ, ভাদ মাহৰ বৰষুণৰ প্ৰকোপ কমি আহি মাজে মাজে কিনকিনিয়া ৰূপ লোৱা আৰু তাৰ মাজতে ৰ'দৰ জিলমিলিযা পোহৰেৰে আলোকাই তোলা শৰতৰ ৰূপ বৰ্ণনাৰ অতীত। দলে বলে বগা মেঘৰ আগমন আৰু নীল বৰণীযা আকাশে বৰ্ষাৰ বিদায়ৰ বাৰ্তা কঢ়িয়াই আনে।

**শৰতৰ ৰূপ মাধুৰী**

শৰতৰ আগমনে যেনেদৰে আকস্মিকতা কঢ়িযাই আনে, তেনেদৰে মনত বিস্ময় আৰু আনন্দও জগাই তোলে। চাৰিওফালে সেউজৰ সমাহাৰ। এই সময়ত সেউজীয়া শস্য পথাৰ ৰ'দৰ জিলিঙনিত তিৰবিৰাই উঠে। ভেঁট, পদুম আদি ফুলেৰে শোভিত জলাশয়, সেউজীয়া ঘাঁহনি, শেৱালিফুলৰ মধুময় সুবাস ইত্যাদিৰে গোটেই পৃথিৱীখনেই চালে চকু ৰোৱা বিশাল সৌন্দৰ্যৰে ভৰপূৰ হৈ পৰে। যিফালেই চকু যায় সেইফালেই চকু ৰৈ যায়। লগে লগে মানুহৰ প্ৰাণ আনন্দত নাচি উঠে। বছৰৰ তৃতীয় ঋতু শৰতৰ মোহত নপৰা মানুহ বোধহয় নাই। কাৰণ ই কেৱল সৌন্দৰ্যই নহয়, কঢ়িয়াই আনে উৎসৱৰ আনন্দও। নদীৰ তীৰত বাজি উঠে কহুৱাৰ জুনজুন শব্দ। পানীৰে ভৰপূৰ নদীয়ে সমাহিত

ৰূপত ঋতুৰাণীক আদৰে। জোনাক-আলোকিত এই ধৰাৰ ৰাতিবোৰ হৈ উঠে মায়াময়। পাতল শীতৰ টোকৰ পৰে ঋতুৰ দুৱাৰত।

শৰৎ ঋতুৱে ধৰণী শস্যপূৰ্ণ কৰি তোলে। এই সময়তেই ধানৰ কলিবোৰ উজ্জ্বল শ্যামলী বৰণেৰে ফল সম্ভৱনাময় পৰিপূৰ্ণ হৈ উঠে। ধানেই হ'ল এই দেশৰ প্ৰধান কৃষিজাত সামগ্ৰী। শৰতৰ হয়তো দুই-এমাহমান পাছতেই খেতিয়কৰ খেতি চপোৱা কাম আৰম্ভ হ'ব। সেয়ে হয়তো খেতিয়কৰো মন আনন্দত মতলীয়া।

**উৎসৱৰ আড়ম্বৰ**

শৰৎ ঋতুৱে আমালৈ বহু উৎসৱ কঢ়িয়াই আনে। এই সময়ত অনুষ্ঠিত দুৰ্গা পূজা শাৰদীয় দুৰ্গোৎসৱ নামেৰেই জনাজাত। শৰতেও যেন দুৰ্গাক আদৰিবলৈ সাজি-কাচি ওলাই আহে। দুৰ্গাপূজাৰ দীঘলীয়া বন্ধ, চাৰি-পাঁচদিনকৈ উৎসৱ, — এইসকলো মিলি গোটেইখন আনন্দেৰে ভৰি পৰে। দুৰ্গাপূজাৰ পাছতেই শংকৰ জন্মোৎসৱ, লক্ষ্মীপূজা, কালীপূজা, দ্বীপান্বিতা এটিৰ পাছত এটিকৈ উৎসৱে ভুমুকি মাৰে। বিবিধ ৰং-বিৰঙৰ সমাহাৰে, বিভিন্ন দেৱ-দেৱীৰ মূৰ্তিবোৰ সজাই পৰাই তোলা হয়। লক্ষ্মী পূজা, দেৱালী, কালীপূজা, কাতি বিহু আদি উৎসৱো এই শৰততে আনন্দ উলাহৰ মাজেৰেই যাপন কৰা হয়। শৰতক সেয়ে ঋতুৰ ৰাণী বোলা হয়।

শৰৎ ঋতু সাহিত্য সম্ভাৰ প্ৰকাশৰো ঋতু বুলি ক'ব পাৰি। এই সময়ত প্ৰকাশিত বিভিন্ন বাতৰিকাকত, আলোচনী আদিৰ শাৰদীয় সংখ্যাই বজাৰ ভৰি পৰে।

ইয়াৰ উপৰি শৰৎ ঋতু হ'ল কবিসকলৰ অন্যতম প্ৰিয় ঋতু। এই সময়ত কবিৰ কবিতাযো যেন প্ৰাণ পাই উঠে। ন-সাজেৰে সাজোন-কাচোন কৰি ওলাই আহে।

**সামৰণি**

সকলো ঋতুতকৈ শৰতেই আমাৰ বাবে কঢ়িয়াই আনে প্ৰকৃতিৰ অপৰূপ শোভা। প্ৰাকৃতিক নানান আহুকালৰ পৰা এই ঋতুৱে বহু পৰিমাণে বচাই ৰাখে আমাক।

*এজন কষ্ট কৰি সফল নোহোৱা মানুহ আৰু কষ্ট নকৰা মানুহৰ মাজত এটা ডাঙৰ পাৰ্থক্য আছে। পাৰ্থক্যটো হৈছে কষ্ট কৰি সফল নোহোৱা মানুহজনে কি কাৰণেনো সফল নহ'ব বুজিব পাৰে। কিন্তু কষ্ট নকৰা মানুহজনে সেই কথা জানিব নোৱাৰে।*

**— জন ষ্টুৱাৰ্ট মিল**

# বুৰঞ্জী শিক্ষাৰ প্ৰয়োজনীয়তা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বুৰঞ্জী পাঠৰ উপকাৰিতা ঃ বুৰঞ্জীৰ শিক্ষা - সামৰণি

*বুৰঞ্জী অধ্যয়নে আমাৰ কল্পনাক উদ্দীপ্ত কৰি আমাক বিমল আনন্দ দিয়ে। লগতে এক প্ৰকাৰ মুক্তিও দিয়ে। সি হ'ল দেশ-কালৰ বন্ধনৰ পৰা মুক্তি। বুৰঞ্জী অধ্যয়নৰ যোগেদি আমি মানুহৰ সমগ্ৰ অতীতটোত মুক্তভাৱে বিচৰণ কৰিব পাৰো।*

**— হোমেন বৰগোহাঞি**

**ভূমিকা**

বুৰঞ্জী বা ইতিহাস হ'ল অতীত নীৰৱ সাক্ষী। যুগ যুগ ধৰি য'ত যি ঘটিছে, বুৰঞ্জীয়ে সেই ঘটনাৱলীক তাৰ সংগ্ৰহালযত পৰম যত্নেৰে সজাই-পৰাই ৰাখিছে, কাকো অপ্ৰয়োজনীয় বুলি উপেক্ষা আৰু অনাদৰত বৰ্জন নকৰে। মহাকালৰ সোঁতত পৃথিৱীত কত সভ্যতা-সংস্কৃতিৰ উত্থান-পতন হৈছে, তাৰ স্মৃতি, ঘটনাৱলী হযতো সকলোৱেই পাহৰিছে, কিন্তু বুৰঞ্জীয়ে সেইবোৰ পাহৰা নাই, নাপাহৰে। বুৰঞ্জী অতীত-বৰ্তমান-ভৱিষ্যতৰ মিলন সেতু। অতীত অভিজ্ঞতাৰ বৰ্ণনাৰে বুৰঞ্জীয়ে বৰ্তমানৰ মানুহক শিক্ষা দিয়ে, আনহাতে বৰ্তমানৰ ঘটনাৰ পোহৰত ভৱিষ্যত মানুহক পথ দেখুৱায়।

**বুৰঞ্জী পাঠৰ উপকাৰিতা**

বহুতৰ মাতে বুৰঞ্জী মূক, নিৰ্বাক। তেওঁলোকৰ মতে বিস্মৃত মৃত-অতীতক লৈয়ে বুৰঞ্জীৰ পৰিধি, যি অতীতক নাজানিলে, নুবুজিলেও আধুনিক মানুহৰ জীৱন-যাত্ৰাত একো অসুবিধা নহয়। তেওঁলোকৰ অভিমত ঃ অতীতৰ অন্ধকাৰত নিমজ্জিত নিষ্প্ৰাণ ঘটনাবোৰ জানি কি লাভ? কিন্তু ইতিহাস বা বুৰঞ্জী কেৱল অতীতৰ ঘটনাপঞ্জীনে? ইয়াত কেৱল ৰজা-মহাৰজাৰ বংশলিপি, জন্ম-মৃত্যু, ৰাজ্য বিস্তাৰৰ কাহিনী, যুদ্ধ-বিগ্ৰহৰ ইতিবৃত্তহে আছে? বুৰঞ্জীয়ে কেৱল ৰাজ্য ভঙা-গঢ়াৰ কাহিনী শুনায়, অতীত ধ্বংস স্তূপৰ চিত্ৰহে তুলি ধৰেনে? প্ৰকৃততে মানৱ-জীৱনৰ ওপৰত বুৰঞ্জীৰ প্ৰত্যক্ষ প্ৰভাৱ দেখা নগ'লেও ইয়াৰ পৰোক্ষ প্ৰভাৱ আছে। যি সভ্যতা-সংস্কৃতিত আমি দেখিছো আৰু বাস কৰিছো, সেয়া একেদিনাই গঢ়ি উঠা নাই। বহু যুগৰ উত্থান-পতনৰ পথ অতিক্ৰম কৰাৰ পাছতহে এই সভ্যতা-সংস্কৃতিয়ে প্ৰতিষ্ঠা লাভ কৰিছে। অতীতৰ প্ৰভাৱ, প্ৰেৰণা আৰু শিক্ষাই সুদৃঢ় কৰিছে বৰ্তমানৰ ভেটিক। শৈশৱ, কৈশোৰ, যৌৱনৰ দিনবোৰ বাদ দি জানো পৌঢ়ত্বক কল্পনা কৰিব পাৰি। সেইদৰে অতীত ইতিহাসক বাদ দি এটা জাতিৰ, এখন দেশৰ সামাজিক পৰিচয় লাভ কৰা অসম্ভৱ। যি জাতিৰ ইতিহাস যিমানেই সমৃদ্ধ, সেই জাতি সিমানেই উন্নত হয়। ইতিহাসৰ অতীত শিক্ষা, জ্ঞান আৰু সত্য উপলব্ধিয়ে জাতিক

দুৰ্দিনত পথ দেখুৱায়। বুৰঞ্জীৰ এটা জাতিৰ Friend, philosopher and guide বুৰঞ্জী-প্ৰদত্ত জ্ঞান আৰু অভিজ্ঞতাৰ ওপৰতে সাহিত্য-দৰ্শন-কাব্যকলাৰ দৰে শিল্পৰ বহুকক্ষবিশিষ্ট বিশাল ইমাৰত প্ৰতিষ্ঠিত। বুৰঞ্জীৰ দাপোণতহে জাতিৰ সম্যক আত্মদৰ্শন সম্ভৱ।

দেশক চিনি পাবলৈ, জানিবলৈ হ'লে দেশৰ বুৰঞ্জীৰ লগত পৰিচয় হোৱাটো জৰুৰী। জাতিৰ ৰাজনীতি, অৰ্থনীতি, সমাজনীতি, ধৰ্মনীতি — যিকোনো বিষয় জানিবলৈ হ'লে, শিকিবলৈ হ'লে বুৰঞ্জীৰ অনুশীলন আৰু চৰ্চা অপৰিহাৰ্য। ভাৰতৰ স্বাধীনতা আন্দোলনত বুৰঞ্জীয়েই যোগাইছিল প্ৰেৰণা, দেশপ্ৰেমেৰে উদ্বুদ্ধ কৰিছিল। মণিৰাম দেৱান, কুশল কোঁৱৰৰ দেশপ্ৰেম, লাচিত বৰফুকন, গমধৰ কোঁৱৰৰ স্বাধীনতাপ্ৰিয়তা আৰু শৌৰ্য-বীৰ্যই জাতিৰ মনত যোগাইছিল উৎসাহ-উদ্দীপনা। সতীত্ব আৰু আদৰ্শৰ বাবে জয়মতী, মূলা গাভৰু, কনকলতা আদিৰ আত্মত্যাগ তথা বীৰত্ব গাঁথাই যুগে যুগে আমাৰ নাৰী সমাজক সাহসিকতা আৰু মহান আদৰ্শৰে অনুপ্ৰাণিত কৰি আহিছে। এই বীৰ সন্তানসকলৰ আত্মত্যাগ, স্বাধীনতাৰ বীৰ শ্বহীদসকলৰ আত্মাহুতিয়ে জাতিৰ অন্তৰক গৌৰৱ আৰু মহিমাৰ আলোকেৰে প্ৰজ্জ্বলিত কৰি আহিছে।

অতীতৰ গৌৰৱময় কাহিনী সকলোৰে প্ৰিয়। বুৰঞ্জীয়ে সেই অতীত কাহিনী শুনায়। বুৰঞ্জীৰ অনুশীলন আৰু চৰ্চাৰ জৰিয়তে কেৱল ৰাজনৈতিক জ্ঞান লাভ নহয়, জাতিৰ ক্ৰমবিকাশ আৰু ক্ৰমোন্নতিৰো সম্যক পৰিচয় পোৱা যায়। সেয়ে ইতিহাস বা বুৰঞ্জীৰ পঠন-পাঠন অপৰিহাৰ্য। আমাৰ দৰে আত্মবিস্মৃত জাতিৰ বাবে ইতিহাস সংকলনৰ প্ৰয়োজন সৰ্বাধিক। বুৰঞ্জীৰ অভ্ৰান্ত সত্যোপলব্ধিয়ে জাতিৰ সৰ্বাধিক মোহমুক্তি ঘটাব পাৰে। আনহাতে বুৰঞ্জীৰ অসত্য ঘটনাৱলী, বিকৃত তথ্যই জাতিক বিভ্ৰান্ত কৰিব পাৰে, — জাতীয় জীৱনৰ অশেষ ক্ষতি সাধনো কৰিব পাৰে। সেয়ে বুৰঞ্জীপ্ৰণেতাৰ দায়িত্ব আৰু কৰণীয় বহুখিনি আছে। এখন বুৰঞ্জীপ্ৰণেতা সত্যদ্ৰষ্টা ঋষিৰ দৰে সত্যানুসন্ধানৰ কঠোৰ সাধনাত ব্ৰতী হ'বলগীয়া হয়। সেইদৰে ইতিহাসৰ উপাদানসমূহ বিজ্ঞানসন্মত পদ্ধতিৰে লিপিৱদ্ধ হোৱা আৱশ্যক।

**বুৰঞ্জীৰ শিক্ষা**

বুৰঞ্জী পাঠে আমাক অজান তথ্যৰ সন্ধান দিয়ে। অপৰিচিতৰ লগত পৰিচয় কৰায়, লগতে জনায়, অতীতত কি আছিল, বৰ্তমানে কি হৈছে আৰু সতৰ্ক নহ'লে ভৱিষ্যতে কি শোচনীয় পৰিণতি হ'ব পাৰে। প্ৰথম আৰু দ্বিতীয় মহাসমৰৰ বীভৎস ধ্বংসলীলাৰ ইতিহাসে বিশ্ববাসীক সজাগ আৰু সতৰ্ক নকৰা হ'লে হয়তো অতদিনে তৃতীয় মহাসমৰৰ লেলিহান শিখাত এই সুন্দৰ পৃথিৱী, তাৰ সভ্যতা-সংস্কৃতি শ্মশানত পৰিণত হ'লহেঁতেন। অতীতৰ শোষণ-শাসন, উৎপীড়ন-অত্যাচাৰ যে মানুহৰ বাবে দুখ-দুৰ্গতিৰ কাৰণ হৈছিল, ইতিহাসৰ পৰা মানুহে সেই শিক্ষা লাভ কৰিছে, সেইবোৰ ঘটনাৰ যাতে পুনাৰবৃত্তি নহয় তাৰ প্ৰতিও মানুহ সজাগ হৈছে। বুৰঞ্জীয়ে আমাক আৰু শিকাইছে

যে শক্তি আৰু অহংকাৰত মত্ত হৈ কোনেও অমৰত্ব অৰ্জন কৰিব পৰা নাই, মহাকালৰ সোঁতত সেই সকলো অৱলুপ্ত হৈছে। বৃহত্তৰ মানৱ কল্যাণৰ মহান আদৰ্শৰে যিসকল নিজ কৰ্মত ব্ৰতী হৈছে ইতিহাসত তেওঁলোকেহে লাভ কৰিছে অক্ষয় স্থান।

**সামৰণি**

ইতিহাস যুগ-যুগান্তৰৰ অনিৰ্বাণ ধ্ৰুৱতৰা। বুৰঞ্জীৰ জ্যোতিৰ্ময় আলোক শিখা অভ্ৰান্ত পথৰ পথ প্ৰদৰ্শক, সুন্দৰতম জীৱনৰ পথিকৃৎ। সুখত-দুখত, সুদিন-দুৰ্দিনত ইতিহাসেই মানুহক পথ দেখুৱাই আহিছে। বুৰঞ্জী মৃত নহয়, তাৰ শিক্ষা ব্যৰ্থ নহয়, মিছা নহয়, — সেয়ে বুৰঞ্জীৰ চৰ্চা আৰু অনুশীলন আটাইৰে বাবে অপৰিহাৰ্য।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ ইতিহাস অধ্যয়ন

# বিজ্ঞাপন আৰু আধুনিক জীৱন

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ক্ৰেতা-বিক্ৰেতাৰ সংযোগ স্থাপন - বিজ্ঞাপনৰ ৰূপ-বৈচিত্ৰ্য - সামৰণি

---

**ভূমিকা**

বিজ্ঞাপনৰ অভিধানিক অৰ্থ হ'ল জাননী। অৱশ্যে এই জাননী কোনো তত্ত্ব বা তথ্যৰ পৰিচিতি নহয, কোনো ঘটনাৰ বিৱৰণ নহয়, কোনো ঐতিহ্য আৰু সংস্কৃতিৰ ইতিকথা নহয, ই হ'ল মূলতঃ ব্যৱসায়িক স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি পণ্য সামগ্ৰীক গ্ৰাহকৰ দৃষ্টিগোচৰ কৰা। ভোগ্যপণ্যসমৃদ্ধ আধুনিক জীৱন-যাত্ৰাত বিজ্ঞাপনৰ বিশিষ্ট ভূমিকা আছে। বিজ্ঞাপন আধুনিক বাণিজ্যৰ প্ৰসাধন। বিজ্ঞাপনে বাণিজ্যিক-পণ্যক সুশোভন, শিল্পসন্মত ৰূপ প্ৰদান কৰি গ্ৰাহক- ক্ৰেতাৰ বাবে আকৰ্ষণীয় কৰি তোলে। অতীজত বেপাৰ-বাণিজ্য আছিল সীমিত, সহজ আৰু জটিলতাযুক্ত। আধুনিক কালত বাণিজ্যই সেই সংকীৰ্ণ পৰিধি চেৰাই বিশ্বজুৰি প্ৰসাৰিত হৈ পৰিছে। ফলত, ব্যৱসায়-বাণিজ্যত আৰম্ভ হৈছে ৰুদ্ধশ্বাস প্ৰতিযোগিতা। পণ্যৰ গুণগত মানৰ প্ৰচাৰৰ জৰিয়তে এই প্ৰতিযোগিতাত জয়লাভৰ বাবে ব্যৱসায়ীসকলে অস্ত্ৰ হিচাপে লৈছে বিজ্ঞাপনক।

তীব্ৰ প্ৰতিযোগিতা আধুনিক ব্যৱসায়-বাণিজ্যৰ বিশেষ চৰিত্ৰ। প্ৰতিজন ব্যৱসায়ীয়ে বিচাৰে বাণিজ্য জগতত তেওঁৰ একাধিপত্য প্ৰতিষ্ঠা হওক, লাভৰ পৰিমাণ বৃদ্ধি হওক। বিজ্ঞাপন ব্যৱসায়ীসকলৰ সফলতাৰ অস্ত্ৰ। ব্যৱসায়-বাণিজ্যৰ জগতখনত বিজ্ঞাপনৰ মূল কাম দুবিধ ঃ ১ পণ্যৰ উপযোগিতা প্ৰচাৰ কৰি তাৰ চাহিদা বৃদ্ধি কৰা , ২ গ্ৰাহকৰ ওচৰত পণ্যৰ অস্তিত্ব আৰু শ্ৰেষ্ঠত্ব উপস্থাপন। অৰ্থাৎ, বিজ্ঞাপনৰ ঘাই কাম হ'ল চাহিদা সৃষ্টি আৰু

চাহিদা-বৃদ্ধি। শিল্পৰ প্ৰতি মানুহৰ সহজাত আকৰ্ষণৰ বাবেই মানুহৰ মন বিশেষ বিশেষ পণ্যৰ শৈল্পিক আৱেদনত মুগ্ধ হয় আৰু তাৰ জাকজমকীয় প্ৰচাৰৰ প্ৰতি আকৃষ্ট হৈ পৰে। সেই সুযোগতে ব্যৱসায়ীসকলে প্ৰতিযোগিতাত জয়লাভ কৰে আৰু লাভৰ অংক বাঢ়িবলৈ ধৰে।

**ক্ৰেতা-বিক্ৰেতাৰ সংযোগ স্থাপন**

বৰ্তমান বাণিজ্য-জগতত বিজ্ঞাপনৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ বুলি বিবেচিত হৈছে। বিজ্ঞানৰ ন ন পৰীক্ষা-নিৰীক্ষাৰ ফলত ন ন পণ্যৰ আৱিৰ্ভাৱ আৰু পুৰণা পণ্যৰ ন-ৰূপায়ণ সম্ভৱ হৈছে। সেই সংবাদ গ্ৰাহক-ক্ৰেতাৰ অৱগত কৰোৱাৰ দায়িত্ব গ্ৰহণ কৰিছে বিজ্ঞাপনে। শিল্প-সুষমাৰ সহায়ত বিজ্ঞাপনে মানুহৰ দৃষ্টি আকৰ্ষণ কৰাৰ লগতে মন আৰু সিদ্ধান্তক প্ৰভাৱিত কৰে। ক্ৰেতা-বিক্ৰেতাৰ মাজৰ দূৰত্ব কমাই আনি বিজ্ঞাপনে স্থাপন কৰে সংযোগৰ সেতু। সেইদৰে ন ন পণ্যৰ সংবাদ আৰু তাৰ গুণ-গৰিমা প্ৰচাৰ কৰি বিজ্ঞাপনে মানুহৰ ৰুচি আৰু জীৱন-ধাৰণৰ মান উন্নত কৰি তোলে।

**বিজ্ঞাপনৰ ৰূপ-বৈচিত্ৰ্য**

আদিতে বিজ্ঞাপন আছিল মৌখিক। তাৰ পাছত নিত্য-নতুন বৈজ্ঞানিক আৱিষ্কাৰে বিজ্ঞাপনৰ জগতখনলৈও বৈচিত্ৰ্য আনিলে। ছপাশালৰ আৱিৰ্ভাৱৰ লগে লগে চৌপাশে বিয়পি পৰিল ইস্তাহাৰ, প্ৰচাৰ-পত্ৰ, প্ৰচাৰ-পুস্তিকা। তাৰ পাছত আহিল ছাইন বোৰ্ড আৰু লাউড স্পীকাৰ, ক্ৰমে চলচ্চিত্ৰ আৰু প্ৰদৰ্শনীৰ ফাঁকে ফাঁকে শ্লাইড আদিৰ জৰিয়তে বিজ্ঞাপন প্ৰচাৰৰ ব্যৱস্থা ওলাল। তাৰ পাছত আহিল সংবাদপত্ৰ, আলোচনী আদিত বিজ্ঞাপন প্ৰকাশৰ পৰম্পৰা। আধুনিক কালত উল্লিখিত মাধ্যমবোৰৰ লগতে নতুন মাধ্যমৰূপে সক্ৰিয় ভূমিকা লৈছে টেলিভিছন আৰু ৰেডিঅ'ই। একেদৰে সভা-সমিতি, খেল-পথাৰ, গীত-নৃত্যৰ অনুষ্ঠান আদিত পণ্যৰ নমুনা আৰু নানা আকৰ্ষণীয় উপহাৰ বিলি কৰি বিজ্ঞাপন কৰা হয়।

এনেদৰে বিজ্ঞাপন যেন আমাৰ দৈনন্দিন জীৱনৰ অপৰিহাৰ্য অংগ হৈ পৰিছে। দৈনন্দিন জীৱনৰ নানান সামগ্ৰী কিনাৰ সময়ত মানুহ বিজ্ঞাপনৰ দ্বাৰা প্ৰভাৱিত হৈছে। টেলিভিছন, ফ্ৰীজ আদিৰ উপৰি চাবোন, টুথপেষ্ট, ৰন্ধা-বঢ়াত ব্যৱহৃত মচলা, কাপোৰ-কানি, ব্লেড, ছেভিং ক্ৰীম, পাউদাৰ, চুলিত ঘঁহা তেল, শিশু খাদ্য আদি দৈনন্দিন ব্যৱহাৰ্য অলেখ সামগ্ৰীৰ বিজ্ঞাপন সৰ্বত্ৰ আৰু সৰ্বক্ষণ আমৰ চকুত পৰে। এই বিজ্ঞাপনবোৰে যাতে আমাৰ মনত স্থায়ী প্ৰভাৱ পেলাব পাৰে, তাৰ বাবে ব্যৱসায়িক গোষ্ঠীবোৰে নানা উপায় অৱলম্বন কৰে। যেনে ঃ টেলিভিছনত একেই পণ্যৰ বিজ্ঞাপন বাৰে বাৰে দেখুওৱা হৈছে, বাতৰিকাকততো তাৰ বিজ্ঞাপন পাছদিনা প্ৰকাশ কৰা হৈছে। গাড়ী-মটৰ-ৰে'ল, বাছ ষ্টেণ্ড, বাট-পথৰ কাষৰ হৰ্ডিং সকলোতে আজি বিজ্ঞাপনে আৱৰি ধৰিছে। সাধাৰণ মানুহ এইবোৰ বিজ্ঞাপনৰদ্বাৰা ইমানেই প্ৰভাৱিত হ'বলৈ ধৰিছে যে, যিমান ভাল সামগ্ৰীয়েই নহওক কিয়, বিজ্ঞাপনত তাক নেদেখিলে তেনে সামগ্ৰী কিনিবলৈ মানুহে ইতস্ততঃ কৰে বা নিকিনে। আনহাতে বাতৰিকাকত, আলোচনী বা টেলিভিছনত পণ্য এবিধৰ বিজ্ঞাপন বাৰে বাৰে দেখাৰ ফলত মানুহে ভাল-বেয়া বিচাৰ নকৰি সেইবিধ সামগ্ৰী কিনিবলৈ

উৎসাহী হয়। বিজ্ঞাপনে মানুহৰ দৈনন্দিন জীৱনত এনে অনেক পণ্যৰ চাহিদা সৃষ্টি কৰে যাৰ হয়তো কোনো প্ৰযোজন নাই বা প্ৰযোজন নিচেই সামান্য। বহু পণ্যৰ লগত ঘোষণা কৰা বিনামূলীয়া উপহাৰৰ আকৰ্ষণত বা লটাৰীৰ লোভতো মানুহে অপ্ৰয়োজনীয় হ'লেও নানা সামগ্ৰী কিনে। এনেদৰে বিজ্ঞাপনে মানুহৰ জীৱনক এনেদৰে প্ৰভাৱিত কৰিছে মানুহৰ বাবে ইয়াৰ মাযাবী আকৰ্ষণৰ পৰা মুক্তি পোৱা সম্ভৱ নহয়।

**সামৰণি**

কোনো সামগ্ৰীৰ উৎপন্ন কৰোতে অথবা বিক্ৰেতাৰ বাবে বিজ্ঞাপন অপৰিহাৰ্য। কোনো পণ্য বিক্ৰীৰ বাবেও বিজ্ঞাপন প্ৰযোজনীয়। বিজ্ঞাপনৰ জৰিয়তে, মানুহে কোনো পণ্য সম্পৰ্কে জানিব পাৰে, সেই জনোৱাৰ দায়িত্ব উৎপাদন কৰোতা বা বিক্ৰেতাৰ। বিজ্ঞাপনৰ জৰিযতে গ্ৰাহকে কোনো পণ্যৰ অস্তিত্ব সম্পৰ্কে জানিব পাৰে। তাৰ গুণাগুণ সম্পৰ্কেও অৱগত হয়, পণ্যবিধৰ দৈনন্দিন জীৱনত কিমান প্ৰয়োজন সেই সম্পৰ্কে বুজাতো গ্ৰাহকক বিজ্ঞাপনে সহায় কৰে। আনহাতে, একেবিধ পণ্যৰ বিভিন্ন কোম্পানীৰ নানা বিজ্ঞাপনৰ পৰা গ্ৰাহকে বুজিব পাৰে কোনবিধ সামগ্ৰী ভাল বা বেছি ভাল।

বিজ্ঞাপনৰ অৱশ্যে কেতবোৰ ক্ষতিকাৰক দিশো আছে। কেতবোৰ বিজ্ঞাপনৰ অশ্লীল তথা কুৰুচিপূৰ্ণ চিত্ৰাযণ আৰু বাক্য বিন্যাসে তৰল মনক প্ৰভাৱিত কৰে। তথাপি আধুনিক জীৱনৰ পৰা বিজ্ঞাপনক বাদ দিযা অসম্ভৱ। অৱশ্যে বিজ্ঞাপনৰ চাতুৰী সম্পৰ্কে, অতিৰঞ্জন সম্পৰ্কে গ্ৰাহকসকল সতৰ্ক হৈ থাকিব লাগিব। কাৰণ বিজ্ঞাপনৰ ভাষাত সকলো সামগ্ৰীযেই ভাল, সেইবোৰৰ গুণৰ শেষ নাই, কিন্তু বাস্তৱত বহুক্ষেত্ৰত তাৰ বিপৰীতহে দেখা যায়।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ আধুনিক জীৱনত বিজ্ঞাপন ২ বিজ্ঞাপন আৰু দৈনন্দিন জীৱন ৩ আধুনিক জীৱনত বিজ্ঞাপনৰ স্থান

# বন্যপ্ৰাণী সংৰক্ষণ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অৱলুপ্তিৰ কাৰণ - সামৰণি

**ভূমিকা**

কথাতে কয়, 'বনৰ প্ৰাণী ধুনীয়া বনৰ কোলাত, শিশু ধুনীয়া মাতৃ কোলাত।' আৰণ্যক পৰিৱেশ বন্যপ্ৰাণীৰ সৌন্দৰ্য বিকাশৰ যথাৰ্থ ক্ষেত্ৰ , তেনেদৰে বন্যপ্ৰাণী অবিহনে বনৰ সৌন্দৰ্যৰ পূৰ্ণতা অসম্ভৱ। অথচ কাণ্ডজ্ঞানহীন মানুহে সংকীৰ্ণ স্বাৰ্থসিদ্ধিৰ বাবে মাতৃহন্তা পৰশুৰামৰ দৰে মাতৃস্বৰূপা প্ৰকৃতিক হত্যা কৰিবলৈ উদ্যত হৈছে। অৰণ্যৰ বিস্তাৰ কমি আহিছে, লগে লগে বন্যপ্ৰাণীয়ে হেৰুৱাইছে সিহঁতৰ স্বচ্ছন্দ বিহাৰৰ ৰম্যক্ষেত্ৰ অৰণ্য। বন্যপ্ৰাণীৰ নিৰ্বিচাৰে কৰা হত্যাকেন্দ্ৰৰ পৰিণতিত বহু প্ৰাণী বিলুপ্ত হৈ গৈছে।

মানুহে অৱশ্যে আজি পলমকৈ হ'লেও বুজি উঠিছে যে মানৱ জাতিৰ অস্তিত্ব ৰক্ষাৰ বাবেই বন্যপ্ৰাণী সংৰক্ষণ জৰুৰী। কাৰণ সমগ্ৰ জীৱকূল এক অদৃশ্য জৈৱ শৃংখলাৰে বন্ধা। সেয়েহে মানুহেও আজি বুজি উঠিছে মানুহৰ দৰে বন্যপ্ৰাণীৰো জীয়াই থকাৰ অধিকাৰ আছে। তদুপৰি অৰণ্যৰ ওপৰত মানুহতকৈও জীৱ-জন্তুৰ অধিকাৰ বহুত বেছি।

পৃথিৱীৰ কোনো প্ৰাকৃতিক সম্পদেই অফুৰন্ত নহয়। বিভিন্ন খনিজ সম্পদৰ লগতে পানী, বায়ু, মাটি, অৰণ্য, বন্যপ্ৰাণী — এই সকলোৱেই প্ৰাকৃতিক সম্পদ। এই সম্পদবোৰৰ অপচয় আৰু নিৰ্বিচাৰ তথা যধে মধে কৰা ব্যৱহাৰৰ ফলত মানুহ আজি নানা সমস্যাৰ সন্মুখীন হৈছে। জীৱকূলৰ সাৰ্বিক মংগলৰ বাবে প্ৰাকৃতিক সম্পদৰ অপচয় ৰোধ, পৰিচৰ্যা, ৰক্ষণাবেক্ষণ, পুনৰ উদ্ধাৰ আৰু সীমিত ব্যৱহাৰকে সামগ্ৰিকভাৱে সংৰক্ষণ বোলা হয়। বন্যপ্ৰাণী সংৰক্ষণৰ প্ৰাথমিক চৰ্তই হ'ল জৈৱমণ্ডলৰ সুস্বাস্থ্য বৰ্তাই ৰখা। আন কথাত ক'বলৈ গ'লে, জৈৱমণ্ডলৰ সুস্বাস্থ্য অটুট ৰখাৰ বাবেই বন্যপ্ৰাণী সংৰক্ষণ অপৰিহাৰ্য। সংৰক্ষণৰ এই প্ৰসংগটো চাৰিভাগত ভগাই চাব পাৰি ঃ ১ নৈতিক ঃ প্ৰকৃতিৰ সন্তান হিচাপে যদি মানুহৰ বাচি থকাৰ নৈতিক অধিকাৰ আছে, তেন্তে বন্যপ্ৰাণীও সেই অধিকাৰৰ অধিকাৰী, তদুপৰি কোনো বন্যপ্ৰাণীক ধ্বংস কৰাৰ নৈতিক অধিকাৰ মানুহৰ নাই , ২ নান্দনিক ঃ আৰণ্যক পৰিৱেশতহে বন্যপ্ৰাণীৰ সৌন্দৰ্য অনুপম। চিৰিয়াখানাত এই সৌন্দৰ্য পোৱা নাযায়। অৰণ্যত বিচৰণ কৰা বন্যপ্ৰাণীৰ সৌন্দৰ্য উপভোগৰ বাবেইতো মানুহ অৰণ্য দৰ্শনৰ বাবে যায়। বন্যপ্ৰাণীৰ এই নান্দনিক দিশটো উপেক্ষা কৰিব নোৱাৰি। ৩ অৰ্থনৈতিক ঃ আমাৰ দেশৰ পৰ্যটন শিল্পৰ এক বুজন অংশ বনভিত্তিক। নান্দনিক কাৰণতেই বনভিত্তিক পৰ্যটনৰ প্ৰতি মানুহৰ আকৰ্ষণ বেছি। ৰাষ্ট্ৰীয় উদ্যান, অভযাৰণ্য আদিত ভ্ৰমণ কৰা পৰ্যটকৰ বাবে দেশে এক বৃহৎ পৰিমাণৰ ৰাজহ উপাৰ্জন কৰে। এনেদৰে বন পৰ্যটনৰ পৰা চৰকাৰে কোটি কোটি টকা লাভ কৰিবলৈ সক্ষম হৈছে। ৪ বৈজ্ঞানিক ঃ জৈৱমণ্ডলৰ প্ৰতিটো জীৱই এক অদৃশ্য বান্ধোনেৰে বন্ধা। যিকোনো প্ৰাণীৰ অৱলুপ্তি আন বহু প্ৰাণীৰ ক্ষতিৰ কাৰণ হ'ব পাৰে। মানুহে যদি বিজ্ঞানপ্ৰদত্ত অস্ত্ৰৰ প্ৰয়োগেৰে বন্য প্ৰাণীৰ জীয়াই থকাৰ অধিকাৰ কাঢ়ি লয়, তেন্তে প্ৰত্যক্ষ বা পৰোক্ষভাৱে এদিন মানুহে নিজৰ বাচি থকা অধিকাৰো হেৰুৱাব।

**অৱলুপ্তিৰ কাৰণ**

পৃথিৱীৰ বিভিন্ন প্ৰজাতিৰ বন্যপ্ৰাণীৰ দ্ৰুত অৱলুপ্তি ঘটিছে। নিম্নোক্ত কাৰককেইটাকে এই অৱলুপ্তিৰ বাবে জগৰীযা যেন আমাৰ বোধ হয়। ১ নিৰ্বিচাৰ অৰণ্যহনন, ২ মানুহৰ স্বাৰ্থসিদ্ধিৰ বাবে নিৰ্বিচাৰ বন্য প্ৰাণী নিধন, ৩ অৰণ্য সংকুচিত হৈ অহাৰ ফলত বন্যপ্ৰাণীৰ বাবে খাদ্যৰ অভাৱ, ৪ চোৰাং চিকাৰ আৰু চোৰাং ব্যৱসায়ীৰ দৌৰাত্ম্য আৰু ৫ দূষিত পৰিৱেশ, বন্যপ্ৰাণীৰ বিচৰণভূমি হ্ৰাস, জৈৱমণ্ডলৰ ভাৰসাম্যহীনতা।

বন্যপ্ৰাণীৰ সংৰক্ষণৰ বাবে চিন্তা কৰা প্ৰথমজন মানুহ আছিল মাৰ্কিন শিল্পী আৰু লেখক জৰ্জ কেটলিন। বন্যপ্ৰাণী সংৰক্ষণৰ বাবে ৰাষ্ট্ৰীয় উদ্যান মুকলি কৰাৰ প্ৰস্তাৱো দিছিল কেটলিনে। তেওঁৰ উদ্যোগতে ১৮৭২ চনত আমেৰিকাত বিশ্বৰ প্ৰথমখন ৰাষ্ট্ৰীয়

উদ্যান মুকলি কৰা হয়। ক্ৰমে বন্যপ্ৰাণী সংৰক্ষণৰ বিষযটো বিশ্বৰ প্ৰতিখন দেশেই বিশেষ গুৰুত্ব সহকাৰে গ্ৰহণ কৰে আৰু সেইমৰ্মে কঠোৰ আইন আদিও প্ৰণযন কৰে। ভাৰতত্তো ৰাষ্ট্ৰীয় উদ্যান, অভয়াৰণ্য, ব্যাঘ্ৰ প্ৰকল্প আদিৰ জৰিয়তে বন্যপ্ৰাণী সংৰক্ষণত বিশেষ গুৰুত্ব আৰোপ কৰা হৈছে। চৰকাৰীভাৱে ৰাষ্ট্ৰীয় বননীতিও ঘোষণা কৰা হৈছে। কিন্তু ই সম্পূৰ্ণৰূপে ফলদায়ক এতিযাও হোৱা নাই। প্ৰতিবছৰে ভাৰতত ১৪ লাখ হেক্টৰ বনভূমি নিঃশেষ হয। বৃক্ষৰোপণৰ জৰিযতে তাৰ মাত্ৰ আধা অংশহে পূৰণ কৰিব পৰা গৈছে।

**সামৰণি**

পৃথিৱীত এতিযালৈকে ১৫ লাখ প্ৰজাতিৰ প্ৰাণী আৰু উদ্ভিদ চিনাক্ত কৰা হৈছে। বিজ্ঞানীসকলৰ মতে পৃথিৱীত চিনাকি-অচিনাকি প্ৰাণী আৰু উদ্ভিদৰ সংখ্যা এক কোটিৰো বেছি। ভাৰতৰ বনাঞ্চলত ২০০০ প্ৰজাতিৰ চৰাই, ৩৫০ প্ৰজাতিৰ স্তন্যপায়ী প্ৰাণী, ৩০ হাজাৰ প্ৰজাতিৰ পোক-পতংগ, ৫০০ ৰো অধিক প্ৰজাতিৰ উভচৰ প্ৰাণী, সৰীসৃপ আৰু মাছৰ বসতি। কিন্তু দুৰ্ভাগ্যৰ কথা, ভাৰতত ইযাৰ মাত্ৰ ৩-৪ শতাংশহে সংৰক্ষণৰ ব্যৱস্থা কৰা হৈছে। সেয়েহে বন্যপ্ৰাণী আৰু বনজ সম্পদৰ সংৰক্ষণৰ বাবে এক জনজাগৰণ বৰ জৰুৰী হৈ পৰিছে। চৰকাৰী-বেচৰকাৰী সকলো পক্ষৰে সক্ৰিয় সহযোগ আৰু সচেতনতা অবিহনে বন্যপ্ৰাণী সংৰক্ষণ প্ৰক্ৰিযাৰ সম্পূৰ্ণ সফলতা অসম্ভৱ।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ বন আৰু বন্যপ্ৰাণী সংৰক্ষণৰ প্ৰয়োজনীয়তা ২ পৰিৱেশৰ পৰিচৰ্যাত বন আৰু বন্যপ্ৰাণী।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - প্ৰতিবন্ধীৰ সমস্যা - প্ৰতিবন্ধীৰ পৰিসংখ্যা আৰু ভাৰত - সামৰণি

# প্ৰতিবন্ধীৰ প্ৰতি কৰ্তব্য

**ভূমিকা**

দেহ-মন-প্ৰাণ-আত্মাৰে হয় এজন পূৰ্ণাংগ মানুহ। মাতৃগৰ্ভৰ পৰা জন্মলাভ কৰে এটি সপ্ৰাণ শিশুৱে। যিহেতু শিশুটি সজীৱ, সেযে তাৰ প্ৰাণৰ অস্তিত্ব প্ৰশ্নাতীত। আকৌ, প্ৰাণৰ গভীৰতাত আত্মাৰ অৱস্থিতিৰ বিষয়ে সন্দেহৰ অৱকাশ নাই। কিন্তু দেহৰ বা মনৰ দিশৰ পৰা মূক, বধিৰ, পংগু, দৃষ্টিহীন, দুৰ্বল বা জড়বুদ্ধিসম্পন্ন হ'লে সেই শিশুক আমি কওঁ প্ৰতিবন্ধী। অৰ্থাৎ, দৈহিক বা মানসিক প্ৰতিবন্ধকতা বা বাধাই মানুহক প্ৰতিবন্ধী কৰি তোলে। মানুহ জন্মগত কাৰণত প্ৰতিবন্ধী হ'ব পাৰে, পোলিঅ', বসন্ত, টাইফয়েডৰ দৰে সংক্ৰামক ব্যাধিৰ ফলত প্ৰতিবন্ধী হ'ব পাৰে। অপুষ্টি, দুৰ্ঘটনা আদিও প্ৰতিবন্ধী হোৱাৰ কাৰণ। শিশু অৱস্থাতে যে মানুহ প্ৰতিবন্ধী হয় তেনে নহয়, যিকোনো বয়সতে মানুহ এই দুৰ্ভাগ্যৰ কবলত পৰিব পাৰে।

১৯৮১ চনত ৰাষ্ট্ৰসংঘৰ আহ্বানত বিশ্বব্যাপী আন্তৰ্জাতিক প্ৰতিবন্ধী বৰ্ষ পালন কৰা হয়। এই বৰ্ষ উদযাপনৰ উদ্দেশ্য হ'ল সমাজৰ এই অৱহেলিত, অনাদৃতসকলৰ প্ৰতি

বিশ্ববাসীৰ দৃষ্টি আকৰ্ষণ কৰা, তেওঁলোকক জীয়াই থকা যথোচিত সুবিধা আৰু অধিকাৰ প্ৰদান কৰা আৰু সুস্থ স্বাভাৱিক মানুহৰ দৰে প্ৰতিবন্ধীসকলকো সমাজৰ অংশীদাৰ কৰা। প্ৰতিবন্ধীসকল যে দয়াৰ পাত্ৰ নহয়, দেশৰ নাগৰিক হিচাপে তেওঁলোকৰো যে প্ৰতিষ্ঠিত হোৱাৰ ন্যায্য অধিকাৰ আছে, তেওঁলোকেও যে সুযোগ-সুবিধা পালে অনায়াসে সাফল্যৰ শীৰ্ষত আৰোহণ কৰিব পাৰে — এই বোধ, এই আন্তৰিকতা, এই প্ৰয়াস-প্ৰচেষ্টা জনসাধাৰণৰ মাজত জগাই তোলাটোও আন্তৰ্জাতিক প্ৰতিবন্ধী বৰ্ষৰ অন্যতম উদ্দেশ্য আছিল।

**প্ৰতিবন্ধীৰ সমস্যা**

প্ৰতিবন্ধীসকলৰ জীৱন দুখৰ, কষ্টকৰ। প্ৰতিবন্ধী হোৱা বাবে ব্যক্তিজীৱনৰ পদে পদে তেওঁলোক সন্মুখীন হয় নানান বাধাৰ। স্বাভাৱিক মানুহৰ দৰে স্বচ্ছন্দে এওঁলোকে জীৱন-পথত আগবাঢ়িব নোৱাৰে। জীৱনটো তেওঁলোকৰ বাবে বোজাস্বৰূপ হৈ পৰে। পৰিয়ালৰ লোকসকলেও তেওঁলোকক দুৰাৰোগ্য ব্যাধিৰ দৰে হেয় জ্ঞান কৰে। পৰিয়ালে তেওঁলোকক ত্যাগ কৰিবও নোৱাৰে, আনহাতে আৰ্থিক দুৰৱস্থাৰ বাবে বহু পৰিয়ালে প্ৰতিবন্ধী সদস্যক যথোপযুক্ত চিকিৎসা প্ৰদান কৰিব নোৱাৰে , একে কাৰণতে শিক্ষা বা প্ৰশিক্ষণ দি উপযুক্ত কৰি তোলাতো অপাৰগ হয়। পৰিণতিত প্ৰতিবন্ধীসকল পৰিয়ালৰ বাবে সমস্যা হৈ পৰে। সকলোৰে দয়া, কৃপা আৰু কৰুণাৰ ওপৰত নিৰ্ভৰ কৰি তেওঁলোক বাচি থাকিবলগীয়া হয়। সমাজতো এওঁলোকে অবাধে ঠাই নাপায়। বহু প্ৰতিবন্ধীৰ কোনো সামাজিক স্বীকৃতিও নাই। সামাজিক পুনৰ্বাসনো নহয় বহু প্ৰতিবন্ধীৰ।

প্ৰতিবন্ধীসকলৰ প্ৰতি দেশ আৰু জাতিৰ কৰণীয় বহু কাম আছে। প্ৰতিবন্ধীৰ জীৱনক লৈ সভা-সমিতি, আলোচনাচক্ৰ, বক্তৃতাৰ ফুলজাৰি বা সহানুভূতিসূচক কথা-বতৰা ক'লেই সমস্যাৰ সমাধান নহয়। ইয়াৰ বাবে সৰ্বত্ৰ লাগিব আন্তৰিক প্ৰয়াস। এই দুৰ্ভগীয়া লোকসকলৰ দুখ-বেদনাক অন্তৰেৰে অনুভৱ কৰিব পাৰিলে তেওঁলোকৰ বাবে সাহায্য-সহযোগিতাৰ দুৱাৰ আপোনা-আপুনি মুকলি হৈ যাব।

**প্ৰতিবন্ধীৰ পৰিসংখ্যা আৰু ভাৰত**

বিভিন্ন আন্তৰ্জাতিক সংস্থাৰ পৰিসংখ্যা অনুযায়ী বৰ্তমান বিশ্বত প্ৰতিবন্ধীৰ সংখ্যা প্ৰায় ৫০ কোটি। ইয়াৰে এক-চতুৰ্থাংশ শিশু। ভাৰতত প্ৰতিবন্ধীৰ সংখ্যা প্ৰায় ছয় কোটি। এই সংখ্যা বাঢ়িহে আছে। ৰাষ্ট্ৰসংঘই প্ৰতিবন্ধী সমস্যা দূৰীকৰণৰ অৰ্থে পাঁচদফীয়া এক নীতি ঘোষণা কৰিছে। এই নীতিত প্ৰতিবন্ধীসকলৰ যথাযোগ্য শিক্ষা আৰু কৰ্ম সংস্থাপনৰ ওপৰত বিশেষ গুৰুত্ব দিয়া হৈছে। প্ৰতিবন্ধীসকলে যাতে মানসিক আৰু দৈহিক বাধা অতিক্ৰম কৰি সমাজত উপযুক্ত মৰ্যাদাৰে প্ৰতিষ্ঠিত হ'ব পাৰে, তাৰ ওপৰতো বিশেষ গুৰুত্ব আৰোপ কৰা হৈছে।

ভাৰততো প্ৰতিবন্ধীসকলৰ বাবে চৰকাৰী-বেচৰকাৰী উদ্যোগত বিভিন্ন আঁচনি গ্ৰহণ কৰা হৈছে। চৰকাৰী চাকৰিত প্ৰতিবন্ধীসকলৰ বাবে দুই শতাংশ সংৰক্ষণৰ ব্যৱস্থা চৰকাৰে কৰিছে। ইয়াৰ উপৰি আছে বিভিন্ন চৰকাৰী অনুদানৰ ব্যৱস্থা। কেন্দ্ৰীয় চৰকাৰে প্ৰতিবন্ধীসকলৰ বাবে কেইবাটিও গঠনমূলক পৰিকল্পনা হাতত লৈছে।

**সামৰণি**

এতিয়ালৈকে প্ৰতিবন্ধীৰ কল্যাণৰ বাবে যিমানবোৰ আঁচনি গ্ৰহণ কৰা হৈছে, সেয়া প্ৰয়োজনৰ তুলনাত নিচেই সামান্য। ভাৰতত প্ৰতিবন্ধীৰ অৱস্থা অতি শোচনীয়। ইয়াৰ বাট-পথত অসংখ্য প্ৰতিবন্ধী সততে চকুত পৰে। তেওঁলোকৰ কাতৰ আৰ্তনাদত আকাশ-বতাহ হৈ উঠে বিষাদ-ভাৰাক্ৰান্ত। আজিও ভাৰতত লাখ লাখ প্ৰতিবন্ধী আনৰ কৃপাপ্ৰাৰ্থী। ভিক্ষাবৃত্তিয়েই এওঁলোকৰ বহুতৰে জীৱন ধাৰণৰ একমাত্ৰ অৱলম্বন। সেয়েহে প্ৰতিবন্ধীসকলৰ প্ৰতি আমাৰ দৃষ্টিভংগী সলনি কৰিব লাগিব , প্ৰতিবন্ধী-কল্যাণত আন্তৰিকতাৰে প্ৰয়াস কৰিব লাগিব , প্ৰতিবন্ধী-কল্যাণৰ বিভিন্ন কাৰ্যসূচীৰ বাস্তৱ আৰু সাৰ্থক ৰূপায়ণত সক্ৰিয় ভূমিকা ল'ব লাগিব। প্ৰতিবন্ধীসকলৰ প্ৰতি আমাৰ নৈতিক দায়িত্ব আৰু মানসিক কৰ্তব্যৰ জৰিয়তে তেতিয়াহে দেশ আৰু জাতিৰ বিপুল ঋণৰ কিছু পৰিমাণে হ'লেও পৰিশোধ কৰিব পাৰিম।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ প্ৰতিবন্ধীসকলৰ সমস্যা আৰু আমাৰ কৰণীয় , ২ প্ৰতিবন্ধীৰ প্ৰতি সাম্প্ৰতিক সমাজ-চেতনা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - দেশে দেশে বন সংৰক্ষণ - ভাৰতত বন সংৰক্ষণ - সামৰণি

# বন সংৰক্ষণ

**ভূমিকা**

এসময়ত পৃথিৱীৰ পৰিৱেশ সমস্ত প্ৰাণীকূলৰ বাবে অনুকূল আছিল। খাদ্য, পানী আৰু বায়ুৰ প্ৰাচুৰ্যই জীৱকূলক বসবাসৰ বাবে এক স্বচ্ছন্দ পৰিৱেশ প্ৰদান কৰিছিল। কিন্তু দ্ৰুত জনসংখ্যা বৃদ্ধিৰ ফলত খাদ্য আৰু বাসস্থানৰ চাহিদাও বৃদ্ধি পাবলৈ ধৰে, ফলত বনভূমিৰ পৰিমাণ কমি আহিবলৈ ধৰে। যি বনভূমিয়ে শীতল ছাঁ দিছিল, যি বনভূমিৰ আশ্ৰয়ত ঋষি-মুনিয়ে ভাৰতৰ শাস্বত সাধনাৰ ৰূপৰেখা নিৰ্মাণ কৰিছিল, সেই বনভূমিকে মানুহে ক্ৰমশঃ ধ্বংস কৰিবলৈ ধৰিলে। যি বনভূমিৰ লগত মানুহৰ অন্তৰৰ ঘনিষ্ঠ সম্পৰ্ক আছিল, সেই বনভূমিক ধ্বংস কৰি প্ৰকৃতিৰ স্নিগ্ধতাক মানুহে নিঃচিহ্ন কৰিছে, পৰিণতিত সৃষ্টি হৈছে শুকান মৰুভূমিৰ, নষ্ট হৈছে মাটিৰ উৰ্বৰতা। নিজৰ সুখ-স্বাচ্ছন্দ্যৰ বাবে মানুহে ভৱিষ্যতে প্ৰজন্মৰ জীৱনক বিপদাপন্ন কৰি তুলিছে।

বনভূমিৰ অস্তিত্ব নাথাকিলে মানুহৰ অস্তিত্বও পৃথিৱীৰ পৰা লুপ্ত হ'ব। বনভূমিয়ে আমাক ইন্ধনৰ যোগান ধৰে। ফল-মুল, উদ্ভিদজাত তেল, বনৌষধি, জৈৱ সাৰ আদি সৰবৰাহ কৰাৰ উপৰি প্ৰকৃতিৰ ভাৰসাম্য ৰক্ষাৰ ক্ষেত্ৰতো বনভূমিৰ অৱদান অনস্বীকাৰ্য। মানুহ আৰু প্ৰকৃতিৰ এই বিচিত্ৰ বান্ধোনৰ বাবেই জীৱকূলৰ অস্তিত্বও ৰক্ষা সম্ভৱ হৈছে। পৰিৱেশ দূষিত হ'লে মানুহৰ জীৱনক ক্ষতিগ্ৰস্ত কৰে। বিজ্ঞানৰ অগ্ৰগতিৰ ফলত বায়ু দূষিত হৈছে। কাৰখানা, শিল্পদ্যোগ, বিমান বন্দৰ, বিভিন্ন প্ৰকাৰৰ যানবাহন বিজ্ঞানৰ

অৱদান। এই কল-কাৰখানাৰ ধোঁৱা-ছাই, যানবাহনৰ পৰা নিৰ্গত ধোঁৱা আদিয়ে প্ৰতিদিনে দূষিত কৰিছে আমাৰ বায়ুমণ্ডল। এনে পৰিস্থিতিত বন সংৰক্ষণ আৰু বৃক্ষৰোপণ অতি প্ৰয়োজনীয় হৈ পৰিছে।

### দেশে দেশে বন সংৰক্ষণ

পৰিৱেশক প্ৰদূষণ মুক্ত কৰাৰ উদ্দেশ্যে ৰাষ্ট্ৰসংঘই ১৯৭২ চনৰ পৰা ৫ জুনৰ দিনটোক বিশ্ব পৰিৱেশ দিৱসৰূপে পালন কৰি আহিছে। বৰ্তমানে পৃথিৱীৰ প্ৰতিখন দেশতে বন সংৰক্ষণৰ বিষয়টোৱে অগ্ৰাধিকাৰ লাভ কৰিছে। মানুহৰ লোভ আৰু লালসাৰ চিকাৰ হৈছে বনভূমি। সেয়েহে ভাৰতকে ধৰি অধিকাংশ দেশতে বন সংৰক্ষণৰ বাবে কঠোৰ আইন প্ৰণয়ন কৰা হৈছে। জীৱকূলক ৰক্ষাৰ বাবে পৃথিৱীৰ অসংখ্য বনভূমিক সংৰক্ষিত বনাঞ্চলৰূপে ঘোষণা কৰা হৈছে। একেদৰে দুৰ্লভ পশু-পক্ষীৰ সংৰক্ষণ তথা অবাধ বিচৰণৰ বাবেও নিৰ্মাণ কৰা হৈছে সংৰক্ষিত বনাঞ্চল, অভয়াৰণ্য আৰু ৰাষ্ট্ৰীয় উদ্যানৰ। ভাৰততো বন সংৰক্ষণৰ বাবে ব্যাপক হাৰত উদ্যোগ লোৱা হৈছে। বন সংৰক্ষণৰ বাবে প্ৰণয়ন কৰা হৈছে কেইবাখনো কঠোৰ আইন। সমান্তৰালভাৱে নতুন নতুন বৃক্ষৰোপণৰো ব্যৱস্থা কৰা হৈছে।

### ভাৰতত বন সংৰক্ষণ

ভাৰতত বন সংৰক্ষণৰ বাবে কেন্দ্ৰীয় আৰু সকলো ৰাজ্য চৰকাৰে সমধিক গুৰুত্ব আৰোপ কৰিছে। বন গৱেষণাৰ বাবে দেৰাডুনত স্থাপন কৰা হৈছে ফৰেষ্ট ৰিছাৰ্চ ইনষ্টিটিউট। সমগ্ৰ ভাৰততে সম্প্ৰতি ৯১ খন ৰাষ্ট্ৰীয উদ্যান, প্ৰায ৪০০খন অভযাৰণ্য আৰু ১৮ টা ব্যাঘ্ৰ প্ৰকল্প আছে। একেদৰে গঢ়ি তোলা হৈছে কেইবাখনো পক্ষী অভযাৰণ্য। ইযাৰ ভিতৰত অসমৰ কাজিৰঙা ৰাষ্ট্ৰীয উদ্যান আৰু ব্যাঘ্ৰ প্ৰকল্প, মানাহ ৰাষ্ট্ৰীয় উদ্যান আৰু ব্যাঘ্ৰ প্ৰকল্প, ওৰাং ৰাষ্ট্ৰীয উদ্যান, নামেৰী ৰাষ্ট্ৰীয উদ্যান আদি উল্লেখযোগ্য। ভাৰত চৰকাৰে পলমকৈ হ'লেও বন সংৰক্ষণ আৰু বৃক্ষৰোপণৰ গুৰুত্ব অনুধাবন কৰাটো আশাপ্ৰদ কথা। পঞ্চাযতৰ জৰিযতেও দেশজুৰি বৃক্ষৰোপণ আৰু বন সংৰক্ষণৰ বিশেষ ব্যৱস্থা হাতত লোৱা হৈছে। ১৯৫০ চনৰ পৰা ভাৰতত বন সংৰক্ষণ আৰু বৃক্ষৰোপণৰ উদ্দেশ্যে 'বন মহোৎসৱ' কাৰ্যসূচীও সফলতাৰে পালন কৰি অহা হৈছে। চৰকাৰে বৰ্তমান চৰকাৰী বিভিন্ন প্ৰচাৰ মাধ্যমৰ জৰিযতে বন সংৰক্ষণ সম্পৰ্কে জনসাধাৰণক সচেতন কৰাৰ বাবে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে। সমগ্ৰ ভাৰতব্যাপি চহৰে-নগৰে, বাটে-ঘাটে ব্যাপক প্ৰচাৰ চলোৱা হৈছে। চৰকাৰী-বেচৰকাৰী বিভিন্ন প্ৰতিষ্ঠানেও বন সৰংক্ষণৰ তাৎপৰ্য ব্যাখ্যা কৰি বিভিন্ন বিজ্ঞাপনৰ ব্যৱস্থা কৰিছে।

কোনো এখন দেশৰ মুঠ মাটিকালিৰ অন্ততঃ ৩৩ শতাংশ বনাঞ্চল থকা প্ৰয়োজন। কিন্তু ভাৰতত এই পৰিমাণ মাত্ৰ ২২.৭ শতাংশ। ১৯৫২ চনৰ বন সংৰক্ষণ নীতি অনুসৰি ভাৰতৰ মুঠ মাটিকালিৰ তিনিভাগৰ এভাগ বনাঞ্চল হোৱা উচিত। বৰ্তমান অৱশ্যে ভাৰতৰ বনাঞ্চলৰ ৫২ ভাগ চৰকাৰী নিয়ন্ত্ৰণাধীন। চৰকাৰী-বেচৰকাৰী উদ্যোগত ভাৰতত বন সংৰক্ষণ আৰু বৃক্ষৰোপণৰ এক নতুন অধ্যায় ৰচনা হৈছে। মানুহো ক্ৰমশঃ

অৰণ্যৰ উপকাৰিতা সম্পৰ্কে সজাগ হৈছে। সেযে সৰ্বত্ৰ আজি উচ্চাৰিত হ'বলৈ লৈছে 'এক বৃক্ষ এক প্ৰাণ'।

**সামৰণি**

এজন মানুহে সুস্থভাৱে বাচি থাকিবলৈ হ'লেও কমেও ৩৫ জোপা গছৰ প্ৰয়োজন। অৰ্থাৎ, জনে প্ৰতি ৩৫ জোপা গছ লাগে। খৰাং তথা বানপানীৰ পৰা মুক্তি পাবৰ বাবেও অধিক বৃক্ষ ৰোপণৰ প্ৰয়োজন। মানুহ পৃথিৱীত বাচি নাথাকিলে সকলো বৃথা। মানৱ তথা সমগ্ৰ জীৱকূলৰ নিৰাপত্তাৰ বাবেই আজি প্ৰযোজন হৈ পৰিছে বন সংৰক্ষণ আৰু বৃক্ষৰোপণৰ। সেয়েহে মানুহে অৰণ্যক আপোন কৰি ল'বই লাগিব। বন ধ্বংস কৰি মানৱ সভ্যতা টিকি থাকিব নোৱাৰে।

***লগতে চাওক ঃ এক বৃক্ষ এক প্ৰাণ, গছ থাকিলেহে মানুহ থাকিব***

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ বন সংৰক্ষণৰ প্ৰয়োজনীয়তা ২ বন সংৰক্ষণ আৰু বৃক্ষৰোপণ

# প্ৰাপ্তবয়স্ক শিক্ষা আঁচনি

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বিশ্ব সাক্ষৰতা বৰ্ষ উৎযাপনৰ তাৎপৰ্য - সামৰণি

শিক্ষাই মানুহৰ আত্মাৰ জ্ঞানক পোহৰ কৰি ৰাখে। শিক্ষাই মানুহৰ বুদ্ধি, সংযমী, ন্যায় তথা সজগুণবোৰৰ বিকাশ সাধন কৰে।

— **প্লেটো**

**ভূমিকা**

শিক্ষাই জাতিৰ মেৰুদণ্ড। ই মানৱ সভ্যতাৰ সৰ্বাত্মক উন্নতিৰ সোপান। কিন্তু আমাৰ দেশৰ অধিকাংশ মানুহ স্বাধীনতা লাভৰ তিনিকুৰি বছৰৰ পাছতো নিৰক্ষৰ। ই অতি দুৰ্ভাগ্যজনক কথা। সম্প্ৰতি জ্ঞান-বিজ্ঞানৰ অভাৱনীয় উন্নতিৰ দিনত কোনো লোক জ্ঞান লাভৰ পৰা বঞ্চিত হৈ থাকিব এই কথা ভাবিবই নোৱাৰি। বৰ্তমান কৃষি, শিল্প আদি যিকোনো ক্ষেত্ৰতে যন্ত্ৰপাতি আৰু বৈজ্ঞানিক প্ৰক্ৰিয়াৰ এনে সূক্ষ্ম আৰু নিপুণ প্ৰয়োগ অত্যাৱশ্যক যে সেই সংক্ৰান্তিয় প্ৰশিক্ষণ বা বিশেষ শিক্ষা একান্ত প্ৰয়োজন। সেয়ে সাক্ষৰতাৰ সংখ্যাগত বৃদ্ধি প্ৰাপ্তবয়স্ক শিক্ষাৰ একমাত্ৰ লক্ষ্য হোৱা উচিত নহয়। জীৱনৰ বাস্তৱ প্ৰতিযোগিতাৰ লগত সামঞ্জস্য ৰাখি নিৰক্ষৰ প্ৰাপ্তবয়স্ক নাৰী-পুৰুষক শিক্ষিত কৰাৰ ফালেও চকু দিয়া দৰকাৰ। এই প্ৰাপ্তবযস্ক শিক্ষাৰ্থীসকল সমাজত অৱহেলিত। লিখা-পঢ়াৰ জ্ঞানৰ পৰা বঞ্চিত হ'লেও এওঁলোক সমাজ-সংসাৰৰ পঢ়াশালিৰ অভিজ্ঞ মানুহ, শোষণ-বঞ্চনাৰ মাজত দিন নিয়াই কঠোৰ বাস্তৱৰ লগত পৰিচিত। সেয়ে এনে লোকৰ

বাবে শিক্ষা হ'ব লাগিব মুক্তিকামী শিক্ষা। উন্নয়নৰ মূলকেন্দ্রক সক্রিয় কৰি বৃহত্তৰ জীৱন স্ৰোতত চামিল কৰাই প্ৰাপ্তবয়স্ক শিক্ষা কৰ্মসূচীৰ অন্যতম উপযোগিতা।

শিক্ষায়তনত যি বিধিবদ্ধ বা প্রথাগত শিক্ষাব্যৱস্থাৰ প্ৰচলন আছে প্ৰাপ্তবযস্ক শিক্ষাৰ্থীসকলক সেই পদ্ধতিৰে শিক্ষাদান কৰিব নোৱাৰি। প্ৰাপ্তবয়স্ক শিক্ষাপদ্ধতি হ'ব লাগিব প্ৰাপ্তবয়স্ক লোকৰ উপযোগী। বাস্তৱ অভিজ্ঞতাসম্পন্ন প্ৰাপ্তবযস্ক মানুহৰ আত্মমৰ্যাদাবোধ শিশু শিক্ষাৰ্থীসকলতকৈ বেছি। তদুপৰি অৱহেলা আৰু বঞ্চনাত প্ৰাপ্তবয়স্কসকলৰ আত্মবিশ্বাসো বহু পৰিমাণে নিষ্প্ৰভ। সেয়ে প্ৰাপ্তবযস্ক শিক্ষাৰ্থীৰ মানসিক গঠন আৰু স্তৰ অনুসৰি শিক্ষা ব্যৱস্থা গঢ়ি উঠা বাঞ্চনীয়। শিক্ষণীয় বিষযক জীৱন-জীৱিকা আৰু পৰিৱেশৰ লগত যুক্ত কৰি শিক্ষাৰ্থীসকলক সেই বিষযৰ প্ৰতি উৎসাহিত কৰাৰ ওপৰত গুৰুত্ব দিব লাগিব। অতীতত তেওঁলোকে লাভ কৰা অৱহেলা আৰু বঞ্চনাৰ নিদাৰুণ অভিজ্ঞতাক পাহৰাই পাৰস্পৰিক সহযোগিতা আৰু সহমৰ্মিতাৰ মনোভাৱক উদ্বুদ্ধ কৰিব লাগিব। কোনো এটা বিষয শিকা আৰু তাৰ প্ৰযোগৰ বিষয যাতে সহজ আৰু সৰল তাৰ প্ৰতিও লক্ষ্য ৰখা প্ৰযোজন। বিশেষজ্ঞসকলৰ মতে প্ৰাপ্তবয়স্ক শিক্ষাৰ ক্ষেত্ৰত সংশ্লেষণী পদ্ধতিতকৈ বিশ্লেষণী সাৰগ্ৰাহী পদ্ধতি অতি ফলপ্রসূ। শিশু শিক্ষাৰ্থীৰ ক্ষেত্ৰত প্ৰথমতে আখৰৰ লগত চিনাকি কৰাই তাৰ পাছত শব্দ আৰু বাক্য গঠন কৰিবলৈ শিকোৱা হয, — ই হ'ল সংশ্লেষণী পদ্ধতি। প্ৰাপ্তবযস্ক শিক্ষাৰ্থীৰ ক্ষেত্ৰত, শিক্ষাৰ্থীৰ এটি অতি পৰিচিত বাক্য লৈ বিশ্লেষণৰ মাধ্যমেৰে শব্দ, আখৰ আদি শিকোৱা হয। ইযাৰ নাম বিশ্লেষণী পদ্ধতি। সক্ষমতা অৰ্জন শিক্ষাৰ অন্যতম বৈশিষ্ট্য। স্বনিৰ্ভৰ হৈ চৰ্চা আৰু প্ৰয়োগ কৰাৰ ক্ষমতা যাতে শিক্ষাৰ্থীৰ গঢ়ি উঠে তাৰ প্ৰতিও চকু দিব লাগিব।

**বিশ্ব সাক্ষৰতা বৰ্ষ উদযাপনৰ তাৎপৰ্য**

আমাৰ দেশত ইতিমধ্যে নাৰীবৰ্ষ, শিশুবৰ্ষ, প্ৰতিবন্ধী বৰ্ষ, যুৱ বৰ্ষ আদি উদ্‌যাপন কৰা হৈছে। সেইদৰে ১৯৯০ চনটো আন্তৰ্জাতিক সাক্ষৰতা বৰ্ষ হিচাপে ঘোষণা কৰা হৈছিল। বিগত কেইবাদশকো ধৰি বিশ্বৰ বিভিন্ন দেশত সাক্ষৰতা অভিযান আৰম্ভ হৈছে। ইয়াৰ ফল কিন্তু আশাব্যঞ্জক নহয। কোনো এক বিশেষ বছৰৰ সময়সীমাত সকলো শ্ৰেণীৰ নিৰক্ষৰলোকক সাক্ষৰ কৰা সম্ভৱ নহয়, এনে চিন্তাও বাতুলতা মাত্ৰ। তথাপি এটা বছৰক বিশেষভাৱে চিহ্নিত কৰাৰ তাৎপৰ্য আৰু সাৰ্থকতা হ'ল বিশ্বৰ নিৰক্ষৰ জনগোষ্ঠীক সাক্ষৰতাৰ গুৰুত্ব আৰু প্ৰয়োজনীয়তা সম্পৰ্কে সচেতন কৰা। অৱশ্যে তেওঁলোকক লৈ কেৱল চিন্তা বা আঁচনি কৰিলেই নহ'ব, তেওঁলোকক শিক্ষিত কৰাৰ বাবে চৰকাৰী-বেচৰকাৰী সকলো পক্ষৰে লাগিব গঠনমূলক আৰু সচেতন প্ৰযাস।

আমাৰ দেশত পোন্ধৰৰ পৰা পযত্ৰিছ বছৰৰ প্ৰাপ্তবয়স্ক নিৰক্ষৰ লোকৰ সংখ্যা প্ৰায় দহ কোটি। এওঁলোকৰ সৰহভাগেই দেশৰ শ্ৰমশক্তিৰ অংশ। সেয়ে এওঁলোকৰ শিক্ষাৰ প্ৰযোজনীয়তা অনস্বীকাৰ্য। এই কথা মনত ৰাখিয়েই ভাৰতৰ সকলো ৰাজ্যতে আৰম্ভ কৰা হৈছে সাৰ্বিক সাক্ষৰতা অভিযান। এই অভিযানত সৰ্বাধিক সফলতা লাভ কৰিছে কেৰালা ৰাজ্যই। অসমতো এই অভিযান ব্যাপক হাৰত চলোৱাৰ প্ৰয়াস কৰা হৈছে। অসমকে ধৰি ভাৰতৰ বিভিন্ন ৰাজ্যত চৰকাৰী প্ৰচেষ্টাৰ সমান্তৰালভাৱে বেচৰকাৰী

উদ্যোগতো এই অভিযানে বিশেষ সফলতা লাভ কৰিছে, — যিটো দেশখনৰ বাবে আশাপ্ৰদ প্ৰাপ্তি। আশা কৰা হৈছে, এনে সক্ৰিয় আৰু আন্তৰিক প্ৰচেষ্টা অব্যাহত থাকিলে অচিৰে আমাৰ দেশ নিৰক্ষৰতাৰ অভিশাপৰ পৰা মুক্ত হ'ব।

**সামৰণি**

নিৰক্ষৰতা দূৰীকৰণ তথা প্ৰাপ্তবযস্ক শিক্ষা অভিযান সফল কৰাত ছাত্ৰসমাজৰ বিশিষ্ট ভূমিকা আছে। বিদ্যালয-মহাবিদ্যালযৰ বন্ধৰ সময়ছোৱাত ছাত্ৰ-ছাত্ৰীসকলে গাঁও, মফচলীয চহৰ আদিলৈ গৈ পৰিকল্পিতভাৱে কমবযসীয়া বা প্ৰাপ্তবয়স্ক নিৰক্ষৰসকলৰ শিক্ষাদানত আত্মনিযোগ কৰিলে নিৰক্ষৰতা দূৰীকৰণ সহজ হৈ উঠিব বুলি আশা কৰিব পাৰি। ইয়াৰ উপৰি নিৰক্ষৰতা দূৰীকৰণৰ উদ্দেশ্য দুইধৰণে অভিযান চলাব পাৰি ঃ ১ সংবিধানৰ বিধি অনুসৰি ১৪ বছৰ পৰ্যন্ত শিশু-কিশোৰৰ বিনামূলীয়া আৰু বাধ্যতামূলক শিক্ষাদানৰ ব্যৱস্থাক যথাযথভাৱে কাৰ্যকৰী কৰা। ২ প্ৰাপ্তবয়স্ক নিৰক্ষৰসকলক অক্ষৰ জ্ঞান দিযাৰ উদ্দেশ্যে বাস্তৱ পৰিকল্পনা গ্ৰহণ কৰি তাক যথাৰ্থ ৰূপ দিযা। সমান্তৰালভাৱে কঠোৰ দৃষ্টি ৰাখিব লাগিব যাতে আজিৰ শিশু ভৱিষ্যতে নিৰক্ষৰ প্ৰাপ্তবযস্কত পৰিণত নহয। চৰকাৰী উদ্যোগৰ লগতে বেচৰকাৰী সংস্থা, সংগঠনো আগবাঢ়ি আহিলে শীঘ্ৰে আমি নিৰক্ষৰতাৰ অভিশাপৰ পৰা মুক্ত হ'ব পাৰিম নিশ্চয।

*লগতে চাওক ঃ নিৰক্ষৰতা, সৰ্বশিক্ষা অভিযান, সাক্ষৰতা অভিযান*

# অৰণ্য আৰু জীৱন

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অফুৰন্ত সৌন্দৰ্য আৰু সম্পদৰ ভাণ্ডাৰ - সামৰণি

**ভূমিকা**

অৰণ্যৰ বাণীযেই বিশ্বৰ প্ৰথম বাণী। বাণীশূন্য জল-স্থল-অন্তৰীক্ষত যি সংগীত প্ৰথম উচ্চাৰিত হৈছিল, সেই বাণীও অৰণ্যৰেই। পৃথিৱীত প্ৰাণৰ আৱিৰ্ভাৱৰ মুহূৰ্তত ভূগৰ্ভৰ পৰা প্ৰথম আহ্বান যি শুনিছিল তাৰ নাম বৃক্ষ, — অৰণ্য বৃক্ষৰেই ৰচনা।

বিশ্বৰ সকলো জীৱকুল শ শ কোটি বছৰ ধৰি অৰণ্যৰ স্নিগ্ধ ছাঁত লালিত পালিত হৈছে। এই অৰণ্যযেই এদিন লালন পালন কৰিছিল ভাৰতৰ সভ্যতা, সংস্কৃতি আৰু মনীষাক। অৰণ্যৰ আশ্ৰয়ত সম্ভৱ হৈছিল ভাৰতৰ ব্ৰাহ্মণ-ক্ষত্ৰিয়ৰ সহৱস্থান। কিন্তু বৰ্তমান যুগৰ যন্ত্ৰ সভ্যতাই প্ৰাচীন ভাৰতৰ সহজ-সুন্দৰ প্ৰাকৃতিক আৱেষ্টনিক নিঃচিহ্ন কৰি দিছে। সেযে প্ৰথম বাণীৰ উচ্চাৰক অৰণ্য আদি মূক, স্তব্ধ। নগৰীয়া জীৱন যান্ত্ৰণাত ক্লিষ্ট কবিৰ কণ্ঠত আহি আকুল প্ৰাৰ্থনা, ‘ওভতাই দিয়া মোৰ সেউজ অৰণ্য’।

আধুনিক সভত্য আৰু যন্ত্ৰৰ দপদপনিত আজি উদাৰ আকাশ আৰু মুকলি বতাহ দূষিত। চৌপাশৰ সেউজ আভৰণ মানুহৰ নিৰ্বিচাৰ হননৰ পৰিণতিত বিপন্ন, বিধ্বস্ত। জনজীৱনৰ স্বাভাৱিক বিস্তাৰৰ ফলত অৰণ্য সংকুচিত হৈ জন্ম হৈছে নগৰ-মহানগৰ।

**অফুৰন্ত সৌন্দৰ্য আৰু সম্পদৰ ভাণ্ডাৰ**

অৰণ্য অফুৰন্ত সৌন্দৰ্য আৰু সম্পদৰ ভাণ্ডাৰ। নগৰ-সভ্যতাৰ দুৰ্জেয় আগ্ৰাসনে সেই ভাণ্ডাৰক ক্ৰমশঃ শূন্য কৰি আনিছে। জাতীয় অৰ্থনীতিৰ ক্ষেত্ৰতো ই বিপৰ্যয়ৰ সূচনা কৰিছে। গছৰ শিপাই মাটিক খহিব নোৱৰাকৈ ধৰি ৰাখে। গছ-গছনি বা বৃক্ষৰ বিনাশৰ অৰ্থই হ'ল ভূমিক্ষয়। কেৱল সৌন্দৰ্যৰ ভাণ্ডাৰ হিচাপেই নহয়, মানুহৰ স্বাস্থ্য ৰক্ষাৰ বাবেও অৰণ্য আৰু মানুহৰ সহৱস্থান অপৰিহাৰ্য। ক্ৰমহ্ৰাসমান অৰণ্যই আজি সুস্থ জীৱন যাপনকেই প্ৰায় অসম্ভৱ কৰি তুলিছে। নাগৰিক জীৱনৰ সম্প্ৰসাৰণৰ বাবে মানুহে যেনেদৰে অৰণ্য বহিষ্কাৰত তৎপৰ হৈছিল, সেই জীৱনৰ সংৰক্ষণৰ বাবেও অৰণ্যক পুনৰ আৱাহন কৰাৰ প্ৰয়োজন আহি পৰিছে। সেয়েহে প্ৰৱৰ্তন কৰা হৈছে বন মহোৎসৱ, সামাজিক বনানীকৰণ আদিৰ দৰে কাৰ্যসূচী।

অৰণ্যই পৰিৱেশক নিৰ্মল কৰি ৰাখে। অক্সিজেন এৰি দি আৰু কাৰ্বন ডাই-অক্সাইড শোষণ কৰি নীলকণ্ঠৰ দৰে অৰণ্যই আমাক সুস্থ কৰি জীয়াই ৰাখিছে। কিন্তু অৰণ্যৰ ক্ৰম সংকোচনে যিদৰে লাহে লাহে আমাৰ পৰিৱেশক দূষিত কৰি তুলিছে, জলবায়ুক সুস্থ জীৱনৰ বাবে প্ৰতিকূল কৰি তুলিছে, ভূমিক্ষয়ৰ ভয়াৱহ পৰিণামক যিদৰে অনিবাৰ্য কৰি তুলিছে, তাৰ দ্ৰুত প্ৰতিকাৰ আমিযেই কৰিব লাগিব।

অৰণ্যৰ বনজ সম্পদ আমাৰ দৈনন্দিন ব্যৱহাৰিক জীৱনতো অপৰিহাৰ্য। ঘৰুৱা আচবাব, ৰন্ধা-বঢ়াৰ বাবে খৰি, উদ্ভিদজাত তেল, জৈৱসাৰ, ধূপ, আঠা আদি সকলো অৰণ্যৰেই দান। আনহাতে, অৰণ্যৰ বন্যপ্ৰাণী বাহিৰৰ পৰা হিংস্ৰ হ'লেও জীৱন ধাৰণৰ ক্ষেত্ৰত সেইবোৰো আমাৰ সহযোগী, প্ৰতিদ্বন্দ্বী নহয়। সেইবোৰ প্ৰাণীৰ বিনাশো আমাৰ বাবে অনিষ্টকাৰক। সেয়ে বন্যপ্ৰাণী সংৰক্ষণৰ বাবে স্থাপন কৰা হৈছে ৰাষ্ট্ৰীয় উদ্যান, অভয়াৰণ্য। অৰণ্যৰ আশ্ৰয়তে সম্ভৱ আমাৰ যথাৰ্থ জীৱন যাত্ৰা। অৰণ্য আমাৰ একান্ত আপোন, আত্মীয়। আধুনিক জীৱনৰ প্ৰাণবায়ুকো অপৰিহাৰ্য উৎস।

**সামৰণি**

মানুহৰ অৰণ্য চেতনাৰ শোচনীয় অভাবেই অৰণ্যহনন আৰু তাৰ পৰা উদ্ভৱ হোৱা সমস্যাৰ মূল। সেয়ে আমাৰ সুস্থ জীৱন যাপনৰ স্বাৰ্থতে অৰণ্য চেতনাৰে মানুহক শিক্ষিত কৰি তুলিব লাগিব। 'এটি শিশুৰ বাবে এজোপা গছ' — এই শ্লোগানটোক কাৰ্যকৰী কৰি তুলিব পাৰিলে এদিন নাগৰিক জীৱন অৰণ্যৰ শীতল ছাঁৰ আশ্ৰয়ত স্নিগ্ধ আৰু সতেজ হৈ উঠিব। ফলে-মূলে অৰণ্য সম্পদেৰে ভাৰতেও হৃত ঐশ্বৰ্যকো ওভতাই পাব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ পৰিবেশ আৰু অৰণ্য ২ অৰণ্যই প্ৰাণীৰ প্ৰাণ

*সত্যটো সঘনাই প্ৰচাৰ কৰি থকা বাঞ্চনীয়।*

— গ্যেটে

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ভাৰতত পোলিঅ'ৰ প্ৰকোপ - পোলিঅ'ৰ টিকা আৱিষ্কাৰ আৰু প্ৰয়োগ - পোলিঅ' অভিযান - সামৰণি

# পালছ পোলিঅ' অভিযান

## ভূমিকা

শিশুসকলেই দেশৰ আশা আৰু ভৱিষ্যত। আজিৰ শিশুৱেই কাইলৈ দেশৰ নাগৰিক। আজিৰ শিশুৰ মাজতে লুকাই আছে অনাগত দিনৰ নেতা, শিল্পী, কবি. সাহিত্যিক আৰু বিজ্ঞানী। শিশুৰ সৰ্বতোমুখী বিকাশৰ বাবে প্ৰয়োজন উপযুক্ত আহাৰ, পুষ্টি আৰু পৰিচৰ্যা। কিন্তু স্বাধীনতাৰ ৬০ বছৰৰ পাছতো আমাৰ দেশৰ জনসংখ্যাৰ এক বৃহৎ অংশ নানা ৰোগৰ চিকাৰ। ইয়াৰ অধিকাংশ শিশুৱেই অপুষ্টিৰ চিকাৰ হৈ জন্ম লাভ কৰে। জন্মৰ পাছতো বহু শিশুৱেই অনাহাৰ, পোহৰ-বতাহহীন অস্বাস্থ্যকৰ, অন্ধকাৰ পৰিৱেশত ডাঙৰ-দীঘল হ'বলগীয়া হয়। ফলত বহু শিশু পোলিঅ' ৰোগগ্ৰস্ত হৈ দুঃসহ নৰক যন্ত্ৰণা ভোগ কৰে, বিকলাংগ হৈ পৰে, আনৰ কৰুণাৰ ওপৰত নিৰ্ভৰশীল হৈ সমাজৰ বোজাৰূপে জীৱন কটাবলৈ বাধ্য হয়। ভাৰততেই পোলিঅ' ৰোগগ্ৰস্ত শিশুৰ সংখ্যা আটাইতকৈ বেছি।

## ভাৰতত পোলিঅ'ৰ প্ৰকোপ

পোলিঅ' এক ধৰণৰ ভাইৰাছজনিত ৰোগ। পোলিঅ' ভাইৰাছ মূলতঃ তিনিধৰণৰ আৰু ইয়াৰ যিকোনো এবিধৰ আক্ৰমণেই ভয়াৱহ। পানী আৰু মল-মূত্ৰত পোলিঅ' ভাইৰাছৰ বাস। পানী আৰু পোলিঅ' ৰোগীৰ থুঁই, মল-মূত্ৰৰ পৰা বিভিন্ন মাধ্যমেৰে ভাইৰাছ শিশুৰ শৰীৰত প্ৰৱেশ কৰে। বয়স্ক লোকৰো যে এই ৰোগ নহয়, তেনে নহয়, কিন্তু সংখ্যাত অতি কম। শিশুৰ দেহৰ ৰোগ প্ৰতিৰোধৰ ক্ষমতা কম, সেয়ে পোলিঅ' ৰোগত শিশু সকলেই সততে আক্ৰান্ত হয়। এই ৰোগত আক্ৰান্ত হ'লে আক্ৰান্ত অংশ জীৰ্ণ হৈ বিকলাংগ হৈ পৰে। এই পংগুত্বক আৰু সুস্থ কৰিব নোৱাৰি। পৃথিৱীৰ প্ৰায় ১৪৫ খন দেশৰ শিশু এই ৰোগত আক্ৰান্ত। ভাৰততেই এই ৰোগৰ প্ৰকোপ আটাইতকৈ বেছি। পৃথিৱীৰ প্ৰতি পাঁচটা পোলিঅ' ৰোগাক্ৰান্ত শিশুৰ ভিতৰত তিনিটা শিশুৱেই ভাৰতীয়। অৰ্থাৎ, বিশ্বৰ পোলিঅ' ৰোগাক্ৰান্ত শিশুৰ শতকৰা ষাঠীজন ৰোগী ভাৰতৰ। ভাৰতত প্ৰতিবছৰে প্ৰায় দুই লাখ শিশু পোলিঅ' ৰোগৰ চিকাৰ হয়। এই পৰিসংখ্যাৰ পৰাই বুজিব পাৰি ভাৰতত এই ৰোগৰ প্ৰকোপ কিমান বেছি। পোলিঅ' ৰোগাক্ৰান্ত শিশুৰ পংগুত্বই তেওঁৰ জীৱনকেই ধ্বংস নকৰে, পৰিয়ালৰো তেওঁ বোজা হৈ পৰে, বয়স বঢ়াৰ লগে লগে আনৰ কৰুণা তথা ভিক্ষাৰ ওপৰত নিৰ্ভৰ কৰি জীৱন যাপন কৰিবলগীয়া হয়।

## পোলিঅ'ৰ টিকা আৱিষ্কাৰ আৰু প্ৰয়োগ

পোলিঅ' ৰোগ প্ৰতিৰোধৰ ক্ষেত্ৰত টিকাৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। এই প্ৰতিষেধক টিকা আৱিষ্কাৰ কৰে মাৰ্কিন বিজ্ঞানী জোনাছ ছালকে (১৯১৪-১৯৯৫)। ছালকে নিউয়ৰ্ক

বিশ্ববিদ্যালয়ৰ জীৱাণুতত্ত্ব বিভাগত ইনফ্লুৱেঞ্জা ৰোগ সম্পৰ্কে গৱেষণা কৰিছিল। গৱেষণাৰ সময়তে হঠাৎ এদিন এটা পোলিঅ' ৰোগাক্ৰান্ত শিশুক দেখি ছালকৰ মন পোলিঅ' গৱেষণাৰ পিনে ঢাল খায় আৰু একান্তমনে সেই বিষয়তে গৱেষণা কৰিবলৈ লয়। কেইবাবছৰৰো অক্লান্ত পৰিশ্ৰমৰ অন্তত ছালকে পোলিঅ'ৰ ভাইৰাছ চিনাক্ত কৰি তাৰ প্ৰতিষেধক টিকা আৱিষ্কাৰ কৰে। কিন্তু এই প্ৰতিষেধক প্ৰয়োগ কৰিব কাৰ ওপৰত ? টিকা ল'বলৈ আগ্ৰহী কাকো নাপাই ছালকে এদিন নিজৰ দেহত নিজেই টিকা ল'লে, তাৰ পাছত এদিন শৰীৰত প্ৰৱেশ কৰালে পোলিঅ' ভাইৰাছ। বহুদিন পাৰ হোৱাৰ পাছতো শৰীৰত পোলিঅ'ৰ কোনো লক্ষণ নেদেখি আৱিষ্কাৰ সম্পৰ্কে ছালক নিশ্চিন্ত হ'ল আৰু পৰিয়ালৰ আন সদস্যসকলকো টিকা দিলে। অচিৰেই ছালকে বুজিব পাৰিলে যে তেওঁ আৱিষ্কাৰ কৰা টিকা পোলিঅ' ৰোগ প্ৰতিৰোধত সক্ষম। ইচ্ছা কৰা হ'লে ছালকে তেওঁৰ এই আৱিষ্কাৰৰ পেটেণ্ট কৰি প্ৰচুৰ ধন উপাৰ্জন কৰিব পাৰিলেহেঁতেন। কিন্তু তাকে নকৰি জগতবাসীৰ কল্যাণৰ হকে ছালকে তেওঁৰ আৱিষ্কাৰৰ কথা প্ৰচাৰ কৰে। ১৯৫৫ চনত আমেৰিকাত ৰাজহুৱাকৈ পোলিঅ' টিকা দিয়াৰ ব্যৱস্থা আৰম্ভ হয়। পৰৱৰ্তীকালত আন এজন চিকিৎসা বিজ্ঞানী ডাঃ এলবাৰ্ট বি ছোবিনে পোলিঅ' টিকাকৰণৰ অধিক উন্নতি সাধন কৰে। বেজীৰ পৰিৱৰ্তে মুখেদি প্ৰতিষেধক খোৱাৰ পদ্ধতি প্ৰচলন হয়। পোলিঅ' প্ৰতিষেধক আৱিষ্কাৰৰ ক্ষেত্ৰত জোনাছ ছালক আৰু ডাঃ এলবাৰ্ট বি ছেবিন উভয়ে অমৰ হৈ আছে পৃথিৱীত। জীৱিত ভাইৰাছক নিৰ্বিষ কৰি শৰীৰত প্ৰৱেশ কৰোৱালে সি পাছত প্ৰতিৰোধ ক্ষমতা গঢ়ি তোলে। উপযুক্ত মাত্ৰাত প্ৰতিৰোধ গঢ়ি তোলাৰ বাবে নিৰ্দিষ্ট কেইবাৰমান এই টিকা খুউওৱাৰ প্ৰযোজন। পোলিঅ' প্ৰতিষেধক খোৱাৰ পাছত শিশুৰ শৰীৰৰ পৰা নিৰ্বিষ ভাইৰাছ মলৰ লগত ওলাই যায় আৰু পোলিঅ' ৰোগ প্ৰতিৰোধ ক্ষমতা গঢ়ি উঠে। মুখেদি সেৱন কৰোৱা পোলিঅ' প্ৰতিষেধক টিকাৰ কোনো পাৰ্শ্ব প্ৰতিক্ৰিয়া নাই।

**পোলিঅ' অভিযান**

বিশ্ব স্বাস্থ্য সংস্থাৰ আহ্বানত বিশ্বৰ ১৪৫ খন দেশে পালছ পোলিঅ' টিকাকৰণ কৰ্মসূচী গ্ৰহণ কৰিছে। বিশ্ব স্বাস্থ্য সংস্থাৰ প্ৰতিবেদন অনুসৰি বিগত কেইবছৰমানত বিশ্বৰ ১৪০ খন দেশৰ পৰা পোলিঅ' নিৰ্মূল হৈছে। ভাৰতত ১৯৯৪ চনৰ ২ অক্টোবৰৰ পৰা পালছ পোলিঅ' প্ৰতিষেধক কাৰ্যসূচী আৰম্ভ কৰা হয়। তেতিয়াৰে পৰা প্ৰতিবছৰে মুঠ চাৰিদিনকৈ পাঁচ বছৰ আৰু তাতকৈ কমবয়সীয়া শিশুক পালছ পোলিঅ' টিকা সেৱন কৰোৱাৰ বিশাল উদ্যোগ দেশজুৰি গ্ৰহণ কৰা হৈছে। সংবাদপত্ৰ, ইলেকট্ৰনিক মাধ্যমৰ জৰিয়তেও ইয়াৰ ব্যাপক প্ৰচাৰ চলোৱা হৈছে। এই আঁচনিয়ে বৰ্তমান ১৪ বছৰত ভৰি দিছে। তথাপি ভাৰতৰ পৰা পোলিঅ' সম্পূৰ্ণৰূপে নিৰ্মূল হোৱা নাই। অশিক্ষা, অজ্ঞতা, অন্ধবিশ্বাস আৰু কুসংস্কাৰৰ ফলত পাঁচ বছৰ পৰ্যন্ত সকলো শিশুকে টিকাকৰণ কাৰ্যসূচীত চামিল কৰা সম্ভৱ হোৱা নাই। ২০০৫-০৬ চনৰ পৰিসংখ্যা অনুসৰি অসমত ৫ লাখৰো অধিক শিশুক টিকাকৰণ কৰা হৈছে। তথাপি বহু শিশু এতিয়াও এই আঁচনিৰ পৰা নিলগত আছে।

### সামৰণি

দেশব্যাপি পালন কৰা এনেধৰণৰ অভিযানত চৰকাৰী-বেচৰকাৰী প্ৰয়াস-প্ৰচেষ্টাৰ সমান্তৰালভাৱে অধিক গণচেতনা অতিশয় জৰুৰী। অজ্ঞতা আৰু কুসংস্কাৰৰ আৱৰ্তৰ পৰা ওলাই সহযোগিতাৰ মনোভাৱেৰে আগবাঢ়ি নাহিলে পালছ পোলিঅ' অভিযান কেতিয়াও সম্পূৰ্ণ আৰু সফল নহ'ব। একেদৰে প্ৰতিজন অভিভাৱক কেৱল সচেতন হ'লেই নহ'ব, সক্ৰিয় হ'ব লাগিব। তেতিয়াহে কেৱল নিজৰ শিশু নহয়, সমগ্ৰ বিশ্বৰ বৰ্তমান আৰু ভাবী শিশু সমাজে পোলিঅ' পংগুত্বই ৰাহুগ্ৰাসৰ পৰা মুক্তি পাব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ পালছ পোলিঅ' অভিযান আৰু ভাৰত

**ৰচনাৰ সংকেত ঃ** ভূমিকা - পৰিশ্ৰমৰ প্ৰতি অৱহেলাৰ পৰিণাম - পৰিশ্ৰমেই জীযাই থকাৰ যোগ্যতা - সামৰণি

# পৰিশ্ৰমৰ মৰ্যাদা

*কঠোৰ পৰিশ্ৰমেৰেহে আমি নিজৰ*
*লগতে দেশখনকো গঢ়িব পাৰিম,*
*শ্লোগানেৰে নহয়।*

**— ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণ**

### ভূমিকা

ঈশ্বৰপ্ৰদত্ত শক্তি-সম্ভাৱনা মানুহৰ অন্তৰত সুপ্ত অৱস্থাত থাকে। অধ্যৱসায়, নিষ্ঠা আৰু পৰিশ্ৰমেৰে তাক জাগ্ৰত কৰিবলগীয়া হয়। অন্তৰত থকা শক্তিৰ উন্মোচনেই সাফল্যৰ সোণালী পথ ৰচনা কৰে। ভাগ্য বিধতাৰ সৃষ্টি নহয়। পৰিশ্ৰম আৰু অন্তৰ্নিহিত শক্তিৰ সাৰ্থক ৰূপায়ণেৰে মানুহে আপোন ভাগ্য নিজেই গঢ়ে। উদ্যমেই সৌভাগ্যৰ মূল। অলসতা জড়তুল্য, — মৃত্যুৰ নামান্তৰ।

সংসাৰ কামৰ ঠাই। নানান বৃত্তিৰ মানুহ নানান কামত ব্যস্ত। কৰ্মই কৰ্মীৰ ঋদ্ধি, কৰ্মই কৰ্মী জীৱনৰ শ্ৰেষ্ঠ সিদ্ধি। কৰ্মৰ যোগেদিয়েই ব্যক্তিত্বৰ পূৰ্ণ বিকাশ ঘটে। 'উদ্যোগিনং পুৰুষসিংহমুপৈতি লক্ষ্মীঃ' (উদ্যোগী পুৰুষে লক্ষ্মী লাভ কৰে) । পৰিশ্ৰম সৌভাগ্যৰ জননী (Industry is the mother of good luck)

### পৰিশ্ৰমৰ প্ৰতি অৱহেলাৰ পৰিণাম

যিসকল অদৃষ্টবাদী, অলস, শ্ৰমবিমুখ তেওঁলোক জীৱনৰ প্ৰতিটো পদক্ষেপতে ব্যৰ্থ হয়। অদৃষ্টই কাৰো হাতত সম্পদ তুলি নিদিয়ে। আকাশৰ তৰা লেখি লাখ টকাৰ সপোন দেখিলে, সপোন দেখাহে সাৰ হয়। কাপুৰুষেহে দৈৱৰ দোহাই দিয়ে। সম্পদ হওক বা সাফল্য হওক, আপোনা আপুনি নাহে। নিৰলস পৰিশ্ৰম আৰু সংগ্ৰাম কৰি তাক অৰ্জন কৰিবলগীয়া হয়। শুই-বহি দিবাস্বপ্নত বিভোৰ হৈ থাকিলে ভাগ্যও শুই-বহি থাকে, শুই থকা শিয়ালে জানো হাঁহ ধৰিব পাৰে? যিমানেই ডাঙৰ মানুহ নহওক কিয়, শুই-বহি আলস্যত কালাতিপাত কৰিলে অৱশেষত তেনে লোকৰ জীৱনলৈ নামি আহে ব্যৰ্থতাৰ গ্লানি।

জীৱনৰ পথ সেন্দুৰীয়া নহয়, কণ্টকাকীৰ্ণ। সেই পথ গিৰিসংকটৰ দৰে দুৰ্গম, মৰু প্ৰান্তৰৰ দৰে দুৰতিক্ৰম্য, মহাসমুদ্ৰৰ দৰে দুস্তৰ, অন্তহীন। ইয়াত পদে পদে আছে দ্বন্দ্ব-সংঘাত, বাধা-বিপত্তি। পৰিশ্ৰমৰ ভয়ত, সংগ্ৰামৰ ভয়ত পিছুহুঁহকি থাকিলে, নিষ্কৰ্মা হৈ থাকিলে সৌভাগ্য লাভ অসম্ভৱ। সকলো প্ৰতিবন্ধকতাক জয় কৰি সেয়ে ভাগ্যলক্ষ্মীক আমি জয় কৰিব লাগিব। আপোন শক্তিত কোনো ক্ষীণ বা দুৰ্বল নহয়। এই শক্তিৰ স্বৰূপ উপলব্ধি হ'লে আত্ম বিকাশৰো পথ মুকলি হৈ পৰে। ভাঙি পৰে আলস্য, জড়তা আৰু নৈষ্কৰ্মৰ প্ৰাচীৰ। সেয়ে অন্তৰ্নিহিত শক্তিৰ জাগৰণ অপৰিহাৰ্য। পৰিশ্ৰমেই এই জাগৰণক সাৰ্থক কৰি তোলে। পৰিশ্ৰমৰ সম্মোহনী শক্তিত জীৱনে বিকশিত পুষ্পৰ দৰে চৰিত্ৰ তথা মৰ্যাদা লাভ কৰে।

### পৰিশ্ৰমেই জীয়াই থকাৰ যোগ্যতা

মানুহ সৃষ্টিৰ শ্ৰেষ্ঠ জীৱ। মানুহৰ বুদ্ধি আছে। চিন্তাশক্তি আছে। কৰ্মক্ষমতা আছে। সেইবোৰ গুণৰ দ্বাৰা মানুহ পৃথিৱীৰ যাৱতীয় ভোগ-সুখৰ অধিকাৰী হ'ব পাৰে। কৰ্মবীৰসকলেহে পৃথিৱীত ভোগ কৰিব পাৰে। 'যোগ্য ভোগ্য বসুন্ধৰা'। জীৱন এক ৰণক্ষেত্ৰ। ইয়াত প্ৰতিনিয়ত আছে দ্বন্দ্ব, সংঘাত, প্ৰতিযোগিতা। এক মুহূৰ্তও আলস্যৰে অতিবাহিত কৰাৰ অৱকাশ, অৱসৰ ইয়াত নাই। সংগ্ৰামৰ পৰা আঁতৰি থাকিলে, নিশ্চেষ্ট হৈ থাকিলে জগতৰ পৰাই নিঃচিহ্ন হ'ব লাগিব। নিৰলস কৰ্মীসকলেহে জগতত টিকি থকাৰ যোগ্যতা লাভ কৰে। অলস ব্যক্তিৰ অস্তিত্ব নাথাকে। ইতিহাসেও এই কথাৰ প্ৰমাণ কৰি থৈ গৈছে।

### সামৰণি

চৰাচৰ বিশ্বজগতৰ সকলোৱেই চলমান। গ্ৰহ-নক্ষত্ৰ, বিশাল বস্তুজগত, জীৱ-জন্তু, কীট-পতংগ সকলোৱেই গতিশীল। চলি থকাটোৱেই সেইবোৰৰ ধৰ্ম। গতি সেইবোৰৰ প্ৰাণ। গতিৰ আন এক নাম জীৱন। গতিহীনতাৰ অৰ্থ জড়ত্ব প্ৰাপ্তি, যি জড়ত্ব তথা ক্লীৱত্ব মৃত্যুৰ লক্ষণ। নদী গতিসম্পন্ন আৰু চলমান বাবেই প্ৰাণৱন্ত। চলমান মানুহো প্ৰাণৱন্ত, প্ৰাণ-ঐশ্বৰ্যৰে সমৃদ্ধ। মানৱ জীৱনৰ মূলমন্ত্ৰ হ'ল বহি নাথাকিবা, নিষ্কৰ্মা হৈ নাথাকিবা, কাম কৰা, পৰিশ্ৰম কৰা। পৰিশ্ৰমৰ মাজেদিয়েই ভাগ্য লক্ষ্মীক জয় কৰা, হৃদয়ৰ ঐশ্বৰ্যমন্দিত সিংহাসনত প্ৰতিষ্ঠিত কৰি জীৱনক ধন্য কৰা, সাৰ্থক কৰা।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ শ্ৰমৰ মূল্য

**ৰচনাৰ সংকেত ঃ** ভূমিকা - পাৰ হৈ যোৱা সময় ঘূৰি নাহে - সামৰণি

# নিয়মানুৱৰ্তিতা

*প্ৰাত্যহিক জীৱনত সৈনিকসুলভ কঠোৰ নিয়মানুৱৰ্তিতাই এলাহ আৰু তুচ্ছ আমোদ-প্ৰমোদত দিন কটাই থকা তেনেই সাধাৰণ লোক এজনকো কৰ্ম তৎপৰ কৰি এক সুস্থ জীৱবোধেৰে তেওঁক ওপৰলৈ তোলে।*

**—জন ৰাস্কিন**

**ভূমিকা**

নিযমানুৱৰ্তিৰ অভিধানিক অৰ্থ হ'ল নিৰ্দিষ্ট নিয়ম মানি চলা স্বভাৱ, ডিছিপ্লিন। প্ৰতিজন লোকেই থকা-খোৱা, পিন্ধা-উৰাৰ পৰা আৰম্ভ কৰি ব্যক্তিগত আৰু সামাজিক জীৱনত নানান কৰ্তব্য সমাপন কৰিবলগীয়া হয়। সুস্থভাৱে প্ৰতিটো কৰ্তব্য সমাপন কৰাৰ বাবে প্ৰযোজন সচেতনভাৱে সময বিভাজন। দৰাচলতে মানুহৰ সমগ্ৰ জীৱনেই হ'ল সমযৰ সমষ্টি। বিজ্ঞানী এলবাৰ্ট আইনষ্টাইনে কৈছিল, 'সময বুলি একো নাই। ই আমাৰ মনৰ অলীক সৃষ্টি মাত্ৰ। তথাপি সমযৰ চেতনাই মানুহক কৰ্মশীল, ক্ৰিযাশীল কৰি ৰাখিছে।'

সমযৰ সমষ্টিৰে গঠিত মানৱজীৱনৰ একো একোটি অধ্যায একো একোটি কৰ্মৰ বাবে নিৰ্দিষ্ট। শৈশৱ আৰু কৈশোৰত বিদ্যাশিক্ষা, যৌৱনত কৰ্মজীৱন আৰু গাৰ্হস্থ্য কৰ্তব্যত মনোনিবেশ আৰু বাৰ্দ্ধক্যত নিষ্কাম অৱসৰ গ্ৰহণ তথা আধ্যাত্মিক চিন্তাত মনোনিবেশ।

সমগ্ৰ জীৱনৰ দৰে মানুহৰ দৈনন্দিন কৰ্মসূচীতো আছে পাঠগ্ৰহণ, সংসাৰিক কাম-কাজ, আমোদ-প্ৰমোদ আৰু আহাৰ-নিদ্ৰা। দৈনন্দিন জীৱনৰ এনে ৰুটিন বা কৰ্মসূচী প্ৰায সকলোৱেই অনুসৰণ কৰে। যথাসময়ত প্ৰতিটো কাম কৰাৰ অৰ্থই হ'ল সকলো অনুকূল উপাদানৰ পূৰ্ণ সদ্ব্যৱহাৰ কৰা। মুহূৰ্তৰ হেৰফেৰতে কিমান অঘটন ঘটে, তাৰ সহস্ৰ উদাহৰণ আছে। বাস্তৱ জীৱনত আমি এনে বহু লোকক লগ পাইছোঁ, যি জীৱনৰ প্ৰতিটো কামতে পলম কৰাত অভ্যস্ত। এনে লোকে বাছ, গাড়ী ধৰিব নোৱাৰি সমযমতে গন্তব্যস্থান পাবগৈ নোৱাৰে, চিনেমা-থিয়েটাৰ আদিৰ দৰে অনুষ্ঠান আৰম্ভ হোৱাৰ পাছত উপস্থিত হৈ আনৰ বিৰক্তিভাজন হয, পৰীক্ষাহলত পলমকৈ উপস্থিত হৈ সকলো প্ৰশ্নৰ উত্তৰ কৰিবলৈ সময় উলিয়াব নোৱাৰে বা কেতিয়াবা পৰীক্ষা হলত প্ৰৱেশ কৰাৰ পৰাও বঞ্চিত হয়। এনেদৰে সময-জ্ঞানৰ অভাৱে জীৱনৰ সকলো ক্ষেত্ৰতে মানুহক নানান দুখ-কষ্ট, অশান্তি-অস্বস্তি দিযে।

**পাৰ হৈ যোৱা সময় ঘূৰি নাহে**

সময বোৱতি নদীৰ দৰে ধাৱমান। সেযে সময়ৰ লগত তাল ৰাখি কৰ্তব্য সম্পাদন কৰিব নোৱাৰিলে আমি পিছপৰি থাকিব লাগিব। পাৰ হৈ যোৱা সময়ক কোনো মূল্যৰ বিনিময়তে ওভতাই আনিব নোৱাৰি। জনৈক গ্ৰীক দাৰ্শনিক ভাষাত 'বোৱতি নদীৰ একেখিনি পানীতে দুবাৰ গা ধুব নোৱাৰি, সমযৰ সোঁতৰ ক্ষেত্ৰতো এই কথা শতকৰা এশভাগ সঁচা'।

কৰ্ম তৎপৰতা জীৱন আৰু নিয়মানুৱৰ্তিতাৰে কৰা কৰ্মৰেই জীৱন সুন্দৰ আৰু সমৃদ্ধ হয়। পাশ্চাত্যৰ যিবোৰ জাতিৰ সৰ্বময় উন্নতি আমাৰ ক্ষোভপূৰ্ণ ঈৰ্ষাৰ কাৰণ,

সেইবোৰ জাতিৰ উন্নতিৰো মূল কাৰক হৈছে নিযমানুৱৰ্তিতা। সেইবোৰ দেশৰ পুৰুষ-মহিলা, শিশু-বৃদ্ধ সকলোৱেই ঘঁড়ীৰ কাটাৰ লগত তাল মিলাই জীৱন নিযন্ত্রিত কৰে। আনহাতে, আমাৰ দেশত তাৰ বিপৰীত ছবিখনহে চকুত পৰে।

সাম্প্রতিক কালত অৱশ্যে কর্মব্যস্ততাই ভাৰতীয়সকলকো কিছু পৰিমাণে নিয়মানুৱৰ্তী কৰি তুলিছে। কিন্তু সেযা কেৱল মাত্র কর্মজীৱনতহে। জীৱিকাৰ তাডনাত তেওঁলোক হয়তো সময়মতে অফিচলৈ আহে, হাজিৰা বহীত চহী কৰে। কিন্তু আন সময়ত তেওঁলোকৰ অধিকাংশই শিথিল, অলস, অকাৰণে সময় অপব্যয়ত 'ব্যস্ত'। অথচ দুর্লভ এই মানৱ জীৱনত এজন মানুহৰ কিমান যে কি কৰিবলৈ আছে, কিমান যে শিকিবলৈ আছে৷ সেয়ে জীৱনৰ প্রতিটো মুহূর্তকে হয় ব্যক্তিজীৱনৰ উন্নতি সাধনত, অথবা বৃহত্তৰ সমাজজীৱনৰ কল্যাণসাধনত নিযোগ কৰাৰ সচেতন ইচ্ছা প্রত্যেকৰে থকা উচিত। কিন্তু আমাৰ দেশৰ সাধাৰণ মানুহ সমাজৰ বাবেতো দূৰৈৰ কথা, নিজৰ উন্নতিৰ বাবেও সময়ৰ সদ্ব্যৱহাৰত আগ্রহী নহয়। ক'বলৈ গ'লে সর্বব্যাপি আলস্যই যেন আমাক চাৰিওপিনৰ পৰা গ্রাস কৰি গৈছে।

**সামৰণি**

দৰাচলতে জীৱনৰ আদিকাল ছোৱাতে সকলোৱে নিযমানুৱৰ্তিতাৰ পাঠ গ্রহণ কৰা উচিত। এই ক্ষেত্রত অভিভাৱকসকলৰো এৰাব নোৱাৰা দাযিত্ব আৰু কর্তব্য আছে। ছাত্র-ছাত্রীসকলে পাঠ্যপুথি বা বিদ্যালয়ত সময়ৰ মূল্য সম্পর্কে যিবোৰ পাঠ পঢে বা শিকে, তাৰ তাৎপর্য ব্যাখ্যা কৰাৰ দাযিত্ব অভিভাৱকৰ। দীর্ঘসূত্রতা আৰু সময় অপচয়ৰ অশুভ ফল ব্যক্তি আৰু সমাজক ক্রমশঃ অধঃপতনৰ দিশলৈহে লৈ যায়। সেয়ে পুথিগত বিদ্যাৰ লগতে সময়ৰ যথোচিত ব্যৱহাৰো অভ্যাস কৰা উচিত।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ ১** সময়ৰ মূল্য

**ৰচনাৰ সংকেত ঃ** ভূমিকা - শিক্ষানুষ্ঠানৰ তর্ক প্রতিযোগিতা - সামৰণি

# তর্ক প্রতিযোগিতা

*যিটো অনিবার্য তাৰ লগত তর্ক বা কাজিয়া কৰি লাভ নাই, পূবৰ পৰা বৈ অহা ফেৰফেৰীয়া চেঁচা বতাহৰ লগত তর্ক কৰাৰ একমাত্র উপায় হ'ল এটা গৰম চোলা পিন্ধা।*

— **জেমছ ৰাছেল লৱেল**

**ভূমিকা**

যুক্তি-তর্ক সত্যানুসন্ধানৰ সাঁজুলি। তর্ক-বিতর্কৰ সোপান বগাই যিকোনো বিষয়ৰ গভীৰতালৈ সোমাব পাৰি। তেতিয়া বিষয়টো যেনেদৰে অধিগত হয়, তেনেদৰে তাৰ অন্তর্নিহিত সত্যও উদঘাটিত হয়। তর্ক-বিতর্ক শিকাৰ বা আয়ত্ব কৰাৰ যোগ্য ক্ষেত্র হ'ল

তৰ্ক প্ৰতিযোগিতা । এই প্ৰতিযোগিতাৰ ঘাইকৈ বিদ্যালয়-মহাবিদ্যালয়-বিশ্ববিদ্যালয়ত অনুষ্ঠিত হয়।

**শিক্ষানুষ্ঠানৰ তৰ্ক প্ৰতিযোগিতা**

প্ৰাচীন ভাৰতত তৰ্ক আৰু ন্যায়শাস্ত্ৰৰ বিশিষ্ট ভূমিকা আছিল। তাৰ্কিকসকলে ক্ষুৰধাৰ যুক্তিৰে ভুল-ভ্ৰান্তিৰ বাধা আঁতৰাই সত্য উন্মোচন কৰিছিল। একেদৰে ন্যায়শাস্ত্ৰ আছিল ভাৰতীয় মনীষাৰ প্ৰকাশ, চিন্তাৰ আকৰ। গণতান্ত্ৰিক শাসন ব্যৱস্থাতো সেয়ে তৰ্ক-বিতৰ্কৰ গুৰুত্বপূৰ্ণ ভূমিকা আছে।

শিক্ষায়তনত অনুষ্ঠিত তৰ্ক প্ৰতিযোগিতা সাধাৰণতে একোটা বিশেষ উপলক্ষ্যত অনুষ্ঠিত হয়। তৰ্কৰ বিষয় আগতেই প্ৰতিযোগীসকলক জনাই দিয়া হয়। তৰ্কৰ বিষয় প্ৰতিযোগিতাৰ প্ৰস্তাৱ বা বিষয় বুলি গণ্য কৰা হয়। তাৰ পাছত প্ৰস্তাৱৰ সপক্ষে আৰু বিপক্ষে গঠন হয় দুটা দল। দুয়োদলৰ বাবে একোজনকৈ দলপতি নিৰ্বাচন কৰাৰো নিয়ম আছে। তৰ্ক প্ৰতিযোগিতা (সাধাৰণতে যাক কোৱা হয় সদন) পৰিচালনাৰ দায়িত্ব যাৰ ওপৰত ন্যস্ত হয় তেওঁক কোৱা হয় সদনৰ অধ্যক্ষ। অধ্যক্ষৰ আমন্ত্ৰণত সপক্ষ আৰু বিপক্ষ দলৰ একো একোজন প্ৰতিযোগীয়ে নিৰ্দিষ্ট কৰি ৰখা সময়ৰ ভিতৰত নিজৰ নিজৰ পক্ষ অৱলম্বন কৰি যুক্তি প্ৰদৰ্শন কৰে। কাৰ যুক্তি সবল হয়, তাক বিচাৰৰ বাবে সাধাৰণতে দুই-তিনিজনীয়া এটা বিচাৰকৰ দলো থাকে। বিচাৰকৰ ৰায় অনুসৰি অধ্যক্ষই নিজ মন্তব্যসহ কোনে যুক্তি প্ৰদৰ্শনত দক্ষতা অৰ্জন কৰিছে, বা প্ৰথম, দ্বিতীয় কোন হৈছে তাক ঘোষণা কৰে। কোনো কোনো ক্ষেত্ৰত দৰ্শক-শ্ৰোতাৰো মতামতো তৰ্ক প্ৰতিযোগীৰ দক্ষতা প্ৰদৰ্শনৰ মাপকাঠিৰূপে বিবেচনা কৰা হয়।

তৰ্ক প্ৰতিযোগিতাৰ কোনো বিশেষ লিখিত তথা নিৰ্ধাৰিত নিয়মাৱলী নাই যদিও প্ৰতিযোগীসকলে কেইটামান অলিখিত নিয়ম অনুসৰণ কৰা আৱশ্যক। তৰ্ক প্ৰতিযোগিতাত অংশগ্ৰহণকাৰী সকলোৱেই বক্তা, লগতে তাৰ্কিকো। বক্তা হিচাপে তেওঁ হ'ব লাগে বাগ্মী। বক্তব্যৰ ওজস্বিতা, সাৱলীলতা, ভাষাৰ মাধুৰ্য আদি এজন তাৰ্কিকৰ অপৰিহাৰ্য গুণ। একেদৰে তেওঁৰ প্ৰয়োজন বিপক্ষৰ যুক্তি খণ্ডনৰ উপযোগী প্ৰতিযুক্তি উপস্থাপন আৰু নিজৰ বক্তব্যৰ সমৰ্থনত সবল যুক্তি প্ৰদৰ্শনৰ ক্ষমতা। নিৰ্ধাৰিত সময়ৰ ভিতৰত বক্তব্য শেষ কৰাৰ প্ৰতি প্ৰতিযোগীজনে লক্ষ্য ৰাখিব লাগে। ভাষণ হ'ব লাগে চমু আৰু প্ৰস্তাৱিত বিষয়কেন্দ্ৰিক। প্ৰতিপক্ষৰ বক্তাক ব্যক্তিগতভাৱে আক্ৰমণ আৰু কটুভাষণ সম্পূৰ্ণৰূপে বৰ্জনীয়।

পুথিগত বিদ্যাই জ্ঞান অৰ্জনত সহায় কৰে। স্বাধীন চিন্তাশক্তি বিকাশত তৰ্ক প্ৰতিযোগিতাৰ দৰে সহযোগী শিক্ষা পদ্ধতিৰ বিশিষ্ট ভূমিকা আছে। তৰ্ক প্ৰতিযোগিতাই বক্তাক যুক্তিধৰ্মী আৰু বাকপটু হোৱাত সহায় কৰে। এনে প্ৰতিযোগিতাই ছাত্ৰ-ছাত্ৰীৰ জ্ঞান আহৰণ আৰু জ্ঞানানুসন্ধান প্ৰবৃত্তি জাগৃত কৰি তোলে। আইনজীৱী হ'বলৈ হ'লে ভাল বক্তা আৰু তাৰ্কিক হোৱা আৱশ্যক। তৰ্ক প্ৰতিযোগিতাই দিয়ে ইয়াৰ প্ৰাথমিক শিক্ষা। এনে তৰ্ক প্ৰতিযোগিতায়েই ভৱিষ্যতৰ সাংসদৰ বাবেও এক পটভূমি প্ৰদান আৰু প্ৰস্তুত কৰি দিয়ে।

**সামৰণি**

দক্ষ আইনজীৱী, শিক্ষক বা সাংসদ হোৱাৰ ক্ষেত্ৰত তৰ্ক প্ৰতিযোগিতাৰ বিশেষ ভূমিকা আছে। সেয়ে বিদ্যালয়-মহাবিদ্যালয়, বিশ্ববিদ্যালয়, বিভিন্ন সংঘ, সংস্থা, ক্লাব আদিত ব্যাপক আৰু নিয়মিতভাৱে তৰ্ক প্ৰতিযোগিতাৰ আযোজন বাঞ্ছনীয়।

গণতান্ত্ৰিক যুগত মতামত প্ৰকাশৰ স্বাধীনতা সকলোৰেই আছে। কিন্তু সেই মতামত যুক্তিসংগত আৰু সত্যনিষ্ঠ হোৱা আৱশ্যক। বিপক্ষৰ যুক্তিৰ কষটিত নিজৰ বিশ্বাসৰ সত্যক পৰীক্ষা কৰি ল'ব নোৱাৰিলে সত্যৰ পূৰ্ণ মূল্যায়ন নহয়। সত্যৰ মূল্যাযনতেই মনৰ ভ্ৰান্তি দূৰ হয় আৰু সৃষ্টি হয় পাৰস্পৰিক বুজা-বুজিৰ অনুকূল পৰিৱেশ। তৰ্ক প্ৰতিযোগিতা সেই পাৰস্পৰিক বুজা-বুজিৰ তীৰ্থক্ষেত্ৰ, সত্যৰ মূল্যাযনৰ যথাৰ্থ বিচাৰালয়।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ ছাত্ৰজীৱন আৰু তৰ্ক প্ৰতিযোগিতা ২ তৰ্ক প্ৰতিযোগিতাৰ প্ৰয়োজনীয়তা ৩ তৰ্ক প্ৰতিযোগিতাৰ উপকাৰিতা

# সামাজিক বনানীকৰণ আৰু অসম

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সামাজিক বনানীকৰণ ঃ এক পদক্ষেপ - অসমত সামাজিক বনানীকৰণ - সামৰণি

**ভূমিকা**

প্ৰাকৃতিক সম্পদেৰে ঐশ্বৰ্যশালী অসম। প্ৰকৃতি নিৰ্ভৰ অসমে প্ৰতিদিনে প্ৰকৃতিৰ পৰা সম্পদ আহৰণ কৰি আহিছে। ফলস্বৰূপে অসমৰ চিৰসেউজ ছবিখনো দিনে দিনে ধূঁৱলী-কুঁৱলী হৈ পৰিছে। অসমৰ প্ৰকৃতিয়ে সেউজবুলীয়া সাজযোৰ সলাবলৈ আৰম্ভ কৰিছে। সেউজ আৱৰণখন সম্পূৰ্ণৰূপে হেৰাই যোৱাৰ আগতেই ইয়াক ধৰি ৰাখিবলৈ প্ৰযোজন হৈছে এটা সেউজ বিপ্লৱৰ।

ক্ৰমাগতভাৱে অসমত হাবি-বননিৰ পৰিমাণ হ্ৰাস হৈ আজি তাৰ ঠাইত গঢ়ি উঠিছে নগৰ, মহানগৰ, কল-কাৰখানা, উদ্যোগ-প্ৰতিষ্ঠান আদি। নগৰীকৰণ আৰু উদ্যোগীকৰণে সুখৰ বতৰা আনিলেও বননি উচ্ছেদেও সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰিছে। অসমত বন ধ্বসংৰ যি উজান উঠিছে সি অতি গুৰুতৰ ৰূপ ধাৰণ কৰিবলৈ বেছি দিন নাই। সংকট গভীৰ হোৱাৰ আগতেই জনসাধাৰণ সজাগ আৰু সচেষ্ট হ'লে নতুন প্ৰজন্ম সুস্থভাৱে জীযাই থকাৰ পৰিৱেশ গঢ়ি তুলিব পৰা যাব।

জনবসতিৰ ঘনত্ব বৃদ্ধি, অধিক কৃষি ভূমিৰ প্ৰয়োজনীয়তা, জনসিঞ্চন, ঔদ্যোগীকৰণ আদিৰ বাবে প্ৰতিবছৰে বনভূমি উচ্ছেদ কৰা হৈছে। ঝুম খেতি আৰু সম্পদলোভী মানুহে জধে মধে বনাঞ্চল ধ্বংস কৰাত পাৰিপাৰ্শ্বিকতাত সালসলনি ঘটিছে। পাহাৰীয়া অঞ্চলত

গছ কাটি মাটি খহাই বাসোপযোগী কৰা হৈছে। ফলত গৰাখহনীয়া বৃদ্ধি হৈ আহিছে। নদীৰ বুকু তৰাং হৈ সঘনে বানপানীয়ে তাণ্ডৱলীলাৰে মানুহৰ বিলাই-বিপত্তিৰ অন্ত নোহোৱা কৰিছে। বানপানীযে বছৰত দুই-তিনিবাৰ ধুৱাই ব্ৰহ্মপুত্ৰৰ দুযোপাৰ অন্তহীন বালিৰে মৰুভূমি সদৃশ কৰিছে। বছৰি এই মৰুভূমিসদৃশ বালি বৃদ্ধি হৈ অহাটো অশুভ লক্ষণ।

আনহাতে অসমৰে দুখনমান জিলাত পৰ্যাপ্ত বৰষুণ, আন দুখনমানত খৰাং। বৃষ্টিছায়া অঞ্চলৰূপে পৰিচিত অঞ্চলত বৰষুণৰ পৰিমাণ কমি যোৱাটো মন কৰিবলগীয়া। তদুপৰি পৰিৱেশ প্ৰদূষণ, বায়ুমণ্ডলত অক্সিজেনৰ পৰিমাণ হ্ৰাস, অ'জন স্তৰত সৃষ্টি হোৱা বিক্ৰিয়া আৰু ভূ-পৃষ্ঠলৈ নিঃসৰিত হোৱা অতি বেঙুনীয়া ৰশ্মি আদিৰ ভয়াবহ পৰিমাণৰ কথাও প্ৰসংগতে যোগ দিব পাৰি। সৰহসংখ্যক পাৰিপাৰ্শ্বিক সমস্যা সৃষ্টিৰ মূলতে আছে মানুহৰ অবিবেচক কৰ্ম-কাণ্ড। প্ৰকৃতিৰ লগত মানুহৰ এই সংঘাত আজি মানৱ জাতিৰ অস্তিত্বৰ বাবেই শংকাৰ কাৰণ হৈ উঠিছে। সেযেহে সেউজীয়া প্ৰকৃতিৰ তুলনাবিহীন উপযোগিতাৰ কথা মনত ৰাখি ইযাক সঞ্জীৱিত কৰাৰ চেষ্টা কৰা হৈছে, গ্ৰহণ কৰা হৈছে বিভিন্ন কাৰ্যসূচী, সজাগতাৰ অভিযান।

**সামাজিক বনানীকৰণ ঃ এক পদক্ষেপ**

প্ৰকৃতিৰ চিৰসেউজ প্ৰতিচ্ছবিখন ম্লান হ'বলৈ নিদি পুনৰ উজ্জ্বল কৰাৰ মানসেৰে গ্ৰহণ কৰা চৰকাৰী কাৰ্যসূচীসমূহৰ ভিতৰত অন্যতম সামাজিক বনানীকৰণ। ভাৰতৰ প্ৰাক্তন প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ 'কুৰিদফীয়া অৰ্থনৈতিক আঁচনি'ত প্ৰথমবাৰৰ বাবে বনানীকৰণত গুৰুত্ব আৰোপ কৰি নীতি-নিৰ্ধাৰণ কৰা হয়। কুৰিদফীয়া অৰ্থনৈতিক আঁচনিৰ বাৰ নম্বৰ দফাটোত সামাজিক বনানীকৰণ সম্পৰ্কে উল্লেখ কৰা হৈছিল। এই আঁচনিত চৰকাৰী যিকোনো মাটিতে ব্যাপকভাৱে বৃক্ষৰোপণ কৰি প্ৰাকৃতিক ভাৰসাম্যতা ঘূৰাই অনাৰ ব্যৱস্থা কৰাৰ কথা উল্লেখ কৰা হৈছিল। ইয়াৰ বাবেই বিভিন্ন বাট-পথত শোভাবৰ্ধক, ছায়া প্ৰদানকাৰী আৰু লাগতিয়াল গছ ৰোৱাৰ ব্যাপক প্ৰচেষ্টাৰ কথা ঘোষণা কৰা হৈছে। সামাজিক বনানীকৰণৰ আঁচনিসমূহ কেইবাটাও ভাগত বিভক্ত কৰা হৈছে। যেনে ঃ সাধাৰণ অঞ্চলত সামাজিক বনানীকৰণ, জনজাতীয় উন্নয়ন আঁচনি, অনুসূচিত জাতি উন্নয়ন আঁচনি, কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা অনুমোদিত গএগ্ৰা ৰাইজৰ বাবে খৰি বাগান স্থাপন আদি। ইয়াৰ উপৰি বনবিভাগে ৰূপায়িত কৰা অন্যান্য আঁচনিসমূহৰ ভিতৰত আছে চেগুণ ৰোপণ আঁচনি, প্লাইউড আঁচনি, জুইশলাৰ কাঠ উৎপাদন আঁচনি জীৰ্ণপ্ৰাপ্ত সংৰক্ষিত বনভূমিত বৃক্ষৰোপণ কৰি পুনৰ উজ্জীৱিত কৰা, লাভজনক বৃক্ষৰোপণ আঁচনি, নিম্নগামী বনভূমি পুনৰ সংস্থাপন, গৌণ বনজ সম্পদ আৰু ঔষধ জাতীয় বৃক্ষ ৰোপণ আঁচনি ইত্যাদি।

**অসমত সামাজিক বনানীকৰণ**

অসমত ৰাজ্যিক ভিত্তিত পৃথককৈ সামাজিক বনানীকৰণৰ আঁচনি হাতত লোৱা হয় ১৯৮০ চনত। অসমৰ গাঁৱে-ভূঞে, নগৰে-চহৰে, পতিত মাটি, গো-চাৰণ ভূমি, আলিৰ দাঁতি, বিদ্যালয়, ধৰ্মীয় আৰু সামাজিক অনুষ্ঠান ইত্যাদিত বৃক্ষৰোপণ কৰি

নাগৰিসকসকলক সচেতন কৰাৰ কথা ঘোষণা কৰা হৈছে। সামাজিক বনানীকৰণৰ কাৰ্যসূচীত কৃষি ক্ষেত্ৰত বৈজ্ঞানিক পদ্ধতিৰ প্ৰয়োগৰো প্ৰচেষ্টা কৰা হৈছে। পাহাৰীয়া অঞ্চলত ব্যাপকভাৱে চলি থকা ঝুম খেতিয়ে টকলা কৰা পাহাৰত গছপুলি ৰোপণ কৰাৰ উদ্দেশ্যে পুলি বিতৰণৰ ব্যৱস্থা কৰা হৈছে। সামাজিক বনানীকৰণৰ অন্তৰ্গত ব্যাপকভাৱে গছপুলি ৰোপণৰ বাবে প্ৰয়োজন হোৱা পুলি উৎপাদনৰ নিজা ব্যৱস্থা আছে। পুলি বাগান ৰক্ষণাবেক্ষণৰ বাবে বিশেষ ব্যক্তিক দায়িত্ব দিয়াৰ লগতে পুলিৰ বাবে উন্নত মানৰ বীজ সংগ্ৰহ, পলিথিনৰ বেগ আদিৰ চৰকাৰীভাৱে যোগান ধৰা হয়। ৰাইজৰ মাজত বিনামূল্যে পুলি বিতৰণ কৰি বনানীকৰণ সম্পৰ্কে প্ৰতিজন ব্যক্তিকে সজাগ কৰি তোলাৰ অহৰহ চেষ্টা কৰাৰ কথাও চৰকাৰীভাৱে ঘোষণা কৰা হৈছে।

সামাজিক বনানীকৰণৰ চৰকাৰী আঁচনিসমূহৰ মূল লক্ষ্য গছপুলি ৰোপণ যদিও সেইবোৰ সুৰক্ষাৰ দায়িত্বও চৰকাৰী বিভাগে গ্ৰহণ কৰে। গছপুলি ৰোৱাৰ পাছৰ প্ৰথম চাৰিটা বছৰ বন বিভাগে ইয়াৰ তত্ত্বাৱধান ল'ব লাগে। সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ চৌহদত ৰোপণ কৰা গছপুলিসমূহৰ দাযিত্ব সেই অনুষ্ঠানৰ হাতত এৰি দিযে। সামাজিক বনানীকৰণৰ সমগ্ৰ আঁচনিৰ প্ৰতিটো পদক্ষেপতে সফলতা লাভ কৰাৰ বাবে এটা বৃহৎ চৰকাৰী বিভাগ আছে , কৰ্মৰত অসংখ্য কৰ্মচাৰী আছে। বিগত দুটা দশকত পৰ্যায়ক্ৰমে বনানীকৰণ কৰাৰ চৰকাৰী তথ্য মজুত আছে। তদুপৰি সৰ্বসাধাৰণৰ মাজত সজাগতা আৰু জনপ্ৰিযতা সৃষ্টি কৰি বনানীকৰণ ব্যাপক কৰাৰ প্ৰচেষ্টা গ্ৰহণ কৰা হৈছে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল, সেউজী সপ্তাহ, বন মহোৎসৱ, পাৰিপাৰ্শ্বিকতা দিৱস, বিশ্ব বন দিৱস ইত্যাদি। বনানীকৰণ সম্পৰ্কে সচেতনতা জগাই তুলিবৰ বাবে ৰেকৰ্ড, কেছেট, চলচ্চিত্ৰ, প্ৰচাৰ মাধ্যমৰ বিভিন্ন শাখাৰ সহায় লোৱা হয। পথৰ কাষত, পৌৰাণিক কীৰ্তিচিহ্নৰ চৌহদ আদিত উদ্যান পতা হৈছে।

২০০৫ চনৰ প্ৰতিবেদনত অসমৰ বনাঞ্চল মাত্ৰ ২৬ ৬২ শতাংশ। কিন্তু ১৯৮৮ চনৰ ভাৰতীয বননীতি অনুযায়ী বনভূমিৰ পৰিমাণ ৩৩ ৩ শতাংশ হোৱা উচিত। এনে অৱস্থাত অসমত সামাজিক বনানীকৰণৰ এটা নিৰ্দিষ্ট লক্ষ্যত উপীত হ'ব পৰা ন'গল বুলিযেই ক'ব পাৰি।

অসমৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ সঘন সালসলনিৰ কথাটো বনভূমিৰ লগত জড়িত। অতিবৃষ্টি, অনাবৃষ্টিৰ লগতে উষ্ণতা বৃদ্ধিৰ প্ৰাবল্যই অসমৰ জীৱন যাত্ৰাত বাৰুকৈয়ে প্ৰভাৱ পেলাইছে। বতৰ বিজ্ঞানীৰ মতে অসমত বনাঞ্চলৰ পৰিমাণ দিনে দিনে কমি অহাৰ ফলতেই এনে হৈছে।

চৰকাৰী ভাষ্যমতে, বৰ্তমান অসমত সামাজিক বনানীকৰণৰ বাবে মাটিৰ অভাৱ। তথাপিও অসমৰ বাট-পথৰ দুযোকাষে শৃংখলিতভাৱে বনবিভাগে ৰোপণ কৰা গছৰ লানি দেখিবলৈ পোৱা টান। প্ৰতিবছৰে হাজাৰ হাজাৰ গছপুলি বিনামূল্যে বিতৰণ কৰা হয়। সেই পুলিবোৰ গছ হ'বলৈ পোৱা হ'লে অসমত বনাঞ্চলৰ নাটনি নাথাকিলহেঁতেন। জনসাধাৰণৰো সৰহসংখ্যকেই এতিয়াও গছৰ প্ৰয়োজনীয়তা সম্পৰ্কে সজাগ নহয়।

অন্যহাতে বহু লোকৰ মনত এটা ধাৰণা আছে অসমত গছ-গছনিৰ পৰিমাণ বেছি আৰু সেয়ে বাৰিষা বৰষুণ বেছিকৈ হৈ বানপানীৰ সৃষ্টি কৰে। এনে ভুল ধাৰণা সলনি কৰিব নোৱাৰিলে সামাজিক বনানীকৰণৰ আঁচনি সম্পূৰ্ণৰূপে সফল হ'ব নোৱাৰে।

সামাজিক বনানীকৰণৰ নামত প্ৰতিবছৰে কৰা ব্যয়ৰ অনুপাতে লাভালাভ অতি নগণ্য। চৰকাৰী ফাইলত প্ৰতিবছৰে বহু হেক্টৰ মাটিত বনানীকৰণ হ'লেও অসমৰ প্ৰকৃতিলৈ ভাৰসাম্যতা অহা নাই। অসমত এতিয়াও অধিক বনাঞ্চলৰ প্ৰয়োজন।

**সামৰণি**

দৰাচলতে বৃক্ষৰোপণক অপৰিহাৰ্য প্ৰাত্যাহিক কৰ্মৰূপে প্ৰতিজন ব্যক্তিয়ে গণ্য কৰা উচিত। আজিও অসমৰ অৰ্ধেকসংখ্যক মানুহে খৰিকে ইন্ধনৰূপে ব্যৱহাৰ কৰে। এই চাহিদা পূৰণৰ বাবে দৈনিক গছ কটা হয়। ইয়াৰ বিপৰীতে গছপুলি ৰোৱাটো পৰিপূৰক কাম ৰূপে গণ্য হোৱা নাই। সম্পদৰ লোভত চোৰাংকৈ অৰণ্য ধ্বংস কৰা অপৰাধীৰ সংখ্যাও অসমত কম নহয়। বৰষুণৰ বাবে, পৰিষ্কাৰ পানীৰ বাবে, ঋতু পৰিৱৰ্তনৰ বাবে, মুক্ত বিশুদ্ধ বতাহৰ বাবে জীযাই থাকিবৰ বাবে মানুহক গছ লাগিবই। সেয়ে বৃক্ষৰোপণ হ'ব লাগিব ধৰ্ম, বৃক্ষ প্ৰতিপাল হ'ব লাগিব ঈশ্বৰ ভক্তিৰ এক মাধ্যম।

# ভাৰতৰ নদী সংযোগ আঁচনি আৰু অসম

**ৰচনাৰ সংকেত ঃ** ভূমিকা - নদী সংযোগ কি - থোৰতে আঁচনিখন - নদী সংযোগ কিয় - নদী সংযোগ কেনেদৰে হ'ব - নদী সংযোগৰ প্ৰয়োজনীয়তা - নদী সংযোগৰ ফলত অসম লাভান্বিত নহয় - নদী সংযোগৰ বিকল্প - সামৰণি

*নিজানে নদীৰ কাষত বহিব জানিলে জানিবা নদীযে কিমান কবিতা জানে, কিমান গান জানে, জানে কিমান অলৌকিক গল্প/নিজানে নদীৰ কাষত থিয় দিব জানিলে শুনিবা/শুশোভিত পোহৰৰ অনুস্বৰ বিসৰ্গ।*

— **বিপুলজ্যোতি শইকীয়া**

**ভূমিকা**

যোৱা কিছু বছৰ ধৰি ভাৰতৰ নদী সংযোগ আঁচনিয়ে সমগ্ৰ দেশতে বিশেষ চৰ্চা লাভ কৰিছে। ২০০৩ চনতে আৰম্ভ কৰা এই আঁচনি সন্দৰ্ভত বিভিন্ন মহলত বিভিন্ন প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছে।

**নদী সংযোগ কি**

যেতিয়া এখন নদীক কৃত্ৰিমভাৱে অন্য এখন নদীৰ সৈতে লগ-লগাই দিয়া হয় তাকে নদী সংযোগ বোলে। অৰ্থনৈতিক দিশত লাভৰ বাবে অথবা ৰাজহুৱা স্বাৰ্থৰ প্ৰতি

লক্ষ্য ৰাখি কেতিয়াবা দুখন নদীক সংযোগ কৰাৰ প্ৰয়োজনীয়তা আহি পৰে। তেতিয়া খাল খান্দি নদী দুখনক লগ লগোৱা কাৰ্যক 'নদী সংযোগ' বোলা হয়। বহুক্ষেত্ৰত নদীক সংযোগতকৈ কেতিয়াবা একোখন সৰ্পিল নদীক (Meandering River) খালি খান্দি (Channel Cutting) লগ লগোৱা হয়, যাতে নদীৰ সৰ্পিল অংশই সৃষ্টি কৰা গৰাখহনীয়া অথবা বানপানী ৰোধ কৰিব পৰা যায়। কিন্তু ভাৰতৰ নদীসমূহক সংলগ্ন কৰিব পৰা প্ৰকল্পটোৰ পৰিসৰ বহল বাবে যুক্তি-তৰ্ক অথবা আৱেগৰ কথাত জনসাধাৰণে মাত মাতিছে। নদী সংযোগ কি, কিয় আৰু ইয়াৰ ইতিবাচক অথবা নেতিবাচক দিশ কেনে হ'ব তাকে বিস্তৃতভাৱে আলোচনা কৰাৰ থল আছে।

**থোৰতে আঁচনিখন**

এই আঁচনিত দেশৰ ৩০খন নদীক পৰস্পৰৰ লগত সংযোগৰ পৰিকল্পনা কৰা হৈছে। ইয়াৰ ফলত যি নদী অৱবাহিকাৰ উদ্বৃত্ত (surplus) বা অতিৰিক্ত পানী আছে, সেইখিনি পানীৰ অভাৱ থকা অৱবাহিকা অঞ্চললৈ বোৱাই নিয়া হ'ব। তদুপৰি ব্ৰহ্মপুত্ৰ আৰু গংগা অৱবাহিকাত বানপানী ৰোধৰ ব্যৱস্থা কৰা হ'ব, খৰাং প্ৰৱণ এলেকাত পানীৰ যোগান ধৰা হ'ব। চৰকাৰৰ হিচাপ অনুসৰি এই আঁচনিৰ সহাযত ৩ ৫ কোটি হেক্টৰ মাটিত জলসিঞ্চনৰ ব্যৱস্থা কৰিব পৰা যাব। তদুপৰি ইয়াৰ পৰা ৩০,০০০ মেগাৱাট জলবিদ্যুৎ উৎপাদন হ'ব। সমান্তৰালভাৱে জলপথেদি পৰিবহণৰ সুযোগ ঘটিব, পথ আৰু ৰে'লপথৰ ওপৰত চাপ কমিব। এই প্ৰকল্পই প্ৰতিবছৰে এক কোটি কৰ্ম সংস্থানৰো সুযোগ দিব।

**নদী সংযোগ কিয়**

নদী সভ্যতাৰ বাহক। নদীৰ পাৰতে ইতিহাসৰ সভ্যতাবোৰ ঠন ধৰি উঠিছে। নদীৰ ধ্বংসাত্মক দিশ থাকিলেও মানুহে নদীক বেযা দৃষ্টিৰে নাচায, কাৰণ নদী আৰু মানুহৰ সম্পৰ্ক মাক আৰু কেঁচুৱাৰ দৰেই নিৰ্ভেজাল , আন্তৰিক। প্ৰাচীন কালৰে পৰা নদীযে কৃষি কাৰ্যত উল্লেখযোগ্য ভূমিকা পালন কৰি আহিছে। ২০০৩ চনত চৰকাৰে ভাৰতৰ অন্যান্য নদীৰ লগত ব্ৰহ্মপুত্ৰক সংযোগ কৰাৰ যি অভিলাষী প্ৰকল্প গ্ৰহণ কৰিছে তাৰ বাবে মুঠ ৫,৬০,০০০ কোটি টকা ধাৰ্য কৰিছে আৰু এই প্ৰকল্প ২০০৪ চনৰ এপ্ৰিলত আৰম্ভ কৰি ২০১৬ চনৰ ৩১ আগষ্টৰ ভিতৰত ৰূপাযণ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছে।

কেন্দ্ৰীয় চৰকাৰৰ তথ্য মতে উত্তৰ ভাৰতৰ খৰাংপীডিত অঞ্চলত জলসিঞ্চন, দক্ষিণ ভাৰতৰ ক্ৰমে হ্ৰাস হোৱা ভূ-তলীয়া জলস্তৰ ৰোধ আৰু বান অধ্যুষিত অঞ্চলত বানৰ প্ৰকোপ হ্ৰাস কৰিবৰ বাবে নদী সংযোগৰ প্ৰয়োজন। তদুপৰি নদীত বান্ধ নিৰ্মাণৰ জৰিয়তে জলবিদ্যুৎ উৎপাদন তথা নদীৰ পানী নিয়ন্ত্ৰণ কৰাটোও অন্যতম লক্ষ্য বুলি ইতিমধ্যে ঘোষণা কৰিছে।

**নদী সংযোগ কেনেদৰে হ'ব ?**

প্ৰাথমিকভাৱে অসমৰ পানী দুটা প্ৰকল্পৰ যোগেদি বাহিৰলৈ নিয়াৰ প্ৰস্তাব ৰখা হৈছে। তাৰে প্ৰথমটো হ'ল ঃ (১) মানাহ-সোণকোষ তীস্তা প্ৰকল্প আৰু (২) যোগীঘোপা-তীস্তা ফাৰাক্কা প্ৰকল্প। প্ৰথমটো প্ৰকল্পৰ জৰিয়তে খালখান্দি পানী প্ৰবাহিত কৰা হ'ব আৰু দ্বিতীয় প্ৰকল্পটো বিশেষ ফলদায়ক নহ'ব। কাৰণ ভৌগোলিকভাৱে গংগাতকৈ যোগীঘোপাৰ উচ্চতা

কম। মানাহৰ পৰা খালখান্দি ভাৰত-ভুটান সীমাইদি সোণকোষলৈ পানী নিব পৰা হ'ব আৰু তাৰ পৰা একে পদ্ধতিৰে তীস্তা নদীৰ লগত সংযোগ কৰা হ'ব। পুনৰ তীস্তাৰ লগত গংগা-কাবেৰী সংযোগ কৰি দাক্ষিণাত্য আৰু উত্তৰ ভাৰতৰ ৰাজ্যলৈ পানী প্ৰবাহিত কৰিব।

### নদী সংযোগৰ প্ৰয়োজনীয়তা

অসমৰ দুখন প্ৰধান নদী ব্ৰহ্মপুত্ৰ আৰু বৰাক। দুয়োখন নদীৰ অববাহিকা অঞ্চলে আগুৰি আছে ভাৰতৰ মুঠ মাটিকালিৰ ৭ ২ শতাংশ। এই অঞ্চলৰ নদীৰ পানীৰ পৰিমাণ দেশৰ মুঠ পানীৰ ৩২ শতাংশ। অন্যহাতে দক্ষিণ ভাৰতৰ আটাইকেইখন নদীৰ মুঠ পানীৰ পৰিমাণ মুঠ পানীৰ মাথো ১৯ শতাংশ। মাটিকালিৰ হিচাপত দাক্ষিণাত্যৰ পানীৰ পৰিমাণ নগণ্য। সেইবাবে সেই অঞ্চলত পানীৰ সুস্থিৰতা আনিবলৈ একমাত্ৰ উপায় হৈছে উত্তৰ-পূবৰ নদীকেইখনক দাক্ষিণাত্যৰ নদীৰ লগত সংযোগ কৰা। একেদৰে উত্তৰ ভাৰতৰ ৰাজস্থান, পঞ্জাব, হাৰিযানা, উত্তৰ প্ৰদেশৰ কিছু অঞ্চল খৰাংপীডিত। গতিকে উল্লিখিত ৰাজ্যবোৰত জলসিঞ্চনৰ প্ৰতি লক্ষ্য ৰাখি প্ৰস্তাৱ কৰা হৈছে নদী সংযোগৰ। আপাত দৃষ্টিত এনে এখন আঁচনিযে ভাৰতৰ প্ৰতিজন মানুহৰ পূৰ্ণ সমৰ্থন লাভ কৰিব লাগিছিল। কিন্তু আঁচনিখন ৰূপাযণৰ ক্ষেত্ৰত দেখা দিব পৰা সম্ভাব্য সমস্যাৰ বাবে ৰাইজে আঁচনিখনত হাত উজান দিব পৰা নাই। প্ৰকল্পটো অসমৰ বাবে অভিশাপ স্বৰূপ হৈ উঠিব পাৰে বুলি এচাম বিশেষজ্ঞই চিন্তা-চৰ্চা কৰিছে।

### নদী সংযোগৰ ফলত অসম লাভান্বিত নহয়

ভাৰত চৰকাৰৰ ৰাষ্ট্ৰীয় জলবিকাশ এজেন্সিৰ (National Water Development Agency) মতে অসমৰ পানীভাগ উদ্বৃত্ত। কিন্তু অসমৰ নদী বিশেষজ্ঞই প্ৰকাশ কৰা মতে, অসমৰ পানী উদ্বৃত্ত হ'ব নোৱাৰে। কাৰণ ব্ৰহ্মপুত্ৰইদি বাৰিষা কালত, অৰ্থাৎ, জুনৰ পৰা ছেপ্টেম্বৰলৈ মুঠ পানীৰ ৭৫ শতাংশ বৈ যায। একেদৰে নবেম্বৰৰ পৰা মাৰ্চলৈ প্ৰৱাহিত হয ২ শতাংশ পানী। তদুপৰি অসম কেৱল বান অধ্যুষিত অঞ্চল নহয। মনত ৰখা ভাল অসমৰ নগাঁও, হোজাই, লংকা আৰু গোলাঘাটৰ কিছু অংশ বৃষ্টিছাযা অঞ্চল (Rainshadow area)। ভৰ বাৰিষা কালতো এইকেইটা অঞ্চলত অনিযমীযাভাৱে খৰাং পৰিস্থিতিৰ উদ্ভৱ হয। এই দিশৰ পৰা চালেও অসমৰ পানীখিনি উদ্বৃত্ত নহয।

অসম নদী সমূহক ভাৰতৰ অন্যান্য নদীৰ সৈতে সংযোগ কৰিলে হ'ব পৰা ক্ষতিসমূহ থোৰতে এনেধৰণৰ ঃ

১ খাল খন্দাৰ ফলত নামনি অসমৰ বুজন পৰিমাণৰ কৃষিভূমি খালৰ নামত জাহ যাব।

২ খালৰ বাবে প্ৰযোজনীয় ভূমি কৃষকে হেৰুৱাব লাগিব।

৩ মানাহৰ জলপৃষ্ঠ কমি যাব, যি ৰাষ্ট্ৰীয় উদ্যানখনলৈ শংকা মাতি আনিব।

৪ যথেষ্ট সংখ্যক খিলঞ্জীযা মানুহৰ বসতিস্থলৰ উচ্ছেদ হোৱাৰ সম্ভাৱনা প্ৰকট।

৫ দীৰ্ঘ দূৰত্বৰ হ'ব লগা খালবোৰৰ ওপৰেদি যোগাযোগৰ বাবে দলঙৰ প্ৰয়োজন হ'ব। বৰ্তমান ভগ্নপ্ৰায় দলং নিৰ্মাণতে ব্যৰ্থ হোৱা অসম চৰকাৰৰ বাবে সেই সমস্যা অসহনীয় বোজা হৈ পৰিব।

৬ মানাহ আৰু সোণকোষে নদীত বান্ধ নিৰ্মাণ কৰিলে জলবিদ্যুৎ উৎপাদন হ'ব, কিন্তু ইয়াৰ ফলত পাৰিপাৰ্শ্বিক ভাৰসাম্য বিনষ্ট হ'ব।

৭ অসমৰ জলবায়ু পৰিৱৰ্তন হ'ব পাৰে।

৮ ২০২৫ চনত অসমৰ ভূ-তলীয় স্তৰ হ্রাস পাব বুলি এক তথ্যত প্ৰকাশ। গতিকে সঞ্চিত পানী এতিয়া অন্যক দান দিলে এটা সময়ত অসম খৰাংপীডিত অঞ্চল বুলি চিহ্নিত হ'ব।

উল্লিখিত তথ্যৰ পৰা এটা কথা স্পষ্ট হৈছে যে নদী সংযোগ ঘটালে অসমৰ লাভৰ ঘৰত থাকিব শূন্য। অন্য ৰাজ্যহে অসমৰ পানীৰে চহকী হ'ব। পানীৰ বৰ্হিগমনৰ ফলত অসমৰ নদ-নদীৰ চৰিত্ৰত সলনি হ'ব। বিখ্যাত ভূগোলবিদ উইলিয়াম ম'ৰিছ ডেভিছে নদী সম্পৰ্কীয় গৱেষণা কৰি নদীৰ তিনিটা স্তৰৰ কথা উল্লেখ কৰিছিল — শৈশৱ, যৌৱন আৰু বাৰ্ধক্য। যেতিয়া নদীৰ স্বাভাৱিক গতিপথত কৃত্ৰিম বাধাৰ সৃষ্টি হয় তেতিয়া নদীযে নিজৰ প্ৰকৃতি আৰু চৰিত্ৰ সলনি কৰিবলৈ বাধ্য হয় বুলি তাহানিতে কৈ গৈছে। সেই সূত্ৰ আঁত ধৰি ক'ব পাৰি যে অসমৰ নদীৰ ক্ষেত্ৰতো বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ব।

স্বৰাজোত্তৰ ভাৰতত নদী সম্পৰ্কীয় ভালেমান আযোগ গঠন কৰা হ'ল কিন্তু অসমৰ বানপানী সমস্যাক ৰাষ্ট্ৰীয় সমস্যাৰূপে স্বীকৃতি দিয়া নহ'ল। এতিয়া খৰাংপীডিতৰ বাবে পানী যোগান ধৰি অসমৰ বানপানী সমস্যা সমাধান কৰিব বুলি নদী প্ৰকল্পৰ অধ্যক্ষ সুৰেশ প্ৰভুৱে কৰা মন্তব্যক বহুতে সন্দেহৰ দৃষ্টিৰে চাইছে।

প্ৰকৃতি প্ৰদত্তভাৱে বৈ থকা ব্ৰহ্মপুত্ৰৰ চৰিত্ৰ পৃথিৱীৰ অন্য নদীৰ লগত নিমিলে। সেয়েহে ব্ৰহ্মপুত্ৰৰ ওপৰত লোৱা বিভিন্ন নিয়ন্ত্ৰণৰ ব্যৱস্থাসমূহ ব্যৰ্থ হৈছে। গতিকে নদী সংযোগৰ তালিকাত ব্ৰহ্মপুত্ৰক অন্তৰ্ভুক্ত কৰিলে সময়ত ই কি ৰূপ ল'ব তাক এতিয়াই কৈ দিব নোৱাৰি। তদুপৰি নদী সংযোগ প্ৰকল্পটো আন্তঃৰাজ্যিক সমস্যা হৈ থকা নাই। আন্তঃৰাষ্ট্ৰীয় প্ৰেক্ষাপটতো ভুমুকি মাৰিছে। ভাৰতৰ নদী সংযোগে বাংলাদেশৰ লগতে কাষৰীয়া সুন্দৰবন অভয়াৰণ্যক বিস্তৰ ক্ষতিসাধন কৰিব বুলি দাবী কৰিছে।

নদী সংযোগৰ বাবে খান্দিব লগা খালসমূহে সংশ্লিষ্ট ৰাজ্যবোৰৰ ভূমি অপব্যয় কৰাৰ লগতে যথেষ্ট কাৰিকৰী অসুবিধাৰো অৱতাৰণা কৰিব, কাৰণ বিভিন্ন অঞ্চলত সিঁচৰতি হৈ থকা পাহাৰ, পৰ্বত, ঘৰ, অভয়াৰণ্য আদিযে অসুবিধাৰ সৃষ্টি কৰিব।

**নদী সংযোগৰ বিকল্প**

নদী সংযোগ অসমৰ বাবে কেতিয়াও সুখৰ হ'ব নোৱাৰে, এই কথা ইতিমধ্যে প্ৰতীয়মান হৈছে। গতিকে কেন্দ্ৰীয় চৰকাৰে এই আঁচনিৰ পৰা ব্ৰহ্মপুত্ৰক ৰেহাই দি পোন প্ৰথমে অসমৰ জলসম্পদৰ সঠিক নিয়ন্ত্ৰণ কৰাটো অতীৱ প্ৰয়োজনীয়। অসমৰ প্ৰকৃত পানীৰ হিচাপ, ইয়াৰ ব্যৱহাৰ আৰু ভৱিষ্যত প্ৰযোজনৰ বাবে কিমান পানীৰ প্ৰযোজন তাক নিৰ্ণয় কৰাটো অতি প্ৰয়োজন। এই ক্ষেত্ৰত বিশ্ববিদ্যালয়ৰ ভূগোল, ভূতত্ত্ব অথবা পৰিৱেশ বিজ্ঞান বিভাগৰ শিক্ষক তথা ছাত্ৰ-ছাত্ৰী সমন্বিতে ক্ষেত্ৰ অধ্যযন কৰিলে সঠিক তথ্য উদ্ধাৰ হ'ব বুলি আশা কৰিব পাৰি। খৰাংপীডিত অঞ্চলৰ পানীৰ প্ৰযোজন পূৰাবলৈ বৰষুণৰ পানী সংৰক্ষণ কৰি বিকল্প ব্যৱস্থা কৰিব পাৰি। তদুপৰি তেনে অঞ্চলত ভূ-তলীয় পানীৰ স্তৰ যাতে তললৈ নামি যাব নোৱাৰে তাকো নিশ্চিত কৰিব লাগিব। কাৰণ পানীৰ অভাৱৰ সমস্যা কেৱল নদী সংযোগে সমাধান কৰিব বুলি ভবাটো ভ্ৰান্ত ধাৰণা। খৰাংপীড়িত অঞ্চলত ধান খেতিৰ বিকল্প

হিচাপে কম পানীৰ প্ৰযোজন হোৱা অন্যান্য খেতিত গুৰুত্ব দিলে সুফল পোৱা যাব। তদুপৰি মাটিৰ গুণাগুণ আৰু প্ৰাকৃতিকভাৱে পোৱা পানীৰ ওপৰতো বহু খেতি নিৰ্ভৰ কৰে।

**সামৰণি**

নদী সংযোগ প্ৰকল্পৰ যি পৰিকল্পনা সি সময়ত যে ১০০ শতাংশ সাফল্য লাভ কৰিব তাৰো কোনো নিশ্চযতা নাই। আঁচনিখন বিফল হ'লে ভাৰতৰ জাতীয় আয় আৰু অৰ্থনীতিৰ প্ৰভূত ক্ষতিসাধন হ'ব। সন্দেহ নাই যে অসমৰ পানীয়ে অন্য ৰাজ্যক বিপুলভাৱে সহায় কৰিব, কিন্তু প্ৰতিদানত অসমে কি পাব? এনেবিলাক প্ৰশ্নৰ অৱতাৰণাই অসমৰ জাতীয জীৱনত ভৱিষ্যত সংশযৰ দোমোজাত থিয কৰাইছে। এই সময়ত অসম আৰু অসমীযাৰ সৰ্বসন্মত চূড়ান্ত সিদ্ধান্তই হ'ব ভৱিষ্যত অসমৰ বুনিয়াদ।

# এটি ভ্ৰমণ বৃত্তান্ত

*HSLC 1996*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - গুৱাহাটীলৈ যাত্ৰা আৰু ভ্ৰমণ - সামৰণি

---

**ভূমিকা**

ভ্ৰমণে মানুহৰ জ্ঞানৰ পৰিসীমা বৃদ্ধি কৰে। গ্ৰন্থ, আলোচনী, বাতৰিকাকত আদিত ভ্ৰমণৰ আনন্দ, উপকাৰিতাৰ বিষয়ে পঢ়ি আহিছিলো। লগতে আমাৰ বিদ্যালযৰ এগৰাকী শিক্ষাগুৰুৱে প্ৰায়েই আমাক উপদেশ দি আহিছিল যে পৃথিৱীৰ বুকুত জানিবলগীয়া আৰু স্বচক্ষুৰে চাবলগীয়া বিশাল সম্ভাৰ আছে। কিন্তু সকলো ঐশ্বৰ্য-সম্ভাৰ আৰ্থিক সামৰ্থ থাকিলেও মানুহৰ চমু জীৱনটোত চোৱা সম্ভৱপৰ নহয। যি দৰে পৃথিৱীৰ বিশাল গ্ৰন্থলোকৰ তুলনাত মাত্ৰ কেইখনমান গ্ৰন্থহে মানুহে পঢ়িবলৈ সক্ষম হয়, সেয়া ভ্ৰমণৰ ক্ষেত্ৰতো খাটে। গ্ৰন্থই মানুহৰ জ্ঞান বৃদ্ধি কৰে আৰু ভ্ৰমণে মানুহৰ প্ৰত্যক্ষ অভিজ্ঞতা প্ৰদান কৰাৰ লগতে শিক্ষা-জ্ঞান প্ৰদান, অন্তৰাত্মাক পবিত্ৰতা দান, নতুন নতুন দিশ আৱিষ্কাৰ কৰাত সহায কৰে। সেয়ে আমি সুবিধা পালে ভ্ৰমণ কৰা উচিত। শিক্ষাগুৰুৰ উপদেশত উৎসাহিত হৈ ভ্ৰমণ কাহিনীৰ প্ৰতি মই আকৰ্ষিত হ'লো আৰু সুবিধা পালেই ভ্ৰমণ কাহিনী পঢ়াৰ অভ্যাস কৰিলোঁ। ভ্ৰমণ কাহিনী পঢ়ি এটা কথা অনুধাৱন কৰিব পাৰিলো যে দূৰৰ ঠাই আদি ভ্ৰমণ কৰাৰ লগতে নিজৰ আশে-পাশে থকা ঠাই নাইবা বিভিন্ন সম্পদ কেম্পাছ আদি ভ্ৰমণ কৰিও ভ্ৰমণৰ হেপাঁহ আৰু উদ্দেশ্য পূৰণ কৰিব পাৰি। ভ্ৰমণৰ যি উদ্দেশ্যে — পাৰস্পৰিক বুজাপৰাৰ যোগে মানুহৰ সৈতে ভ্ৰাতৃত্ববোধ, সংহতি সাধন কৰা, সাংস্কৃতিক-ঐতিহাসিক জ্ঞান লাভেৰে মনৰ পৰিসীমা বৃদ্ধি কৰা আদি নিজৰ দেশ বা ৰাজ্যৰ ভিতৰতে আৰম্ভ কৰিব পাৰি। সেয়ে আমাৰ অসমৰে কাজিৰঙা, আহোমৰ ৰজাৰ দিনৰ ঐতিহাসিক সম্পদেৰে ভৰপূৰ শিৱসাগৰ, চৰাইদেউ, প্ৰাকৃতিক ঐশ্বৰ্যৰ ভাণ্ডাৰ উত্তৰ-পূৰ্বাঞ্চলৰ ছুইজাৰলেণ্ড বুলি বিখ্যাত কাৰ্বি আলং, কামাখ্যা আদি ভ্ৰমণৰ বাবে মোৰ এক হাবিয়াস জন্মিল। এই ইচ্ছা পূৰণৰ বাবে মই এটা সুবিধা লাভ কৰিলোঁ। আমাৰ বিদ্যালযৰ পৰা চল্লিশজনীয়া এটি দল

চৰকাৰী উদ্যোগত গুৱাহাটীলৈ শিক্ষামূলক ভ্ৰমণৰ বাবে পঠিওৱাৰ এক ব্যৱস্থা হ'ল। দলটোৰ সদস্য হোৱাৰ সৌভাগ্য মোৰো হ'ল। ভ্ৰমণ কাহিনী পঢ়াৰ অভিজ্ঞতাৰে প্ৰয়োজনীয় সা-সামগ্ৰী বান্ধি মই সাজু হ'লো।

**গুৱাহাটীলৈ যাত্ৰা আৰু ভ্ৰমণ**

উজনি অসমৰ এক ভিতৰুৱা অঞ্চলৰ ল'ৰা হোৱা বাবে আমাৰ দলটোৰ প্ৰায সংখ্যকেই আগতে গুৱাহাটী দেখা নাছিল। সেয়ে আমি উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰৱেশদ্বাৰ গুৱাহাটী দৰ্শনৰ আনন্দ বুকুত কঢ়িয়াই এটা শনিবাৰে সন্ধিয়া দুজন শিক্ষাগুৰুৰ তত্বাৱধানত যাত্ৰা আৰম্ভ কৰি পাছদিনা পুৱা গুৱাহাটী পালোঁ। আগতীয়া বন্দৱস্ত মতে এখন অতিথিশালাত অলপ জিৰণি লোৱাৰ পাছত আৰম্ভ হ'ল আমাৰ গুৱাহাটীৰ বুকুত থকা দৰ্শনীয় স্থানসমূহ ভ্ৰমণৰ কাৰ্যসূচী। পুৱা আঠবজাত নীলাচল পাহাৰৰ একা-বেকা ভাজ বগাই আমাৰ গাড়ী উপস্থিত হ'লগৈ কামাখ্যা মন্দিৰত। সৰুৰে পৰা শুনি থকা ঐতিহ্যমণ্ডিত কামাখ্যা মন্দিৰৰ প্ৰাঙ্গনত ভৰি দি আমি আপ্লুত হৈ পৰিলোঁ। তাৰপৰা গুৱাহাটী মহানগৰখনৰ এক অংশ লগতে তৰ্লত বৈ থকা অসমৰ জনজীৱনৰ এৰাব নোৱাৰা অংগ ব্ৰহ্মপুত্ৰখন দেখি আমাৰ বিশেষকৈ মোৰ হৃদয়ত বুজাব নোৱাৰা অনুভূতিযে কোৱাই গ'ল। মই আগতেই কামাখ্যা মন্দিৰৰ বিষয়ে জানিছিলো যদিও আমাৰ তত্বাৱধাযকে বৰ্ণনা কৰা এই মন্দিৰৰ ইতিহাস আৰু গুৰুত্ব আগ্ৰহেৰে শুনিলো আকৌ এবাৰ। ভক্তৰ সমাগম আৰু পূজাৰী-পাণ্ডাৰ দৌৰা-দৌৰি আদি আজিও মোৰ মনত আছে। কামাখ্যাৰ পৰা গৈ আমি অসমৰ প্ৰথমখন বিশ্ববিদ্যালয় গুৱাহাটী বিশ্ববিদ্যালয আৰু গুৱাহাটী আই আই টি চৌহদতো পাক মাৰি আহিলোঁ। আই আই টি চৌহদটি দেখি ভৱিষ্যতে এনে এক প্ৰতিষ্ঠান পঢ়া বাবে মই নিজকে প্ৰস্তুত কৰিব লাগিব বুলি থিৰাং কৰিলোঁ মনে মনে। এইবাৰ আমি গৈ বালাজী মন্দিৰ আৰু বশিষ্ঠশ্ৰম দৰ্শন কৰিলো। দাক্ষিণাত্যৰ দেৱশক্তিৰ মন্দিৰ বালাজী আৰু হিন্দু ধৰ্মত মুখ্যস্থান পোৱা বশিষ্ঠ মুনিযে প্ৰতিষ্ঠা কৰা দুযোখন ঠাইযেই আমাক মুগ্ধ কৰিলে। যিহেতু আমি দিনটোৰ বাবেহে গুৱাহাটী ভ্ৰমণলৈ গৈছিলো, সেয়ে ইচ্ছা থাকিলেও খুব কম সময়ৰ ভিতৰতে আমি স্থানবোৰ এৰিব লগা হৈছিল। কাৰণ কেইবাটাও গুৰুত্বপূৰ্ণ স্থান আমি দৰ্শন কৰিবলগীয়া আছিল তেতিযাও। দিনৰ প্ৰায বাৰ বজাত আমি খানাপাৰাত থকা বিজ্ঞান যাদুঘৰটিত প্ৰৱেশ কৰিলোগৈ। তাত থকা বিজ্ঞানৰ বিভিন্ন সংগ্ৰহ আৰু পাঠ্যপুথিত থকা বিজ্ঞানৰ পৰিঘটনা স্বচক্ষুৰে দেখাৰ সৌভাগ্য হ'ল। তাৰপৰা আমি গৈ শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ, চিৰিযাখানা চাই দুপৰীয়াৰ আহাৰ গ্ৰহণ কৰিলোঁ। তিনিমান বজাত গৈ আমি ৰাজ্যিক সংগ্ৰহালযত উপস্থিত হ'লো। আমাৰ অসমৰ ঐতিহ্যময় বহু সম্পদ, যেনে ঃ আহোম যুগৰ যুদ্ধৰ নাও, শিলালিপি, বৰটোপ, প্ৰস্তৰ মূৰ্তি, সাংস্কৃতিক তথা নৃতাত্ত্বিক নিদৰ্শন আদি তাত প্ৰত্যক্ষ কৰিলোঁ। এখন টোকা বহীত মই সেইবোৰ মাজৰ পৰা কেতবোৰ গুৰুত্বপূৰ্ণ বিৱৰণ তথ্য লিখিও গৈছিলো। সংগ্ৰহালয়ৰ কাষতে থকা দীঘলীপুখুৰী, ৰবীন্দ্ৰভৱন, কটন কলেজ চৌহদ আদিও কম সময়ৰ ভিতৰতে আমি গাড়ীৰে পাক মাৰি দৰ্শন কৰি ওচৰতে থকা লতাশিল নামৰ ঠাইখনত উপস্থিত হ'লো। তাত ওচৰা-ওচৰিকৈ আছে উচ্চ ন্যায়ালয় আৰু তাৰকাগৃহ। তাৰকাগৃহত আমি বৰ্হিজগতৰ

তাৰকাপুঞ্জৰ বিষয়ে এখন তথ্যচিত্ৰ চাই মহাকাশ বিজ্ঞানৰ সামান্য জ্ঞান লাভ কৰিলোঁ। ইতিমধ্যে বেলি পৰিবৰ সময় হৈছিল। সেয়ে আমাক খৰধৰকৈ লৈ যোৱা হ'ল আমবাৰীৰ প্ৰত্নতাত্ত্বিক খনন থলীলৈ। কিমান পুৰণি এক সভ্যতা আমাৰ মাজত বিৰাজমান আছিল তাত থিয় হৈহে অনুভৱ কৰিলোঁ। ইতিমধ্যে প্ৰায় সন্ধিয়া লাগিছিল। আমাৰ গাড়ীয়ে অতিথিশালালৈ গতি কৰিলে।

**সামৰণি**

দিনটো নেদেখা বস্তু আৰু নতুন জ্ঞান লাভৰ আনন্দত ঘূৰি ফুৰাৰ পাছত অতিথিশালাতহে মই লগতে দলটোৰ সদস্যসকলে ভাগৰুৱা অনুভৱ কৰিলোঁ। তথাপি উমানন্দ মন্দিৰ, অশ্বক্লান্ত, গুৱাহাটীৰ কিছুদূৰত থকা হাজো, মদন কামদেৱ আদি পৰ্যটনথলী চোৱাৰ ইচ্ছাত মোৰ মনত থাকি গ'ল। ভৱিষ্যতে পুনৰ এবাৰ চোৱাৰ আশা মনত বান্ধি ন মান বজাত আমাৰ গাড়ী ঘৰ অভিমুখী হ'ল। দিনটোৰ কাৰ্যসূচীবোৰ মনতে কল্পনা কৰি গাড়ীত টোপনিত ঢলি পৰিলো। পুৱা আহি আমি বিদ্যালয়ৰ সন্মুখৰ পৰা ঘৰা-ঘৰি গ'লো। যদিও এটা দিনহে গুৱাহাটী দৰ্শন কৰিলোঁ তথাপি ই মোক যথেষ্ট অভিজ্ঞতা প্ৰদান কৰিলে। এই ভ্ৰমণে ভৱিষ্যতে আৰু ভ্ৰমণ কৰিবৰ বাবেও মোক উৎসাহিত কৰিলে।

# সৰ্বশিক্ষা অভিযান

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বাস্তৱ চিত্ৰ - ভাৰতৰ সংবিধানত শিক্ষা - সৰ্বশিক্ষাৰ প্ৰয়োজনীয়তা - গৃহীত ব্যৱস্থা -সামৰণি

*দেশৰ দৰিদ্ৰতা, অজ্ঞানতা গুচাবৰ প্ৰধান উপায় শিক্ষা। শাৰীৰিক, মানসিক, আধ্যাত্মিক আৰু আৰ্থিক উন্নতিৰ উপায় শিক্ষা। সাধাৰণ শিক্ষা বিস্তাৰেই জ্ঞানৰ বিস্তাৰ। জ্ঞানতকৈ পবিত্ৰ ক্ষমতাৱন্ত বস্তু এই জগতত একো নাই।* — **আনন্দ চন্দ্ৰ আগৰৱালা**

**ভূমিকা**

অন্ন, বস্ত্ৰ, বাসস্থান, স্বাস্থ্যৰ পাছতেই মানুহৰ প্ৰয়োজন শিক্ষাৰ। শিক্ষা অবিহনে মানুহৰ জীৱনৰ সৰ্বাংগীন উন্নতি সম্ভৱ নহয়। শিক্ষা অবিহনে কেৱল ব্যক্তি জীৱনেই নহয়, সমাজ আৰু সভ্যতাৰো অগ্ৰগতি অসম্ভৱ। শিক্ষা বিনে মানুহ নিজকে উপলব্ধি কৰিব নোৱাৰে, নিজৰ কৰ্তব্য আৰু অধিকাৰ সম্বন্ধে সচেতন হ'ব নোৱাৰে।

**বাস্তৱ চিত্ৰ**

বিভিন্ন সময়ৰ সমীক্ষাৰ পৰা দেখা গৈছে যে শিক্ষাৰ ক্ষেত্ৰত ভাৰত বিভিন্ন দেশৰ তুলনাত পিছপৰা। তাৰে ভিতৰত আকৌ অসমত সাক্ষৰতাৰ হাৰ ৰাষ্ট্ৰীয় গড়তকৈ কম। ২০০১ চনৰ লোকপিয়ল অনুসৰি ৰাষ্ট্ৰীয় শিক্ষিতৰ গড ৬৪ ৮৪ শতাংশ হোৱাৰ বিপৰীতে অসমৰ হৈছে ৬৩ ২৫ শতাংশ । কেৰালা আৰু মিজোৰামত শিক্ষিতৰ হাৰ ৯০

শতাংশতকৈ ওপৰত থকাৰ বিপৰীতে পিছপৰি আছে অসম। সেইবাবে আমাৰ ৰাজ্য তথা ভাৰতত সৰ্বশিক্ষাৰ গুৰুত্ব অসীম।

**ভাৰতৰ সংবিধানত শিক্ষা**

ভাৰতৰ সংবিধানৰ চতুৰ্থ ভাগৰ ৩৬ – ৰ পৰা ৫১ পৰ্যন্ত ধাৰাত নিৰ্দেশনামূলক নীতিৰ উল্লেখ আছে। এই নিৰ্দেশনামূলক নীতিবোৰ আদালতত বলবৎযোগ্য নহয়। কিন্তু শাসন পৰিচালনাৰ ক্ষেত্ৰত এইবোৰ মৌলিক নীতি বুলি স্বীকাৰ কৰা হৈছে। এই নিৰ্দেশনামূলক নীতিৰ ৪৫ নং ধাৰাত শিক্ষাৰ ক্ষেত্ৰত কোৱা হৈছে যে সংবিধান প্ৰৱৰ্তনৰ দহবছৰৰ ভিতৰত ১৪ বছৰ বয়সৰ সকলো ল'ৰা-ছোৱালীৰ বাবে বিনামুলীয়া আৰু বাধ্যতামূলক শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব।

**সৰ্বশিক্ষাৰ প্ৰয়োজনীয়তা**

জনসাধাৰণৰ কল্যাণৰ মূল পথেই যে শিক্ষা, শিক্ষাই যে মানুহৰ মূল শক্তি এইবিষয়ত কোনো সন্দেহ নাই। পৰস্পৰৰ মাজত ভাবৰ আদান-প্ৰদানত। সেইদৰে বাধা শিক্ষাৰ অভাৱ। মহাত্মা গান্ধীকে আদি কৰি সকলো মনীষীয়ে সেযেহে সৰ্বশিক্ষা অভিযানৰ প্ৰয়োজনীযতাৰ কথা দোহাৰিছে।

**গৃহীত ব্যৱস্থা**

সম্প্ৰতি সৰ্বশিক্ষা অভিযানৰ সহাযত অসমৰ শিক্ষা জগতত বিপ্লৱ আনিবৰ চেষ্টা কৰা হৈছে। সৰ্বশিক্ষা অভিযানৰ যোগেদি শিশু, ছাত্ৰ-ছাত্ৰীৰ মনোগ্ৰাহী পাঠ্যক্ৰমৰ ব্যৱস্থা কৰাৰ উপৰিও পৰীক্ষা ব্যৱস্থাৰো আমুল পৰিৱৰ্তন সাধন কৰা হৈছে। ইয়াৰ জৰিযতে ছাত্ৰ-ছাত্ৰীক দুপৰীয়াৰ আহাৰৰ ব্যৱস্থা কৰি বিদ্যালযৰ প্ৰতি আকৰ্ষণ বৃদ্ধি কৰা হৈছে। ইযাৰ লগতে বেছি বযসৰ ছাত্ৰ-ছাত্ৰীৰ বাবে বিশেষ বিদ্যালযৰ ব্যৱস্থা কৰা হৈছে। দাৰিদ্ৰতাৰ বাবে কম বযসতে বিদ্যালয এৰি উপাৰ্জনত জড়িত হোৱাৰ ব্যৱস্থা ভাৰতত চলি আছে। তাক ৰোধৰ বাবে আইন প্ৰণযন কৰা হৈছে। সৰ্বশিক্ষা অভিযানৰ যোগেদি অসমৰ দুৰ্গম ভিতৰুৱা ঠাইতো বিদ্যালয স্থাপনৰ যত্ন কৰা হৈছে। ইযাৰ উপৰিও বিজ্ঞাপনৰ যোগেদি সকলোকে শিক্ষাৰ প্ৰতি সচেতন কৰাৰ চেষ্টা চলিছে।

**সামৰণি**

সৰ্বশিক্ষা অভিযান কেৱল প্ৰচাৰৰ মাজতে সীমাবদ্ধ হৈ থাকিলে ইযাৰ সফলতা আশা কৰিব নোৱাৰি। বাধ্যতামূলক শিক্ষাৰ ক্ষেত্ৰত পৰিকল্পিত আৰু সচেতনভাৱে আগবাঢ়িব লাগিব। চৰকাৰৰ লগত এইকামত সহযোগ কৰিব লাগিব সমাজৰ সচেতন নাগৰিকে। সৰ্বশিক্ষা অভিযানৰ সফলতাৰ ওপৰত আমাৰ দেশৰ ভৱিষ্যত বহুখিনি নিৰ্ভৰ কৰিব।

***লগতে চাওক : নিৰক্ষৰতা, সাক্ষৰতা অভিযান***

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি : ১ সকলোৰে বাবে শিক্ষাৰ প্ৰয়োজনীয়তা**

# দৈনন্দিন জীৱনত বিজ্ঞানৰ প্ৰভাৱ

*HSLC 2002, 2004, 2008*
*HS 1999, 2001, 2004*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - দৈনন্দিন জীৱন আৰু বিজ্ঞান - বিজ্ঞানৰ ক্ষতিকাৰক দিশ - সামৰণি

*আধুনিক কালত বিজ্ঞানৰ চমক প্ৰদ সাফল্যই শাৰীৰিক পৰিশ্ৰমৰ বোজা লাঘৱ কৰি মানুহৰ জীৱন বেছি আৰামপূৰ্ণ কৰি তুলিছে। কিন্তু সেই বিজ্ঞানেই মানুহক সুখী কৰিব পৰা নাই, কাৰণ মানুহে এতিয়াও বিজ্ঞাপনৰ সদ্ব্যৱহাৰ কৰিব জনা নাই।*

**— এলবাৰ্ট আইনষ্টাইন**

**ভূমিকা**

মানৱ সভ্যতাই নানা ঢাপ অতিক্ৰম কৰি আজিৰ অৱস্থাত উপনীত হৈছে। এটা সময়ত মানুহৰ ওচৰত প্ৰকৃতি আছিল অপৰাজেয়, দুৰ্দান্ত। আজি মানুহে জ্ঞান-বুদ্ধিৰ বিকাশ ঘটাই প্ৰকৃতিক বহুলাংশে নিজৰ আয়ত্তলৈ আনিছে। বিজ্ঞানৰ সাহায্যত মানুহে প্ৰকৃতিৰ গোপন ৰহস্য ভেদ কৰিছে। বিজ্ঞানে আমাৰ জীৱনলৈ সুবিধা কঢ়িয়াই আনি উপভোগ্য কৰি তুলিছে।

**দৈনন্দিন জীৱন আৰু বিজ্ঞান ঃ**

আমাৰ দৈনন্দিন জীৱনৰ গভীৰলৈ সোমাই পৰিছে বিজ্ঞান। বিজ্ঞান অবিহনে আজিৰ জীৱন কল্পনাও কৰিব নোৱাৰি। পুৱাৰ টোপনি ভঙাৰ পৰা ৰাতি বিছনাত পৰালৈকে প্ৰতি মুহূৰ্ততে আমি বিজ্ঞান সৃষ্ট সামগ্ৰীৰ লগতেই জড়িত হৈ থাকো। দৈনন্দিন জীৱনত ৰন্ধা-বঢ়াৰ বাবে এল পি জি, হিটাৰ, আহাৰৰ বাবে বাচন-বৰ্তন, স্বাচ্ছন্দ্যৰ বাবে ফেন, এয়াৰ কুলাৰ, অন্ধকাৰ দূৰ কৰিবৰ বাবে বিদ্যুৎ, যোগাযোগৰ বাবে টেলিফোন, যাতায়াতৰ বাবে মটৰ গাড়ী, ৰে'ল গাড়ী, উৰাজাহাজ প্ৰতিটো বস্তুৱেই বিজ্ঞানৰ দান। বিজ্ঞান সৃষ্ট টেলিভিছনৰ সহায়ত এতিয়া পৃথিৱীৰ যিকোনো প্ৰান্তৰ খবৰ আমি মুহূৰ্ততে পাব পাৰো। মোবাইল, ইন্টাৰনেটৰ প্ৰয়োগৰ ফলত পৃথিৱীখন এতিয়া সৰু গাঁৱত পৰিণত হৈছে। বিজ্ঞানৰ প্ৰগতিৰ ফলত চিকিৎসা ক্ষেত্ৰলৈ আমূল পৰিৱৰ্তন আহিছে যাৰ বাবে দুৰাৰোগ্য ৰোগৰ চিকিৎসাও এতিয়া সম্ভৱ হৈছে। বিজ্ঞানৰ প্ৰভাৱৰ ফলত মানুহৰ অনুসন্ধিৎসা বৃদ্ধি পাইছে। তাৰ বাবেই মানুহৰ পৃথিৱীৰ বাহিৰৰ জগতৰ, মহাকাশৰ ৰহস্য ভেদত ব্ৰতী হৈছে। দৈনন্দিন জীৱনত বিজ্ঞানৰ প্ৰয়োগৰ ফলত কৃষিৰ ক্ষেত্ৰত ন ন প্ৰযুক্তি ব্যৱহাৰ কৰিব পৰা গৈছে। গৰুৰে হাল বোৱাৰ সলনি ট্ৰেক্টৰ প্ৰয়োগৰ ফলত সময় আৰু পৰিশ্ৰম ৰাহি হৈছে। ইয়াৰ উপৰিও আহিছে অধিক উৎপাদনক্ষম নতুন বীজ। বিজ্ঞানে মানুহক সময়ৰ সদ্ব্যৱহাৰ কৰিবলৈ শিকাইছে। দৈনন্দিন জীৱনত বিজ্ঞানৰ প্ৰভাৱৰ ফলত সময় বচাবলৈ ইখন দেশৰ লগত সিখন দেশৰ মানুহৰ প্ৰতিযোগিতা চলিছে।

**বিজ্ঞানৰ ক্ষতিকাৰক দিশ**

বিজ্ঞানে মানুহক দৈনন্দিন জীৱনত অনেক স্বাচ্ছন্দ্য, আৰাম, গতি, নিশ্চয়তা আৰু নিৰাপত্তা আনি দিছে। তাৰ বাবেই মানুহ অত্যধিক যন্ত্ৰনিৰ্ভৰ হৈ পৰিছে। মানুহৰ

দৈহিক আৰু মানসিক শক্তি ভৱিষ্যতে কমি যোৱাৰ আশংকাও প্ৰকট হৈ পৰিছে। বিজ্ঞানৰ পৰা অত্যধিক সুবিধা লভি মানুহ হৈ পৰিছে আত্মকেন্দ্ৰিক। তদুপৰি বিজ্ঞানৰ বিধ্বংসী ৰূপ নিৰীহ শান্তিপ্ৰিয় মানুহৰ জীৱনত নিৰ্মম অভিশাপ হৈ ৰৈছে। সৰ্বাতোকৈ উদ্বেগজনক ৰূপ লৈছে বিজ্ঞান সৃষ্ট সামগ্ৰীৰ দান প্ৰদূষণে। প্ৰদূষণে সমগ্ৰ পৃথিৱীৰ জীৱ-জগতৰ অস্তিত্বলৈ বিপদ মাতি আনিছে।

**সামৰণি**

সকলো বস্তুৰে ভাল আৰু বেয়া দুটা দিশ থকাটো স্বাভাৱিক। জীৱশ্ৰেষ্ঠ মানুহে তাৰ মাজৰ পৰা ভাল দিশ লোৱাটোৱে কৰ্তব্য। বিজ্ঞান অবিহনে আমাৰ জীৱন অচল যদিও তাৰ প্ৰয়োগৰ ক্ষেত্ৰত সচেতন হোৱাটো জৰুৰী কথা। ইয়াৰোপৰি বিজ্ঞানৰ সুফলে যাতে সমাজৰ সকলো স্তৰৰ লোকক স্পৰ্শ কৰে তাৰ প্ৰতি দৃষ্টি ৰখাটোও জৰুৰী।

***লগতে চাওক ঃ** বিজ্ঞান আশীৰ্বাদ নে অভিশাপ, বিজ্ঞানৰ অৱদান, বিজ্ঞানৰ জয় যাত্ৰা আৰু মানুহৰ ভৱিষ্যত*

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ছুনামিৰ আগমন - ব্যাপকতা - পৰৱৰ্তী পৰিস্থিতি - উদ্ধাৰকাৰ্য - ভূমিকম্পৰ প্ৰভাৱ - সামৰণি

# ছুনামি

**ভূমিকা**

সভ্যতাৰ আৰম্ভণিৰে পৰা বৰ্তমানলৈকে মানুহে সন্মুখীন হোৱা প্ৰাকৃতিক দুৰ্যোগবোৰৰ অন্যতম ছুনামি। প্ৰকৃতিৰ ওচৰত মানুহ কিমান অসহায় তাক আকৌ এবাৰ প্ৰমাণ কৰিলে ২০০৪ চনৰ ২৬ ডিচেম্বৰৰ ছুনামিয়ে। বিজ্ঞানৰ ন ন আৱিষ্কাৰে মানুহক উন্নতিৰ চূড়ান্ত শিখৰলৈ লৈ গৈছে, কিন্তু প্ৰকৃতিৰ খেয়াল-খুচিৰ আগত আজিও অসহায় মানুহ। সামান্যতম আভাসো নিদিয়াকৈ সমুদ্ৰতলৰ এই ভূমিকম্পই দক্ষিণ-পূব এছিয়াৰ এঘাৰখন দেশৰ লক্ষাধিক মানুহৰ জীৱন কাঢ়ি নিয়ে।

ছুনামি জাপানী ভাষাৰ শব্দ, যাৰ অৰ্থ হৈছে বিশাল সামুদ্ৰিক ঢৌ। এই ঢৌৱে সমুদ্ৰত বিশাল ৰূপ ধাৰণ কৰে। অন্য সামুদ্ৰিক ধুমুহাত গোটেই সমুদ্ৰ আক্ৰান্ত হয় যদিও ছুনামিত কেৱল উপকূলহে অশান্ত হয়।

**ছুনামিৰ আগমন**

২০০৪ চনৰ ২৬ ডিচেম্বৰৰ পুৱা ভাৰত মহাসাগৰৰ ইন্দোনেছিয়াৰ সুমাত্ৰা উপকূলৰ কাষত প্ৰায় ৪০ মিটাৰ গভীৰত সৃষ্টি হয় এক প্ৰলয়ংকাৰী ভূমিকম্প। এই ভূমিকম্পৰ ফলত সমুদ্ৰৰ যি কম্পন সৃষ্টি হয় সেইটোৱে পানীত প্ৰৱল আন্দোলনৰ সৃষ্টি কৰে। ইয়াৰ ফলত এনে বিশাল ঢৌৰ উদ্ভৱ হয় যাৰ উচ্চতা পাঁচৰ পৰা সাত মিটাৰ পৰ্যন্ত। ৰিখটাৰ স্কেলত এই ভূমিকম্পৰ মান আছিল ৮ ৯। সাগৰত হোৱা এই ভূমিকম্পৰ কম্পনে দূৰ-দূৰণিক স্পৰ্শ কৰা পৰিলক্ষিত হয়।

**ব্যাপকতা**

ভূমিকম্পৰ ফলত সাগৰৰ পানী উপচি ইন্দোনেছিয়া, থাইলেণ্ড, শ্রীলংকা, মালয়েছিয়া, ম্যানমাৰ আৰু ভাৰতৰ অসংখ্যা মানুহৰ মৃত্যু ঘটায়। তামিলনাডু উপকূল, চেন্নাই সাগৰ তীৰ, কেৰালাত হাজাৰ হাজাৰ মৃতদেহ উদ্ধাৰ হয়। কেইদিনমানৰ ভিতৰতেই শ্রীলংকাত মৃতকৰ সংখ্যা ৩০ হাজাৰ, ইন্দোনেছিয়াত ৪৫ হাজাৰ, ভাৰতত ১১ হাজাৰ হয়গৈ। ইয়াৰ উপৰিও অসংখ্য লোক সন্ধানহীন হয়, ৰাস্তা-ঘাট, দলং-বান্ধ আদি ধ্বংস হয়। ছুনামিৰ পিছৰ কেইবাটাও দিন যোগাযোগ ব্যৱস্থা সম্পূর্ণ বিধ্বস্ত হৈ পৰে।

**পৰৱৰ্তী পৰিস্থিতি**

ছুনামিৰ পিছৰ পৰিস্থিতি আছিল অতিকৈ হৃদয়বিদাৰক। আত্মীয়ক হেৰুওৱাৰ বেদনাৰ উপৰিও এটুপি খোৱাপানী, এমুঠি ভাত, মূৰৰ ওপৰত আচ্ছাদনৰ কাৰণে মানুহে হাহাকাৰ কৰিবলগীয়া হয়। ভাৰতে ছুনামিক জাতীয় বিপৰ্যয় বুলি ঘোষণা কৰে। পিতৃ-মাতৃ, সন্তান, স্বামী-পত্নী, ভ্রাতৃক হেৰুৱাৰ বেদনাৰ মাজতেই আছিল মহামাৰীৰ আশংকা। আনহাতে ৰে'লপথ, স্থলপথ আদিও ছুনামিৰ ফলত বিধ্বস্ত হোৱা হেতুকে নিৰাপদ ঠাইত উপস্থিত হোৱাৰ সুযোগো আছিল কম।

**উদ্ধাৰ কাৰ্য**

এছিয়া মহাদেশত হোৱা এই মহাদুৰ্যোগৰ সময়ত সহায়ৰ হাত আগবঢ়াবলৈ আগুৱাই আহিছিল সমগ্ৰ বিশ্ব। যুদ্ধকালীন তৎপৰতাৰে উদ্ধাৰ কাৰ্যৰ লগত গঢ়ি উঠিছিল অস্থায়ী হাস্পতাল। চিকিৎসা সামগ্ৰী, খাদ্য সামগ্ৰী, উদ্ধাৰকাৰী দল লৈ আগুৱাই আহিছিল ৰেডক্ৰছৰ উপৰিও ইউৰোপৰ দেশ আৰু আমেৰিকা। দুৰ্গম ঠাইবোৰত সামৰিক বাহিনীয়ে বিশেষ অভিযান চলাই দুৰ্গতক উদ্ধাৰ কৰে। ছুনামিৰ পাছত মৃতদেহবোৰৰ সঠিক সৎকাৰ আৰু মহামাৰীক ৰোধ কৰাটো আছিল বৃহৎ প্ৰত্যাহ্বান। ভাৰতীয় নৌবাহিনীৰ ২৬খন যুদ্ধ জাহাজ তথা মুঠ ১৫ হাজাৰ সেনা উদ্ধাৰ কাৰ্যত নিয়োজিত হৈছিল।

**ভূমিকম্পৰ প্ৰভাৱ**

ভূমিকম্পৰ প্ৰভাৱে মৃত্যু আৰু ধ্বংসৰ উপৰি আক্ৰান্ত কেইবাটাও অঞ্চলৰ ভৌগোলিক ছবিযেই সলনি কৰি পেলায়। ভূমিকম্পৰ পাছত সুমাত্ৰা আৰু ইয়াৰ আশে-পাশে থকা বহু দ্বীপৰ স্থানৰ পৰিবৰ্তন হৈছিল। ইয়াৰ উপৰিও সমুদ্ৰ গৰ্ভত ভূমিকম্পই সৃষ্টি কৰিছিল কেইবা কিলোমিটাৰ জোৰা সুৰংগ। কিছুমান দ্বীপ সম্পূৰ্ণৰূপে নিশ্চিহ্ন হয়। কিছুমান ওখ অঞ্চল পৰিণত হয় জলাশয়ত।

**সামৰণি**

ছুনামিৰ পূৰ্বাভাষ দিয়াত বিজ্ঞান ব্যৰ্থ হোৱা হেতুকে ইয়াৰ ফলত অপূৰণীয় ক্ষতি হয়। ভূমিকম্পৰ পূৰ্বাভাষ পোৱাটো টান হ'লেও ছুনামিৰ ক্ষেত্ৰত আগতীয়া তথ্য সম্ভৱ। যথা সময়ত যদি এই বিষয়ত সতৰ্ক কৰা হ'লহেঁতেন, তেন্তে বহু প্ৰাণ বচাব পৰা গ'লহেঁতেন। ভৱিষ্যতে ছুনামিৰ পূৰ্বাভাষ যাতে দিব পাৰি তাৰ ব্যৱস্থা ভাৰতসহ ভাৰত মহাসাগৰৰ লগত যুক্ত দেশসমূহে কৰা উচিত।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ প্ৰাকৃতিক বিপৰ্যয়

# বিশ্বকাপ ফুটবল, ২০০৬

**ৰচনাৰ সংকেত ঃ** ভূমিকা - উল্লেখযোগ্য খেল আৰু খেলুৱৈ - ফলাফল - সামৰণি

**ভূমিকা**

সমগ্ৰ বিশ্বৰ আটাইতকৈ জনপ্ৰিয় খেলৰূপে আখ্যা দিয়া হয় ফুটবলক। এই জনপ্ৰিয় খেলবিধৰে শ্ৰেষ্ঠ প্ৰতিযোগিতা হ'ল বিশ্বকাপ ফুটবল। ২০০৬ বৰ্ষৰ বিশ্বকাপ ফুটবল অনুষ্ঠিত হৈছিল জাৰ্মানীত। মূল পৰ্বৰ খেল চলিছিল এমাহ ধৰি — ৯ জুনৰ পৰা ৯ জুলাইলৈ। বিশ্বকাপত অংশ গ্ৰহণ কৰা বা নকৰা সকলো দেশৰ দৰ্শকৰ বাবে এই প্ৰতিযোগিতা আছিল পৰম উপভোগ্য। ৰাজনীতি, অৰ্থনীতি সকলো কথা তল পৰি সেই সময়ত উঠিছিল কেৱল এটাই ধ্বনি — বিশ্বকাপ ফুটবল।

**উল্লেখযোগ্য খেল আৰু খেলুৱৈ**

উদ্বোধনী খেলত জাৰ্মানীয়ে ৪-২ গ'লত পৰাস্ত কৰে কোষ্টাৰিকাক। আন এক খেলত ইকুৱেডৰে পোলেণ্ডক দুই গ'লত হৰুৱায়। পিছৰ দিনা ইংলেণ্ড-পাৰাগুৱেৰ খেলত গামৰাৰ আত্মঘাতী গ'লৰ বাবে পাৰাগুৱে এক গ'লত পৰাজিত হয়। ১০ জুনৰ আৰ্জেণ্টিনা আৰু আইভৰি কষ্টৰ খেল আছিল উল্লেখযোগ্য। আইভৰি কোষ্ট ১ গ'লত হাৰিলেও দ্ৰোগবাৰ গ'ল আছিল অসাধাৰণ। পিছৰ দিনাৰ এংগোলা-পৰ্টুগালৰ খেলত পাওলেটাৰ গ'লত পৰ্টুগাল ১ গ'লত জয়ী হয়। ১৫ জুনৰ খেলত ত্ৰিনিদাদ ইংলেণ্ডৰ হাতত দুই গ'লত পৰাস্ত হ'লেও ৮২ মিনিট পৰ্যন্ত ইংলেণ্ডক প্ৰত্যাহ্বান জনাই ত্ৰিনিদাদে সুন্দৰ খেল প্ৰদৰ্শন কৰে। ১৬ তাৰিখে এক সম্পূৰ্ণ একপক্ষীয় মেচত আৰ্জেণ্টিনাই ছাৰ্বিয়াক ৬ গ'লত পৰাস্ত কৰে। আৰ্জেণ্টিনাৰ মেচি, ছেভিওলা, ৰিকলামে, টেভেজে দৰ্শনীয় খেল প্ৰদৰ্শনেৰে এক সুন্দৰ মেচ উপহাৰ দিয়ে। ১৮ জুনত ব্ৰাজিল অষ্ট্ৰেলিযাৰ বিপক্ষে ২-০ ত জয়ী হ'লেও তীব্ৰ প্ৰতিদ্বন্দ্বিতা কৰিবলগীয়া হয়। ব্ৰাজিলৰ সৰাতোকৈ উজ্জ্বল তাৰকা কাকা, ৰোণাল্ডোৱে নিষ্প্ৰভ খেল প্ৰদৰ্শন কৰে। ১৭ জুনত পৰ্টুগালে ইৰাণক ২-০ গ'লত, ঘানাই ছেক গণৰাজ্যক ২-০ গ'লত পৰাস্ত কৰাৰ বিপৰীতে ইটালী আৰু আমেৰিকাই ১-১ গ'লত ড্ৰ' খেলে। ২০ তাৰিখে জাৰ্মানী আৰু ইকুৱেডৰৰ খেলত জাৰ্মানী ৩-০ গ'লত বিজয়ী হয়। ২১ জুনত পৰ্তুগালৰ ফিগো আৰু মেক্সিকোৰ ফনছেকাই দুৰ্দান্ত খেল প্ৰদৰ্শন কৰে। পৰৱৰ্তী দিনৰ খেলত ঘানাই ২-১ গ'লত আমেৰিকাক তথা ইটালীয়ে ২-০ গ'লত ছেক গণতন্ত্ৰক হৰুৱায়। ২৫ জুনৰ খেলত নেদাৰলেণ্ডছ পৰ্টুগালৰ মেচত ফাউলৰ ৰেকৰ্ড হয়। সেইদিনাৰ খেলত পৰ্টুগালে নেদাৰলেণ্ডছক ১-০ গ'লত তথা ইংলেণ্ডে ইকুৱেডৰক ১-০ গ'লত পৰাস্ত কৰে। ২৭ জুনৰ মেচত ব্ৰাজিলে ঘানাক ৩-০ গ'লত পৰাস্ত কৰে। ব্ৰাজিলৰ ৰোণাল্ডোৱে বিশ্বকাপৰ ইতিহাসৰ সৰ্বোচ্চ গ'ল কৰাৰ ৰেকৰ্ড গঢ়ে এই খেলত। এক শ্বাসৰুদ্ধকৰ মেচত ফ্ৰান্সে স্পেইনক পৰাস্ত কৰে। একেদিনাই ইটালীয়ে ইউক্ৰেইনক ৩-০ গ'লত পৰাস্ত কৰে। ১ জুলাইৰ মেচত ফ্ৰান্সৰ হাতত ১-০ গ'লত পৰাস্ত হৈ ব্ৰাজিলে

বিদায় ল'বলগীয়া হয়। ফ্ৰান্সৰ জয়ৰ কৃতিত্ব থিয়েৰী হেনৰী আৰু জিনেদাইন জিদানৰ। ছেমি ফাইনেলত ইটালীয়ে জাৰ্মানীক আৰু ফ্ৰান্সে পৰ্টুগালক হৰুৱাই ফাইনেলত প্ৰৱেশ কৰে।

**ফলাফল**

২০০৬ চনৰ বিশ্বকাপ ফুটবল ফাইনেলত ফ্ৰান্স আৰু ইটালীয়ে ১-১ গ'লত ড্ৰ' খেলাৰ পাছত ট্ৰাইবেকাৰত ইটালী ৫-৩ গ'লত জয়ী হয়। চৰিশ বছৰৰ পাছত ইটালী বিশ্বকাপত চেম্পিয়ন হয়। পৰ্টুগালক ৩-১ গ'লত হৰুৱাই জাৰ্মানীয়ে তৃতীয় স্থান লাভ কৰে। বিশ্বকাপত সৰ্বোচ্চ গ'লদাতা হিচাপে সোণৰ বুট লাভ কৰে জাৰ্মানীৰ মিৰোস্লাভ ক্লোজে। উল্লেখযোগ্য, বিশ্বকাপৰ ফাইনেলত ফ্ৰান্সৰ অধিনায়ক তথা বিশ্ব ফেভাৰিট খেলুৱৈ জিনেদাইন জিদানে খেলখনৰ অতিৰিক্ত সময়ৰ শেষাৰ্ধত প্ৰতিপক্ষৰ এগৰাকী খেলুৱৈৰ বুকুত মূৰেৰে প্ৰচণ্ড জোৰেৰে খুন্দিওৱাৰ বাবে ৰেফাৰীৰ ৰঙা কাৰ্ড পাই খেলপথাৰৰ পৰা বাহিৰ হ'বলগীয়া হয়। এই ঘটনাই ফ্ৰান্স দলৰ ক্ষতি কৰাৰ লগতে ক্ৰীড়া বিশ্বকো জোকাৰি যায়।

**সামৰণি**

২০১০ চনৰ বিশ্বকাপ অনুষ্ঠিত হ'ব দক্ষিণ আফ্ৰিকাত। দুবছৰ পাছত আকৌ দেখা যাব বিশ্বকাপ ফুটবলক কেন্দ্ৰ কৰি উন্মাদনা। বিশ্ববাসীৰ দৃষ্টি কাঢ়িবৰ বাবে এতিয়াৰ পৰাই প্ৰস্তুত হৈছে বিশ্বৰ বিভিন্ন দেশ। ফুটবলত বিশ্বায়নৰ ফলত খেলৰ মান উন্নত হৈছে তাত কোনো সন্দেহ নাই। অৱশ্যে নিম্ন মানৰ ৰেফাৰিং, অৰ্থাৎ, গ'লৰ পৰা বঞ্চিত কৰা, অপ্ৰয়োজনত অযৌক্তিকভাৱে ৰঙা কাৰ্ড দেখুওৱা, অন্যায় পেনাল্টি দিয়া বন্ধ কৰা প্ৰয়োজন।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি** ১ বিশ্বকাপ ফুটবল (HSLC 2003)

**ৰচনাৰ সংকেত ঃ** ভূমিকা - মূল্য বৃদ্ধিৰ প্ৰভাৱ - মূল্য বৃদ্ধিৰ কাৰণ - প্ৰতিকাৰ - সামৰণি

# মূল্য বৃদ্ধি

**ভূমিকা**

সাম্প্ৰতিক সময়ত সন্ত্ৰাসবাদ আৰু প্ৰদূষণৰ লগতে পৃথিৱীক জুৰুলা কৰা এক সমস্যা হ'ল মূল্য বৃদ্ধি। আমাৰ দেশত দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় সামগ্ৰীৰ মূল্য ক্ৰমাৎ আকাশচুম্বী হ'ব ধৰিছে যিটো উদ্বেগজনক। বয়-বস্তুৰ মূল্য বৃদ্ধিৰ লগে লগে যদি মানুহৰ ক্ৰয় ক্ষমতা বৃদ্ধি পায় তেন্তে কোনো সমস্যা নহয়। কিন্তু ক্ৰয় ক্ষমতা সীমাবদ্ধ হৈ থকা অৱস্থাত দ্ৰব্যমূল্য বৃদ্ধিৰ ফলত জনজীৱন আজি বিপৰ্যস্ত। দেশ স্বাধীন হোৱা তিনি কুৰি বছৰ পাৰ হৈ যোৱাৰ পাছতো মূল্য বৃদ্ধি নিয়ন্ত্ৰণ কৰিব পৰা হোৱা নাই।

**মূল্য বৃদ্ধিৰ প্ৰভাৱ**

ক্ৰয় ক্ষমতা আৰু দ্ৰব্য মূল্যৰ মাজত সামঞ্জস্য নাথাকিলে মানুহৰ জীৱনত আৰম্ভ হয় অভাৱ-অনাটন আৰু দুখ-কষ্ট। দ্ৰব্যমূল্য বৃদ্ধিৰ আঘাত পৰে মধ্যবিত্ত আৰু দৰিদ্ৰ

শ্ৰেণীৰ ওপৰত। উচ্চ আয়সম্পন্ন বা ধনী লোকৰ ওপৰত দ্ৰব্যমূল্য বৃদ্ধিৰ প্ৰভাৱ কমকৈ পৰে, কাৰণ তেওঁলোকৰ ক্ৰয় ক্ষমতা সীমিত নহয়। আনহাতে সাধাৰণ মানুহৰ ক্ৰয়ক্ষমতা সীমিত হোৱা বাবে মূল্য বৃদ্ধিত তেওঁলোকৰ জীৱন দুৰ্বিষহ হৈ উঠে। ভাৰতত এক শ্ৰেণীৰ লোকৰ হাতত বৈধ-অবৈধ অলেখ টকা থকাৰ বিপৰীতে এক শ্ৰেণীৰ লোক দৰিদ্ৰ সীমাৰ তলত বাস কৰে। ব্যক্তিগত প্ৰতিষ্ঠান, সৰু কল-কাৰখানা আদিত যিসকলে কাম কৰে তেওঁলোকৰ দৰমহা বৃদ্ধিৰ হাৰ অতি কম, বেতন বৃদ্ধিৰ কোনো সুনিৰ্দিষ্ট নীতিও নাই। ফলত অসন্তোষ, বিক্ষোভ, ধৰ্মঘট আদি দেখা যায়। জীয়াই থকাৰ সংগ্ৰামত মানুহে আদৰ্শবোধ, মূল্যবোধ বিসৰ্জন দিছে, অপৰাধ প্ৰৱণতা বাঢ়িছে। আমাৰ দেশত যিকোনো কাৰণত দ্ৰব্যমূল্য বৃদ্ধি ঘটিলে আৰু নকমে।

**মূল্য বৃদ্ধিৰ কাৰণ**

আমাৰ দেশত ক্ৰমাগত মূল্য বৃদ্ধিৰ পাছত আছে নানা কাৰণ। ভাৰতৰ জনসংখ্যা বৃদ্ধিৰ উপৰিও আছে বাংলাদেশীৰ অনুপ্ৰৱেশ। চাহিদাৰ তুলনাত এতিয়াও উৎপাদনৰ হাৰ পৰ্যাপ্ত হৈ উঠা নাই। নিবনুৱা সমস্যাই ভযানক ৰূপ ধাৰণ কৰিছে। ইযাৰ উপৰিও প্ৰতিবছৰৰ ঘাটি বাজেটে সৃষ্টি কৰিছে মুদ্ৰাস্ফীতিৰ। বহু সময়ত চোৰাং কাৰবাৰী আৰু মজুতকাৰীযে বজাৰত দ্ৰব্যৰ কৃত্ৰিম নাটনিৰ সৃষ্টি কৰে। পেট্ৰোল, ডিজেলৰ সঘন মূল্যবৃদ্ধিযে দ্ৰব্যমূল্য বৃদ্ধিত অৰিহণা যোগায।

**প্ৰতিকাৰ**

মূল্য বৃদ্ধিৰ ফলত সৱাতোকৈ বেছি ক্ষতিগ্ৰস্ত হয সাধাৰণ মধ্যবিত্ত আৰু দৰিদ্ৰ জনসাধাৰণ। তাৰ বাবেই সুপৰিকল্পিতভাৱে ইযাৰ প্ৰতিৰোধ অতি জৰুৰী। দ্ৰব্যমূল্য বৃদ্ধিৰ প্ৰতিৰোধৰ বাবে চৰকাৰে সময়ে সময়ে কিছুমান ব্যৱস্থা লোৱা পৰিলক্ষিত হয। যেনে ঃ ক'লা টকা উদ্ধাৰ, মুদ্ৰস্ফীতি ৰোধৰ বাবে বয়-বস্তুৰ মূল্য নিৰ্ধাৰণ কৰি দিযা আদি। কিন্তু মূল্য বৃদ্ধি ৰোধৰ বাবে আৰু কিছুমান ব্যাপক ব্যৱস্থাৰ প্ৰযোজন, যেনে ঃ উৎপাদন বৃদ্ধি, জনসংখ্যা বৃদ্ধিৰ হাৰ ৰোধ কৰা, সাধাৰণ মানুহৰ ওপৰত কৰৰ বোজা হ্ৰাস, অতিৰিক্ত নোট ছপা কৰা বন্ধ আদি। ইয়াৰ উপৰিও গ্ৰাহকসকল অসাধু ব্যৱসায়ীৰ বিৰুদ্ধে সংগৱদ্ধ হ'ব লাগিব।

**সামৰণি**

মানুহৰ ক্ৰয়ক্ষমতা আৰু মূল্যন্তৰৰ মাজত যি বিৰাট ব্যৱধান সৃষ্টি হৈছে সেই দূৰত্ব কমাব নোৱাৰিলে দাৰিদ্ৰ্য আৰু দুখ-কষ্টৰ অভিশাপৰ পৰা মানুহৰ মুক্তি নাই। দ্ৰব্যমূল্য বৃদ্ধিযে নানা সমস্যাৰো সৃষ্টি কৰে। সুসংগৱদ্ধ, সুস্থিৰ সমাজ এখন গঢ়ি তুলিবলৈ দ্ৰব্যমূল্য বৃদ্ধি ৰোধ কৰাটো অতি জৰুৰী কথা।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ ১ মূল্য বৃদ্ধিৰ কাৰণ আৰু প্ৰতিকাৰ ২ মূল্য বৃদ্ধিৰ প্ৰতিক্ৰিয়া**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সাম্প্ৰদায়িক সম্প্ৰীতিৰ প্ৰয়োজনীয়তা - সাম্প্ৰদায়িক বিৰোধিতাৰ স্বৰূপ - সম্প্ৰীতি ৰক্ষাৰ প্ৰচেষ্টা - ছাত্ৰ সমাজৰ ভূমিকা - সামৰণি

# সাম্প্ৰদায়িক সম্প্ৰীতি

**ভূমিকা**

এশ কোটি জনসংখ্যাৰ দেশ ভাৰত পৃথিৱীৰ অন্যান্য প্ৰান্তৰ লোকৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু ইয়াৰ বৈচিত্ৰ্যতাৰ বাবে। ভাৰতীয সভ্যতা অতি প্ৰাচীন। এই দেশত বাস কৰে বিভিন্ন ধৰ্ম, ভাষা, বৰ্ণ আৰু সম্প্ৰদায়ৰ লোক। ধৰ্ম আৰু অন্যান্য বিষয়ক কেন্দ্ৰ কৰি ইয়াত মাজে মাজে দেখা যায বিভিন্ন সম্প্ৰদাযৰ মাজত বিৰোধ, বিভেদ। এই বিৰোধ কেতিযাবা চৰম ৰূপ লৈ ৰক্তক্ষযী হৈ পৰে। সম্পত্তিৰ ক্ষতি হয, বহু নিৰপৰাধী মানুহে বিনা দোষত প্ৰাণ হেৰুৱাবলগীযা হয। ভাৰতত এই ধৰণৰ অনেক ঘটনাৰ উদাহৰণ আছে।

**সাম্প্ৰদায়িক সম্প্ৰীতিৰ প্ৰয়োজনীয়তা**

সম্প্ৰদায হিচাপে বুজোৱা হয কোনো দল, গোষ্ঠী, সংঘ বা সমাজক। এওঁলোকৰ মাজত সদ্ভাৱ বা ভ্ৰাতৃত্ববোধেই হ'ল সাম্প্ৰদাযিক সম্প্ৰীতি। কোনো দেশ বা সমাজত বসবাসকাৰী বিভিন্ন সম্প্ৰদাযৰ মানুহৰ মাজত সম্প্ৰীতিৰ অভাৱ হ'লে সেই দেশ বা সমাজৰ উন্নতি সম্ভৱ নহয। বিভিন্ন সম্প্ৰদাযৰ মানুহৰ মাজত অবিশ্বাস, সন্দেহ আৰু অসহিষ্ণুতা থাকিলে দেশ কেতিযাও আগুৱাই যাব নোৱাৰে। সেযেহে সকলো সম্প্ৰদাযৰ মাজতেই প্ৰযোজন একতা, ভ্ৰাতৃত্ববোধ। সকলোতকৈ উৰ্ধত যে দেশ, দেশৰ ঐক্য এই কথা সকলোৱে একে মুখে কামনা কৰা উচিত। কোন সম্প্ৰদায উচ্চ, কোন নীচ বিচাৰ কৰি থকাতকৈ সকলোৱে মনত ৰখা উচিত যে আমি একে দেশৰ নাগৰিক।

**সাম্প্ৰদায়িক বিৰোধিতাৰ স্বৰূপ**

ভাৰতত ৰাজতন্ত্ৰ থকা অৱস্থাত কোনো কোনো ৰজাৰ মাজত সাম্প্ৰদায়িকতা বা ধৰ্মীয গোড়ামি প্ৰৱল আছিল। কিন্তু তাৰ ফলত সাম্প্ৰদাযিক সংঘৰ্ষই দেশজুৰি ব্যাপক আকাৰ ধাৰণ কৰা নাছিল। ব্ৰিটিছ আমোলত ইংৰাজ শাসকৰ চক্ৰান্তত হিন্দু আৰু মুছলমানৰ মাজত বিৰোধ প্ৰবল হৈ উঠে। তাৰ ফলতেই আৰম্ভ হয় সংঘৰ্ষ, লুট পাট, হত্যা। স্বাধীন ভাৰততো সাম্প্ৰদাযিক বিৰোধ বাঢ়িযেই আছে। মন্দিৰ-মছজিদ বিতৰ্ক, ধৰ্মীয় শোভাযাত্ৰা আদিক কেন্দ্ৰ কৰি হিন্দু-মুছলমানৰ মাজত বিবাদ দেখা যায় আৰু ই কেতিযাবা সংঘৰ্ষৰ ৰূপ লয়। কেৱল সেয়াই নহয, একেই ধৰ্মৰ বিভিন্ন সম্প্ৰদায মাজতো উচ্চ বৰ্ণ, নিম্ন বৰ্ণ, বিভিন্ন ভাষাক লৈ বিৰোধ দেখা যায, যিযে কেতিযাবা ৰক্তাক্ত ৰূপ লয। শেহতীয়াভাৱেও কেইবাখনো ৰাজ্যত জাতি, ধৰ্মক লৈ গণহত্যা চলি গৈছে। এইবোৰৰ পিছত আছে পৰস্পৰৰ প্ৰতি অবিশ্বাস, সন্দেহ, ঘৃণা, অসহিষ্ণুতা, ধৰ্মীয গোড়ামি, ৰাজনৈতিক আৰু অৰ্থনৈতিক স্বাৰ্থ।

**সম্প্ৰীতি ৰক্ষাৰ প্ৰচেষ্টা**

সমাজত বসবাসকাৰী বিভিন্ন সম্প্ৰদায়ৰ মানুহৰ মাজত যে সম্প্ৰীতিৰ প্ৰয়োজন তাত কাৰো দ্বিমত থাকিব নোৱাৰে। এই সন্দৰ্ভত বক্তৃতানুষ্ঠান, সমাৱেশ, শোভাযাত্ৰা

আদিৰো আয়োজন কৰা পৰিলক্ষিত হয়। চৰকাৰ পক্ষৰ পৰাও আজিকালি বাতৰিকাকত, টেলিভিছনযোগে সাম্প্ৰদায়িক সম্প্ৰীতি ৰক্ষাৰ বাবে প্ৰচাৰ চলোৱা দেখা যায়। পিছে বাহ্যিক প্ৰচাৰৰ সলনি এই ক্ষেত্ৰত আন্তৰিকতাৰে কাম কৰিলেহে সফলতা আশা কৰিব পাৰি।

**ছাত্ৰ সমাজৰ ভূমিকা**

সাম্প্ৰদায়িক সম্প্ৰীতি ৰক্ষাৰ বাবে ছাত্ৰ সমাজৰো কিছু দায়িত্ব আৰু কৰ্তব্য আছে। কোনো বিষয়ক কেন্দ্ৰ কৰি সাম্প্ৰদায়িক উন্মাদনা গঢ় লৈ উঠিলে ছাত্ৰ সমাজ আগুৱাই আহিব লাগিব তাক বন্ধ কৰাৰ বাবে। বিভিন্ন অনুষ্ঠান, শোভাযাত্ৰা, জনকল্যাণমূলক কামেৰে বিভিন্ন সম্প্ৰদায়ৰ মানুহৰ মাজত ধৰ্ম নিৰপেক্ষতা, মৈত্ৰী, ভ্ৰাতৃত্ববোধ জগাই তুলিব লাগিব। অৱশ্যে শিক্ষানুষ্ঠানত ছাত্ৰক এই ক্ষেত্ৰত উপযুক্ত কৰিবলৈ ব্যৱস্থা কৰিব লাগিব।

**সামৰণি**

সাম্প্ৰদায়িক সম্প্ৰীতি ৰক্ষাৰ বাবে সকলোৱে আন্তৰিকতাৰে আগুৱাই আহিব লাগিব। পৰস্পৰৰ প্ৰতি সন্দেহ, অবিশ্বাস, ঘৃণা দূৰ কৰিব লাগিব। এই বিষয়ত ৰাজনৈতিক দলবোৰৰ ভূমিকাও গুৰুত্বপূৰ্ণ। সন্দেহ, অবিশ্বাস দূৰ কৰি পৰস্পৰৰ মাজত ঐক্য আৰু শ্ৰদ্ধাবোধ জগাই অনুভৱ কৰিব লাগিব — আমি সকলো ভাৰতবাসী।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ সাম্প্ৰদায়িকতাৰ অভিশাপ আৰু ইয়াৰ প্ৰতিৰোধত ছাত্ৰ সমাজৰ ভূমিকা ২ ভাৰতত সাম্প্ৰদাযিকতাৰ সমস্যা

## সন্ত্ৰাসবাদ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সন্ত্ৰাসবাদৰ অৰ্থ - ভাৰতত সন্ত্ৰাসবাদ - প্ৰতিকাৰৰ ব্যৱস্থা - সামৰণি

*সন্ত্ৰাসবাদ নিপাত যাওক, মানৱ ধৰ্ম আৰু মানৱ সভ্যতা চিৰস্থায়ী হওক। হিংসা, বিদ্বেষ, জিঘাংসাই কোনো দেশৰ মংগল সাধন কৰিব নোৱাৰে। শান্তিপ্ৰিয় জনসাধাৰণৰ একমাত্ৰ কামনা — শান্তিপূৰ্ণ আনন্দ, উজ্জ্বল পৰমায়ু।*

**ভূমিকা**

সাম্প্ৰতিক সময়ত সমগ্ৰ বিশ্বৰ জ্বলন্ত সমস্যাসমূহৰ ভিতৰত অন্যতম হৈছে সন্ত্ৰাসবাদ। সন্ত্ৰাসবাদৰ বাবেই আজি পৃথিৱীৰ কোনো প্ৰান্তই নিৰাপদ নহয়। নাগৰিকৰ জীৱন বিপন্ন হৈ পৰা হেতুকে বিভিন্ন দেশৰ মুৰব্বীসকলে যুটীয়াভাৱে সন্ত্ৰাসবাদ দমনৰ চিন্তা-চৰ্চা কৰিছে। সন্ত্ৰাসবাদ এতিয়া সৱাতোকৈ জ্বলন্ত আন্তঃৰাষ্ট্ৰীয় সমস্যা। সন্ত্ৰাসবাদী কাৰ্যকলাপে নিৰীহৰ প্ৰাণ হানি কৰিছে। তেওঁলোকৰ ধন-সম্পত্তিৰ ক্ষতি কৰিছে।

**সন্ত্ৰাসবাদৰ অৰ্থ**

সন্ত্ৰাসবাদ হ'ল এনে এক পন্থা যাৰ দ্বাৰা ক্ষমতা লাভৰ বাবে অত্যাচাৰ, হত্যা, লুণ্ঠন আদি ত্ৰাসমূলক কাম কৰা হয়। বিভিন্ন গোষ্ঠীয়ে দেশৰ বিভিন্ন অংশত প্ৰভাৱ আৰু প্ৰতিপত্তি বিস্তাৰৰ বাবে অতৰ্কিত আক্ৰমণ চলায় আৰু বিশৃংখলতা সৃষ্টি কৰে। যিয়ে এইবোৰ কাম-কাজ কৰে সেইসকলক সন্ত্ৰাসবাদী বোলা হয়।

### ভাৰতত সন্ত্ৰাসবাদ

দীৰ্ঘদিন ধৰি ভাৰতৰ বিভিন্ন প্ৰান্তত চলি থকা সন্ত্ৰাসবাদী কাৰ্যকলাপ বিগত কেইটামান বছৰত ক্ৰমাৎ বৃদ্ধি পাইছে। অসম, ত্ৰিপুৰা, নাগালেণ্ড, মণিপুৰ, অন্ধ্ৰ প্ৰদেশ, পশ্চিমবংগৰ উপৰিও সন্ত্ৰাসবাদে স্পৰ্শ কৰিছে মহাৰাষ্ট্ৰ, গুজৰাট, কৰ্ণাটক, ছত্তিশগড়ৰ দৰে ৰাজ্যকো। পাহাৰ, অৰণ্য আদিত আত্মগোপন কৰাৰ উপৰিও বিদেশী ৰাষ্ট্ৰৰ পৰাও আগমন ঘটিছে সন্ত্ৰাসবাদীৰ। প্ৰশিক্ষিত সন্ত্ৰাসবাদীয়ে অতৰ্কিতে আক্ৰমণ চলাই নিৰাপত্তা ব্যৱস্থা কেতিয়াবা অৰ্থহীন কৰি তোলে। ভাৰতৰ প্ৰতিবেশী দেশৰ বিৰুদ্ধে সন্ত্ৰাসবাদীক অস্ত্ৰ যোগান, আশ্ৰয় আৰু অৰ্থ যোগানৰ অভিযোগ উঠিছে। কাশ্মীৰ আৰু উত্তৰ-পূৰ্বাঞ্চলত দীৰ্ঘ বছৰ জুৰি চলি অহা সন্ত্ৰাসবাদৰ আজি পৰ্যন্ত সমাধান ঘটা নাই। শেহতীয়াকৈ মুম্বাইৰ তাজ হোটেলকে আদি কৰি কেইবাখনো ঠাইত আক্ৰমণেৰে ১৭৫ জনতকৈ অধিক লোকক হত্যা কৰা সন্ত্ৰাসবাদী আক্ৰমণে সমগ্ৰ বিশ্বকে কঁপাই গৈছে। ইয়াৰ আগতে সংঘটিত হ'ল অসম, গুজৰাট, বাংগালুৰু, মালেগাঁৱত ধাৰাবাহিক বিস্ফোৰণ। আজি ভাৰতত সন্ত্ৰাসবাদ দমন চৰকাৰৰ বাবে সৰ্ববৃহৎ প্ৰত্যাহ্বান। সম্প্ৰতি ভাৰতে আন্তঃৰাষ্ট্ৰীয় সম্প্ৰদায়ৰ সহায়েৰে সন্ত্ৰাসবাদ দমনৰ ক্ষেত্ৰত আগবাঢ়িছে। দেশী উগ্ৰপন্থী সংগঠনসমূহৰ উপৰিও অচিনাক্ত, পৰিচয় প্ৰদান নকৰা সন্ত্ৰাসবাদী সংগঠনৰ কাৰ্যকলাপ নিৰাপত্তৰক্ষীৰ বাবে মূৰৰ কামোৰণি হৈ পৰিছে।

### প্ৰতিকাৰৰ ব্যৱস্থা

সন্ত্ৰাসবাদীক দমন কৰা চৰকাৰৰ প্ৰধান লক্ষ্য। কিন্তু অত্যাধুনিক অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত আৰু উন্নতমানৰ প্ৰশিক্ষণপ্ৰাপ্ত, লক্ষ্য পূৰণৰ বাবে জীৱন দিবলৈ প্ৰস্তুত সন্ত্ৰাসবাদীক কাবু কৰাটো সহজ নহয। সন্ত্ৰাসবাদীক দমনৰ বাবে আৰক্ষী আৰু সেনা বাহিনী সেই ধৰণেই প্ৰস্তুত হ'বলগীয়া হৈছে। সম্প্ৰতি সীমান্তৰ পৰা যাতে সন্ত্ৰাসবাদীয়ে ভাৰতত প্ৰৱেশ কৰিব নোৱাৰে তাৰ বাবে তীক্ষ্ণ দৃষ্টি দিয়া হৈছে। চোৰাংচোৱা সংস্থাই কিছু পৰিমাণে সফলতা লভিছে যদিও সেয়া পৰ্যাপ্ত হ'ব নোৱাৰে। সন্ত্ৰাসবাদীৰ নেটৱৰ্ক সম্প্ৰতি সমগ্ৰ বিশ্বজুৰি বিয়পি পৰিছে। গতিকে, নিৰাপত্তা বাহিনী, চোৰাংচোৱা সংস্থাযো সেই অনুসৰি আগবাঢ়িবলগীয়া হৈছে। সন্ত্ৰাসবাদ দমনত ভাৰতৰ এই যাত্ৰাত সহযোগিতা আগবঢ়াইছে আমেৰিকা যুক্তৰাষ্ট্ৰকে আদি কৰি ইউৰোপৰ দেশসমূহে।

### সামৰণি

ভাৰত ভূমিত অস্থিৰতা সৃষ্টি কৰিবলৈ অহৰহ সক্ষম হৈ থকা অশুভ শক্তিৰ অভাৱ নাই। ভাৰতত বিভিন্ন ঠাইত আক্ৰমণৰ বাবে চুবুৰীয়া দেশত চলি আছে প্ৰশিক্ষণ। বিস্ফোৰণ, হত্যা, ডকাইতি, অপহৰণৰে সন্ত্ৰাসবাদ জীয়াই ৰখাৰ প্ৰচেষ্টা নিৰন্তৰভাৱে চলি আছে। চৰকাৰৰ উপৰি জনসাধাৰণলৈও সন্ত্ৰাসবাদক প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰা উচিত। চৰকাৰ আৰু জনসাধাৰণৰ যৌথ প্ৰচেষ্টাইহে সন্ত্ৰাসবাদক নিৰ্মূল কৰিব বুলি আশা কৰিব পাৰি।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ সন্ত্ৰাসবাদ আৰু মানৱ সভ্যতা ২ পৃথিৱীৰ মহাসংকট : সন্ত্ৰাসবাদ ৩ ভাৰতত সন্ত্ৰাসবাদ

# বিজ্ঞানৰ জয়যাত্ৰা আৰু মানুহৰ ভৱিষ্যত

**ৰচনাৰ সংকেত ঃ** ভূমিকা- বিজ্ঞানৰ জয়যাত্ৰা - বিজ্ঞানৰ নেতিবাচক দিশ - মানুহৰ ভৱিষ্যত - সামৰণি

*বিজ্ঞানৰ উদ্দেশ্য হোৱা উচিত মানৱ*
*জাতিৰ সামাজিক সুখ আৰু শান্তি।*
**—এলবাৰ্ট আইনষ্টাইন**

**ভূমিকা**

একবিংশ শতিকাত পুৱা শুই উঠাৰ পৰা ৰাতি বিছনাত পৰালৈকে প্ৰতিটো বস্তুৰ বাবে মানুহ বিজ্ঞানৰ ওচৰত কৃতজ্ঞ। সভ্যতাৰ সৈতে বিজ্ঞানৰ সম্পৰ্ক অতি ঘনিষ্ঠ। বিজ্ঞান অবিহনে সভ্যতাৰ কথা কল্পনাও কৰিব নোৱাৰি। আধুনিক সভ্যতাৰ চৰম উন্নতিৰ মূলতে আছে বিজ্ঞানৰ অৱদান। কেঁচা মাংস খোৱা অৱস্থাৰ পৰা আহি মানুহ আজিৰ ইণ্টাৰনেটৰ যুগত প্ৰৱেশ কৰাৰ মূলতে আছে বিজ্ঞান।

**বিজ্ঞানৰ জয়যাত্ৰা**

সভ্যতাৰ দীৰ্ঘ যাত্ৰাপথত বিজ্ঞানেই মানুহৰ সহায়ক। বিজ্ঞানৰ ফলত হোৱা ন ন আৱিষ্কাৰে মানুহক কৰি তুলিছে অপৰিসীম শক্তিৰ অধিকাৰী। কৃষি, শিল্প, পৰিবহন, যোগাযোগ, চিকিৎসা সকলো ক্ষেত্ৰতেই বিজ্ঞানে আনিছে বিপ্লৱ, যাৰ ফলত জীৱন ধাৰণ হৈ পৰিছে সহজলভ্য। বিজ্ঞানৰ বাবেই প্ৰকৃতিৰ বিপক্ষে যুদ্ধত মানুহ জয়ী হ'বলৈ সক্ষম হৈছে। ডাঙৰ ডাঙৰ নদী, আনকি সাগৰতো দলং সম্ভৱ হৈছে, পাহাৰ ভাঙি ৰাষ্টা হৈছে, দুৰ্গম অঞ্চলো ভ্ৰমণ কৰিব পৰা হৈছে। আমাৰ দৈনন্দিন জীৱনৰ অলেখ সামগ্ৰী টেলিভিছন, কম্পিউটাৰ, ফ্ৰিজ, গাড়ী, সকলো বিজ্ঞানৰে অৱদান। বিজ্ঞানৰ অৱদানৰ বাবেই দুৰাৰোগ্য ৰোগৰো চিকিৎসা সম্ভৱ হৈছে।

**বিজ্ঞানৰ নেতিবাচক দিশ**

বিজ্ঞানৰ জযযাত্ৰা সম্ভৱ হৈছে পৃথিৱীৰ বিভিন্ন দেশৰ অগণন বিজ্ঞানীৰ কঠোৰ পৰিশ্ৰমৰ বাবে। বিজ্ঞানীসকলে ব্যক্তিস্বাৰ্থৰ সলনি মানৱ জাতিৰ কল্যাণৰ বাবে কাম কৰি গৈছে, পিছে বিজ্ঞানৰ কিছুমান আৱিষ্কাৰে মানৱ জাতিৰ ক্ষতি নকৰাকৈ থকা নাই। ১৯৪৫ চনত জাপানৰ হিৰোছিমা আৰু নাগাছাকিত বিজ্ঞানৰ দান এটম বোমাৰ ধ্বংসলীলাক পাহৰিব কোনে? সেই সময়ত ভয়ানক বোমা দুটা বিস্ফোৰণৰ ফলত লাখ লাখ লোকৰ মৃত্যু ঘটাৰ উপৰিও দুৰাৰোগ্য ৰোগত আক্ৰান্ত হৈছিল অগণন লোক। বৰ্তমানেও বিজ্ঞানৰ সৃষ্ট ন ন আধুনিক মাৰণাস্ত্ৰই মানুহক শান্তিৰে থাকিবলৈ দিয়া নাই। কল-কাৰখানাৰ প্ৰদূষণে বিধ্বস্ত কৰিছে পৃথিৱীৰ পৰিৱেশ। যি দৰে উন্নত হৈছে চিকিৎসা বিজ্ঞান, একে দৰে বৃদ্ধি পাইছে ৰোগ-ব্যাধি। বিজ্ঞানৰ আৱিষ্কৃত নানা যন্ত্ৰই মানুহৰ দৈহিক আৰু মানসিক পৰিশ্ৰম কমাইছে। কিন্তু প্ৰদূষণৰ সৃষ্টি হোৱা গোলকীয় উষ্ণতা বৃদ্ধিয়ে আনকি পৃথিৱী ধ্বংস কৰাৰ সম্ভাৱনাও প্ৰকট কৰিছে।

**মানুহৰ ভৱিষ্যত**

মানৱ সভ্যতাক যিদৰে বিজ্ঞানে অগ্ৰগতি দিছে সেইদৰে ইয়াক ধ্বংসও কৰিব পাৰি। সম্প্ৰতি পৃথিৱীৰ বিভিন্ন দেশত থকা পাৰমাণৱিক অস্ত্ৰই মুৰ্হূততে মাতি আনিব পাৰে পৃথিৱীৰ ভয়ানক বিপদ। অৱশ্যে এই ক্ষেত্ৰত বিজ্ঞানক দোষাৰোপ কৰিব নোৱাৰি। বিজ্ঞান উপকাৰ-উপকাৰ নিৰ্ভৰ কৰে ইয়াক কেনেদৰে প্ৰয়োগ কৰা হৈছে তাৰ ওপৰত। সমগ্ৰ বিশ্বতে অস্ত্ৰ নিৰ্মাণৰ যি প্ৰতিযোগিতা গঢ লৈ উঠিছে তাত মানুহৰ ভৱিষ্যত হৈ পৰিছে অনিশ্চিত। বিজ্ঞানক হাতিয়াৰ কৰি ক্ষমতা দখলৰ অশুভ পৰম্পৰা শীঘ্ৰে বন্ধ কৰা আৱশ্যক। অন্যথা মানৱ জাতিৰ লগতে সমগ্ৰ পৃথিৱীৰ ভৱিষ্যত অন্ধকাৰ বুলি ক'ব পাৰি।

**সামৰণি**

মানুহে বিজ্ঞানৰ সহায়তে ব্ৰহ্মাণ্ড ভ্ৰমণ কৰিবলৈ সক্ষম হৈছে। কিন্তু বিজ্ঞানে চৰম উন্নতি কৰিলেও সীমাহীন ব্ৰহ্মাণ্ডৰ ৰহস্য কিমান দূৰ ভেদ কৰিব সন্দেহ আছে। গতিকে পৃথিৱীত মানৱ জাতিৰ কল্যাণৰ কামত নিয়োজিত হোৱাটো বিজ্ঞানৰ মূল কৰ্তব্য হোৱা উচিত। তাৰ উপৰি বিজ্ঞানৰ আৱিষ্কাৰবোৰৰ যাতে নেতিবাচক প্ৰযোগ হ'ব নোৱাৰে তাৰ বাবে সকলো সচেতন হ'ব লাগিব। বিজ্ঞানে যি দৰে মানৱ জীৱন উপভোগ্য কৰি তুলিব পাৰে সেইদৰে ইযাৰ কু-প্ৰয়োগে ভয়ানক বিপদ মাতি আনিব পাৰে — ইযাক উপলব্ধি কৰিব লাগিব প্ৰতিজন মানুহে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ বিজ্ঞান আৰু মানৱ সমাজ (HS 2000 2002) ২ বিজ্ঞানৰ অপপ্ৰয়োগ ৩ মানৱ কল্যাণত বিজ্ঞান

# সৌজন্য আৰু শিষ্টাচাৰ

**ৰচনাৰ সংকেত ঃ** ভূমিকা-শিষ্টাচাৰৰ প্ৰয়োজন - অভাৱ ঘটিছে শিষ্টাচাৰৰ - সামাজিক ৰীতি আৰু শিষ্টাচাৰ - শিষ্টাচাৰ বজাই ৰখাৰ উপায় - সামৰণি

*ভদ্ৰ আচৰণৰ পৰা ক্ষতি একো নহয়, কিন্তু লাভ হয় বিস্তৰ। অতিকৈ সহজলভ্য বস্তু হ'ল সৌজন্য আৰু শিষ্টাচাৰ। সৌজন্য আৰু শিষ্টাচাৰ প্ৰদৰ্শনৰ বাবে কোনো কষ্ট বা আত্মত্যাগ কৰিব নালাগে।*

**— লেডী মন্টেগ'**

**ভূমিকা**

মানুহ এটা সময়ত এনে এক অৱস্থাত আছিল য'ত শিষ্টাচাৰ নামৰ কোনো শব্দৰ অস্তিত্ব নাছিল। পিছে শিষ্টাচাৰ অবিহনে আজি কল্পনা কৰিব নোৱাৰি এখন সভ্য সমাজৰ কথা। অৰণ্যবাসী হিচাপে থকা অৱস্থাত খাদ্য সংগ্ৰহেই আছিল মানুহৰ প্ৰধান লক্ষ্য। তেনে অৱস্থাত মানুহে কোন ধৰণৰ শিষ্টাচাৰৰ প্ৰয়োজন অনুভৱ কৰা নাছিল। মানুহ সভ্য হোৱাৰ পাছত, সমাজ পাতি বাস কৰাৰ পাছতহে শিষ্টাচাৰৰ প্ৰযোজন আহি পৰিল। সৌজন্য আৰু শিষ্টাচাৰক মানুহৰ প্ৰাথমিক চাৰিত্ৰিক গুণ বুলি অভিহিত কৰা হয়। ব্যক্তিজীৱন আৰু

সমাজ জীৱন সৌন্দৰ্যময় কৰি তুলিবলৈ সৌজন্য আৰু শিষ্টাচাৰৰ প্ৰয়োজন অপৰিসীম। সৌজন্য হ'ল অন্তৰৰ মাধুৰ্যস্বৰূপ আৰু এই সৌজন্যবোধৰ প্ৰকাশেই হ'ল শিষ্টাচাৰ।

**শিষ্টাচাৰৰ প্ৰয়োজন**

মানুহে সমাজত বাস কৰে আৰু ইয়াৰ বাবেই মানুহৰ চৰিত্ৰত কিছুমান গুণ থকাটো অপৰিহাৰ্য। সৌজন্য আৰু শিষ্টাচাৰে মানুহক ভদ্ৰ আৰু বিনয়ী কৰি তোলে। সমাজ আৰু সভ্যতাৰ উন্নতি ইয়াৰ ওপৰতেই নিৰ্ভৰশীল। এই দুটা মানৱ চৰিত্ৰৰ এক মূল্যবান সম্পদ যাক কিনিব নোৱাৰি। শৈশৱ, কিশোৰ অৱস্থাৰ পৰাই এই গুণ আযত্ব কৰিব লাগিব। যি সমাজত মানুহৰ মাজত শিষ্টাচাৰ অধিক পৰিমাণে থাকে সেই সমাজ সিমানেই বেছি সভ্য আৰু উন্নত হয়। এইবোৰ আযত্ব কৰিযেই মানুহৰ ব্যৱহাৰ মাৰ্জিত, ভদ্ৰ, ৰুচিশীল হৈ উঠে। দৈনন্দিন জীৱনৰ ৰুক্ষতাৰ পৰা সৌজন্য আৰু শিষ্টাচাৰে মানুহৰ জীৱনক স্নিগ্ধ আৰু সৌন্দৰ্যমণ্ডিত কৰি তোলে। যাৰ সৌজন্যবোধ আছে আৰু যি শিষ্টাচাৰৰে পৰিপূৰ্ণ, তেওঁ নিজকে সুসভ্য বুলি গণ্য কৰিব পাৰে। শিষ্টাচাৰ হৈছে ধন, টকা-পইচাৰে কিনিব নোৱাৰা এনে এক গুণ যি মানৱ জীৱনক মহিমামণ্ডিত কৰি তোলে।

**অভাৱ ঘটিছে শিষ্টাচাৰৰ**

বৰ্তমানৰ যুগত জনসংখ্যাৰ বৃদ্ধিৰ লগে লগে মানুহৰ মাজৰ পৰা লোপ পাবলৈ ধৰিছে শিষ্টাচাৰ। ছাত্ৰই শিক্ষকক, সন্তানে পিতৃ-মাতৃৰ প্ৰতি শিষ্টাচাৰ প্ৰদৰ্শন নকৰাৰ অৱস্থা আহি পৰিছে। ইযাৰ ফলত সমাজত নানান জটিলতাৰো সৃষ্টি হ'বলৈ ধৰিছে। বহুক্ষেত্ৰত শান্ত, বিনযী, শিষ্টাচাৰসম্পন্ন লোক উপহাস আৰু অত্যাচাৰৰ পাত্ৰ হ'বলগীযা হৈছে। মানুহে পাহৰি গৈছে যে কঠোৰ বচন, দুৰ্ব্যৱহাৰ, উপহাস, বিদ্ৰূপ এইবোৰ মানৱতাবিৰোধী।

**সামাজিক ৰীতি আৰু শিষ্টাচাৰ**

সমাজ পাতি বাস কৰিবলৈ হ'লে নানা নিযম মানি চলিব লাগিব। সামাজিক ৰীতি বজাই ৰাখিবলৈ হ'লে নানা আচাৰ-অনুষ্ঠান অনুসৰণ কৰি চলিব লাগিব। সামাজিক ৰীতি বাহ্যিকভাৱেও পালন কৰিব পাৰি যদিও শিষ্টাচাৰৰ লগত আছে হৃদযৰ সম্পৰ্ক। শিষ্টাচাৰ কেৱল মাত্ৰ বাহ্যিক অভ্যাস নহয়। শিষ্টাচাৰ হৈছে মানৱ হৃদযৰ পৰা নিভৃত স্পৰ্শকাতৰ অনুভূতি।

**শিষ্টাচাৰ বজাই ৰখাৰ উপায়**

শিষ্টাচাৰ ঘূৰাই আনিবৰ বাবে নিৰ্দিষ্ট পৰিকল্পনাৰ প্ৰয়োজন। শৈশৱ, ছাত্ৰ-ছাত্ৰীজীৱনৰ পৰাই এইক্ষেত্ৰত শিক্ষা দিব লাগিব। ইয়াৰ লগতে পিতৃ-মাতৃয়ে ঘৰতেই শিশু অৱস্থাৰ পৰা সন্তানক শিষ্টাচাৰৰ শিক্ষা দিব লাগে। ঘৰ, বিদ্যালয়ৰ পৰিৱেশ, পাঠ্যক্ৰমত শিষ্টাচাৰ অন্তৰ্ভুক্ত হ'ব লাগে, তেতিয়াহে সমাজত শিষ্টাচাৰৰ প্ৰসাৰতা আশা কৰিব পাৰি।

**সামৰণি**

কোনোবা হয়তো উচ্চ ডিগ্ৰীৰ অধিকাৰী হ'ব পাৰে, অলেখ ধন-সম্পদৰ গৰাকী হ'ব পাৰে, পিছে শিষ্টাচাৰ অবিহনে কোনেও নিজকে সভ্য মানুহ বুলি দাবী কৰিব নোৱাৰে। সেয়েহে সৌজন্য আৰু শিষ্টাচাৰ শিক্ষাৰ প্ৰয়োজন খুবেই গুৰুত্বপূৰ্ণ। শিষ্টাচাৰেই ৰুক্ষ, অমাৰ্জিত সমাজক সুন্দৰ আৰু মংগলময় কৰি তুলিব পাৰে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ শিষ্টাচাৰ ২ সৌজন্য আৰু শিষ্টাচাৰৰ প্ৰয়োজনীয়তা

# পুথিভঁৰাল আৰু পুথি অধ্যয়ন

HSLC 1996, 1998

**ৰচনাৰ সংকেত ঃ** ভূমিকা - প্ৰাচীন কালতেই আৱিৰ্ভাৱ হ'ল পুথিভঁৰালৰ - পৃথিৱীৰ সৰ্বত্ৰ পুথিভঁৰালৰ জয়যাত্ৰা - সামৰণি

*ভাষা য'ত নিস্তব্ধ হৈ আছে, প্ৰবাহ য'ত স্থিৰ হৈ আছে, মানৱাত্মাৰ অমৰজ্যোতি ক'লা আখৰৰ শিকলিৰে কাগজৰ কাৰাগাৰত য'ত বন্দী হৈ আছে, সেই নীৰৱ মহাশব্দৰ অসামান্য আধাৰ পুথিভঁৰাল।*

— **ৰবীন্দ্ৰনাথ ঠাকুৰ**

## ভূমিকা

পুথিভঁৰাল সভ্য মানুহৰ জীৱন যাত্ৰাৰ এক অপৰিহাৰ্য অংগ। পুথিভঁৰালে মানুহৰ জ্ঞানৰ সুধা নিবৃত কৰে, চিত্তত জ্ঞানৰ সঞ্চাৰ কৰে। জনসাধাৰণৰ অজ্ঞতা দূৰ কৰি শিক্ষা বিস্তাৰতো পুথিভঁৰালৰ ভূমিকা বিশেষভাৱে উল্লেখযোগ্য। পুথিভঁৰাল যুগে যুগে সঞ্চিত জ্ঞানধাৰাৰ মহামিলনৰ ক্ষেত্ৰ। ইয়াত অতীত, বৰ্তমান আৰু ভৱিষ্যত মিলি পৃথিৱীৰ নানা দেশৰ নানা চিন্তাধাৰাৰ প্ৰতিফলন পোৱা যায়। ইযাত সঞ্চিত বিভিন্ন গ্ৰন্থই, বিভিন্ন যুগৰ বিভিন্ন মনীষীৰ চিন্তাধাৰাই আমাক শান্তি, তৃপ্তি আৰু আনন্দ প্ৰদান কৰে, আৰু দিয়ে উদাৰ দৃষ্টিভংগী।

## প্ৰাচীন কালতেই আৱিৰ্ভাৱ হ'ল পুথিভঁৰালৰ

সুপ্ৰাচীন কালতেই জ্ঞানচৰ্চাৰ ফলত সাহিত্যৰ সৃষ্টি হৈছিল। কিন্তু লিপিৰ আৱিষ্কাৰ নোহোৱাৰ বাবে সেইবোৰে লিখিত ৰূপ পোৱা নাছিল। 'বেদ'ক পৃথিৱীৰ প্ৰাচীনতম সাহিত্যৰূপে আখ্যা দিয়া হয়। প্ৰথমতে বেদ মুখে মুখে প্ৰচলিত আছিল। ইয়াৰ বাবেই বেদৰ আন এটা নাম শ্ৰুতি। লিপিৰ উদ্ভৱৰ পাছত গ্ৰন্থৰো উদ্ভৱ হয়। প্ৰাচীন মিছৰ আৰু বেবিলনত পোৱা মাটিত লিপিৰ নিৰ্দৰ্শন পোৱা গৈছে। আমাৰ দেশত প্ৰাচীন কালত তালপাত আৰু ভূজপত্ৰত গ্ৰন্থ লিখা হৈছিল। একেদৰে বহু দেশত শিলৰ ফলি, জন্তুৰ ছাল আৰু কাঠৰ ওপৰত গ্ৰন্থ লিখাৰ কথা জানিব পৰা যায়।

চীনতেই প্ৰথমে কাগজ আৱিষ্কৃত হয়। তাত বহু ডাঙৰ পুথিভঁৰাল প্ৰতিষ্ঠিত হৈছিল। প্ৰাচীন ভাৰতৰ তক্ষশীলা, নালন্দা, বিক্ৰমশীলা আদি বিখ্যাত বৌদ্ধ বিশ্ববিদ্যালয়ত বিশাল পুথিভঁৰাল আছিল। এইবোৰ জ্ঞানতীৰ্থত অগণন ছাত্ৰ আৰু বিদেশী পৰিব্ৰাজকে তেওঁলোকৰ জ্ঞানতৃষ্ণা পূৰণ কৰিছিলহি। কাশী, সোমনাথ আদিৰ হিন্দু মন্দিৰতো পুথিভঁৰাল থকাৰ কথা জানিব পৰা যায়। কিন্তু তুৰ্কীসকলৰ আক্ৰমণত এইবোৰ যুগসঞ্চিত পুথিভঁৰালৰ সৰহভাগেই ধ্বংস হৈ যায়। মুছলমানসকলে পশ্চিম এছিয়া আৰু ভাৰতত বহুকেইটা বৃহৎ পুথিভঁৰাল স্থাপন কৰি বিদ্যোৎসাহিতাৰ পৰিচয় দি গৈছে।

ছপাশাল সভ্যতাৰ আন এক মহৎ দান। ছপাশালৰ আৱিষ্কাৰে গ্ৰন্থক মানুহৰ বাবে সহজ লভ্য কৰি তুলিলে। ছপাশাল প্ৰবৰ্তনৰ পূৰ্বে পুথিভঁৰালৰ সংখ্যা বৰ বেছি নাছিল।

সেই সময়ত মঠ-মন্দিৰ, ৰজা, ধৰ্মযাজক, অৰ্থশালী বা বিশিষ্ট পণ্ডিতৰ বাহিৰে আনৰ বাবে গ্ৰন্থ সংগ্ৰহ কৰাতো সহজসাধ্য নাছিল। সেইবোৰ পুথিভঁৰাল সৰ্বসাধাৰণৰ বাবে মুকলিও নাছিল। সেয়েহে সেই সময়ত মনীষীসকলৰ ভাব-চিন্তাৰ লগত পৰিচিত হোৱাতো সাধাৰণ মানুহৰ বাবে আছিল প্ৰায় অসম্ভৱ। মধ্যযুগত আমাৰ দেশত একো একোজন পণ্ডিতে একো একোখন ডাঙৰ গ্ৰন্থ কণ্ঠস্থ কৰি ৰাখিছিল। ইয়াৰ বাবে তেওঁলোকক বোলা হৈছিল 'গ্ৰন্থী'। তেওঁলোক আছিল যেন জীৱন্ত গ্ৰন্থ।

**পৃথিৱীৰ সৰ্বত্ৰ পুথিভঁৰালৰ জয়যাত্ৰা**

জ্ঞানচৰ্চাৰ প্ৰসাৰৰ লগে লগে আৰু ছপাশালৰ আৱিষ্কাৰৰ ফলত পৃথিৱীৰ সকলো দেশতেই পুথিভঁৰাল স্থাপিত হৈছে। পৃথিৱীৰ কেইটিমান অতি বৃহৎ পুথিভঁৰাল হ'ল, লণ্ডনৰ ব্ৰিটিছ মিউজিয়াম লাইব্ৰেৰী, আমেৰিকাৰ লাইব্ৰেৰী অব্ কংগ্ৰেছ, পেৰিছৰ নেচ্যনেল লাইব্ৰেৰী, ৰাছিয়াৰ লেনিন লাইব্ৰেৰী আদি। জ্ঞানপিপাসু তথা অনুসন্ধিৎসু বহু ব্যক্তি আৰু ছাত্ৰ-ছাত্ৰী এইবোৰ পুথিভঁৰালৰ পৰা বিশেষভাৱে উপকৃত হৈছে।

আমাৰ দেশতো বহুকেইটা মূল্যবান পুথিভঁৰাল আছে। ইয়াৰ ভিতৰত কলিকতা আৰু মুম্বাইৰ নেচ্যনেল লাইব্ৰেৰী অন্যতম। ইযাৰ উপৰি ভাৰতৰ প্ৰত্যেক বিশ্ববিদ্যালয, মহাবিদ্যালয়, বিদ্যালয আৰু বিভিন্ন চহৰত সাধাৰণ তথা ৰাজ্যিক, জিলা পুথিভঁৰাল আছে।

জ্ঞান আৰু শিক্ষাৰ সুযোগ-সুবিধা সাধাৰণ মানুহৰ দুৱাৰে দুৱাৰে প্ৰদান কৰাৰ উদ্দেশ্যে আমাৰ দেশৰ পুথিভঁৰাল আন্দোলনো প্ৰৱৰ্তিত হৈছে। একেদৰে বৈজ্ঞানিক পদ্ধতিৰে পুথিভঁৰাল পৰিচালনাৰ বাবে বিভিন্ন শিক্ষায়তনত এই সম্পৰ্কীয পাঠ্যক্ৰম মুকলি কৰা হৈছে। দুখীয়া ছাত্ৰ-ছাত্ৰীক পাঠ্যপুথি যোগানৰ নিমিত্তে বহু পাঠাগাৰো স্থাপন কৰা হৈছে।

**সামৰণি**

পুথিভঁৰালৰ পৰা আমাৰ অশেষ উপকাৰ হয়। পুথিভঁৰালত থকা বাতৰিকাকত, আলোচনী আদি পঢ়ি আমি বিশ্বত ঘটা,ঘটনাবিলাকৰ জ্ঞান লাভ কৰি নিজক সময়ৰ লগত খাপ খুৱাই ল'ব পাৰোঁ। মনীষীসকলৰ আদৰ্শ, উপদেশ আদিৰ বিষয়ে পুথিভঁৰালত কিতাপ-পত্ৰ পঢ়ি জানিব পাৰো। কলেজ বা বিশ্ববিদ্যালযৰ শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীসকলে পাঠ্যপুথিৰ উপৰিও নানা কিতাপ পঢ়িব লাগে। জ্ঞানপিপাসু লোকসকলৰ জ্ঞানৰ হেপাহ পলুৱাবৰ বাবেও অনেক কিতাপৰ প্ৰয়োজন। সেইবিলাক নিজাকৈ যোগাৰ কৰা সম্ভৱ নহয়। পুথিভঁৰালৰ পৰা তেওঁলোকে সেই সুবিধা লাভ কৰিব পাৰে। কিতাপ-পত্ৰ বিক্ৰী কৰিবলৈ যোৱা লোকক পুথিভঁৰালে প্ৰায়েই বিমুখ নকৰে। সেয়ে পুথিভঁৰালৰ পৰা লেখক আৰু প্ৰকাশকসকলো উপকৃত হয়।

পুথিভঁৰাল জাতিৰ সভ্যতাৰ বাৰ্তাবাহক, জাতীয় অগ্ৰগতিৰ ধ্বজাবাহক। পুথিভঁৰাল মানৱ জীৱনৰ পৰম আশ্ৰয়, পৱিত্ৰ মন্দিৰ আৰু পুণ্যতীৰ্থ। জ্ঞানপিপাসু মানুহৰ সাধন তীৰ্থ আৰু শান্তিৰ নীড়।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ ১ মানৱ জীৱনত পুথিভঁৰালৰ প্ৰভাব ২ প্ৰাচীন কালৰ পৰা বৰ্তমানলৈ পুথিভঁৰাল ৩ সভ্যতাত পুথিভঁৰালৰ ভূমিকা ৪ পুথিভঁৰাল**

# পাৰমাণৱিক শক্তি আৰু ভাৰত

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ভাৰতত পাৰমাণৱিক গৱেষণাৰ সূত্ৰপাত - ভাৰতৰ স্মৰণীয় দিন - সামৰণি

**ভূমিকা**

কুৰি শতিকাৰ আৰম্ভণিৰ পৰাই পৰমাণু সম্পৰ্কে নানা গৱেষণাৰ সূচনা হয়। ইয়াৰ ফলত কম সময়ৰ ভিতৰতে পৰমাণুৰ গঠন সম্পৰ্কে এটা সুস্পষ্ট ধাৰণা গঢ় লৈ উঠে। ইয়াৰ পাছত ত্ৰিশৰ দশকত পৰমাণুৰ কেন্দ্ৰীয় বিভাজন সম্পৰ্কে এক নতুন তথ্য আৱিষ্কৃত হ'ল আৰু ইয়াৰ ফল হ'ল সুদুৰপ্ৰসাৰী। কাৰণ, ইয়াৰ পৰা বিজ্ঞানীসকলে পাৰমাণৱিক শক্তিৰ এক অফুৰন্ত ভাণ্ডাৰৰ সন্ধান পালে।

১৯০৫ চনত বিশ্ববিশ্ৰুত বিজ্ঞানী আইনষ্টাইনে তেওঁৰ আপেক্ষিকতাবাদৰ তত্ত্ব প্ৰকাশ কৰে। এই তত্ত্ব আৰু গৱেষণালব্ধ আন তথ্যৰ ওপৰত নিৰ্ভৰ কৰিয়েই নিৰ্মাণ হ'ল পৰমাণু বোমা, যি এই যুগৰ সৰ্বাধিক ভয়ংকৰ মাৰণাস্ত্ৰৰূপে পৰিগণিত হৈছে। পাৰমাণৱিক শক্তিৰ এই বিধ্বংসী প্ৰয়োগ সাম্প্ৰতিক বিশ্বৰ ৰাজনৈতিক প্ৰেক্ষাপটৰ এটি বহু বিতৰ্কিত বিষয়। দ্বিতীয় মহাসমৰত যেতিয়া জাপানৰ নাগাচাকি আৰু হিৰোচিমাৰ ওপৰত পাৰমাণৱিক বোমা বিস্ফোৰণ কৰা হয়, তেতিয়াৰে পৰা শান্তিকামী বিশ্ববাসী মানৱতাৰ ভৱিষ্যত সম্বন্ধে সন্ত্ৰস্ত হৈ উঠিছে। পৰৱৰ্তীকালত বহুকেইজন পাৰমাণৱিক বিজ্ঞানী আৰু বৰেণ্য পণ্ডিতে পাৰমাণৱিক শক্তিৰ বিধ্বংসী প্ৰয়োগৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ জনায়। পাৰমাণৱিক শক্তিৰ অধিকাৰী আমেৰিকা, ৰাছিয়া, চীন আদি দেশে আন্তৰ্জাতিক ৰাজনীতিত প্ৰধান ভূমিকা গ্ৰহণ কৰিছে। ভাৰতে আৰম্ভণিৰে পৰা পাৰমাণৱিক অস্ত্ৰৰ প্ৰসাৰ ৰোধ কৰাৰ বাবে আন্দোলন চলাই আহিছে। কিন্তু আজিকোপতি এই পৰিস্থিতিৰ বিশেষ উন্নতি হোৱা নাই। বিশ্ব ৰাজনীতিৰ ভাৰসাম্য এতিয়াও বহুলাংশে পাৰমাণৱিক শক্তিৰ ওপৰত নিৰ্ভৰশীল।

**ভাৰতত পাৰমাণৱিক গৱেষণাৰ সূত্ৰপাত**

১৯৪৫ চনত বোম্বাইত টাটা ইনষ্টিটিউট অৱ্ ফাণ্ডামেণ্টেল ৰিছাৰ্চ নামৰ প্ৰতিষ্ঠানটি স্থাপনেৰে ভাৰতত পাৰমাণৱিক গৱেষণাৰ সূত্ৰপাত হয়। আন্তৰ্জাতিক খ্যাতিসম্পন্ন বিজ্ঞানী ডঃ হোমী জাহাংগীৰ ভাবা ভাৰতৰ পাৰমাণৱিক গৱেষণাৰ পথিকৃৎ। মূলতঃ তেওঁৰ দূৰদৰ্শিতাৰ বাবেই ভাৰতে পাৰমাণৱিক শক্তিৰ শান্তিপূৰ্ণ প্ৰয়োগৰ নীতি গ্ৰহণ কৰে। ১৯৫৬ চনত ট্ৰম্বেত ভাৰতৰ প্ৰথমটো পাৰমাণৱিক ৰিয়েক্টৰ স্থাপিত হয়। পাছত ইয়াক কেন্দ্ৰ কৰিযেই ভাবা পাৰামাণৱিক গৱেষণা কেন্দ্ৰ গঢ়ি উঠে। তেতিয়াৰে পৰা ভাৰতত পাৰমাণৱিক গৱেষণাৰ ক্ৰমোন্নতি ত্বৰান্বিত হয় আৰু সমসাময়িকভাৱে বিভিন্ন ঠাইত পাৰমাণৱিক শক্তি উৎপাদন কেন্দ্ৰ স্থাপিত হয়।

পাৰমাণৱিক শক্তি আয়োগৰ দ্বাৰা পৰিচালিত ভাৰতৰ পাৰমাণৱিক গৱেষণাই ইতিমধ্যে বিশ্বৰ উন্নত ৰাষ্ট্ৰবোৰৰ সমমৰ্যাদা লাভ কৰিছে। প্ৰথম অৱস্থাত পাৰমাণৱিক

ৰিয়েক্টৰ আদিৰ নিৰ্মাণ আৰু প্ৰতিষ্ঠাত ভাৰতে বহুকেইখন দেশৰ সহায় ল'বলগীয়া হৈছিল যদিও বৰ্তমান এই দিশত ভাৰত সম্পূৰ্ণ স্বাৱলম্বী। ভাৰতত আজি এই বিষয়ত প্ৰয়োজনীয় বৈজ্ঞানিক প্ৰতিভা, কাৰিকৰী কুশলতা, উপকৰণ আদি একোৰে অভাৱ নাই। ভাৰতৰ পাৰমাণৱিক গৱেষণাৰ ঘাই উদ্দেশ্যে হ'ল ঃ বিদ্যুৎ শক্তি উৎপাদন, শিল্প, কৃষি, চিকিৎসা, স্বাস্থ্য আৰু অৰ্থনৈতিক উন্নয়ন, ভূগৰ্ভস্থ সম্পদৰ সন্ধান আৰু আহৰণ, ভূগৰ্ভত পাৰমাণৱিক বিস্ফোৰণ আৰু নিৰ্মাণ কাৰ্যত এই শক্তিৰ প্ৰযোগ। এই সকলো দিশতে ভাৰতে ইতিমধ্যে আশাপ্ৰদ সাফল্য লাভ কৰিছে। ইয়াৰ ফলত দেশৰ শিল্প-বাণিজ্য বিশেষভাৱে উপকৃত হৈছে। কাশ্মীৰৰ গুলমাৰ্গত স্থাপিত গৱেষণাগাৰত বিভিন্ন বিশ্ববিদ্যালয আৰু বৈজ্ঞানিক প্ৰতিষ্ঠানৰ বাবে উচ্চ বায়ুমণ্ডল সম্পৰ্কে গৱেষণাৰ ব্যৱস্থা আছে। বাংগালুৰুৰ সমীপৰ গৌৰী বিদ্যানুৰ গৱেষণা কেন্দ্ৰত ভূকম্পন নিৰ্ণয যন্ত্ৰৰ সহায়ত পাৰমাণৱিক বিস্ফোৰণ নিৰ্ণয কৰিব পৰা যায। এই সকলো প্ৰতিষ্ঠানৰ কাৰ্যসূচী আৰু সাফল্যই পাৰমাণৱিক বিজ্ঞানৰ ব্যৱহাৰিক আৰু তাত্ত্বিক গৱেষণাৰ ক্ষেত্ৰত ভাৰতৰ গতি তাৰান্বিত কৰিছে।

**ভাৰতৰ স্মৰণীয় দিন**

১৯৭৪ চনৰ ১৮ মে'ৰ দিনটো ভাৰতৰ পাৰমাণৱিক বিজ্ঞানৰ ক্ষেত্ৰত এটি স্মৰণীয দিন। কাৰণ সেই দিনটোতে ৰাজস্থানৰ পোখৰানৰ ভূগৰ্ভত ভাৰতে প্ৰথমটো পাৰমাণৱিক বিস্ফোৰণ ঘটায। ইয়াৰ সুদীৰ্ঘ প্ৰায ২৫ বছৰৰ মূৰত ১৯৯৮ চনৰ ১১ আৰু ১২ মে'ৰ দিনা ভাৰতে একে স্থানতে পুনৰ তিনিটা পাৰমাণৱিক বিস্ফোৰণ ঘটায। উল্লিখিত বিস্ফোৰণৰ জৰিযতে ভাৰতে বিশ্বৰ ষষ্ঠ পাৰমাণৱিক শক্তিৰ অধিকাৰী দেশৰ মৰ্যাদা লাভ কৰে। আপাত দৃষ্টিত এই বিস্ফোৰণ ভাৰতৰ নাটকীয সাফল্য যেন লাগিলেও প্ৰকৃততে ইযাৰ নেপথ্যত আছে ভাৰতৰ পৰমাণু বিজ্ঞানীসকলৰ দীৰ্ঘদিনৰ নিৰলস প্ৰয়াস আৰু জয। এই বিস্ফোৰণৰ বাবে ভাৰতক বহুদেশে সমালোচনাও কৰিছে। কিন্তু 'শান্তিৰ বাবে পাৰমাণৱিক শক্তি'— এই নীতিত ভাৰত আজিও অবিচল আৰু দৃঢ।

**সামৰণি**

ভাৰত পাৰমাণৱিক শক্তিৰ শান্তিপূৰ্ণ প্ৰয়োগত বিশ্বাসী। ৰাষ্ট্ৰসংঘ তথা বিভিন্ন আন্তৰ্জাতিক সন্মিলনত ভাৰতে এই নীতি আৰু আদৰ্শ একাধিকবাৰ দ্বিধাহীনভাৱে ঘোষণা কৰি আহিছে। পোখৰাণৰ সফল বিস্ফোৰণৰ পাছতো ভাৰতৰ এই নীতিৰ পৰিৱৰ্তন হোৱা নাই। পাৰমাণৱিক অস্ত্ৰ নিৰ্মাণৰ প্ৰতিযোগিতা বন্ধ কৰাৰ উদ্দেশ্যে ভাৰতে সদায় অগ্ৰণীৰ ভূমিকা গ্ৰহণ কৰি আহিছে। ভাৰতৰ আন্তৰ্জাতিক ৰাজনীতিৰ আদৰ্শ অহিংসা, শান্তি আৰু সহাৱস্থান। ভাৰতৰ পাৰমাণবিক বিজ্ঞানৰ ক্ৰমোন্নতি আৰু সাফল্যই নিশ্চয তৃতীয় বিশ্বৰ নিৰপেক্ষ দেশবোৰৰ ৰক্ষা কবচৰূপে কাম কৰিব। ভাৰতে এই প্ৰচণ্ড মহাশক্তিক ৰাজনৈতিক অস্ত্ৰৰূপে ব্যৱহাৰ নকৰে। নাইবা ইয়াক ভীষণ নৰমেধ যজ্ঞৰ কাৰণ হ'বলৈও নিদিয়ে। পাৰমাণৱিক শক্তিক মানৱ কল্যাণত নিয়োজিত কৰি বিশ্বশান্তি স্থাপনত ভাৰত অবিচল আৰু দৃঢ় প্ৰতিজ্ঞ।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - মানুহেই প্ৰদূষণৰ কাৰক - সাৱধানতাই সমাধানৰ উপায় - সামৰণি

# পৰিৱেশ প্ৰদূষণ

**ভূমিকা**

'পৰিৱেশ' শব্দটোৰ সাধাৰণ অৰ্থ বুলিলে আমি আমাৰ চৌপাশৰ সমাজ আৰু সেই সমাজত বসবাসকাৰী মানুহখিনিকে বুজো। কিন্তু বিজ্ঞানীসকলে পৰিৱেশ শব্দটোক বৃহত্তৰ অৰ্থত ব্যৱহাৰ কৰিছে। বিজ্ঞানীসকলৰ ভাষাত পৰিৱেশ হ'ল প্ৰধানতঃ পাঁচটা উপাদানৰ উপযুক্ত সমন্বয়। এই পাঁচটা উপাদান হ'ল ঃ মাটি, বায়ু, পানী, উদ্ভিদ আৰু প্ৰাণী, অৰ্থাৎ, কেৱল জীৱজগতেই নহয়, জীৱজগতক আৱৰি যি সামগ্ৰিক প্ৰকৃতি আছে সেয়াই হ'ল আমাৰ পৰিৱেশ। পৰিৱেশৰ বিভিন্ন উপাদানসমূহ পৰস্পৰে পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল। অৰ্থাৎ, এটা নাথাকিলে আনটো থাকিব নোৱাৰে। এই নিৰ্ভৰশীলতাই মানুহ আৰু প্ৰকৃতিৰ মাজত এক সমতাৰ সৃষ্টি কৰে, যিটো জীৱন-ধাৰণৰ বাবে অতি প্ৰয়োজনীয়।

**মানুহেই প্ৰদূষণৰ কাৰক**

কেতিয়াবা কোনো অনিষ্টকাৰী পদাৰ্থ আমাৰ চৌপাশে থকা মাটি, পানী আৰু বায়ুত প্ৰৱেশ কৰি এইবোৰৰ স্বাভাৱিক গুণ (যেনে ঃ মাটিত থকা খনিজ পদাৰ্থ, বেক্টেৰিয়া, কেঁচু আদি অনেক সৰু সৰু জীৱ, পানীত থকা অক্সিজেন. হাইড্ৰোজেন, আৰু বায়ুত থকা অক্সিজেন, হাইড্ৰোজেন, কাৰ্বন ডাই-অক্সাইড আদি) নষ্ট কৰে। তাৰ ফলত বায়ু, পানী, মাটি জীৱজগতৰ ব্যৱহাৰৰ অনুপযোগী হৈ পৰে আৰু জীৱজগতৰ ক্ষতি সাধন হয। পৰিৱেশ এনেদৰে দূষিত হোৱা ঘটনাই হ'ল প্ৰদূষণ বা পৰিৱেশ দূষিতকৰণ (Pollution)। প্ৰদূষণ সৃষ্টি কৰা পদাৰ্থবোৰক প্ৰদূষক (Pollutant) বোলা হয।

আচৰিত কথা যে, সৰহভাগ প্ৰদূষণ মানুহেই সৃষ্টি কৰে। মানুহেই বায়ুত অনিষ্টকাৰী গেছ, ধোঁৱা, ধূলি আদি উৰুৱায়, পানীত নানা ৰাসায়নিক দ্ৰব্য, তেল আদি পদাৰ্থ পেলায় আৰু হাবি-বন নাশ কৰি মাটিৰ অনিষ্ট সাধন কৰে। এনেদৰেই মানুহে বায়ুমণ্ডল, মাটি, পানীৰ অনিষ্ট সাধন কৰি আমাৰ চৌপাশৰ পৰিৱেশ দূষিত কৰি আনিছে। অৱশ্যে পৰিৱেশ দূষিত কৰাত প্ৰকৃতিৰো কিছু অৰিহণা আছে। মহাকাশৰ পৰা অহা অতি বেঙুনীয়া ৰশ্মি আৰু আন কেতবোৰ এনে ৰশ্মিয়ে বায়ুমণ্ডলৰ ক্ষতি সাধন কৰে। কিন্তু প্ৰকৃতিৰ তুলনাত মানুহে সৃষ্টি কৰা পৰিৱেশ দূষিতকৰণৰ মাত্ৰা বহুগুণে বেছি।

যিদিনাই আদিম মানুহে শিলে শিলে ঘঁহনি খুৱাই জুইৰ আৱিষ্কাৰ কৰিছিল, সেইদিনাৰ পৰাই বতাহ দূষিত হৈ আহিছে। শক্তি উৎপাদন কেন্দ্ৰ, গাড়ী-মটৰৰ ধোঁৱা, উদ্যোগ, কাৰখানা, উৰাজাহাজ, পেলনীয় আৱৰ্জনা জ্বলোৱা — এইবোৰৰ পৰাই ঘাইকৈ বায়ু দুষিত হয়। সকলো দূষিতকৰণৰ ভিতৰত বায়ুৰ পৰা হোৱা দূষিতকৰণেই আটাইতকৈ বেছি আৰু ভয়াৱহ। বায়ুৰ পৰা হোৱা দূষিতকৰণৰ বহু কুফল আছে। প্ৰতিবাৰত আমাৰ

উশাহতে গড়ে প্ৰায ষাঠি হাজাৰ ধূলিকণা নাকেৰে শৰীৰৰ ভিতৰলৈ সোমায়। তাৰ শতকৰা ০২ ভাগ হাঁওফাঁও পাযগৈ। বায়ু দূষিত হ'লে এনে দূষিত বায়ুও আমাৰ হাঁওফাঁওঁ পাযগৈ। পৰিমাণত কম হ'লেও প্ৰদূষিত বায়ুত উশাহ ল'লে এযাই আমাৰ বাবে যথেষ্ট ক্ষতিকাৰক হ'ব পাৰে। বায়ু প্ৰদূষণে আমাৰ শৰীৰৰ ক্ষতি সাধন কৰাৰ উপৰি প্ৰস্তৰ মূৰ্তি, কংক্ৰিট, ইটা, ৰঙীন চিত্ৰ আদিও নষ্ট কৰে।

পানী দূষিত কৰা পদাৰ্থসমূহ ঘাইকৈ উদ্যোগ, কৃষি পাম আৰু পেলনীয আবৰ্জনাৰ পৰা আহে। ঘৰুৱা পেলনীযা বস্তু, সংক্ৰামক ৰোগৰ বীজাণু, কীটনাশক, তৃণনাশক আদি দ্ৰব্য, গা-কাপোৰ আদি ধোৱা চাবোন, বাচন-বৰ্তন চাফা কৰা পাউদাৰ, বিভিন্ন প্ৰকাৰৰ ৰাসাযনিক পদাৰ্থ আদিযেই পানী দূষিতকৰণৰ মূল কাৰণ। পানী দূষিত হোৱাৰ ফলত মানুহৰ শৰীৰৰ অনিষ্ট হোৱাৰ লগতে পানীত থকা মাছ-কাছ আদি জলচৰ জীৱ-জন্তুৰো ক্ষতি হয। পানীত হোৱা এই প্ৰদূষণৰ কাৰণেই বিভিন্ন জলচৰ প্ৰাণীৰ সংখ্যা দিনে দিনে কমি আহিছে।

কিছুমান ক্ষেত্ৰত শব্দযো পৰিৱেশ দূষিত কৰে। শব্দৰ প্ৰবলতা জুখিবৰ বাবে 'ডেছিবেল' নামৰ এটা একক ব্যৱহাৰ কৰা হয। এটা শব্দতকৈ আন এটা শব্দ এক ডেছিবেল বেছি হ'লে প্ৰথমটোতকৈ দ্বিতীযটো ১ ২৬ গুণ ডাঙৰ শুনা যায। ৪০-৭০ ডেছিবেলমানৰ শব্দই আমাৰ কোনো অপকাৰ নকৰে। ৭০ ডেছিবেল অতিক্ৰম কৰাৰ লগে লগে আমি অস্বস্তিবোধ কৰোঁ। ১০০-ৰ পৰা ১২০ ডেছিবেলমান পালেগৈ আমি কাণত যন্ত্ৰণা অনুভৱ কৰোঁ। তাতকৈও বাঢ়ি গৈ যেতিযা ১৪০-ৰ ওপৰ হযগৈ তেতিযা আমাৰ শাৰীৰিক আৰু মানসিক দুযো ধৰণেৰে ক্ষতি হয। মজিযাত পিন এটা পৰাৰ শব্দ ২ ডেছিবেল। আনহাতে ছাইৰেণৰ শব্দ ১৫০ ডেছিবেল। ঘৰৰ বেৰত ওলমি থকা দেৱাল ঘড়ীটোৰ পৰা আৰম্ভ কৰি আকাশ কঁপাই যোৱা জেট বিমান আদিৰ শব্দবোৰে আমাৰ চৌপাশৰ পৰিৱেশ দূষিত কৰিছে। শব্দৰ পৰা হোৱা এই দূষিতকৰণে শ্ৰৱণ যন্ত্ৰৰ অনিষ্ট কৰে, শৰীৰৰ স্বাভাৱিক ক্ৰিয়া-কলাপৰ কম-বেছ ঘটায আৰু মানসিক বিকৃতিও ঘটাব পাৰে।

মাটিত অধিক পৰিমাণে দিযা ৰাসাযনিক সাৰ, কীটনাশক দ্ৰব্য প্ৰযোগ, বনভূমি আৰু তৃণভূমি ধ্বংস কৰা — এইবোৰৰ পৰাই মাটি প্ৰদূষিত হয়। মাটিত বেক্টেৰিয়া আদি অনেক জীৱ থাকে। মাটিৰ ওপৰত থকা আন সকলো প্ৰাণী আৰু উদ্ভিদ এই জীৱবোৰৰ ওপৰত নিৰ্ভৰশীল। মাটি ধ্বংস কৰিলে সেযে মাটিৰ ওপৰত থকা সমগ্ৰ জীৱজগতৰেই অনিষ্ট হয়। কীটনাশক দ্ৰব্যই মাটিৰ উপকাৰী বেক্টেৰিয়া আৰু আন ক্ষুদ্ৰাতিক্ষুদ্ৰ জীৱবোৰ মাৰি পেলায়। তদুপৰি বিভিন্ন কাৰণত মানুহে হাবি-বন কাটি মাটি মুকলি কৰে। গৰু-ম'হ চৰাইয়েও ঘাঁহনি-বননি ধ্বংস কৰে। এনে কাৰ্যই মাটি প্ৰদূষিত কৰি জীৱজগতৰ অনিষ্ট সাধন কৰে। গছ-গছনি কটাৰ ফলত জলবায়ু আৰু বতৰৰো পৰিৱৰ্তন ঘটে। কাৰণ গছ-গছনিৰ লগত বতৰ আৰু জলবায়ুৰ ওতঃপ্ৰোত সম্বন্ধ আছে।

ঘৰুৱা জাবৰ-জোথৰকে আৰম্ভ কৰি প্লাষ্টিকৰ বিভিন্ন বস্তু, কাঁচৰ বটল, পলিথিনৰ পেকেট, নাইলনৰ বস্তু, কাগজ, চামৰা, গাড়ীৰ টাযাৰ আৰু আন ভগা ছিগা অংশ আৰু আন

বিভিন্ন বস্তু সাধাৰণতে মাটিত দমাই থোৱা হয়, পুৰি পেলোৱা হয় নতুবা ৰাস্তাৰ দাঁতিত, পথাৰত আৰু পানীত পেলোৱা হয়। ফলত এক অস্বাস্থ্যকৰ পৰিৱেশৰ সৃষ্টি হয়। পোৱা জাবৰ-জোথৰে বায়ু দূষিত কৰে। মাটিত দ'মাই থোৱা বস্তুবোৰ গেলি-পঁচি নানা পোক-পৰুৱা, পইতাচোৰা, ম'হ, মাখি, এন্দুৰ, নিগনি আদি অনিষ্টকাৰী জীৱৰ বৃদ্ধিত সহায় কৰে। এই আৱৰ্জনাবোৰে পানীও দূষিত কৰে। আলিবাট মেৰামতি কৰা কামত পুৰি পেলোৱা গাড়ীৰ টায়াৰবোৰে বায়ু দূষিত কৰে। কিছুমান আৱৰ্জনা পুৰি পেলোৱা হয়। সেইবোৰৰ ধোঁৱা আৰু গোন্ধে মানুহৰ অপকাৰ কৰে।

তদুপৰি বিভিন্ন বিদ্যুৎ উৎপাদন কেন্দ্ৰ, কাগজৰ কল, চিমেণ্ট কাৰখানা, ৰে'ল বিভাগ, সাৰ কাৰখানা, শোধনাগাৰ, চাহ বাগিচাৰ কলঘৰ আৰু অন্যান্য উদ্যোগসমূহে বতাহত এৰি দিয়া দূষিত ধোঁৱা আৰু ধূলিয়ে বিভিন্ন অঞ্চলৰ বায়ুমণ্ডলৰ আৰু মাটি দূষিত কৰি তুলিছে।

**সাৱধানতাই সমাধানৰ উপায়**

পৰিৱেশ দূষিতকৰণৰ সমস্যা যিমান ভয়াৱহ সিমান জটিলো। পৰিৱেশ যিমানেই দূষিত নহওক কিয়, কল-কাৰখানা বাদ দি মানৱ সভ্যতা বাচি থাকিব নোৱাৰে। সেয়েহে আমি বাচি থাকিবলৈ হ'লে পৰিৱেশ দূষিতকৰণ নিয়ন্ত্ৰণ কৰিবই লাগিব।

প্ৰদূষণ নিয়ন্ত্ৰণৰ ক্ষেত্ৰত আমাৰো কৰিলগীয়া বহু কাম আছে। যিহেতু বায়ুৰ পৰা হোৱা পৰিৱেশ দূষিতকৰণেই আটাইতকৈ ভয়াৱহ, সেয়ে এই দূষিতকৰণ নিয়ন্ত্ৰণৰ বাবে কিছুমান ব্যৱস্থা আমি নিজেই কৰি ল'ব পাৰোঁ। উদাহৰণস্বৰূপে গছৰ পাতবোৰে বায়ুমণ্ডলৰ ধূলি-বালি বহু পৰিমাণে শোষণ কৰি ৰাখে। গতিকে ঘৰৰ আশে-পাশে, বাটে-পথে, বহল পাত থকা গছ লগালেও ধূলিৰ পৰা বহু পৰিমাণে হাত সাৰি থাকিব পাৰি। এনে গছৰ ভিতৰত বৰগছ, ডিমৰু, আঁহত, চেগুণ, শাল, আম, নিম আদি গছ বৰ ভাল। ঘৰৰ চোতাল, পদূলি আৰু আলিবাটত পানী ছটিয়াইযো কিছু পৰিমাণে ধূলি বালি কমাব পাৰি।

বায়ুমণ্ডল নিকাকৈ ৰখাৰ আটাইতকৈ উত্তম পন্থা হ'ল বৃক্ষৰোপণ। গছ-গছনিয়ে পৰিৱেশ দূষিতকৰণ বহু পৰিমাণে ৰোধ কৰে। দৰাচলতে গছ-গছনি নাথাকিলে প্ৰাণীজগত জীয়াই থাকিবই নোৱাৰিলেহেঁতেন। সেয়ে আমি সদায় মনত ৰাখিব লাগে 'গছ থাকিলেহে মানুহ থাকিব'।

**সামৰণি**

আধুনিক জীৱনে দ্ৰুতগতিত উন্নতি কৰাৰ ফলত যান্ত্ৰিক জীৱন আঁকোৱালি ল'বলৈ আমি বাধ্য হৈ পৰিছোঁ। কিন্তু তাৰ ফলত হ'বপৰা অনিষ্টৰ কথাও পাহৰিলে নহ'ব। গতিকে পৰিৱেশৰ ভাৰসাম্য ৰক্ষা কৰি চলিব পৰাটোহে হ'ব বুদ্ধিমানৰ কাম।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ পৰিৱেশ প্ৰদূষণ আৰু ইয়াৰ নিয়ন্ত্ৰণ (HS 2006) ২ পৰিৱেশ প্ৰদূষণ আৰু আমি ৩ পৰিৱেশ ৰক্ষাৰ প্ৰয়োজনীয়তা ৪ পৰিৱেশ প্ৰদূষিত কৰাত আমাৰ অংশ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - নিৰক্ষৰতা অনৰ্থৰ মূল - ৰাইজে নখ জোকাৰিলে নৈ বয় - সামৰণি

# নিৰক্ষৰতা

**ভূমিকা**

নিৰক্ষৰতা আৰু অজ্ঞতা মানৱ জীৱনৰ আটাইতকৈ ভয়ংকৰ অভিশাপ। বিধাতাৰ সৃষ্টি এই বিশ্বব্ৰহ্মাণ্ড অনন্ত জ্ঞানৰ সাগৰ। শিক্ষাৰ অভাৱত যিসকলে এই জ্ঞান সাগৰৰ কোনো সম্পদৰ সন্ধান নাপায, তেওঁলোক সঁচাকৈয়ে দুৰ্ভগীয়া। ইয়াৰ ফলত এজন ব্যক্তি ব্যক্তিগত আৰু সামাজিক জীৱনতো নানা দিশৰ পৰা দুখীয়া হয। সাক্ষৰতাৰ হাৰৰ পৰাই এটা জাতিৰ জাতীয় জীৱনৰ বিকাশৰ পৰিমাপ কৰিব পাৰি। কিন্তু দুৰ্ভাগ্যৰ কথা যে, আজিও ভাৰতৰ মুঠ জনসংখ্যাৰ শতকাৰ প্ৰায ৫০ ভাগেই নিৰক্ষৰ। ভাৰতৰ প্ৰগতিত বৰ্তমানে যিবোৰ সমস্যাই অন্তৰাযৰূপে দেখা দিছে, নিৰক্ষৰতা তাৰ অন্যতম।

**নিৰক্ষৰতা অনৰ্থৰ মূল**

ইংৰাজৰ সাম্ৰাজ্যবাদী শাসন ব্যৱস্থাৰ দিনৰে পৰা ভাৰতে নিৰক্ষৰতাৰ এই অভিশাপ বহন কৰি আহিবলগীয়া হৈছে। ইংৰাজে তেওঁলোকৰ সাম্ৰাজ্যবাদী স্বাৰ্থ অক্ষুণ্ণ ৰখাৰ বাবে সমাজৰ মুষ্টিমেয শ্ৰেণীক শিক্ষিত কৰি তুলিছিল। স্বাধীন ভাৰতৰ বিভিন্ন পৰিকল্পনাত শিক্ষাৰ শিতানত বহু ধন বিনিযোগ কৰা হৈছে যদিও ইপ্সিত লক্ষ্যত আজিও উপনীত হ'ব পৰা নাই। নীতি হিচাপে সাৰ্বজনীন শিক্ষাৰ কথা ঘোষণা কৰা হৈছে যদিও সেযা আজিও সপোন হৈযে আছে। চহৰাঞ্চলৰ বস্তিসমূহ আৰু গ্ৰাম্যাঞ্চলৰ অধিকাংশ মানুহ পুৰুষানুক্ৰমে আজিও নিৰক্ষৰতাৰ অন্ধকাৰত বন্দী।

**ৰাইজে নখ জোকাৰিলে নৈ বয**

শিক্ষাৰ প্ৰসাৰত, অন্ততঃ নিৰক্ষৰতা দূৰীকৰণত বেচৰকাৰী প্ৰয়াসৰ গুৰুত্ব আৰু কৰণীয় সৰ্বাধিক তথা সুদুৰপ্ৰসাৰী। কেৱল সমাজসেৱী সংগঠনেই নহয়, ছাত্ৰ সম্প্ৰদায়েও এই ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব পাৰে। কাৰণ সমাজসেৱাৰ বিভিন্ন ক্ষেত্ৰত ছাত্ৰসকলেই সততে অগ্ৰণী ভূমিকা পালন কৰে। বয়স্ক ব্যক্তিসকলে নানান কাৰণত সাধাৰণতে দ্বিধাগ্ৰস্ত আৰু সংকুচিত। সেযেহে দেশৰ তৰুণসকলে যি নিষ্ঠা আৰু ঐকান্তিকতাৰে সমাজসেৱাৰ বিভিন্ন ক্ষেত্ৰত আত্মনিয়োগ কৰে, নিৰক্ষৰ দেশবাসীক অজ্ঞতাৰ অন্ধকাৰৰ পৰা জ্ঞানৰ জগতলৈ আগবঢ়াই নিযাতো সেই মনোভাৱৰ পৰিচয দিব পাৰিব লাগিব। ছাত্ৰসকলে নিজ নিজ অঞ্চলত নৈশ বিদ্যালয় আৰু প্ৰাপ্তবয়স্ক শিক্ষাকেন্দ্ৰ স্থাপন কৰি শিক্ষাদানত ব্ৰতী হ'ব পাৰে। শিক্ষানুষ্ঠানৰ দীঘলীয়া বন্ধৰ সময়ছোৱাত গ্ৰাম্যাঞ্চললৈ গৈ নিৰক্ষৰ গাঁওবাসীক সাক্ষৰ কৰি তোলাত বিশেষ অৰিহণা যোগাব পাৰে। এনেদৰে সাক্ষৰতা অভিযানত সক্ৰিয় অংশ গ্ৰহণ কৰি ছাত্ৰসকলে দেশৰ সমৃদ্ধিত বিশেষ ভূমিকা গ্ৰহণ কৰিব পাৰে।

শিক্ষাৰ পথ প্ৰশস্ত ৰাজপথ নহয়, খলা-বমা। অজ্ঞ নিৰক্ষৰ জনসাধাৰণ পৰস্পৰৰ পৰা বিচ্ছিন্ন। একমাত্ৰ শিক্ষাৰ সূত্ৰেৰেহে তেওঁলোক ঐক্যবদ্ধ হ'ব পাৰিব , নিজৰ কৰ্তব্য

আৰু অধিকাৰ সম্বন্ধে সচেতন হৈ উঠিব। সেয়েহে ছাত্ৰসমাজে দেশবাসীৰ বাবে এনে ব্যৱহাৰিক শিক্ষাৰ ব্যৱস্থা কৰিব লাগে, যাৰ দ্বাৰা তেওঁলোকে প্ৰাত্যাহিক জীৱনৰ কাম-কাজ সুচাৰুৰূপে সম্পাদন কৰিব পাৰে। কোনেও কৃষকক প্ৰতাৰিত কৰিব নোৱাৰে, শ্ৰমিক যাতে মালিকৰ শোষণ বঞ্চনাৰ বলি হ'বলগীয়া নহয়,তাৰ বাবে জনসাধাৰণক সাধাৰণ শিক্ষাদান কৰিব লাগিব। পৃথিৱীৰ বৃহত্তম সাৰ্বভৌম গণতান্ত্ৰিক ৰাষ্ট্ৰখনৰ উপযুক্ত নাগৰিক হ'বৰ বাবেও শিক্ষাৰ প্ৰয়োজন। ছাত্ৰসকলে যদি তেওঁলোকৰ সমবয়সৰ দুই-তিনিজন নিৰক্ষৰ লোককো সাক্ষৰ কৰি তুলিব পাৰে, তেতিয়াও আমাৰ দেশৰ অশেষ কল্যাণ সাধন হ'ব। ছাত্ৰৰ দৰে ছাত্ৰীসকলেও গাঁৱৰ ছোৱালী আৰু মহিলাসকলৰ শিক্ষাৰ ভাৰ ল'ব পাৰে। এন চি চি স্কাউট-গাইড আদিৰ জৰিয়তেও দেশৰ বিভিন্ন অঞ্চলত সাময়িক শিক্ষাকেন্দ্ৰ স্থাপন কৰিব পৰা যায়। ইয়াৰ বাবে প্ৰতিখন শিক্ষায়তনতে সুনিৰ্দিষ্ট কৰ্মসূচী থকা আৱশ্যক। ছাত্ৰ-ছাত্ৰীসকলক শিক্ষক-শিক্ষয়িত্ৰীসকলে নেতৃত্ব দিলে সাক্ষৰতা অভিযানে এক সুসংগঠিত ৰূপ লাভ কৰিব আৰু ইয়ে নিৰক্ষৰতা দূৰীকৰণত প্ৰভূত অৰিহণা যোগাব।

চৰকাৰী শিক্ষানীতিৰ লক্ষ্য হ'ল চৈধ্য বছৰ বয়স পৰ্যন্ত বাধ্যতামূলক শিক্ষাদান আৰু অবৈতনিক প্ৰাথমিক শিক্ষা। তৎসত্ত্বেও বাস্তৱ ক্ষেত্ৰত দেখা যায় যে দৰিদ্ৰতা আৰু বহু ক্ষেত্ৰত পিতৃ-মাতৃৰ উদাসীনতাৰ বাবে গ্ৰামাঞ্চলত আৰু চহৰৰ বস্তি অঞ্চলৰ অধিকাংশ সন্তানে প্ৰাথমিক পৰ্যায়ৰ শিক্ষাই সম্পূৰ্ণ কৰিব নোৱাৰে। এইবোৰ শিশু তথা কিশোৰ-কিশোৰীৰ শিক্ষাদানৰ ক্ষেত্ৰতো ছাত্ৰ-ছাত্ৰীসকলে আত্মনিয়োগ কৰিব পাৰে। নিৰক্ষৰতাৰ দূৰীকৰণৰ বাবে আন এটি বিশেষ কৰ্মসূচী হ'ল প্ৰাপ্তবয়স্ক শিক্ষা। পিতৃ-মাতৃ শিক্ষিত হ'লে সন্তানৰ ওপৰত তাৰ আংশিক প্ৰভাৱ হ'লেও পৰিব। বয়স্কসকল শিক্ষিত হ'লে তেওঁলোক নিজৰ জীৱিকা বা বৃত্তি সম্বন্ধে সচেতন হ'ব, সমাজৰ নীতি-নিয়ম, স্বাস্থ্যৰক্ষাৰ বিধি, অৱসৰৰ সময়ৰ সদ্ব্যৱহাৰ, পাৰিবাৰিক তথা গোষ্ঠীগত জীৱন যাত্ৰাৰ মান উন্নয়ন সম্পৰ্কেও শিক্ষা লাভ কৰিব পাৰিব। সম্প্ৰতি পৰিকল্পনা আযোগেও নিৰক্ষৰতা দূৰীকৰণত প্ৰাপ্তবয়স্ক শিক্ষাৰ প্ৰতি বিশেষ গুৰুত্ব আৰোপ কৰিছে।

### সামৰণি

শিক্ষিত জনসাধাৰণেই হ'ল দেশৰ প্ৰকৃত সম্পদ। নাগৰিকৰ সচেতনতা অবিহনে ৰাজনৈতিক স্বাধীনতা অৰ্থহীন। সেয়ে অনাখৰী দেশবাসীক শিক্ষাৰ পোহৰ বিলোৱাতো ছাত্ৰ-ছাত্ৰীসকলৰ অপৰিহাৰ্য কৰ্তব্য। অদৃষ্টবাদী মূক-মূঢ় জনসাধাৰণৰ মুখত ছাত্ৰ সমাজেই ভাষা দিব পাৰে। তদুপৰি নিৰক্ষৰ লোকৰ অন্তৰত শিক্ষাৰ প্ৰদীপ জ্বলোৱাৰ দৰে পুণ্য কাম একো নাই। নিঃস্বাৰ্থভাৱে সেয়ে ছাত্ৰসমাজে এই মহান কৰ্মত সক্ৰিয়ভাৱে আত্মনিয়োগ কৰা উচিত। এখন দেশৰ প্ৰতিজন মানুহ সাক্ষৰ হোৱাটোৱেই দেশখনৰ প্ৰগতিৰ পৰিচায়ক। অৰ্থ, উন্নতি, জীৱন ধাৰণৰ উন্নতকৰণৰ বাবে সাক্ষৰতাৰ বাদে আন উপায় নাই।

***লগতে চাওক ঃ সাক্ষৰতা অভিযান, সৰ্বশিক্ষা অভিযান***

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ ভাৰতৰ পৰা নিৰক্ষৰতা দূৰীকৰণ ২ সাক্ষৰতাই দেশৰ প্ৰগতিৰ চিন ৩ নিৰক্ষৰতা ঃ এক অভিশাপ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অতীতত দুৰ্গাৰ অস্তিত্ব - দেৱীপূজাৰ মহত্ত্ব - সামৰণি

# দুৰ্গাপূজা

### ভূমিকা

আবহমান কালৰ পৰাই আদ্যাশক্তিৰূপিনী দুৰ্গতিনাশিনীৰূপে দুৰ্গাদেৱী ভাৰতীয় ভক্তসকলৰ পৰা পূজিতা হৈ আহিছে। আমাৰ অসমতো অতি প্ৰাচীন কালৰ পৰাই শক্তিপূজা কৰি অহা হৈছে। শক্তিপূজাৰ ঘাই স্থানবোৰ হ'ল কামাখ্যা, উগ্ৰতাৰা, মংগলচণ্ডী, তাম্ৰেশ্বৰী, দেৱীদ'ল আদি। ইয়াৰোপৰি ৰাজ্যখনৰ নানা ঠাইত সিঁচৰতি হৈ থকা দ'ল-দেৱালয়সমূহে অসমীয়া সমাজত শক্তিপূজাৰ ব্যাপকতাৰ পৰিচয় দিয়ে। কোঁচ ৰজাসকলৰ মাজত ই আগৰেপৰা প্ৰচলিত আছিল। আহোম ৰজা প্ৰতাপসিংহৰ দিনৰে পৰা আহোম ৰজাসকলেও দুৰ্গাপূজা পাতিবলৈ ল'লে। স্বৰ্গদেউ প্ৰতাপ সিংহই কোঁচবিহাৰলৈ মানুহ পঠিয়াই প্ৰতিমা গঢ়াৰ খনিকৰি বিদ্যা শিকোৱাই আনিলে।

### অতীতত দুৰ্গাৰ অস্তিত্ব

দুৰ্গাদেৱীৰ আৱিৰ্ভাৱ হয় অসুৰনাশিনীৰূপে। অসুৰসকলৰ ৰজা মহিষাসুৰে স্বৰ্গ জয় কৰি দেৱতাসকলক স্বৰ্গৰ পৰা খেদি দিয়ে। দেৱতাসকলে ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ ওচৰত তেওঁলোকৰ দুখ-দুৰ্গতিৰ বৰ্ণনা কৰেগৈ। তেওঁলোকৰ দুখৰ কথা শুনি তিনিওজন দেৱতাই তেওঁলোকৰ শক্তিৰে এক নাৰীমূৰ্তিৰ জন্ম দিয়ে। মহাতেজস্বিনী এই নাৰীক দেৱতাসকলে তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰ দি সহায় কৰিলে। দশভূজা দেৱীয়ে সোঁহাতসমূহত ধাৰণ কৰিলে ত্ৰিশূল, খড়গ, চক্ৰ আৰু বাওঁহাতত ধাৰণ কৰিলে মেটুক, পাশ, অংকুশ, ঘমট্ আৰু পৰশু। দেৱীৰ বাহন সিংহ।

বছৰৰ দুটা ঋতুত দুৰ্গা পূজা হয়। এটা বসন্ত আৰু আনটো শৰৎ। পুৰাণৰ মতে সত্য যুগত সুৰথ নামৰ এজন ৰজাই শত্ৰুৰ হাতত পৰাজিত হৈ ঘটনাক্ৰমে মুনিৰ আশ্ৰমত উপস্থিত হয়গৈ আৰু মুনিৰ উপদেশ অনুসৰি তেওঁ গিৰিৰাজ হিমালয়ৰ কন্যা আৰু দেৱাদিদেৱ মহাদেৱৰ পত্নী দুৰ্গাদেৱীক পূজা কৰে আৰু দেৱীৰ কৃপাত তেওঁ হেৰোৱা ৰাজ্য ঘূৰাই পায। তেৱেঁই প্ৰথম দুৰ্গাপূজাৰ আৰম্ভ কৰে। বসন্ত কালত পতা হেতু এই পূজাক বাসন্তী পূজা নামে অভিহিত কৰা হয়।

কৃত্তিবাসী ৰামায়ণৰ মতে ত্ৰেতাযুগত ৰাৱণক বধ কৰিবলৈ শক্তি লাভৰ উদ্দেশ্যে শ্ৰীৰামচন্দ্ৰই শৰৎ কালত অকালতে দেৱীৰ পূজাৰ আয়োজন কৰে। সেইদিন ধৰি শাৰদীয় দুৰ্গাপূজাৰ প্ৰচলন হৈ আহিছে। আৰু বৰ্তমানে শাৰদীয় পূজা উৎসৱ হিচাপে পৰিগণিত হৈছে। অকালতে কৰা বাবে ই অকালবোধন নামেৰেও পৰিচিত।

### দেৱীপূজাৰ মহত্ত্ব

আহিন মাহৰ শুক্লা ষষ্ঠী তিথিত দেৱীৰ পূজা আৰম্ভ হয়। দশভূজা সিংহবাহিনী দেৱীৰ সোঁহাতে থাকে ঐশ্বৰ্যৰ অধিষ্ঠাত্ৰী দেৱী লক্ষ্মী আৰু সিদ্ধিদাতা গণেশ, বাওঁহাতে বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱী সৰস্বতী আৰু দেৱসেনাপতি কাৰ্তিক। দেৱীৰ মূৰৰ ওপৰত থাকে

মহাদেৱ। দেৱীৰ চৰণ তলত মহিষাসুৰ। ধৰ্মগ্ৰন্থৰ কাহিনী অনুসৰি মহিষাসুৰক বধ কৰাৰ আগেযে সপোনত তেওঁক দেৱীযে বধ কৰাৰ কথা জানিব পাৰিলে। সেয়েহে তেওঁ দেৱীক প্ৰাৰ্থনা কৰিলে যাতে দেৱীক কৰা পূজাৰ অংশ তেৱোঁ পায। প্ৰাৰ্থনা অনুসৰি দেৱীযে মহিষাসুৰক সদায তেওঁৰ চৰণত থাকি দেৱীক কৰা পূজাৰ অংশ ল'বলৈ অনুমতি দিলে।

ষষ্ঠীৰ দিনা দেৱীৰ বোধন হয। সেইদিনা দেৱীৰ আৱাহন আৰু অধিবাস সম্পন্ন কৰা হয। সপ্তমী, অষ্টমী আৰু নৱমীত মহাসমাৰোহেৰে পূজা সম্পন্ন কৰা হয়। এই কেইদিন অগণন ভক্তই দেৱীৰ চৰণত অঞ্জলি প্ৰদান কৰে। সন্ধিয়া দেৱীৰ সন্মুখত আৰতি কৰা হয। অষ্টমী আৰু নৱমী তিথিৰ সন্ধিক্ষণত যি বিশেষ পূজা অনুষ্ঠিত কৰা হয় তাক সন্ধি পূজা বোলা হয। দশমী তিথিত দেৱীৰ পূজা সমাপন কৰি দেৱীক শোভাযাত্ৰা সহকাৰে কোনো নদী নাইবা জলাশযত বিসৰ্জন দিয়া হয।

দুৰ্গাপূজা ধৰ্মীয উৎসৱ হ'লেও ই বংগদেশত জাতীয উৎসৱৰ মৰ্যাদা লাভ কৰিছে। অসমীযা মানুহে ৰঙালী বিহু বুলিলে যেনেকৈ আনন্দত মতলীয়া হৈ উঠে তেনেকৈ দুৰ্গা পূজা বুলিলে জাতি-ধৰ্ম-নিৰ্বিশেষ বংগবাসীৰ মনতো আনন্দৰ জোৱাৰ উঠে। শৰৎ কালৰ নিৰ্মল আকাশৰ তলত দৈনন্দিন জীৱনৰ দুখ, বেদনা, হিংসা, দ্বেষ পাহৰি সকলোৱে এই উৎসৱত মন-প্ৰাণ ঢালি মতলীয হৈ পৰে। জীৱিকাৰ তাড়নাত পৰিযাল এৰি দূৰ-দূৰণিত বাস কৰাজনো পৰম আশাৰে বাট চাই থাকে এই দিনকেইটাৰ বাবে যাতে পৰিযাল-পৰিজনৰ সৈতে একেলগে দুৰ্গোৎসৱৰ আনন্দ উপভোগ কৰিব পাৰে। অসমত যদিও অতীত কালৰপৰাই ৰজা ঘৰে-প্ৰজাঘৰে দুৰ্গাপূজা চলি আহিছে তথাপিও এই উৎসৱে আজিৰ ৰূপ পোৱা নাছিল। ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিৰ ফলত অসম ইংৰাজৰ হাতলৈ যোৱাৰ পিছত বংগৰ পৰা বহু কৰ্মচাৰী অসমলৈ আহে। এই কৰ্মচাৰীসকলে কিছু অসমীযা ডা-ডাঙৰীযাৰ সৈতে লগ লাগি ৰাজহুৱাভাৱে দুৰ্গাপূজা পাতিবলৈ ধৰিলে। লাহে লাহে এই উৎসৱৰ প্ৰসাৰতা বাঢ়িবলৈ ধৰিলে। পূজা উৎসৱৰ সমযত পূজা থলীৰ সমীপত মেলা আদি পতাৰ উপৰিও প্ৰায় সকলো ঠাইতে পূজাৰ কেইদিন নাট্যাভিনয আদিৰে দুৰ্গাপূজাৰ ধৰ্মীয় ৰূপো ধাৰণ কৰিছে। সেয়েহে আজি প্ৰতিজন অসমীযাইও এই দিনকেইটাৰ বাবে গোটেই বছৰটো অতি হেঁপাহেৰে বাট চাই থাকে। বিহুৰ লগতে আজি অসমীযাসকলৰ বাবে দুৰ্গাপূজাও এক জাতীয় উৎসৱত পৰিণত হৈছে। দুৰ্গোৎসৱক শাৰদোৎসৱ বুলিও অভিহিত কৰিব পাৰি।

**সামৰণি**

শাৰদোৎসৱৰ এক উল্লেখনীয দিশ হ'ল ই সাহিত্যৰো জন্ম দিছে। শাৰদীয় সমযছোৱাত ৰাজ্যখনৰ বাতৰিকাকত আৰু আলোচনী সাহিত্য সম্ভাৰেৰে বাইজৰ মাজলৈ ওলাই আহে। প্ৰতিজন পাঠকে আগ্ৰহেৰে বাট চাই থাকে সেই সাহিত্য সম্ভাৰৰ বাবে। লেখক আৰু পাঠকৰ বাবে দুৰ্গোৎসৱৰ এযাও এক অমূল্য উপহাৰ।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ শাৰদীয় বতৰৰ প্ৰধান উৎসৱ ২ অসমৰ অন্যতম শাৰদোৎসৱ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বিবিধ বন্যপ্ৰাণীৰ বাসভূমি অসম - সংকটত বন্যপ্ৰাণী - সামৰণি

# অসমৰ বন্যপ্ৰাণী

**ভূমিকা**

অসম ভাৰতৰ ভিতৰতে জৈৱ বৈচিত্ৰ্যত চহকী। অসমৰ বনাঞ্চলত পোৱা বন্যপ্ৰাণীৰ প্ৰজাতিবোৰ বিশ্ববিখ্যাত। ইয়াৰ শ্যামল বননি আৰু সমগ্ৰ ৰাজ্যতে সিঁচৰতি হৈ থকা জান-জুৰি আৰু জলাশযবোৰ স্থলচৰ, জলচৰ আৰু বিবিধ চৰাই-চিৰিকতিৰ আশ্ৰযস্থলী।

হাতী, গঁড, বাঘ, হৰিণা আদিৰ দৰে ডাঙৰ প্ৰাণীবোৰৰ বাহিৰেও ৰাজ্যখনৰ বনাঞ্চলত বিবিধ কীট-পতংগ, শহাপহু, নিগনিৰ দৰে ক্ষুদ্ৰপ্ৰাণী, বিভিন্নজাতৰ সৰীসৃপ আৰু উভচৰ প্ৰাণীও পোৱা যায়। ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈসমূহৰ পানীত বিবিধ মাছ, কাছ, শিহু আদি জলচৰ প্ৰাণীৰ বাসস্থান। ইযাৰ বনাঞ্চলৰ চিৰস্থাযী বাসিন্দা বিভিন্ন প্ৰজাতিৰ পক্ষীবোৰৰ উপৰিও শীতকালত পৰিভ্ৰমী চৰাইবোৰে ইয়াৰ জলাশয়সমূহত ভিৰ কৰেহি। এই আপুৰুগীযা বন্যপ্ৰাণীবোৰৰ সংৰক্ষণ আৰু পৰিবৰ্দ্ধনৰ উদ্দেশ্য আগত ৰাখি ৰাজ্যখনৰ ১৪খন বনাঞ্চল সংৰক্ষিত এলেকা হিচাপে ঘোষণা কৰা হৈছে। এই প্ৰত্যেকখন বনাঞ্চল বিভিন্ন ধৰণৰ আপুৰুগীয়া বন্যপ্ৰাণীৰ বাসস্থান।

**বিবিধ বনপ্ৰাণীৰ বাসভূমি অসম**

অসমৰ উল্লেখযোগ্য আৰু বিখ্যাত বনাঞ্চল হ'ল কাজিৰঙা। কাজিৰঙাক ৰাষ্ট্ৰীয় উদ্যানৰ মৰ্যাদা দিযা হৈছে। কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান বৃহৎ ভাৰতীয় গঁডৰ কাৰণে পৃথিৱী বিখ্যাত। ইযাত পোৱা অন্যান্য প্ৰাণীসমূহ হ'ল ঃ হলৌ বান্দৰ, টুপীমূৰীয়া বান্দৰ, বাঘ, ভালুক, হাতী, উদ, বনৰীয়া ম'হ, বনৰীয়া গাহৰি, দল হৰিণ, ফুটুকী হৰিণ, নেউল, বিভিন্ন প্ৰজাতিৰ জহামাল, খঁটীযা পহু, শিহু, ভেলা চৰাই, বিভিন্ন প্ৰজাতিৰ বগলী, কুৰুৱা, উলুমৰা, বিভিন্ন প্ৰজাতিৰ স্থল আৰু জলচৰ পক্ষী, ভাৰতীয় অজগৰ, গুঁই, ফেঁটী, ৰজাফেঁটী আৰু জলাশযসমূহত বিভিন্ন প্ৰজাতিৰ মাছ আৰু কাছ ইত্যাদি।

কাজিৰঙাৰপাছতে আন এখন উল্লেখযোগ্য ৰাষ্ট্ৰীয় উদ্যান হ'ল মানাহ। ইযাত পোৱা উল্লেখযোগ্য বন্যপ্ৰাণীসমূ হ'ল ঃ বাঘ, বৃহৎ ভাৰতীয় এশিঙীয়া গঁড, হাতী, মেঠোন, খঁটীযা পহু, সুগৰী পহু, শৰ পহু, সোণালী বান্দৰ, নল গাহৰি, খাগৰিকটা শহা, বনৰীয়া ম'হ, বনৰীয়া কুকুৰ, গাধ, ফুটুকী বাঘ, জহামাল, বনৰীযা মেকুৰী, হিমালয়ৰ ক'লা ভালুক, শ্লথ ভালুক, টুপীমূৰীযা বান্দৰ, উদ, বনৰৌ, কেটেলা পহু, বাদুলী, কেৰ্কেটুৱা, শিহু, নেউল বিভিন্ন প্ৰজাতিৰ ষ্টৰ্ক, বগলী, হৰিণা, ভেলা চৰাই, মনিযৰী, পানী কাউৰী, বিভিন্ন প্ৰজাতিৰ হাঁহ, চিলনী, কুৰুৱা, কৈৰা, মাছৰোকা, বনকুকুৰা, কাঠখোলা, ধনেশ, উলুমৰা, কপৌ, গুঁই, কাছ, ফেঁটী সাপ, ভাইপাৰ, অজগৰ আৰু নানা জলচৰ আৰু স্থলচৰ পখী, পৃথিৱীৰ দুষ্প্ৰাপ্য প্ৰাণী সোণালী বান্দৰ, নল গাহৰি আৰু খাগৰি কটা পহু আদি।

তিনিচুকীয়া জিলাৰ ডিব্ৰু চৈখোৱা ৰাষ্ট্ৰীয় উদ্যান দুষ্প্ৰাপ্য দেওহাঁহৰ প্ৰধান আৱাসভূমি। তদুপৰি ইয়াত বিভিন্ন প্ৰজাতিৰ বান্দৰ, হলৌ বান্দৰ (গিবন), বাঘ, হাতী, বনৰীযা ম'হ, বনঘোঁৰা, ভালুক, হৰিণ, ডাঙৰ মালয়ান কেৰ্কেটুৱা, বনগাহৰি, তেলীয়াসাৰেং,

ধৃত ৰাজহাঁহ, বৰ শৰালি, শৰালি, কুৰুৱা, বিভিন্ন প্ৰজাতিৰ মাছৰোকা, ডাউক, দ'লমৰা, ধনেশ, পাটমাদৈ, ভীমৰাজ, উলুমৰা, পৰ্ঘুমা, বিভিন্ন প্ৰজাতিৰ জল আৰু স্থলচৰ পক্ষী, অজগৰ, ফেঁটীসাপ, শুই সাপ আদি পোৱা যায়।

দীপৰ বিল জল আৰু স্থলচৰ পক্ষীৰ বাবে বিখ্যাত। এই বিল আৰু ইয়াৰ কাষৰ বনাঞ্চলত ১২২ টা প্ৰজাতিৰ পক্ষী চিনাক্ত কৰা হৈছে। শীতকালি ইয়ালৈ অনেক পৰিভ্ৰমী পক্ষী আহে। অসমৰ একমাত্ৰ ফুটুকী হৰিণ পোৱা যায় কচুগাঁও অভয়াৰণ্যত। বনৰীয়া ম'হ আৰু হাতীৰ বাসভূমি পাভৈ আৰু নামেৰী বনাঞ্চল। তদুপৰি ওৰাং, লাওখোৱা, সোণাই-ৰূপাই বনাঞ্চল গঁড়ৰ বসতি। সোণাই-ৰূপাইত হাতী, বাঘ, ধনেশ পক্ষী, অজগৰ, সৰু চেৰা জাতীয় বাঘৰ উপৰিও নান জাতৰ পক্ষী পোৱা যায়। বৰনদীত পোৱা বন্যপ্ৰাণীসমূহ হ'ল খটীয়া পছু, খাগৰি কটা, শহা, নল গাহৰি, হাতী, টুপীমূৰীয়া বান্দৰ, শ্লথ ভালুক, নাহৰফুটুকী বাঘ, ধনেশ, উলুমৰা আদি। নামেৰীত টুপীমূৰীয়া বান্দৰ, বনমেকুৰী বাঘ, ধনেশ পক্ষী, জোঙাওৰা, পিঠিয়া মাছ আদি পোৱা যায়।

বৰাক উপত্যকাত অৱস্থিত বৰাইল আৰু উত্তৰ কাছাৰ বনাঞ্চল নাহৰফুটুকী, লতামাকৰী আদিৰ উপৰিও সোণালী মেকুৰী, ফুটুকী মেকুৰী, মাছমৰীয়া মেকুৰী আদি বাঘ জাতীয় জন্তু, হাতী মেঠোন, বাঘ, ভালুক, দেওছাগলী, ধনেশ পক্ষী, হলৌ বান্দৰ, মলুৱা বান্দৰ আদিৰ উপৰিও বিভিন্ন প্ৰজাতিৰ জলজ আৰু স্থলজ পক্ষীৰ বাসস্থান।

অসমৰ সমগ্ৰ বনাঞ্চলতে প্ৰায় চাৰিবিধ আপুৰুগীয়া প্ৰাণী পোৱা যায়। পক্ষীবিজ্ঞানীসকলে সংৰক্ষণৰ দিশত গুৰুত্বপূৰ্ণ বুলি ঘোষণা কৰা ৫ বিধ ভাৰতীয় পক্ষীৰ ভিতৰত চাৰি বিধেই অসমত পোৱা যায়। সেই কেইবিধ হ'ল দেওহাঁহ, হাড়গিলা, উলুমৰা আৰু ভেলা চৰাই।

**সংকটত বন্যপ্ৰাণী**

বিশ্ববিখ্যাত এই পশু-পক্ষীবিলাকৰ বাবেই বন্যপ্ৰাণীবিদসকলৰ বাবে অসম এখন অতি উল্লেখযোগ্য ৰাজ্য। এই আপুৰুগীয়া বন্যপ্ৰাণীসমূহ কিছুমান দুষ্টবুদ্ধিৰ মানুহে ধ্বংস কৰি আহিছে। ইয়াৰ বাবে মানুহৰ ভুল ধাৰণা আৰু লোভ দুয়োটাই দায়ী।

হাতী দাঁত আৰু গঁড়ৰ খড়গ দুয়োটাই অতি মূল্যবান হোৱা হেতু কিছুমান লোকে টকাৰ লোভত এই দুবিধ হত্যা কৰি আহিছে। সেইদৰে বিভিন্ন দুষ্প্ৰাপ্য চৰাই ধৰি বেপাৰ কৰাৰ উপৰিও কিছুমানক খাদ্য হিচাপে ব্যৱহাৰ কৰিছে। এনেদৰে থাকিলে এদিন পৃথিৱীৰ বন্যপ্ৰাণীৰ মানচিত্ৰৰ পৰা এই প্ৰাণীসমূহৰ বিলুপ্তি ঘটিব। সেয়েহে প্ৰতিজন অসমীয়াই ইহঁতৰ সংৰক্ষণৰ প্ৰতি সজাগ আৰু সচেতন হোৱা প্ৰয়োজন।

**সামৰণি**

প্ৰকৃতি আৰু মানুহৰ ভাৰসাম্য ৰক্ষা নহ'লে এদিন পৃথিৱীৰ পৰা সমগ্ৰ জীৱকুল নোহোৱা হৈ যাব। গতিকে বন্যপ্ৰাণীক সম্পদ ৰূপে সময় থাকোঁতেই ৰক্ষাৰ উপায় চিন্তা কৰিব লাগিব। বন্যপ্ৰাণীৰে ভৰপূৰ অসমক এখন বন্যপ্ৰাণী সংৰক্ষিত ৰাজ্য হিচাপে ৰক্ষাৰ বাবে আমি সজাগ হ'বৰ হ'ল।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি : ১ অসমৰ অভয়াৰণ্য আৰু জীৱ-জন্তু ২ অসমৰ হাবিৰ বন্যপ্ৰাণী**

**ৰচনাৰ সংকেত :** ভূমিকা - অসমৰ জনজাতিৰ বৈচিত্ৰ্যময় জীৱন - অনৈক্যৰ মাজত ঐক্য - সামৰণি

# অসমৰ জনজাতি

**ভূমিকা**

অসম বিভিন্ন জাতি আৰু জনজাতিৰ মিলনভূমি। বিভিন্ন সময়ত বিভিন্ন গোষ্ঠীৰ মানুহ আহি এই সমভূমিত বসবাস কৰি এক বৃহৎ অসমীয়া সমাজ গঠনত অৰিহণা যোগাইছেহি। এক বৃহৎ অসমীয়া জনগোষ্ঠীৰ অংশ হোৱা সত্ত্বেও তেওঁলোকৰ প্ৰত্যেকেই কিছুমান স্বকীয় আচাৰ-অনুষ্ঠান, ৰীতি-নীতি পালন কৰি আহিছে। নিজস্ব সাজ-পাৰ, উৎসৱ-অনুষ্ঠানেৰে তেওঁলোক প্ৰত্যেকেই অসমীয়া হৈয়ো এটা আনটোৰ পৰা পৃথক।

**অসমৰ জনজাতিৰ বৈচিত্ৰ্যময় জীৱন**

অসমৰ জনজাতীয় লোকসমূহ ঘাইকৈ মংগোলীয় গোষ্ঠীৰ। মংগোলীয়সকলৰ বিশেষত্ব হ'ল তেওঁলোকৰ মুখ চেপেটা, ডাঢ়ি গোফ কম। চকুৰ ওপৰ পতাত এক বিশেষ ভাঁজ আছে, চকু সৰু, চুলি ক'লা আৰু পোন। অসমৰ জনজাতিসমূহৰ মাজতো এই লক্ষণসমূহ দেখিবলৈ পোৱা যায। প্ৰধান জাতিসমূহ হ'ল ডিমাছা, কছাৰী, বড়ো কছাৰী, সোণোৱাল কছাৰী, দেউৰী, চুতীযা, দেৱনীযা, ফাকিযাল, কাৰ্বি, মিছিং, ৰাভা, তিৱা, কুকী আদি।

বড়ো-কছাৰীসকল চীন-তিব্বতীয় মংগোলীয় গোষ্ঠীৰ মানুহ। এওঁলোকৰ আদি বাসস্থান চীনৰ উত্তৰ পশ্চিম অঞ্চল। তাৰ পৰা আহি তেওঁলোক তিব্বতত বসবাস কৰিবলৈ লয। তেওঁলোকৰে কিছুমানে বেহা-বেপাৰ কৰাৰ উদ্দেশ্যেৰে ব্ৰহ্মপুত্ৰ উপত্যকালৈ আহে আৰু ইযাৰ স্থাযী বাসিন্দা হৈ পৰে। এওঁলোক কিৰাত নামেৰে জনাজাত।

নৃতত্ত্ববিদসকলৰ মতে বড়ো, কছাৰী, গাৰো, ৰাভা, ডিমাছা, কোঁচ, মৰাণ, চুতীযা, হাজং আটাইকেইটা কছাৰী জাতিৰ গোষ্ঠীগত। অসমৰ বিভিন্ন ঠাইত এওঁলোকৰ বাসস্থান। বড়ো কছাৰীসকলৰ বসতি ঘাইকৈ নামনি অসমত। এওঁলোক কৃষিজীৱি। মাজত চোতাল সাজি চাৰিওকাষে ঘৰ সাজে। মহিলাসকলে তাঁতত নিজৰ পোছাক বৈ লয। বড়ো সমাজত সামাজিক নীতি-নিযম একোখন গাঁও বা অঞ্চলত বছৰেকীযা সমাজ পাতি বান্ধি লয। এওঁলোকে মৰাশ মৰিশালিত পুতি থৈ আহে বা পেলাই দিযে। নাৰ্জাৰী বা স্বৰ্গীয়াৰী উপাধিধাৰীলোকে তেওঁলোকৰ প্ৰাযশ্চিত্ত কৰে। ১১ দিন বা ১৩ দিনত শ্ৰাদ্ধ হয। বড়োসকল শৈৱ। তেওঁলোকৰ ইষ্ট দেৱতাৰ নাম বাথৌ বা শিৱ। আজিকালি কিছুমানে শৰণ লৈ শৰণীযা আৰু কিছুমান খ্ৰীষ্টান হৈছে।

**অনৈক্যৰ মাজত ঐক্য**

উত্তৰ কাছাৰ পাহাৰ ডিমাছাসকলৰ বাসভূমি। পূৰ্বপুৰুষসকলেই এওঁলোকৰ উপাস্য দেৱতা। এওঁলোকৰো কিছুমানে হিন্দুধৰ্ম গ্ৰহণ কৰিছে। এওঁলোকৰ মাজত ডেকা-গাভৰুৱে মিলি একেলগে কাম কৰিবলৈ একোটা সমবায় আছে। তাক 'হাংছাও' বোলে। এওঁলোকৰ লিখিত ভাষা নাই, কিন্তু কথিত ভাষা উন্নত।

সোণোৱাল কছাৰীসকল উজনি অসমৰ বাসিন্দা। এওঁলোকে খেল অনুযায়ী গৃহ, দেৱতাৰ পূজা কৰে। এই পূজাসমূহৰ ভিতৰত সৰগদেউ পূজা, পিৰ দিয়া, মৰাক দিয়া, খিনী দিযা প্ৰধান। অন্যান্য কছাৰীসকলৰ দৰেই এওঁলোকো বাথৌ পূজক। তদুপৰি হিন্দুধৰ্মৰ অন্যান্য উৎসৱসমূহো পালন কৰে।

দেউৰী চুতীযাসকল পুৰোহিত শ্ৰেণীৰ লোক। এওঁলোক তিব্বত ধৰ্মীয় লোক। এওঁলোকৰ ঘাইকৈ শিৱসাগৰ আৰু লখিমপুৰ জিলাত বাসস্থান। তেওঁলোক তিনিটা খেলত বিভক্ত ঃ ডিবঙীযা, টেঙাপতীযা আৰু বৰগঞা। তেওঁলোকৰ তিনিওটা খেলৰ তিনিজন উপাস্য দেৱতা। বুধবাৰটো দেউৰীসকলৰ শুভদিন। মানুহ ঢুকালে সাধাৰণতে পোৰে যদিও পোতাৰ নিযমো আছে। এওঁলোকৰ নিজস্ব ভাষা এটা আছে যদিও মাত্ৰ ডিবঙীযা খেলৰ মাজতহে সীমিত হৈ আছে। এওঁলোক যৌথ বা সমূহীযাভাৱে বাস কৰে। একেটা ঘৰতে ষাঠি সত্তৰৰ পৰা এশ, এশ বিশজনলৈকে মানুহ থাকে।

**দোৱানীয়া ঃ** দোৱানীযা বুলি আচলতে বেলেগ কোনো জাতি বা সম্প্ৰদায নাই। এওঁলোক বিভিন্ন সম্প্ৰদায়ৰ সম্মিলিত এটা জাতি। এওঁলোকে মাৰ্ঘেৰিটা অঞ্চলত বাস কৰে। এওঁলোকৰ সৰহভাগেই আহোম, কছাৰী, মৰাণ, মটক আৰু মিছিং। এওঁলোক চিংফৌসকলৰ বন্দী আছিল। এওঁলোক বৌদ্ধধৰ্মী। এওঁলোকে টুপ নলগোৱা দীঘলীযা চাংঘৰত বাস কৰে।

**ফাকিয়াল ঃ** এওঁলোক টাই জাতিৰ তাইফাকে নামৰ এটা সম্প্ৰদায। এওঁলোক টাইভাষী। অৱশ্যে অসমীযাও ক'ব পাৰে আৰু বুজি পায। এওঁলোক নাহৰকটীযা, টিপা, লডু অঞ্চলত সিঁচৰতি হৈ আছে।

**মিছিং ঃ** তিব্বত-বৰ্মী গোষ্ঠীৰ অন্তৰ্গত মিছিংসকল শদিযাৰ পৰা তেজপুৰলৈকে নৈৰ পাৰে পাৰে বিযপি আছে। ব্ৰহ্মপুত্ৰ আৰু সোৱণশিৰিৰ পাৰতে এওঁলোকৰ প্ৰধান বসতি। অন্যান্য সৰু সৰু নৈৰ পাৰতো মিছিঙৰ বসতি দেখা যায়। এওঁলোকে নিজকে চন্দ্ৰ-সূৰ্যৰ বংশধৰ বুলি চিনাকি দিযে। এওঁলোক আঠোটা খেলত বিভক্ত। এওঁলোকৰ একেটা ঘৰতে কেইবাটাও পৰিযাল থাকে। নৈৰ দাঁতিত বসতি হেতু এওঁলোকে চাংঘৰ সাজি বাস কৰে। এওঁলোকে হিন্দুধৰ্মী যদিও নিজস্ব পূজা-সেৱা আৰু উৎসৱ আছে। আলি-আই-লিগাং তেওঁলোকৰ প্ৰধান উৎসৱ।

**ৰাভা ঃ** ৰাভাসকল বডোগোষ্ঠীৰ লোক। এওঁলোক নামনি অসমৰ বাসিন্দা। ৰাভাসকল কেইবাটাও ভাগত বিভক্ত। হিন্দু ধৰ্মৰ প্ৰভাৱৰ বাবে হিন্দু দেৱ-দেৱীক পূজা কৰিলেও তেওঁলোকৰ নিজৰ বহু দেৱ-দেৱী আছে। তেওঁলোকৰ সকলোতকৈ ডাঙৰ পূজা হ'ল 'খকচি পূজা'।

**কাৰ্বি ঃ** কাৰ্বি আংলং কাৰ্বিসকলৰ প্ৰধান বসতিস্থল। তেওঁলোকৰ মাজত খ্ৰীষ্টান আৰু হিন্দু উভয়ধৰ্মী মানুহেই আছে। হিন্দুসকল বিভিন্ন দেৱ-দেৱীৰ উপাসক। এওঁলোকে মৃতকৰ শৰীৰ দাহ কৰে। এওঁলোকে ঝুম খেতি কৰে। এওঁলোকৰ নিজা লিপি নাই। অসমীয়া লিপিক ব্যৱহাৰ কৰে।

**তিৱা ঃ** নগাঁও জিলাতেই সৰ্বাধিক তিৱালোকৰ বসতি । কাৰ্বি আংলং জিলাৰ পাহাৰীয়া অঞ্চলতো এওঁলোকৰ কিছুমান লোক বাস কৰে। এওঁলোকৰ প্ৰধান আৰাধ্য দেৱতা মহাদেৱ। কেঁচাইখাতী গোসাঁনী তেওঁলোকৰ অন্যগৰাকী দেৱী। ইযাৰ উপৰিও তেওঁলোকে অন্য কেইবাগৰাকী দেৱ-দেৱীকো উপাসনা কৰে। এওঁলোকৰ মাজত ডেকা চাঙৰ প্ৰচলন আছে। সপ্তাহৰ বুধবাৰ দিনটো এওঁলোকৰ শুভ দিন। সংক্ৰান্তিৰ দিনা বুধবাৰ নপৰিলে তেওঁলোক বিহু পিছুৱাই নি বুধবাৰত পাতে।

**সামৰণি**

অসমৰ জনজাতিসমূহ মুখ্যতঃ কৃষিজীৱি। আজিকালি অৱশ্যে পঢ়া-শুনা কৰি চাকৰি বা অন্যান্য ব্যৱসায় কৰিছে। চৰকাৰেও তেওঁলোকৰ সৰ্বাংগীন উন্নতিৰ কাৰণে সংৰক্ষণৰ সুবিধা দি তেওঁলোকক আগবাঢ়ি যোৱাত অৰিহণা যোগাইছে।

জনজাতীয় মহিলাসকলে তাঁতত বৰ ধুনীয়া কাপোৰ বয়। প্ৰত্যেকটো জনজাতিৰ কাপোৰৰ একোটা স্বকীয় বৈশিষ্ট্য আছে। সেইদৰে এওঁলোকৰ গীত-মাতৰো বৈশিষ্ট্য মনকৰিবলগীয়া। উদাৰহণস্বৰূপে মিচিংসকলৰ 'ঐনিতম' গীত, বড়োসকলৰ বাগৰুম্বা নৃত্য উল্লেখযোগ্য। সেইদৰে প্ৰত্যেকে জনগোষ্ঠীযে বেলেগ বেলেগ ধৰণৰ বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰে। তাৰ মাজতো তেওঁলোকৰ কিছুমান উমৈহতীয়া লক্ষণ দেখা যায়।

জনজাতীয় লোকসকল প্ৰত্যেকেই একোটা একোটা গোষ্ঠী হোৱা সত্বেও তেওঁলোক মূলতঃ অসমীযা। অসমীযা ভাষা তেওঁলোকৰ পৰস্পৰৰ যোগসূত্ৰ, তেওঁলোকৰ পৰম্পৰাগত কলা-কৃষ্টি আৰু অজনজাতীয কলা-কৃষ্টি মিলি গঢ়ি উঠিছে অসমীযা সংস্কৃতি। যিধৰণে তেওঁলোকে গ্ৰহণ কৰিছে কিছুমান অজনজাতীয আচাৰ-আচৰণ সেইদৰে অজনজাতীয়সকলৰ মাজতো কিছুমান জনজাতীয আচাৰ সোমাই পৰিছে আৰু গঢ়ি উঠিছে এক বৃহৎ অসমীযা সংস্কৃতি, অসমীযা জাতি।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমৰ জনজাতিৰ বৈচিত্ৰ্যময়তা ২ অসমৰ জনজাতি কেইটাৰ পৰিচয়মূলক টোকা ৫ অসমীয়াৰ প্ৰাণস্বৰূপ জনজাতীয় লোকসকল

> *বেছিভাগ সময়তে সত্য হ'ল আক্ৰমণৰ এটা প্ৰধান অস্ত্ৰ। সত্য কাৰণে মানুহে মিছা কথা ক'ব পাৰে , আনকি নৰহত্যাও কৰিব পাৰে।*
>
> **— এলফ্ৰেড এডলাৰ**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সৌন্দৰ্যৰ বৰ্ণিল সম্ভাৰেৰে সজ্জিত প্ৰকৃতি - ঋতুৱে সানি দিয়া অপাৰ ৰং - পৰিৱৰ্তিত ঋতুৰ পোহাৰ - সামৰণি

# অসমৰ প্ৰাকৃতিক সৌন্দৰ্য

*অসম অসম সোণৰ অসম*
*অ' আই তোৰ চেনেহী কেশ।*
*কোন খনিকৰে গঢ়িলে প্ৰতিমা*
*কোনে দিলে তোক লাহতী কেশ।*

**— মিত্ৰদেৱ মহন্ত**

**ভূমিকা**

অসম প্ৰকৃতিৰ বৰ জীয়ৰী। প্ৰতিটো অংগকে অকৃপণ হাতেৰে সজাই তুলিছে প্ৰকৃতিয়ে আৰু অসমক কৰি তুলিছে সৌন্দৰ্যৰ ৰাণী। সৌন্দৰ্যপিয়াসী মানৱৰ দৃষ্টি অসমৰ যি ফালেই আগবাঢ়ি যায় সেই ফালেই ৰলাগি ৰয়। শ্যামবৰণীয়া, সুজলা, সুফলা অসমভূমি প্ৰকৃতিৰ নন্দন-কানন। অসমৰ প্ৰাকৃতিক সৌন্দৰ্য অসমৰ বাবে গৌৰৱ। এই সৌন্দৰ্যৰ মাজতে লুকাই আছে অজস্ৰ সম্পদ। 'শ্যাম বৰণীয়া অসমী আই ধুনীয়া, ভাৰতৰ নুমলী জী'। প্ৰকৃতিৰ বৰণীয়া সৌন্দৰ্যৰ আধাৰত কবি মনত প্ৰস্ফুটিত হয় হাজাৰ ভাবৰ হেন্দোলনি। শিল্পীয়ে ৰং তুলিকাৰে কেনভাচত ধৰি ৰাখে প্ৰকৃতিৰ নিগূঢ় তত্ত্ব। নতুন নতুন গীতৰ সুৰেৰে মুখৰিত হয় গায়কৰ কণ্ঠ। মানৱ জীৱনৰ সুখ স্বপ্নবোৰ গঢ়ি উঠে তাৰেই আৱেশত।

**সৌন্দৰ্যৰ বৰ্ণিল সম্ভাৰেৰে সজ্জিত প্ৰকৃতি**

প্ৰকৃতিৰ কোলাত ডাঙৰ হোৱা অসমৰ মানুহ স্বাভাৱিকতেই সৌন্দৰ্যৰ সাধক। প্ৰাকৃতিক পৰিৱেশে অসমক অতি মনোমোহা ৰূপত সজাই তুলিছে। ৰঙা পাহাৰ নীলা নদীৰে ভৰা অসমভূমি। নীলা আকাশৰ তলত যুগ যুগান্তৰৰ পৰা ধীৰ স্থিৰ হৈ বৈ আছে বহু পাহাৰ। এসোপা সেউজীয়াৰ ভঁৰাল এই পাহাৰ। পাহাৰৰ হৃদয় ফালি কুলুকুলু গতিৰে বৈ অহা অলেখ নদী-নিজৰাই অসমৰ প্ৰকৃতিক নৃত্যৰতা নাৰীৰ মোহনীয়তাৰে ওপচাই তুলিছে। অসমৰ চাৰিসীমা সুৰক্ষিত হৈ আছে সৌন্দৰ্যৰ প্ৰাচীৰেৰে। উত্তৰে তুষাৰাবৃত সুবিশাল হিমালয় পৰ্বত আৰু ইয়াৰ ঠাল-ঠেঙুলিয়ে শিৰৰ মুকুটৰ দৰে শোভা বৰ্দ্ধন কৰিছে। পূবে পাটকাই আৰু দক্ষিণে মেঘালয়ৰ পৰ্বতমালাই আৱৰি ৰাখিছে। অসম মাতৃৰ বক্ষ বিস্তৃত হৈ আছে মহাবাহু ব্ৰহ্মপুত্ৰ নদীৰ বিশাল জলৰাশিৰে। কবিৰ ভাষাত ব্ৰহ্মপুত্ৰ নদী অসমৰ বক্ষহাৰ আৰু বৰাক কঁকালৰ কিংকিনী। ৰূপালী বালিৰে আবৃত দুয়োপাৰ সেউজীয়া অসমৰ বুকুত হীৰাৰ মণিহাৰ। চকু জুৰ পেলোৱা, সেউজীয়া দলিচা যেন অসমৰ চাহ বাগিচাবোৰ কেৱল সৌন্দৰ্যৰে আকৰ নহয় সম্পদৰো ভঁৰাল। ফুলে ফলে জাতিষ্কাৰ অসমীৰ বুকুত ৰূপত ৰহণ চৰায় বছৰৰ ছটা ঋতুৰ বিভিন্নতাই।

**ঋতুৱে সানি দিয়া অপাৰ ৰং**

গ্ৰীষ্ম ঋতুত প্ৰকৃতি সেউজীয়া ৰঙেৰে আবৃত হৈ থাকে। ৰৌদ্ৰোজ্জ্বল দিনৰ পোহৰৰ লগত গ্ৰীষ্মৰ উষ্ণতাক পাহৰাই ৰাখিব পৰাকৈ সু-শীতল মলয়াই আৱৰি থাকে

প্ৰকৃতি। বনাঞ্চলৰ স্নিগ্ধ ৰূপে মন শাত পেলা । গ্ৰীষ্মৰ উত্তাপ নিৰাময়ৰ বাবে আকাশৰ বুকু ফালি সৰি পৰে জিৰজিৰিয়া জাক জ ক বৰষুণ। তৃষ্ণাতুৰ মুখত যেন এটুপি পানী দিয়ে কোনোবা অদৃশ্য দেৱতাই।

গ্ৰীষ্মৰ পাছত আহে বৰষা ঋতু। নীলা আকাশ কলীয়া ডাৱৰে আৱৰি ধৰে। হুৰহুৰাই পৃথিৱীৰ বুকুলৈ নামি আহে বৰষাৰ ঢল। গ্ৰীষ্মৰ তাপত জ্বলি-পুৰি থকা পৃথিৱীৰ বুকু বাৰিষাৰ পানীৰে উপচি পৰে। নদ-নদীবোৰ তীব্ৰ গতিৰে পাহাৰৰ বুকুৰ পৰা নামি আহে পানীৰে ভৰপূৰ হৈ। বানপানীয়ে পৃথিৱীৰ বুকুৰ সকলো আৱৰ্জনা ধুই নিয়ে। পলস পেলাই অসমৰ শস্য ক্ষেত্ৰবোৰ সাৰুৱা কৰি তোলে।

বৰষাৰ প্লাৱন শেষ হোৱাৰ লগে লগে অসম হৈ পৰে অনন্য। শৰত কালৰ নীলা আকাশত শুকুলা ডাৱৰে খেলা পাতে। পথাৰবোৰ সেউজীয়া ধানেৰে কঁপি উঠে। ধানৰ পাতত মুকুতা মণি হৈ জিলিকি থাকে নিযৰৰ কণা। শৰৎ কাল আশাৰ প্ৰতীক। কহুৱা ফুলবোৰ হালি জালি ফুলি উঠে অসমৰ নদীবোৰৰ পাৰে পাৰে। কহুৱা বনে মন অশান্ত কৰে। ভেঁট-পদুমৰ পাহিৰে জকমকাই উঠে নৈ-বিলৰ পানীভাগ। শৰতৰ প্ৰথম কুঁৱলীসৰা দিনটোত ৰোমাঞ্চিত হয় মানৱ মন। শৰৎ ঋতুৰ সৌন্দৰ্যত স্নিগ্ধতা আনে ভাস্বত শেৱালিয়ে। নিশাৰ আন্ধাৰৰ আঁৰ লৈ ফুলি উঠে অলেখ শেৱালি। দুবৰি বনৰ দলিচা শুৱনি কৰি পুৱাবোৰ সজাই তোলে নিযৰে ধোৱা শেৱালিৰ পাহিয়ে। শাৰদীয় দুৰ্গোৎসৱ উদযাপনৰ বাবে সাজু হয় অসমবাসী। অতীতৰে পৰা অসমৰ শৰৎ ঋতুৱে কবিপ্ৰাণ উদ্বেলিত কৰিছে। মহাপুৰুষ শংকৰদেৱৰ 'শৰৎ বৰ্ণনা' তাৰ অন্যতম উদাহৰণ।

আঘোণৰ সোণালী পথাৰে হেমন্ত ঋতুৰ মাধুৰিমা আনে। গছৰ সেউজীয়া পাতবোৰত হেমন্তৰ পৰশে হালধীয়া বোল সানে। কবিৰ ভাষাত 'হেমন্তৰ আবেলি হালধীয়া পাতৰ বা-মাৰলী। আকাশত জাকজাক শৰালিৰ কল-কাকলি।' পুৱা সূৰুযৰ হেঙুলী আভাই হিম কণাৰ বুকুত সাতোৰঙী ৰামধেনু সাজে। হেমন্তৰ অসমভূমি জাতিষ্কাৰ হৈ প্ৰকৃতিৰ সৌন্দৰ্যৰ সাজোন-কাচোঁনেৰে।

হিমে ধোৱা হেমন্তৰ গাত ভেজা লৈ অসমৰ প্ৰকৃতিত ওৰণিৰ আঁৰ লৈ শীতে ভুমুকি মাৰে। কুঁৱলিৰ ওৰণি টানি কুচি মুচি লুকাই থাকে প্ৰকৃতি। শীতৰ সেমেকা ৰাতি বৈ বৈ সময়ৰ সংকেত দিয়ে অচিন চৰায়ে। কুঁৱলিৰ বগা জাল ফালি ওলাই অহা ৰাঙলী সূৰুযৰ ৰক্তিম আভাই অসমী আইৰ মুখ উজ্বলাই তোলে। লঠঙা গছবোৰত থাকে অনন্ত প্ৰতীক্ষাৰ প্ৰতিচ্ছবি।

**পৰিৱৰ্তিত ঋতুৰ পোহাৰ**

প্ৰকৃতিৰ ৰম্যভূমি অসমৰ বনাঞ্চল, নদ-নদী ভৰি পৰে অজস্ৰ পৰিভ্ৰমী চৰাইৰ কল-কাকলিৰে। নদ নদীৰ কোবাল গতি যেন লযলাস ভংগিমালৈ পৰিৱৰ্তিত হয়। বালিৰে ঢকা দুয়োপাৰৰ মাজত এসুঁতি পানী স্ফটিক ধাৰ যেন হৈ বৈ থাকে মাত্ৰ। সন্ধ্যা, ললিতা, কান্তাই শিলৰ বুকুত খুন্দিযাই কৈ যায় হিয়াৰ অলেখ বতৰা। ফুলৰ পোহাৰ মেলে প্ৰকৃতিযে। আকাশৰ স্বচ্ছতা, বগা ডাৱৰৰ লুকা-ভাকু, সৰাপাতৰ জৰজৰণিৰ মাজত আছে শীতকালৰ অকৃত্ৰিম সৌন্দৰ্য। অসমৰ প্ৰকৃতি আকৌ এবাৰ ধন্য হয় শীতৰ স্নেহময়

আলিংগনত। শীতৰ অন্ততেই আগমন হয় বসন্তৰ। শীত হ'লে অন্ত, আহিব বসন্ত — ফাগুনৰ ৰিঙা ৰিঙা লগা দিনবোৰতেই প্ৰকৃতি ৰাঙলী হয় পলাশ, মদাৰ ফুলৰ ৰহণ লাগি। বসন্ত যেন চঞ্চলা-চপনা, যৌৱনৰ উন্মাদনা ভৰা ঋতু। অসমত প্ৰকৃতিয়ে পূৰ্ণ ৰূপ লয় বসন্ত কালত। গছে-বনে ন কুঁহিপাত মেলে। অলেখ ফুলৰ সুগন্ধই প্ৰকৃতিক মতলীয়া কৰি তোলে। গছ ভৰি ফুলে কপৌ, কেতেকী, তগৰ অলেখ ফুল। আমে মলিযাই, কঠালে মুছি পেলায়, আনমনা হয় বনৰ পশু-পখীবোৰ। কুলি, কেতেকীৰ সুধা ভৰা কণ্ঠ নিগৰি ওলোৱা গীতত অসমবাসীয়ে বহাগৰ বিহুটি পাতে। জাতীয় সংহতিৰ প্ৰতীক বিহু জড়িত হৈ আছে প্ৰকৃতিৰ সৌন্দৰ্যৰ মাজত। ৰহণীয়া প্ৰকৃতিৰ বিমোহিনী ৰূপত অসম সমৃদ্ধিশালী হৈ পৰে।

**সামৰণি**

পৰিৱৰ্তিত ঋতুৰ পৰশত সৌন্দৰ্যৱতী হোৱা অসমৰ প্ৰকৃতিৰ কিছুমান স্থায়ী ৰূপ চিৰবিদ্যমান। অসমৰ গাঁওবোৰ যেন ছবিৰ দৰে সুন্দৰ। বাঁহ-খেৰেৰে তৈয়াৰী সুন্দৰ ঘৰবোৰ আৰু তামোল, কল গছেৰে পূৰ্ণ বাৰীবোৰ সৌন্দৰ্যৰ থলী। জোনাক নিশা শৰতৰ শেৱালিৰ গোন্ধত মতলীয়া হোৱা মন বা ফাগুনৰ ৰঙা মদাৰৰ ৰঙত উদ্বেলিত হোৱা প্ৰাণ সাৰ পাই উঠে অসমৰ দৰে প্ৰকৃতিৰ সৌন্দৰ্য মাধুৰিমাৰ মাজত।

*আজিৰ নোহোৱা তুমি সুন্দৰ পৃথিৱী*
*জনমৰ যুগমীয়া তুমি,*
*অনন্তকালৰ মোৰ শান্তিৰ জিৰণি*
*অতীতৰ স্বপ্ন লীলাভূমি।*

অতীজৰে পৰা অসমৰ প্ৰাকৃতিক সৌন্দৰ্যই বিদেশীলোকক আকৰ্ষিত কৰি আহিছে। অসমৰ অৰণ্য আৰু ইয়াৰ অলেখ জীৱ-জন্তু, ভেলেঙীৰ থৰ লগা চকু, বা ভযংকৰ বাঘৰো শান্ত-সমাহিতৰূপে প্ৰকৃতিক অধিক প্ৰাণৱন্ত কৰি তোলে। অলেখ ৰং-বিৰঙৰ চৰাই, পখিলা, ভোমোৰাই অসমৰ সৌন্দৰ্যত ৰহণ সানিছে। প্ৰভাতে প্ৰভাতে মানুহে ভাল পায ফুল ফুলাৰ বতৰা। অসমখন প্ৰকৃততে অলেখ ফুলেৰে ভৰা এখন বহুৰঙী ফুলনি। বতৰৰ ফুল, নাম জনা-নজনা অনেক ফুলৰ সমাহাৰ হৈ থাকে প্ৰতিটো ঋতুত।

*সুন্দৰে যে ফুলাৰ মন্ত্ৰ অহোৰাত্ৰি মাতে*
*সেযেহে আজি ইমান ফুল প্ৰভাতে প্ৰভাতে।*

'হাচনাহানাৰ তীব্ৰ গোন্ধত সপোন বিভোৰ মাধৱী নিশা'। কত কবিৰ কত ভাৱ, শিল্পীৰ সৃষ্টিৰ প্ৰেৰণা অসমৰ প্ৰাকৃতিক সৌন্দৰ্য।

প্ৰাকৃতিক সৌন্দৰ্যৰে ভৰপূৰ অসমৰ চহৰবোৰ গঢ়ি উঠিছে ব্ৰহ্মপুত্ৰৰ পাৰত। পাহাৰৰ ওপৰলৈকে বাসস্থান পাতিছে মানুহে। ৰজাদিনীয়া স্মৃতি চিহ্ন, দৌল, দেৱালয়, মন্দিৰ, নামঘৰ, ঐতিহাসিক পুখুৰী আদিৰে অসমখন ভৰি আছে। প্ৰকৃতিৰ লগত একত্ৰিত হৈ এইবোৰে অসমৰ সৌন্দৰ্যক অধিক মোহনীয় কৰি তুলিছে।

ৰাতিৰ তৰাভৰা আকাশৰ তলত আৰু দিনৰ পোহৰৰ মাজত অসমৰ প্ৰকৃতিৰ

ভিন্ন ৰূপ ভিন্ন সৌন্দৰ্য দেখা যায়। এই সৌন্দৰ্যক হৃদয়েৰে অনুভৱ কৰি মানুহে অনাবিল আনন্দ লাভ কৰিব পাৰে। মানুহৰ জীৱনৰ বাবে এই আনন্দ অপৰিহাৰ্য। প্ৰকৃতিৰ সৌন্দৰ্য আৰু তাৰ ৰীতি-নীতিয়ে মানৱ জীৱনত প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। সেয়েহে প্ৰকৃতি মানুহৰ অতি আপোন। প্ৰকৃতিৰ ৰূপ লাৱণ্যই মানুহৰ চকু জুৰ পেলায়, হিয়া শাত কৰে। অৱশ্যে মানুহৰ দৈনন্দিন জীৱনত বাঢি অহা চাহিদা আৰু জীৱন যাপনৰ মান সলনিৰ লগে লগে অসমৰ প্ৰকৃতিতো প্ৰভাৱ পৰিছে। যাতায়াত, প্ৰযুক্তিৰ উন্নতিৰ লগে লগে বনাঞ্চল ধ্বংস হোৱা বাবে প্ৰকৃতিয়েও হেৰুৱাইছে পূৰ্বৰ গৰিমা। সময় থাকোঁতেই প্ৰকৃতিক ৰক্ষা নকৰিলে ভৱিষ্যতে অসমৰ প্ৰাকৃতিক সৌন্দৰ্য কেৱল কিতাপৰ পাততে ৰৈ যাব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ সৌন্দৰ্য ৰাণী অসমভূমি ২ সৌন্দৰ্যৰে ভৰপূৰ অসম ৩ অসমৰ প্ৰাকৃতিক শোভা (HSLC 1991)

# অসমৰ খেল-ধেমালি

**ৰচনাৰ সংকেত :** ভূমিকা - ইতিহাসৰ বুকুত অসমৰ খেল-ধেমালি - সাম্প্ৰতিক ৰূপ - সামৰণি

**ভূমিকা**

সকলো বয়সৰ মানুহৰ বাবেই খেল-ধেমালি অতি প্ৰিয় আৰু আমোদৰ মাধ্যম। সেয়েহে প্ৰাচীন কালৰে পৰা আধুনিক যুগলৈকে খেল-ধেমালিৰ জনপ্ৰিয়তা হ্ৰাস হোৱা নাই। অতীজৰে পৰা অসমত বিভিন্ন খেলৰ প্ৰচলন হৈ আহিছে। অতীতত অসমৰ বিভিন্ন প্ৰান্তত বসবাস কৰা বিভিন্ন জাতি-জনজাতিৰ লোকসকলৰ নিজা নিজা আচাৰ-ব্যৱহাৰ, খেলা-ধূলা, উৎসৱ-অনুষ্ঠান আছিল। এই বিভিন্ন জাতি-জনজাতিৰ মাজত প্ৰচলিত খেল-ধেমালি আজি সু-বৃহৎ অসমীয়া জাতিটোৰ শিৰৰ ভূষণ হৈ পৰিছে।

**ইতিহাসৰ বুকুত অসমৰ খেল-ধেমালি**

অসমৰ বিভিন্ন প্ৰান্তত বিভিন্ন সময়ত ৰাজত্ব কৰা কোঁচ, মৰাণ, মটক, আহোম ৰজা, স্বৰ্গদেউ অথবা আন আন শাসকৰ দিনতো ৰজাঘৰীয়া পৃষ্ঠপোষকতাত অসমত কুকুৰা যুঁজ, ম'হ যুঁজ, হাতী যুঁজ, কণী যুঁজ, বুলবুলি চৰাইৰ যুঁজ, গছত উঠা, দৌৰা, যাঠি দলিওৱা, মল্ল যুদ্ধ, নাও খেল আদিৰ প্ৰচলন হৈ আহিছে। বিভিন্ন জাতি-উপজাতিৰ সংমিশ্ৰণত গঠন হোৱা অসমীয়া জাতিটোৰ বিভিন্ন উৎসৱ-পাৰ্বণক কেন্দ্ৰ কৰিয়েই এই খেল-ধেমালিবোৰৰ জন্ম হৈছে। আহোম স্বৰ্গদেউসকলে জনসাধাৰণৰ মাজত স্বাস্থ্য ৰক্ষা, প্ৰতিযোগিতাৰ মনোভাৱ বজাই ৰখা, শাৰীৰিক আৰু মানসিক উৎকৰ্ষ বজাই ৰখাৰ বাবে বিভিন্ন খেল-ধেমালিৰ পৃষ্ঠপোষকতা কৰিছিল। আহোম স্বৰ্গদেউসকলে বহু সময়ত

ৰংঘৰৰ বাকৰিত এনে ধৰণৰ বিভিন্ন ক্ৰীড়া অনুষ্ঠান পাতি নিজেও সেই অনুষ্ঠানত উপস্থিত আছিল। ৰজাঘৰীয়া বিষয়া, সৈনিক, কৰ্মীৰ মাজত ঘোঁৰা দৌৰ, মল্ল যুদ্ধ, হাতীত উঠা আৰু ধৰণৰ খেল আয়োজন কৰি স্বৰ্গদেউসকলে নিজৰ ক্ৰীড়া প্ৰীতিৰ পৰিচয় দিছিল। অসমৰ জাতীয় উৎসৱ বিহুটোক কেন্দ্ৰ কৰিয়েই ম'হ যুঁজ, কণী যুঁজ, বুলবুলি চৰাইৰ যুঁজ, সাতোৰা, গছত উঠা আদি বিভিন্ন খেল-ধেমালিৰ প্ৰচলন হৈছে।

নাওখেল বৈষ্ণৱ সংস্কৃতিৰ অৱদান। শংকৰদেৱৰ সত্ৰসমূহতেই বিশেষকৈ এই খেলৰ প্ৰচলন আছে। এইবিধ খেলৰ বাবে এক বিশেষ ধৰণৰ গীতবো প্ৰচলন আছে। এই গীত গাই গাই এটা এটা দলে একোখনকৈ নাও লৈ প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰে।

ম'হ যুঁজ, কণী যুঁজ, বুলবুলী চৰাই যুঁজ আদি খেলৰ প্ৰচলন অসমৰ গাঁওসমূহত পৰম্পৰাগতভাৱে চলি আহিছে। এই খেলসমূহক বিশেষকৈ অসমৰ জাতীয় উৎসৱ ৰঙালী আৰু ভোগালী বিহুৰ সময়ত অনুষ্ঠিত হয়। বিহুৰ উলহ-মালহৰ মাজত অসমৰ জনসাধাৰণে এই খেল-ধেমালিসমূহত অংশ গ্ৰহণ কৰে। পৰম্পৰাগত এই খেল-ধেমালিসমূহৰ উপৰিও অসমৰ গাঁৱে-ভূঞে বিভিন্ন ক্ৰীডাৰ প্ৰচলন আছে।

বিভিন্ন বিদেশী আক্ৰমণকাৰী তথা ৰজায়ো বিভিন্ন সময়ত অসম শাসন কৰিছিল। এই ৰজা, স্বৰ্গদেউৰ শাসনকালত বহু সময়ত নিজৰ মনোৰঞ্জনৰ বাবে শাসকসকলে বিভিন্ন খেল-ধেমালিৰ আয়োজন কৰি তাক জনসাধাৰণৰ মাজত প্ৰচলন কৰিছিল। মল্ল যুদ্ধ, দবা খেল, মাছ মৰা, ঘোঁৰাত উঠা, হাতীত উঠা, দৌৰা, জঁপিওৱা, লাঠিৰ খেলা, চিলা উৰুওৱা আদি খেল অসমত পুৰণি কালৰে পৰা চলি আহিছে।

আহোম স্বৰ্গদেউসকলে নিজৰ মনোৰঞ্জন তথা জনসাধাৰণৰ মনত ঐক্য-সম্প্ৰীতিৰ ভাৱ জগাই তুলিবৰ বাবে ৰাজকোষৰ পৰা ধন খৰচ কৰি বিভিন্ন খেলৰ আয়োজন কৰিছিল। ইয়াক ৰংঘৰীয়া খেল আখ্যা দিয়া হয়। শিৱসাগৰৰ ৰংঘৰৰ বাকৰিত ৰজাৰ সমুখত এই খেলসমূহ খেলোৱা হৈছিল।

**সাম্প্ৰতিক ৰূপ**

সময়ৰ পৰিৱৰ্তনে মানুহৰ জীৱনলৈ আমূল পৰিৱৰ্তন আনিছে। তাৰ প্ৰভাৱ খেল-ধেমালিৰ ওপৰতো পৰিছে। পুৰণি অসমৰ ঘাইকৈ শিশুৰ মাজত জনপ্ৰিয় বহু খেল-ধেমালি এতিয়া কালৰ বুকুত হেৰাই গৈছে। ঘাইকৈ ল'ৰাৰ মাজত প্ৰচলিত টাংগুটি, ঘিলা খেলা, ঢোপ খেল, হৈ গুদু ইত্যাদিবোৰ বৰ্তমান বিলুপ্ত হৈ গৈছে। অঞ্চল বিশেষে খেল-ধেমালিবোৰৰ ৰীতি-নীতিও বেলেগ হোৱা দেখা যায়। ছোৱালীৰ মাজত জনপ্ৰিয় খেল-ধেমালিৰ ভিতৰত আছে দৰা-কইনা, ভাত ধেমালি, চেংগুটি, কড়ি খেল, কাবাডী ইত্যাদি। শিলগুটিলৈ হাতৰ টিপতে খেলা খেলটোক হেতালি, চেংগুটি বা হাউলি খেল বুলিও কোৱা হয়। ছোৱালীৰ মাজত প্ৰচলিত কড়ি খেল আৰু বয়োজ্যেষ্ঠসকলৰ মাজত প্ৰচলন থকা কড়িখেলৰ পাৰ্থক্য আছে। কড়িখেলৰ পৰম্পৰাগত তাৎপৰ্য আছে। ইয়াক উৰ্বৰতাৰ প্ৰতীক বুলি ধৰি বহাগ বিহুৰ সময়ত খেলা হয়। অসমত শিশুৰ মাজত প্ৰচলিত খেল-

ধেমালিবোৰ অতি চিত্তাকৰ্ষক। এইবোৰ শিশুৱে মুকলিমূৰীয়াকৈ খেলা খেল। 'অভিজ্ঞতাৰ আঘাত আৰু জীৱনৰ বোজা নথকা, যুক্তি আৰু ব্যাকৰণৰ পৰা দূৰত থকা শিশুৰ জগতখনক A big blooming, buzzaing confusion' বুলি ক'ব পাৰি। অসংলগ্ন, উৰি ফুৰা, কল্পনাৰ এই জগতখনত থাকে কেৱল অজস্ৰ বিস্ময় আৰু কৌতূহল। তেনে মনৰ শিশুৰ খেল-ধেমালিত নীতি-নিয়ম আৰু বাধ্য-বাধকতা একো নাথাকে।

অসমৰ খেল-ধেমালিৰ এটা বৈশিষ্ট্য হ'ল বহু ধেমালিৰ লগত কিছুমান গীত বা সুৰ দি গোৱা কবিতা আছে। এই গীত বা কবিতাবোৰ নিচুকণি বা ওমলা গীতৰ পৰ্যায়ত পেলাব পাৰি। কাব্যিক সৌন্দৰ্য, ৰচনা শৈলী, সুৰ দি গোৱাৰ ধৰণ কেউপিনৰ পৰা এই গীতবোৰে শিশুৰ মন আকৰ্ষণ কৰিব পাৰে। যেনে ঃ

*উকুলি মুকুলি কুকুলি কাঁহী*
*আদৌ দেই ফুলৰ পাহি*
*আম পাতে চাম চেলাই*

কোনো ধৰণৰ ভাবাৰ্থ নথকা গীত কিছুমানো আছে।

*'বৰ ঘৰৰ মেকুৰী, সৰু ঘৰলৈ যায়, ঢাকোন পেলায় পইতা ভাত খায়।'*

*এইটো কাৰ দৌল?*
*ৰজাৰ দৌল*
*ভাঙিম নে নেভাঙিম?*

*নেভাঙিবা।*

চঞ্চল গতিৰ এই আকৰ্ষণীয় কবিতাবোৰৰ ছন্দ মিলোৱা সুৰ শিশুৱে বৰ ভাল পায়।

**সামৰণি**

শেন মেলা, হাতীৰ যুঁজ, বাঘ-ভালুকৰ যুঁজ, কুকুৰা যুঁজ, ঘোঁৰা দৌৰ, বান্দৰ-ভালুকৰ নাচ, সাপৰ নাচ ইত্যাদিবোৰত জীৱ-জন্তুক ব্যৱহাৰ কৰা হয়। আহোম শাসকসকলে কোনো বিশেষ খেলত পাৰদৰ্শী লোকক যথেষ্ট গুৰুত্ব দিছিল। তেওঁলোকৰ কিছুমান বিষয়বাবো আছিল। 'শেনচোৱা বৰুৱা' তেনে এটা উদাহৰণ। বৰ্তমান পশু-পক্ষীৰ বিচৰণ হ্ৰাস হৈ অহাৰ বাবে এনেবোৰ খেল-ধেমালি বিলুপ্ত হৈছে। মাল যুঁজ, লাঠি খেল, ধনুকাঁড় খেল, যাঠি খেল, ওলোটা খৰ মৰা, দৌৰ, জাঁপ মৰা ইত্যাদিবোৰ শাৰীৰিক উৎকৰ্ষ সাধন হোৱা খেল-ধেমালি অসমত প্ৰচলিত।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ স্থানীয় খেল-ধেমালি ২ অসমৰ থলুৱা খেল ৩ অসমৰ নিজা খেল

# গছ-গছনি আৰু পৰিৱেশ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - গছ থাকিলেহে মানুহ থাকিব - ভিন ভিন প্ৰকাৰৰ গছ - গছহে আমাৰ ৰক্ষক - সামৰণি

*HS 2004*

**ভূমিকা**

পৰিৱেশ বুলি ক'লে আমি আমাৰ চৌপাশৰ অৱস্থাকে বুজোঁ। আমাৰ চৌপাশৰ মাটি, পানী আৰু বায়ুৰে পৃথিৱীৰ প্ৰাকৃতিক পৰিৱেশ গঠন হৈছে। মাটি, পানী আৰু বতাহ এই তিনিটা হ'ল জীৱন ধাৰণৰ মূল উপকৰণ। প্ৰাণী আৰু উদ্ভিদৰ, অৰ্থাৎ, গছ-গছনিৰ সন্মিলিত জীৱ-জগত আৰু তাৰ চৌপাশৰ এই প্ৰাকৃতিক পৰিৱেশ দুয়োটাই এক অবিচ্ছেদ্য বন্ধনেৰে বন্ধা। দুয়োটাই পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল। ইয়াৰ যিকোনো এটাৰ ব্যতিক্ৰম ঘটিলেই প্ৰাকৃতিক ভাৰসাম্য নষ্ট হৈ যাব। পৰিৱেশৰ ভাৰসাম্য ৰক্ষা কৰাত গছ-গছনিয়ে মুখ্য ভূমিকা লৈছে। গছ-গছনি অবিহনে এই পৃথিৱী মৰুত পৰিণত হ'ব। ধ্বংস হ'ব প্ৰাণী জগত।

**গছ থাকিলেহে মানুহ থাকিব**

প্ৰাণীয়ে নিশ্বাসৰ লগত শৰীৰৰ পৰা কাৰ্বন ডাই-অক্সাইড এৰি দিয়ে। এই কাৰ্বন ডাই-অক্সাইড গছে গ্ৰহণ কৰে আৰু সূৰ্যৰ পোহৰত কাৰ্বন ডাই-অক্সাইডেৰে ই নিজৰ খাদ্য তৈয়াৰ কৰি বতাহত অক্সিজেন এৰি দিয়ে। এই অক্সিজেনৰ সহাযত প্ৰাণীয়ে উশাহ লৈ জীৱন ধাৰণ কৰে। গছ-গছনিৰ অভাৱ হ'লে পৃথিৱীৰ বায়ুমণ্ডল কাৰ্বন ডাই-অক্সাইডেৰে ভৰি পৰিব, ফলত এই পৃথিৱীত প্ৰাণী জগতৰ বিলুপ্তি ঘটিব সেযেহে কোৱা হয় 'গছ থাকিলেহে মানুহ থাকিব'।

**ভিন ভিন প্ৰকাৰৰ গছ**

বেলেগ বেলেগ ধৰণৰ প্ৰাকৃতিক পৰিৱেশত বেলেগ বেলেগ ধৰণৰ গছ-গছনিৰ জন্ম হয়। আৰ্দ্ৰতা, তাপ, বতাহত অক্সিজেন আৰু কাৰ্বন ডাই-অক্সাইডৰ পৰিমাণ, সূৰ্যৰ পোহৰৰ প্ৰভেদ আদিৰ ওপৰত নিৰ্ভৰ কৰি পৃথিৱীৰ বিভিন্ন ঠাইত বিভিন্ন ধৰণৰ গছ-গছনিৰ উৎপত্তি হৈছে।

উত্তৰ মেৰু অঞ্চল, হিমালয়ৰ উচ্চ শিখৰৰ দৰে ঠাই বাৰমাহ বৰফেৰে ঢাক খাই থাকে। অতিপাত ঠাণ্ডা, পানীৰ অভাৱৰ বাবে এই অঞ্চলত গছ-গছনি নগজে।

প্ৰচুৰ বৰষুণ, সূৰ্যৰ উত্তাপ, মাটিৰ উৰ্বৰতাৰ বাবে আফ্ৰিকাত চিৰসেউজ ঘন বনাঞ্চল সৃষ্টি হৈছে।

খাল, বিল, পিতনি, এৰাসুঁতি, দলনি, জলাহ আদি বছৰৰ অধিক সময পানীৰে পৰিপূৰ্ণ হৈ থকা অঞ্চলসমূহক আৰ্দ্ৰভূমি বোলে। এনেকুৱা পৰিৱেশত পাটীদৈ, তৰা, দলঘাঁহ, ইকৰা, খাগৰিৰ দৰে গছ-গছনিৰ জন্ম হয়। সেইদৰে পদুম, ভেঁট, শিঙৰী, শেলুক আদি পানীৰ তলত গজি ওপৰলৈ অহা উদ্ভিদো এনে পৰিৱেশত জন্ম হয়। সমগ্ৰ ভাৰতত

৪০ লাখ হেক্টৰ অঞ্চল আৰ্দ্ৰভূমি আছে। অসমত আৰ্দ্ৰভূমিৰ মাটিকালিৰ পৰিমাণ প্ৰায় ৮৫,৩৫৫ হেক্টৰ।

মৰুভূমি অঞ্চলত বৃষ্টিপাত একেবাৰে কম। চৌপাশ বালিময়, শুকান উত্তপ্ত মৰু অঞ্চলত কিছুমান সৰু সৰু ডাল পাতহীন, কাঁইটীয়া উদ্ভিদৰ সৃষ্টি হয়।

কিছুমান অঞ্চলত বৰষুণৰ পৰিমাণ বেছি বাবে ঘন, ডাঙৰ গছ-গছনি গজিবৰ বাবে উপযোগী পৰিৱেশ হয়। এনে অঞ্চলত ঘাঁহ জাতীয় গছৰ জন্ম হয়। এনে অঞ্চলক তৃণভূমি বোলে।

**গছহে আমাৰ ৰক্ষক**

যিদৰে বায়ু, পানী, তাপ আদিয়ে সৃষ্টি কৰা পৰিৱেশৰ ওপৰত ভিত্তি কৰি বিভিন্ন ধৰণৰ বনাঞ্চল গঢ়ি উঠিছে, তেনেদৰে বনাঞ্চলৰ প্ৰকৃতিৰ ওপৰত ভিত্তি কৰি বিভিন্ন প্ৰাণীয়ে বসবাস কৰিছে। আৰ্দ্ৰ জলাহ অঞ্চল মাছ, কাছ আদিৰ উপৰিও নানা জলচৰ পক্ষীৰো নিবাস ভূমি। তৃণভোজী প্ৰাণীসমূহে তৃণভূমি অঞ্চলসমূহক চৰণীয় পথাৰ হিচাপে ব্যৱহাৰ কৰে। সেইদৰে গভীৰ বনাঞ্চল হাতী, বাঘ, সিংহ আদি প্ৰাণীৰ বাসভূমি।

পৰিৱেশে যিদৰে বিভিন্ন ধৰণৰ গছ-গছনিৰ সৃষ্টি হোৱাত সহায় কৰে সেইদৰে গছ-গছনিয়েও বিভিন্ন ধৰণৰ পৰিৱেশ সৃষ্টি কৰে। গছ-গছনিয়ে প্ৰকৃতিৰ ভাৰসাম্য ৰক্ষাত এক বৃহৎ ভূমিকা পালন কৰি আহিছে। গছ-গছনিয়ে মাটিৰ উৰ্বৰতা আৰু জলধাৰণ ক্ষমতা বৃদ্ধি কৰে। তদুপৰি ই ভূমি ক্ষয়ীকৰণ হ্ৰাস কৰে। গছ-গছনি নাথাকিলে বৰষুণে মাটিৰ ওপৰৰ অংশ খহাই নিয়ে, সেইদৰে গছ-গছনিবিহীন মাটি বতাহেও উৰুৱাই লৈ যায়। বছৰৰ পিছত বছৰ ধৰি এই প্ৰক্ৰিয়া অব্যাহত থকাৰ ফলত গোটেই অঞ্চলটোৱেই খৰাং বালিময় অঞ্চললৈ ৰূপান্তৰিত হয়। সেয়েহে বৰ্তমানে ভূমিক্ষয় ৰোধ কৰিবৰ বাবে গছ-গছনি ৰোৱাত অধিক গুৰুত্ব দিয়া হৈছে। মাটিৰ ওপৰত উদ্ভিদৰ ঘন সমাৱেশ থাকিলে লাগিলে সি সৰু সৰু ঘাঁহবনেৰে তৃণভূমিয়েই হওক মাটিৰ কণা সহজতে স্থানচ্যুত নহয়।

**সামৰণি**

ইতিমধ্যে বিশ্বৰ অৰণ্যভূমি ক্ৰমান্বয়ে মানুহে ধ্বংস কৰি আহিছে। আজি পৃথিৱীৰ তাপমাত্ৰা ক্ৰমান্বয়ে বাঢ়ি আহিছে। বিজ্ঞানীসকলৰ মতে গছ-গছনি ধ্বংস ইয়াৰ এক অন্যতম কাৰণ। ক্ৰমাগতভাৱে বাঢি অহা বনাঞ্চল ধ্বংসৰ ফলস্বৰূপে পৃথিৱীত মৰু অঞ্চলৰ আয়তন বৃদ্ধি পাই আহিবলৈ ধৰিছে। অন্যহাতে বানপানী, গৰাখহনীয়া আদিও বৃদ্ধি পাইছে।

পৃথিৱীৰ বিভিন্ন বনাঞ্চল নানা আপুৰুগীয়া পশু-পক্ষীৰ বাসস্থান। কেৱল আমাজন অঞ্চলৰ বনাঞ্চলত ৭০০ৰো অধিক প্ৰজাতিৰ পক্ষী আছে। আমাৰ অসমৰ বনাঞ্চলসমূহো বিভিন্ন প্ৰজাতিৰ আপুৰুগীয়া প্ৰাণীৰ বাসস্থান। যদিহে বনাঞ্চলসমূহ ক্ৰমান্বয়ে ধ্বংস হৈ আহে তেতিয়াহ'লে এই বন্য প্ৰাণীসমূহো পৃথিৱীৰ বুকুৰ পৰা

নোহোৱা হৈ যাব। ইতিমধ্যে বহু প্ৰাণী পৃথিৱীৰ বুকুৰ পৰা বিলুপ্ত হৈছে। সেযেহে বৰ্তমান পৃথিৱীৰ পৰিৱেশ ৰক্ষাত বিশেষজ্ঞসকলে বৃক্ষ সংৰক্ষণত অধিক গুৰুত্ব আৰোপ কৰিছে। গুৰুত্ব দিছে নতুন নতুন বনাঞ্চল গঢ়ি তোলাত।

ভাৰততো হিমাচল প্ৰদেশৰ সৰ্বোদয় কৰ্মী শ্ৰীসুন্দৰলাল বহুগুণাই আৰম্ভ কৰিছে 'চিপকো' আন্দোলন। এই আন্দোলনৰ মূলমন্ত্ৰ হ'ল 'গছ সংৰক্ষণ'। আমিও আগবাঢ়ি আহি এই পৃথিৱীক সুন্দৰ সেউজী কৰি ৰখাৰ এই প্ৰয়াসক সফল কৰিব পাৰিলে পৃথিৱী মানুহৰ বাসোপযোগী কৰি ৰখাত সহায়ক হ'ব।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - কুইজৰ উৎপত্তি - কুইজ পৰিচালনাৰ ধৰণ-কৰণ - সামৰণি

# কুইজ প্ৰতিযোগিতা

**ভূমিকা**

বৰ্তমান সময়ত মানুহৰ জীৱনৰ সফলতা আহে প্ৰতিযোগিতাত লাভ কৰা কৃতকাৰ্যতাৰ ভিত্তিত। প্ৰতিটো পদক্ষেপতে প্ৰতিযোগিতাই মানুহৰ জীৱন আৱৰি ধৰিছে। প্ৰতিযোগিতাৰ পৰা আঁতৰত থাকি কোনেও সফলতাৰ মুখ দেখিবলৈ নাপায। তেনে বহু প্ৰতিযোগিতাৰ ভিতৰত হ'ল এটা কুইজ। কুইজ শব্দটো আজিকালি চিনাকি আৰু জনপ্ৰিয়। বিদ্যালয, মহাবিদ্যালয, বিশ্ববিদ্যালয, সংঘ, প্ৰতিষ্ঠান, টেলিভিছন, ৰেডিঅ', বাতৰিকাকত, আলোচনী সকলোতে কুইজৰ প্ৰচলন হ'বলৈ ধৰিছে।

**কুইজৰ উৎপত্তি**

কুইজ শব্দটো ইংৰাজীৰ চাৰিটা বৰ্ণ Quiz-ৰ পৰা আহিছে। কুইজৰ অভিধানিক তেনে কোনো অৰ্থ নাই যদিও (১) সাঁথৰ আৰু (২) প্ৰশ্নৰ চলেৰে মানুহক ব্যস্ত কৰা ধৰণৰ দুই-এটা অৰ্থও পোৱা যায়। কুইজ শব্দৰ আৰম্ভণি সম্পৰ্কেও দ্বিমত আছে। ইংলেণ্ড আৰু আমেৰিকাৰ ভিতৰত ক'ত প্ৰথমে শব্দটোৰ আৰম্ভণি হৈছিল জনা নাযায়। পূৰ্বতে যি অৰ্থতেই ব্যৱহাৰ নহওক, কুইজ এতিয়াও গুৰুত্বপূৰ্ণ প্ৰশ্নোত্তৰ প্ৰতিযোগিতা বুলি সকলোৱে জানে। ভাৰতৰ কলকাতাতে প্ৰথম কুইজ প্ৰচলন হয় ১৯৬৭ চনত। পাছত কলকাতাৰ পৰা প্ৰকাশিত 'দি টেলিগ্ৰাফ' কাকতৰ দেওবৰীয়া সংখ্যাত কুইজৰ এটা শিতান খোলা হয়। ক্ৰমে ই জনপ্ৰিয় হৈ উঠে।

কুইজত সুতীক্ষ্ণ স্মৃতি শক্তিৰ দ্ৰুত প্ৰক্ৰিয়াৰে প্ৰদৰ্শন কৰা হয়। বিশ্বৰ বিভিন্ন স্থান আৰু পৰিৱেশৰ, বিভিন্ন সমাজৰ, ব্যক্তিৰ, ঐতিহাসিক আৰু সামাজিক ঘটনাৰ লগতে নিত্য নতুন পৰিবৰ্তন যাৰেই নখ দৰ্পণত থাকে সিয়ে কুইজ প্ৰতিযোগিতাত অবিসম্বাদী প্ৰতিযোগী ৰূপে অভিলেখ সৃষ্টি কৰিব পাৰে।

**কুইজ পৰিচালনাৰ ধৰণ-কৰণ**

কুইজ প্ৰতিযোগিতা সাধাৰণতে দলীয় ভিত্তিত অনুষ্ঠিত হয়। তিনি-চাৰিজন লোকেৰে গঠিত একোটা দলে আলোচনাৰ মাজেদি উত্থাপিত প্ৰশ্নৰ উত্তৰ প্ৰদান কৰে। পৰস্পৰৰ মাজত সমন্বয় আৰু সহযোগিতা দলীয় প্ৰতিযোগিতাত সফলতা লাভৰ চাবি-কাঠি। কেতিয়াবা একক গোটৰ মাজতো কুইজ প্ৰতিযোগিতা অনুষ্ঠিত হ'ব পাৰে। কুইজ প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিবৰ বাবে জ্ঞানৰ ভাণ্ডাৰ মজুত থাকিলেই নহ'ব। প্ৰয়োজনৰ সময়ত স্বতঃস্ফূৰ্তভাৱে উত্তৰ দিবও পাৰিব লাগিব।

কুইজ প্ৰতিযোগিতা এজন বিশেষ ব্যক্তিয়ে পৰিচালনা কৰে। সেইজনক কোৱা হয় কুইজ মাষ্টাৰ। সুস্থ পৰিৱেশ সৃষ্টি, প্ৰশ্ন উত্থাপনৰ আকৰ্ষণীয় পদ্ধতি, প্ৰতিটো দল বা প্ৰতিযোগীৰ প্ৰতি সমভাৱাপন্ন মনোভাৱ আৰু ব্যক্তিজনৰ পাৰদৰ্শিতাই কুইজ প্ৰতিযোগিতাখনি প্ৰাণৱন্ত কৰি তুলিব পাৰে। কুইজ মাষ্টাৰজনে আগতীয়াকৈ সুধিবলগীয়া প্ৰশ্ন সম্পৰ্কে প্ৰস্তুত হৈ লয়। কেতিযাবা কোনোৱা বিশেষ বিষয়, যেনেঃ সাহিত্যৰ বা বিজ্ঞান সম্পৰ্কীয় প্ৰশ্নৰ বিষযেও এখন কুইজ প্ৰতিযোগিতা অনুষ্ঠিত হ'ব পাৰে। সাধাৰণতে একেখন প্ৰতিযোগিতাতে বিভিন্ন বিষয সামৰি লোৱা লয। প্ৰথম ৰাউণ্ডত যদি সাহিত্য, দ্বিতীয ৰাউণ্ডত বিজ্ঞান, আকৌ তৃতীয ৰাউণ্ডত ক্ৰীড়া সম্পৰ্কীয প্ৰশ্ন সুধিব পাৰে। সংগীত সম্পৰ্কীয প্ৰশ্নৰ বা ভি ডি অ' ছবি দেখুৱায চিনেমা সম্পৰ্কীয প্ৰশ্নৰ উত্থাপন কৰিব পাৰে। সেইবোৰ শুনি আৰু চাই প্ৰতিযোগীযে উত্তৰ দিব লাগিব। ই এক আকৰ্ষণীয় ব্যৱস্থা। আনন্দৰ মাজেদি বুদ্ধিমত্তাৰ পৰিচযো পোৱা যায।

কুইজে জ্ঞানৰ প্ৰতি ধাউতি বৃদ্ধি কৰে। খেলৰ যোগেদি শিক্ষা আহৰণত সহায কৰে। কুইজৰ বাবে প্ৰস্তুতি চলাওঁতে ভালেমান কিতাপ-পত্ৰ, কাকত-আলোচনী পঢ়িবলগীযা হয। কেতিযাবা জ্ঞানীজনৰো ওচৰ চাপিবলগীযা হয। এনে কৰোঁতে নিত্য নতুন জ্ঞান পোৱা যায। নজনাকৈ থকা তথ্যও জনাৰ সুযোগ লাভ হয। কুইজৰ লগত কিছুদিন জড়িত হৈ থকাৰ পাছত নতুন নতুন তথ্যৰ সন্ধান লৈ থকাটো ব্যক্তিজনৰ নিচাত পৰিণত হয। অৰ্থাৎ, কুইজত অংশ গ্ৰহণে নজনা কথা জানিবলৈ, নেদেখা বস্তু চাবলৈ হেঁপাহ বঢ়ায। ইয়াক স্মৃতি শক্তি বঢ়োৱাৰো কৌশল বুলিব পাৰি। ইযাৰ দ্বাৰা বিভিন্ন জাতিৰ ধৰ্ম, আচাৰ-ব্যৱহাৰ, সামাজিক গঠন, সাহিত্য-সংস্কৃতি, ইতিহাস আদি জনাৰ বাবে আগ্ৰহ বাঢ়ে। সেযে সামাজিকভাৱে ইয়াৰ উপকাৰো আছে। অনুসন্ধিৎসা বৃদ্ধি হোৱাৰ লগে লগে বৃদ্ধি হয সাহস আৰু মনোবল। জীৱনৰ প্ৰতিটো ক্ষেত্ৰতে সন্মুখীন হ'বলগা বিভিন্ন প্ৰতিযোগিতাৰ বাবে ই এক প্ৰস্তুতিও বুলিব পাৰি। শিক্ষানুষ্ঠানৰ পাঠ্যক্ৰমৰ লগতে বিভিন্ন প্ৰতিযোগিতামূলক পৰীক্ষাত অৱতীৰ্ণ হৈ চাকৰি লাভৰ বাবেও কুইজ প্ৰতিযোগিতাত অংশগ্ৰহণে উপকাৰ কৰে।

কুইজৰ বাবে প্ৰস্তুতি চলাওঁতে প্ৰতিযোগীয়ে আটাইতকৈ বেছি সাৱধানতা অৱলম্বন কৰিব লাগিব তথ্য-পাতিৰ উৎসসমূহ নিৰ্ণয় কৰাৰ ক্ষেত্ৰত। এই উৎসই নিৰ্ভৰযোগ্য আৰু শেহতীযা তথ্য-পাতিৰ যোগান ধৰিব পাৰিব লাগিব। কুইজত অংশ গ্ৰহণ কৰিব খোজাসকলে দিনপঞ্জীত উল্লেখযোগ্য দৈনন্দিন ঘটনাৱলীৰ মূল কথাবোৰ

লিপিৱদ্ধ কৰি লোৱাটো ভাল। পৰ্যায়ক্ৰমে তথ্য সংগ্ৰহৰ দিশবোৰো ব্যাপক কৰি নিব পাৰি। কম দিনৰ প্ৰস্তুতিয়ে কুইজ প্ৰতিযোগিতাত সফলতা আনিবলৈ সক্ষম নহ'বও পাৰে।

কুইজ প্ৰতিযোগিতাত অংশ গ্ৰহণৰ বাবে যিদৰে এজন প্ৰতিযোগীয়ে প্ৰস্তুতি চলাব লাগে তেনেকৈ এজন কুইজ মাষ্টাৰেও প্ৰস্তুতি চলাবলগীয়া হয়। কুইজৰ প্ৰশ্ন কৰাটোও জটিল কাম। প্ৰতিযোগীৰ বয়স, শিক্ষাৰ স্তৰ আৰু সামাজিক পৰিৱেশটোৰ সৈতে খাপ খুৱাই প্ৰশ্নবোৰ কৰা উচিত। যেতিয়া কোনো এটা প্ৰশ্ন প্ৰতিযোগী দলসমূহে উত্তৰ দিব নোৱাৰে তেতিযা প্ৰশ্নটো দৰ্শকলৈ যায়। তেতিয়াও সঠিক উত্তৰ নাপালে কুইজ মাষ্টাৰলৈ প্ৰশ্নটো ঘূৰি আহে। এখন প্ৰতিযোগিতাত বাৰে বাৰে এনে হ'লে ৰস ভংগ হয়।

কুইজ প্ৰতিযোগিতাত, এটা কম আৰু নিৰ্দিষ্ট সময়ৰ মাজত প্ৰশ্নৰ উত্তৰ দিব লগা হয়। সেইবাবে প্ৰতিযোগীসকল সদায় সময় সচেতন হ'ব লাগে। অন্য এটা মনকৰিবলগীযা বিষয় হ'ল প্ৰশ্নৰ ভুল উত্তৰ। ভুল উত্তৰে পূৰ্বতে লাভ কৰা নম্বৰৰ পৰা নিৰ্দিষ্ট এককৰ নম্বৰ হেৰুৱাবলগীযা হয। গতিকে উত্তৰ সম্পৰ্কে সন্দেহভাৱ থাকিলে সেইটো প্ৰশ্ন এৰি দিয়াই বুদ্ধিমানৰ কাম। গতিকে দলীয প্ৰতিযোগিতাৰ প্ৰতিজন প্ৰতিযোগীয়ে এই ক্ষেত্ৰত সজাগ হ'ব লাগিব।

**সামৰণি**

বিভিন্ন ব্যক্তিয়ে কুইজ প্ৰতিযোগিতা সম্পৰ্কে দ্বিমত প্ৰকাশ নকৰা নহয়। কুইজ প্ৰতিযোগিতাৰ মান নিৰ্ভৰ কৰে উত্থাপন কৰা প্ৰশ্নসমূহৰ ওপৰত। সেয়েহে পৰাপক্ষত ছাত্ৰ-ছাত্ৰীসকলৰ লাগতিযাল আৰু জ্ঞানবৰ্ধক প্ৰশ্নহে অৱতাৰণা কৰা উচিত। পৰ্যবেক্ষণৰ পৰা দেখা যায সৰ্বভাৰতীয প্ৰতিযোগিতামূলক পৰীক্ষাসমূহত অসমৰ ছাত্ৰ-ছাত্ৰীসকলে বিশেষ পাৰদৰ্শিতা দেখুৱাব নোৱাৰে। তাৰ এটা মুখ্য কাৰণ তেওঁলোকৰ সীমিত সাধাৰণ জ্ঞানৰ ভঁৰাল। কুইজ প্ৰতিযোগিতাৰ সঘন আৰু ব্যাপক ক্ষেত্ৰ এখন গঢ়ি উঠিলে অসমৰ ছাত্ৰ-ছাত্ৰীসকল উপকৃত হ'ব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ জ্ঞান আহৰণৰ আহিলা হিচাপে কুইজ প্ৰতিযোগিতা

# কু-সংস্কাৰ

**ৰচনাৰ সংকেত :** ভূমিকা - সমাজ জীৱনত সংস্কাৰৰ প্ৰভাৱ - শিক্ষাইহে দিব সমাধান - সামৰণি

*কু-সংস্কাৰবোৰেই হ'ল পৃথিৱীৰ আটাইতকৈ গভীৰ বোজা।*

**—ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণ**

**ভূমিকা**

কুসংস্কাৰ আৰু বিজ্ঞান দুযোটাই পৰস্পৰ বিৰোধী ধাৰণা। আমাৰ সমাজত প্ৰচলিত যিবোৰ ধাৰণা ভ্ৰান্ত বুলি প্ৰমাণিত হ'লেও তাক অন্ধভাৱে পালন কৰি থকা হয় তাকে কুংস্কাৰ বুলি কোৱা হয়। আমাৰ দেশৰ বেছিভাগ মানুহ দুখীয়া আৰু অশিক্ষিত

হোৱা যাবেই ইযাত কুসংস্কাৰসমূহ আঁতৰ কৰিব পৰাৰ বিপৰীতে ই মানুহৰ মনত দ'কৈহে শিপাই আছে। আনহাতে বিজ্ঞান হ'ল প্ৰকৃত জ্ঞান, যুক্তি, তৰ্কৰ দ্বাৰা প্ৰমাণিত আৰু স্বচ্ছ। বিজ্ঞানৰ শিক্ষা আৰু অভিজ্ঞতাৰ বাবেই মানুহে নিজৰ ব্যৱহাৰিক কামত যুক্তিনিষ্ঠভাৱে আগবাঢ়িব পাৰে। বিজ্ঞানে মানুহৰ মনৰ পৰা কুসংস্কাৰ আঁতৰ কৰি সংস্কাৰ কৰি তোলে। কুসংস্কাৰ আৰু অন্ধবিশ্বাস আঁতৰ কৰাত বিজ্ঞান হ'ল পথ প্ৰদৰ্শক স্বৰূপ। সংস্কাৰ শব্দৰ অৰ্থ হ'ল পৰিশোধন, শুদ্ধীকৰণ, শুচিকৰণ। গতিকে সংস্কাৰৰ আগত 'কু' ব্যৱহাৰ আচলতে বিজ্ঞানসন্মত বা শুদ্ধ নহয়। কিন্তু কোনো অজ্ঞাত কাৰণত আমাৰ মাজত কু-সংস্কাৰ শব্দটো প্ৰচলিত হৈ গ'ল। তাকে ব্যৱহাৰ কৰিলেহে শুদ্ধ যেন লগা হ'ল।

**সমাজ জীৱনত সংস্কাৰৰ প্ৰভাৱ**

মানুহৰ ব্যক্তিগত জীৱনেই হওক বা সামাজিক জীৱনেই হওক, ই কিছুমান আচাৰ-আচৰণৰ দ্বাৰা গঠিত। আমাৰ সংসাৰ আৰু পাৰিবাৰিক তথা সমাজ জীৱন কিছুমান আচাৰ-আচৰণ, অৰ্থাৎ, কিছুমান অভ্যাসৰ দ্বাৰা গঠিত। পিতৃ-মাতৃ তথা ঘৰৰ ডাঙৰক শ্ৰদ্ধা কৰা, নিজতকৈ সৰুজনক ভালপোৱা এইবোৰ হ'ল আমাৰ সহজাত সংস্কাৰ। ল'ৰা-ছোৱালীয়ে ভগৱানক সেৱা কৰাতো হ'ল অভ্যাস। এইদৰে সৰুৰে পৰা আমি যিবোৰ শিকি আহোঁ সেইবোৰৰ কিছুমান কু-সংস্কাৰ তথা কিছুমান হ'ল সু-সংস্কাৰ। তাৰ মাজতে কিছুমান হ'ল বদ অভ্যাস। যেনে ঃ মদ খোৱা, চিগাৰেট খোৱা আদি। আকৌ কেতিযাবা হাঁচি আহিলে যাত্ৰা ভংগ হোৱা বুলি ভবা, চৰচৰণি খালে কোনোবাই নিজৰ কথা কোৱা বুলি ভবা, জেঠীয়ে টিক্ টিক্ কৰিলে, সঁচা কথা বুলি ভবা এইবোৰেই হ'ল আমাৰ কু-সংস্কাৰ। অজ্ঞাতসাৰেই এইবোৰ কু-সংস্কাৰৰ মাজত আমি সোমাই পৰোঁ।

সৰুৰে পৰা ল'ৰা-ছোৱালীয়ে ডাঙৰে কৰা আচৰণ দেখি শুনি নতুবা লগৰ ল'ৰা-ছোৱালী, কিতাপ-আলোচনী, চিনেমা আদিত দেখি বহু কু-সংস্কাৰ অনুসৰণ কৰে। এইবোৰ মানুহৰ মনত ইমান দ'কৈ সোমাই পৰে যে ইয়াকসহজে আঁতৰ কৰা টান। সাধাৰণতে মানুহৰ অসুখ হ'লেই আজিকালি ডাক্তৰৰ ওচৰলৈ দৌৰি যোৱা হয আৰু ডাক্তৰে দিয়া ঔষধ-পাতিৰ দ্বাৰা ৰোগ দূৰ কৰা হয। কিন্তু আমাৰ দেশত এতিযাও এনে বহু মানুহ আছে যিয়ে অসুখ হ'লে জৰা-ফুকা কৰে, পানী কাটে, মালা, আঙঠি আদি পিন্ধে। আনকি জণ্ডিছৰ দৰে গুৰুতৰ ৰোগতো মালা আদি পিন্ধে। ইয়াৰ উপৰি প্ৰায়ে শুনা যায সপোনত লাভ কৰা ঔষধৰ গুণ। এইবোৰে সাধাৰণতে ৰোগীৰ ৰোগৰ প্ৰকোপ বৃদ্ধিহে কৰে।

এইবোৰৰ দৰে আমাৰ দেশত ধৰ্মৰ নামতো যথেষ্ট কু-সংস্কাৰ বৰ্তি আছে। কেইবছৰমানৰ আগতে সমগ্ৰ ভাৰততে গণেশ দেৱতাক গাখীৰ খুওৱা হৈছিল। বহুতে নিজ শিশুৰ গাখীৰ কাঢ়ি নি হ'লেও গণেশ দেৱতাক গাখীৰ দিছিলগৈ। বহু পুণ্যবান লোকৰ গাখীৰ ভগৱানে খাইছিল হেনো। আজি একবিংশ শতিকাত থিয় হৈও আমি এইবোৰ ঘটনা প্ৰায়ে প্ৰত্যক্ষ কৰি আহিছোঁ।

বহুতে আকৌ ক'ৰবালৈ যাবলৈ ওলাওঁতে মেকুৰী দেখিলে ঘূৰি আহে, মেকুৰীটো যোৱাৰ পাছতহে যাত্ৰা আৰম্ভ কৰে। আকৌ চলন্ত গাড়ীৰ আগেদি মেকুৰী পাৰ হৈ গ'লে গাড়ী ৰখাই দিয়া হয়। ১৩ সংখ্যাটিক বহুতে অমঙ্গল বুলি কয়। এইদৰেই

অন্ধবিশ্বাস তথা কু-সংস্কাৰসমূহ আমাৰ সমাজত প্ৰচলিত হৈ আছে। এই বিশ্বাসবোৰে মানুহৰ মন দুৰ্বল কৰে। বৰ্তমান বিজ্ঞানৰ যুগত এইদৰে এই বিশ্বাসবোৰ মানি চলাটো অতি আশ্চৰ্যকৰ কথা। কিন্তু দেখা গৈছে এইবোৰ আজিও মানুহৰ মাজত বৰ্তি আছে। আমাৰ বাবে ই নিশ্চয় অতি লাজৰো কাৰণ।

**শিক্ষাইহে দিব সমাধান**

অৰ্থনৈতিক আৰু সামাজিক উন্নতি অবিহনে সমাজত কু-সংস্কাৰ প্ৰচলিত হৈয়ে থাকিব। প্ৰকৃত শিক্ষাৰ অভাৱৰ বাবেও মানুহে ইয়াক ভালদৰে ফঁহিয়াই চাবলৈ নিশিকে। অৰ্থনৈতিকভাৱে দুৰ্বল তথা নিৰক্ষৰ অজ্ঞ মানুহে নিজৰ ল'ৰা-ছোৱালীৰ চিকিৎসাৰ বাবে সাধুবাবা বা ওজাৰ ওচৰলৈ যায়। আধুনিক চিকিৎসাৰ ব্যয় বহন কৰিব নোৱাৰা মাক-দেউতাকে চিকিৎসাৰ বাবে পীৰ দৰগাহত ভগৱানৰ ওচৰত মানস কৰে। বহু শিক্ষিত লোকেও এইবোৰ বিশ্বাস কৰি মানি চলাৰ লগতে সেই অনুসৰি তাবিজ, মাদুলি আদিও পৰিধান কৰে। এইদৰেই যুগ যুগ ধৰি মানুহৰ মনত কু-সংস্কাৰ প্ৰচলিত হৈ আছে।

মানুহৰ মনৰ পৰা এই কু-সংস্কাৰ আৰু অন্ধবিশ্বাস আঁতৰ কৰিব পাৰিব কেৱল বিজ্ঞানে। বিজ্ঞান শিক্ষাই মানুহক যুক্তিৰে যিকোনো কথা বিচাৰ কৰি চাবলৈ শিকায়। বিজ্ঞানে মানুহৰ যাত্ৰাপথৰ পথ প্ৰদৰ্শক হিচাপে কাম কৰিব পাৰে। শিক্ষাৰ বিষয়বস্তু এনে হ'ব লাগে যাতে ই সমাজৰ সকলোকে নিজ নিজ কৰ্তব্যৰ প্ৰতি সচেতন কৰি তোলে আৰু ধৰ্মীয় গোড়ামী পাহৰি সাম্প্ৰদায়িক সংহতিমূলক বিষয়ৰ প্ৰতি মনোযোগ দিয়ে।

এইবোৰৰ উপৰি 'সকলোৰে বাবে স্বাস্থ্য'ৰ জৰিয়তে সমাজৰ তৃণমূল পৰ্যায়লৈকে চিকিৎসা সেৱা আগবঢ়োৱাৰ ব্যৱস্থা কৰিব লাগে যাতে মানুহে সাধাৰণ সৰু সৰু অসুখৰ পৰা আৰম্ভ কৰি সকলো ৰোগৰ চিকিৎসা কম সময়তে কম খৰচত লাভ কৰিব পাৰে। তদুপৰি সকলোৰে বাবে বিজ্ঞান শিক্ষাৰ ব্যৱস্থা কৰাটো আৱশ্যক।

**সামৰণি**

এইক্ষেত্ৰত ডাঙৰসকলৰ লগতে ছাত্ৰ-ছাত্ৰীসকলোৰো কৰণীয় আছে। তেওঁলোকে কেৱল নিজেই বিজ্ঞান শিক্ষাৰে যুক্তিবাদী হ'লেই নহ'ব। ঘৰে-বাহিৰে সমাজত বিজ্ঞানৰ জেউতি ছাত্ৰ-ছাত্ৰীসকলেই বিলাব লাগিব। ইয়াৰ বাবে তেওঁলোকে বিভিন্ন আলোচনা সভা, পোষ্টাৰ, প্ৰদৰ্শনী আদিৰ জৰিয়তে অশিক্ষিত মানুহৰ মনৰ পৰা কু-সংস্কাৰ আঁতৰ কৰিবৰ চেষ্টা কৰিব লাগে। তদুপৰি সমাজৰ উচ্চ শিক্ষিত ব্যক্তিসকলেও ইয়াৰ বাবে চেষ্টা কৰিব লাগে। বিশেষকৈ গাঁও অঞ্চলৰ ডাক্তৰসকলে এই ক্ষেত্ৰত বিশেষ ভূমিকা ল'ব পাৰে। এইবোৰৰ উপৰি স্বেচ্ছাসেৱী সংগঠন, বিজ্ঞান ক্লাব আদিয়েও এই ক্ষেত্ৰত যথেষ্ট গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰে। তদুপৰি অভাৱেই মানুহৰ স্বভাৱ নষ্ট কৰে, এই কথা মনলৈ আনি চৰকাৰেও সমাজৰ পৰা সমস্যাসমূহ দূৰ কৰাৰ চেষ্টা কৰিব লাগে। বিজ্ঞান শিক্ষাৰ পোহৰে মানুহৰ পৰা কু-সংস্কাৰ আৰু অন্ধবিশ্বাস দূৰ কৰিব পাৰি। এই কাম অসম্ভৱ নহয় , তদুপৰি ইয়াৰ গত্যন্তৰো নাই।

***লগতে চাওক : বিজ্ঞান আৰু কু-সংস্কাৰ***

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ আধুনিক জীৱনৰ অভিশাপ : কু-সংস্কাৰ

# জ্যোতিপ্ৰসাদ আগৰৱালা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জন্ম আৰু শিক্ষা - কলা আৰু স্বাধীনতাৰ পূজাৰী জ্যোতি - সামৰণি

*সুন্দৰে যে ফুলাৰ মন্ত্ৰ অহোৰাত্ৰি মাতে*
*সেয়েহে আজি ইমান ফুল প্ৰভাতে প্ৰভাতে।*

**ভূমিকা**

সুন্দৰৰ আৰধনা জীৱনৰ ব্ৰত — সত্য-শিৱ-সুন্দৰৰ আৰাধনাৰে পৃথিৱীখন নতুন ৰূপত সজাই তুলিবপৰা এক বিৰল ব্যক্তিত্ব ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা। জ্যোতিৰ জেউতিযে অসম মাতৃক উজলাই তুলি বাৰে-ৰহণীযা সাহিত্য-সংস্কৃতিৰ মণিকোঠা মেটমৰা কৰি থৈ গ'ল।

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা আছিল গীতিকাৰ, সুৰকাৰ, নাট্যকাৰ, কবি, স্থপৰ্তিবিদ, নৃত্যবিদ, চলচ্চিত্ৰ নিৰ্মাতাৰ উপৰিও বিপ্লৱী বীঁৰৰ জলন্ত প্ৰতীক। মাত্ৰ আঠছল্লিশ বছৰীয়া জীৱনকালত সাহিত্য-সংস্কৃতিৰ কোঠালীযে কোঠালিযে প্ৰবেশ কৰা ব্যক্তিত্ব অসমতে কিয় পৃথিৱীৰ বুৰঞ্জীতে বিৰল। অসমীযা জাতীয় জীৱনৰ সংকটকালত উদ্ধাৰৰ নিমিত্তে জন্ম হৈছিল মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ। তেনে এক আদৰ্শেৰে দ্বিতীয়বাৰৰ বাবে অসমত জন্ম লাভ কৰিছিল জ্যোতিপ্ৰসাদ আগৰৱালাই।

**জন্ম আৰু শিক্ষা**

১৯০৩ চনৰ ১৭ জুনত ডিব্ৰুগড়ৰ মাদাৰীহাট মৌজাৰ তামুলপুৰ চাহ-বাগিচাত জ্যোতিপ্ৰসাদৰ জন্ম হৈছিল। দেউতাক পৰমানন্দ আগৰৱালা আৰু মাক কিৰণমযী। তেওঁলোকৰ আদি পুৰুষ ৰাজস্থানৰ পৰা আহি অসমত স্থায়ীভাৱে বসতি কৰি অসমীযা জন-জীৱনৰ মাজত মিলি যায। সেই বংশৰে হৰিবিলাস আগৰৱালাই প্ৰথমে কীৰ্ত্তন, দশম, নামঘোষা আদি পুথি ছপা আকাৰত প্ৰকাশ কৰিছিল। অসমীযা ভাষা-সাহিত্যৰ অন্যতম উজ্জ্বল নক্ষত্ৰ চন্দ্ৰকুমাৰ আগৰৱালা আৰু আনন্দ চন্দ্ৰ আগৰৱালাৰ জন্মও এই পৰিযালতে। সেয়েহে জ্যোতিযে শৈশৱৰে পৰা এনে এটা পৰিৱেশ পাইছিল, যি তেওঁক জীৱন গঢ়াৰ প্ৰথম ভেটি নিৰ্মাণ কৰি দিছিল। এটি সংস্কৃতিবান পৰিযাল, সুন্দৰ বেহেলা বজোৱা দেউতাক, সুৱদী কণ্ঠেৰে আইনাম, বিযানাম, নিচুকণি গীতগোৱা মাকৰ কোলাত উঠি জ্যোতিপ্ৰসাদ ডাঙৰ হৈছিল। প্ৰথমে তেজপুৰত আৰু পিছত ডিব্ৰুগড়ত স্কুলীয়া শিক্ষা গ্ৰহণ কৰিছিল। পুনৰ তেজপুৰলৈ গৈ ১৯২১ চনত তাৰ জাতীয় বিদ্যাপীঠৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয।

**কলা আৰু স্বাধীনতাৰ পূজাৰী জ্যোতি**

১৯২৬ চনত উচ্চ শিক্ষাৰ বাবে জ্যোতি প্ৰসাদ বিলাতলৈ যায়। এডিনবৰা বিশ্ববিদ্যালয়ত নাম ভৰ্তি কৰিছিল যদিও সেই পাঠ্যক্ৰমত তেওঁৰ মন নবহিল। সদায় কলা-সংস্কৃতিৰ ফালে মন উন্মুখ হৈ থকা জ্যোতিপ্ৰসাদ এইবাৰ সম্পূৰ্ণৰূপে সংস্কৃতিৰ

পথাৰত নামি পৰিল। অসমীয়া সাংস্কৃতিক জগতৰ প্ৰতিও কিবা এটা কৰাৰ পণ লৈছিল তেওঁ। সেয়ে লণ্ডনত তেওঁ চলচিত্ৰৰ বিষয়ে অধ্যয়ন কৰি জাৰ্মানীলৈ যায়। হিমাংশু ৰায়ৰ তত্বাৱধানত চলচ্চি ত্ৰ নিৰ্মাণৰ কাম শিকি ১৯৩০ চনত স্বদেশলৈ ঘূৰি আহে। সেই সময়ত অসমত স্বাধীনতা আন্দোলন ভৰপক। মহাত্মা গান্ধীৰ বাণীৰে উদ্বুদ্ধ হৈ সকলোৱে আন্দোলনত জপিযাই পৰিছিল। জ্যোতিপ্ৰসাদৰ অন্তৰটো দেশ প্ৰেমৰ অগণি জ্বলি উঠিল। তেওঁ আন্দোলনত নামি দেশ উদ্ধাৰৰ বাবে নিজকে নিয়োজিত কৰিলে। তেজোদ্দীপ্ত বক্তৃতা, বিপ্লৱীসুৰৰ গীত আৰু কবিতাৰে জ্যোতিপ্ৰসাদে অসমীয়া মানুহৰ অন্তৰত দেশপ্ৰেমৰ ভাব তীব্ৰ কৰি তুলিলে।

*লুইতৰ পাৰৰে আমি ডেকা ল'ৰা*
*মৰিবলৈ ভয় নাই*
*আমি আগে বাঢ়ি, ডিঙি পাতি পাতি,*
*তেজেৰে বলিশাল যামে বোলায।*

বিপ্লৱী ডেকা-গাভৰুক একত্ৰিত কৰি জ্যোতিপ্ৰসাদে সুৰ বাহিনী গঠন কৰি দেশপ্ৰেমৰ গীতেৰে অসমীয়া জনগণৰ হৃদয স্পৰ্শ কৰিছিল। জ্যোতিপ্ৰসাদৰ বিপ্লৱী সত্বাক দমন কৰিবলৈ চৰকাৰী পক্ষ উঠি-পৰি লাগিল। বহু চেষ্টাৰ অন্তত আত্মগোপন কৰি থকা জ্যোতিপ্ৰসাদ ১৯৩২ চনত গ্ৰেপ্তাৰ হয। বন্দী অৱস্থাত অসুস্থ হৈ পৰা জ্যোতিক চৰকাৰে সুবিধা দিছিল, আন্দোলন নকৰাৰ লিখিত প্ৰতিশ্ৰুতিৰ বিনিময়ত মুক্তি প্ৰদান। কিন্তু জ্যোতিযে ইযাক প্ৰত্যাখ্যান কৰে।

১৯৩৬ চনত জ্যোতিপ্ৰসাদ দেৱযানী নামৰ এগৰাকী গুণৱতী কন্যাৰ লগত বিবাহ-পাশত আৱদ্ধ হয। তাৰ মাজতে সাহিত্য-সংস্কৃতিৰ অবিৰাম চৰ্চা চলি থাকিল। '৪২-ৰ স্বাধীনতা আন্দোলনৰ চৰম পৰ্যাযত জ্যোতিপ্ৰসাদে নিজৰ জীৱন বিপন্ন কৰি আন্দোলনত আগভাগ লৈছিল।

বুকুৰ তেজেৰে ভাৰতমাতৃৰ চৰণ ধুৱাই যাব খোজা জ্যোতিপ্ৰসাদৰ কাপেৰে লিখা গীত আৰু কবিতা জনপ্ৰিয হৈ পৰিছিল। ৰাজনৈতিক জীৱনত জ্যোতিপ্ৰসাদৰ যি কৃতিত্ব তাৰ সমপৰ্যায়ৰ তেওঁৰ সাংস্কৃতিক আৰু সাহিত্যিক জীৱন। অসমৰ নৃত্য-গীত, নাট আৰু কাব্যত, অসমীয়া সাংস্কৃতিক জীৱনত অভিনৱত্ব আনি দিয়া জ্যোতিপ্ৰসাদ আগৰৱালা এজন অনন্য নাট্যকাৰ। অতি কম বযসতে এটি ঐতিহাসিক প্ৰেমকাহিনী লৈ ৰচনা কৰা 'শোণিতকুঁৱৰী' নাটকখন অসমীয়া নাট্য সাহিত্যৰ ভিতৰতে এখন শ্ৰেষ্ঠ নাটক। সকলোৰে পৰিচিত এটা পৌৰাণিক কাহিনীত নাট্যকাৰে এনে নতুনত্ব আনি দিলে, যাৰ বাবে দৰ্শক, পাঠক সকলোৰে বাবে সুকীয়া ৰসবোধৰ সৃষ্টি হ'ল। জ্যোতিপ্ৰসাদৰ আন এখনি অনবদ্য নাটক 'কাৰেঙৰ লিগিৰী'। অসমীয়া নাটকত ট্ৰেজেডীৰ গভীৰতাত প্ৰেম-প্ৰণয়ৰ সংঘাত, জীৱন-যৌৱনৰ দাৰ্শনিক ভাব উপলব্ধিৰ মহত্ব দেখুৱাবলৈ জ্যোতিপ্ৰসাদৰহে সামৰ্থ্য আছিল। নাটকীয় ব্যঞ্জনাৰে চিত্ৰ-বিচিত্ৰ অংকন কৰি অসমীয়া নাটকত বিচিত্ৰতা আনিবলৈ সক্ষম হোৱা জ্যোতিপ্ৰসাদৰ অন্য এখন নাটক 'ৰূপালীম'। 'ৰূপালীম'ৰ পাছত ৰচনা কৰিছিল 'লভিতা'।

সৱল নাৰী চৰিত্ৰত জ্যোতিপ্ৰসাদে এনে সংলাপ প্ৰদান কৰিছে যি মানৱ হৃদয়ত সুকীয়া ৰক্তৰ স্ৰোত প্ৰদান কৰিব। এই নাটকখনৰ গঠন ৰীতিত অভিনৱত্ব আছে। নৃত্য আৰু গীত প্ৰধান অন্য এখন জ্যোতিপ্ৰসাদৰ নাটক হ'ল 'নিমাতী কইনা'। অসমীয়া শিল্প ভাস্কৰ্যৰ স্বৰূপ প্ৰতিফলিত হোৱা নাটক 'খনিকৰ'ৰ লগতে শিশুৰ উপযোগী 'সোণপখিলী' তেওঁ ৰচনা কৰিছিল। 'সুন্দৰ কোঁৱৰ' আৰু 'কনকলতা' দুখন অসম্পূৰ্ণ নাটক।

জ্যোতিপ্ৰসাদৰ অজস্ৰ কবিতা আৰু গীত অসমীয়া ভাষা-সাহিত্যৰ বাবে অনবদ্য উপহাৰ। 'লুইতৰ পাৰৰ অগ্নিসুৰত' এইবোৰ সন্নিৱিষ্ট কৰা হৈছে। জ্যোতিপ্ৰসাদৰ গীতৰ সুৰ অসমীয়াৰ অতি আপোন। হিয়াৰ আমঠু মঠি লোকগীতৰ মনপৰশা সুৰেৰে মনপ্ৰাণ চুই যোৱা জ্যোতি সংগীত চিৰদিনৰ বাবে অসমীয়াৰ বাবে আপোন হৈ ৰ'ব। 'লুইতৰে পানী যাবি অ' বই', 'সেউজী সেউজী অ' সেউজী ধৰণী ধুনীয়া', 'আমাৰ সখি আকুল বিয়াকুলে সপোনৰ হাঁহিটি চাই' গীতবোৰে জ্যোতিপ্ৰসাদৰ নাটকৰ মাজত ৰূপত ৰহণ সানিছে। তেওঁৰ ৰচনাৱালীত ৩৫৯ টা গীত সন্নিৱিষ্ট কৰা হৈছে যদিও বহুসংখ্যক গীত আত্মগোপনৰ সময়ত হেৰোৱা বুলিও সন্দেহ হয়।

'মা মই সপোনত দেখিলো এটি ভূতৰ পোৱালি'ৰ দৰে বহু শিশু উপযোগী কবিতা তেওঁ ৰচনা কৰিছিল। কুম্পুৰ সপোন তাৰ অন্যতম। 'জ্যোতি ৰামায়ণো' ৰসপূৰ্ণ ৰচনা। বক্তৃতাৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদ আছিল উচ্চল জলপ্ৰপাত। 'শিল্পীৰ পৃথিৱী', 'নতুন দিনৰ কৃষ্টি', 'অসমীয়া সংস্কৃতি', 'পোহৰলৈ' ইত্যাদি জ্যোতিপ্ৰসাদৰ তথ্যগধুৰ সুদীৰ্ঘ প্ৰবন্ধ। চুটিগল্পৰ জগতখনলৈও জ্যোতিপ্ৰসাদৰ অৱদান নথকা নহয়। সাহিত্যৰ কোঠালীযে কোঠালিয়ে বিচৰণ কৰা জ্যোতিযে সোণতৰা, বগীতৰা, যুঁজাৰু, সোণটিৰ অভিমান ইত্যাদি মন পৰশা গল্প লিখি থৈ গৈছে। উপন্যাস লিখাৰ বাবেও তেওঁ কলম তুলি লৈছিল। 'আমাৰ গাঁও' নামৰ উপন্যাসখনলৈ অসম্পূৰ্ণ হৈ ৰ'ল। ইমানতেই শেষ নহয়। মহাত্মা গান্ধীৰ জীৱন সোঁৱৰণ, বেজবৰুৱাৰ প্ৰতিভা, চন্দ্ৰকুমাৰ আগৰৱালা ইত্যাদি জীৱনভিত্তিক ৰচনাও জ্যোতিপ্ৰসাদৰ কলমেৰে নিৰ্গত হৈছিল।

**জ্যোৰ্তিময় জীৱন নাট**

জ্যোতিপ্ৰসাদ আগৰৱালাৰ জীৱনটো আছিল প্ৰতিভাৰ আকৰ। বিদেশত থকা সময়ত তেওঁ চলচ্চিত্ৰ সম্পৰ্কীয় জ্ঞানৰ ভিত্তিত প্ৰথম অসমীয়া চলচ্চিত্ৰ 'জয়মতী' নিৰ্মাণ কৰিলে। ১৯৩৪-৩৫ চনতে বহু কষ্টেৰে 'ষ্টুডিঅ' প্ৰতিষ্ঠা কৰি 'জয়মতী'ক সজাই তুলিলে। ১৯৩৭ চনত 'জোনাকী' নামৰ চিনেমা হলো প্ৰতিষ্ঠা কৰে। এই পদক্ষেপেই অসমীয়া চলচ্চিত্ৰক আজিৰ ৰূপ দিছেহি। তাৰ পিছত দ্বিতীয়খন চলচ্চিত্ৰ 'ইন্দ্ৰমালতী' নিৰ্মাণ কৰে ১৯৩৯ চনত। তেজপুৰৰ বাণ ৰংগমঞ্চ সেই যুগৰ অভিনয়ৰ কেন্দ্ৰস্থল আছিল। ১৯৪০ চনত জ্যোতিপ্ৰসাদৰ উদ্যোগত তেজপুৰ সংগীত বিদ্যালয়ৰ আৰম্ভণি হয়। অসমীয়া বাতৰিকাকত 'অসমীয়া'ৰ সম্পাদনাৰ কামো তেওঁ কৰিছিল। জ্যোতিপ্ৰসাদ অসমীয়া জাতিৰ বাবে দেৱদূত হৈ আহিছিল। গ্ৰীচ ৰজা মীডাচৰ স্পৰ্শত সকলো বস্তুৱে সোণলৈ পৰিৱৰ্তিত হোৱাৰ দৰে জ্যোতি-প্ৰভাই অসমীয়া ভাষা-সংস্কৃতি সোণবৰণীয়া কৰি থৈ গ'ল।

**সামৰণি**

অতি কম বযসীয়া এটা জীৱন। ১৯৫১ চনৰ ১৭ জানুৱাৰীত ৪৮ বছৰ বয়সত জ্যোতিপ্ৰসাদ আগৰৱালাৰ মৃত্যু হয। অসমীযা জাতিযে তেওঁক 'ৰূপকোঁৱৰ' আখ্যা দিলে। সুন্দৰৰ জয়গান গোৱা জ্যোতিপ্ৰসাদ আগৰৱালাৰ জীৱনৰ লক্ষ্য আছিল অসুন্দৰক আঁতৰ কৰি পৃথিৱীক সজাই তোলা। এই শিল্পী মন, শিল্পী প্ৰাণে আজিও অসমীয়াক জাকত-জিলিকা কৰি ৰাখিছে।

*শিল্পী যে মই তিনিও লোকৰ*
*অতীতৰ, বৰ্তমানৰ, অনাগত ভৱিষ্যতৰ*
*আদিতেই যাত্ৰা কৰি অনাদিলৈ যাওঁ।*
*ধ্বংসৰ মাজেদি মই*
*নতুনৰ নৱতম শলিতা জ্বলাও।*

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমৰ এজন সাংস্কৃতিক ব্যক্তিৰ জীৱন ২ অসমৰ এজন প্ৰতিভাৱন অসমীযা

## কাৰিকৰী শিক্ষাৰ প্ৰয়োজনীয়তা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইংৰাজৰ ভাৰত আগমনৰ ফল - কাৰিকৰী শিক্ষাৰ প্ৰযোজনীযতা - সামৰণি

**ভূমিকা**

আমাৰ দেশ কৃষি প্ৰধান দেশ। সেয়ে ইযাত বৃত্তিমূলক শিক্ষাৰ প্ৰসাৰতাও কম। ফলস্বৰূপে দিনক দিনে নিবনুৱাৰ সমস্যাইও দেখা দিছে বেছিকৈযে। আজি প্ৰায়বোৰ মানুহে বৃত্তিমূলক শিক্ষাৰ প্ৰসাৰৰ অভাৱকে নিবনুৱা সমস্যাৰ এটা প্ৰধান কাৰণ বুলি গণ্য কৰে। যিয়ে এবাৰ বৃত্তিমূলক শিক্ষাৰ প্ৰশিক্ষণ লৈছে তেওঁ নিজ বিদ্যা আৰু অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰি সংসাৰৰ প্ৰাযবোৰ সমস্যা আঁতৰাই নিজৰ ভৰিত নিজে থিয় হ'ব পাৰে। অৰ্থাৎ, নিজৰ সংস্থানৰ পথ নিজে উলিয়াই ল'ব পাৰে। কাৰণ যেতিযালৈকে মানুহে নিজৰ ওপৰত নিজৰ ভৰিৰ ওপৰত থিয় হোৱাৰ প্ৰতি সজাগ নহয, তেতিযালৈকে এখন দেশৰ প্ৰগতি সম্ভৱ নহয়। যেতিয়া মানুহে নিজৰ, পৰিয়ালৰ, গাঁৱৰ স্বাৱলম্বীতাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিব ঠিক তেতিয়াহে প্ৰকৃততে কাৰিকৰী শিক্ষা শব্দৰ প্ৰকৃত ব্যৱহাৰ হ'ব। আনৰ মুখলৈ চাই নাথাকি নিজৰ কাম নিজে কৰি লোৱাটোহে বুদ্ধিমানৰ কাম।

**ইংৰাজৰ ভাৰত আগমনৰ ফল**

ভাৰতত প্ৰাচীন কালত ব্যক্তিৰ পেশা বা বৃত্তি জাতিগত আছিল। সেয়ে বংশানুক্ৰমিকভাৱে ব্যক্তিযে শিক্ষা গ্ৰহণ কৰিছিল। ইয়াৰ ফলত সেই সময়ত কাৰিকৰী শিক্ষাৰ যথেষ্ট উন্নতি সাধন হোৱাৰ লগতে বিস্ময়কৰ শিল্পৰো সৃষ্টি হৈছিল। ফলস্বৰূপে মানুহৰ আৰ্থিক স্বচ্ছলতা হোৱাৰ লগতে অৰ্থনৈতিক উন্নতিও সম্ভৱ হৈছিল।

ইংৰাজসকল ভাৰতলৈ অহাৰ লগে লগে ভাৰতৰ কুটীৰ শিল্পত কুঠাৰাঘাত পৰিল। ইংৰাজৰ আগমনৰ লগে লগে ভাৰতলৈ যন্ত্ৰ শিল্পৰ আমদানি হ'ল। ফলত আমাৰ দেশৰ কুটীৰ শিল্পই যন্ত্ৰ শিল্পৰ লগত প্ৰতিযোগিতাৰ সন্মুখীন হৈ একেবাৰে ধ্বংস হৈছিল। প্ৰায় দুশ বছৰ ধৰি আমিও ইংৰাজৰ অধীনত থাকি থাকি কেৱল হাতে লিখা কামবোৰ কৰিহে ভালপোৱা হ'লোঁ।

**কাৰিকৰী শিক্ষাৰ প্ৰয়োজনীয়তা**

এখন দেশৰ কাৰিকৰী ব্যৱস্থাৰ ওপৰতেই দেশৰ উন্নতি নিৰ্ভৰ কৰে। কাৰিকৰী শিক্ষা-দীক্ষাই দেশৰ ঔদ্যোগিক বিকাশৰ গতি ত্বৰান্বিত কৰে। সেয়ে কাৰিকৰী শিক্ষা সময়োপযোগী নহ'লে দেশৰ উন্নতি ব্যাহত হয়। আমাৰ পুথিগত শিক্ষাৰ লগে লগে কাৰিকৰী শিক্ষাৰ ওপৰত গুৰুত্ব দিয়া আৱশ্যক।

কাৰিকৰী শিক্ষা ব্যৱস্থাৰ লগত জড়িত গতানুগতিক শিক্ষা ব্যৱস্থা, যেনে ঃ চিকিৎসা বিজ্ঞান, অভিযান্ত্ৰিক, ওকালতি আদি শিক্ষা বহুদিনৰ পৰাই আমাৰ দেশত প্ৰচলিত হৈ আছে। ইয়াৰ উপৰি নতুনকৈ বহু পলিটেকনিক স্কুল, কলেজ, ব্যৱসায়-বাণিজ্য আৰু কাৰিকৰী শিক্ষাৰ ব্যৱস্থা হৈছে। কিন্তু এই শিক্ষা কেৱল মুষ্টিমেয় লোকৰ মাজতেই আবদ্ধ। সাধাৰণ মানুহৰ বাবে এই শিক্ষাৰ ব্যৱস্থা কৰা হৈছে যদিও সাধাৰণ মানুহে এই শিক্ষা গ্ৰহণ কৰিব পৰা সামৰ্থ্য গোটাব পৰা নাই। তেওঁলোকৰ বাবে আজিও এই শিক্ষা ব্যৱস্থা সহজলভ্য হৈ উঠা নাই।

সেয়েহে দুখীয়া ছাত্ৰ-ছাত্ৰীসকলে কম খৰচতে যাতে কোনো বৃত্তি অৱলম্বন কৰিব পাৰে, সেইবাবে প্ৰয়োজনীয় বৃত্তি বা কাৰিকৰী শিক্ষাৰ একান্ত আৱশ্যক। আমাৰ দেশ যদিও কৃষি প্ৰধান তথাপি আজিও ইয়াৰ কৃষি কাৰ্য আৰু কৃষিৰ লগত জড়িত উদ্যোগৰ বিকাশ সাধন হোৱা নাই। আজিকালি জনসংখ্যা বঢ়াৰ লগে লগে কৃষকসকলৰ মাজতো নিবনুৱা সমস্যাই দেখা দিছে। সেয়েহে কৃষকসকলৰ মাজত সহজলভ্য তথা কম ব্যয় সাপেক্ষ কাৰিকৰী শিক্ষা দিয়াৰ প্ৰয়োজন, যাতে, কৃষকসকলে নিজেই নিজৰ ভৰিত থিয় হ'ব পাৰে। ইয়াৰ লগে লগে সংস্থাপনৰ বিবিধ পথো মুকলি হ'ব।

দেশ স্বাধীন হোৱাৰ পাছত আমাৰ দেশে কেইবাটাও নতুন নতুন পথ পৰিকল্পনা হাতত ল'লে। এই পৰিকল্পনাসমূহ কাৰ্যকৰী কৰিবৰ বাবে বহু দক্ষ শ্ৰমিকৰ প্ৰয়োজন। দক্ষ শ্ৰমিকৰ সহায়তহে দেশে শিল্প ক্ষেত্ৰত আগবাঢ়ি যাব পাৰে। সেয়েহে বৰ্তমানে চৰকাৰে বহু উন্নত কাৰিকৰী শিক্ষা প্ৰতিষ্ঠান মুকলি কৰিছে। কাৰিকৰী বিদ্যাৰ প্ৰসাৰে মানুহৰ সৃজনী ধৰ্মী প্ৰতিভাৰ বিকাশ সাধন কৰাৰ লগতে মানুহৰ জীৱন ধাৰাৰ মানো উন্নত কৰে। ইয়াৰ উপৰি ই আমাৰ জাতিটোক সুস্থ, সমৃদ্ধ, প্ৰাণৱন্ত আৰু উচ্চাকাংক্ষী কৰি তোলে।

**সামৰণি**

কাৰিকৰী শিক্ষাৰ প্ৰযোজন যদিও কেৱল এই শিক্ষাই জাতিৰ সংস্কৃতি ব্যাহত বা ৰুদ্ধ কৰাৰো সম্ভাৱনা নোহোৱা নহয়। কিযনো ইযাৰ ফলত মানুহৰ উচ্চ চিন্তা আৰু অন্যান্য বৃত্তি সুকুমাৰ লোৱাৰ চিন্তাধাৰা স্তিমিত হ'ব। সেয়েহে কাৰিকৰী শিক্ষাৰ লগে লগে সাংস্কৃতিক আৰু সামাজিক উন্নতিৰ বাবেও যত্নপৰ হোৱা উচিত। এটা জাতিৰ সুষম উন্নতিৰ বাবে কাৰিকৰী বিদ্যাৰ সমান্তৰালভাৱে সাংস্কৃতিক বিদ্যা অনুশীলন কৰা আৱশ্যক।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ জীৱিকাৰ উপায় হিচাপে কাৰিকৰী শিক্ষা

# ছাত্ৰ আৰু সমাজ সেৱা

**ৰচনাৰ সংকেত :** ভূমিকা - সামাজিক বিকাশৰ বাবে জৰুৰী অধ্যযন - সমাজ সেৱাৰ কাৰ্যসূচীত অংশ গ্ৰহণ - সামৰণি

**ভূমিকা**

আৰ্তজনক সেৱা কৰাই সমাজ সেৱাৰ মূল উদ্দেশ্য। যুগে যুগে নানা জনে সমাজ সেৱাক জীৱনৰ ব্ৰত হিচাপে লৈ আহিছে। বৰ্তমান বিজ্ঞানৰ যুগতো আৰ্তজনৰ সেৱাৰ প্ৰযোজন কমি অহা নাই, বৰঞ্চ বাঢ়িছেহে। ব্যক্তিৰ বাহিৰেও সামাজিক অনুষ্ঠান আদিযেও সমাজ সেৱাত অংশ গ্ৰহণ কৰে। আমাৰ ছাত্ৰ সমাজেও এই কাৰ্যত প্ৰযোজন অনুসৰি সময়ে সময়ে অংশ গ্ৰহণ কৰি আহিছে। বয়সত তৰুণ হোৱা হেতু ছাত্ৰসকল দুঃসাহসী হয। সেয়েহে তেওঁলোকে কোনো বিপদৰ সময়ত নিজৰ জীৱনৰ প্ৰতিও আশংকা নকৰি নিৰ্ভযে সমাজৰ কামত আগবাঢ়ি যায। এই আৱেগপ্ৰৱণ বয়সটোতে ছাত্ৰসকলক সমাজ সেৱাৰ পিনে ঢাল খুৱাব পাৰিলে সমাজ জীৱন লাভৱান হ'ব।

**সামাজিক বিকাশৰ বাবে জৰুৰী অধ্যয়ন**

অধ্যযনেই ছাত্ৰ জীৱনৰ ব্ৰত। কিন্তু আধুনিক শিক্ষাব্যৱস্থাই এই কথাটো সম্পূৰ্ণ মানি লোৱা নাই। কেৱল পুথিগত শিক্ষাই ছাত্ৰ এজনক পূৰ্ণাংগ মানৱ হিচাপে গঢ়ি তুলিব নোৱাৰে। পুথিগত শিক্ষাৰ লগে লগে এজন ছাত্ৰৰ শাৰীৰিক আৰু সামাজিক বিকাশৰ প্ৰযোজন। শাৰীৰিক বিকাশৰ বাবে যি ধৰণে খেলা-ধূলা কৰাৰ প্ৰয়োজন সেইদৰে সামাজিক বিকাশৰ বাবে নিজৰ চৌপাশৰ সমাজখনৰ পৰিৱেশ আৰু পৰিস্থিতিৰ প্ৰতি সচেতন হোৱাৰ লগতে বিভিন্ন সামাজিক কাৰ্যসূচীত অংশ গ্ৰহণ কৰাৰ প্ৰয়োজন। তেহে এজন ছাত্ৰ সময়ত এজন পূৰ্ণাংগ সামাজিক মানুহ হিচাপে গঢ় লৈ উঠিব পাৰিব। যিহেতু মানুহ সামাজিক প্ৰাণী, সেয়েহে সমাজৰ মাজৰ এজন হিচাপে নিজকে গঢ় দিব নোৱাৰিলে কোনোলোকেই সুস্থভাৱে বাচি থাকিব নোৱাৰে। সেয়েহে বৰ্তমান কালত বিদ্যালয়-

মহাবিদ্যালয়সমূহত গণিত, সাহিত্য, বিজ্ঞান, বুৰঞ্জীৰ দৰে পাঠ্যক্ৰমৰ লগতে খেলা-ধূলা, নৃত্য-গীত, ব্যায়াম, সমাজ সেৱা আদি সহ বিষযসূচী অন্তৰ্ভুক্ত কৰা হৈছে।

যিহেতু ছাত্ৰসকল এই সমাজৰে অংশ গতিকে ছাত্ৰসকলৰো সমাজৰ প্ৰতি কৰ্তব্য আছে। সমাজৰ যিকোনো সমস্যাক ছাত্ৰসকলে আওকাণ কৰি থাকিব নোৱাৰে। সেয়েহে সমাজত অন্যায় অবিচাৰ দেখিলে তেওঁলোকে প্ৰতিবাদ কৰি উঠে।

**সমাজ সেৱাৰ কাৰ্যসূচীত অংশগ্ৰহণ**

মানুহৰ ব্যক্তিগত জীৱনত অহাৰ দৰে সামাজিক জীৱনলৈও সময়ে সময়ে বিভিন্ন বিপদ, বিভিন্ন দুৰ্যোগ আহে। অতিবৃষ্টি, অনাবৃষ্টি, ভূমিকম্প, বানপানী আদিত মানুহ গৃহহীন, সৰ্বস্বান্ত হয়। সেইদৰে কেতিযাবা কোনো কোনো ঠাইত কোনো কোনো সময়ত কোনো ৰোগে মহামাৰীৰ ৰূপ লৈ হাহাঁকাৰৰ সৃষ্টি কৰে। সেই সময়ত ছাত্ৰসকল আগবাঢ়ি যোৱা প্ৰযোজন। ঔষধ, খাদ্য বস্তু, কাপোৰ-কানি সংগ্ৰহ কৰি আৰ্তসকলৰ মাজত ছাত্ৰ দলে বিতৰণ কৰিব পাৰে। দেশৰ সৰহ সংখ্যক লোকেই অশিক্ষিত বা অৰ্দ্ধশিক্ষিত। বহুতৰ মাজত স্বাস্থ্যৰক্ষাৰ জ্ঞানখিনিৰো অভাৱ। বহুতৰে অঞ্চলটোৰ চৌপাশ, খোৱাপানীও অপৰিষ্কাৰ। ছাত্ৰসকলে নলা-নৰ্দমা পৰিষ্কাৰ কৰি, খোৱাপানীৰ পুখুৰী আদি পৰিষ্কাৰ কৰাৰ উপৰিও মানুহখিনিক স্বাস্থ্যৰক্ষাৰ বিষয়ে প্ৰাথমিক জ্ঞান দিযাৰ কাৰ্যসূচী ল'ব পাৰে। আজিকালি বহু বিদ্যালয-মহাবিদ্যালযে তেওঁলোকৰ সমাজ সেৱা কাৰ্যসূচীত ছাত্ৰসকলৰদ্বাৰা এইবিলাক কাৰ্য ৰূপাযণ কৰায়।

শিক্ষাৰ প্ৰসাৰতো ছাত্ৰসকলে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব পাৰে। আমাৰ দেশৰ আধাখিনি মানুহ এতিযাও নিৰক্ষৰ। ছাত্ৰসকলে তেওঁলোকৰ অৱসৰৰ সময়ত বয়স্কসকল আৰু নিৰক্ষৰ শিশু-কিশোৰৰ শিক্ষা আঁচনিত অংশ গ্ৰহণ কৰিব পাৰে।

সমাজ সেৱা এক মহান কাৰ্য। দেশৰ আৰ্ত প্ৰপীড়িত আৰু দুৰ্দশাগ্ৰস্ত মানুহখিনিক যদি শক্তি আৰু সামৰ্থ্য অনুসৰি সহায কৰিব পাৰি তেতিযা হ'লে সমাজৰ সৰ্বাংগীন উন্নতিতে সহাযৰ হাত আগবঢোৱা হয়। অৱশ্যে একমাত্ৰ দুৰ্দশাগ্ৰস্তক সহায কৰাতেই সমাজসেৱী সীমাৱদ্ধ নহয। বৃক্ষৰোপণ, বন্যপ্ৰাণী সংৰক্ষণ, পৰিৱেশ সংৰক্ষণ, প্ৰদূষণ ৰোধ আদি কাৰ্যত সক্ৰিয অংশ গ্ৰহণ কৰাৰ উপৰিও জনসাধাৰণক এইবোৰৰ সুফলৰ বিষয়ে অৱগত কৰোৱা আদি কাৰ্যও সমাজ সেৱাৰ অন্তৰ্গত।

সমাজ সেৱাৰ কাৰ্যবোৰ বহুমুখী হ'লে তাৰদ্বাৰা ছাত্ৰৰ জ্ঞান বৃদ্ধি হয়। তদুপৰি সমাজৰ বিভিন্ন পৰিৱেশ আৰু বিভিন্ন সমস্যাৰ প্ৰত্যক্ষ অভিজ্ঞতা লাভ কৰাৰ ফলস্বৰূপে তেওঁলোকৰ অভিজ্ঞতা আৰু জ্ঞানৰ পৰিসৰ বৃদ্ধি হয়। বৰ্তমান কালত ভাৰতীয় শিক্ষাৰ্থী বাহিনী (এন চি চি), স্কাউট, গাইড, ৰাষ্ট্ৰীয় সেৱা আঁচনি (এন এছ এছ), নেহৰু যুৱকেন্দ্ৰ আদি সংগঠনৰ জৰিয়তেও ছাত্ৰসকলক সৃষ্টিমূলক সংগঠনমূলক সমাজ সেৱাৰ কামৰ প্ৰণালীবদ্ধভাৱে শিক্ষা দিয়াৰ ব্যৱস্থা আছে। ইয়াৰোপৰি আছে বহু বেচৰকাৰী স্বেচ্ছাসেৱী সংগঠন, যিবিলাকে প্ৰণালীবদ্ধভাৱে সমাজ সেৱাৰ কাম হাতত লয়। ছাত্ৰসকলে এইবিলাকতো যোগদান কৰিব পাৰে। চৰকাৰৰ ফালৰ পৰাও এই অনুষ্ঠানসমূহক অনুদান আদি দি সহায় কৰা হৈছে।

### সামৰণি

বৰ্তমান কালত সমাজ সেৱা বিষয়ক পাঠ্যক্ৰমো প্ৰৱৰ্তন কৰা হৈছে। এইবিলাকত সমাজ সেৱাৰ বিষয়ত বিজ্ঞানসম্মত প্ৰশিক্ষণ দিয়া হয়। আমাৰ দেশত টাটা ইন্সটিটিউট অব্ ছচিয়েল ছায়েন্সকে ধৰি এনে কেইবাটাও অনুষ্ঠান আছে।

ছাত্ৰসকল সমাজ-সেৱাৰ কামত আগবাঢ়ি যাওঁতে তেওঁলোকক উপযুক্ত পথ দেখুৱাই নিব লাগে। সমাজৰ মাজলৈ ওলাই যোৱাৰ আগতে তেওঁলোকক প্ৰথমতে বিদ্যালয়ৰ চৌহদৰ ভিতৰতে পৰিষ্কাৰ-পৰিচ্ছন্নতা, বৃক্ষৰোপণ আদি কামবোৰৰ শিক্ষা দিব লাগে। শিক্ষকসকলে ছাত্ৰ-ছাত্ৰীসকলক সমাজ সেৱাৰ কামত উৎসাহ দিয়াৰ উপৰিও তেওঁলোকৰ কাম-কাজবিলাক সুচাৰুৰূপে পৰিচালনা কৰাত চকু ৰাখিব লাগে। ছাত্ৰ সমাজৰ ওপৰত দেশৰ ভৱিষ্যত নিৰ্ভৰশীল। সমাজ সেৱাৰ প্ৰতি আগ্ৰহী ছাত্ৰ-ছাত্ৰীক সুচাৰুৰূপে এই কামত আগবঢ়াই নিব পাৰিলে দেশে ভৱিষ্যতৰ নিঃস্বাৰ্থ সমাজ সেৱক উপহাৰ দিব পাৰিব।

# টমাছ আলভা এডিছন

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জন্ম আৰু শিক্ষা - যি মূলা বাঢ়ে তাৰ দুপাততে চিন - কৰ্মই যাৰ ধৰ্ম - সামৰণি

---

*শতকৰা এভাগ প্ৰেৰণা আৰু শতকৰা নিৰানব্বৈ ভাগ কঠোৰ পৰিশ্ৰম, ইয়াৰ নামেই প্ৰতিভা ।*

**— টমাছ আলভা এডিছন**

### ভূমিকা

টমাছ আলভা এডিছনক বহুতে 'আৱিষ্কাৰৰ মেচিন' আৰু আধুনিক প্ৰযুক্তিবিদ্যাৰ জনক বুলি অভিহিত কৰে। এহাজাৰতকৈও অধিক সৰু বৰ আৱিষ্কাৰৰ পেটেণ্টৰ (Patent, উদ্ভাৱকৰূপে লাভ কৰা এদনীয়া স্বত্ব) তেওঁ অধিকাৰী। বৰ্তমানে দৈনন্দিন আধুনিক জীৱনৰ প্ৰযোজনীয় যিবোৰ সামগ্ৰী আমি ব্যৱহাৰ কৰোঁ। তাৰ বৃহৎ অংশ এডিছনৰেই দান। বিজ্ঞানৰ জগতত এডিছনৰ দৰে সৃজনীশীল প্ৰতিভাৰ সমকক্ষ দৃষ্টান্ত বিৰল।

### জন্ম আৰু শিক্ষা

১৮৪৭ চনৰ ১১ ফেব্ৰুৱাৰীত আমেৰিকাৰ মিলান নামৰ এখন সৰু ঠাইত এডিছনৰ জন্ম হয়। তেওঁৰ দেউতাক ছেমুৱেল টছমন আছিল এখন চৰাইখানাৰ মেনেজাৰ। মাক আছিল এখন বিদ্যালয়ৰ শিক্ষয়িত্ৰী। মাকৰ ওচৰতেই এডিছনৰ প্ৰাথমিক শিক্ষা আৰম্ভ হৈছিল। সৰুৰে পৰাই এডিছনে সকলো সময়তে নতুন নতুন কথা জনাৰ বাবে

উন্মুখ হৈ আছিল। কিন্তু তৎকালীন শিক্ষা ব্যৱস্থাত নতুন কোনো চিন্তা বা প্ৰশ্নৰ সমাধান সহজসাধ্য নাছিল। ফলত তেওঁ সকলো সময়তে বিদ্যালযৰ শিক্ষক আৰু অন্যান্যসকলক নানান 'অদ্ভুত' প্ৰশ্নৰ উত্তৰ বিচাৰি ব্যতিব্যস্ত কৰি তুলিছিল। কিন্তু তেওঁলোকেও এডিছনৰ প্ৰশ্নৰ উত্তৰ দিব পৰা নাছিল, বৰং তেওঁ 'অদ্ভুত' প্ৰশ্ন সুধি থকা বাবে এদিনাখন খঙত এডিছনক ভোটা বুদ্ধিৰ ল'ৰা বুলি স্কুলৰ পৰা উলিযাই দিলে। এডিছনৰ স্কুলীয়া শিক্ষা তাতেই অন্ত পৰিল। এডিছন আহি মাকৰ ওচৰ পালেহি। মাকেও পুনৰ তেওঁক স্কুললৈ নপঠিয়াই ঘৰতে শিক্ষা দিবলৈ ধৰিলে।

**যি মূলা বাঢ়ে তাৰ দুপাততে চিন**

তথাকথিত পঢা-শুনাত বিশেষ ফল দেখুৱাব নোৱাৰিলেও বিভিন্ন ধৰণৰ বৈজ্ঞানিক পৰীক্ষা-নিৰীক্ষাত এডিছন আছিল সিদ্ধহস্ত। দহ বছৰ বয়সতে তেওঁ ঘৰতে এটা পৰীক্ষাগাৰ পাতি লৈছিল।

পৰিযালটো ডাঙৰ হোৱা বাবে আৰু টমছনৰ উপাৰ্জন পৰ্যাপ্ত নোহোৱা বাবে এডিছনে সৰুৰে পৰা অভাব-অনাটন আৰু দৰিদ্ৰতাৰ মাজত দিন নিযাবলগীযা হৈছিল। ঘৰুৱা অভাৱৰ জোৰ মাৰিবৰ বাবে কিশোৰ এডিছনে ঘৰৰে শাক-পাচলি ৰে'লেৰে নি ডেট্ৰইট নামৰ চহৰখনতে বেচিছিলগৈ। ৰে'লগাডীত অহা-যোৱা কৰোঁতে তেওঁ ৰে'লৰ যাত্ৰীসকলক বাতৰিকাকতো বেচি দুপইচা উপাৰ্জন কৰিছিল। ৰে'লত বাতৰিকাকত বেচি থাকোঁতেই চলন্ত ৰে'লৰ পৰাই তেওঁ প্ৰকাশ কৰিছিল 'গ্ৰেণ্ড ট্ৰাংক হেৰাল্ড' নামৰ এখন সাদিনীয়া সংবাদপত্ৰ। এইখনেই আছিল চলন্ত ৰে'লৰ পৰা প্ৰকাশিত বিশ্বৰ একমাত্ৰ সংবাদপত্ৰ আৰু এডিছনেই আছিল বিশ্বৰ কনিষ্ঠতম সম্পাদক (সেই সময়ত এডিছনৰ বয়স আছিল মাত্ৰ ১৫ বছৰ)।

ৰে'লত কাম কৰোঁতেই তেওঁ টেলিগ্ৰাফ সম্পৰ্কে দক্ষতা অৰ্জনৰ সুযোগ লাভ কৰে। তেওঁ 'ইউনিভাৰছেল প্ৰিণ্টাৰ' নামৰ এটা বাতৰি সৰবৰাহ কৰিব পৰা যন্ত্ৰ সাজি উলিযাইছিল। আমেৰিকাৰ আটাইতকৈ ডাঙৰ টেলিগ্ৰাফ কোম্পানী 'গল্ড ইণ্ডিকেটৰ টেলিগ্ৰাফ কোম্পানী'যে প্ৰায চাৰি লাখ টকাত এডিছনৰ এই যন্ত্ৰটোৰ স্বত্ব কিনিছিল। একেলগে এই বৃহৎ পৰিমাণৰ ধন পোৱাত এডিছন হেনো মূৰ্চা যোৱাৰ দৰে হৈছিল।

'গল্ড ইণ্ডিকেটৰ কোম্পানী'ৰ পৰা পোৱা ধনেৰে এডিছনে নিউয়ৰ্কৰ পৰা প্ৰায ৬০ কিলোমিটাৰ দূৰৈৰ মেনলো পাৰ্ক নামৰ ঠাইত এটা গৱেষণাগাৰ আৰু কাৰখানা খোলে। ইয়াতেই তেওঁ প্ৰায ডেৰশ কৰ্মচাৰীৰ সহযোগত এটাৰ পিছত এটাকৈ ন ন আৱিষ্কাৰ কৰি যাবলৈ ধৰিলে। অতি কম সময়ৰ ভিতৰতে এডিছনৰ এই গৱেষণাগাৰ প্ৰখ্যাত হৈ উঠিল। সমান্তৰালভাৱে এই গৱেষণাৰ যুগান্তকাৰী ন ন আৱিষ্কাৰৰ পীঠস্থানো হৈ উঠে।

মেনলো পাৰ্কতে এডিছনে গ্ৰাহামবেল আৱিষ্কৃত টেলিফোনৰ উন্নতি সাধন কৰি সাধাৰণ মানুহৰ ব্যৱহাৰোপযোগী কৰি তোলে। কাৰ্বন ট্ৰেন্সমিটাৰ আৱিষ্কাৰ কৰি তেওঁ টেলিফোনৰ কাৰ্যকাৰিতা বৃদ্ধি কৰে। ইয়াতে তেওঁ টাইপৰাইটাৰ যন্ত্ৰৰো যথেষ্ট উন্নতি সাধন কৰে।

১৮৭৭ চনত তেওঁ এটা কথা ক'ব পৰা আকৰ্ষণীয় যন্ত্ৰ আৱিষ্কাৰ কৰে। সেইটোৱেই আধুনিক গ্ৰামোফোন আৰু টেপ ৰেকৰ্ডাৰৰ আদি ৰূপ। এডিছনে ইয়াৰ নাম দিছিল 'ফোনোগ্ৰাফ'। অৱশ্যে সেই সময়ত জনসাধাৰণে ইয়াৰ নাম দিছিল 'কথা-কোৱা যন্ত্ৰ' (talking machine)। পাছলৈ এই যন্ত্ৰ 'এডিফোন' বা 'ডিক্টোফোন' নামেৰেও জনাজাত আৰু জনপ্ৰিয় হৈ পৰিছিল। এই যন্ত্ৰই জনসাধাৰণৰ মাজত বিশেষ চাঞ্চল্যৰ সৃষ্টি কৰিছিল। যন্ত্ৰটো চাবলৈ নিতৌ বহুসংখ্যক মানুহে এডিছনৰ গৱেষণাগাৰত ভিৰ কৰিছিলহি।

এডিছনে অৱশ্যে টেলিগ্ৰাফ আৱিষ্কাৰৰ পিছতেই ফোনোগ্ৰাফ আৱিষ্কাৰ কৰা নাছিল। ইতিমধ্যে তেওঁ প্ৰায ১২০ টা নতুন আৱিষ্কাৰৰ পেটেণ্ট কৰিছিল, অৰ্থাৎ, তেতিয়ালৈ এডিছনৰ ১২০ টা আৱিষ্কাৰৰ স্বত্ব আৰু ব্যৱসায়িক অধিকাৰ স্বীকৃত হৈ গৈছিল। এই ১২০ টা আৱিষ্কাৰ যদিও এডিছনৰ যুগান্তকাৰী আৱিষ্কাৰৰ ভিতৰত ধৰা নহয়, তথাপি এইবোৰৰ মাজত তেওঁৰ সৃজনীশীল প্ৰতিভাৰ স্বাক্ষৰ পোৱা গৈছিল। ১৮৪৭ চনত এডিছনৰ জন্ম আৰু ফোনোগ্ৰাফৰ আৱিষ্কাৰ হয ১৮৭৭ চনত। অৰ্থাৎ, তেতিয়া এডিছনৰ বয়স মাত্ৰ ৩০ বছৰ। ইমান কম বযসতে একেলগে অগাধ ধনৰ অধিপতি আৰু খ্যাতিমান বিজ্ঞানী হৈ উঠাৰ সমকক্ষ দৃষ্টান্ত বিৰল।

**কৰ্মই যাৰ ধৰ্ম**

টমাছ আলভা এডিছন আছিল নিৰলস কৰ্মী। সকলো সময়তে তেওঁ নতুন কিবা এটা আৱিষ্কাৰৰ নিচাত মচগুল হৈ আছিল। ন ন উন্মেষশালিনী বুদ্ধি, ধৈৰ্য আৰু মেধাই তেওঁক নিতে নতুন বৈজ্ঞানিক তথা কাৰিকৰী আৱিষ্কাৰ কৰি সকলোকে চমক খুওৱাত সহায় কৰিছিল। ইয়াৰ ফলত, বিশেষকৈ মানুহৰ নিত্য প্ৰয়োজনীয় বস্তু বা যন্ত্ৰ আৱিষ্কাৰৰ বিষয়ত তেওঁ একান্তই নিৰ্ভৰযোগ্য হিচাপে সমগ্ৰ দেশতে প্ৰখ্যাত হৈ উঠে। তেওঁ এক নতুন কাৰিকৰী আৰু বৈজ্ঞানিক যুগৰ সূচনা কৰে। পৃথিৱীত আজিলৈকে যিমান বিজ্ঞানীয়ে জন্ম গ্ৰহণ কৰিছে আৰু যুগে যুগে যিমান বৈজ্ঞানিক আৱিষ্কাৰ হৈছে, তাৰ ভিতৰত টমাছ আলভা এডিছনেই সকলোতকৈ বেছি বিষয়ৰ গৱেষণা আৰু আৱিষ্কাৰ কৰিছে। এডিছনে সকলো সময়তে জনসাধাৰণৰ চাহিদা আৰু আৱিষ্কৃত সামগ্ৰীৰ বাণিজ্যিক দিশৰ পিনে চকু দিছিল। বহু আৱিষ্কাৰকেই তেওঁ পেটেণ্ট কৰা নাছিল। বহু আৱিষ্কাৰ ভৱিষ্যতে কিমান জৰুৰী আৰু জনপ্ৰিয় হৈ উঠিব, সেই বিষয়েও তেওঁৰ স্পষ্ট আৰু সঠিক ধাৰণা নাছিল।

এডিছনৰ সকলোতকৈ উল্লেখযোগ্য আৱিষ্কাৰটি হ'ল ইলেকট্ৰিক বাল্ব বা বিজুলী চাকি। ১৮৭৯ চনত এডিছনে তেওঁৰ এই চমকপ্ৰদ আৱিষ্কাৰৰ কথা ৰাজহুৱাকৈ ঘোষণা আৰু প্ৰদৰ্শন কৰে।

ইয়াৰ পাছত এডিছনে নিৰ্মাণ কৰে চলচ্চিত্ৰৰ কেমেৰা। তেওঁ ইয়াৰ নাম দিছিল 'কাইনোটোস্কোপ'। চলচ্চিত্ৰৰ ছবি তুলিবৰ বাবে এডিছনে ৱেষ্ট অৰেঞ্জ নামৰ ঠাইত গৱেষণাগাৰ পাতি লৈছিল, যি আজি পৃথিৱীৰ প্ৰথমটো চলচ্চিত্ৰ ষ্টুডিঅ'ৰূপে স্বীকৃত। এডিছনে প্ৰায় অকলেই চলচ্চিত্ৰ প্ৰতিষ্ঠাৰ বাবে এনেদৰে এক পটভূমি প্ৰদান আৰু প্ৰস্তুত

কৰি থৈ গ'ল, যাৰ বাবে চলচ্চিত্ৰৰ এশ বছৰীয়া ইতিহাসৰ বেছি ভাগ সময়তেই আমেৰিকা প্ৰথম আৰু প্ৰধান হৈ থাকে।

১৯০২ চনত এডিছন আৰু তেওঁৰ প্ৰাক্তন সহযোগী টেছলাৰ্লৈ যুটীযাভাৱে বিদ্যুৎ উৎপাদন আৰু সৰবৰাহ ব্যৱস্থাৰ বাবে নোবেল বঁটা আগবঢ়োৱা হৈছিল। কিন্তু টেছলাই যুটীয়াভাৱে বঁটা ল'বলৈ অমান্তি হোৱাত দুযোজনৰ এজনেও এই বঁটা নাপালে।

**সামৰণি**

এডিছন আছিল আধুনিক বৈজ্ঞানিক যন্ত্ৰ-পাতিৰ উদ্ভাৱন আৰু প্ৰযুক্তিৰ সম্ৰাট। সকলো ধৰণৰ আৱিষ্কাৰতেই হাত দিয়া তেৰেঁই সম্ভৱতঃ বিশ্বৰ প্ৰথম আৰু শেষ বিজ্ঞানী। এক অন্তহীন প্ৰয়াসেৰে তেওঁ এজাহাৰতকৈও অধিক পেটেণ্টৰ অধিকাৰী হৈছিল। জীৱনকালতে তেওঁ সৰু বৰ যিমানবোৰ আৱিষ্কাৰ কৰিছিল, আজিৰ দিনত কোনো বিজ্ঞানীৰ পক্ষে এই সংখ্যা অতিক্ৰম কৰা সম্ভৱ নহয়। বিজ্ঞানক মানুহৰ কল্যাণত ব্যৱহাৰ কৰাত যিসকল বিজ্ঞানীয়ে আজীৱন সাধনা কৰিছে টমাছ আলভা এডিছন তেওঁলোকৰ জনক, অগ্ৰদূত, পথিকৃত।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ সৰ্বকালৰ এজন শ্ৰেষ্ঠ বিজ্ঞানী

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ইতিহাসৰ যুগান্তকাৰী অধ্যায় - ত্ৰিৰংগ উৰুৱাই দেশক সন্মান - সামৰণি

# গণতন্ত্ৰ দিৱস

---

**ভূমিকা**

প্ৰথম অৱস্থাত উৎসৱ-অনুষ্ঠানৰ সৃষ্টি হৈছিল মানুহৰ অৱসৰৰ সময়খিনি আনন্দেৰে পাৰ কৰাৰ উদ্দেশ্যে। কিন্তু পাছৰ কালত কোনো এটা দিনৰ স্মৃতি ৰক্ষাৰ উদ্দেশ্যে কেইটামান দিন বিশেষভাৱে পালন কৰিবলৈ লোৱা হয়। জাতীয় জীৱনৰ স্মৰণীয় ঘটনাক সন্মান প্ৰদৰ্শন কৰিবৰ বাবে পালন কৰা এটা বিশেষ দিন হ'ল গণতন্ত্ৰ দিৱস।

১৯৫০ চনৰ ২৬ জানুৱাৰীৰ পৰা স্বাধীন ভাৰতৰ সংবিধান কাৰ্যকৰী হয়। সেয়েহে উক্ত দিনটোত ভাৰতত গণৰাজ্য বা গণতন্ত্ৰ দিৱস উদযাপন কৰা হয়। সেই বছৰৰ পৰাই সমগ্ৰ ভাৰততে প্ৰতিবছৰে ২৬ জানুৱাৰীৰ দিনটো গণতন্ত্ৰ দিৱস ৰূপে পালন কৰি অহা হৈছে। পৰাধীনতাৰ শিকলি ছিঙিবলৈ ভাৰতীয় জনগণে যুগান্তকাৰী বিপ্লৱৰ সূচনা কৰিছিল। বহুজনৰ জীৱন বলিদানৰ বিনিময়ত, অশেষ ত্যাগ আৰু কষ্টৰ বিনিমযত ভাৰতে স্বাধীনতা লাভ কৰে। স্বাধীনতা আন্দোলনৰ এই ইতিহাসৰ লগত জড়িত হৈ আছে ভাৰতবাসীৰ স্বদেশ প্ৰেমৰ স্বাক্ষৰ।

**ইতিহাসৰ যুগান্তকাৰী অধ্যায়**

১৮৫৭ চনত আৰম্ভ হোৱা চিপাহী বিদ্ৰোহ হ'ল ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰথম পৰ্যায়। ১৮৮৫ চনত গঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ মাজত স্বাধীন ভাৰতৰ মনোভাৱৰ উদয় হয়। ১৯০৫ চন পৰ্যন্ত জাতীয় কংগ্ৰেছ নৰমপন্থীসকলৰ অধীনত আছিল। লৰ্ড কাৰ্জনৰ বংগ ভংগ নীতিৰ পাছতহে নৰমপন্থীসকল সচকিত হ'ল। ১৯১৫ চনৰ পাছত কংগ্ৰেছত গান্ধীজীৰ প্ৰৱেশে স্বাধীনতা আন্দোলনলৈ এক আমূল পৰিৱৰ্তন আনিলে। বংগ ভংগৰ পাছত স্বদেশী আন্দোলন আৰম্ভ হয়। বিদেশী বস্তু বৰ্জন আৰু স্বদেশী বস্তু গ্ৰহণ এই আন্দোলনৰ মূল নীতি আছিল। স্বদেশী আন্দোলনৰ লগতে সন্ত্ৰাসবাদী আন্দোলনৰ আৰম্ভ হয়। মহাত্মা গান্ধীৰ নেতৃত্বত চলা অসহযোগ আন্দোলন, আইন অমান্য আন্দোলন আৰু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন ভাৰতীয় ইতিহাসৰ যুগান্তকাৰী অধ্যায়। সৰ্বশেষত ১৯৪৭ চনত ইংলেণ্ডৰ প্ৰধান মন্ত্ৰী ক্লিমেণ্ট এটলীয়ে ভাৰতক স্বাধীনতা প্ৰদানৰ কথা ঘোষণা কৰে। লৰ্ড মাউণ্টবেটেন ভাৰতৰ গৱৰ্ণৰ জেনেৰেল হৈ আহে। ১৯৪৭ চনৰ ১৫ আগষ্টত পূৰ্বৰ ভাৰত দ্বি-খণ্ডিত হৈ ভাৰত আৰু পাকিস্তান নামেৰে দুখন ৰাষ্ট্ৰৰূপে স্বাধীনতা লাভ কৰিলে।

প্ৰথম মহাসমৰৰ সময়তে ভাৰতৰ বাবে এখন সংবিধানৰ প্ৰস্তাৱ উত্থাপন কৰা হৈছিল। কিন্তু ব্ৰিটিছ চৰকাৰৰ অমনোযোগিতাৰ বাবে এই কাৰ্য সম্পন্ন হোৱা নাছিল। ১৯৪৬ চনৰ ৯ ডিচেম্বৰত কেবিনেট মিছৰ পৰিকল্পনা মতে ভাৰতীয সংবিধান কৰা নিকাযৰ প্ৰথম বৈঠক বহে। এই নিকাযৰ পঞ্চম বৈঠক বহে ১৯৪৭ চনৰ ১৪ আগষ্টত আৰু ১৫ আগষ্টত ভাৰত স্বাধীন হয। তেতিযাৰে পৰা এই নিকাযে গণ-পৰিষদৰূপে স্বীকৃতি লাভ কৰে। সেই বছৰৰে ২৯ আগষ্টত ডঃ বি আৰ আম্বেদকাৰক সভাপতি হিচাপে লৈ এখন সাতজনীয়া খচৰা সংবিধান প্ৰস্তুতকাৰী কমিটী পাতি দিয়া হয। খচৰা সংবিধানখন ১৯৪৮ চনৰ জানুৱাৰী মাহত প্ৰকাশ কৰা হয়। খচৰাৰ বিষযে তিনিলানি আলোচনাৰ পাছত ১৯৪৮ চনৰ নৱেম্বৰ মাহৰ ২৬ তাৰিখে গণ পৰিষদৰ সভাপতি ডঃ ৰাজেন্দ্ৰ প্ৰসাদে স্বাক্ষৰ কৰে। এই সংবিধান ৰচনা কৰোঁতে মুঠ দুবছৰ এঘাৰ মাহ ওঠৰ দিন সময় লাগে। তাৰ পাছত ই কাৰ্যকৰী হয় ১৯৫০ চনৰ ২৬ জানুৱাৰীৰ পৰা। কিন্তু তাৰ আগতেই অৰ্থাৎ, ১৯৩০ চনত ভাৰতবাসীয়ে পূৰ্ণ স্বাধীনতাৰ দাবীত ২৬ জানুৱাৰী তাৰিখটো স্বাধীনতা দিৱস ৰূপে পালন কৰিছিল। সেই দিনটোৰ তাৎপৰ্য অক্ষুণ্ণ ৰখাৰ বাবেই সেই দিনতে সংবিধানৰ কাৰ্যকৰী কৰা হয়। অগণন ভাৰতবাসীৰ স্বাধীনতাৰ অদম্য স্পৃহা আৰু দুৰ্জয় অভিযানৰ স্মৃতি বিজড়িত হৈ আছে ২৬ জানুৱাৰী দিনটোৰ লগত।

**ত্ৰিৰংগ উৰুৱাই দেশক সন্মান**

তেতিয়াৰে পৰা সমগ্ৰ ভাৰতবাসীয়ে গণতন্ত্ৰ দিৱসৰূপে ২৬ জানুৱাৰী দিনটো শ্ৰদ্ধাৰে পালন কৰি আহিছে। স্বাধীনতাৰ সোৱাদ পোৱা ভাৰতীয়সকলে গৌৰৱেৰে অতীতৰ স্মৃতি ৰোমন্থন কৰে। ত্ৰিৰংগ পতাকাৰ তলত সমবেত হৈ আটায়ে ভাৰত মাতৃক শ্ৰদ্ধা নিবেদন কৰে। সমগ্ৰ ভাৰতৰ চৰকাৰী, বেচৰকাৰী, ৰাজহুৱা আৰু ব্যক্তিগত অনুষ্ঠান-প্ৰতিষ্ঠান

আনকি বাসগৃহ, যান-বাহন আদিতো সেইদিনা জাতীয় পতাকা উত্তোলন কৰা হয়। জাতীয় পতাকা কেৱল স্বাধীনতা প্ৰতীকেই নহয়, ই সমগ্ৰ জাতিৰ ৰাষ্ট্ৰীয় চেতনা, জাতীয় ঐতিহ্য, আশা, আকাংক্ষা আৰু আদৰ্শৰ প্ৰকাশ। সেয়েহে গণতন্ত্ৰ বা স্বাধীনতা দিৱসৰ দিনা জাতীয় পতাকাৰ তলত একত্ৰিত হৈ ভাৰতীয় জনগণে একে সুৰতে জাতীয় সংগীত গায় 'জন গণ মন অধিনায়ক জয় হে।' ৰাজনৈতিক নেতা, দেশৰ বয়োজ্যেষ্ঠ সন্মানীয় ব্যক্তিয়ে ৰাষ্ট্ৰীয় পতাকা উত্তোলন কৰে। নানা কাৰ্যসূচীৰ মাজেৰে দিনতো পালন কৰা হয়।

ভাৰতৰ ৰাজধানী দিল্লী মহানগৰীত ভাৰতৰ মহামান্য ৰাষ্ট্ৰপতিযে গণতন্ত্ৰ দিৱসৰ পতাকা উত্তোলন কৰে। কুছ-কাৱাজেৰে অভিবাদন গ্ৰহণ কৰে। এই অনুষ্ঠানত দেশৰ আগশাৰীৰ লোক-সংস্কৃতিৰ দল, শিশু, সেনা আদিৰ উচ্চ পৰ্যায়ৰ কাৰ্যসূচী প্ৰদৰ্শন কৰা হয়। ভাৰতৰ বিভিন্ন ৰাজ্যক প্ৰতিনিধিত্ব কৰা কলা-সংস্কৃতিৰ প্ৰতীকৰ প্ৰতিযোগিতা আৰু প্ৰদৰ্শন কৰা হয়। গণতন্ত্ৰ দিৱসৰ দিনটোত শিশুসকলৰ মাজত সাহসিকতাৰ বঁটা প্ৰদান কৰা হয়। ভাৰতৰ চৰকাৰৰ বহুকেইটা বিভাগৰ পদক আৰু সন্মান সেই দিনটোত প্ৰদান কৰা হয়। স্বাধীনতা আন্দোলনৰ বীৰ শ্বহীদসকলৰ পৱিত্ৰ স্মৃতিত শ্ৰদ্ধা তৰ্পণ কৰি তেওঁলোকৰ ত্যাগৰ বাণী সোঁৱৰণ কৰা হয়। ৰাজঘাট, বিজয়ঘাট আদি সমাধি ক্ষেত্ৰত দেশৰ গণ্যমান্য লোকসকলে গৈ শ্ৰদ্ধা তৰ্পণ কৰে। স্বাধীন ভাৰতৰ চৰকাৰে কোনো নতুন কৰ্ম আঁচনি বা জনকল্যাণমূলক কামৰ ঘোষণা কৰিবৰ বাবে গণতন্ত্ৰ দিৱসৰ দৰে মহত্বপূৰ্ণ দিন বাছি লয়। দেশৰ ৰাষ্ট্ৰপতি আৰু ৰাজ্যৰ ৰাজ্যপালসকলে দেশবাসীৰ উদ্দেশ্যে ভাষণ আগবঢ়ায়।

**সামৰণি**

যোৱা কিছুবছৰ ধৰি ভাৰতৰ আভ্যন্তৰীণ ক্ষেত্ৰত কিছুমান অশান্তিজনক পৰিৱেশৰ সৃষ্টি হৈ আছে। ভাৰতৰ স্বাধীনতাৰ ওপৰত আস্থা হেৰুওৱা কিছুমান উগ্ৰবাদী দল বা আন সংগঠনে গণতন্ত্ৰ দিৱসৰ দৰে কাৰ্যসূচী বৰ্জন কৰিবলৈ লৈছে। ই অতি দুখৰ কথা। ৰাজনৈতিক অস্থিৰতা ৰাজনৈতিক নেতাৰ ওপৰত বিশ্বাস হেৰুওৱাৰ ফলতেই এনে হোৱা বুলি ক'ব পাৰি। গণতন্ত্ৰ দিৱসৰ দৰে কাৰ্যসূচীয়ে এখন দেশৰ জনগণক স্বাধীনতা সংগ্ৰামৰ সময়ত এচাম লোকে কৰা ত্যাগৰ কথা সোঁৱৰাই দিয়ে। দেশপ্ৰেমৰ ভাৱেৰে অনুপ্ৰাণিত হ'বলৈ জনগণক আহ্বান জনায়। গণতন্ত্ৰ দিৱস স্বাধীন দেশৰ পবিত্ৰ স্মৃতি বিজড়িত দিন, তাক পবিত্ৰতাৰে পালন কৰাটো সেই দেশৰ নাগৰিকৰ কৰ্তব্য।

*নাস্তিকৰ কাৰণে মৃত্যু মানে শেষ। আস্তিকৰ কাৰণে মৃত্যু মানে আৰম্ভণি। অজ্ঞেয়বাদীৰ কাৰণে মৃত্যু মানে নীৰৱতাৰ নিনাদ।*

**— মিছুল মাৰ্বাগ গুডমেন**

# আন্তৰ্জাতিক ক্ৰিকেটত ভাৰত

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সম্ভাৱনাময় এদিনীয়া ক্ৰিকেট - টেলিভিজনৰ যুগ - ক্ৰিকেট বিশ্বত ভাৰত - সামৰণি

*ক্ৰিকেট জীয়াই থাকিব। শেষত এইটোৱেই বিচাৰ হ'ব আমি কিমান সৎ হৈ খেলিলোঁ।*

— **ইফটিকাৰ আলি খান পাটাউদি**

**ভূমিকা**

ক্ৰিকেট বৰ্তমান বিশ্বৰ অতি লাভজনক বাণিজ্যিক পণ্য। কিন্তু আদিতে ক্ৰিকেটৰ এনে সমৃদ্ধ-সম্ভ্ৰান্ত ৰূপ নাছিল। ক্ৰিকেট প্ৰথমতে আছিল এচাম খেয়ালি মানুহৰ অৱসৰ বিনোদনৰ এক উদ্ভত খেয়াল মাথোঁ। অনুমান কৰা মতে, প্ৰাগৈতিহাসিক কালত শত্ৰুৰ ছিন্ন শিৰ লৈ বিজয়ী দলৰ বিজয়োল্লাসৰ পৰাই এই খেলৰ সূচনা। কিন্তু আধুনিক ক্ৰিকেট, যাক লৈ বিশ্বব্যাপী উত্তেজনা, সেই ক্ৰিকেটৰ জন্ম ইংলেণ্ডত। উৰ্বৰ মস্তিস্কবান ইংৰাজৰ উদ্ভাৱনী শক্তিত তাৰ উদ্ভৱ, তেওঁলোকৰ বিশ্বব্যাপী সাম্ৰাজ্য-বিস্তাৰত ইয়াৰ প্ৰসাৰ আৰু প্ৰচাৰ। ইংৰাজৰ ৰাজত্ব কালতে ভাৰতলৈও ক্ৰিকেটৰ আগমন ঘটে। তাৰ পাছত ১৯৮৩ চনত বিশ্বকাপ আৰু ২০০৭-০৮ চনত টুৱেন্টি২০ ক্ৰিকেটত জয়লাভ কৰি ভাৰতে ক্ৰিকেট বিশ্বৰ সমীহ আদায় কৰিবলৈ সমৰ্থ হয়।

ক্ৰিকেট-বিশ্বত বৰ্তমান ইংলেণ্ড, অষ্ট্ৰেলিয়া, ভাৰত, ৱেষ্ট ইণ্ডিজ, পাকিস্তান, শ্ৰীলংকা, দক্ষিণ আফ্ৰিকা, নিউজিলেণ্ড, জিম্বাবুৱে, হলেণ্ড, স্কটলেণ্ড, কেনিয়া, আৰু বাংলাদেশৰ মাজত সীমাবদ্ধ। ক্ৰিকেটৰ বিশ্বকাপৰ উপৰি আছে দ্বিদেশীয় বা ত্ৰিদেশীয় প্ৰতিযোগিতা, টুৱেন্টি টুৱেন্টি ক্ৰিকেট আৰু সম্প্ৰতি প্ৰৱৰ্তিত হৈছে ইণ্ডিয়ান প্ৰিমিয়াৰ লীগ প্ৰতিযোগিতা। এই প্ৰতিযোগিতামসূহক কেন্দ্ৰ কৰি ইলেকট্ৰনিক প্ৰচাৰ মাধ্যমত বিজ্ঞাপনৰ মধ্যস্থতাৰে বৰ্তমানৰ ক্ৰিকেটত কোটি কোটি টকাৰ 'খেল' হয়। সেয়ে ক্ৰিকেট বৰ্তমান এক লাভজনক ক্ৰীড়া - সমৰ।

**সম্ভাৱনাময় এদিনীয়া ক্ৰিকেট**

অষ্ট্ৰেলিয়াৰ ধনকুবেৰ জন পেকাৰৰ চেষ্টাত এদিনীযা সীমিত অভাৰৰ ক্ৰিকেটৰ ইতিহাসত নতুন যাত্ৰা সূচিত হয়। বৰ্তমান ক্ৰিকেট-পথাৰৰ বাইছ গজ ভূখণ্ডৰ মাজত চলে জয়-পৰাজযৰ তীব্ৰ যুঁজ। খেল পথাৰৰ 'বাউণ্ডেৰী'ৰ বাহিৰত বিপুল অৰ্থপ্ৰবাহৰ ঢৌ বয়। আৰু তাতেই ক্ৰিকেটৰ আকাশত আৱিৰ্ভাৱ হৈছে সৰ্বনাশৰ ৰাহু। কাৰণ, অৰ্থই অনৰ্থৰ মূল। তাৰ সুযোগ গ্ৰহণ কৰি ক্ৰিকেট জুৱাৰীয়ে অন্ধকাৰত লেনদেন কৰে লাখ লাখ টকা। ইয়াৰ পাছত স্বাভাৱিকতে ক্ৰিকেটৰ পৰিচ্ছন্নতা হেৰাইছে।

বৰ্তমান ক্ৰিকেট জয়-পৰাজয় নিৰ্ভৰ আৰু প্ৰতিদ্বন্দ্বিতাপূৰ্ণ কেৱল ক্ৰীড়ামাত্ৰ নহয়, বিশ্বায়নৰ সৌজন্যত ইলেকট্ৰনিক মাধ্যমৰ হাতত ধৰি আজি ই অত্যন্ত লাভজনক ক্ৰিকেট-বাণিজ্যলৈ ৰূপান্তৰিত হৈছে। ইয়াৰ সুযোগ গ্ৰহণ কৰি বিশ্বৰ বৃহৎ বৃহৎ বাণিজ্য সংস্থাবোৰে ৰাতিৰ ভিতৰতে তেওঁলোকৰ ব্যৱসায় বৃদ্ধি কৰি লয়। বিজয়লক্ষ্মীৰ হাতৰ

বিজয়-মুকুটে কোন দলৰ শিৰত শোভা বৰ্দ্ধন কৰিব, তাক লৈও চলে নানান ভৱিষ্যদ্বাণী। ক্রিকেট জুৱাৰীয়েও ইয়াৰ সুযোগ গ্রহণ কৰি বিশ্বজুৰি জুৱাৰ মজলিছ বহুৱায় আৰু এনেদৰে বিশ্ব-ক্রিকেটৰ সমান্তৰালভাবে চলে ঘৃণনীয় প্রতাৰণা। সম্প্রতি ক্রিকেট বিশ্বৰ সৰ্বত্ৰ প্ৰচলিত অভিযোগ 'মেচ ফিক্সিঙ'ৰ সূচনা হয় এনেদৰেই।

**টেলিভিছনৰ যুগ**

তাৰপাছত আহিল টেলিভিছনৰ যুগ। আজি কেৱল চহৰেই নহয়, জকাইচুকীয়া গাঁৱলৈও সম্প্ৰসাৰিত হৈছে টেলিভিছনৰ মনমোহন ৰূপ। গাঁৱৰ যি গৰখীয়া ল'ৰাৰ হাতত আছিল গৰু চৰোৱা-লাখুটি, টাংগুটি তেওঁলোকৰ হাতলৈও আহিছে ক্রিকেট বেট, তাতো উচ্চৰিত হয় ডন ব্ৰেডমেন, সুনীল গাভাস্কাৰ, কপিলদেৱ, টেণ্ডুলকাৰ, ধোনীৰ নাম। ক্রিকেটৰ এই সুদূৰপ্ৰসাৰী জনপ্ৰিয়তাই তাৰ অৰ্থ-আকৰ্ষণৰ দিগন্ত আৰু সম্প্ৰসাৰিত কৰি তুলিলে। 'মেচ ফিক্সিঙ'ৰ মোহিনী মায়াত প্রলুব্ধ ক্রিকেট-জগতৰ বহু মহাৰথীৰ নাম কলংকিত হৈছে আৰু শাস্তি শিৰ পাতি লৈ তেওঁলোকে অকালতে কেৰিয়াৰৰ যৱনিকা পেলাবলগীয়া হৈছে।

**ক্রিকেট বিশ্বত ভাৰত**

১৯৮৩ চনত ইংলেণ্ডৰ লৰ্ডছত ভাৰতৰ বিশ্বজয়ৰ পাছত ভাৰতে যেন ক্ৰমশঃ হেৰুৱাবলৈ লয় তাৰ গৌৰৱোজ্জ্বল দ্যুতি। ভাৰতৰ ক্রিকেট-খ্যাতিৰ বিখ্যাত স্তম্ভবোৰে এটা এটাকৈ অৱসৰ গ্ৰহণ কৰাত ভাৰতৰ ক্রিকেট জগতলৈ যেন আউসীৰ অন্ধকাৰ নামি আহে। ক্ৰমে ক্রিকেট-বিশ্বৰ আনবোৰ দেশৰ কাষত যেন ভাৰত ম্লান হৈ পৰে। কিন্তু দুৰ্লভ প্ৰতিভাৰ জন্মভূমি ভাৰত দীৰ্ঘদিন প্ৰতিভা-বিতৰণৰ ক্ষেত্ৰত নিষ্প্ৰভ হৈ থাকিব নোৱাৰে। গাভাস্কাৰ, কপিলদেৱ, চন্দ্ৰশেখৰ, কিৰমানি, ৰবি শাস্ত্ৰী আদিৰ দৰে খেলুৱৈ অস্তমিত হ'লেও নতুন প্ৰতিভাৰ আবিৰ্ভাৱত বেছি দিন নালাগিল। স্ব-মহিমাৰে ভাৰতৰ ক্রিকেটৰ আকাশত আবিৰ্ভাৱ হ'বলৈ ধৰিলে নতুন নতুন ক্রিকেট নক্ষত্ৰ। শচীন টেণ্ডুলকাৰ, ৰাহুল দ্ৰাবিড, অনিল কুম্বলে, সৌৰভ গাংগুলি, বীৰেন্দ্ৰ সেহ্‌বাগ, মহিন্দৰ সিং ধোনী, যুৱৰাজ সিং, হৰভজন সিং আদিৰ দৰে তৰুণ প্ৰজন্মৰ ক্রিকেটাৰে ভাৰতৰ হৃত গৌৰৱ পুনৰুদ্ধাৰৰ বাবে যেন অহোপুৰুষাৰ্থ কৰিছে। ইয়াৰ ফলতে ভাৰতৰ হাতলৈ আহিছে টুৱেন্টি ২০ বিশ্বকাপ আৰু শেহতীয়াকৈ ২০০৮ চনত ভাৰত-ইংলেণ্ড, ভাৰত-অষ্ট্ৰেলিয়া, ভাৰত-শ্ৰীলংকা ছিৰিজ। বিশ্ব-ক্রিকেটৰ ইতিহাসত এইসকল তৰুণ নক্ষত্ৰৰ নাম সোণালী আখৰেৰে লিখা থাকিব।

**সামৰণি**

কেইবাজনৰো হাত বাগৰি সম্প্ৰতি ভাৰতীয় ক্রিকেটৰ অধিনায়কত্বৰ দায়িত্ব পৰিছে প্ৰতিভাৱান মহিন্দৰ সিং ধোনীৰ ওপৰত। ধোনীয়েই সেইগৰাকী অধিনায়ক যাৰ নেতৃত্বত ভাৰতৰ এই তৰুণ ক্রিকেটাৰসকলে ওভতাই পাইছে দৃঢ় দলগত-সংহতি আৰু গভীৰ আত্মবিশ্বাস। ফল ঃ টুৱেন্টি২০ বিশ্বকাপ আৰু ভাৰত-অষ্ট্ৰেলিয়া, ভাৰত-ইংলেণ্ড, ভাৰত-শ্ৰীলংকা ছিৰিজ। ভাৰতৰ এই সাফল্যৰ ধাৰাবাহিকতা যদি অটুট থাকে, তেন্তে ক্রিকেটৰ সমাগত বিশ্বকাপ (২০১১) বিজয় মুকুটৰ অন্যতম দাবীদাৰ যে ভাৰতেই হ'ব সেয়া নিশ্চিত।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ ১ বিশ্ব ক্রিকেটত ভাৰতৰ কৃতিত্ব ২ ভাৰতীয় ক্রিকেটৰ ভৱিষ্যত**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - কুসংস্কাৰ কি - কুসংস্কাৰৰ কুফল - কুসংস্কাৰৰ প্ৰকৃতি - কেনেকৈ আহিল কুসংস্কাৰ - কুসংস্কাৰ দূৰীকৰণ - সামৰণি

# বিজ্ঞান আৰু কুসংস্কাৰ

*কুসংস্কাৰ বা বিচাৰবৰ্জিত আচাৰ সামাজিক অৱনতিৰ এটা প্ৰধান লক্ষণ।*

— **পদ্মনাথ গোহাঞিবৰুৱা**

## ভূমিকা

একবিংশ শতিকাত বিজ্ঞানৰ জয়যাত্ৰাৰ বিষয়ে নতুনকৈ কোৱাৰ প্ৰয়োজন নাই। মানুহৰ বিলাসিতা, সুখ, স্বাচ্ছন্দ্য, আনন্দ আৰু ক্ষমতা সকলোৰে উৎস বিজ্ঞান। কৃষি জগতৰ পৰা আৰম্ভ কৰি বাণিজ্য জগত, দৈনন্দিন জীৱন সকলোতে বিজ্ঞানৰ প্ৰয়োগ আজি-কালি অপৰিহাৰ্য হৈ পৰিছে। যাতাযাত ব্যৱস্থা সহজ হৈ উঠিছে বিজ্ঞানৰ অনুগ্ৰহত।

## কু-সংস্কাৰ কি

জীৱনৰ প্ৰতিটো ক্ষেত্ৰতে বিজ্ঞানৰ প্ৰভাৱ থাকিলেও আমাৰ বহুতেই বিজ্ঞানক লৈ সচেতন নহয়। এফালে বিজ্ঞানৰ অগ্ৰগতি আনফালে ধৰ্মান্ধতা, সাম্প্ৰদায়িকতা, অলৌকিকতা আদিৰ প্ৰভাৱত আমাৰ জীৱন দুষিত হৈ পৰিছে। চিকিৎসকক দেখুওৱাৰ সলনি এতিয়াও জৰা-ফুকা, তান্ত্ৰিক বিশ্বাস কৰা লোকৰ অভাৱ নাই।

## কুসংস্কাৰৰ কুফল

কুসংস্কাৰে মানুহক পশু কৰি তোলে। মানুহৰ মাজত ভেদাভেদৰ প্ৰধান কাৰণ কুসংস্কাৰ। কুসংস্কাৰৰ বাবেই অসমৰ বিভিন্ন ঠাইত সতকাই হ'ব ধৰিছে ডাইনী হত্যা। যুক্তিহীন, প্ৰাচীন, কল্পিত কাহিনীত বিশ্বাসী হৈ যুক্তি-তৰ্ক বাদ দি আমি নিজৰ মাজতেই যুঁজ কৰিছো। মন্ত্ৰৰ বলত সাপে খোঁটা বা আন ৰোগত ভোগা মানুহক ভাল কৰিবলৈ গৈ মৃত্যুৰ মুখলৈ ঠেলি দিয়া অজস্ৰ উদাহৰণ আছে। বিনাদোষত ডাইনী অপৰাধত কুসংস্কাৰৰ বাবে মানুহ হত্যা কৰাটো সামাজিক সমস্যা হৈ পৰিছে।

## কুসংস্কাৰৰ প্ৰকৃতি

ভুত, অলৌকিক কাণ্ডত বিশ্বাস, ডাইনী হত্যা, কুলক্ষণীয়া বুলি সন্দেহ আদিবোৰ প্ৰগতিৰ অন্তৰায় স্বৰূপ। আচলতে একশ্ৰেণীৰ লোকে অতি কৌশলেৰে চলাইছে কুসংস্কাৰৰ ব্যৱসায়। কিছুমান বস্তুক অতিৰঞ্জিত কৰি কুসংস্কাৰৰ সৃষ্টি কৰি সেইবোৰৰ ব্যৱসায় চলোৱা হয়।

## কেনেকৈ আহিল কুসংস্কাৰ?

কুসংস্কাৰ পুৰুষানুক্ৰমে মানুহৰ মাজত বৰ্তি আছে। সমাজৰ দুৰ্বলতম অংশক শোষণৰ বাবে একশ্ৰেণীৰ লোকে সৃষ্টি কৰিছিল কুসংস্কাৰৰ। বৰ্তমানৰ বিজ্ঞানৰ যুগতো সেয়া অব্যাহত আছে। আচলতে কুসংস্কাৰৰ লগত জড়িত আছে শিক্ষা, নিৰক্ষৰতা আৰু

দৰিদ্ৰতা। যেতিয়ালৈকে নিৰক্ষৰতা থাকিব। যেতিযালৈকে দৰিদ্ৰতা থাকিব তেতিয়ালৈকে সম্ভৱ নহয় কুসংস্কাৰ দূৰ কৰা।

**কুসংস্কাৰ দূৰীকৰণ**

কুসংস্কাৰ দূৰ কৰাৰ প্ৰধান অস্ত্ৰ বিজ্ঞান। মানুহৰ মনৰ পৰা বিজ্ঞানৰ চেতনা বৃদ্ধি কৰিব পাৰিলেই এই দুৰাৰোগ্য ব্যাধিৰ পৰা আমি মুক্ত হ'ব পাৰিম। এই বিষযত বিভিন্ন সভা, আলোচনাচক্ৰ, প্ৰদৰ্শনীৰ ব্যৱস্থা কৰা উচিত। চৰকাৰী আৰু বেচৰকাৰী পৰ্যাযত সাধাৰণ লোকৰ মাজত বিজ্ঞান চেতনা বৃদ্ধিৰ বাবে অভিযান চলোৱা আৱশ্যক। অলৌকিকতাৰ মাজতো যে বিজ্ঞান লুকাই আছে তাক বিভিন্ন প্ৰক্ৰিয়াৰে উদঙাই দিব পাৰি। ছাত্ৰ-ছাত্ৰী যাতে আৰম্ভণিৰ পৰাই কু-সংস্কাৰমুক্ত আৰু বিজ্ঞান শিক্ষাৰ আকৰ্ষিত হ্য তাৰ প্ৰতি চকু ৰাখিব লাগে। প্ৰাপ্ত বয়স্ক শিক্ষাৰ যোগেদি সমাজৰ লোকক কুসংস্কাৰৰ ভিত্তিহীনতা সম্পৰ্কে অৱগত কৰিব পাৰি।

**সামৰণি**

সভ্যতাৰ উন্মেষ ঘটাৰ লগে লগে সমাজৰ একশ্ৰেণীৰ লোকে দেৱ-দেৱীৰ কল্পনা কৰে। ভূতৰ সৃষ্টি কৰে। প্ৰাচীন কালৰ পৰা চলি অহা এই কল্পনাৰ একবিংশ শতিকাতো অন্ত নপৰিল। কুসংস্কাৰৰ অন্ধকাৰৰ পৰা মুক্ত কৰি মানুহক জ্ঞানৰ পোহৰলৈ অনাটো সমাজৰ প্ৰতিজন সচেতন লোকৰ কৰ্তব্য। এই বিষযত ছাত্ৰ-ছাত্ৰীযে প্ৰধান ভূমিকা ল'ব লাগিব।

# অসমৰ বিদেশী সমস্যা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বিদেশী আগমনৰ কাৰণ - বিদেশীৰ বিৰুদ্ধে জনপ্ৰতিক্ৰিয়া - বিদেশী সমস্যা সমাধানৰ উপায - সামৰণি

**ভূমিকা**

ঐতিহাসিক, সাংস্কৃতিক আৰু প্ৰাকৃতিক সম্পদেৰে চহকী ৰাজ্য অসম। কিন্তু দীৰ্ঘদিন ধৰি ৰাজ্যখন প্ৰাকৃতিক দুৰ্যোগ, ৰাজনৈতিক সন্ত্ৰাসবাদ, অৰ্থনৈতিক, সামাজিক সমস্যাৰ সন্মুখীন হৈ আহিছে। যোৱা কেইবাটাও দশক ধৰি অসম যিবোৰ উল্লেখযোগ্য সমস্যাৰ সন্মুখীন হৈ আহিছে তাৰ ভিতৰত এটা জ্বলন্ত সমস্যা হ'ল বিদেশী সমস্যা। যোৱা প্ৰায তিনিটা দশক ধৰি এই সমস্যাই অসমৰ সমাজ-সংস্কৃতি অৰ্থনীতি আৰু ৰাজনৈতিক দিশত অতিশয় আঘাত হানিছে। অসমলৈ অহা বৃহৎসংখ্যক অবৈধ বিদেশীলোকো পৰৱৰ্তীকালত বিভিন্ন কাৰণ আৰু সুবিধাত স্থায়ীভাৱে ৰাজ্যখনৰ বিভিন্ন ঠাইত বাস কৰি মূল জনগাঁথনিৰ মাজত সোমাই অসমৰ জাতীয় বৈশিষ্ট্যত আঘাত হানিছে। বিশেষকৈ অসমৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক ক্ষমতাত বেছি আঘাত হানিছে। অসমলৈ অহা অবৈধ বহিৰাগতসকলৰ ভিতৰত আমি চুবুৰীয়া ৰাষ্ট্ৰ নেপাল, ভূটান আৰু

বাংলাদেশৰ পৰা অহা লোকসকলৰ কথা উল্লেখ কৰিব লাগিব। এই তিনিওখন ৰাষ্ট্ৰৰ ভিতৰত নেপাল আৰু ভূটানৰপৰা অহা লোকৰ সংখ্যা সামান্য। তাৰ বিপৰীতে বাংলাদেশৰ পৰা অসংখ্য লোক আহি অসমৰ চুকে-কোণে বিয়পি পৰিছে। এক কথাত অসমৰ বিদেশী সমস্যাৰ মূল হৈছে বাংলাদেশৰ পৰা অবৈধভাৱে অহা লোকসকল। অসমৰ জনগাঁথনিৰ দ্ৰুত পৰিৱৰ্তন ঘটাই বাংলাদেশী সমস্যাই খিলঞ্জীয়া অধিবাসীৰে গঠিত অসমীয়া জাতিৰ বিপৰ্যয় মাতি আনিছে।

**বিদেশী আগমনৰ কাৰণ**

অসমৰ বিদেশী সমস্যাটোৰ কাৰণ বিশ্লেষণ কৰিলে দেখা পোৱা যায় যে বিশ্বৰ আন আন দেশৰো প্ৰব্ৰজনৰ যি ঘাই কাৰণ সেয়া অসমৰ ক্ষেত্ৰতো প্ৰযোজ্য। যিসকল লোক অতি দৰিদ্ৰ তেওঁলোকেই অন্ন-বস্ত্ৰৰ চাহিদাত নিজ ঠাই এৰি আন ঠাইলৈ প্ৰব্ৰজন কৰে। অসম তথা ভাৰতৰ আৰ্থসামাজিক অৱস্থা তথা মানুহৰ জীৱনধাৰণৰ মান বাংলাদেশ আৰু চুবুৰীয়া আন দেশকেইখনৰ তুলনাত উচ্চমানৰ আৰু সুস্থিৰ। তদুপৰি প্ৰব্ৰজনৰ আন এক কাৰণ হ'ল বনাঞ্চল আৰু কৃষিৰ উপযোগী পতিত ভূমি। সেয়ে বিদেশীসকলে অবৈধভাৱে কেৱল অন্ন-বস্ত্ৰ আৰু ভৱিষ্যত প্ৰজন্মৰ সুস্থিৰতাৰ কথা চিন্তা কৰি অসমলৈ প্ৰব্ৰজন কৰি আহিছে। ভাৰত স্বাধীন হোৱাৰ আগৰে পৰা অসমলৈ বাংলাদেশীৰ আগমন ঘটিছিল। কিন্তু স্বাধীনতা লাভ কৰাৰ পাছত অসুৰক্ষিত সীমান্তৰে নিয়মিতভাৱে বাংলাদেশী অসমলৈ আহি বিস্তীৰ্ণ চৰ অঞ্চল আৰু ৰাজ্যখনৰ ধুবুৰী, গোৱালপাৰা, নগাঁও, মৰিগাঁও, বৰপেটা, দৰং আদি জিলাত বেদখল কৰাৰ অভিযোগ বিভিন্ন সময়ত উত্থাপিত হৈ আহিছে। বাতৰিকাকত আৰু সংসদত উত্থাপিত তথ্য অনুসৰি বৰ্তমান অসমত কমেও ৪০ লাখ বাংলাদেশী আছে।

**বিদেশীৰ বিৰুদ্ধে জনপ্ৰতিক্ৰিয়া**

অসমলৈ অহা বাংলাদেশীসকলক লৈ প্ৰথম অৱস্থাত চৰকাৰ নাইবা জনসাধাৰণ সিমান সচেতন নাছিল যদিও সত্তৰৰ দশকত যেতিয়া এই সমস্যাই জাতীয় গাঁথনিত আঘাত হানিবলৈ ধৰিলে তেতিয়াই এই সমস্যা আন এক জাতীয় সমস্যা হিচাপে পৰিগণিত হ'ল। অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ বাবে চিৰজীৱন মাত মাতি অহা অসমী আইৰ গৌৰৱ অম্বিকাগিৰি ৰায়চৌধুৰী, কমলাকান্ত ভট্টাচাৰ্য আদি লোকে অৱশ্যে আৰম্ভণিৰ পৰাই এই সমস্যাৰ প্ৰতি সচেতন হৈ সকীয়াই আহিছিল। বিদেশী বহিষ্কাৰৰ উদ্দেশ্যে ১৯৭৯চনৰ পৰা ১৯৮৫ চনলৈ অসমত বিশ্বত আলোড়ন সৃষ্টি কৰা এক গণ আন্দোলনো গঢ় লৈ উঠিছিল। এই আন্দোলন অসম আন্দোলন নামেৰে বিখ্যাত। এই আন্দোলনত প্ৰায় ৮৮৫ লোক শ্বহীদ হ'বলগীয়া হয়। অৱশেষত ১৯৮৫ চনৰ ১৪ আগষ্টৰ নিশা তদানীন্তন ভাৰতৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীৰ সৈতে আন্দোলনৰ নেতৃবৰ্গৰ এখন চুক্তি সম্পাদিত হয়। সেই মৰ্মে ১৯৭১ চনৰ মাৰ্চ মাহৰ ২৫ তাৰিখৰ পাছত অহা সকলো বাংলাদেশী নাগৰিকক অবৈধ ঘোষণা কৰি চিনাক্ত কৰি বহিষ্কাৰৰ সিদ্ধান্ত লোৱা হয়। এই চুক্তি মৰ্মে কাৰ্যকৰী ব্যৱস্থা হাতত লৈ আইনমতে বিদেশী বহিষ্কাৰ কৰিব লাগিছিল

যদিও আইন আৰু বিভিন্ন আন কাৰণত বিদেশী সমস্যা আপাতত একেই অৱস্থাত থাকিল। যাৰ বাবে বিভিন্ন দল-সংগঠন আদিয়ে বাংলাদেশী বহিষ্কাৰৰ দাবীত আজিও সৰৱ হৈ আছে। আজি বাংলাদেশী সমস্যাটো কেৱল অসমৰ সমস্যা হৈ থকা নাই ৰাষ্ট্ৰীয় স্তৰতো এই সমস্যাৰ বিশেষভাৱে আলোচনা হৈছে। চৰকাৰেও ভাৰত-বাংলাদেশ সীমান্ত বন্ধ কৰাৰ বাবে কাঁটাতাঁৰৰ বেৰৰ ব্যৱস্থা কৰিছে।

### বিদেশী সমস্যা সমাধানৰ উপায়

এটা কথা নিশ্চিত যে অসমৰ বিদেশী সমস্যাটো তাৎক্ষণিকভাৱে সমাধান কৰিব পৰা সমস্যা নহয়। কাৰণ লাখ লাখ বিদেশীক আইনমতে চিনাক্ত কৰি বহিষ্কাৰ কৰাটো সহজ নহয়। আনহাতে অসমৰ সংমিশ্ৰিত জাতি গঠন প্ৰক্ৰিয়াৰ সুবিধা লৈ বাংলাদেশীসকল এনেভাৱে মিলি পৰিছে যে চিনাক্তকৰণ কৰাটো কঠিন। সীমান্ত অঞ্চলেদি বাংলাদেশীৰ প্ৰব্ৰজন ৰোধ কৰিবলৈ বিভিন্ন ব্যৱস্থা আদি লোৱা হৈছে যদিও সেয়া পৰ্যাপ্ত নহয় বাবে• নিতৌ নতুনকৈ বিদেশী প্ৰব্ৰজনৰ বাতৰি প্ৰকাশ হৈ আহিছে। সেয়ে সুদূৰপ্ৰসাৰী কাৰ্যাৱলীৰে এই সমস্যা সমাধানৰ বাবে চৰকাৰ আৰু জনসাধাৰণ আগবাঢ়ি অহাটো উচিত। তাৰ ভিতৰত (ক) ভাৰত-বাংলাদেশ সীমান্ত সম্পূৰ্ণৰূপে চীল কৰি দি কটকটীয়া পহৰাৰ ব্যৱস্থা।

(খ) শুদ্ধ আৰু নিকা নাগৰিকপঞ্জী প্ৰস্তুতকৰণ।

(গ) ১৯৭১ চনৰ পাছত অহা বিদেশীসকলৰ প্ৰতি দেশৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত কঠোৰ হ'বলৈ জনসাধাৰণে চৰকাৰক বাধ্য কৰোৱা।

(ঘ) বাংলাদেশীক 'ৱৰ্ক পাৰ্মিট' দিয়াৰ ব্যৱস্থা কৰা।

(ঙ) ভাৰত-বাংলাদেশৰ সীমান্ত নদীসমূহত নাৱেৰে পহৰা দিয়াৰ ব্যৱস্থা কৰা।

(চ) অসমৰ ব্যক্তি তথা সকলো ব্যৱসায়িক প্ৰতিষ্ঠানে সস্তীয়া বিদেশী শ্ৰমিক ব্যৱহাৰ পৰিহাৰ কৰা।

(ছ) ভাৰতত প্ৰৱেশ কৰা অবৈধ বিদেশীসকলৰ ক্ষেত্ৰত কঠোৰ আইন প্ৰণয়ন কৰিবলৈ তথা অসম চুক্তিৰ প্ৰয়োজনীয় দফাসমূহ তৎকালীনভাৱে ৰূপায়ণৰ ব্যৱস্থা কৰিবলৈ কেন্দ্ৰীয় চৰকাৰক জনসাধাৰাণৰ হেঁচা প্ৰয়োগ।

### সামৰণি

এটা জাতিয়ে যেতিয়ালৈকে নিজৰ সংস্কৃতি তথা আৰ্থ-সামাজিক দিশটোত নিজৰ বৈশিষ্ট্য আৰু অস্তিত্বত আনৰ দ্বাৰা প্ৰভাৱিত হ'বলৈ নিদিয়াকৈ ৰাখিব পাৰে তেতিয়ালৈকে জাতিটোৱে মূৰ দাঙি থাকিব পাৰে সেয়ে অসমক বিদেশীমুক্ত কৰি অসমীয়া জাতিৰ অস্তিত্ব জীয়াই ৰাখিবলৈ হ'লে প্ৰত্যেকজন নাগৰিকে এক বহল জাতীয় চেতনাৰে পৰিপুষ্ট হ'ব লাগিব।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি : ১ অসমৰ বহিৰাগত সমস্যা (HS 2007) ২ অসমৰ জ্বলন্ত সমস্যা (HSLC 2000) ৩ অসমৰ প্ৰধান সমস্যা আৰু তাৰ সমাধানৰ উপায় (HSLC 1997)**

# অসমীয়া সংস্কৃতিৰ বৈশিষ্ট্য

**HS 2003**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অসমীয়া সংস্কৃতিৰ গাঁথনি বা ঐতিহ্য - মূল বৈশিষ্ট্যবোৰ - অসমীয়া সংস্কৃতিৰ অবিচ্ছেদ্য উপাদান - সামৰণি

### ভূমিকা

এটা জাতিৰ মান নিৰূপণ কৰে সেই জাতিৰ সাংস্কৃতিক বৈশিষ্ট্যই। এক কথাত সংস্কৃতি বুলি ক'লেই মানুহৰ ব্যৱহাৰিক জীৱনৰ লাগতিয়াল সকলো দিশ, যেনে ঃ খোৱা-বোৱা, বাচন-বৰ্তন, পিন্ধন-উৰণ, গা-গহনা, নিত্য ব্যৱহাৰ্য সা-সামগ্ৰী, নৃত্য-গীত-বাদ্য ভাষা-সাহিত্য, কৃষি পদ্ধতি আদি সকলো মানৱ-জীৱনৰ লগত নিবিড়ভাৱে গাঁথা, য'ত ইটো এৰি সিটো বৰ্তি থকা কঠিন। ভাৰতৰ সূৰ্য উঠা দেশ অসমৰ এক ঐতিহ্যমণ্ডিত সাংস্কৃতিক বৈশিষ্ট্য আছে। সাতামপুৰুষীয়া সামাজিক বান্ধোন তথা ৰীতি-নীতিৰ মাজেদিয়েই গোষ্ঠী, ভাষা, লোককৃষ্টিৰে উদ্বুদ্ধ হৈ অসমীয়া জাতিয়ে এক মহান সংস্কৃতিৰ বৈশিষ্ট্যময় বাহক হিচাপে অসমৰ পৰিচয় দি আহিছে। নানা জাতি–উপজাতিৰ মিলনভূমি অসমৰ সাংস্কৃতিক বৈশিষ্ট্যৰ বাবে আজিও মূৰ দাঙি আছে অসমীয়া জাতিয়ে।

### অসমীয়া সংস্কৃতিৰ গাঁথনি বা ঐতিহ্য

অতি প্ৰাচীন কালৰে পৰা মূলতঃ দ্ৰাবিড়, অষ্ট্ৰিক, মংগোলীয়, আৰ্য আদি জাতি-উপজাতিবোৰৰ জনকৃষ্টি-সংস্কৃতি আহি অসমীয়া সংস্কৃতিক বৈশিষ্ট্যময় কৰি তুলিছিল। দ্বাদশ শতিকাতে চুকাফাৰ নেতৃত্বত অহা টাই-আহোমসকলে অসমীয়া সংস্কৃতিৰ ভেটি শক্তিশালী কৰিলে। তাত সমল যোগালে বিভিন্ন সময়ত অহা মুছলমানসকলৰ বাৰেৰহণীয়া সংস্কৃতিয়ে। তাৰো বহু পাছত আহিল ইংৰাজ সভ্যতাৰ আধুনিক জীৱন শৈলীৰ কৃষ্টি-সংস্কৃতি। এই সকলোৰে সংমিশ্ৰণতে গঢ়ি উঠিল অসমীয়া সংস্কৃতি। ৰাভা, কাৰ্বি, মিচিং, ডিমাচা, টিৱা, বড়ো, কোঁচ-ৰাজবংশী, চাহবাগিচাৰ আদিবাসীসকল, আহোম, মটক, কলিতা আদি জাতি-উপজাতিৰ সাংস্কৃতিক উপাদানেৰে সুদীৰ্ঘদিনৰ এক পৰম্পৰাগত বান্ধোনেৰে আজি অসমীয়া জাতি এক বৈশিষ্ট্যময় বিচিত্ৰ সংস্কৃতিবান জাতিত পৰিণত হৈছে।

### মূল বৈশিষ্ট্যৰাজি

অসমীয়া সাংস্কৃতিক বৈশিষ্ট্যসমূহ বহুধাৰাত বিভক্ত। বহু ধাৰাত বিভক্ত দিশবোৰৰ সম্যকভাৱে যুকিয়ালে দেখা যায় যে বিভিন্ন জাতি-উপজাতিৰ লিখিত-মৌখিক সাহিত্য, স্বকীয় মাত-কথা, আহাৰ-আচৰণ, লোককলা, ধৰ্মীয়-সামাজিক অনুষ্ঠান, কৃষি প্ৰণালী, উৎসৱ-পাৰ্বণ আদিৰ ৰীতি-নীতিৰ উৎকৰ্ষ সাধনেই মূল সাংস্কৃতিক বৈশিষ্ট্যসমূহৰ নান্দনিক বিশেষত্ব। থলুৱা গীত-মাত, নৃত্য-গীত-ভাওনা আদি অন্যতম বৈশিষ্ট্য। এই বৈশিষ্ট্যৰাজিৰ সাধনৰ ক্ষেত্ৰ হ'ল নামঘৰ তথা সত্ৰসমূহ আৰু শ্ৰীমন্ত শংকৰদেৱৰ পৰা আৰম্ভ কৰি জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, ভূপেন হাজৰিকাকে ধৰি অসমীয়া জনগণৰ জীৱনজোৰা সাধনাৰ ফল।

**অসমীয়া সংস্কৃতিৰ অবিচ্ছেদ্য উপাদান**

বিভিন্ন জনশ্রুতি, লোকগীত, গায়ন-বায়ন, আইনাম, বিয়ানাম, গৰখীয়া গীত, গোপিনী সবাহৰ গীত, নিচুকণী গীত, বনগীত, ঢুলীয়া-খুলীয়া গীত, ওজাপালি, থিয নাম, বিহুগীত, ঝুমুৰা তথা ভাওনাৰ নৃত্য-গীত, ঝুমুৰ, দেওধনী নৃত্য, জিকিৰ, খেৰাই নৃত্য, বাগৰুম্বা নৃত্য, বিভিন্ন জনজাতিৰ পৰম্পৰাগত নৃত্য-গীত গোৱালপৰীয়া লোকগীত আদি অসমীযা সংস্কৃতিৰ এৰাব নোৱৰা অংগ। হাজোৰ বিখ্যাত দেৱদাসী নৃত্য প্রায বিলুপ্ত। এনে বাৰেবৰণীয়া সাংস্কৃতিক উপাদান বহু কম পৰিমাণেহে দেখা যায়। যাক অসমীয়া সংস্কৃতিৰ প্রধান ইতিবাচক দিশ বুলিব পৰা যায়।

**সামৰণি**

যোৱা কেইবাটাও দশক জুৰি বিজ্ঞান আৰু প্রযুক্তিৰ দ্রুত বিকাশৰ পৰিণতিত আমাৰ সমাজ ব্যৱস্থাৰ দ্রুত পৰিৱৰ্তন ঘটিছে। যান্ত্রিক যুগ আৰু বিশ্বখন এখন গাঁৱত পৰিণত হোৱাৰ সুবাদত চলা প্রতিযোগিতাৰ দৌৰে মানুহৰ অন্তৰ জয কৰিছে ক্রমাৎ। বৰলুইতৰ চাপৰিৰ গৰখীয়াই আজি ম'হৰ পিঠিত উঠি বনগীত গোৱা দেখা পোৱা নাযায়। নাট-ভাওনা, বিহুগীত, জনগোষ্ঠীয় সংস্কৃতিযে মঞ্চ দখল কৰিছে। এনে পৰিৱেশত অসমীযা সাংস্কৃতিক বৈশিষ্ট্যৰাজিযে নিজৰ অস্তিত্ব ৰক্ষাৰ বাবে সংগ্রাম কৰিবলগীয়া সময আহি পৰিছে। ইযাৰ মূল কাৰণ হৈছে, অৰ্থনৈতিক দুৰৱস্থা আৰু প্রণালীবদ্ধ গৱেষণামূলক দৃষ্টিভংগীৰ অভাৱ। অসমীয়া জাতিযে সুদৃঢ় চিন্তাধাৰাত আৰু সুদূৰপ্রসাৰী দৃষ্টি-ভংগীৰে অসমীযা সংস্কৃতিৰ বৈশিষ্ট্যৰাজি সংস্কাৰ কৰাৰ প্রযোজনীযতা আহি পৰিছে। তেতিযাহে বীৰ লাচিতৰ অসমীয়াই অধিক স্থিতি লাভ কৰি বিশ্বৰ ভিন ভিন প্রগতিশীল দেশৰ লগত সকলো ক্ষেত্রতে সমানে আগবাঢ়ি যাব পাৰিব। কাৰণ সংস্কৃতিয়েই হৈছে এটা জাতি তথা এগৰাকী ব্যক্তিৰ প্রকৃত পৰিচয।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ´১ অসমৰ সাংস্কৃতিক ঐশ্বৰ্য

# জীৱনৰ লক্ষ্য

*HSLC 1990,1997,1999,2001*

**ৰচনাৰ সংকেত :** ভূমিকা - মোৰ লক্ষ্যৰ সংজ্ঞা - মোৰ লক্ষ্যৰ প্রসাৰিত ক্ষেত্র - লক্ষ্যত উপনীত হোৱাৰ প্রস্তুতি - লক্ষ্য প্রাপ্তিৰ বাবে প্রয়োজন- সামৰণি

**ভূমিকা**

লক্ষ্যহীন জীৱন ব'ঠাহীন নাৱৰ দৰে। বতাহে যেনিয়েই টানি নিয়ে তেনিয়েই গতি কৰে। কিন্তু অপৰূপ জীৱন যিহেতু এবাৰেই পোৱা যায়, সেয়ে ইয়াক সাফল্যমণ্ডিত কৰি তুলিবলৈ চেষ্টা কৰাটো মানুহৰ কৰ্তব্য। শিক্ষা জীৱনৰ আৰম্ভণিতে পোৱা এই শিক্ষাৰে ময়ো নিজৰ জীৱন সজাবলৈ মন থিৰ কৰিছোঁ। মই মোৰ জীৱনৰ লক্ষ্য ঠিক কৰিছোঁ — মই সাংবাদিক হ'ম।

**মোৰ লক্ষ্যৰ সংজ্ঞা**

লক্ষ্য যিযেই নহ'ওক, সেই দিশত আগবঢ়াৰ প্ৰস্তুতি নিজৰ মাজত কৰি ল'ব পাৰিলে বহুখিনি সুবিধা হয়। সাম্প্ৰতিক পৃথিৱীত জীয়াই থাকিবলৈ আন বৃত্তিৰ কথা নাভাবি মই কেৱল সাংবাদিকতাকহে আগস্থান দিছোঁ। কাৰণ সাংবাদিকৰ কলমত বহুত শক্তি আছে বুলি মই বিশ্বাস কৰোঁ। সাংবাদিকৰ কলমৰ শক্তিৰে সমাজৰ অশুভ শক্তিক পৰাস্ত কৰিব পাৰি বুলি মই ভাবো।

সংবাদ সেৱা যিযেই কৰে তেৱেঁই সাংবাদিক। বৃত্তি হিচাপেও বৰ্তমান সাংবাদিকতাই আকৰ্ষণীয় ৰূপ গ্ৰহণ কৰিছে। সংবাদপত্ৰ হ'ল সমাজৰ দাপোণ স্বৰূপ। দেশ-বিদেশৰ ঘটনাপ্ৰবাহ সংবাদপত্ৰত প্ৰতিফলিত হয়। বৃত্তি হিচাপে সাংবাদিকতা বৰ্তমান কেৱল সংবাদপত্ৰ নিৰ্ভৰ নহয়, নানান মাধ্যমৰ জৰিয়তে এই বৃত্তিত প্ৰচুৰ সম্ভাৱনা আছে। ৰেডিঅ', টেলিভিছন আদিৰ দৰে ইলেকট্ৰনিক মাধ্যমৰ বিশাল জগতখনলৈ সাংবাদিকতাৰ ক্ষেত্ৰ সম্প্ৰসাৰিত হৈছে।

**মোৰ লক্ষ্যৰ প্ৰসাৰিত ক্ষেত্ৰ**

যিকোনো লক্ষ্য প্ৰাপ্তিৰ বাবেই মানুহক প্ৰচুৰ ধৈৰ্যৰ প্ৰয়োজন। ময়ো সেয়ে মোৰ লক্ষ্যত উপনীত হ'বৰ বাবে পৰিশ্ৰম আৰু প্ৰয়োজনীয় অধ্যয়ন এতিয়াৰ পৰাই আৰম্ভ কৰিছোঁ। যিহেতু সাংবাদিকতা এক সেৱামূলক বৃত্তি, গতিকে ইয়াত অৰ্থোপাৰ্জনতকৈ সমাজৰ বাবে কিবা এটা ভাল কাম কৰি যাব পৰাটোহে মই লক্ষ্য হিচাপে লৈছো।

আজিৰ পৰা কিছু বছৰৰ আগলৈকে বৃত্তি হিচাপে সাংবাদিকতাক উচ্চ স্থান দিয়া হোৱা নাছিল। আন ক'তো একো ব্যৱস্থা কৰিব নোৱাৰিহে 'দুদিনমান কৰি চাওঁচোন' বুলি মানুহ এই বৃত্তিলৈ আহিছিল। কিন্তু বৰ্তমান সময় সলনি হৈছে। এচাম অতি নিষ্ঠাৱান আৰু কৰ্মী সাংবাদিকৰ বাবেই আজি সাংবাদিকতা হৈ পৰিছে এক সম্মানীয় বৃত্তি।

সাম্প্ৰতিক সময়ত সাংবাদিকতাই পৰিগ্ৰহ কৰিছে মানুহৰ মানসিক চাহিদা পূৰণ আৰু জীৱিকাৰ আকৰ্ষণীয় উপায়। সাংবাদিকতাৰ জ্ঞান আৰু অৰ্হতা থকা ব্যক্তিৰ বাবে বিভিন্ন চৰকাৰী-বেচৰকাৰী সংবাদ সংস্থা অথবা বিভিন্ন জনসংযোগ বিভাগত নিযুক্তি লাভৰ সম্ভাৱনা আছে। সেইদৰে মুক্ত সাংবাদিকৰূপে (Freelance Journalist) বিভিন্ন ৰেডিঅ', টেলিভিছন অথবা সংবাদপত্ৰ প্ৰতিষ্ঠানৰ লগত পোনপটীয়াকৈ জড়িত নোহোৱাকৈও এক স্বচ্ছল বাট মোকলাই ল'ব পাৰি। অৰ্হতাপ্ৰাপ্ত দক্ষ সাংবাদিকে নিজাববীয়াকৈ নিউজ এজেন্সী বা সংবাদ সংস্থা গঠন কৰি তাৰ সহায়ত স্বনিয়োজনেৰে এক স্বচ্ছল জীৱন যাপন কৰিব পাৰে। এইখিনিৰ উপৰি বিভিন্ন সংবাদপত্ৰত নিয়মীয়া নিযুক্তিৰ সুবিধাতো আছেই। সংবাদপত্ৰৰ সংখ্যা বৃদ্ধি পাই অহাৰ লগে লগে এই সুযোগ-সুবিধা আৰু সম্ভাৱনাৰ পৰিসৰো ক্ৰমাৎ দ্ৰুতগতিত সম্প্ৰসাৰিত হৈ আহিছে। সাংবাদিকতাত অৰ্হতা থকা ব্যক্তিয়ে বিভিন্ন সংবাদপত্ৰৰ ষ্টাফ ৰিপ'ৰ্টাৰ, উপ-সম্পাদক, বাতৰি যোগনিয়াৰ, বাৰ্তা সম্পাদক, আৰ্হি পাঠক আদি বহুকেইটা পদত সহজেই নিযুক্তি লাভ কৰিব পাৰে। একেদৰে

বিভিন্ন ইলেকট্ৰনিক মাধ্যমৰ বিভিন্ন পদবীতো সাংবাদিকতাৰ জ্ঞান থকা ব্যক্তিয়ে অগ্ৰাধিকাৰ লাভ কৰে। এই সকলো সুবিধাৰ উপৰি মোৰ আগ্ৰহৰ বাবেই এই বৃত্তি বাছি ল'ম বুলি সিদ্ধান্ত ল'লোঁ।

**লক্ষ্যত উপনীত হোৱাৰ প্ৰস্তুতি**

'যতে ইচ্ছা ত'তে বাট', Where there is a will, there is a way এনে ইচ্ছাশক্তিৰ বলতে আজি আমি ষ্টিফেন হকিন্স, আব্দুল কালামৰ দৰে মহান বিজ্ঞানীৰ নাম স্মৰণ কৰো। যিসকলে জীৱনৰ বাটত আহি পৰা প্ৰতিটো সংঘাত আৰু সমস্যাকে নিজৰ প্ৰবল ইচ্ছাশক্তিৰে জয় কৰিছে। যাৰ বাবে বিজ্ঞান মাথোঁ জীৱিকাৰ উপায় হৈ থকা নাই, হৈছে মানৱ কল্যাণৰ বাবে ব্যৱহৃত মহামন্ত্ৰ। জীৱনৰ সংকটক তেওঁলোকে সাহসেৰে পাৰ হৈ আহিব পাৰিছে। ইচ্ছাশক্তি অবিহনে কোনো কাম সম্ভৱ নহয়। খাই-বৈ থাকিব পৰা আৰামদায়ক চাকৰিৰ পৰিৱৰ্তে সাংবাদিকতাৰ দৰে পৰিশ্ৰমৰ বৃত্তি নিৰ্বাচন কৰাটোকো মই ইচ্ছাশক্তিৰ কাম বুলি ভাবো। মোৰ ধাৰণা, আন বৃত্তিৰ তুলনাত সাংবাদিকতাৰ বিশাল ক্ষেত্ৰখনত প্ৰৱেশ কৰি প্ৰতিষ্ঠা লাভ কৰিবলৈ হ'লে মোৰ সকলো বিষয়তে সম্যক জ্ঞান থাকিব লাগিব। যি মোৰ মানসিক দিগন্তত প্ৰসাৰিত হোৱাত সহায় কৰিব।

**লক্ষ্য প্ৰাপ্তিৰ বাবে প্ৰয়োজন**

সাংবাদিক হ'বৰ বাবে মই প্ৰখৰ চিন্তা, তীক্ষ্ণ দৃষ্টি আৰু বিশ্লেষণী ক্ষমতাৰ অধিকাৰী হ'ব লাগিব। ইয়াৰ বাবে এতিয়াই মই বিভিন্ন বিষয়ৰ কিতাপ পঢ়াৰ চেষ্টা কৰিছো, সমুখত দেখা যিকোনো ঘটনাকে মন দি চাই তাৰ পৰা কি শিকিব পাৰি তাৰ চেষ্টা কৰিছোঁ। জ্যেষ্ঠ সাংবাদিকসকলৰ সৈতে সুবিধা পালে কথা-বতৰা পতাৰ চেষ্টা কৰোঁ। এইসকলোৰে উপৰি মোক প্ৰয়োজন হ'ব প্ৰখৰ চিন্তা শক্তি, তীক্ষ্ণ দৃষ্টি আৰু বিশ্লেষণী ক্ষমতা। এইখিনি অৰ্জনৰ বাবে মোক প্ৰয়োজন হ'ব প্ৰচুৰ অধ্যয়নৰ। পাঠ্যপুথি অধ্যয়নৰ পিছত আজৰি সময়ত মই সাংবাদিক, সংবাদ আৰু ইয়াৰ কৰ্ম-প্ৰক্ৰিয়াৰ বিষয়ে জানিবলৈ চেষ্টা কৰিম।

মোৰ মনৰ পৰা এপলকৰ বাবেও লক্ষ্যৰ কথা আঁতৰিবলৈ নিদিওঁ। সাহস আৰু প্ৰতিকূল পৰিৱেশত কাম কৰাৰ মানসিকতা এজন দক্ষ আৰু প্ৰতিষ্ঠিত সাংবাদিকৰ আৱশ্যকীয় গুণ। এইখিনি আহৰণ কৰিবলৈও এতিয়াৰ পৰাই মই প্ৰস্তুত হ'ব লাগিব। বিজ্ঞান, ৰাজনীতি, অৰ্থনীতি, সমাজ, সাহিত্য, ক্ৰীড়া এই সকলো লৈয়ে আধুনিক বৃত্তিধাৰী সাংবাদিক। গতিকে এনেবোৰ বিষয়ৰ পুংখানুপুংখ নহ'লেও অন্ততঃ সম্যক জ্ঞানখিনি আহৰণ কৰিবলৈ চেষ্টা কৰিম। সাহস, নিষ্ঠা, সততা আৰু ধৈৰ্যৰে আগবাঢ়িলে সাংবাদিকতাৰ এই বিশাল ক্ষেত্ৰখনত সফলতা আহিবই।

**সামৰণি**

এখন দেশৰ গণতন্ত্ৰ ৰক্ষাত সাংবাদিকসকলৰ কৰ্তব্যই সৰ্বাধিক। তেওঁলোক একেধাৰে স্ৰষ্টা আৰু দ্ৰষ্টা। তেওঁলোক পথ-প্ৰদৰ্শক। গণতন্ত্ৰত সাংবাদিকৰ ভূমিকা হ'ল সুস্থভাৱে পৰিচালিত কৰা। এইক্ষেত্ৰত সাংবাদিকৰ কৰণীয় হ'ল প্ৰকৃত সত্যক শুদ্ধ আৰু

সম্পূৰ্ণকৈ ৰাইজৰ সন্মুখত দাঙি ধৰা। প্ৰকৃত সাংবাদিকে কোনো দল বা পক্ষৰ পোষকতা নকৰে। তেওঁলোক সৰ্বদা নিৰপেক্ষ। সেইদৰে গণতন্ত্ৰত সাংবাদিকৰ আন এটা ভূমিকা হ'ল ব্যক্তি স্বাৰ্থৰ বিৰোধিতা কৰা। ব্যক্তি স্বাৰ্থক প্ৰশ্ৰয় দিয়াৰ পৰিবৰ্তে তেওঁলোকে সমাজ আৰু জনগণৰ হকে কাম কৰি যায়।

সমাজত সংবাদপত্ৰৰ ভূমিকা সুদূৰপ্ৰসাৰী হ'ব পাৰে তাক অনুভৱ কৰিব পাৰি এইচ জি ৱেলছৰ উক্তিৰ পৰা। সেয়া হ'ল 'বুৰঞ্জী প্ৰসিদ্ধ ৰোম সাম্ৰাজ্য টিকি থাকিব নোৱৰাৰ এটা কাৰণ সেই সময়ত ৰোম সাম্ৰাজ্যত কোনো সংবাদপত্ৰ নাছিল। দূৰ-দূৰণিত সিঁচৰতি হৈ থকা প্ৰজাবৰ্গৰ মতি-গতি কেন্দ্ৰই জানিবলৈ কোনো উপায় নাছিল।'

বৰ্তমান যে সাংবাদিকতা অতি সন্মানীয় পৰ্যায়ৰ বৃত্তি, তাত সন্দেহ নাই। মানৱ সেৱাক জীৱিকা হিচাপে একমাত্ৰ বৃত্তি বুলি গণ্য কৰি মই ইয়াক মোৰ লক্ষ্য কৰি ল'লোঁ।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - একতাৰ প্ৰয়োজনীয়তা - কি কি ক্ষেত্ৰত আমি একত্ৰিত হোৱা উচিত - সামৰণি

# একতা

*মাউখে উটিলে গুৰি পৰুৱাৰো মৰণ নাই।*

— প্ৰবচন

**ভূমিকা**

মানৱ সমাজৰ বিৱৰ্তনৰ মূল আধাৰেই হ'ল একতা। আদিতে মানুহে যেতিয়া গছৰ বাকলি পিন্ধি আহাৰ সংগ্ৰহৰ বাবে জীৱ-জন্তু চিকাৰ কৰিবলৈ শিকিছিল তেতিয়াৰ পৰাই মানৱ সমাজত একতাৰ প্ৰচলন হৈ আহিছে। একতা পৰম বল। মানুহে ব্যক্তিগতভাৱে কিছুমান কাম কৰি দৈনন্দিন জীৱন-যাপন কৰি আহিলেও মানুহ মূলতঃ সমাজ প্ৰিয় জীৱ। প্ৰত্যেক কামেই সামাজিক গঠনৰ লগত নিৰ্ভৰশীল। সেয়ে মানুহে কোনো কামেই অকলে কৰাটো সম্ভৱ নহয়। যিটো কাম অকলে সম্পাদন কৰাটো সম্ভৱ নহয়, তেনে কাম একাধিক লগ হৈ একেলগে কৰিলে অসম্ভৱ নহয়। আমি প্ৰায়ে দেখো যে এটা ডাঙৰ আকাৰৰ খুদকণ এটা পৰুৱাই দাঙিব নোৱাৰিলে বহু পৰুৱাই সংঘবদ্ধভাৱে কঢ়িয়াই লৈ যায়। ক্ষুদ্ৰ প্ৰাণীবিধৰ এই কৰ্ম একতাৰ উত্তম নিদৰ্শন। এডাল সৰু মাৰি আমি সহজেই ভাঙি পেলাব পাৰো। কিন্তু যেতিয়া কেইবাডালো মাৰি একলগ কৰি একেলগে ভাঙিব খোজো আমি নোৱাৰো। একেদৰে মানুহৰ ক্ষেত্ৰতো একত্ৰিত হৈ কাম কৰিলে বা একত্ৰিত হৈ থাকিলে যিকোনো কাম কৰা সহজে সম্ভৱ হৈ পৰে আৰু শক্তি বাঢ়ে।

**একতাৰ প্ৰয়োজনীয়তা**

ব্যক্তি আৰু সামাজিক উন্নয়নৰ মূল ভেটি হ'ল একতা। ইতিহাসৰ পাতত এনে অজস্ৰ উদাহৰণ আছে। হৰপ্পা-মহেঞ্জোদাৰো সভ্যতাৰ পৰা আৰম্ভ কৰি যিমানবোৰ

সভ্যতাৰ কথা আমি উল্লেখ পাও সকলোৰে উদ্‌গতিৰ মূল হ'ল একতা। ব্যক্তিগতভাৱে এখন ঘৰৰ যদি সদস্যসকল এক হৈ থাকে তেন্তে ঘৰখনৰ উন্নতি দ্রুত হয়। এখন এখন ঘৰ বা এজন এজন ব্যক্তিৰে আমাৰ সমাজখন গঠিত। গতিকে একতা সকলো ক্ষেত্ৰতে অতি প্রয়োজনীয়। যিকোনো এটা জাতিৰ বাবে প্রথম প্রযোজনীয উপাদান হ'ল একতা। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে যি একতাৰ ডোলেৰে অসমীযা সমাজ-সংস্কৃতিৰ ভেটি সুদৃঢ কৰিলে তাৰ ফলত আজিও অসমীয়া জাতিযে শিৰ উন্নত কৰি থাকিবলৈ সক্ষম হৈছে। পৃথিৱীৰ সকলো উন্নত জাতিৰ মূল ভেটি একতা। ইতিহাসৰ পাত লুটিয়ালে আমি দেখা পাম আজিলৈকে যিমানবোৰ সামাজিক অভ্যুত্থান নাইবা বিপ্লৱে সফলতা লাভ কৰিছে তাৰো মূল কাৰণ একতা। একতাৰ বলতেই ইংৰাজ জাতিযে গোটেই বিশ্বতে নিজৰ আধিপত্য স্থাপন কৰিবলৈ সক্ষম হৈছিল। আনহাতে ভাৰতৰ দৰে যিবোৰ দেশে ইংৰাজৰ পৰা স্বাধীনতা লাভ কৰিবলৈ সক্ষম হৈছিল তাৰ মূল কাৰণ একতা। একতাৰ বলতেই জাপানী, চীনা আদি জাতিযে উন্নতিৰ জখলাত দোপতদোপে আগবাঢ়িব লাগিছে। সেযে আমি ক'ব পাৰো যে ব্যক্তি আৰু সামাজিক বিকাশৰ বাবে অন্যতম উপাদান হ'ল একতা। একতাতকৈ সমাজত বৃহৎ শক্তি আন একো নাই আৰু ব্যক্তিগতভাৱে অসম্ভৱ কাম একতাৰ মাধ্যমেৰে সম্ভৱপৰ কৰি তুলিব পাৰি।

**কি কি ক্ষেত্ৰত আমি একত্রিত হোৱা উচিত**

শুভ কাম যেনেকৈ একতাৰ বলেৰে কৰিব পাৰি তেনেকৈ অশুভ কামো কৰিব পৰা যায। কিন্তু মানৱীয বিবেকে আমাক বেযা কাম কৰাত সদায়েই বাধা দিযে। আমি সদায সজ কৰ্মৰ বাবে একত্রিত হোৱা উচিত। মানৱ সমাজৰ কল্যাণৰ বাবে আমি এখন এখন ঘৰ, গাঁও, দেশৰ বাবে অৰিহণা যোগোৱাহে যুগুত। দেশৰ আভ্যন্তৰীণ নিৰাপত্তা, শান্তি আৰু আৰ্থসামাজিক বিকাশৰ বাবে দেশৰ জনগণ একত্রিত হোৱাৰ বিকল্প নাই। দৰিদ্ৰসকলৰ বাবে অৰ্থনৈতিক স্বাৱলম্বনৰো একমাত্র উপায একতা। পুঁজিপতি আগ্রাসনৰ পৰা আঁতৰি থাকিবলৈ হ'লে সমবায ব্যৱস্থা এক একতাৰ সফলতাৰ নিদৰ্শন। একদৰে এটা জাতিৰ এজন বা দুজন ব্যক্তিযে নিজৰ সংস্কৃতি জীয়াই ৰাখিব নোৱাৰে। সংস্কৃতি-জাতীয পৰম্পৰাৰ বাবে একত্রিত হোৱাৰ বাদে এটা জাতিৰ গত্যন্তৰ নাই। জাতীয সংস্কৃতিৰ পৰিচযেই জাতিটোৰ তথা ব্যক্তি পৰিচয।

**সামৰণি**

সেযে, প্রত্যেক ব্যক্তিযে একতাৰ অন্তর্নিহিত শক্তি মহান অনুধাৱন কৰি প্রতিটো সৎ কৰ্মতে সহযোগ কৰি যোৱা প্রয়োজন। আমি সকলোৱে ব্যক্তি তথা দেশ আৰু সৰ্বমানবীয় উন্নযনৰ স্বাৰ্থত নিজকে উৎসৰ্গিত কৰি একত্রিত হোৱা উচিত।

> *পুৰণিক বাদ দি নতুন সফল হ'ব নোৱাৰে।*
> — **অৰুণ শৰ্মা**

বচনাৰ সংকেত ঃ ভূমিকা - ক্ষুদ্ৰ সঞ্চয়ৰ উপকাৰিতা - ক্ষুদ্ৰ সঞ্চয়েৰে দেশলৈ অবিহণা - সামৰণি

# ক্ষুদ্ৰ সঞ্চয়

**ভূমিকা**

পৃথিৱীৰ প্ৰত্যেক জীৱৰে এক কৰ্তব্য হৈছে সঞ্চয়। পৰুৱাইও নিজৰ আকালৰ দিনৰ বাবে খুদকণ সাঁচি থোৱা আমি দেখিছোঁ। মানৱ জীৱনত সঞ্চয় অতি প্ৰয়োজনীয়। জীৱন নিৰ্বাহ কৰিবলৈ মানুহৰ এক অত্যাৱশ্যকীয় সামগ্ৰী হ'ল অৰ্থ। প্ৰত্যেক ব্যক্তিয়েই কম-বেছি পৰিমাণে অৰ্থ উপাৰ্জন কৰিবলৈ বাধ্য। উপাৰ্জিত এটা অংশ মানুহে অদূৰ ভৱিষ্যতে সন্মুখীন হ'ব পৰা নানা বিপদ, অভাৱ, অনাটনৰ সময়ত কামত অহাকৈ সাঁচিবলৈ যত্ন কৰে। তাৰ উপৰি প্ৰত্যেক মানুহৰে কিছুমান সপোন নাইবা ভৱিষ্যত পৰিকল্পনা থাকে, সেইবোৰ সাকাৰ ৰূপ দিবলৈ প্ৰযোজনীয় ধন একলগে পোৱাটো সকলোৰে বাবে সম্ভৱ নহয। সেযে ভৱিষ্যতৰ পৰিকল্পনাসমূহক বাস্তৱ ৰূপ দিবলৈ মানুহে উপাৰ্জনৰ এটা অংশ ৰাহি কৰি সঞ্চয কৰিবলৈ চেষ্ট কৰে। ভৱিষ্যত সুৰক্ষাৰ বাবে এনেদৰে কম পৰিমাণে হ'লে অৰ্থ সাঁচি যোৱা ব্যৱস্থাটোৱেই হ'ল ক্ষুদ্ৰ সঞ্চয। ঐতিহাসিককালৰে পৰা মানুহে ক্ষুদ্ৰ সঞ্চযৰ ওপৰত গুৰুত্ব দি আহিছে। এক কথাত ক্ষুদ্ৰ পৰিমাণ হ'লেও সঞ্চয়েৰে ভৱিষ্যত জীৱন সুৰক্ষিত কৰাৰ বাসনা মানুহৰ আদিম কালৰে প্ৰবৃত্তি।

**ক্ষুদ্ৰ সঞ্চয়ৰ উপকাৰিতা**

সকলোৱেই স্বীকাৰ কৰিব যে মানুহৰ জীৱনত ক্ষুদ্ৰ সঞ্চযৰ প্ৰয়োজনীয়তা অতি গুৰুত্বপূৰ্ণ। যিদৰে এচটা ইটাৰ অকলশৰে কোনো মূল্য নাথাকে, কিন্তু তেনে অজস্ৰ ইটাৰে এটা সুদৃশ্য ঘৰ নিৰ্মাণ কৰি উলিয়াব পাৰি। তেনেদৰে মানুহে সাঁচিব পৰা সামান্য পৰিমাণৰ ধনেৰে সেই মুহূৰ্তত বিশেষ একো পৰিকল্পনা বাস্তৱায়িত কৰিব নোৱাৰিলেও প্ৰতিটো জমা ধনেই এদিন বৃহৎ পৰিমাণৰ ধন হয়গৈ। অতীজতো ধনৰ ব্যৱহাৰৰ আগতে থকা বিনিময় ব্যৱস্থাতো মানুহে উৎপাদিত সামগ্ৰী বা শস্য আদি ভৱিষ্যতৰ সুৰক্ষাৰ বাবে সাঁচি ৰাখিছিল। ক্ষুদ্ৰ সঞ্চয়ৰ যোগেদি সমাজৰ সকলো স্তৰৰ লোকেই উপকৃত হ'ব পাৰে। বিশেষকৈ জীৱনৰ ন্যূনতম প্ৰয়োজনীয়তাখিনি পূৰণ কৰিবলৈ আজীৱন যুঁজিবলগীয়া নিম্নবিত্ত বা নিম্ন মধ্যবিত্তৰ বাবে ক্ষুদ্ৰসঞ্চয়েই অৰ্থনৈতিক সমতা ৰক্ষা আৰু সম্ভাৱনাৰ সকলোতকৈ উত্তম জনপ্ৰিয় ব্যৱস্থা। সাধাৰণতে দেখা যায় ক্ষুদ্ৰ সঞ্চয়ৰ যোগেদিয়েই আমাৰ সমাজত মানুহে প্ৰয়োজনীয়তাখিনি পূৰণ কৰাৰ চেষ্টা কৰে। সন্তানৰ শিক্ষা-দীক্ষা, স্থায়ী ঘৰ তথা অন্যান্য সামগ্ৰী আদি ক্ষুদ্ৰ সঞ্চয়েৰেই ব্যৱস্থা কৰিব পাৰি। আনহাতে, আকস্মিক বিপদৰ বাবেও ক্ষুদ্ৰ সঞ্চয়ৰ ধনে মানুহক সহায় কৰে।

**ক্ষুদ্ৰ সঞ্চয় ব্যৱস্থা**

অতীজৰে পৰা মানৱ সমাজত ক্ষুদ্ৰ সঞ্চয়ৰ ব্যৱস্থা প্ৰচলিত হৈ আহিছে। এসময়ত মানুহে দুৰ্ভিক্ষৰ সময়ত ব্যৱহাৰ কৰিব পৰাকৈ মুখীয়াল ব্যক্তিৰ অধীনত খাদ্য

তথা আন সামগ্ৰী কম কমকৈ প্ৰত্যেকেই জমা দি সাঁচি ৰাখি প্ৰয়োজনত সকলোৰে মাজত বিলাই দিছিল। আধুনিক জীৱন যাত্ৰাত ক্ষুদ্ৰ সঞ্চযৰ বাবে মানুহে বিভিন্ন সা-সুবিধাৰে নতুন নতুন ক্ষুদ্ৰ সঞ্চয়ৰ ব্যৱস্থা গঢ় দিছে। ডাকঘৰ, বেংক, জীৱন বীমা প্ৰতিষ্ঠান আদিয়ে কল্যাণকামী আঁচনিৰে মানৱ জীৱনৰ ভৱিষ্যত সুৰক্ষাৰ বাবে নতুন নতুন সুবিধা আগবঢ়াই আহিছে। এগৰাকী ব্যক্তিয়ে নিজৰ সুবিধানুসৰি এনে আঁচনিৰ সুবিধা গ্ৰহণ কৰিব পাৰে। এই ধৰণৰ আঁচনিৰপৰা সঞ্চয়কাৰীয়ে লাভ কৰিব পৰা সুবিধাসমূহ হ'ল ঃ জমা ধনৰ ওপৰত প্ৰতিষ্ঠানটোৱে সুত, বোনাচ আদি প্ৰদান কৰে যাৰ সঞ্চিত ধনৰ সৈতে অতিৰিক্ত পৰিমাণৰ ধন যোগ হয়। সঞ্চিত ধন সম্পূৰ্ণ নিৰাপদে থকাৰ উপৰি এনে ধনৰ ওপৰত চৰকাৰে আয় কৰ ৰেহাইৰ ব্যৱস্থাও প্ৰদান কৰে। কৰ ৰেহাই পোৱাৰ ফলত হাতত জমা ধনৰ পৰিমাণ বৃদ্ধি পায়। আনহাতে, জীৱন বীমাৰ ক্ষেত্ৰত আয়কৰ ৰেহাইৰ সুবিধাৰ লগতে সঞ্চযকাৰীয়ে জীৱনৰ নিৰাপত্তাও লাভ কৰে। আকস্মিকভাৱে সঞ্চযকাৰীৰ প্ৰাণহানি হ'লে উত্তৰাধিকাৰীয়ে বা পৰিয়ালে মূল সঞ্চয়কাৰীগৰাকীৰ লক্ষ্য নিৰ্ধাৰিত পৰিমাণৰ ধন লাভ কৰিবলৈ সক্ষম হয়। ফলত পৰিয়ালটোৰ মূল ব্যক্তিগৰাকীৰ অনুপস্থিতিত তেওঁলোকে আৰ্থিক বিপৰ্যযৰ সম্মুখীন হ'ব লগা নহয়। আন দুটা মনকৰিবলগীয়া বেংক, ডাকঘৰ বা আন বিত্তীয় প্ৰতিষ্ঠান আদিত জমা ৰখা ধন সঞ্চযকাৰীয়ে প্ৰয়োজন অনুসৰি উলিযাই আনিব পাৰে আৰু বেংক-বীমা নিগমৰ পৰা সঞ্চযকাৰীয়ে বিভিন্ন উপলক্ষ্যত ঋণো গ্ৰহণ কৰিব পাৰে।

**ক্ষুদ্ৰ সঞ্চয়েৰে দেশলৈ অৰিহণা**

ক্ষুদ্ৰ সঞ্চযৰ যোগেদি যে কেৱল নিজৰে উপকাৰ সাধন হয় এনে নহয়। বৰঞ্চ দেশৰ অৰ্থনীতিটো পৰোক্ষভাৱে সহায় কৰা হয় ক্ষুদ্ৰ সঞ্চয়ৰ যোগেদি। চৰকাৰীকৃত বেংক, ডাকঘৰ, বীমাখণ্ডত সঞ্চয় কৰা ধনৰাশি চৰকাৰে বিভিন্ন উৎসত বিনিয়োগ কৰে। বিভিন্ন উদ্যোগ খণ্ডলৈ মূলধন হিচাপে আগবঢ়ায়। এনে বিনিযোগে দেশৰ অৰ্থনৈতিক দিশটো নিযন্ত্ৰিত কৰি ৰাখে।

**সামৰণি**

সঞ্চয় এক মহৎ গুণ। সঞ্চয়ৰ পৰা এজন ব্যক্তি বা সমাজে সদায় উপকাৰহে লাভ কৰে। সেয়ে মানুহে সঞ্চয়ৰ অভ্যাস ছাত্ৰাৱস্থাৰ পৰাই কৰা উচিত। ক্ষুদ্ৰ সঞ্চয়ৰ অৱদানৰ কথা উপলব্ধি কৰি আমাৰ চৰকাৰে ক্ষুদ্ৰ সঞ্চযৰ ওপৰত যথেষ্ট গুৰুত্ব প্ৰদান কৰি বিভিন্ন আঁচনিৰে জনগণক ক্ষুদ্ৰ সঞ্চয়ৰ প্ৰতি মনোযোগী কৰাৰো চেষ্টা চলাই আহিছে। ক্ষুদ্ৰ সঞ্চযে এজন মানুহক কৰ্মমুখী, আত্মবিশ্বাসী, দায়িত্বশীল, দূৰদৰ্শী ব্যক্তি হিচাপে গঢ় দিয়ে।

*সত্যৰ ভাষা সৰল আৰু নিৰলংকাৰ।*
**— মাৰ্ছেলেনিয়াছ এমিয়ানাছ**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সাধনাই সিদ্ধি জীৱনৰ - সামাজিক দায়বদ্ধতাই মূল্যবোধৰ আধাৰ - সামৰণি

# জীৱনৰ মূল্যবোধ

**ভূমিকা**

জীৱন পৰম মনোৰম। নিজৰ জীৱন কেনেকৈ সজাব পাৰে, তাৰ ওপৰতে নিৰ্ভৰ কৰে জীৱনৰ মহত্ব। মানুহে যি কৰ্ম কৰে জীৱনৰ চেহেৰাও সেই কৰ্মফলৰ ওপৰতে নিৰ্ভৰ কৰে। আয়ুসৰ ওপৰত নিৰ্ভৰ নকৰে জীৱনৰ অৰ্থ। উপভোগ, ধন ঐশ্বৰ্য, সুখ, যন্ত্ৰণা আদিবোৰে নিৰ্ধাৰিণ নকৰে জীৱনৰ সজ্ঞা। আমাৰ জীৱনৰ মূল্যবোধেহে নিয়ন্ত্ৰণ কৰে আমাৰ জীৱন।

**সাধনাই সিদ্ধি জীৱনৰ**

জীৱনৰ মূল্যবোধ মানে হ'ল জীৱনৰ অৰ্থ। বিশেষ মূল্য। জীৱনক ব্যক্তিগত সুখ-দুখৰ আধাৰ নকৰি, মূল্যবান সময় কেৱল নিজৰ বাবে খৰছ নকৰি দেশ-দহৰ বাবে কৰিব পৰাটোহে মূল্যবোধ। জীৱনক যিকোনো মানৱ কল্যাণৰ বাবে নিয়োজিত কৰিব পৰাজনেই লাভ কৰে জীৱনৰ মূল্যবোধ। নিজৰ জীৱনৰ সময়ৰ উপযুক্ত ব্যৱহাৰেই হ'ল জীৱনৰ মূল্য। আমাৰ দেশৰ ইতিহাসত আছে জীৱনৰ মূল্যবোধেৰে আদৰ্শ হৈ পৰা বহুজন মহান সেৱকৰ নাম। প্ৰাগ ইতিহাসতো দধিচী, গৌতম বুদ্ধ আদিৰ দৰে ব্যক্তিত্বই দেখুৱাই থৈ গৈছে জীৱনৰ মূল্যবোধ। ব্যক্তিগত সুখ দুখৰ উৰ্ধত যিসকলে কৰি গৈছে জনকল্যাণ। মহাত্মা গান্ধী, সম্ৰাট অশোক, হৰ্ষবৰ্ধন, মাদাৰ টেৰেছা আদিৰ দৰে মানুহে নিজৰ জীৱনক উছৰ্গা কৰিছে মানুহৰ কল্যাণৰে বাবে। ৰজা-মহাৰজা, সাধাৰণ মানুহ বা নাৰী-পুৰুষ হিচাপে নহয় মানুহ হিচাপেই আমি যে আমাৰ জীৱনৰ মূল্যবোধ গঢ়ি তুলিব পাৰো এওঁলোকেই তাৰ উদাহৰণ। মানৱ সেৱাতহে আছে জীৱনৰ প্ৰকৃত প্ৰমূল্য। জনকল্যাণৰ কাৰণে কাম কৰি যাব পৰাটো প্ৰতিজন মানুহৰ বাবে অতি সৌভাগ্যৰ কথা। এনে বহু খ্যাত-অখ্যাত ব্যক্তি আমাৰ পৃথিৱীত জন্ম হ'ল আৰু মৰণৰ কোলাত শুই পৰিল যি আমাৰ বাবে উছৰ্গা কৰি গ'ল নিজৰ জীৱন। তেওঁলোকৰ সাধনাৰ বলতে আজি আমি এনে এখন পৃথিৱীত উশাহ ল'ব পাৰিছোঁ। আইনষ্টাইন, এডিছনৰ দৰে বিজ্ঞানী, শ্বেক্সপীয়েৰ, বেজবৰুৱা, বাণীকান্ত কাকতিৰ দৰে সাহিত্যিক, সেইদৰে জীৱনৰ বিভিন্ন ক্ষেত্ৰত নিজৰ জীৱনৰ সময়, শ্ৰম মানুহৰ বাবে দান দি গৈছে বহুতে, সেযাই হ'ল তেওঁলোকৰ জীৱনৰ মূল্যবোধ।

**সামাজিক দায়বদ্ধতাই মূল্যবোধৰ আধাৰ**

মানুহ সামাজিক প্ৰাণী। সমাজ পাতি বাস কৰা মানুহৰ বাবে মানুহৰ কল্যাণেই হ'ল জীৱনৰ মূলমন্ত্ৰ, মূল্যবোধ। আমাৰ জীৱনযাত্ৰা অৰণ্যৰ পৰা আহি আজিৰ অৱস্থাত উপনীত হোৱাৰ মূলতে হ'ল আমাৰ পূৰ্বজন্মৰ মূল্যবোধ। কাৰণ তেওঁলোকে অশেষ কষ্ট কৰি, নিজৰ জীৱনকো তুচ্ছ কৰি সামাজিক কৰ্তব্য পালন কৰাৰ বাবেহে আজি আমি

এনে এখন সমাজত জীয়াই থাকিব পাৰিছো। কেৱল নিজৰ উন্নতিয়েই এখন সমাজৰ উন্নতি সূচাব নোৱাৰে। নিজৰ লগতে আনৰ বাবে কৰিব পৰাটোৱেহে সূচাব জীৱনৰ মূল্য কিমান। ঘৰখনৰ প্ৰতি যিবোৰ দায়িত্ব আমি সূচাৰুৰূপে পালন কৰো সমাজৰ বাবেও সেয়া কৰিব লাগে, সেয়াই হ'ল আমাৰ সামাজিক দায়বদ্ধতা। সমাজৰ কামত অহাকৈ ৰাজনীতি, খেল, সাহিত্য, সংস্কৃতি, মানৱ সেৱা আদি কোনো ক্ষেত্ৰতে আমি আমাৰ জীৱনৰ মূল্যৱান সময় কামত লগাব পাৰো সেয়াই হ'ল মূল্যবোধৰ আধাৰ। নিজকে তুচ্ছ বা সাধাৰণ বুলি নাভাবি সাহসেৰে জীৱনক আমি সেই মহৎ সাধনাৰ দিশত লৈ যাব পাৰো। মন কৰিলেই হ্ন। আমি সেইসকলৰ মনীষীসকলৰ মূল্যবোধেৰে সজাব পাৰো আমাৰ জীৱনক।

**সামৰণি**

পৃথিৱীত অসম্ভৱ বুলি কোনো কথা নাই। মানুহৰ জীৱনক মহীয়ান কৰি যায় জীৱনত কৰা কৰ্মই। সাধাৰণভাৱে খাই বৈ থকা এনে মানুহেও মূল্যবোধৰ সহায়ত কৰিব পাৰে জীৱন মহান। কাৰণ মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ আমিও কৰিব পাৰো জীৱন গঢ়িত।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১. আমাৰ জীৱনৰ মূল্যবোধ ২ জীৱনৰ উত্তৰণৰ নাম ঃ মূল্যবোধ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অনাতাঁৰ, টেলিভিছন - চলচ্চিত্ৰ-আৱিষ্কাৰৰ সংক্ষিপ্ত ইতিহাস- শিক্ষা বিস্তাৰত চলচ্চিত্ৰ-সামৰণি

# চলচ্চিত্ৰ

**ভূমিকা**

ৰেখা-ৰঙৰ বিচিত্ৰ বৰ্ণবিলাসেৰে ভাব আৰু ভাবনাক অভিব্যক্ত কৰাৰ প্ৰয়াস অতীতৰে পৰা মানুহে কৰি আহিছে। সেই তাড়নাতে মানুহে ছবি আঁকিছে ঘৰৰ বেৰত, গছ পাতত, পানীভৰ্তি ঘট বা কাঁচৰ পাত্ৰত। আদিৰে পৰা মানুহ এই স্থিৰচিত্ৰৰ লগত পৰিচিত। কিন্তু আধুনিক বিজ্ঞানৰ কৃপাত অন্ধকাৰ প্ৰেক্ষাগৃহত ৰূপালী পৰ্দাৰ বুকুত ছবিয়ে যিদিনাই চলমান হৈ জীৱন নাটৰ দৃশ্যবোৰ তুলি ধৰিলে, সেইদিনাই যেন মানুহে আন এখন জগতৰ সন্ধান পালে, স্তম্ভিত হৈ দেখিলে যে মানুহে এক নতুন যুগত ভৰি দিছে, নাম যাৰ 'চলচ্চিত্ৰ যুগ'।

বিশ্বৰ যিমানে অৰ্থকৰী শিল্প আছে সেইবোৰৰ কাষতে চলচ্চিত্ৰ আজি এক বিশিষ্ট স্থানত উপবিষ্ট । চহৰ-নগৰৰ পৰা আৰম্ভ কৰি ভাৰতৰ মফচলীয় নগৰ, গাঁৱতো ঠায়ে ঠায়ে গঢ়ি উঠিছে চলচ্চিত্ৰ প্ৰদৰ্শনৰ প্ৰেক্ষাগৃহ। চহৰে নগৰে পথৰ দুকাষে নানাৰঙৰ

পোষ্টাৰ, বাতৰিকাকতৰ পৃষ্ঠাৰ বিজ্ঞাপন, অধিকাংশ সংবাদপত্ৰ, আলোচনীতে চলচ্চিত্ৰৰ বাবে সুকীয়া পৃষ্ঠা/শিতান, কেৱল চলচ্চিত্ৰক লৈ সুকীয়া আলোচনী আদি চলচ্চিত্ৰ শিল্প আৰু তাৰ ব্যাপক জনপ্ৰিযতাৰ উৎকৃষ্ট নিদৰ্শন।

**অনাতাঁৰ, টেলিভিছন, চলচ্চিত্ৰ**

চলচ্চিত্ৰ মনোৰঞ্জনৰ বিশিষ্ট মাধ্যম। তদুপৰি গণচেতনা আৰু গণমত বিকাশতো অনাতাঁৰ, টেলিভিছনতকৈ চলচ্চিত্ৰৰ ভূমিকা কোনোগুণে কম নহয। অনাতাঁৰৰ কথা-বতৰা শ্ৰুতিগ্ৰাহ্য। টেলিভিছন চলচ্চিত্ৰৰ দৰে শ্ৰুতি আৰু দৃশ্যগ্ৰাহ্য হ'লেও চলচ্চিত্ৰৰ দৰে বৃহত্তৰ জীৱনৰ পূৰ্ণাংগ ৰূপ আৰু ৰস পৰিবেশন কৰিব নোৱাৰে। চলচ্চিত্ৰই বৰ্হিদৃশ্যৰ মাধ্যমেৰে প্ৰকৃতিলোকৰ যিকোনো বস্তুকে অবিকৃত আৰু বাস্তৱ ৰূপত প্ৰদৰ্শিত কৰিব পাৰে। এটা পূৰ্ণাংগ কাহিনীৰ বাস্তৱ ৰূপ চলচ্চিত্ৰৰ মাধ্যমেৰে প্ৰকাশ হয়। সেযে অনাতাঁৰ আৰু টেলিভিছনৰ ব্যাপক প্ৰসাৰ সত্ত্বেও চলচ্চিত্ৰৰ জনপ্ৰিয়তা আজিও অব্যাহত।

**আৱিষ্কাৰৰ সংক্ষিপ্ত ইতিহাস**

সভ্যতা আগবঢ়াৰ লগে লগে মানুহে কেমেৰাৰে ছবি তোলাৰ কৌশল আয়ত্ব কৰিলে। পাছলৈ তেনে ছবি যন্ত্ৰৰ সাহায্যত পৰ্দাত দেখুৱাবলৈও সক্ষম হ'ল। মাৰ্কিন বিজ্ঞানী টমাছ আলভা এডিছন আৰু ইংলেণ্ডৰ উইলিয়াম ফ্ৰিজ-গ্ৰীনৰ চেষ্টাত বিকাশ লাভ কৰে চলচ্চিত্ৰই। এডিছন আৰু ফ্ৰিজ-গ্ৰীনে দুখন দেশত সম্পূৰ্ণ স্বাধীনভাৱে চলচ্চিত্ৰ উদ্ভাৱন কৰিছিল যদিও ইযাৰ প্ৰকৃত উদ্ভাৱকনো কোন সেই বিষযে পৰৱৰ্তীকালত দুযোজনৰ মাজত মোকৰ্দমা চলিছিল। ফ্ৰিজ-গ্ৰীনে তেওঁৰ আৱিষ্কাৰৰ আন্তৰ্জাতিক পেটেণ্ট কৰি থৈছিল, কিন্তু এডিছনে কৰা নাছিল। ফলত চলচ্চিত্ৰৰ জনক হিচাপে ফ্ৰিজ-গ্ৰীনৰ দাবীযেই আন্তৰ্জাতিক ৰায় অনুসৰি স্বীকৃত হৈ ৰয়। অৱশ্যে এটা কথা ঠিক যে এডিছনে প্ৰায অকলেই চলচ্চিত্ৰ প্ৰতিষ্ঠাৰ বাবে এনে এক পটভূমি প্ৰদান আৰু প্ৰস্তুত কৰি থৈ গ'ল, যাৰ বাবে চলচ্চিত্ৰৰ শবছৰীযা ইতিহাসৰ বেছিভাগ সমযতেই আমেৰিকা প্ৰথম আৰু প্ৰধান হৈ থাকে। ভাৰতত প্ৰথম চলচ্চিত্ৰৰ সূচনা হয ১৮৯৬ চনত মুম্বাই চহৰত। ভাৰতৰ প্ৰথমখন চলচ্চিত্ৰ (নিৰ্বাক) 'ৰাজা হৰিশ্চন্দ্ৰ' নিৰ্মাণ হয ১৯৩১ চনত। ১৯৩১ চনত ১৪ মাৰ্চত মুক্তি লাভ কৰে ভাৰতৰ প্ৰথমখন সবাক চলচ্চিত্ৰ 'আলম আৰা'ই।

মনোৰঞ্জন বা চিত্ত বিনোদনেই চলচ্চিত্ৰৰ ঘাই উদ্দেশ্য যদিও সমাজত সুস্থ পৰিবেশ সৃষ্টি কৰাত, মানুহৰ সৎ স্বভাৱ-চৰিত্ৰ গঠনত, ন্যায়নীতি প্ৰতিষ্ঠা আদিতো চলচ্চিত্ৰৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। বিশাল ভাৰতৰ 'অনৈক্যৰ মাজত ঐক্য' বাণী প্ৰতিষ্ঠাতো চলচ্চিত্ৰই এক সাৰ্থক ভূমিকা পালন কৰিব পাৰে।

**শিক্ষা বিস্তাৰত চলচ্চিত্ৰ**

অনাতাঁৰ, টেলিভিছন আৰু চলচ্চিত্ৰ আৱিষ্কাৰৰ আগতে মানুহে অংকীয়া নাট, ভাওনা, যাত্ৰা, পৌৰাণিক কাহিনী, শাস্ত্ৰ কথা আদিৰ পৰা শিক্ষালাভ কৰিছিল। সম্প্ৰতি অনাতাঁৰ আৰু টেলিভিছনৰ লগতে চলচ্চিত্ৰৰ ওপৰত সেই দায়িত্ব পৰিছে। শিক্ষায়তনত শিক্ষাদানৰ উপযোগী উপকৰণ হিচাপেও চলচ্চিত্ৰৰ অৱদান অনস্বীকাৰ্য। আমেৰিকা,

ৰাছিয়া, জাৰ্মানী, জাপান আদি দেশত তথ্যমূলক চলচ্চিত্ৰৰ সহায়ত ছাত্ৰ-ছাত্ৰীক বিভিন্ন বিষয়ৰ পাঠদান কৰা হয়। কাহিনী চিত্ৰ, তথ্য চিত্ৰ, নিউজ ৰীল আদিয়ে নীতি-শিক্ষা প্ৰদানত, সাহিত্য-বিজ্ঞান, দৰ্শনৰ চৰ্চাত, সাংস্কৃতিক বোধ সৃষ্টিত সহায় কৰে। ভাৰতৰ দৰে উন্নয়নশীল দেশৰ শিক্ষাক্ষেত্ৰত চলচ্চিত্ৰৰ সাৰ্বিক প্ৰসাৰ সম্ভৱ নহ'লেও কিছু কিছু ক্ষেত্ৰত তথ্যচিত্ৰ আৰু নিউজ ৰীলৰ জৰিয়তে শিক্ষাদানৰ ব্যৱস্থা কৰিব পাৰিলে সুফল পোৱা যাব বুলি আশা কৰিব পাৰি। চলচ্চিত্ৰক শিক্ষাৰ অংগ বুলি কোৱা হয়। চলচ্চিত্ৰ কেৱল মনোৰঞ্জকেই নহয়, শিক্ষকো।

মানৱ চৰিত্ৰ গঠনতো চলচ্চিত্ৰৰ অৱদান অতুলনীয়। সাধাৰণতে তৰুণসকলেই চলচ্চিত্ৰৰ প্ৰধান দৰ্শক। তেওঁলোকৰ মন কোমল, অনুকৰণস্পৃহা অধিক। যিকোনো কথাকে তেওঁলোকে বিবেকতকৈ ভাবাবেগেৰেহে বিচাৰ কৰে। এই বয়সৰ তৰুণ-তৰুণীৰ চকুত থাকে ৰঙীন সপোন,— তেওঁলোকে যি দেখে তাত বস্তুগত ৰূপতকৈ অলৌকিক এক স্পৰ্শহে অধিক অনুভৱ কৰে। সেয়েহে তৰুণ-তৰুণীৰ স্বভাৱ গঠনত চলচ্চিত্ৰৰো পালনীয়া দায়িত্ব আৰু কৰ্তব্য আছে।

কিন্তু দুৰ্ভাগ্যৰ কথা, চলচ্চিত্ৰ এতিয়া বহু পৰিমাণে একাংশ অৰ্থ লোভী শিল্পপতিৰ হাতৰ পুতলা যেন হৈ পৰিছে। চলচ্চিত্ৰৰ গুৰুদায়িত্বৰ প্ৰসংগটো তেওঁলোকৰ বাবে অৰ্থহীন। নায়ক-নায়িকাৰ নিত্য নতুন পোছাকৰ ফেচ্ছন, চুলিৰ ষ্টাইল, আদিয়ে তৰুণ মনক সহজে আকৃষ্ট কৰে। অনুকৰণত ব্যস্ত হয় যুৱসমাজ। চলচ্চিত্ৰত বহু সময়ত পাশ্চাত্যৰ নৃত্য -গীতৰ অনুকৰণত এনে কেতবোৰ দৃশ্য প্ৰদৰ্শিত হয়, যিবোৰ যুৱসমাজে মনেপ্ৰাণে অনুকৰণ কৰে আৰু বহু সময়ত স্থান-কাল-পাত্ৰ পাহৰি সেইবোৰৰ উৎকট প্ৰযোগত ব্যস্ত হয়। চলচ্চিত্ৰত বহু সমযত এনে কেতবোৰ আদিৰসাত্মক দৃশ্যৰ অৱতাৰণা হয়, যিবোৰে যুৱমনক বিপথে পৰিচালিত কৰে। অপৰাধ কাহিনীৰ কুফল দেখুৱাবলৈ গৈ ছবিযে যুৱমনত এনেদৰে ক্ৰিযা কৰে যে তাৰ প্ৰভাবত তেওঁলোকে অপৰাধ প্ৰৱণতাক পৰিহাৰ কৰাতকৈ সেই পথৰে পথিক হৈ পৰে।

**সামৰণি**

দৰাচলতে মনোৰঞ্জনৰ সমান্তৰালভাৱে জীৱনৰ পৰম সত্যক প্ৰকাশ কৰাই সকলো শিল্পৰে লক্ষ্য হোৱা উচিত। চলচ্চিত্ৰৰ ক্ষতিকৰ দিশটোৰ বাবে চলচ্চিত্ৰ দায়ী নহয়। এচাম স্বাৰ্থান্বেষী মানুহৰ ব্যৱসায়িক চাতুৰীহে ইয়াৰ বাবে দায়ী। সেয়ে বিজ্ঞানৰ এই অভিনৱ আৱিষ্কাৰৰ বাবে চলচ্চিত্ৰক দায়ী নকৰি যদি চলচ্চিত্ৰক মানুহৰ সুশিক্ষা বা আনন্দ বিতৰণৰ মাধ্যমৰূপে ব্যৱহাৰ কৰা হয় তেন্তে মানুহৰ উপকাৰহে হ'ব। বিশেষকৈ ছাত্ৰ-ছাত্ৰীৰ শিক্ষা জীৱনত সুস্থ চলচ্চিত্ৰৰ প্ৰভাৱ অতি গুৰুত্বপূৰ্ণ।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ চলচ্চিত্ৰ : সমাজ জীৱন, শিক্ষা বিস্তাৰ আৰু চৰিত্ৰ গঠন
২ তৰুণ মনত চলচ্চিত্ৰৰ প্ৰভাৱ

**ৰচনাৰ সংকেত ঃ** ভূমিকা-জীৱনত স্বাৱলম্বনৰ প্ৰয়োজনীয়তা - স্বাৱলম্বী নহ'লে হ'ব লগা অসুবিধা - দেশ আৰু জাতিৰ উন্নয়নত স্বাৱলম্বীতাৰ ভূমিকা - কেইটামান সফল স্বাৱলম্বনৰ উদাহৰণ - সামৰণি

# স্বাৱলম্বন

## ভূমিকা

ব্যক্তি জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ প্ৰভাৱশালী বিষয়টো হ'ল স্বাৱলম্বন। স্ব, অৰ্থাৎ নিজৰ ওপৰত অৱলম্বন কৰি চলিবলৈ সমৰ্থবান হোৱাকে স্বাৱলম্বন বুলিব পাৰি। মানুহ সামাজিক জীৱ যদিও ব্যক্তি জীৱনত সামাজিক প্ৰতিফলন বাহ্যিক অনুঘটকহে। সমাজত পৰস্পৰ সুহৃদয়তাৰে চলিবলৈ হ'লে, সফল জীৱন কটাবলৈ হ'লে মানুহ আত্মনিৰ্ভৰশীল হ'বই লাগিব। মানুহৰ নৈতিক, অৰ্থনৈতিক আৰু শাৰীৰিক দিশত স্বাৱলম্বনে ব্যক্তি জীৱন তথা সামাজিক উচ্চ পৰিচয় দাঙি ধৰে। মানুহৰ প্ৰকৃত জীৱন শক্তি নিজৰ মাজতে থাকে। এই শক্তিযে মানুহক স্বাৱলম্বী কৰিবলৈ সক্ষম কৰি তোলে। সংস্কৃত শ্লোকতো আছে, — 'আত্ম বলম পৰম বলম'। স্বাৱলম্বী হ'বলৈ সমৰ্থ নোহোৱা ব্যক্তিযে পদে পদে বিপৰ্যয়ৰ সন্মুখীন হ'ব লগা হয়।

## জীৱনত স্বাৱলম্বনৰ প্ৰয়োজনীয়তা

কোনো ব্যক্তিযেই জন্মৰে পৰা সম্পূৰ্ণ বিকশিত মানুহ হৈ নাহে। জীৱন ধাৰণ আৰু পৰিচালনা কৰিবলৈ মানুহৰ চকু-কাণ, হাত-ভৰি, মগজু আদিৰ সু-সমন্বয়ৰে কৰ্ম কৰাটো অতি প্ৰয়োজনীয়। সৰুৰে পৰা মানুহে বাস্তৱিক জীৱনৰ পৰা প্ৰত্যক্ষ বা পৰোক্ষভাৱে নিজৰ ভৰিত থিয় দিবলৈ আৰম্ভ কৰে। উন্নত চিন্তা, বিবেক-বুদ্ধিয়ে ক্ৰমাৎ এজন মানুহক আত্মমৰ্যাদা সম্পন্ন কৰি তোলে। আনৰ ওপৰত নিৰ্ভৰশীল হোৱাটো কোনো ব্যক্তিয়েই কামনা নকৰে। সৰুৰে পৰা যেতিয়া এজন মানুহে নিজৰ ওপৰত নিৰ্ভৰশীল হয়, তেতিয়া স্বাভাৱিকতে সমযত নিজকে অধ্যৱসায়ী আৰু আত্মবিশ্বাসী গঢ় দিব পৰা যায়। সেয়ে সৰুৰে পৰা নিজৰ কাম-কাজ, যেনে ঃ নিজৰ কাপোৰ ধোৱা আদি কাম কৰিবলৈ শিকা উচিত। এনে অভ্যাসে ব্যক্তিক স্বাৱলম্বনৰ বাট দেখুৱাই লৈ যায়। আত্মশক্তিও বৃদ্ধি কৰে। ফলত সাংসাৰিক কাম কাজত সফলতা লাভ কৰিবলৈ সমৰ্থবান হয়। সৎ সাহস আৰু নৈতিক বলে জীৱনৰ সফলতাৰ বিভিন্ন দিশ এনে ব্যক্তিলৈ কঢ়িয়াই আনে। মানুহৰ জীৱন যাত্ৰা মসৃণ নহয়, ঘাত-প্ৰতিঘাত উত্থান-পতন আদিৰ মাজেৰেই জীৱন অতিবাহিত কৰিবলগীয়া হয় মানুহে। জীৱনৰ সকলো বাধা নেওচি সফলতা লাভ কৰিবলৈ স্বাৱলম্বী হোৱাৰ প্ৰয়োজন। স্বাৱলম্বী মানুহে বিপদ-বিঘিনিৰ সন্মুখীন হ'ব লগা হ'লেও সহজেই সকলো অতিক্ৰম কৰিব পাৰে। সেয়ে মানুহৰ জীৱনত স্বাৱলম্বনৰ ভূমিকা অপৰিসীম।

### স্বাৱলম্বী নহ'লে হ'ব লগা অসুবিধা

যি মানুহে স্বাৱলম্বী হ'বলৈ নিশিকে তেওঁ পদে পদে বিপদৰ সন্মুখীন হৈ থাকিবলগীয়া হয়। বিপদৰ সন্মুখীন হ'লেই হাহাকাৰ কৰিবলগীয়া হয়। আনৰ সহায়লৈ বাট চাই থকাৰ কোনো গত্যন্তৰ নাথাকে। উচিত সময়ত সঠিক সিদ্ধান্ত গ্ৰহণ কৰা আৰু কৰ্ম সম্পাদন কৰাতো এনেলোকে সদায়েই পিছপৰি থাকে। দেখা যায় যে বিত্তশীল মানুহে সাধাৰণতে লগুৱা-লিকচৌৰ ওপৰত নিৰ্ভৰশীল হৈ চলে, যেতিয়া তেনে কাম কৰা মানুহ এদিনৰ বাবেও অনুপস্থিত থাকে তেন্তে অসুবিধাৰ সন্মুখীন হ'ব লগা হয়। আনৰ ওপৰত নিৰ্ভৰশীল মানুহৰ আত্ম শক্তি কম। আনৰ ওপৰত নিৰ্ভৰশীল হৈ থাকিলে কৃতজ্ঞ হৈ থাকিবলগীয়া হয়। ফলত তেওঁ অন্যায় কৰিলেও কৃতজ্ঞতাৰ খাতিৰত মুখ খুলি কথা ক'ব নোৱৰা অৱস্থাত পৰে।

### দেশ আৰু জাতিৰ উন্নয়নত স্বাৱলম্বীতাৰ ভূমিকা

এখন দেশ আৰু এটা জাতিৰ উত্তৰণৰ ক্ষেত্ৰত স্বাৱলম্বিতাৰ অপৰিসীম ভূমিকা আছে। ব্যক্তি জীৱনত স্বাৱলম্বনে যি ভূমিকা পালন কৰে দেশ আৰু জাতিৰ ক্ষেত্ৰতো ই অতি প্ৰযোজন। স্বাৱলম্বিতাৰ অভাৱৰ বাবেই পৃথিৱীৰ বহুদেশ বিপৰ্যযৰ সন্মুখীন হোৱা আৰু বহু জাতিৰ অস্তিত্ব নোহোৱা হোৱাৰ উদাহৰণ পৃথিৱীৰ বুৰঞ্জীত অজস্ৰ আছে। যি দেশত নিজৰ চাহিদা অনুসৰি উৎপাদনৰ ক্ষেত্ৰত একেবাৰে পিছপৰি থাকে, সেই দেশ সদায়েই আন শক্তিশালী দেশৰ অধীনত চলিব লগা হয়। দক্ষিণ আফ্ৰিকাৰ দৰিদ্ৰ পিডীত দেশ সমূহ ইয়াৰ উৎকৃষ্ট নিদৰ্শন। ৰাজনৈতিক দিশতে হওঁক বা অৰ্থনৈতিক দিশতে হওঁক এখন দেশৰ স্বাৱলম্বনৰ বিকল্প নাই। দ্বিতীয় মহাসমৰত জাপানৰ অৰ্থনীতি একেবাৰে ভাঙি পৰাৰ পাছতো কম সময়ৰ ভিতৰতে পুনৰ বিশ্বৰ এখন শক্তিশালী দেশত পৰিণত হোৱাৰ মূল কাৰণ হ'ল দেশখনৰ স্বাৱলম্বন নীতিৰ সফলতা। একেদৰে কিউবাৰ দৰে এখন সৰু দেশ আমেৰিকাৰ দৰে শক্তিশালী দেশৰ বিভিন্ন অৱৰোধৰ পাছতো মূৰ দাঙি থাকিবলৈ সক্ষম হৈ থকাৰো মূল ভেটি স্বাৱলম্বনেই।

### কেইটামান সফল স্বাৱলম্বনৰ উদাহৰণ

পৃথিৱীত মহৎ আৰু সফল লোকসকলৰ ভিতৰত এনে বহু চিৰস্মৰণীয় ব্যক্তি আছে যি সকলৰ উদাহৰণে আমাক স্বাৱলম্বী হ'বলৈ প্ৰেৰণা যোগায। চিৰকালৰ এজন মহৎ বিজ্ঞানী টমাছ আলভা এডিছন শৈশৱৰ পৰাই স্বাৱলম্বী আছিল। বাতৰিকাকত বিক্ৰী কৰিও তেওঁ স্বাৱলম্বনৰ পথ ল'ব লগা হৈছিল । ভাৰতৰ জাতিৰ পিতা মহাত্মা গান্ধীয়ে বিদেশী বস্ত্ৰ পৰিত্যাগ কৰি বিকল্পৰূপে দুখীয়া জনসাধাৰণক যঁতৰত সূতা কাটি নিজৰ চাহিদা পূৰণ কৰিবলৈ হাতে-কামে লাগি সফলতা লাভ কৰাৰ আদৰ্শ দাঙি থৈ গৈছে। ভাৰতৰ অন্যতম সফল ব্যৱসায়ী ধীৰুভাই আম্বানী স্বাৱলম্বনৰ বলতেই তেল ডিপোৰ কৰ্মচাৰীৰ পৰা ভাৰতৰ আটাইতকৈ ধনী ব্যক্তিত পৰিণত হৈছিল। এনে নিদৰ্শন আন এক দৃষ্টান্ত মহান বিজ্ঞানী, ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি ডঃ এ পি জে আব্দুল কালাম। দুখীয়া

পৰিয়ালত জন্ম গ্ৰহণ কৰা কালামে নিজৰ অধ্যৱসায় আৰু কৰ্মসাধনাৰ বলতেই আজি আমাৰ আদৰ্শ পুৰুষ হ'বলৈ সক্ষম হৈছে। এই অধ্যৱসায় আৰু কৰ্মসাধনাৰ আঁৰৰ কথা স্বাৱলম্বনেই।

**সামৰণি**

স্বাৱলম্বন এনে এক অৱস্থা যি একেদিনাই অৰ্জন কৰিব নোৱাৰি। এটা যাত্ৰা আৰম্ভ কৰিবলৈ যিদৰে প্ৰথম খোজটো দিব লাগে আৰু সমগ্ৰ পথটো খোজকাঢ়ি যাব লাগে, একেদৰে স্বাৱলম্বী হ'বলৈও জীৱনৰ প্ৰতিটো মুহূৰ্তই প্ৰচেষ্টা অব্যাহত ৰাখিব লগা হয়। ইয়াৰ প্ৰথম খোজটো আৰম্ভ হয় ছাত্ৰাৱস্থাতেই। সৰুতেই স্বাৱলম্বনৰ বাটত ভৰি নথলে পিছত স্বাৱলম্বী হ'বলৈ যথেষ্ট কঠোৰ সংগ্ৰামৰ প্ৰয়োজন হয়। উন্নত দেশসমূহত তেৰ-বছৰৰ বয়সৰ পাছত পিতৃ-মাতৃয়ে সন্তানক স্বাৱলম্বী হ'বলৈ এৰি দিয়ে। আমেৰিকাৰ ৰাষ্ট্ৰপতি বাৰাক অবামাইও মাত্ৰ কেইবছৰমানৰ আগতেহে গ্ৰহণ কৰা ছাত্ৰ-ঋণ ঘূৰাই দিবলৈ সমৰ্থ হৈছিল। স্বাৱলম্বীতা মানুহৰ জীৱনৰ এক অন্যতম ব্ৰত হোৱা উচিত। তেনে ব্যক্তি জীৱনৰ লগতে দেশ আৰু দহৰো উন্নতি সাধিব পাৰি।

# দেশভক্তি

**HSLC 1991**

**ৰচনাৰ সংকেত ঃ** ভূমিকা - দেশপ্ৰেমৰ কিছু নিদৰ্শন - দেশপ্ৰেমৰ মহত্ব -দেশৰ শত্ৰু -সামৰণি

*দুখীয়াৰ ভগা পঁজা একোখন তীৰ্থ তাত*
*একোখনি পুণ্যৰ আশ্ৰম*
*মৰিলে পুনৰ আহি দুখীয়া দেশত মোৰ*
*লওঁ যেন পুনৰ জনম।*

— **নলিনীবালা দেৱী**

**ভূমিকা**

সমাজপ্ৰিয় মানুহৰ সবাটোকৈ আৱেগময় তথা স্পৰ্শকাতৰ বিষয় হ'ল দেশপ্ৰেম। পৃথিৱীৰ যি অংশতেই নাথাকক কিয় নিজৰ দেশখনক সকলো দেশতকৈ শ্ৰেষ্ঠ জ্ঞান কৰাই হ'ল প্ৰকৃতাৰ্থত দেশপ্ৰেম। লাগিলে নিজৰ দেশখনতকৈ সকলো দিশতে উন্নত আন এখন দেশতে বাস কৰি নাথাকক। সেইবাবেই পৃথিৱীত স্বদেশৰ বাবে যুঁজিবলৈ সাজু হৈ থাকে হাজাৰ হাজাৰ সৈনিক। ইতিহাসতো বীৰদৰ্পে স্বদেশৰ বাবে প্ৰাণ আহুতি দিয়া তথা অসাধ্য সাধন কৰা ব্যক্তিৰ অসংখ্য উজ্জ্বল চানেকি বিশ্বজুৰি আছে। যি মানুহৰ অন্তৰত দেশপ্ৰেম নাথাকে সেই মানুহক মানৱীয় গুণৰহিত ব্যক্তি বুলিব পাৰি। দেশপ্ৰেম পৰ্বত প্ৰমাণ ধনেৰেও আনে কিনিব নোৱাৰে। যি দেশৰ ধূলি-মাটিৰ পৰশ আৰু বতাহ উশাহ লৈ ডাঙৰ-দীঘল হয় সেয়া কোনেও হৃদয়ৰ পৰা আঁতৰাই পেলাব নোৱাৰে। প্ৰকৃততে নাগৰিকৰ দেশপ্ৰেমৰ মাত্ৰাই দেশ এখনৰ প্ৰকৃত স্বৰূপ মূল্যায়ন কৰে। কাৰণ

দেশপ্ৰেমে মানুহৰ কৰ্তব্যপৰায়ণতা, জাতিৰ প্ৰতি দায়বদ্ধতা বৃদ্ধি কৰি তোলে। ফলত দেশখনৰ প্ৰগতি ত্বৰান্বিত হয়।

### দেশপ্ৰেমৰ কিছু উদাহৰণ

'দেশতকৈ মোমাই ডাঙৰ নহয়'— অসমীয়া সমাজৰ সৰ্বতো জনপ্ৰিয় দেশপ্ৰেমমূলক উদ্ধৃতি। বীৰ লাচিতে অসমক মোগলৰ পৰা ৰক্ষা কৰিবলৈ গড় বন্ধা কাৰ্যৰ দায়িত্বত থকা মোমায়েককো কামত গাফিলতি কৰাৰ বাবে কাটিবলৈ দ্বিধা কৰা নাছিল। গ্ৰীক মহাকাব্যিক চৰিত্ৰ ইউলিছিছে দেশপ্ৰেমৰ বাবেই বহুদেশ জয় কৰিও উভটিছিল স্বদেশলৈ। ফৰাচী কৃষক দুহিতা জোৱান অব্ আৰ্কে স্বদেশ উদ্ধাৰৰ বাবেই নানা বিপদ অতিক্ৰমি অৱশেষত প্ৰাণ আহুতি দিছিল। একেদৰে ভাৰতৰ স্বধীনতা যুঁজতো ভগত সিঙৰ পৰা আৰম্ভ কৰি কুশল কোঁৱৰ-কনকলতালৈ শত-সহস্ৰজনে দেশপ্ৰেমৰ দ্বাৰা উদ্বুদ্ধ হৈয়ে প্ৰাণ আহুতি দিছিল। একে কাৰণতে স্বদেশৰ পৰা শক্তিশালী লেখাৰ বাবে বহিস্কৃত হ'বলগীয়া নাৰীবাদী লেখিকা বিশ্ববিখ্যাত তছলিমা নাছৰিনে আন দেশত থাকিলেও বাংলাদেশক সোণৰ বাংলা বুলি অভিহিত কৰি আহিছে। একেদৰে ভাৰতৰ ক্ৰিকেট খেল থাকিলে কোটি কোটি লোক টিভিৰ সন্মুখত বহি থকাৰো প্ৰধান কাৰণ দেশপ্ৰেম। লেখক-সকলৰ কলমতো দেশপ্ৰেমে সদায় আগস্থান লাভ কৰি আহিছে। মহাভাৰত-ৰামায়ণৰ পৰা বৰ্তমানলৈকে প্ৰায় সকলো মহৎ ৰচনাতে দেশপ্ৰেমে অগ্ৰাধিকাৰ লাভ কৰি আহিছে।

### দেশপ্ৰেমৰ মহত্ত্ব

দেশপ্ৰেমৰ গুণ অতি উচ্চখাপৰ মহত্ব। এজন দেশপ্ৰেমিকৰ বাবে দেশপ্ৰেম সদায় ব্যক্তি স্বাৰ্থতকৈ ওপৰত। দেশপ্ৰেমিকসকলৰ মহত্ব সদায় সকলোৱে শ্ৰদ্ধৰে সোঁৱৰে। দেশৰ বাবে প্ৰাণ দিয়া পুত্ৰ-পিতৃক লৈ সকলোৱে গৌৰৱ কৰে। দেশপ্ৰেমিকসকলে পৃথিৱীৰ সকলো স্থানতে মানুহৰ সমাদৰ লাভ কৰে। এক্তো একোজন দেশপ্ৰেমিকৰ আদৰ্শই কেতিয়াবা এটা জাতিক অনুপ্ৰাণিত কৰে। আমি সদাযেই দেশপ্ৰেমিকসকলৰ মহান ত্যাগক শ্ৰদ্ধাৰে সোঁৱৰো, সন্মান কৰোঁ। যিসকলে দেশৰ বাবেই প্ৰাণ ত্যাগ কৰে তেওঁলোকেই যে দেশপ্ৰেমী এনে নহয়। সামাজিক জীৱনৰ উপৰিও প্ৰত্যেক ব্যক্তিৰে জীৱনত দেশপ্ৰেমৰ ভূমিকা আছে। দেশপ্ৰেম থকা ব্যক্তি এগৰাকীয়ে কেতিয়াও দুৰ্নীতিত লিপ্ত হ'ব নোৱাৰে। নাইবা অসামাজিক কৰ্মত লিপ্ত হ'ব নোৱাৰে। দেশপ্ৰেমে মানুহৰ মনটো পৱিত্ৰ কৰি ৰাখে তথা সকলো ভেদাভেদ পাহৰি একত্ৰিত হৈ থাকিবলৈ শিকায়। সেয়ে বিদ্যালয়সমূহৰ পাঠ্যক্ৰমত দেশপ্ৰেমৰ পাঠ অত্যাৱশ্যকীয় হিচাপে বিবেচিত হৈ আহিছে।

### দেশৰ শত্ৰু

পৃথিৱীত স্বাৰ্থান্বেষী মানুহৰ কোনোদিনেই অভাৱ হোৱা নাই। সেয়ে, বিভিন্ন সময়ত ক্ষমতাৰ বাঘজৰী হাতত লৈ দেশপ্ৰেমৰ নাটকেৰে ক্ষমতাৰ অপপ্ৰয়োগ কৰাৰ উদাহৰণ পৃথিৱীত অজস্ৰ আছে। যি লোকে কেৱল ক্ষমতা আৰু অৰ্থলোভৰ বাবেই দেশপ্ৰেম বন্ধকত থবলৈ কুণ্ঠাবোধ নকৰে তেওঁ সমগ্ৰ মানৱ সমাজৰে শত্ৰু।

দেশপ্ৰেম বিশ্বপ্ৰেমৰেই নামান্তৰ মাথোঁ। কাৰণ যি নিজৰ দেশখনকেই ভালপাব নোৱাৰে তেওঁ বাৰু কেনেকৈ আন এখন দেশক নিজৰ বুলি সাবটি ল'ব পাৰিব! আনহাতে স্বদেশপ্ৰেম বুলিলে আনৰ উন্নতি নিবিচৰাটো নুবুজায়। সেয়ে অসম ৰত্ন ভূপেন হাজৰিকাই কৈছে — 'মোৰ আইক ভাল পাওঁ বুলিলে আনৰ আইক জানো ঘিণ কৰাটো বুজায়'। প্ৰকৃত দেশভক্তই নিজৰ দেশৰ লগতে আনৰো উন্নতি কামনা কৰে। কিন্তু আনৰ উন্নতিৰ কাৰণে নিজৰ ক্ষতি হোৱাটো নিবিচাৰে। সেয়ে পৃথিবীৰ সকলো জাতিৰ বাবে প্ৰযোজনীয় অন্যতম উপাদান হৈছে দেশভক্তি আৰু দেশপ্ৰেম।

# বৰ্ষা ঋতু আৰু অসম

HS 2000

**ৰচনাৰ সংকেত ঃ** ভূমিকা - বৰ্ষা ঋতু অসমৰ হাঁহি, অসমৰ চকুপানী - ইতিবাচক দিশ - নেতিবাচক দিশ - সামৰণি

*বৰ্ষা ঋতু মাতৃস্বৰূপা। ই জল দান কৰে, ফল দান কৰে,*
*নিবাৰণ কৰে তাপ, শুষ্কতা দূৰ কৰে, পূৰণ কৰে অভাৱ।*

— **ৰবীন্দ্ৰনাথ ঠাকুৰ**

**ভূমিকা**

ভাৰতৰ পূবদিশৰ সূৰ্য উঠা দেশ অসম প্ৰকৃতিৰ ৰম্যভূমি। প্ৰকৃতিৰ বৰজীয়ৰী অসম মূলত এক নাতিশীতোষ্ণ অঞ্চল। বছৰৰ ছটা ঋতুত অসমৰ প্ৰকৃতিয়ে নতুন নতুন ৰূপ পৰিগ্ৰহ কৰে। প্ৰতিটো ঋতুতে অসমৰ জান-জুৰি, পৰ্বত-পাহাৰ, সমতলে লাভ কৰে নতুন ৰূপ। অসমীয়া মানুহে বছৰৰ বাৰটি মাহৰ দুটা মাহ লগ লগাই প্ৰাকৃতিক বৈশিষ্ট্যৰ ওপৰত ভিত্তি কৰি এটা ঋতু ধৰি মুঠ ছটা ঋতু ধৰি আহিছে। এই হিচাপত শাওণ আৰু ভাদ মাহ দুটাক অসমত বৰ্ষা ঋতু হিচাপে ধৰা হয়। গ্ৰীষ্ম, বসন্ত শৰৎ আদি আন আন ঋতুকেইটাতকৈ বৰ্ষা ঋতু সমাজ জীৱনৰ বাবে বিশেষ গুৰুত্বপূৰ্ণ। কাৰণ বৰ্ষা ঋতুৰ বৰষুণে কৃষি প্ৰধান ৰাইজলৈ কঢ়িয়াই আনে জীৱন ধাৰণৰ প্ৰত্যাশা। গ্ৰীষ্মৰ ৰ'দৰ পৰা উপশম পোৱাৰ আনন্দ আৰু এজাক বৰষুণে পথাৰ শইচৱতী কৰি তোলাৰ,সম্ভাৱনাৰে কৃষক তথা সকলোৰে মনলৈ আশা কঢ়িয়াই আনে বৰ্ষা ঋতুৱে।

**বৰ্ষা ঋতু অসমৰ হাঁহি, অসমৰ চকুপানী**

অসমৰ বাৰিষাৰ বাবে বৰ্ষা ঋতু বিখ্যাত। বৰ্ষা ঋতুৱে অসমীয়াৰ জনজীৱনৰ আঁহে-আঁহে বিয়পি আছে। গ্ৰীষ্মৰ প্ৰায় শেষ সময়ত মৌচুমী বতাহৰ আগমন ঘটে অসমলৈ। এই মৌচুমী বতাহে অসমৰ শিতানত থকা হিমালয়ৰ পৰ্বতমালাত খুন্দা খাই

উভতি আহি পাদদেশৰ অসমভূমি বৰষুণেৰে উপচাই তোলে। অসমৰ নদী-উপনদী পানীৰে উপচি পৰে। নদীৰ পানীয়ে পাৰ উপচি পথাৰ-বিল আৰু জন বসতি অঞ্চলত প্ৰৱেশ কৰে। এনেদৰে তিনি -চাৰিটা বানে অসমৰ লোক-জীৱনত ইতিবাচক আৰু নেতিবাচক দুয়োটা দিশতে প্ৰভাৱ বিস্তাৰ কৰি আহিছে। সেয়ে বৰ্ষা ঋতু অসমৰ জনজীৱনৰ লগত অঙ্গাঙ্গীভাৱে সংপৃক্ত। বৰ্ষা ঋতু যদি কেতিযাবা আশাৰ হাঁহি হৈ দেখা দিয়ে, কেতিযাবা দেখা দিয়ে চকুলো হৈ।

**ইতিবাচক দিশ**

গ্ৰীষ্মৰ প্ৰখৰ ৰ'দত পথাৰৰ কৃষি উপযোগী মাটি শুকান হৈ থাকে। কেতিয়াবা খৰাং বতৰেও অসমৰ কৃষকসকলক বিপৰ্যস্ত কৰি তোলে। অসমীযাত ফকৰা যোজনাও আছেঃ 'জেঠৰ সাত খৰ' বুলি। তেতিযা কৃষকৰ একমাত্ৰ ভৰষা হৈ পৰে বৰ্ষা ঋতুৰ এজাক ডাঙৰ বৰষুণ। কঠীযাতলীত কঠীযা পাৰি বৰষুণলৈ বাট চাই থকাৰ মূল্য কিমান মাত্ৰ কৃষকসকলেহে অনুভৱ কৰিব পাৰে। বাৰিষাৰ ওপচা বানত অহা পলসে পথাৰ উৰ্বৰা কৰি যায়। ইফালে খাল-বিল আদি মাছৰে উপচি পৰে। বৰষুণ আৰু বানপানীয়ে গাঁও-ভূইৰ জাবৰ আৰ্বজনা ধুই নিকা কৰি পেলায। ই বৰ্ষাৰি প্ৰধান দান বুলি ক'ব পাৰি। খেতিৰ পথাৰৰ বাবে প্ৰযোজনীয পানী তথা ৰুই থোৱা ধানক সঁজাল ধৰিবৰ বাবে প্ৰয়োজন বাৰিষাৰ প্ৰতিজাক বৰষুণ।

আকৌ অসমৰ বৰ্ষা ঋতুৰ নান্দনিক/কাব্যিক সৌন্দৰ্যইও প্ৰতিজন ৰুচিশীল ব্যক্তিৰ হৃদযতে সাঁচ কাটিবলৈ সক্ষম। মেঘৰ ঘন গাজনি, বিজুলী আকাশৰ ৰামধেনু বৰ্ষা ঋতুৰ বাহিৰে আন ঋতুৰ পৰা জানো আশা কৰিব পাৰি। এনেবোৰ দিশৰ পৰা বৰ্ষাঋতু অসমৰ হিযাৰ আঁমঠু স্বৰূপ।

**নেতিবাচক দিশ**

অসমৰ বৰ্ষা ঋতু যিদৰে সুফলৰ বাবে মানুহে বাট চাই থাকে ঋতুটোলৈ, বিপৰীতে কিছুমান নেতিবাচক দিশৰ বাবে কেতিয়াবা একেদৰে মানুহৰ বাবে ত্ৰাসৰ কাৰণো হৈ পৰে ই। পৰিবেস প্ৰকৃতিৰ দ্ৰুত পৰিৱৰ্তনৰ লগে লগে অসমৰ নদী-উপনদীবোৰৰ গভীৰতা ক্ৰমাৎ বাম হৈ আহি আছে। ফলত ডাঙৰ বৰষুণ হ'লেই বানত এইবোৰ উপচি পৰে আৰু দুইপাৰৰ মথাউৰি ভাঙি একো একোটা বিশাল অঞ্চলত ত্ৰাসৰ সৃষ্টি কৰে। এই দিশৰ পৰা চাবলৈ গ'লে শেহতীযাভাৱে অসমত বৰ্ষা ঋতুৰ প্ৰভাৱে জনজীৱনত বেছি ক্ষতি সাধনহে কৰিছে। এনে বানত ব্ৰহ্মপুত্ৰ তথা উপনদীসমূহৰ পৰা অহা বালিযে বিস্তীৰ্ণ কৃষিভূমি পুতি কৃষি অনুপযোগী কৰি পেলোৱাৰ উপৰি ঘৰ-দুৱাৰ আদিৰ অনিষ্ট সাধন কৰে। গৰু-ম'হ, ছাগলী আদি পশুধনৰ বিনষ্ট কৰে। নৈৰ গৰাখহনীয়াৰ বাবে বহু গাঁও উচন হয়। গাৰ ঘাম বোকাত পেলাই কৰা বছৰটোৰ আশাৰ খেতি এটা বানতে নিঃশেষ হৈ যায। ইফালে বানৰ পাছৰ বেমাৰ-আজাৰেও মানুহক জুৰুলা কৰি পেলায়। যিহেতু এনে সমস্যা প্ৰতি বছৰেই আহিবই, সেয়ে চৰকাৰ আৰু জনসাধাৰণে ইয়াৰ স্থায়ী এক সমাধানৰ বাবেহে চেষ্টা কৰা উচিত। অসম চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰে

প্ৰতিবছৰে বানপানী ৰোধ আৰু সাহাৰ্যৰ বাবে বহু কোটি টকা খৰচ কৰি আহিছে। পৃথিৱী বিখ্যাত কাজিৰঙাৰ লগতে পবিতৰা আদি ৰাষ্ট্ৰীয় উদ্যানতো বানে ক্ষতি সাধন কৰি আহিছে। গতিকে বৰ্ষা ঋতুক কবিযে কোৱাৰ দৰে জানো সহজেই ক'ব পাৰি ঃ "বৰ্ষা ঋতু ভালপাওঁ মই "

### সামৰণি

প্ৰকৃতিৰ নিযম অনুসৰি ঋতু আহিবই। শৰতেই হওক নাইবা শীত, হেমন্ত বা বৰ্ষাই হওক অসমলৈও বাৰিষা আহিবই বৰ্ষা ঋতুত। ক্ষতিকাৰক দিশ সমূহৰ বাবেই জানো আমি বৰ্ষা ঋতুক বেযা পাব পাৰো? নোৱাৰো। বৰ্ষা ঋতুটোৰ বাবেই বাট চাই থাকো আমি। বিজ্ঞান সন্মত পৰিকল্পনা আৰু পদ্ধতিৰে অসমৰ নদী-উপনদীসমূহ নিযন্ত্ৰিত কৰিব পাৰিলে বৰ্ষা ঋতু অতি মনোৰম হৈ পৰিব আমাৰ বাবে।

# তথ্য জনাৰ অধিকাৰ আইন

**ৰচনাৰ সংকেত ঃ** ভূমিকা - তথ্য জনাৰ অধিকাৰ আৰু ভাৰত - আইনখনৰ অন্তৰ্গত মূল বিষয - সামৰণি

### ভূমিকা

এখন কল্যাণকামী গণতান্ত্ৰিক দেশত নাগৰিকৰ সবাতোকৈ গুৰুত্বপূৰ্ণ মৰ্যাদা হৈছে অধিকাৰ। বিশ্বৰ সৰহ সংখ্যক দেশতে নাগৰিকৰ অধিকাৰৰ ওপৰতে ভিত্তি কৰিয়েই প্ৰণযন কৰা হৈছে দেশসমূহৰ সংবিধান। সমগ্ৰ বিশ্বতে অধিকাৰ সম্পৰ্কে যোৱা কেইবাটাও দশক জুৰি বিশেষ সচেতনতা সৃষ্টি হৈছে। নাগৰিকৰ অধিকাৰকে গণতন্ত্ৰত অগ্ৰাধিকাৰ দিযা হৈ আহিছে যদিও কূটনৈতিক আৰু প্ৰশাসনীয় ব্যৱস্থাত বহু তথ্য নাগৰিকৰ পৰা গোপনীয কৰি ৰখা হয। নাইবা বিভিন্ন সময়ত নাগৰিক বিভিন্ন বিষয়ৰ তথ্য জনাৰ পৰা বঞ্চিত হৈ আহিছে। বৰ্তমান তথ্য জনাৰ অধিকাৰক অন্যতম মানৱ অধিকাৰ হিচাপে বিবেচনা কৰা হয়। যোৱা প্ৰায় পোন্ধৰ বছৰ ধৰি সমগ্ৰ বিশ্বতে জনসাধাৰণৰ তথ্য জনাৰ অধিকাৰৰ ওপৰত গুৰুত্ব প্ৰদান কৰি প্ৰশাসনিক ব্যৱস্থাত স্বচ্ছতা আৰু ৰাজহুৱা বিষয়ক সাধাৰণ লোকৰ অনুসন্ধিৎসা/স্বাৰ্থ ৰক্ষাৰ বাবে গুৰুত্ব দিয়া হৈছে। আজিৰ পৰা দুটা দশকৰো আগতেই ছুইডেনত জনসাধাৰণৰ তথ্য জনাৰ অধিকাৰৰ ওপৰত গুৰুত্ব দি বিশেষ ব্যৱস্থা লোৱা হৈছিল। এজন সচেতন নাগৰিক হিচাপে প্ৰত্যেক ব্যক্তিৰে ৰাজহুৱা নাইবা প্ৰশাসনিক ব্যৱস্থাৰ আওঁতাত নিজৰ জড়িত বিষযৰ তথ্য জনাৰ অধিকাৰ আছে। সেযে আধুনিক বিশ্বৰ প্ৰতিজন নাগৰিকৰে অন্যতম অধিকাৰ হ'ল তথ্য জনাৰ অধিকাৰ। এনে এখন আইন সমাজত অতি প্ৰযোজনীয। কিন্তু ভাৰতৰ দৰে এখন বৃহৎ গণতান্ত্ৰিক

দেশতো আজি কিছুদিন আগলৈকে তথ্য জনাৰ অধিকাৰ সন্দৰ্ভত কোনো আইন নাছিল। ফলত জনসাধাৰণে প্ৰায়ে বহু প্ৰশাসনীয় আৰু ৰাজহুৱা বিষয়ৰ তথ্য জনাৰ পৰা বঞ্চিত হৈ আহিছিল। অৱশেষত ২০০৫ চনত ভাৰতীয সংবিধানৰ ১৯ (১) নং অনুচ্ছেদৰ অধীনত জনসাধাৰণক প্ৰদান কৰা এক মৌলিক অধিকাৰ ঃ তথ্য জনাৰ অধিকাৰৰ আধাৰত এখন আইন প্ৰণয়ন কৰে। এই আইনখনেই তথ্য জনাৰ অধিকাৰ আইন, ২০০৫ হিচাপে জনাজাত।

**তথ্য জনাৰ অধিকাৰ আৰু ভাৰত**

ব্ৰিটিছসকলে প্ৰায় দুশ বছৰ আমাৰ দেশ শাসন কৰিছিল। তেওঁলোকে নিজৰ স্বাৰ্থত ভাৰতীযসকলক দমন কৰি ৰাখিবলৈ সময়ে সময়ে বিভিন্ন আইন প্ৰণযন কৰিছিল। ভাৰতীয়সকলৰ ন্যূনতম মানৱ অধিকাৰসমূহো শোষণ আৰু লুণ্ঠনৰ বাবে ভৰিৰে মোহাৰি পেলোৱা হৈছিল। সাধাৰণ পৰাধীন নাগৰিকে যাতে প্ৰশাসনীয কোনো আওভাও নাপায সেই কথাতে গুৰুত্ব দি আইন প্ৰণয়ন কৰা হৈছিল। দীৰ্ঘদিনজোৰা আন্দোলনৰ পাছত ১৯৪৭ চনত ভাৰতে স্বাধীনতা লাভ কৰিবলৈ সক্ষম হয যদিও ব্ৰিটিছে প্ৰণযন কৰা চৰকাৰী গোপনীযতাৰ আইন, ১৯২৩ নামৰ আইনখনৰ কোনো পৰিৱৰ্তন নঘটিল। এই আইনখনৰ জৰিযতে চৰকাৰী কাৰ্যালযৰ বিষযসমূহৰ গোপনীযতা অৱলম্বন কৰা হয আৰু চৰকাৰী তথ্য বাহিৰ কৰাটো এই আইনমতে দণ্ডনীয বিবেচিত হৈ থাকিল। এনে আইনৰ ফলত আমাৰ প্ৰশাসনীয কাম-কাজ আৰু চৰকাৰী আঁচনি আদিৰ তথ্যৰ পৰা সৰ্বসাধাৰণ বঞ্চিত হৈ আহিছিল। আনহাতে এই সুবিধাতে বহু বিষযা-আমোলা দুৰ্নীতিত লিপ্ত হ'বলৈও ধৰে। ফলত তথ্য জনাৰ এখন আইন প্ৰণযন কৰাটো সমাজহিতৈষিসকলে প্ৰয়োজন অনুভৱ কৰিবলৈ ধৰিলে। স্বাধীনতাৰ পৰৱৰ্তী কালছোৱাত বিভিন্ন দল-সংগঠন, আইনবিদ, সমাজসেৱক আদিযে এনে এখন আইনৰ পোষকতা কৰি প্ৰণযনৰ বাবে দাবী জনাই আহিছিল। যাতে জনসাধাৰণে মৌলিক অধিকাৰৰ জৰিযতে দেশৰ উন্নয়নৰ স্বাৰ্থত বিভিন্ন চৰকাৰী আঁচনিৰ তথ্য, প্ৰশাসনিক ব্যৱস্থা তথা স্বচ্চতা সম্পৰ্কে জ্ঞাত হ'ব পাৰে। অৱশেষত বিতৰ্ক আৰু বিভিন্ন বাধা নেওচি ২০০৫ চনৰ ১৫ জুনত তথ্য জনাৰ অধিকাৰ আইন, ২০০৫-ত স্বাক্ষৰ কৰি ভাৰতৰ ৰাষ্ট্ৰপতিযে তথ্য জনাৰ অধিকাৰ আইনক স্বীকৃতি দিযে। সেই বছৰৰে ১২ অক্টোবৰৰ পৰা আনুষ্ঠানিকভাৱে আইনখন বলবৎ হয়। লগে লগে ভাৰতীয গণতন্ত্ৰত এক দীৰ্ঘদিনীযা কল্যাণকামী আইনৰ অভাৱ পূৰণ হয।

**আইনখনৰ অন্তৰ্গত মূল বিষয়**

গণতন্ত্ৰত যিহেতু জনসাধাৰণেই চৰকাৰৰ ভেটি, সেয়ে নিজে নিৰ্বাচন কৰি দিয়া চৰকাৰখনৰ কাম-কাজ, দেশৰ প্ৰতিটো তথ্য জনাৰ অধিকাৰ ভাৰতীয় সংবিধানমতে ভাৰতীয জনসাধাৰণৰ আছে। তথ্য জনাৰ অধিকাৰ ২০০৫ আইনখন ভাৰতীয় গণতন্ত্ৰৰ এক অতি ইতিবাচক দিশ। এই আইনখন জম্মু আৰু কাশ্মীৰৰ বাহিৰে সমগ্ৰ ভাৰতত‌ে

বৰ্তনাম প্ৰচলিত। আইনখনৰ নীতি অনুসৰি প্ৰতিজন ভাৰতীয় নাগৰিকে চৰকাৰক যিকোনো বিষযত প্ৰশ্ন সোধা তথা তথ্য বিচৰাৰ অধিকাৰ লাভ কৰিছে। লগতে লাভ কৰিছে চৰকাৰী নথি-পত্ৰৰ প্ৰতিলিপি আহৰণ কৰা, চৰকাৰী নথি-পত্ৰ প্ৰত্যক্ষ কৰিব বিচৰা সুবিধা, চৰকাৰী কাম-কাজৰ অগ্ৰগতি পৰিদৰ্শন কৰাৰ সুবিধা তথা কাম-কাজৰ নমুনা সংগ্ৰহ কৰাৰ অধিকাৰ। কেৱল যে চৰকাৰী কাম-কাজহে এই আইনে সামৰি লৈছে এনে নহয, ভাৰতত প্ৰচলিত যিকোনো আইন আৰু চৰকাৰী নিদেৰ্শৰ দ্বাৰা পৰিচালিত অনুষ্ঠান, চৰকাৰ নিযন্ত্ৰিত আৰু আৰ্থিক সাহায্যপ্ৰাপ্ত যিকোনো বেচৰকাৰী সংগঠনকো এই আইনে সামৰি লৈছে। যিবোৰ ব্যক্তিগত প্ৰতিষ্ঠানে ৰাজসাহায্য, কৰ ৰেহাই লাভ কৰে তেওঁলোকেও নাগৰিকক তথ্য জনাৰ অধিকাৰৰ পৰা বঞ্চিত কৰিব নোৱাৰিব এই আইনৰ বাবে। এই আইন অনুসৰি চৰকাৰে প্ৰতিটো বিভাগতে এজন বা একাধিক লোক তথ্য বিষয়া হিচাপে নিযোগৰ ব্যৱস্থা লৈছে। এওঁলোকে নাগৰিকৰ তথ্যজনাৰ অধিকাৰ আৱেদন গ্ৰহণ কৰে। আৱেদনকাৰীযে তাৰবাবে সামান্য মাচুলো প্ৰদান কৰিব লাগে। আবেদন কৰাৰ পৰা ৩৫ দিনৰ ভিতৰত প্ৰদান কৰিব লাগে কৰ্তৃপক্ষই। কেন্দ্ৰীয় চৰকাৰৰ চোৰাংচোৱা আৰু নিৰাপত্তা বাহিনী লগতে ৰাজ্য চৰকাৰৰ এনে কিছু সংখ্যক তথ্য জনাৰ আধিকাৰৰ আইনৰ পৰা ৰেহাই প্ৰদান কৰা হৈছে।

তথ্য জনাৰ অধিকাৰ আইনখনৰ জৰিযতে ভাৰতৰ প্ৰশাসনীয আৰু চৰকাৰী জনকল্যাণকামী আঁচনিসমূহ যথেষ্ট স্বচ্চ আৰু সুচাৰুৰূপে হোৱা পৰিলক্ষিত হৈছে। এই আইনখনৰ বাবে পূৰ্বে জনসাধাৰণৰ অজ্ঞাত হৈ থকা বহু বিষয জ্ঞাতকৰণ হৈছে। চৰকাৰী কাম-কাজত স্বচ্ছতা আৰু দাযবদ্ধতা বৃদ্ধি পোৱাৰ উপৰিও চৰকাৰী সিদ্ধান্ত সম্বন্ধে নাগৰিকে জনাৰ সুবিধা হৈছে। নগতে ৰাজনৈতিক প্ৰক্ৰিযাত জনসাধাৰণ সক্ৰিয় অংশগ্ৰহণ কৰাৰ বাবে আগ্ৰহী হৈ পৰা পৰিলক্ষিত হৈছে। চৰকাৰী কাম-কাজৰ সফল ৰূপাযণত ৰাইজৰ সহযোগিতা এই আইনখনে বৃদ্ধি কৰিছে। আইনৰ প্ৰণয়নৰ বাবে আমাৰ সবাটোকৈ মন কৰিবলগীযা সু-ফলাফল কেইটামান হ'ল ঃ ইয়াৰ দ্বাৰা দুৰ্নীতি-অনিয়ম আদি প্ৰতিৰোধ নথিপত্ৰ সংৰক্ষণ আৰু ব্যৱস্থাপনা উন্নতিকৰণ, উন্নতমানৰ চৰকাৰী সিদ্ধান্ত গ্ৰহণ।

**সামৰণি**

এই আইনখনৰ জৰিযতে জনসাধাৰণৰ বহু উপকাৰ সাধিত হৈছে। অৱশ্যে জনসাধাৰণৰ মাজত আইনখনৰ প্ৰতি সচেতনতা বৃদ্ধিৰ এতিযাও প্ৰয়োজনীয়তা আছে। বিশেষকৈ ছাত্ৰসকলক আইনখনৰ প্ৰতি সচেতন কৰি তোলা বাঞ্চনীয়। কিয়নো ভৱিষ্যতে সু-নাগৰিক হৈ এই আইনখনৰ জৰিযতে দুৰ্নীতি-অনিয়মৰ প্ৰতিবাদ কৰি দেশ গঢ়াত এওঁলোকেই অৰিহণা যোগাব লাগিব। যি কি নহওক তথ্য জনাৰ অধিকাৰ আইনখনক জনাৰ মৌলিক অধিকাৰৰ অন্যতম উপাদান বুলি ক'লে ভুল নহ'ব।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সৎ চৰিত্ৰ কেনেকৈ গঢিব পাৰি - সৎ চৰিত্ৰৰ গৰিমা চিৰকাল - সামৰণি

# চৰিত্ৰই ভাগ্য

*HSLC 1997*

*ধন হেৰালে একোৱেই নেহেৰায়, স্বাস্থ্য হেৰালে সম্পদ হেৰায়, কিন্তু চৰিত্ৰ হেৰালে সকলো হেৰায়।*

— **ছক্ৰেটিছ**

## ভূমিকা

চৰিত্ৰ মানুহৰ জীৱনৰ এক স্বচ্ছ দাপোণ স্বৰূপ। মানুহ আত্মাৰ সন্তুষ্টিৰে বিবেকবান হৈ জীয়াই থাকিবলৈ থকাৰ ছাবিকাঠি হ'ল চৰিত্ৰ। সৎ চৰিত্ৰই মানুহৰ জীৱনক যি আত্মবল প্ৰদান কৰিব পাৰে আন একোৱেই নোৱাৰে। যেতিয়া মানুহে সৎ চৰিত্ৰ হেৰুৱাই অসৎ পথত ভৰি দিয়ে তেতিয়া পদে পদে বিপদ আৰু বিঘিনিয়ে লগ দিয়ে। চৰিত্ৰই মানুহক মহৎ হিচাপে গঢ দিয়ে। সেয়ে সৎ চৰিত্ৰৰ লোকসকল অনুপ্ৰেৰণাৰ উৎস স্বৰূপ। অসৎ মানুহৰ দৃঢতা কম। সৎ চৰিত্ৰই মানুহক সংগ্ৰামী হ'বলৈ শিকোৱাৰ লগতে যিকোনো পৰিস্থিতিক বাধা-বিঘিনিক প্ৰত্যাহ্বান জনাবলৈ সাহস যোগায। মানুহ যেতিয়া আত্মশক্তিৰে সাহসী হৈ থাকে তেতিয়া কৰ্মৰ বাবে প্ৰেৰণা লাভ কৰে। ফলত কৰ্মই মানুহক নিজৰ সফলতাৰ বাট দেখুৱাই দিয়ে। এক কথাত, চৰিত্ৰই মানুহৰ ভাগ্যৰ দুৱাৰ মুকলি কৰি জীৱনৰ পথ প্ৰদৰ্শন কৰে। অসমীয়াত এষাৰ প্ৰবাদ বাক্য আছে, 'ভালে পায ভালক, জাবৰে পায খালক'। অৰ্থাৎ, সৎ চৰিত্ৰৰ লোকে সৎ চৰিত্ৰৰ মানহক লগ পায আৰু সততাৰ বলত অসৎ কাৰ্য আৰু অসৎ চৰিত্ৰৰ মানুহৰ পৰা আঁতৰি থাকিব পাৰে নাইবা যুঁজিব পাৰে, বিপৰীতে অসৎ চৰিত্ৰৰ লোকে কম পৰ্যাযৰ মানুহৰ লগ লাগি আন্ধাৰৰ দিশেহে বাট বুলিব লগা হয় দিনে দিনে। চৰিত্ৰ বুলি ক'লে আমি সাধাৰণতে মানুহৰ সৎ আচৰণ আৰু স্বভাৱকে বুজি পাওঁ। যেতিয়া ই মানৱৰ পৰিপন্থী হৈ পৰে তাক আমি দুঃচৰিত্ৰ বোলো।

## সৎ চৰিত্ৰ কেনেকৈ গঢিব পাৰি

চৰিত্ৰ সৎ হিচাপে বৰ্তাই ৰখাটো অতি কঠিন কাম। আমি বিশ্বৰ ইতিহাসৰ পাতত যিমান সফল তথা মহৎ লোকৰ উদাহৰণ পাও সকলোৱে চৰিত্ৰৰ সাধনাৰ যোগেদিহে সুপথৰ সন্ধান লাভ কৰিছে। উদাহৰণস্বৰূপে মহামানৱ মহাত্মা গান্ধীয়ে সৰুতে অসৎ কাৰ্যত লিপ্ত হোৱাৰ পাছত অনুতপ্ত হৈ চিঠিৰে দেউতাকক সকলো জনাই ক্ষমা বিচাৰিছিল। সেয়া আছিল গান্ধীজীৰ চৰিত্ৰৰ সাধনাৰ কমাৰ শাল। পৰৱৰ্তী জীৱনত কঠোৰ সাধনাৰে গান্ধীজীয়ে নিজৰ চৰিত্ৰৰ জনজীৱনৰ বাবে এক বিশাল মানৱীয় দৃষ্টিভংগীৰে সংশোধন কৰিছিল। যাৰ বাবে কোটি কোটি জনতাৰ ভাগ্য ভাৰতৰ স্বাধীনতা ইংৰাজৰ পৰা ওভতাই পাবলৈ সমৰ্থ হৈছিল। সুচৰিত্ৰ গঢাৰ প্ৰথম চৰ্ত হ'ল ভাল-বেয়া বিবেচনা কৰাৰ শক্তি। ভাল-বেযা বিচাৰ কৰি ভাল খিনি গ্ৰহণ কৰিব পৰাটো মানুহৰ অন্যতম ইতিবাচক দিশ। আনহাতে নিজৰ কৰ্ম বিশ্লেষণ কৰি ভুলৰ বাবে অনুতপ্ত হৈ ভৱিষ্যতে

এনে ভুল নকৰাৰ শিক্ষা গ্ৰহণ কৰিব পাৰিলেও সু-চৰিত্ৰ সাধনাৰ পথ ল'ব পৰা যায়। সুচৰিত্ৰৰ বাবে সৰুৰে পৰা সচেতন হ'লে পৰবৰ্তী কালত এজন সু-নাগৰিক হিচাপে দেশ আৰু দহৰ উন্নতি সাধিব পৰা যায়। গতিকে অভিভাৱসকলে শৈশৱৰে পৰা নিজৰ সন্তানক নৈতিক মূল্যবোধৰ ওপৰত গুৰুত্ব দি সৎ চৰিত্ৰৰ সাধনাৰ পথ দেখুৱাব পাৰে।

শৈশৱৰে পৰা গ্ৰন্থ অধ্যয়ন কৰিলে, বিশেষকৈ মহৎলোকৰ জীৱনী অধ্যয়ন কৰিলে তেনেলোকৰ চৰিত্ৰৰ দ্বাৰা অনুপ্ৰাণিত হ'ব পাৰি। জুইশালত গঢ়িহে কমাৰশালত গঢ়িব পাৰি — সেয়ে, সৎ চৰিত্ৰৰে শৈশৱৰে পৰা গঢ দিয়াৰ চেষ্টা কৰিব লাগে। কিয়নো এটা কাম বাৰে বাৰে কৰা কাৰ্যই গঢ দিয়ে অভ্যাস, অভ্যাসে গঢ় দিয়ে চৰিত্ৰৰ। চৰিত্ৰ বলে মানুহৰ আত্মিক শক্তিক গঢ দিয়ে আৰু নিযন্ত্ৰিত কৰে। সেয়ে বেয়া অভ্যাসে বেয়া চৰিত্ৰ আৰু ভাল অভ্যাসে ভাল চৰিত্ৰ গঢ দিয়ে। গতিকে চৰিত্ৰৰ ওপৰতে ভাগ্য নিৰ্ভৰশীল বহু পৰিমাণে।

### সৎ চৰিত্ৰৰ গৰিমা চিৰকাল

পৃথিৱীত যিমান ভাল কাম সাধিত বা সংঘটিত হৈছে, এই সকলোৰে আঁৰৰ এটা অন্যতম উপাদান হৈছে চৰিত্ৰ। যিসকলে সু-চৰিত্ৰৰে মানৱ জাতিৰ বাবে বিভিন্ন দিশত উপকাৰ সাধি গৈছে তেওঁলোকৰ নাম চিৰকাল মানৱ জাতিয়ে শ্ৰদ্ধাৰে সুঁৱৰিব। আনহাতে দুঃচৰিত্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত হৈ যিসকলে অসৎ পন্থাৰে ঠগ প্ৰবঞ্চনাৰে খ্যাতি লভে তেওঁলোকৰ খ্যাতি দুদিনীয়া। নাইবা যিসকলে দুষ্কাৰ্য সাধন কৰে তেওঁলোকক সমাজে ঘৃণাৰ দৃষ্টিৰে চায়। সেয়ে আমি সৎ চৰিত্ৰ বিচাৰো।

দেখা যায় যে কৈশোৰ বা যৌৱনত অসৎ সংগৰ প্ৰভাৱত বহুতে ৰাগিয়াল দ্ৰব্য সেৱন, মাৰপিট আৰু আন অসামাজিক কামৰ প্ৰতি আকৃষ্ট হৈ পৰে। ফলত জীৱনৰ মূল্যবান সময়খিনি জীৱনৰ সাধনাত ব্যস্ত হোৱাৰ পৰিৱৰ্তে স্খলিত চৰিত্ৰহে আঁকোৱালি লোৱা দেখা যায়। ইয়াৰ পৰিণতিত নিজৰ সুন্দৰ ভৱিষ্যত নিজে ধ্বংসৰ ফালে আগবঢ়াই দিয়াৰ লগতে নিজৰ আত্মীয়-স্বজন বা পৰিয়ালটোক বিপদ আৰু সামাজিক অসন্মানৰ দিশে লৈ যোৱা হয়। আমাৰ সমাজত এনে অজস্ৰ উদাহৰণ আছে। সেয়ে, বন্ধু নাইবা সঙ্গ নিৰ্বাচনত অতি সাৱধান হ'ব লাগে যাতে নিজে কেতিয়াও অসৎ পন্থাৰ ফালে ঢাল খাব নালাগে। বৰঞ্চ অসৎ পথেৰে যোৱা সকলক সৎ চৰিত্ৰ ফালে অনাৰ চেষ্টাহে কৰিব লাগে।

### সামৰণি

সজ চিন্তা, সজ সঙ্গ সজ কৰ্ম আচৰণ এই কামবোৰ সৰুৰে পৰা কৰাৰ চেষ্টা কৰিব লাগে। চৰিত্ৰ ধন গোটোৱৰ বাবে সৎ লোকৰ সংগ গ্ৰহণ আৰু অসৎ লোকৰ সঙ্গ পৰিত্যাগ কৰাৰ ক্ষমতা থকাটো অতি জৰুৰী। এই গুণবোৰ আহৰণ কৰিব পাৰিলেহে সজ চৰিত্ৰৰে নিজৰ ভাগ্য নিয়ন্ত্ৰিত কৰি জীৱনৰ উদ্দেশ্যৰ ফালে ধাৱমান হ'ব পাৰি আৰু জীৱনৰ পৰমাৰ্থ উপলব্ধি কৰিব পাৰি।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - অলিম্পিকৰ আদি পৰ্ব - বেইজিং অলিম্পিক ক্ৰীড়া সমাৰোহ - প্ৰতিযোগিতাৰ ফল - সামৰণি

# বেইজিং অলিম্পিক

*মনুষ্যত্বৰ উন্নতিকল্পে অলিম্পিক আন্দোলন বিশ্বৰ প্ৰান্তে প্ৰান্তে বিয়পি পৰক, অলিম্পিক হওক বিশ্ববাসীৰ ঐক্যৰ উৎসৱ।*

**— বেৰন পিয়েৰ দা কুবাৰ্তিন**

**ভূমিকা**

বিশ্বক্ৰীড়াৰ সবাতোকৈ বৰ্ণময় আৰু মহান যুদ্ধক্ষেত্ৰ অলিম্পিক, Greatest show on the Earth (বিশ্বৰ আটাইতকৈ ডাঙৰ প্ৰদৰ্শনী)। অলিম্পিক মানুহৰ নতুন নতুন কীৰ্তি অৰ্জনৰ নিৰলস প্ৰচেষ্টাৰ প্ৰতীক। প্ৰতি চাৰি বছৰৰ মূৰে মূৰে অনুষ্ঠিত এই মহা ক্ৰীড়াসমাৰোহৰ ঘাই লক্ষ্য আৰু উদ্দেশ্য হ'ল শৰীৰ চৰ্চাৰ মান উন্নয়নৰ লগতে বিশ্বপ্ৰেম, ভ্ৰাতৃত্ব আৰু শান্তিৰ বাতাবৰণ গঢ়ি তুলি মানৱকল্যাণৰ সুমহান আদৰ্শক সুপ্ৰতিষ্ঠিত কৰা। এই উদ্দেশ্য, লক্ষ্য আৰু আদৰ্শক সন্মুখত ৰাখিয়েই ২০০৮ চনৰ ৮—২৪ আগষ্টত ২৯তম্ অলিম্পিক মহাসমাৰোহ অনুষ্ঠিত হয় চীনৰ ৰাজধানী বেইজিঙত।

**অলিম্পিকৰ আদি পৰ্ব**

যীশুখ্ৰীষ্টৰ জন্মৰ ৭৭৬ বছৰ আগতেই গ্ৰীচৰ অধিবাসীসকলে তেওঁলোকৰ দেৱতা জিউচৰ সন্মানাৰ্থে অলিম্পিয়া নামৰ ঠাইত এক ক্ৰীড়া প্ৰতিযোগিতাৰ আয়োজন কৰিছিল। অলিম্পিয়াত অনুষ্ঠিত বাবে সেই প্ৰতিযোগিতাৰ নামো দিয়া হৈছিল অলিম্পিক। সেই সময়ত অলিম্পক কেৱল অলিম্পিয়া বা গ্ৰীচৰে নহয়, সমগ্ৰ পৃথিৱীৰেই আটাইতকৈ ডাঙৰ উৎসৱ বুলি বিবেচনা কৰা হৈছিল। সেই অলিম্পিকে গৌৰৱৰ শীৰ্ষস্থান আৰোহণ কৰিছিল খ্ৰীষ্টপূৰ্ব ৪০০-ত। কিন্তু তাৰ পাছৰ পৰা ই ক্ৰমান্বয়ে পৰি আহিবলৈ ধৰে। ৩৯৩ খ্ৰীষ্টাব্দত সম্ৰাট থিযদছিয়াছে এই ক্ৰীড়া খ্ৰীষ্টানবিৰোধী বুলি বন্ধ কৰি দিয়ে। বিস্মৃতিৰ অতল গৰ্ভত বিলীন হয় সেই অলিম্পিক ক্ৰীড়া সমাৰোহৰ ঐতিহ্য। ইয়াৰ বহু বছৰৰ পাছত ফৰাচী শিক্ষাবিদ বেৰন পিযেৰ দা কুবাৰ্তিনৰ চেষ্টাত ১৮৯৬ চনৰ ৬ এপ্ৰিলত গ্ৰীচৰ এথেন্সত আৰম্ভ হয় আধুনিক অলিম্পিকৰ। তেতিয়াৰে পৰা প্ৰতি চাৰি বছৰৰ মূৰে মূৰে পৃথিৱীৰ বিভিন্ন দেশত অলিম্পিক অনুষ্ঠিত হৈ আহিছে। অৱশ্যে প্ৰথম মহাসমৰৰ বাবে ১৯১৬ চনত আৰু দ্বিতীয় মহাসমৰৰ বাবে ১৯৪০ চনত অলিম্পিক অনুষ্ঠিত হোৱা নাছিল। সেইদৰে আধুনিক অলিম্পিকৰ ১০ বছৰ পূৰ্তি উপলক্ষে ১৯০৬ চনত নিৰ্দিষ্ট সময়ৰ পূৰ্বেই এথেন্সত এক বিশেষ অলিম্পিক অনুষ্ঠিত কৰা হয়।

**বেইজিং অলিম্পিক ক্ৰীড়া সমাৰোহ**

পাৰ হৈ অহা ১০৮ বছৰীয়া ইতিহাসত অলিম্পিকৰ জনপ্ৰিয়তা, আড়ম্বৰ, জাকজমক বৃদ্ধি পাইছে, লগতে বাঢ়িছে খেলা-ধূলাৰ মান, গতি আৰু নতুন নতুন ইভেণ্টৰ সংযোজন।

বিজ্ঞান আৰু প্ৰযুক্তিৰ অকৃপণ সহযোগিতাই দান কৰিছে নতুনত্ব আৰু বৈচিত্ৰ্য। ২০০৮ৰ বেইজিং অলিম্পিকত অংশগ্ৰহণকাৰী দেশৰ সংখ্যা ২০৬, প্ৰতিযোগী ১০ হাজাৰো বেছি, ইভেন্টৰ সংখ্যা ২৮। ১০৮ বছৰৰ আগেযে ১৮৯৬ চনত এথেন্সত অনুষ্ঠিত প্ৰথমখন আধুনিক অলিম্পিকত যোগদানকাৰী দেশৰ সংখ্যা আছিল ১৩, ইভেন্ট মাত্ৰ ৯।

২০০৮ চনৰ ৮ আগষ্টত বেইজিঙৰ নেচনেল ষ্টেডিয়ামত অতি জাকজমকীয়া কাৰ্যসূচীৰে আৰম্ভ হয় ২৯তম অলিম্পিকৰ উদ্বোধনী অনুষ্ঠান। নৃত্য-গীত, অত্যাধুনিক প্ৰযুক্তিৰ চকু চাট মাৰি ধৰা কলা-কৌশলত ষ্টেডিযাম জুৰি সৃষ্টি হয় এক মোহময়ী পৰিৱেশ।

বেইজিং অলিম্পিকৰ শুভংকৰ প্ৰতীক বা মেছকট হ'ল পাঁচটা ফুৱা। ফুৱা হ'ল শুভেচ্ছা দি থকা পুতলা। চীনা দৰ্শকৰ পাঁচটা তত্ত্বক (পানী, ধাতু, অগ্নি, কাঠ আৰু মাটি) বুজায এই ফুৱাকেইটাই। অলিম্পিক প্ৰতীকৰ পাঁচটা বৃত্তত থকা পাঁচটা বিভিন্ন ৰঙেৰে পুতলাকেইটা সজোৱা হৈছে। যাৰ অৰ্থ পাঁচখন মহাদেশৰ সমাৱেশ। ফুৱা পাঁচটাৰ নাম বেইবেই, জিংজি, হুৱানহুৱান, যিংগিং আৰু নিনি। প্ৰতিটো নামৰে প্ৰথমৰ অংশকেইটা একেলগ কৰিলে হয বেইজিং হুৱানযিংনি। ইযাৰ অৰ্থ 'বেইজিং ৱেলকামছ ইউ', বেইজিঙলৈ আপোনাক স্বাগতম। ফুৱাই বন্ধুত্ব, শান্তি আৰু সমগ্ৰ বিশ্বৰ শিশুসকললৈ শুভ কামনাৰ বাৰ্তা বহন কৰে। এপষেক জুৰি চলা এই ক্ৰীডা সমাৰোহত ২৮ টা ক্ৰীডা ইভেন্টত প্ৰতিযোগিতা হয।

**প্ৰতিযোগিতাৰ ফল**

ছোভিযেট যুক্তৰাষ্ট্ৰৰ বিভাজন হোৱাৰ ফলত বিগত কেইবাখনো অলিম্পিকত আমেৰিকাৰ আধিপত্য আৰু জযযাত্ৰা অব্যাহত থাকিলেও বেইজিং অলিম্পিকত মুঠ ৫১টা স্বৰ্ণ পদকেৰে চীনহে শীৰ্ষস্থান অধিকাৰ কৰে। ৩৬ টা স্বৰ্ণ পদকেৰে আমেৰিকাই লাভ কৰে দ্বিতীয় স্থান।

এইবাৰৰ অলিম্পিকত আলোডনৰ সৃষ্টি কৰে মাৰ্কিন সন্তৰণবিদ মাইকেল ফেল্পছে। তেওঁ সাঁতোৰত ৮টা সোণৰ পদক লাভ কৰি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হয়। ২০০৮-ৰ অলিম্পিকৰ দ্ৰুততম মানৱৰূপে পৰিগণিত হয় জামাইকাৰ দৌৰবিদ উছেইন বল্ট। তেওঁ ১০০ মিটাৰ দৌৰত পূৰ্বৰ অভিলেখ ভংগ কৰি ৯.৬৯ ছেকেণ্ডত এই দূৰত্ব অতিক্ৰম কৰে।

ভাৰতৰ বাবে বেইজিং অলিম্পিক বিশেষভাৱে স্মৰণীয় হৈ ৰ'ব। এইবাৰেই ভাৰতে ব্যক্তিগত ক্ষেত্ৰত প্ৰথমটো স্বৰ্ণ পদকেৰে মুঠ তিনিটা পদক লাভ কৰিবলৈ সক্ষম হয়। ভাৰতৰ অভিনৱ বিন্দ্ৰাই ১০ মিটাৰ এয়াৰ ৰাইফলত সোণৰ পদক লাভ কৰে। সেইদৰে ভাৰতৰে সুশীল কুমাৰ আৰু বীজেন্দৰ কুমাৰে ক্ৰমে মল্লযুদ্ধৰ ৬৬ কিলোগ্ৰাম ফ্ৰীষ্টাইল আৰু বক্সিঙৰ ৭৫ কিলোগ্ৰাম শাখাত লাভ কৰে ব্ৰঞ্জৰ পদক। পদক তালিকাত ভাৰতৰ স্থান ৫০ যদিও এইবাৰেই ভৰতে পোনপ্ৰথমবাৰৰ বাবে তিনিটা পদক লাভ কৰিবলৈ সক্ষম হয়।

**সামৰণি**

চীনৰ বেইজিং অলিম্পিকে বিশ্ববাসীৰ বিশেষ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হয়। সমস্ত বিভেদ পাহৰি শত্ৰু-মিত্ৰ সকলো দেশ একত্ৰিত হয একেখন পতাকাৰ তলত। ভ্ৰাতৃত্ববোধৰ ই আছিল এক উৎকৃষ্ট নিদৰ্শন। সেয়ে আশা কৰিব পাৰি, একমাত্ৰ খেলা-ধূলাইহে সমগ্ৰ পৃথিৱীতে শান্তিৰ বাতাবৰণ সৃষ্টি কৰিব পাৰে। ২০১২ চনত লণ্ডনত (২৭জুলাই-১২ আগষ্ট) অনুষ্ঠিত হ'ব ৩০ তম অলিম্পিক ক্ৰীড়াসমাৰোহ। সেই অলিম্পিকও নতুন শুভবাৰ্তা পৃথিৱীলৈ কঢ়িয়াই আনিব বুলি বিশ্বৰ সমস্ত ক্ৰীড়া অনুৰাগী আশাবাদী।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - আত্মসহায়ক গোটৰ পৰা হোৱা উপকাৰ - লাভ কৰা আৰ্থিক সহায - সামৰণি

# আত্মসহায়ক গোট

*সাঁতোৰ সাঁতোৰ নিজ বাহুবলে*
*সাঁতুৰিব নোৱাৰিলে যা ৰসাতলে।*

**ভূমিকা**

আত্মবল পৰম শক্তি আৰু আত্মসহায পৰম সহায়। ভাৰতৰ দৰে এখন উন্নয়নশীল দেশত দৰিদ্ৰসকলৰ মাজত নিজে নিজৰ ভৰিত থিয় দি জীৱন ধাৰণৰ মান উন্নত কৰাৰ উদ্দেশ্যে ভাৰত চৰকাৰে ৰূপায়ণ কৰা ভালেমান আঁচনিৰ ভিতৰত এক সফল আঁচনি হ'ল আত্মসহায়ক গোট গঠনেৰে বিভিন্ন বিকাশমূলক স্বনিযোজনাত্মক আঁচনি। আত্মসহায়ক গোট গঠনেৰে সম্প্ৰতি এক বৃহৎ সংখ্যক মানুহে নিজৰ ভৰিত থিয় দি উপাৰ্জন ক্ষম হ'বলৈ সক্ষম হৈছে। আত্মসহায়ক গোট বুলিলে চমুকৈ এনেদৰে ক'ব পাৰি ঃ এক সংঘবদ্ধ লক্ষ্যত সফলতাৰে উপনীত হ'বলৈ ঐক্যবদ্ধ হৈ দলগতভাৱে মানুহে গঠন কৰা এক স্বেচ্ছাসেৱী অনুষ্ঠানেই হ'ল আত্মসহায়ক গোট। সামাজিক-অৰ্থনৈতিকভাৱে যিসকল লোক অতি পিছপৰা অথবা পৰম্পৰাগত বৃত্তি আদিৰে দৈনন্দিন ৰোজগাৰ কৰাত অসমৰ্থ তেনেলোকে আত্মসহায়ক গোটৰ সদস্য হ'ব পাৰে বা গোট গঠন কৰিব পাৰে।

এটা আত্মসহায়ক গোটত ৫-ৰ পৰা ২০জনলৈ সদস্য থাকিব পাৰে। তেওঁলোকে আলোচনাত মিলিত হৈ কৰ্ম উদ্দেশ্য সম্পৰ্কে সিদ্ধান্ত গ্ৰহণ কৰি এটা বেংক একাউন্ট গোটটোৰ নামত খুলিব লাগিব। গোটৰ সদস্যসকল দাৰিদ্ৰ সীমাৰেখাৰ তলত হ'ব লাগে। এই সীমাৰেখাৰ উৰ্ধত থকা ত্ৰিশ শতাংশ সদস্য গোটটোত ল'ব পাৰে যদিও কোনো ধৰণৰ ৰাজ সাহাৰ্য পোৱাৰ পৰা তেতিয়া বঞ্চিত হয় গোটটো। আনহাতে এটা পৰিয়ালৰ পৰা মাত্ৰ এজনহে সদস্য ল'ব পৰা যায়। গোটটি গঠনৰ পাছত অৰ্থনৈতিক সক্ৰিয়তা আৰু মূলধনৰ ব্যৱস্থা গোটটোৰ অন্যতম কাম হৈ পৰে। লগতে নীতি বা সংবিধান এখন

প্ৰস্তুত কৰি সেইমতে ব্যৱস্থা গ্ৰহণ কৰাটোও অন্যতম প্ৰাৰম্ভিক কৰ্ত্তব্য আত্মসহায়ক গোটৰ। আত্মসহাযক গোটৰ গঠন তিনিটা ধৰণেৰে কৰিব পাৰি — মহিলা নাইবা পুৰুষৰ আৰু পুৰুষ-মহিলা দুযোৰে যৌথ সদস্যৰে। প্ৰতিমাহে দলটোৱে কমেও এখন সভা আয়োজন কৰি গোটৰ কাম-কাজৰ পৰ্যালোচনা আৰু আঁচনি ৰূপাযণ সম্পৰ্কে কাৰ্যসূচী প্ৰস্তুত কৰিব লাগে। কি কি কামত গোটটোৱে মনোনিৱেশ কৰিব সিদ্ধান্ত গ্ৰহণ কৰিব লাগে। আনহাতে হিচাপ-নিকাচ আৰু তথ্য-পাতি পদ্ধতিগতভাৱে সময়মতে কৰিব লাগিব। সেইদৰে প্ৰয়োজন দলগত পুঁজিৰ পৰা সদস্যলৈ ঋণৰ ব্যৱস্থা কৰণ আৰু ঋণ পৰিশোধৰ আঁচনি প্ৰস্তুতকৰণ।

**আত্মসহায়ক গোটৰ পৰা হোৱা উপকাৰ**

আত্মসহাযক গোটৰ পৰা অৰ্থনৈতিক আৰু সামাজিক দিশত পিছ পৰি থকা সকল কেইবাটাও দিশৰ পৰা উপকৃত হয। প্ৰথম উপকাৰ হ'ল আত্মসহাযক গোটে পৰস্পৰৰ হাতত ধৰাধৰি কৰি আগুৱাই যাবলৈ একতা প্ৰদান কৰে। দ্বিতীযতে জীৱনৰ বিভিন্ন প্ৰযোজনীযতা সমূহৰ সাদৃশ্য থকা বিষযসমূহ আলোচনা কৰি এক বিকল্পত উপনীত হ'ব পৰা যায। তাৰ উপৰিও স্বাক্ষৰতা হাৰ বৃদ্ধিত সহায কৰে। লগতে আত্মসহাযক গোটৰ জৰিযতে দলবদ্ধ আলোচনা নাইবা সভা-সমিতি তথা কাম-কাজ আদিৰ নীতি, পদ্ধতি আৰু আইন সম্পৰ্কে সজাগ কৰিতোলে। সাধাৰণতে দেখা যায আমাৰ সমাজত যিসকলে আত্মসহাযক গোট গঠন কৰে তেওঁলোকৰ সৰহভাগৰে বেংকৰ সৈতে কোনো সম্পৰ্ক নাথাকে। যাৰ বাবে বেংকৰ কাম-কাজ সম্পৰ্কে তেওঁলোক একেবাৰে অজ্ঞ। কিন্তু আত্মসহাযক গোট এটাত জড়িত হোৱাৰ পাছত বেংকৰ সৈতে লেন-দেন কৰাত গোটটোৰ সদস্যসকল সক্ৰিয হৈ পৰে। প্ৰশিক্ষণ আৰু ভাব বিনিময ব্যৱস্থাৰে দলবদ্ধ ক্ষমতা বৃদ্ধি কৰে আত্মসহাযক গোটৰ পৰিচালন ব্যৱস্থাই।

**লাভ কৰা আৰ্থিক সহায়**

আত্মসহায়ক গোট এটা গঠনৰ পাছত বিভিন্ন আঁচনি গ্ৰহণ কৰি চৰকাৰ নাইবা অন্য অনুষ্ঠানৰ সহাযত ৰূপাযিত কৰিব পৰা যায। আত্মসহাযক গোটৰ কাম-কাজৰ ওপৰত দৃষ্টি ৰাখি চৰকাৰে আৰু আন অনুষ্ঠানে চিনাক্ত কৰি শক্তিশালী আৰু দুৰ্বল গোট নিৰ্ধাৰণ কৰে। আৰু সাহায্য প্ৰদান কৰি নাইবা বেংকৰ পৰা ঋণ গ্ৰহণৰ সুবিধা কৰি দিয়ে। আত্মসহাযক গোটে চৰকাৰৰ পৰা সাহায্যৰ বিপৰীতে ২৫ হাজাৰ টকালৈকে ঋণ লাভ কৰিব পাৰে। কি কাম হাতত লয সেই আঁচনিৰ ওপৰত নিৰ্ভৰ কৰি বেংকৰ ঋণৰ পৰিমাণ নিৰ্ধাৰণ কৰা হয। তাৰ উপৰি হাতত লোৱা কামৰ বাবে চৰকাৰ আৰু আন স্বেচ্ছাসেৱী অনুষ্ঠানে প্ৰশিক্ষণৰো ব্যৱস্থা কৰে। লাভৰ ধনখিনি সদস্যসকলৰ উমৈহতীয়া ধন হয়। আনহাতে এই উমৈহতীয়া ধনখিনি সদস্যসকলে উৎপাদিত সামগ্ৰীৰ কেঁচামাল ক্ৰয়, বিপনন আদিত ব্যৱহাৰ কৰাৰ উপৰিও প্ৰযোজন অনুসৰি ধৰাবন্ধা নিয়ম-সূত আদিৰে ঋণ হিচাপে সদস্যই গ্ৰহণ কৰিব পাৰে। দেখা গৈছে যে আমাৰ দেশত আত্মসহায়ক গোটৰ সহায়ত বহু দৰিদ্ৰ লোক স্ব-নিৰ্ভশীল হ'বলৈ সক্ষম হৈছে।

**সামৰণি**

চৰকাৰ আৰু স্বেচ্ছাসেৱী সংগঠনসমূহে গৱেষণামূলকভাৱে কেনে আঁচনি হাতত ল'লে আত্মসহায়ক গোটে আৰ্থিক সফলতা লাভ কৰিবলৈ সক্ষম হ'ব তাৰ পৰিকল্পনা যুগুত কৰি প্ৰশিক্ষণৰো ব্যৱস্থা কৰে। ঠাই আৰু কেঁচা সমগ্ৰীৰ উপলব্ধতা আৰু উৎপাদিত সামগ্ৰীৰ বজাৰ চাহিদালৈ লক্ষ্য ৰাখি আঁচনি হাতত লোৱা উচিত। হাঁহ-কুকুৰা নাইবা গাহৰি পালন, মীনপালন, বাঁহ-বেত আদিৰ কুটিৰ শিল্প, হস্ত-তাঁত, আচাৰ আদি প্ৰস্তুত কৰা, কাঠফুলা খেতি আদি আত্মসহায়ক গোট সমূহে সফলতা লাভ কৰা জনপ্ৰিয় আঁচনি। যি আঁচনিয়ে নলওক কিয় কেইটামান দিশত সদস্যসকল সচেতন হোৱা বাঞ্ছনীয়। পৰিকল্পিত শ্ৰম, কেঁচাসামগ্ৰীৰ উপযুক্তভাৱে সংগ্ৰহ, উৎপাদনৰ মান উচ্চ কৰা, বিপননৰ বাবে বজাৰ পোৱাৰ উপযুক্ত ব্যৱস্থা কৰণ, হিচাপ-পত্ৰৰ স্বচ্ছতা আৰু নিযমিত পৰীক্ষণ, নিয়মিত গোটৰ সামগ্ৰিক দিশৰ পৰ্যালোচনা অতি প্ৰযোজনীয়। সমগ্ৰ দেশৰ ৭৫ শতাংশ লোক আৰু অসমৰ ৮৭ শতাংশলোক গ্ৰাম্যঞ্চলত বাস কৰে । তেওঁলাকৰ মুষ্টিমেয অংশই দাৰিদ্ৰতাত পাৰ কৰিব লগা হয় আৰু তেওঁলোকৰ নিযোগৰ সুযোগো অতি কম। দেশৰ লাখ লাখ কৃষক, হস্তবিদ্যাত পাৰ্গত ব্যক্তি, মহিলা আৰু যুৱকলৈ স্বনিয়োজনৰ পথ দেখুৱাই দিবলৈ আত্মসহায়ক গোট এক উপযুক্ত মাধ্যম। আমাৰ দৰিদ্ৰসকলে এই সুবিধা গ্ৰহণ কৰিলে বহুলভাৱে উপকৃত হ'ব।

# ইংৰাজী শিক্ষাৰ প্ৰয়োজনীয়তা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - ভাৰতৰ ইংৰাজী শিক্ষা - ইংৰাজী শিক্ষাৰ সুফল - সামৰণি

**ভূমিকা**

ইংৰাজী ভাষাটোক পৃথিৱীৰ অন্যতম সমৃদ্ধিশালী ভাষাৰ ভিতৰত ধৰা হয়। পৃথিৱীৰ প্ৰায় ৩০ কোটি মানুহে ইংৰাজী ভাষাৰ ব্যৱহাৰ কৰে। ভাৰততো ইংৰাজী ভাষাই ৰাষ্ট্ৰীয ভাষাৰ সমানেই গুৰুত্ব পায। আমেৰিকা, ৰাছিয়া, ইংলেণ্ড, জাপানৰ দৰে দেশত ইংৰাজী শিক্ষাই পৰিগ্ৰহ কৰিছে বৃহৎ ৰূপ।

**ভাৰতত ইংৰাজী শিক্ষা**

১৮৩৫ চনৰ পৰা ভাৰতত ইংৰাজী শিক্ষাৰ প্ৰচলন কৰা হয়। প্ৰথম অৱস্থাত ভাৰতত ইংৰাজী শিক্ষাৰ প্ৰচলনৰ আঁৰত আছিল ইংৰাজৰ স্বাৰ্থ। ইংৰাজে ভাৰতত শাসন

চলাবৰ বাবে সকলো কৰ্মচাৰী ইংলেণ্ডৰ পৰা অনাতো সম্ভৱ নাছিল, গতিকে ভাৰততে ইয়াৰ ব্যৱস্থা কৰিবলগীয়াত পৰিছিল। তেওঁলোকক প্ৰয়োজন হৈছিল এচাম শিক্ষিত আৰু ইংৰাজী জনা কেৰাণী-মহৰীৰ। তেওঁলোকৰ বাবেই ভাৰতত ইংৰাজী শিক্ষাৰ প্ৰয়োজনীয়তা আৱশ্যম্ভাৱী হৈ পৰিল। কিন্তু ইংৰাজী শিক্ষাৰ প্ৰচলন কৰাৰ পৰা আমাৰহে লাভ হ'ল। জৱাহৰলাল নেহৰু, ৰাজা ৰামমোহন ৰায়, ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণ আদিয়ে ইংৰাজী ভাষাৰ পৃষ্ঠপোষকতা কৰিছিল। ভাৰতীয়সকলে বুজি পাইছিল ইংৰাজ জাতিটো আমাৰ বাবে অপকাৰী হ'লেও ভাষাটো আমাৰ বাবে বৰ উপকাৰী। আব্ৰাহাম লিংকন, কাৰ্লাইল আদি বৰেণ্য ব্যক্তিসকলৰ পৰাও ভাৰতীয়সকলে বুজি পাইছিল যে ব্ৰিটিছ অপকাৰী হ'লেও ইংৰাজী ভাষা শিকাটো অপকাৰী নহয়। কালক্ৰমত যেতিয়া গোটেই পৃথিৱীত ইংৰাজী ভাষাটোৱে আন্তঃৰাষ্ট্ৰীয় ভাষাৰূপে স্বীকৃতি পালে তেতিয়া ভাৰততো ইংৰাজী শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰ আৰম্ভ হ'ল।

**ইংৰাজী ভাষাৰ সুফল**

আজিকালি পৃথিৱীৰ সৰ্বত্ৰ ইংৰাজী ভাষাৰে ৰাজত্ব চলিছে। শিক্ষাৰ মাধ্যম হিচাপে যদিও সকলো ঠাইতে মাতৃভাষাৰ ব্যৱহাৰ হয়, তথাপি ইংৰাজী শিক্ষা আহৰণ কৰাটো অপৰিহাৰ্য হৈ পৰিছে। ইংৰাজে আমাৰ দেশ এৰি গ'লেও আমাক দি গ'ল ইংৰাজীৰ দৰে এটা সমৃদ্ধিশালী ভাষা। তাত্বিক আৰু ব্যৱহাৰিক দিশত আজিৰ পৃথিৱীত স-সন্মানে বাচি থাকিবলৈ ইংৰাজী জনাটো প্ৰযোজন হৈ পৰিছে। উচ্চ শিক্ষা, কাৰিকৰী শিক্ষা, বৃত্তিমূলক শিক্ষা, বৃত্তিমূলক যিকোনো বিষযতে ইংৰাজী শিক্ষাৰ জ্ঞান থাকিলে অগ্ৰাধিকাৰ পোৱাৰ নিশ্চযতা থাকে। ইংৰাজী ভালদৰে শিকাজনে আন একো নকৰাকৈও 'খাই' থাকিব পাৰে। সেইবাবেও আজিকালি ইংৰাজী শিক্ষাৰ গুৰুত্ব বৃদ্ধি পাই আহিছে। আমাৰ ৰাজ্যৰ ল'ৰা-ছোৱালীযেও আন ৰাজ্যৰ ল'ৰা-ছোৱালীৰ সৈতে সৰ্বভাৰতীয় পৰীক্ষাত ফেৰ মাৰিব পৰা হৈছে। ইংৰাজী জনাৰ বাবে সৰ্বভৰতীয উচ্চ পদত অধিষ্ঠিত হৈ আছে বহু অসমীযা। জিতেন্দ্ৰনাথ গোস্বামীৰ দৰে বিজ্ঞানী, নৱনীতা চক্ৰৱৰ্তীৰ দৰে আই এ এছ বিষযাক অসমে লাভ কৰিছে গৌৰৱৰ কাৰণ হিচাপে। ইংৰাজী ভাষা হ'ল তেওঁলোকৰ আধাৰ। আনহাতে সাহিত্য, বিজ্ঞান, ৰাজনীতি, সংস্কৃতি আদি সকলো দিশতে আজি ইংৰাজীৰ অপৰিহাৰ্যতাই ইযাৰ সুফলৰ কথাকে প্ৰমাণ কৰিছে । বিভিন্ন ভাষাৰ সাহিত্যৰ সোৱাদ ইংৰাজীৰ পৰাই আমি ল'ব পাৰো। সকলো দিশৰ পৰা চাবলৈ গ'লে ইংৰাজী অবিহনে আজিৰ জীৱন অচল। আনহাতে আমাৰ দেশৰ বিভিন্ন বিষয় যেনে ঐতিহ্য, সংস্কৃতিৰ কথাও ইংৰাজীৰ দ্বাৰাই আমি পৃথিৱীত প্ৰচাৰ কৰিব পাৰো।

বৰ্তমান যুগটোক তথ্যৰ যুগ বুলি কোৱা হয। জ্ঞান অৰ্জনৰ বাবে, সকলো বিষয়ৰ বিষয়ে সম্যক জ্ঞান আহৰণৰ বাবে ইংৰাজীয়ে আমাক প্ৰভূত সহায় কৰিছে। আমাৰ পূৰ্বপুৰুষসকলে ইংৰাজী নিশিকাকোৱা হ'লে হযতো আমি এশ বছৰ পিছ পৰি ৰ'লোহেঁতেন। জ্ঞানৰ ভঁৰাল চহকী কৰিবৰ বাবেই আমাক ইংৰাজীৰ প্ৰয়োজন। ইয়াৰ উপৰি জীৱিকাৰ

উপায় হিচাপে ইংৰাজী আমাৰ পৰম সহায়ক হ'ব । ভাৰতত হিন্দীক ৰাষ্ট্ৰভাষা হিচাপে স্বীকৃতি দিলেও ইংৰাজীতে কৰা হয় সকলো চৰকাৰী কাম।

**সামৰণি**

ভাৰতত ব্ৰিটিছ্ শাসনৰ সময়তে ইংৰাজী শিক্ষাই মেলা পুলি-পোখাই আজি বৃহৎ বৃক্ষৰ ৰূপ ধাৰণ কৰিছে, যাৰ ছাযাত জিৰাই আমি আগবাঢ়ি যাব পাৰো । ইংৰাজী অবিহনে আজিৰ আধুনিক জীৱনৰ লগত যে খোজ মিলোৱাতো অসম্ভৱ সেয়া এতিযা প্ৰমাণিত হৈছে।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - শৈশৱ আৰু শিক্ষা জীৱন - কৰ্ম জীৱন - বিবাহ - সৃষ্টিশীল জীৱনৰ পাতনি আৰু সাহিত্যকৃতি - চলচ্চিত্ৰ পৰিচালক হিচাপে ডঃ শইকীয়া - নাট্যকাৰ, নাট পৰিচালক - আলোচনী সম্পাদক হিচাপে - সামাজিক কৰ্ম আৰু সন্মান লাভ - সামৰণি

# ভবেন্দ্ৰনাথ শইকীয়া

**ভূমিকা**

অসমীয়া সমাজ জীৱনলৈ যিসকল ব্যক্তিযে সাহিত্য-সংস্কৃতি, চলচ্চিত্ৰ, জাতীয জীৱনৰ সকলো দিশতে বহুমুখী প্ৰতিভাৰে বিশাল অৱদান আগবঢ়াই জাতিটোৰ সম্পদৰ ভঁৰাল চহকী কৰি থৈ গৈছে সেই সকলৰ ভিতৰত অন্যতম ডঃ ভবেন্দ্ৰনাথ শইকীযা। দেশপ্ৰেম, অধ্যৱসায, কৰ্তব্যনিষ্ঠা, সততা আৰু পৰিকল্পিত অক্লান্ত শ্ৰমেৰে অসমীযাজাতীয জীৱনলৈ ডঃ ভবেন্দ্ৰনাথ শইকীযাৰ অৱদান অপৰিসীম। ডঃ ভবেন্দ্ৰনাথ শইকীযা কেৱল এজন অধ্যাপক, গল্পকাৰ বা ঔপন্যাসিকেই নহয, বা এজন শিশু সাহিত্যিক, নাট্যকাৰ, নিবন্ধকাৰ বা চলচ্চিত্ৰকাৰেই নহয, ডঃ শইকীযা এগৰাকী বিশাল মহীৰূপ স্বৰূপ ব্যক্তি। এক বিশাল অনুষ্ঠান। ডঃ শইকীযা আছিল বহুমুখি প্ৰতিভাসম্পন্ন এটি বৰ্ণময়, বিৰল সৃজনশীল ব্যক্তিত্ব। গল্প, উপন্যাস, নাটক, চলচ্চিত্ৰ, শিশু সাহিত্য, আলোচনী সম্পাদনা আদি অসমীয়া সাহিত্য-সংস্কৃতিৰ য'তেই হাত দিছিল তাতেই অসামান্য প্ৰতিভাৰ বুৎপত্তি আৰু কৃতিত্বৰ স্বাক্ষৰ থৈ গৈছে।

**শৈশৱ আৰু শিক্ষা জীৱন**

এইজনা যুগজয়ী আদৰ্শ পুৰুষৰ জন্ম ১৯৩২ চনৰ ২০ ফেব্ৰুৱাৰীত নগাঁৱৰ ফৌজদাৰীপট্টিৰ এক দুখীয়া সংস্কৃতিবান পৰিযালত । নগাঁৱতে স্কুলীয়া শিক্ষা লাভ কৰি ১৯৪৮ চনত নগাঁও গৱৰ্ণমেণ্ট হাইস্কুলৰ পৰা তিনিটা বিষয়ত লেটাৰ আৰু ষ্টাৰ মাৰ্কসহ প্ৰথম বিভাগত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৫০ চনত কটন কলেজৰ পৰা বিজ্ঞান

বিভাগত ইণ্টাৰমিডিয়েট পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ কটন কলেজৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত পদাৰ্থ বিজ্ঞানত স্নাতক ডিগ্ৰী লাভ কৰে। ১৯৫৬ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে দ্বিতীয় বিভাগত।

**কৰ্মজীৱন**

স্নাতকোত্তৰ হৈয়ে ১৯৫৬ চনৰ পৰা ১৯৫৭ চনলৈ তেওঁ শিৱসাগৰ মহাবিদ্যালয়ত পদাৰ্থ বিজ্ঞানৰ প্ৰবক্তাৰূপে কৰ্মজীৱনৰ পাতনি মেলে। ১৯৫৭ চনৰ পৰা ১৯৫৮ চনলৈ গুৱাহাটী বিশ্ববিদ্যালয়ত পদাৰ্থ বিজ্ঞান বিভাগত ডেমষ্ট্ৰেটৰ হিচাপে কাৰ্যনিৰ্বাহ কৰি ১৯৫৮ চনত ইংলেণ্ডলৈ গৱেষণাৰ বাবে যাত্ৰা কৰে। লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা 'The Structure Aggregration and metting of metal and other Ailms condened from Vapour' শীৰ্ষক বিষয়ত ডক্টৰেট লাভ কৰি ১৯৬১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত পদাৰ্থ বিজ্ঞান বিভাগৰ প্ৰবক্তা ৰূপে যোগদান কৰে। পৰৱৰ্তীকালত বিভাগটোৰ অধ্যাপকৰূপে কাৰ্যবাহ কৰাৰ উপৰি বিশ্ববিদ্যালযখনৰ আঞ্চলিক ভাষাত পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ সচিব হিচাপেও কাৰ্যনিৰ্বাহ কৰে ১৯৭৯ চনলৈ। ১৯৭৮-৮১ চনলৈকে ৰে'লসেৱা আযোগ, গুৱাহাটীৰ অধ্যক্ষ হিচাপে কাৰ্যনিবাহ কৰে। ডঃ শইকীযাই কাৰ্যনিৰ্বাহ কৰা প্ৰতিটো পদতে সততা আৰু দক্ষতাৰে নিজৰ সমাজকেন্দ্ৰিক চিন্তাৰে পৰিৱৰ্তন আনিবলৈ অহৰহ চেষ্টা চলাই এক নজিৰবিহীন আদৰ্শ থৈ গৈছে। পাঠ্যপুথি প্ৰস্তুতি সমিতিৰ সচিব হিচাপে তেওঁৰ দুটা অৱদান অসমীযা জাতিলৈ অমৰ দান ৰূপে চিৰকাল বিবেচিত হ'ব। প্ৰথমটো, বানান সম্পৰ্কে এটা নীতি আৰু বিদেশী শব্দ অসমীযা ভাষাত লিখাৰ এক বিধিসন্মত নীতি। দ্বিতীয়, অসমীযা বৈজ্ঞানিক পৰিভাষা।

**বিবাহ**

১৯৬৫ চনত উত্তৰ লখিমপুৰৰ প্ৰীতি শইকীয়াৰ সৈতে বিবাহপাশত আবদ্ধ হয়। জীৱনৰ কৰ্মব্যস্ততাৰ মাজতো ডঃ শইকীযা দুটি কন্যাসন্তানৰ পিতৃ আৰু এজন স্বামী হিচাপে সকলো সাংসাৰিক কৰ্মতে অতি সফল ব্যক্তি।

**সৃষ্টিশীল জীৱনৰ পাতনি আৰু সাহিত্যকৃতি**

সমাজ দাযবদ্ধতাৰে ব্যস্ততাপূৰ্ণ আৰু দায়িত্বপূৰ্ণ পদবীত থাকিও তেওঁ সমাজ আৰু সংস্কৃতিৰ বাবে বিভিন্ন দিশত নিজৰ সৃষ্টি আৰু কৰ্মৰে যি অৱদান আগবঢালে সেয়া অসমীয়া সমাজত অতি বিৰল। প্ৰৱেশিকা পৰীক্ষা দি উঠিয়েই তেওঁ লিখি উলিয়াইছিল 'আতংকৰ শেষত' নামৰ এখন ডিটেক্টিভ উপন্যাস। ছাত্ৰাৱস্থাত তেওঁ সামাজিক কাম-কাজৰ উপৰিও গল্পকাৰ হিচাপে পৰিচিতি লাভ কৰিছিল। পঞ্চাশৰ দশকতে তেওঁ গল্পকাৰ হিচাপে আত্মপ্ৰকাশ কৰিছিল । পাছত সত্তৰদশকলৈ তেওঁৰ পৰিচিত হৈ পৰিছিল নাটক, অনাতাঁৰ নাটক উপন্যাস, চলচ্চিত্ৰ আৰু সাংবাদিকতাৰ সাজেৰে।

'আতংকৰ শেষত', 'অন্তৰীপ' আৰু 'ৰম্যভূমি' ডঃ শইকীয়াৰ জনপ্ৰিয় আৰু সাহিত্যিক সামাজিক মূল্যবোধ থকা উপন্যাস। ইয়াৰে অন্তৰীপ নামৰ উপন্যাসখন তেওঁ 'অগ্নিস্নান নামেৰে চলচ্চিত্ৰ নিৰ্মাণ কৰিছিল। ১৯৬৩ চনত তেওঁৰ প্ৰথমখন গল্পসংকলন

'প্ৰহৰী' প্ৰকাশ পায। এইখনকে ধৰি ভবেন্দ্ৰনাথ শইকীয়াৰ মুঠ ১২ খন গল্প সংকলন প্ৰকাশ পায়। তাৰ ভিতৰত 'গহ্বৰ', সেন্দুৰ', শৃংখল', 'তৰংগ', 'এই বন্দৰৰ আবেলি', 'সান্ধ্যভ্ৰমণ' আদি উল্লেখনীয। শিশু সাহিত্যিক হিচাপেও ডঃ শইকীযাৰ অৱদান উল্লেখনীয। সঁফুৰা আলোচনীখনৰ সম্পাদনাৰ জৰিযতে তেওঁ এক নতুন শিশু সাহিত্যৰ জোৱাৰ আনিবলৈ সক্ষম হৈছিল। 'মৰমৰ দেউতা' তেওঁৰ একমাত্ৰ শিশু উপন্যাস। 'শান্ত-শিষ্ট-হৃষ্ট-পুষ্ট মহাদুষ্ট' শিশু গল্প সংকলন। পদ্যৰ ধেমালি একমাত্ৰ কবিতাপুথি। 'জীৱন বৃত্ত' তেওঁৰ আত্মজীৱনী।

**চলচ্চিত্ৰ পৰিচালক হিচাপে ডঃ শইকীয়া**

চলচ্চিত্ৰ পৰিচালক হিচাপে ড ঃ শইকীযাৰ প্ৰতিটো কৰ্মই অতি মূল্যৱান। ১৯৭৭ চনত তেওঁৰ প্ৰথমখন চলচ্চিত্ৰ 'সন্ধ্যাৰাগ' নিজৰেই গল্প 'বাণপ্ৰস্থ'ৰ অৱলম্বনত নিৰ্মাণ কৰি উলিয়ায। নিজৰ কাহিনী আৰু চিত্ৰনাট্য সংলাপেৰে জীৱন কালত নিৰ্মাণ কৰা মুঠ ৮ খন ছবিৰ সাতখন অসীযা আৰু এখন হিন্দী ছবি পৰিচালনা কৰে। ছবিকেইখন হ'ল, 'সন্ধ্যাৰাগ', 'অনিৰ্বাণ', 'অগ্নিস্নান', 'কোলাহল', 'সাৰথি', আৱৰ্ত্তন', 'ইতিহাস' আৰু হিন্দী ভাষাত 'কালসন্ধ্যা'। সাতোখন অসমীযা ছবিযেই শ্ৰেষ্ঠ অসমীযা ছবিৰ ৰাষ্ট্ৰীয বঁটা লাভ কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ চলচ্চিত্ৰৰ বিষযে সাহিত্যিক ডঃ লক্ষীনন্দন বৰাই কৈছে, 'এটা নিটোল কাহিনীৰ চিত্ৰৰূপ দিবলৈ তেওঁ যিটো উৎকৃষ্ট কৌশল বুলি ভাবিছিল, সেইটো নিজস্ব কৌশলেৰেই চলচ্চিত্ৰ নিৰ্মাণ কৰিছিল। সেযেহে তাত আছিল মৌলিকত্ব আৰু আপোন ব্যক্তিত্বৰ প্ৰতিফলন'

**নাট্যকাৰ/নাট পৰিচালক**

নাটক একাংকিকা, অনাতাঁৰ নাট আৰু ভ্ৰাম্যমাণ থিযেটাৰৰ নাট্যকাৰ আৰু পৰিচালক হিচাপেও ডঃ শইকীযাৰ অসমীযা সমাজ জীৱনলৈ অৰিহণা উল্লেখযোগ্য। চলচ্চিত্ৰ আৰু অনাতাঁৰ তথা ভ্ৰাম্যমাণ মঞ্চাভিনযৰ ক্ষেত্ৰত তেওঁ সদাযেই আপোছবিহীন আছিল। ভ্ৰাম্যমাণ মঞ্চৰ বাবে 'ৰামধেনু', নীলকণ্ঠ', 'সমুদ্ৰমন্থন', 'শতাব্দী' আদি জনপ্ৰিয আৰু উচ্চমূল্যবোধৰ ২৬ খন নাটক ৰচনা আৰু পৰিচালনা কৰি যায।

**আলোচনী সম্পাদক হিচাপে**

আলোচনী সম্পাদনাৰ ক্ষেত্ৰতো তেওঁ অতি সফল আৰু অগতানুগতিক ধাৰা সৃষ্টি কৰি গৈছে অসমীয়া সমাজ জীৱনৰ বাবে। পষেকীয়া আলোচনী 'প্ৰান্তিক'ৰ প্ৰতিষ্ঠাপক মুখ্য সম্পাদকৰূপে শইকীয়াই ১৯৮১ চনৰ পৰা মৃত্যুৰ সময়লৈকে এক শ্ৰেণীৰ ৰুচিশীল আৰু জ্ঞানপিপাসু পাঠক সৃষ্টি কৰিলে। বহু বছৰ শিশু আলোচনী 'সঁফুৰা'ৰ সম্পাদক হিচাপে অসমীয়া শিশু সাহিত্য চৰ্চাৰ ধাৰাটোকে নব্য মাত্ৰা প্ৰদান কৰিবলৈ সক্ষম হৈছিল ডঃ শইকীয়া।

**সামাজিক কৰ্ম আৰু সন্মান লাভ**

ছাত্ৰাৱস্থাৰ পৰা জীৱনৰ শেষলৈকে ডঃ ভবেন্দ্ৰনাথ শইকীয়াই সমাজৰ সুদুৰপ্ৰসাৰী হিতকৰ অসংখ্য কামত নিয়োজিত হৈ আহিছিল। তাৰ ভিতৰত সংগীত নাটক একাডেমীৰ

সদস্য, সাহিত্য অকাডেমীৰ সদস্য, ইউনেস্কোৰ ভাৰতীয় ৰাষ্ট্ৰীয় পৰিষদৰ সদস্য, অসম ৰাজ্যিক চলচ্চিত্ৰ নিগমৰ সদস্য, শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ সমাজৰ উপসভাপতি আদি উল্লেখযোগ্য। তেওঁৰ চলচ্চিত্ৰসমূহ দেশ-বিদেশৰ ভালেমান উচ্চপৰ্যায়ৰ মহোৎসৱৰ উপৰি ৰাষ্ট্ৰীয় মন্মানৰ অধিকাৰী। 'শৃংখল' গল্প সংকলনৰ বাবে ১৯৭৬ চনত সাহিত্য অকাডেমী বঁটা লাভ কৰে। ২০০১ চনত তেওঁ পদ্মশ্ৰী সন্মানেৰে বিভূষিত হয়। ডঃ শইকীয়াৰ জীৱনৰ অন্য এক কৃতিত্ব হ'ল শিশু সকলৰ কল্যাণৰ বাবে তেওঁ নিজা ঘৰৰ ভেটিত প্ৰতিষ্ঠা কৰি থৈ যোৱা 'ভৱেন্দ্ৰনাথ শইকীয়া শিশু কল্যাণ ন্যাস'ৰ উদ্যোগত 'আৰোহণ'।

**সামৰণি**

এইজনা যুগপুৰুষৰ ২০০৩ চনৰ ১৩ আগষ্টত গুৱাহাটীত পৰলোক ঘটে। ডঃ শইকীয়াক প্ৰকৃততে এগৰাকী কৰ্মযোগী বুলি আখ্যা দিয়াহে উচিত । যেতিয়া চিকিৎসকে তেওঁক তেওঁৰ অসুখৰ বিষয়ে ১৯৯৭ চনত জনাইছিল, তেতিয়া চিকিৎসকক সুধিছিল, 'মই বাৰু তিনি বছৰ বাচি থাকিমনে? এতিয়া যিখিনি কামৰ কথা ভাবিছো সেইখিনি কৰিবলৈ তিনি বছৰমান লাগিব।' এইষাৰৰ কথাই প্ৰমাণ কৰে কৰ্মৰ প্ৰতি কিমান গভীৰ আত্ম প্ৰত্যাশা মনিষী গৰাকীৰ। আজিৰ আমাৰ সমাজত ডঃ শইকীয়াৰ দৰেই মানুহৰ অতি প্ৰযোজন।

**এই ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ এগৰাকী খ্যাতনামা অসমীয়া লেখক (HSLC 1990) ২ ডঃ ভবেন্দ্ৰনাথ শইকীয়াৰ সাহিত্য প্ৰতিভা (HS 2004)

# বৃক্ষৰোপণ কাৰ্যসূচী

*HSLC 1992*

**ৰচনাৰ সংকেত :** ভূমিকা - বৃক্ষ মানৱ-জীৱনৰ মূল্যৱান সম্পদ - সামৰণি

**ভূমিকা**

সভ্যতা আগবঢ়াৰ লগে লগে যন্ত্ৰসভ্যতাৰ আশীৰ্বাদৰ সমান্তৰালভাৱে মানুহে তাৰ অভিশাপো বহন কৰিবলগীয়া হৈছে। ভগৱানে যি অৰণ্য-পৰ্বত-সাগৰেৰে আৱৰা পৃথিৱী মানুহৰ বাবে গঢ়ি তুলিছিল, ব্যৱহাৰিক প্ৰয়োজনৰ তাগিদাত মানুহে তাক আকৌ নতুনকৈ গঢ়ি তুলিছে। আধুনিক সভ্যতাই এফালে যিদৰে মানুহৰ জয় ঘোষণা কৰিছে, আনফালে তেনেদৰে মানুহৰ সৰ্বনাশো মাতি আনিছে। তৰু-বৃক্ষহীন যান্ত্ৰিক জীৱন আজি অস্বাস্থ্য আৰু নানান ব্যাধিৰ প্ৰকোপত জৰ্জৰিত। সেয়ে বিশ্বজুৰি আজি মানুহে বৃক্ষ ৰোপণৰ প্ৰতি সচেতন হৈছে।

আধুনিক সভ্যতাৰ বিজয় গৌৰৱ বহন কৰি গঢ়ি উঠিছে কল-কাৰখানা অধ্যুষিত নগৰসমূহ। দৈনিক যাতায়াতৰ বাবে ব্যৱহাৰ হৈছে অসংখ্য যন্ত্ৰচালিত যানবাহন। মানুহৰ

বসতিস্থল নির্মাণৰ নামত নির্বিচাৰে চলিছে অৰণ্যহনন। একো একোখন চহৰ যেন হৈ পৰিছে তৰু-বৃক্ষৰ স্পর্শহীন পাষাণপুৰী। ইযাৰেই পৰিণতিত সভ্যতাগৰ্বী মানুহৰ জীৱন জটিল ব্যাৰে আজি ভাৰাক্ৰান্ত হৈ পৰিছে।

নগৰীযা জীৱনত ক্রমশঃ গছ-বনৰ পৰিমাণ কমি অহাত মানুহৰ প্ৰাণৰ অস্তিত্ব আজি বিপন্ন। পৃথিৱীৰ প্ৰতিখন দেশতে বিজ্ঞানীৰ মত ঃ পৰিৱেশ প্ৰদূষণৰ পৰা পৰিত্ৰাণ পাবলৈ হ'লে গছ-লতাৰ পৰিৱেশ আৰু প্ৰাকৃতিক ভাৰসাম্য ওভতাই আনিব লাগিব। সেয়ে বৃক্ষৰোপণ কাৰ্যসূচী আধুনিক মানুহৰ জীৱনৰ এক প্ৰাণৱন্ত উৎসৱ।

**বৃক্ষ মানৱ-জীৱনৰ মূল্যৱান সম্পদ**

পৰিসংখ্যাৰ পৰা দেখা গৈছে যে এজোপা গছ যদি ৫০ বছৰ বাচি থাকে, তেন্তে তাৰ পৰা ৫০ লাখ টকা সমপৰিমাণৰ প্ৰাণদাযী অক্সিজেন পোৱা যায়। গছ-গছনিৰ অভাবৰ ফলত বৰষুণতো তাৰতম্য ঘটে। গছ অতি মূল্যবান বনজ সম্পদ। সেয়ে গছ যদি ধ্বংস কৰা হয়, তেন্তে তাৰ সমপৰিমাণৰ বৃক্ষৰোপণ আমাৰ অস্তিত্ব ৰক্ষাৰ স্বাৰ্থতেই অপৰিহাৰ্য। প্ৰাকৃতিক পৰিৱেশৰ সমতা ৰক্ষা কৰিবলৈ দেশৰ মুঠ ভূখণ্ডৰ অন্ততঃ ৩০ ভাগ বনভূমি থাকিব লাগে। ভাৰতৰ বন নীতি অনুসৰি দেশখনৰ সমতলত ৩৩ ভাগ আৰু পাৰ্বত্য অঞ্চলত ৬৩ ভাগ বনভূমি থকা আৱশ্যক।

প্ৰাচীন ভাৰতৰ আশ্ৰম বা তপোবনৰ বাসিন্দাসকলে গছ-গছনিৰ গুৰুত্ব উপলব্ধি কৰিছিল। ঋষি-মুনিসকলৰ সাধনাৰ ক্ষেত্ৰ, আশ্ৰম আদি সেযে তেওঁলোকে স্থাপন কৰিছিল প্ৰকৃতিৰ উদাৰ উন্মুক্ত পৰিৱেশৰ মাজত । সুখৰ কথা, সম্প্ৰতি আধুনিক ভাৰততো বৃক্ষ-সম্পদৰ গুৰুত্ব সম্বন্ধে সচেতনতাই দেখা দিছে।

১৯৫০ চনত প্ৰথম চৰকাৰী উদ্যোগত বন মহোৎসৱ অনুষ্ঠিত হয়। ইযাৰ পাছৰে পৰা প্ৰতি বছৰে চৰকাৰী উদ্যোগত দেশৰ সৰ্বত্ৰ বৃক্ষৰোপণ কাৰ্যসূচী পালন কৰি অহা হৈছে। জনসাধাৰণ আৰু বিভিন্ন বেচৰকাৰী প্ৰতিষ্ঠানক এই কাৰ্যসূচীৰ অধীনত গছৰ পুলি প্ৰদান কৰা হয। অৱশ্যে প্ৰযোজনৰ তুলনাত এই বিতৰণ নিচেই সামান্য চহৰ-নগৰৰ পৌৰসভাসমূহ আৰু শিল্পসংস্থাসমূহে এই দিশত উদ্যোগ ললে বৃক্ষৰোপণ কাৰ্যসূচী অধিক ফলপ্ৰসূ হ'ব বুলি আশা কৰিব পাৰি। আমাৰ দেশৰ অধিকাংশ চহৰতেই আজি সেউজ উন্মুক্ত প্ৰান্তৰৰ অভাৱ। কিন্তু বিদেশত নগৰ পৰিকল্পনাৰ সময়তে উদ্যান আৰু প্ৰান্তৰৰ বাবে যথেষ্ট ব্যৱস্থা ৰখা হয। সেয়ে মানুহক বাচি থাকিবলৈ হ'লে মানুহৰ আদিম জীৱনৰ প্ৰতিবেশী তৰু-লতাক জীয়াই ৰাখিব লাগিব, প্ৰতিপালন কৰিব লাগিব।

**সামৰণি**

জনৈক কবিয়ে যথাৰ্থভাৱেই কৈ গৈছে, 'গাঁও ঈশ্বৰৰ সৃষ্টি, চহৰ মানুহৰ ৰচনা'। দেখা গৈছে য'তেই মানুহে সৃষ্টিৰ ওপৰত হস্তক্ষেপ কৰিছে ত'তেই প্ৰকৃতিয়ে লৈছে নিৰ্মম প্ৰতিশোধ, সেয়ে জীৱনক সুস্থ আৰু সুন্দৰভাৱে উপভোগ কৰিবলৈ হ'লে বৃক্ষৰ শ্যামল স্নিগ্ধ আশীৰ্বাদ-ধাৰাত অৱগাহন কৰিবই লাগিব। কেৱল কাব্যিক বিলাশ নহয়, নিতান্ত বাস্তৱ প্ৰয়োজনতেই এইটো কৰা অনিবাৰ্য।

# মাদক দ্ৰব্য আৰু ইয়াৰ কুপ্ৰভাৱ

HSLC 2005

**ৰচনাৰ সংকেত ঃ** ভূমিকা - মৰণ মাতে মাদক দ্ৰব্যই - বিৰোধিতাৰ জোৱাৰ- সামৰণি

**ভূমিকা**

মানৱ সমাজে বিজ্ঞান-প্ৰযুক্তি আৰু আধ্যাত্মিকতাৰে যিদৰে সদায়ে সন্মুখলৈ গতি কৰাটো এক শাশ্বত কথা, একেদৰে কিছুমান নেতিবাচক দিশে সমাজখনক পিছলৈও অহৰহ টানি থাকে। পৃথিৱীত অস্ত্ৰৰ আৱিষ্কাৰৰ ফলত মানৱ সমাজৰ প্ৰভূত উপকাৰ সাধিত হ'ল যদিও আধুনিক যুগত ই পৃথিৱীৰ বাবেই ভাবুকি স্বৰূপ হৈ পৰিছে। এনে অসংখ্য উদাহৰণ আমাৰ মাজত আছে। কোনো ইতিবাচক গুণ নথকা, সদায়েই সমাজখনক ধ্বংসৰ মুখলৈ ঠেলি থকা এক সামাজিক অপকাৰী দিশ হ'ল মাদক দ্ৰব্য। মাদক দ্ৰব্যই আজিলৈকে কাৰোবাৰ উপকাৰ সাধিছে বুলি কোনেও ক'ব নোৱাৰে। বৰঞ্চ বিভিন্ন দিশত সমাজখনক কোঙা কৰিহে নিব ধৰিছে। আহাৰ মানুহৰ জীৱন ধাৰণৰ অন্যতম অৱলম্বন। এক সুস্থ শৰীৰৰ বাবে উপযুক্ত আহাৰৰ প্ৰয়োজন। এই আহাৰৰ উপৰি আন কিছুমান দ্ৰব্য মানুহে গ্ৰহণ কৰাৰ অভ্যাস যুগ যুগ ধৰি আহিছে। যিবোৰ খালে মানুহে নিচামুক্ত হৈ পৰে আৰু শৰীৰো অনিষ্ট সাধন হয়। এনে নিচাযুক্ত আৰু শৰীৰ তথা মানৱ সমাজৰ অপকাৰী দ্ৰব্যকে মাদক দ্ৰব্য বোলা হয়। মাদক দ্ৰব্যই সমাজত ব্যাপক কু প্ৰভাৱ বিস্তাৰ কৰি আহিছে। মদ, ভাং, কানি আৰু ধপাতেই আমাৰ দেশত পূৰ্বতে মাদক দ্ৰব্য হিচাপে প্ৰচলন আছিল যদিও পৃথিৱীৰ আন অংশৰ সৈতে যোগাযোগ সুচল হৈ পৰাৰ ফলত হিৰোইন, কোকেইন আৰু আন কেতবোৰ মাৰাত্মক মাদকদ্ৰব্য প্ৰচলন হ'বলৈ ধৰিলে। কেৱল আমাৰ দেশেই নহয়, সমগ্ৰ বিশ্বৰে এক ভাবুকি স্বৰূপ হৈছে মাদক দ্ৰব্য।

**মৰণ মাতে মাদক দ্ৰব্যই**

মাদক দ্ৰব্য সেৱন কৰা অভ্যাস অতি বেয়া অভ্যাস। একেদিনাই কোনো ব্যক্তি মাদক দ্ৰব্যৰ প্ৰতি আসক্ত নহয়। এদিন দুদিন কৰি এটা সময়ত ই অভ্যাসত পৰিণত নহয়। সাধাৰণতে সঙ্গদোষৰ পৰাই মাদক দ্ৰব্য আসক্ত হোৱা দেখা যায়। মাদক দ্ৰব্যই ব্যক্তিক শাৰিৰীক, মানসিক আৰু সামাজিক দিশত অনিষ্ট সাধন কৰাৰ উপৰি আৰ্থিক দিশতো নিশকতীয়া কৰি পেলায়। মদ আৰ অন্যান্য মাদক দ্ৰব্যই শাৰীৰিৰ বিভিন্ন অংশৰ ওপৰত বিৰূপ প্ৰভাৱ পেলাই অকামিলা কৰি পেলায়। ফলত শৰীৰ ৰুগীয়া হৈ পৰে, প্ৰায়ে অকালতে মৃত্যুক সাবটি ল'ব লগা হয়। আনহাতে মাদক দ্ৰব্যই মানুহক মানসিকভাৱে উন্মত্ত কৰি তুলি সমাজ বিৰোধী আচৰণ কৰিবলৈ প্ৰৰোচিত কৰে। মাৰ-পিট, হত্যাকাণ্ড, গালি-গালাজ, চুৰি-ডকাইতি কৰিবলৈও কুণ্ঠাবোধ নকৰে। অতিমাত্ৰা মাদক দ্ৰব্য সেৱনৰ ফলত এটা সময়ত মানুহে মানসিক ভাৰসাম্যও হেৰুৱাই পেলোৱাৰ অসংখ্য উদাহৰণ

আছে। মানুহৰ কৰ্মোদ্যম নিঃশেষ কৰি পেলায। ব্ৰিটিছে পৰাধীন অসমত কানিৰ প্ৰচলন কৰি অসমীয়াক অৱদমন কৰি ৰখাৰ চেষ্টা কৰিছিল। নিচাসক্ত মানুহৰ সমাজত কেতিয়াও উচ্চস্থান নাই। নিচাসক্ত মানুহৰ বাবে নিজৰ পৰিয়াল আত্মীয় আদি অশান্তিত ভুগিবলগীয়া হোৱাৰ উপৰি সামাজিক পৰিৱেশ বিনষ্ট হয়। আকৌ আৰ্থিকভাৱেও মাদক দ্ৰব্য সেৱনকাৰীয়ে নিজে সংকটত ভোগাৰ লগতে পৰিয়ালকো ভুক্তভোগী কৰায়। নিচাসক্ত হৈ কাম কৰিবলৈ অপাৰগ হোৱাৰ ফলত ধন সংগ্ৰহ কৰাৰ বাবে বেয়া কামতো হাত দিয়ে। মাদক দ্ৰব্যৰ বাবেই বিশ্বত বহু প্ৰতিভাশালী ব্যক্তিৰ জীৱনজোৰা সাধনা অসাৰৰূপে বিবেচিত হোৱাৰ উদাহৰণ অজস্ৰ আছে। বিশ্বৰ দ্ৰুততম দৌৰবিদ বেন জনছনৰ শৰীৰত মাদক দ্ৰব্যৰ উপস্থিতি প্ৰমাণিত হোৱাৰ লগে লগে সেই খিতাপ তেওঁৰ পৰা কাঢ়ি লোৱা হয়। একেদৰে বিশ্ববিখ্যাত বক্সাৰ মাইক টাইচন, এথেলিট মেৰিয়ন জোন্স আদিৰো কেৰিয়াৰ মাদক দ্ৰব্যৰ বাবে আধাতে সমাপ্ত হ'বলগীয়া হয়।

**বিৰোধিতাৰ জোৱাৰ**

সুখৰ বিষয় যে এফালে যিদৰে মাদক দ্ৰব্যই পৃথিৱীৰ এটা অংশ গ্ৰাস কৰিব ধৰিছে আনফালে এটা অংশ মাদক দ্ৰব্যৰ বিৰোধিতা কৰা লোকৰ প্ৰচেষ্টাৰে শেহতীয়া ভাৱে জোৱাৰ উঠিছে। সেয়ে প্ৰতি বছৰে ৩১ মে'ৰ দিনটো ধূমপান বিৰোধী দিৱস হিচাপে বিশ্বজুৰি উদযাপিত হয়। সমগ্ৰ বিশ্বতে মাদক দ্ৰব্যৰ বিৰুদ্ধে বহু অনুষ্ঠান-প্ৰতিষ্ঠান গঢ় লৈছে আৰু আন্দোলন তথা নিচাসক্তসকলৰ পুনৰ প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা চলি আছে। আমাৰ দেশতো সমাজ সংস্কাৰক সকলে মাদক দ্ৰব্যৰ পৰা সমাজখনক মুক্ত কৰাৰ বাবে নানা প্ৰচেষ্টা হাতত লৈ আহিছে। ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময়ত কানি-ভাং আৰু মদৰ বিৰুদ্ধে তীব্ৰ আন্দোলন গঢ়ি উঠিছিল। অসমৰ লোকনায়ক অমিয় কুমাৰ দাস আদিয়ে মাদক দ্ৰব্য নিবাৰণৰ বাবে জীৱনজোৰা সাধনা চলাইছিল। ককা বাগ্মীবৰ নীলমণি ফুকনে 'মাদকদ্ৰব্য নিবাৰণী সমিতি' গঠন কৰি সুদীৰ্ঘকাল তাৰ নেতৃত্ব দিছিল। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱেও মাদক দ্ৰব্যৰ বৰ্জনীয়তাৰ বিষয়ে কৈ গৈছে। অৱশ্যে দুখৰ বিষয় যে কেৱল আমাৰ দেশতে নহয়, প্ৰায় দেশতে কৰ সংগ্ৰহৰ আশাতেই চৰকাৰে মাদক দ্ৰব্য কিছুমান চলাবলৈ অনুমতি প্ৰদান কৰি আহিছে। কেৱল স্বাস্থ্যৰ পক্ষে হানিকাৰক বুলি মাদক দ্ৰব্যৰ টোপোলাত সতৰ্কবাণী দিয়াৰ ব্যৱস্থা কৰিয়ে দায়িত্ব সামৰা দেখা যায়। মাদক দ্ৰব্য সমাজৰ পৰা নিৰ্মূল কৰিবলৈ হ'লে লাগিব সমূহীয়া প্ৰচেষ্টা।

**সামৰণি**

বিভিন্ন প্ৰতিবাদ, বিৰোধিতা সত্ত্বেও মাদক দ্ৰব্যৰ প্ৰচলন কমা নাই। সেয়ে, চৰকাৰে ছাত্ৰাৱস্থাৰ পৰাই শিশুসকলক মাদক দ্ৰব্যৰ অপকাৰিতাৰ বিষয়ে সচেতন কৰি তোলাৰ আঁচনি লোৱা উচিত। একেদৰে অভিভাৱকসকলো সচেতন হোৱা বাঞ্ছনীয়। চৰকাৰ আৰু জনসাধাৰণৰ এক যৌথ প্ৰচেষ্টাৰেহে মাদক দ্ৰব্যহীন এখন সমাজৰ কথাচিন্তা কৰিব পাৰি।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - পৰিয়ালেই পৰিচয় অসমীয়া সমাজৰ - অনৈক্যৰ মাজত ঐক্যৰ বাটকটীয়া বান্ধোন - আন্তৰিকতাৰে ভৰা সম্বন্ধ সমাজ - দৈনন্দিন জীৱনৰ বিচিত্ৰতা - সামৰণি

# অসমৰ সমাজ ব্যৱস্থা

**ভূমিকা**

বহু বছৰ ধৰি বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰণত অসমীয়া জাতি গঢ় লৈ উঠা বাবে অসমীয়া সমাজ ব্যৱস্থাত বিভিন্ন জনগোষ্ঠীৰ নিজা নিজা ৰীতি-নীতিৰ স্পষ্ট আৰু স্থায়ী প্ৰভাৱ দেখা যায়। বিভিন্ন জাতি-জনজাতিৰ বাসস্থান উত্তৰ-পূব অঞ্চললৈ আৰ্যসকলৰ আগমনৰ লগে লগে ইয়াত আৰ্য সংস্কৃতিৰ প্ৰভাৱ পৰে। লাহে লাহে ৰাজকীয় পৃষ্ঠপোষকতাত এই সভ্যতাই স্থানীয় সমাজৰ মাজত দকৈ সোমাবলৈ লয় আৰু ফলত এই ভূখণ্ডৰ সমাজ ব্যৱস্থাত হিন্দু ধৰ্মৰ প্ৰভাৱ স্থায়ী হৈ পৰে।

**পৰিয়ালেই পৰিচয় অসমীয়া সমাজৰ**

হিন্দুসকল ব্ৰাহ্মণ, কায়স্থ, দৈৱজ্ঞ বা গণক, কলিতা, কোঁচ, কেওট, কৈৱৰ্ত, কুমাৰ, হাড়ি আদি কেইবাটাও ভাগত বিভক্ত যদিও হিন্দুসকলৰ ঘাই ভাগ দুটা ঃ ব্ৰাহ্মণ আৰু শূদ্ৰ। ব্ৰাহ্মণসকলৰ বাহিৰে বাকীসকল শূদ্ৰৰ অন্তৰ্গত।

অসমীয়া সমাজত জাতি-ভেদ প্ৰথা আছে যদিও ইয়াৰ বান্ধোন সিমান কট্‌কটীয়া নহয়। বহু জাতি-উপজাতি একেলগে বহি, একে চৰুতে ৰন্ধা অন্ন গ্ৰহণ কৰাও দেখা যায়। সেইদৰে বিভিন্ন জাতি-উপজাতিৰ মাজত বিয়া-বাৰুৰো প্ৰচলন আছে।

বিয়া-বাৰুৰ ক্ষেত্ৰত অসমীয়া সমাজত সাধাৰণতে অভিভাৱকেই পাত্ৰ-পাত্ৰী নিৰ্বাচন কৰে। ব্ৰাহ্মণ আৰু আন কেতবোৰ শ্ৰেণীৰ মাজত সম্পৰ্কীয় ল'ৰা-ছোৱালীৰ মাজত বিবাহ নিষিদ্ধ। সাধাৰণতে মাতৃ পক্ষৰ পাঁচ পুৰুষ আৰু পিতৃ পক্ষৰ সাত পুৰুষৰ মাজত বৈবাহিক সম্বন্ধ নিষিদ্ধ। সেইদৰে একে গোত্ৰৰ মাজতো বিবাহ নহয়। সাধাৰণতে স্বজাতিৰ মাজত বিবাহ হ'লেও ইয়াৰ ব্যতিক্ৰম নোহোৱা নহয়।

অসমীয়া সমাজ পিতৃপ্ৰধান। পৰিয়ালৰ বয়োজ্যেষ্ঠ পুৰুষজনেই সাধাৰণতে ঘৰখনৰ গৰাকী। বিয়াৰ পাছত ছোৱালী স্বামীগৃহলৈ যায় আৰু স্বামীৰ উপাধি গ্ৰহণ কৰে। সন্তানে পিতৃৰ উপাধি গ্ৰহণ কৰে আৰু পিতাৰ পাছত পুত্ৰই সম্পত্তিৰ অধিকাৰী হয়। আজিকালি পুত্ৰৰ লগতে কন্যায়ো পিতৃ সম্পত্তিৰ অধিকাৰী হোৱাৰ অধিকাৰ লাভ কৰিছে।

পিতৃ-মাতৃ আৰু ককাই-ভাইৰে এটা পৰিয়াল গঠিত হয়। এনে পৰিয়ালক যৌথ পৰিয়াল বা একান্নৱৰ্তী পৰিযাল বোলা হয়। অসমীয়া সমাজত যৌথ পৰিয়ালৰ প্ৰথা ঐতিহ্যৰূপে চলি আছে যদিও আজিকালি বিয়া-বাৰু কৰাই বেলেগে ঘৰ কৰাৰ প্ৰথাহে ক্ৰমশঃ সুলভ আৰু সহজ হৈ আহিছে। যৌথ পৰিয়ালত পিতৃয়েই সৰ্বেসৰ্বা। পিতৃৰ অবৰ্তমানত জ্যেষ্ঠ পুত্ৰই পৰিয়ালৰ মূল মানুহ হিচাপে পৰিগণিত হয়। পিতৃ পৰিয়ালৰ

নিকটতম সম্বন্ধৰ মানুহেৰে বংশ গঠিত হয়। একে বংশৰ মানুহৰ মাজত বিবাহ নিষিদ্ধ। সেইদৰে বংশৰ কোনো লোকৰ মৃত্যু হ'লে সকলোৱে নিয়ম অনুসৰি এঘাৰ দিনৰ পৰা এমাহ পর্যন্ত ব্রত (অশৌচ) পালন কৰিব লাগে। এই সময়ত তেল-মছলাকে আদি কৰি সকলোধৰণৰ আমিষ আহাৰ খাব নাপায়। তদুপৰি এই সময়ছোৱাত বংশৰ ভিতৰত কোনো ধৰণৰ মাংগলিক আচাৰ-অনুষ্ঠান পালন কৰা নিষিদ্ধ। অশৌচৰ অন্তত কাপোৰ-কানি, চৰু-কেৰাহী ধুই, ঘৰ-দুৱাৰ মচি-ধুই সংস্কাৰ কৰাৰ নিয়ম।

সেইদৰে জন্মৰ সময়তো কেইটামান নির্দিষ্ট দিনৰ বাবে অনুৰূপ কেতবোৰ নির্দিষ্ট আচাৰ মানি চলিব লাগে। গৰ্ভৱতী নাৰী, বিশেষকৈ প্রথম সন্তান জন্ম হ'বৰ সময়ত মাকৰ ঘৰলৈ যোৱাটো অসমৰ সামাজিক প্রথা। সাধাৰণতে অসমত সন্তান জন্ম হোৱাৰে পৰা এমাহলৈকে মাকক অশুচি বুলি ধৰা হয় আৰু ঘৰৰ বয়-বস্তু একোকে তেওঁক চুবলৈ দিয়া নহয়। সন্তান জন্মৰ কাৰণে মাছ-মিঠাই ওচৰ-চুবুৰীয়া আৰু আত্মীয়-কুটুম্বক বিলোৱাটো অসমৰ এটা সামাজিক প্রথা। অসমীয়া সমাজৰ অশৌচ আদি মাক আৰু শাহুযেক পক্ষৰ লোকসকলে পালন কৰিব নালাগে যদিও কোনো কোনো ক্ষেত্রত মোমায়েক ঢুকালে ভাগিনীয়েকে আৰু শহুৰেক-শাহুৰেক ঢুকালে জোঁৱায়েকে অশৌচ পালন কৰাৰ নিয়ম আছে।

**অনৈক্যৰ মাজত ঐক্যৰ কটকটীয়া বান্ধোন**

অসমীয়া সমাজৰ সৰহসংখ্যক মানুহেই গাঁৱত বাস কৰে। প্রকৃততে অসমৰ গ্রাম্য সমাজৰ ছবিখনেই অসমীয়া সমাজ জীৱনৰো ছবি। সাধাৰণতে একে গাঁৱতে ভিন ভিন জাতৰ লোকে বাস কৰে। অৱশ্যে প্রত্যেক জাতৰে বসতি অঞ্চল সুকীয়া। সেইদৰে গাঁওভেদে জীৱন-যাপন প্রণালীও বেলেগ বেলেগ দেখা যায়। অসমৰ প্ৰায়বোৰ গাঁৱৰে কোনো নির্দিষ্ট ভৌগোলিক সীমা দেখা নাযায়। সাধাৰণতে বহল ধাননি পথাৰ, নৈ, নিজৰা, পুখুৰী, হাবি-বননি, গছ আদিয়ে দুখন গাঁৱৰ মাজৰ সীমাৰেখা সৃষ্টি কৰে। এনে সীমাৰেখাৰ উপৰি অসমৰ গাঁওবোৰৰ একোটা সুকীয়া সুকীয়া নাম আছে, যাৰ দ্বাৰা গাঁওখনৰ স্থান বৈশিষ্ট্য (যেনে ঃ বেঙেনা-খোৱা, ঐতিহাসিক গুৰুত্ব (লাদৈগড), স্থান মাহাত্ম্য (শিৱথান), প্রকৃতি পৰিচয় (আমগুৰি), কোন জাতিৰ ঘাই বসতি (বামুণগাঁও), পৌৰাণিক ঐতিহ্য (নুমলীগড) আদি বুজিব পাৰি।

অসমীয়া সমাজত জাতি প্রথা বৰ কট্‌কটীয়া নহয় আৰু লগতে বিভিন্ন বৃত্তিযাল জাতিবোৰো সিমান স্পষ্ট নহয়। এটা বেলেগ বৃত্তিৰ লোকেও আন এটা বৃত্তি লোৱা দেখা যায়। তদুপৰি অসমীয়া সমাজৰ, বিশেষকৈ গাঁৱৰ সমাজখনত বিভিন্ন জাতি-উপজাতিৰ মাজত উমৈহতীয়া খেল দেখা যায়। কোনো কোনো অঞ্চলত প্রত্যেক জাত-উপজাতৰে সুকীয়া খেল থাকে। গাঁৱৰ মুখিয়ালসকলৰে গঠিত পঞ্চায়তে গাঁৱৰ সমস্যা, বাদ-বিসম্বাদ নীতি-নিয়মৰ বিচাৰ আৰু আলোচনা কৰে।

অসমীয়া সমাজ ব্যৱস্থাত এক অনন্য আৰু বিশিষ্ট ভূমিকা পালন কৰা অনুষ্ঠান হ'ল নামঘৰ। সাধাৰণতে প্রত্যেক গাঁৱতে একোটিকৈ হ'লেও নামঘৰ থাকে। প্রধানতঃ ধর্মানুষ্ঠান হ'লেও গাঁৱৰ নানান সমস্যা, বাদ-বিসম্বাদ, নীতি-নিয়মৰ আলোচনা কৰিবৰ বাবেও গাঁৱৰ ৰাইজ

নামঘৰত সমৱেত হয়। অসমীয়া সমাজ জীৱনৰ শৃংখলাপূৰ্ণ বান্ধোনত নামঘৰৰ অৱিহণা অতুলনীয়। নামঘৰৰ দৰেই মুছলমানসকলৰ মছজিদেও অনুৰূপ ভূমিকা পালন কৰে।

**আন্তৰিকতাৰে ভৰা সম্বন্ধ সমাজ**

অসমীয়া গাঁৱৰ সমাজখনৰ ৰাইজৰ মাজত আত্মীয়তাৰ ভাব অতি প্ৰবল। এখন গাঁৱৰ প্ৰতিজন লোকেই ইজনে সিজনক অতি আপোনজনৰ দৰে ব্যৱহাৰ কৰে। জাত-পাত বিচাৰ নকৰি প্ৰত্যেকেই প্ৰত্যেকক সম্বন্ধ ধৰি মাতে। সেইদৰে বংশগত কোনো সম্পৰ্ক নাথাকিলেও ইজনে সিজনক ককাইদেউ, খুৰা, পেহা-পেহী, খুৰী, দদাই, জেঠাই আদি বিভিন্ন আত্মিক সম্বন্ধৰে সম্বোধন কৰে। উচ্চ জাতৰ ল'ৰা-ছোৱালীয়ে তেওঁলোকৰ নীহকুলৰ জ্যেষ্ঠজনক আনকি বনকৰা লোককো মোমাই, ককাই, দদাই, মাহী, পেহী, বাই সম্বন্ধ ধৰিহে মাতে। বিভিন্ন জাত-উপজাতৰ মাজত এই মধুৰ সম্বন্ধ যুগ যুগ ধৰি বংশানুক্ৰমে চলি আহিছে। মিতিৰ-কুটুম সম্বন্ধেও অসমীয়া সমাজত কেতবোৰ সামাজিক প্ৰথা আছে। সাধাৰণতে বোৱাৰীযেকে শহুৰ, বৰজনাৰ লগত শাহুৱেকে জোঁৱাযেকৰ আগত মুকলিমূৰীয়াকৈ ওলাই কথা-বতৰা নাপাতে। আজিকালি অৱশ্যে ঘাইকৈ নগৰীয়া শিক্ষিত সমাজত এইবোৰ বান্ধোন শিথিল হৈ আহিছে। আনহাতে ভিনিহীয়েক-খুলশালীযেক, নবৌৱেক-দেওৰেক, মোমাই-ভাগিন, ককাক-আইতাক-নাতি-নাতিনীৰ সম্বন্ধ অসমীয়াৰ বৰ আদৰৰ।

সেইদৰে বিবিধ উছৱ-পাৰ্বণ, বিয়া-বাৰু, সকাম-নিকাম, বিপদ-আপদতো গাঁৱৰ ইজনে সিজনক একে পৰিয়ালৰ মানুহৰ দৰেই সহায় কৰে। দৈনন্দিন জীৱনতো এই মধুৰ আত্মীযতা অসমীয়া সমাজ জীৱনৰ আন এক অনুকৰণীয় বৈশিষ্ট্য।

অসমৰ বহুতো ঠাইত একেখন গাঁৱতে কেইবাটাও খেল বা জাতি বাস কৰি একো একোটা জাতি বা খেলে একোটা চুক বা চুবুৰিৰ সৃষ্টি কৰে ।নগৰীয়া জীৱনৰ 'পাৰা' ইয়াৰে চহৰীয়া ৰূপ বুলিব পাৰি-। জাতি বা খেলৰ নাম অনুসৰিয়েই সেই বসতি অঞ্চলৰ সাধাৰণতে নামকৰণ হয়। যেনে ঃ কলিতা চুক, ফুকন চুক আদি। সুকীয়া সুকীয়াকৈ বাস কৰিলেও ইটো খেল বা জাতিৰ লগত সিটো খেল বা জাতিৰ সম্পৰ্ক মধুৰ। বহু গাঁৱৰ এমূৰে হিন্দু আৰু আনমূৰে মুছলমানৰ বসতি অসমীযাৰ সমাজ ব্যৱস্থাত নিহিত সাম্প্ৰদায়িক সম্প্ৰতিৰ উৎকৃষ্ট উদাহৰণ। গাঁৱৰ এনে সম্প্ৰদায়বোৰৰ মাজতো পেহা, দদাই, পেহী, ককাই আদি মধুৰ আৰু আত্মীয় সম্বোধনবোৰ প্ৰচলিত। সুখে-দুখে এই দুই সম্প্ৰদায়ৰ লোকেই ইজনে সিজনক সহায়-সহযোগ কৰে।

**দৈনন্দিন জীৱনৰ বিচিত্ৰতা**

অসমীয়া সমাজ জীৱনত বিশেষ ভূমিকা পালন কৰি অহা এটি আকৰ্ষণীয় অনুষ্ঠান হ'ল হাট-বজাৰ। কেইবাখনো গাঁৱৰ মাজত সাধাৰণতে সপ্তাহটোৰ এটা নিৰ্দিষ্ট দিনত একোখন হাট বহে। অসমৰ গ্ৰাম্য অৰ্থনীতিত এই হাটবোৰে বিশেষ ভূমিকা পালন কৰি আহিছে। খাদ্য-সামগ্ৰী, খাদ্য-শস্য আৰু অন্যান্য দৈনন্দিন প্ৰয়োজনীয় বয়-বস্তুৰ উপৰি হাটবোৰত হাঁহ-পাৰ, কুকুৰা-গাহৰি, গৰু-ছাগলীৰো বেচা-কিনা হয়। অসমীয়া গাঁৱৰ

সমাজখনত জীৱিকা অৰ্জনৰ ঘাই উপায় হ'ল খেতি। তেওঁলোকে নিজ বাৰীত বা পথাৰত উৎপাদিত কৃষি সামগ্ৰী হাটলৈ বেচিবৰ বাবে নিয়ে আৰু সেইখিনি বেচি তাৰ ধনেৰে আন প্ৰয়োজনীয় সামগ্ৰী কিনি আনে। কুমাৰ, কঁহাৰ, কমাৰ, কৈৱৰ্তসকলেও অনুৰূপ উপায়ে নিত্য প্ৰয়োজনীয় সামগ্ৰী হাটৰ পৰা ক্ৰয় কৰে। কেতিযাবা কোনো এক বিশেষ সামগ্ৰী কিনা-বেচাৰ বাবে কোনো হাটে প্ৰসিদ্ধি লাভ কৰে। এই হাটবোৰে চুবুৰীয়া গাঁৱৰ ৰাইজৰ ইজনে সিজনক লগ পোৱাৰ আৰু কুশল বাতৰি বিনিময় কৰা, চা-চিনাকি হোৱা আৰু মিলা-প্ৰীতি সম্বন্ধ গঢ়ি তোলাতো সহায় কৰে, লগতে গাঁৱৰ বাহিৰৰ পৰা অহা কাপোৰ-কানি, মনোহাৰী সামগ্ৰী আদিৰ ব্যৱসায়ীৰ জৰিযতে গাঁৱৰ ৰাইজৰ লগত বহিৰ্জগতৰো সম্বন্ধ ঘটায়। এনেদৰে গ্ৰাম্য অৰ্থনীতিত প্ৰভাৱ বিস্তাৰৰ লগতে হাটে অসমীযা সমাজ ব্যৱস্থাৰ সামাজিক, সাংস্কৃতিক যোগাযোগো স্থাপন কৰি আহিছে।

ভঁৰাল আৰু ঢেঁকীশাল অসমীযা সমাজ জীৱনৰ আন একোটি বিশিষ্ট উপাদান। ঘৰৰ চোতালৰ এমূৰে চাংঘৰ কৰি সাধাৰণতে কেঁচাকৈ সজা ভঁৰালঘৰ অসমীযাৰ বাবে পৰম শ্ৰদ্ধা আৰু পৱিত্ৰতাৰ প্ৰতীক। খেতিপথাৰত উৎপাদিত সমুদায শস্য ইযাত সযতনে বছৰটোলৈ সংৰক্ষণ কৰা হয। সেইদৰে ধান বনা, পিঠা খুন্দা, চিৰা খুন্দা আদি কামত ব্যৱহৃত ঢেঁকীশালখনো অসমীযাৰ, ঘাইকৈ অসমীযা নাৰীৰ বৰ আদৰৰ সম্পত্তি। ডঃ নিৰ্মলপ্ৰভা বৰদলৈৰ ভাষাত —“জকা, খৰাহি, পাচি, কুলা, চালনী, ৰইনা, তুঁহগুৰি, বাঢনী মাৰিৰে সুশোভিত ঢেঁকীশাল, অন্তেষপুৰৰ জীযৰী-বোৱাৰীৰ ক্লাবঘৰ সদৃশ। লুকাই-চুৰকৈ এঘুমটি শোৱা, ৰবাব টেঙা, আচাৰ জলফাই খোৱা, হাঁইচতিমৰা, নাম-গুণ আওৰোৱাৰ থলী ঢেঁকীশালখনেই। তথাপি ঢেঁকীশালখনো লক্ষ্মীশাল।” ভঁৰাল আৰু ঢেঁকীশালৰ লগত অসমীযা সমাজত বহুবোৰ লোকবিশ্বাস আৰু আচাৰ-অনুষ্ঠানো জড়িত হৈ আছে, যিবোৰে অসমীযা সমাজ জীৱনক এক সুকীযা ৰূপ আৰু মৰ্যাদা দান কৰিছে। ভঁৰাল আৰু ঢেঁকীশালৰ লগতে অসমীযাৰ পথাৰ আৰু ৰান্ধনিঘৰটোও সমান আদৰৰ আৰু শ্ৰদ্ধাৰ।

অসমীয়া সমাজত তামোল-পাণৰ বিশেষ প্ৰচলন আছে। দৈনন্দিন ব্যৱহাৰৰ উপৰি বিভিন্ন ধৰ্মানুষ্ঠান আৰু ক্ৰিয়া-কাণ্ডতো তামোল অপৰিহাৰ্য। ঘৰলৈ অতিথি আহিলে পোনতে তামোল এখনৰেই অভ্যৰ্থনা জনোৱা হয। অসমীয়া পুৰুষ-মহিলা, ডেকা-গাভৰু, বুঢ়া-ডেকা কাৰো ক্ষেত্ৰতে তামোল খোৱাত সামাজিক বাধা-নিষেধ নাই। বাৰীত তামোল-পাণ ৰোৱা অসমীয়া মানুহৰ ধৰা-বন্ধা ৰীতি। অসমীযা সমাজৰ বিবিধ ধৰ্ম-অনুষ্ঠান আৰু সামাজিক লোকাচাৰত তামোল-পাণে গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আহিছে। পূজাৰ নৈবেদ্যত তামোল-পাণ অপৰিহাৰ্য উপাচাৰ। সেইদৰে বিয়া আদি সামাজিক অনুষ্ঠানতো তামোল-পাণৰ ব্যৱহাৰ মন কৰিবলগীয়া। দৈনিক আহাৰৰ অন্তত সৰহভাগ অসমীয়াৰে তামোল এখন নহ'লেই নহয়। তামোলৰ লগত পাণৰ উপৰি চুণ আৰু ধঁপাত খোৱা হয়। তামোল-পাণ, চুণ, ধঁপাত,— এই চাৰিওবিধ মিলিহে তামোলখন সম্পূৰ্ণ হয়। অৱশ্যে ধৰ্ম অনুষ্ঠানত ব্যৱহৃত তামোলত চুণ-ধঁপাত দিয়া নহয়। এনে অনুষ্ঠানত পাণৰ ভিতৰত

কটা তামোল ভৰাই থুৰি সাজি আগবঢ়োৱা হয়। ইয়াক থুৰিয়া তামোল বোলে। এনেদৰে তামোল-পাণ থুৰিওৱাৰ যোগেদি অসমীয়া নাৰীৰ শিল্পীসুলভ মনৰ পৰিচয় পোৱা যায়।

মান্যজনৰ পৰা আশীৰ্বাদ বিচৰা, ৰাজহুৱা দায়-জগৰত মাৰ্জনা বিচৰা, বন্ধুত্ব স্থাপন, প্ৰেম নিবেদন, বিবাহ-বিচ্ছেদ বিয়া-বাৰুৰ নিমন্ত্ৰণ আদি অলেখ কাৰ্যত তামোল-পাণৰ এক বৈচিত্ৰ্যপূৰ্ণ ভূমিকা আছে। উল্লেখযোগ্য যে অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ কেইখনমান ৰাজ্যৰ বাহিৰে আন ক'তো কোমল তামোল অথবা কেঁচা তামোল খোৱা প্ৰথা নাই। তামোল গাঁতত পুতি পাছত 'বুঢ়া তামোল' কৰি খোৱাৰ পদ্ধতিটোও অসমীয়াৰ নিজা।

অসমৰ বিভিন্ন লোকগীত, লোক-সাহিত্য আদিত তামোল-পাণৰ মনোৰম বৰ্ণনা আৰু উল্লেখ পোৱা যায। তামোল-পাণ খোৱা, কটা আৰু তামোল-পাণ আগবঢ়োৱা সা-সৰঞ্জামৰ ক্ষেত্ৰত নানা ৰীতি-নীতি আৰু বাধা-নিষেধ আছে।

অসমৰ কেইবাটাও জাতি আৰু জনজাতিৰ মাজত তামোল খোৱা প্ৰথাৰ ব্যাপক প্ৰচলন আছে। ইযাৰ ভিতৰত আও নগা, লঠা নগা, কন্যাক নগা, খাচি আৰু কাৰ্বিসকলৰ নাম উল্লেখযোগ্য। আহোম চকলং বিবাহ পদ্ধতিত তামোল-পাণৰ প্ৰয়োজনৰ উল্লেখ পোৱা যায়। জনজাতিসকলৰ ভিতৰত খাচি আৰু কাৰ্বিসকলেই বেছি তামোল খায়। মৃতকৰ সৎকাৰৰ সময়ত খাচি সমাজত তামোলৰ বিশেষ ব্যৱহাৰ আছে। কাৰ্বিসকলে বাটৰ দূৰত্ব তামোল এখনৰ খোৱাৰ পৰৰ পৰাই নিৰ্ণয় কৰে। এই অভ্যাস অসমীয়া গাঁৱৰ মানুহৰো আছে। যেনে ঃ 'তামোল এখন খোৱাৰ বাট'।

অসমীয়া সমাজ ব্যৱস্থাৰ লগতে অসমীয়া মানুহৰ সামাজিক স্বভাৱ-চৰিত্ৰৰো কিছু কথা যোগ দিব পাৰি। অসমৰ বিবিধ লোক-গীত, লোক-সাহিত্য, ভাষা আৰু শিল্পকৰ্মত অসমীযাৰ চৰিত্ৰৰ কিছু উমান পোৱা যায।

কথা-বতৰাত অসমীযা মাৰ্জিত, ৰসিক আৰু যথেষ্ট কথকী আৰু কৌতূহলী। অসমীয়া মানুহ সৰল আৰু অতিথিপৰাযণ বুলি এটা সুনাম আছে। সেইদৰে ধৰ্মৰ প্ৰতি অগাধ বিশ্বাস, আধুনিক চিকিৎসা বিদ্যাতকৈ বেজ-বেজালিত আস্থা আৰু অলপতে সন্তুষ্ট হোৱাটো অসমীয়াৰ চৰিত্ৰৰ এক বিশেষত্ব। বহু পৰিমাণে এলেহুৱা বুলিও অসমীয়াৰ এটা দুৰ্নাম আছে। এলেহুৱা আৰু কথকী হোৱা বাবে অসমীয়া সমাজত পৰচৰ্চাৰ প্ৰকোপো কিছু বেছি। তদুপৰি অসমীযাই যুক্তি-তৰ্কতকৈ প্ৰথা-পৰম্পৰাক অধিক গুৰুত্ব দিয়ে। বহুসংখ্যক লোক অনাখৰী হোৱা বাবে অসমীয়া সমাজত অন্ধ-বিশ্বাসৰ মাত্ৰাও বেছি। সামাজিক ক্ষেত্ৰত অসমীয়া সমাজ উদাৰ যদিও কোনো কোনো ক্ষেত্ৰত, বিশেষকৈ নাৰীৰ ক্ষেত্ৰত ৰক্ষণশীলতাৰ বহু বাধা-নিষেধ দেখা যায়। সাধাৰণতে ঘৰৰ চাৰিবেৰৰ মাজতেই অসমীয়া নাৰীয়ে দিন নিয়াবলগীয়া হোৱা বাবে অসমীয়া নাৰীৰ পৃথিৱীখন সৰু। তদুপৰি বহুবোৰ সামাজিক বান্ধোনেও (বহু ক্ষেত্ৰত অপ্ৰয়োজনীয় আৰু অন্যায়) অসমীয়া নাৰী মনৰ যথোচিত বিকাশত বাধা দি আহিছে। অসমীয়া মানুহ সাধাৰণতে উদাৰ চৰিত্ৰৰ আৰু 'ভোগৰ মূল্যতকৈ ত্যাগৰ মূল্য বেছি' নীতিত বিশ্বাসী। সেয়ে অসমীয়া মানুহৰ খং-ৰাগ

সাধাৰণতে উগ্ৰ নহয়। অসমীয়াৰ এই চাৰিত্ৰিক বৈশিষ্ট্যবোৰেও অসমীয়া সমাজ ব্যৱস্থাত প্ৰভাৱ নেপেলোৱাকৈ থকা নাই।

**সামৰণি**

আধুনিক সভ্যতাৰ বতাহে স্পৰ্শ কৰাৰ লগে লগে অসমীয়া সমাজ জীৱনলৈ বহুবোৰ পৰিৱৰ্তন আহিছে। নগৰীয়া সভ্যতাৰ বোকোচাত উঠি অসমীয়া সমাজ জীৱন দ্ৰুতগতিত আগবাঢ়িছে আৰু ফলত অতীতৰ সহজ-সৰল গাঁৱলীয়া সমাজৰ ছবিখন ক্ৰমশঃ ধূসৰ হৈ আহিছে। নগৰকেন্দ্ৰিক সভ্যতাই মানুহক ব্যক্তিকেন্দ্ৰিক কৰি তোলাৰ বাবে আত্মীয়তাৰ সম্পৰ্কৰ বান্ধোনো বহু পৰিমাণে শিথিল হৈ আহিছে; লগে লগে জীৱন যাপন প্ৰণালীতো আমূল পৰিৱৰ্তন ঘটিছে। সেইদৰে গাঁৱৰ জীৱনলৈও বহু পৰিৱৰ্তন আহিছে। পূৰ্বৰ সহজ-সৰল আদৰ্শ গাঁও এখন অসমীয়া সমাজত আজি বিৰল। সামাজিক, সাংস্কৃতিক জগতত নানান পৰিৱৰ্তন আৰু ক্ৰমবৰ্ধিত জনসংখ্যা আদিৰ বাবে গাঁৱৰ ৰাইজ আজি চহৰমুখী হ'বলৈ লৈছে। ফলত গাঁৱৰ জীৱনতো চহৰৰ প্ৰভাৱ পৰিছে। এনেদৰেই কিছু গাঁৱলীয়া সংস্কাৰ, মূল্যবোধ আৰু কিছু পশ্চিমীয়া আধুনিক সভ্যতাৰ সংমিশ্ৰণত দ্ৰুতগতিত অসমীয়া সমাজ ব্যৱস্থালৈ এক পৰিৱৰ্তন আহিছে, যাৰ ফলত গাঁও-নগৰৰ পাৰ্থক্য কমি আহিছে আৰু লগে লগে অসমীয়া সমাজ জীৱনে বহু পৰিমাণে নিজস্বতা হেৰুৱাইছে।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ অসমীয়া সমাজ ২ সমন্বয়ৰ চিনাকিৰে অসমীয়া সমাজ

# অসমৰ লোকাচাৰ-লোকবিশ্বাস আৰু সংস্কাৰ

**ৰচনাৰ সংকেত ঃ** ভূমিকা - প্ৰচলিত বিশ্বাস-চৰাই-চিৰিকতি আৰু লোকবিশ্বাস - দৈনন্দিন জীৱনত লোকবিশ্বাস - সামৰণি

---

**ভূমিকা**

অতি পুৰণিকালৰে পৰা অসমীয়া সমাজত বিভিন্ন ধৰ্ম বিশ্বাস আৰু সংস্কাৰ জড়িত হৈ আছে। এইবোৰক কেন্দ্ৰ কৰিয়েই বহু সামাজিক প্ৰথা, লোকাচাৰ আদিৰ উৎপত্তি হৈছে। এইবোৰৰ ভিতৰত বিভিন্ন অশৰীৰী দেৱ-দেৱীক কৰা বিশ্বাস, গছ, অগ্নি, গৰু আদিৰ পূজা-উপাসনা প্ৰধান। অসমীয়া সমাজত থকা এই বিশ্বাসবোৰৰ বেছিভাগেই অন্ধ বিশ্বাস যদিও এইবোৰে পুৰণিকালত মানুহক একগোট কৰাত সহায় কৰিছিল।

**প্ৰচলিত বিশ্বাস**

অসমীয়া সমাজত অগ্নি আৰু গছক পৱিত্ৰ জ্ঞান কৰা হয়। ধৰ্মীয় আৰু সামাজিক উৎসৱ-অনুষ্ঠানত অগ্নিৰ বিশেষ ব্যৱহাৰ আছে। সন্তান জন্মৰ পাছত মাকৰ কাষত তুঁহজুই

আৰু গোবৰ-খুঁটিৰ জুই একেবাৰে জ্বলাই থোৱাৰ নিয়ম প্ৰচলিত। এনে কৰিলে ভূত-প্ৰেতে সন্তানৰ অপকাৰ কৰিব নোৱাৰে বুলি বিশ্বাস কৰা হয়। সেইদৰে জুইত সৰিয়হ দি মুখলগা ভঙা আৰু ভূত-প্ৰেত খেদোৱা হয়। তেলত ভজা পিঠা আদিও প্ৰথমবাৰ খোৱাৰ আগতে মুখ নালাগিবৰ বাবে জুইত দিয়া নিয়ম।

বিভিন্ন গছ-গছনিৰ লগতো বহু লোকাচাৰ, বিশ্বাস আৰু সংস্কাৰৰ সম্পৰ্ক আছে। হিন্দুসকলে আঁহত গছ, বৰগছ, কদম গছ, বেল গছ আৰু তুলসী গছক পূজা কৰে। অসমত নিমগছৰ পাত ভূত খেদোৱাৰ ঔষধ। তদুপৰি বসন্ত (আই) ওলালে নিৰাময় আৰু উপশমৰ বাবে নিমপাত ব্যৱহাৰ কৰা হয়। জুই, শিল-বৰষুণ আৰু ধুমুহাৰ পৰা হাত সাৰিবলৈ ঘৰৰ কাষত সিজু গছ ৰুলে মংগলদায়ক হয় বুলি অসমৰ লোকে বিশ্বাস কৰে। বিহলঙনি জৰা-ফুকাত লাগে। বহু ৰোগত ইয়াক ঔষধ ৰূপে ব্যৱহাৰ কৰা হয়। সেইদৰে সৰিয়হ আৰু সৰিয়হ তেলৰো অনুৰূপ ব্যৱহাৰ আছে। অসমৰ সমাজ-জীৱনত তামোল-পাণৰ এক গুৰুত্বপূৰ্ণ স্থান আছে। তামোল-পাণক অসমীয়া সমাজত মান-সম্ভ্ৰমৰ দ্ৰব্য বুলি ধৰা হয়। অসমীয়া সমাজৰ প্ৰায়বোৰ ধৰ্মীয় আৰু সামাজিক অনুষ্ঠানতে তামোল-পাণৰ এক সুকীয়া মৰ্যাদা আছে। বাঁহগাছত ভূত-পিশাচ থাকে বুলি বিশ্বাস কৰা হয়। অমাৱস্যা, একাদশী, মঙ্গল আৰু শনিবাৰে বাঁহ কটা নিষেধ। সেইদৰে তিনি সন্ধ্যা বা ৰাতিও বাঁহ কাটিব নাপায়। কাটিলে পৰিয়ালৰ অমংগল হয়। বাঁহগছ ফুলিলে বা কলগছৰ পেটেদি ডিল আৰু কলৰ থোক ওলাব খুজিলে, — এই দুযোটাকে অমংগলৰ আগজাননী বুলি বিশ্বাস কৰা হয়।

জুই আৰু গছৰ দৰে শিলকো অসমত অতি পৱিত্ৰ বুলি বিশ্বাস কৰা হয়। মৃতদেহ সৎকাৰ কৰি অহাৰ পাছত গা ধুই এডোখৰ শিলৰ ওপৰত ভৰি থৈ জুইত হাত সেকিহে ভিতৰ সোমোৱাৰ নিয়ম। শিলত ভৰি থ'লে মৃতদেহৰ লগত থকা অশৌচ দূৰ হয় বুলি বিশ্বাস কৰা হয়। সেইদৰে সন্তান জন্ম হ'লে সন্তানক সূৰ্য দেখুওৱা অনুষ্ঠানত পটাগুটি যুঁজোৱা হয়। পটাগুটি যুঁজালে সন্তান কৰ্মক্ষম, সবল হয় বুলি লোকবিশ্বাস প্ৰচলিত। আঘোণ মাহত ন-ধানৰ পতান অলপ তিনিমুঠি ন-ধানৰ খেৰেৰে পদূলিমুখত শিলগুটি এটাৰে পতানী দেৱীক পূজা কৰাৰ প্ৰথা অসমত আছে। এনে কৰিলে পিছৰ বছৰ খেতিত পতান কম হয় বুলি বিশ্বাস কৰা হয়।

সাপ আৰু জেঠীক লৈও বহুবোৰ লোকবিশ্বাস অসমীয়া সমাজত প্ৰচলিত। অসমৰ প্ৰায় সকলোবোৰ সম্প্ৰদায়ৰ মাজতে সাপৰ পূজা প্ৰচলিত। সাপক কেন্দ্ৰ কৰি বহু উপাখ্যান-উপকথা, সাধুকথা আদিও আছে। সাপৰ বিষ আৰু মোট আদি গাঁৱলীয়া ঔষধ-পাতিত ব্যৱহাৰ কৰা হয়। ৰাতি সাপৰ নাম উচ্চাৰণ কৰিবলগীয়া হ'লে অসমীয়া মানুহে সাপ বুলি নকৈ দীঘল-পৰুৱা বুলি কয়। অসাৱধানবশতঃ কোনোবাই 'সাপ' বুলি উচ্চাৰণ কৰিলে, লগে লগে তিনিবাৰ আস্তিক আৰু গৰুড়ৰ নাম লব লাগে। 'আস্তিক' আৰু 'গৰুড়' বুলি উচ্চাৰণ কৰিলে সাপ আঁতৰি যায় বুলি বিশ্বাস। ধানৰ ভঁৰাল, বাৰী-চোতাল, ধন-সম্পত্তি থোৱা ঠাইত ফেঁটীসাপ ৰখীয়া হৈ থাকে বাৰীচোৱা-বুলি বিশ্বাস কৰা হয় আৰু

এনে সাপ মৰা নিষেধ। ক'ৰবালৈ যাবলৈ ওলাওঁতে সোঁহাতে সাপ দেখা অমংগলৰ চিন বুলি গণ্য কৰা হয়। সাপে খুঁটি মৰা মানুহক দুৰ্ভগীয়া বুলি ভবা হয় আৰু সেইদৰে মৰা মানুহৰ শটো প্ৰচলিত নিয়ম অনুযায়ী দাহ নকৰি পুতি পেলোৱা হয় নাইবা কলগছৰ ভুৰ সাজি নদীত উটুৱাই দিয়া হয়। এই নিয়ম এতিয়াও ঠায়ে ঠায়ে পালন কৰা দেখা যায়। সপোনত সাপ দেখাটোও নানাধৰণে ব্যাখ্যা কৰা হয়। অসমৰ বিভিন্ন জনজাতিৰ মাজতো সাপ সম্পৰ্কীয় নানান বিশ্বাস আৰু লোকাচাৰ আছে।

জেঠীক অদ্ভুত ৰহস্যময় জীৱ হিচাপে বিশ্বাস কৰা হয়। মানুহৰ শৰীৰত জেঠী পৰিলে শৰীৰৰ স্থান অনুসৰি ভিন ভিন ফল পোৱা যায় বুলি লোকবিশ্বাস প্ৰচলিত। জেঠীয়ে মংগল-অমংগল সূচায় আৰু ভৱিষ্যৎ সতৰ্ক কৰি দিয়ে। কোনো কথা কৈ থাকোঁতে জেঠীয়ে টিক্ টিক্ বুলি শব্দ কৰিলে, কথা কওঁতাজনে সইত্ সইত্ সইত্ বুলি উচ্চাৰণ কৰে। এনে কৰিলে কথাটো সঁচা প্ৰমাণিত হয় বুলি বিশ্বাস কৰা হয়।

মেকুৰীৰ সৈতে জড়িত বহুবোৰ লোকবিশ্বাস অসমীয়া সমাজত চলি আহিছে। ক'লা মেকুৰীক ভূত-প্ৰেতৰ লগত সম্বন্ধ থকা জীৱ বুলি বিশ্বাস কৰা হয়। কোনো কোনো সময়ত ঘৰৰ মেকুৰীয়ে মেওঁ মেওঁকৈ ঘূৰি ফুৰাটো অমংগলৰ চিন। সেইদৰে যাত্ৰাপথত মেকুৰী আগেদি পাৰ হৈ গ'লে অমংগলৰ চিন বুলি ধৰা হয়। মেকুৰী মাৰিব নাপায় আৰু মাৰিলে সিজন্মত সোণৰ মেকুৰী দিব লাগিব বুলিও সকলোৱে বিশ্বাস কৰে।

অসমীয়া সমাজত মাছক উৰ্বৰতাৰ প্ৰতীক বুলি ধৰা হয়। অসমৰ বিবাহ আৰু ধৰ্ম-কৰ্মতো মাছৰ বহুল ব্যৱহাৰ দেখা যায়। মাছধৰা আৰু মাছ খোৱা সম্পৰ্কেও অলেখ লোকবিশ্বাস আৰু অনুষ্ঠান অসমত প্ৰচলিত। অসমীয়া বিবাহৰ প্ৰথম স্তৰৰ অনুষ্ঠান জোৰোণৰ লগত পঠিওৱা কাপোৰ-কানি, আ-অলংকাৰৰ লগত মাছ অপৰিহাৰ্য। সেইদৰে বিযাৰ আঠদিনৰ পাছত আঠমঙলা উপলক্ষে, নৱদম্পতী যেতিয়া প্ৰথমবাৰৰ বাবে একেলগে কইনাৰ মাকৰ ঘৰলৈ আহে, তাতো আয়োজিত ভোজ-ভাতত মাছ নহ'লেই নহয়। সেইদৰে পুত্ৰ সন্তানৰ জন্ম হ'লেও আত্মীয়-কুটুম্ব, বন্ধু-বান্ধৱক সাধ্য অনুসৰি মাছ বিলোৱা প্ৰথা আছে। মৃতকৰ শ্ৰাদ্ধৰ তিনিদিনৰ দিনা অনুষ্ঠিত গিয়াতলী ভোজতো মাছেৰেহে ব্ৰত ভঙাৰ নিযম। সেইদৰে মৃতকৰ শ্ৰাদ্ধাদিৰ পাছত পৰিয়ালে প্ৰথম আমিষ আহাৰ গ্ৰহণ কৰা আচাবিধক 'মছুৱা' বোলা হয। বিছনাত টোপনিতে প্ৰস্ৰাৱ কৰা ল'ৰা-ছোৱালীক পাটিমুতুৰা মাছ খুৱালে সেই ৰোগ দূৰ হয বুলি মানুহৰ বিশ্বাস আছে। কোনো কোনো স্ত্ৰীৰোগত দৰিকণা মাছৰো প্ৰয়োগ আৰু ব্যৱহাৰ আছে। কোনো কোনো মাছৰ মূৰ আৰু কাঁইট ঘৰৰ চালত আঁৰি থ'লে ভূত-প্ৰেত আঁতৰে বুলি লোকবিশ্বাস প্ৰচলিত। বিল-পুখুৰী-জান আদিত অপদেৱতা থাকে বুলি বিশ্বাস কৰা হয় আৰু মাছপ্ৰিয় এইবিধ অপদেৱতাক 'বাক' বুলি কোৱা হয। সেইদৰে মাছ ধৰিবলৈ যোৱাৰ আগতে জকাই, জুলুকি, পল' আদি মাছ ধৰা সঁজুলিবাচনীৰে কোবাই লোৱা, পানীত নমাৰ আগতে মাছ ধৰা সঁজুলিত তিনিবাৰ থুৱাই লোৱা আদি বিশ্বাসবোৰ প্ৰাচীন কালৰে পৰা অসমীয়া সমাজত চলি আহিছে। সপোনত মাছ দেখিলে বিবাহবা সন্তান জন্মৰ সম্ভাৱনা বুলি বিশ্বাস কৰা হয। সেইদৰে সপোনত ক'লা মাছ

দেখাটো অমংগলৰ চিন। অসমত মাছক পৱিত্ৰতা আৰু উৰ্বৰতাৰ প্ৰতীক হিচাপে অতি প্ৰাচীন কালৰে পৰা মানি অহা হৈছে। অসমীয়া লোকগীতত মাছক স্ত্ৰী সৌন্দৰ্যৰ উপমা, যৌন প্ৰতীক, দাম্পত্য সম্প্ৰীতিৰ আদৰ্শস্বৰূপেব্যৱহাৰ কৰা হয়। মাছৰ আকৃতি, জোখ,বৰণ, লক্ষণ আদিৰ পৰাও বহু অসমীয়া প্ৰবাদ বচনৰ সৃষ্টি আৰু প্ৰচলন হৈছে।

**চৰাই-চিৰিকতি আৰু লোকবিশ্বাস**

চৰাই, পখিলা, মৌমাখিক লৈও অসমীয়া সমাজত বহু লোকবিশ্বাস আছে। ইয়াৰে চৰাই সংশ্লিষ্ট বহু বিশ্বাসৰ উৎপত্তি কাউৰীৰ পৰাই হৈছে। কাউৰীৰ মাতত বহুধৰণৰ অৰ্থ কৰা হয়। চোতালত বা ঘৰৰ চালত পৰি কাউৰীয়ে কলকলালে ঘৰলৈ আলহী অহাৰ আগজাননী বুলি বিশ্বাস কৰা হয়। সেইদৰে কাউৰীযে কা-কা কৰি ৰমলিয়ালে অমংগলৰ চিন বুলি নিশ্চিত ধাৰণা প্ৰচলিত। ক'ৰবালৈ যাবলৈ ওলাওঁতেও কাউৰীয়ে ৰমলিয়ালে অমংগলৰ চিন বুলি বিশ্বাস কৰা হয়। ফেঁচাক সাধাৰণতে অমংগলীয়া চৰাই বুলি ধৰা হয়। ৰাতি ফেঁচাই নিউ নিউকৈ চিঞৰিলে দেশত অমংগল আৰু পৰিয়ালৰ কাৰোবাৰ মৃত্যু হয় বুলি বিশ্বাস। ঘৰত ফেঁচা সোমোৱাটোও পৰিয়ালৰবাবে অমংগলৰ চিন। ঘৰৰ চালত শগুন পৰাটোও অসমীয়া মানুহৰবাবে অমংগলৰ লক্ষণ। আনহাতে আনৰ ঘৰৰ পৰা ৰাতি আহি ঘৰ লোৱাবগা পাৰ চৰাই সৌভাগ্যসূচক। ম'ৰা চৰাইক মাংগলিক চৰাই হিচাপে শ্ৰদ্ধা কৰা হয়। ইয়াৰ পাখি কেৱল ধুনীয়াই নহয়, পৱিত্ৰবুলিও গণ্য কৰা হয়। হিন্দুসকলৰ মতে, ম'ৰা কাৰ্তিকৰ বাহন আৰু ম'ৰা চৰাইৰ পাখী শ্ৰীকৃষ্ণই মূৰত পিন্ধি ছিল। ম'ৰা পাখি বিভিন্ন উৎসৱ-অনুষ্ঠানত ব্যৱহাৰ কৰা হয়। ধুমুহা-বৰষুণৰ পৰা ৰক্ষা পাবলৈ কোনো কোনোৱে ঘৰৰ মূধচত ম'ৰা চৰাইৰ প্ৰতিকৃতিও থয়।

চাউল অসমীয়া মানুহৰ কেৱল খাদ্যই নহয়, নানান মাংগলিক কাৰ্যতো ইয়াক ব্যৱহাৰ কৰা হয়। অসমীয়াৰ বিয়াত দৰা যেতিয়া কইনা ঘৰলৈ আহে, তেতিয়া দৰাৰ গালৈ চাউল ছটিওৱাৰ প্ৰথা আছে। এনে কৰিলে দৰা-কইনাক অপকাৰ কৰিব পৰা অপদেৱতা দূৰ হয় বুলি বিশ্বাস। সেইদৰে কইনা মাকৰ ঘৰৰ পৰা ওলাই যাওঁতে এমুঠি চাউল ঘৰৰ ভাতৰ চৰুত আৰু ঘৰৰ চাললৈ ছটিয়াই দিয়া নিয়ম। এনে কৰিলে ঘৰৰ লক্ষ্মী ঘৰতে থাকি যায় বুলি বিশ্বাস কৰা হয়।

ভঁৰালত শস্য জমা কৰা আৰু উলিওৱা সম্পৰ্কেও কেতবোৰ বিশ্বাস অসমীয়া সমাজত আছে। কোনো কোনো মাহত আৰু দিনত ভঁৰালৰ পৰা ধান উলিয়াব নাপায়। ভঁৰালক পূজাও কৰা হয়। কাতি বিহুত ভঁৰালৰ সমুখত চাকি জ্বলোৱা হয়। ধান কটা শেষ হোৱাৰ ঠিক পাছতেই অসমীয়াই ন-খোৱা পাতে। ন-শস্যৰ পৰা বিবিধ পিঠা-পনা কৰোতেও কেতবোৰ নিয়ম মানি চলা হয। তেলত ভজা পিঠা আদি খোৱাৰ আগতে মুখ নালাগিবৰ বাবে প্ৰথমে জুইত দিয়া নিয়ম।

**দৈনন্দিন জীৱনত লোকবিশ্বাস**

খেতিৰ সা-সঁজুলি, বিশেষকৈ লোহাৰ আহিলা-পাতিৰ লগতো বহু বিশ্বাস জড়িত। লোহা লগত থাকিলে ভূত-প্ৰেত বা প্ৰেতাত্মা ওচৰ চাপিব নোৱাৰে বুলি বিশ্বাস কৰা হয়।

পৰিয়ালৰ কোনো লোকৰ মৃত্যু হ'লে মৃতকৰ সৎকাৰ আৰু শ্ৰাদ্ধাদি যিজনে কৰে, তেওঁ হাতত এখন লোহাৰ কটাৰী বা অন্য তেনে কোনো লোহাৰ চোকা সঁজুলি অশৌচৰ দিনকেইটাত লগত ৰাখিব লাগে। নহ'লে মৃতকৰ আত্মাই তেওঁৰ অপকাৰ কৰিব পাৰে বুলি বিশ্বাস প্ৰচলিত। শ্ৰাদ্ধাদি হৈ নোযোৱালৈকে মৃতকৰ আত্মা সেই ঠাইৰ পৰা আঁতৰ নহয় বুলি বিশ্বাস কৰা হয়। ঠিক সেইদৰে সন্তান জন্মৰ পাছত জন্মদাত্ৰী আৰু সন্তানক ভূত-প্ৰেত, ডাইনীৰ পৰা ৰক্ষা কৰিবলৈ জন্মদাত্ৰীৰ বিছনাৰ তলত কটাৰী বা কাঁচি এখন থোৱাৰ নিয়ম প্ৰচলিত। অমংগলৰ পৰা, বিশেষকৈ, কুমন্ত্ৰ আদিৰ পৰা ৰক্ষা পাবৰ বাবে বিয়াৰ দিনা দৰা-কইনাই একোখনকৈ কটাৰী লগত ৰাখে। বিয়াৰ মাংগলিক কামবোৰ শেষ হোৱাৰ পাছত দৰা-কইনাই 'টেমী-কটাৰী সলোৱা' ধেমেলীয়া আচাৰ পালন কৰাৰো প্ৰথা প্ৰচলিত।

সপোন আদি সম্পৰ্কেও অসমীয়া সমাজত বহু বিশ্বাস প্ৰচলিত। সপোনত ওপৰ পাৰিৰ দাঁত সৰিলে বয়সত জ্যেষ্ঠজনৰ আৰু তলৰ পাৰিৰ দাঁত সৰিলে বয়সত সৰুজনৰ মৃত্যু হয় বুলি ধাৰণা। সেইদৰে সপোনত হাঁহিলে দিঠকত কান্দিবলৈ পায় আৰু কান্দিলে দিঠকত হাঁহিবলৈ পায়। সপোনত পৰিয়ালৰ মানুহ মৃত্যু হোৱা দেখিলে লোকৰ মানুহৰ মৃত্যু হয় আৰু আন মানুহৰ মৃত্যু হোৱা দেখিলে পৰিয়ালৰ লোকৰ মৃত্যু হয় বুলি বিশ্বাস প্ৰচলিত।

ভৱিষ্যৎ গণনা সম্পৰ্কতো অসমীয়া সমাজত কেতবোৰ আচাৰ আৰু বিশ্বাস আছে। বছৰৰ কেতবোৰ দিন অসমীয়া মানুহে মংগলজনক আৰু কিছুমান দিন আপদীয়া বা অমংগলীয়া বুলি বিশ্বাস কৰে। এনেধৰণৰ অমংগলীয়া দিনবোৰত কিছুমান কাম কৰাৰ পৰা বিৰত থাকিব লাগে। মাছ ধৰা, মাটি চহোৱা, ন-ধানৰ আগ অনা আদি কামৰ ক্ষেত্ৰতো কিছুমান দিন অমংগলীয়া বুলি বিশ্বাস কৰা হয়। সেইদৰে বেমাৰ হ'লে, এঠাইলৈ যাত্ৰা কৰিলে, নাও সাজিলে, গৰু কিনিলে, বিয়া-বাৰুৰ দিন ঠিক কৰিলে আৰু কোনো বিশেষ কাম কৰিব খুজিলে অসমীয়া মানুহে কাৰ্যৰ শুভাশুভৰ গণনা কৰে।

পৰিয়াল আৰু দৈনন্দিন ঘৰুৱা জীৱনতো অসমীয়া সমাজত বহু বিশ্বাস আৰু আচাৰ মানি চলা হয়। অসমীয়া সমাজত স্বামী, বৰজনা, বযোজ্যেষ্ঠ লোক আৰু মৃত উপৰিপুৰুষৰ নাম কাঢ়িব নাপায়। মৃতকৰ নাম লিখোতে মৃতকৰ দৃষ্টিৰ পৰা হাত সাৰিবলৈ মৃতকৰ নামৰ আগত ॅ (স্বৰ্গীয়, অৰ্থাৎ, ঈশ্বৰ) বহুওৱা হয়। সেইদৰে ভাইবোৱাৰী আৰু বৰজনাকে পৰস্পৰৰ মুখ দেখিব নাপায়। বাই-শাহু আৰু শাহুৱেকেও জোঁৱাইৰ আগত ওৰণি লোৱা নিয়ম। মানী মানুহৰ ছাঁ গছকা অন্যায়। তদুপৰি দুজন মানুহ বহি থাকিলে মাজেদি যাব লগা হ'লে হাত এখন দি চাপৰি যোৱাহে নিয়ম।

পানীপোতাত সন্ধিয়া থিয় হৈ কিবা খালে আলখনী পোৱা, থিয়ৈ থিয়ৈ খালে কুকুৰৰ পেটলৈ যোৱা, হাতে হাতে ইজনে-সিজনক লোণ বা চূণ দিলে খৰিয়াল লগা, হাতেৰে পাণ ফালিলে বিচ্ছেদ হোৱা, খিৰিকিৰে বস্তু দিলে আৰু ৰাতি ঘৰ সাৰি জাবৰ পেলালে লক্ষ্মী যায় বুলি বিশ্বাস কৰা হয়। সেইদৰে খোৱাৰ সময়ত চৰ্চৰণি খালে 'সুৰ সুৰ মোমাইৰ কাণে যক' বুলি ক'লে চৰ্চৰণি তৎক্ষণাৎ নাইকিয়া হয় বুলি বিশ্বাস প্ৰচলিত। ভাত খাবৰ পৰত আমন-জিমনকৈ গালে-মুখে হাত দি খালে খাওঁতাজনে দুৰ্কপাল মাতে বুলি কোৱা হয়।

টকালি পাৰিবা মুখেৰে সালৌপ সালৌপ শব্দ কৰি ভাত খোৱা কুলক্ষণীয়াৰ চিন। কাঁহীৰ দাঁতিত কেঁচা নিমখ লৈ খোৱাও দাৰিদ্ৰ্যৰ লক্ষণ। চৰু চাই ভাত খাব নাপায়। ৰান্ধোতে বা বাঢ়োতে কাঁহী-বাটি, চৰু-হেতাৰ খেকেচ-নেকেচ হোৱা কুলক্ষণীয়া চিন। সেইদৰে পৰিয়ালৰ বা ওচৰ সম্বন্ধীয় কাৰোবাৰ মৃত্যু হ'লে আদ্যশ্ৰাদ্ধ পৰ্যন্ত সকলোৱে নিৰামিষ খোৱাৰ নিয়ম। যিকোনো উপবাসৰ ৰাতি তেল-হালধি নিদিয়াকৈ সৈন্ধৱ লোণেৰে এপগীয়া নিৰামিষ খোৱাৰ প্ৰথা প্ৰচলিত। মাহিলি ঋতুৰ পাঁচদিন নোযোৱা পৰ্যন্ত আৰু অশৌচীয়া মাতৃয়ে প্ৰায়শ্চিত্ত হৈ শুদ্ধ নোহোৱালৈকে ভাতৰ চৰু চোৱাৰ নিয়ম নাই।

যাত্ৰাৰ শুভাশুভৰ ক্ষেত্ৰতো কেতবোৰ বিশ্বাস প্ৰচলিত। ক'ৰবালৈ যাওঁতে পানীৰ পূৰ্ণ পাত্ৰত হাত দি গ'লে যাত্ৰা শুভ হয় বুলি বিশ্বাস। যাত্ৰাপথত দামুৰিয়ে ওহাৰ পি থকা দেখিলে, হাতী দেখিলে যাত্ৰা শুভ হয় বুলি বিশ্বাস। আনহাতেদি কেনিবা ওলাই যাওঁতে যদি কোনোবাই 'ক'লৈ যোৱা' বুলি সোধে বা যাত্ৰা কৰি ওলাওঁতেই খালী পাত্ৰ, মুচি, নাপিত আদি দেখে, তেন্তে সেই যাত্ৰা নিষ্ফল হোৱাৰ সম্ভাৱনা থাকে। যাত্ৰা কৰোঁতাজনক পিছফালৰ পৰা মতাও নিষেধ। অৱশ্যে এইক্ষেত্ৰত মাক ব্যতিক্ৰম।

**সামৰণি**

অসমীয়া সমাজত প্ৰচলিত এনেবোৰ বিশ্বাস, আচাৰ আৰু সংস্কাৰৰ বহুতেই হ'ল অন্ধ বিশ্বাস আৰু বহুতৰে কোনো বৈজ্ঞানিক সত্যতা নাই। অৱশ্যে এনেধৰণৰ লোকবিশ্বাসবোৰে যে সমাজক এটা বান্ধোন দিয়ে, ই ঠিক। তদুপৰি এনে বহু বিশ্বাস আজিকালি প্ৰায় নোহোৱা হৈ আহিছে। আধুনিক জীৱনে স্পৰ্শ কৰা অসমীয়া জীৱনৰ পৰা লোক বিশ্বাস আঁতৰি গৈছে। কিন্তু কু-প্ৰথা, কু-বিশ্বাস বুলি সকলো বিশ্বাস দলিয়াই দিয়াটো কিমানদূৰ সঠিক, সেয়া বিচাৰ্য বিষয়।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি :** ১ অসমৰ জাতীয় জীৱনত বিশ্বাস ২ অসমত প্ৰচলিত লোক বিশ্বাস

# শিশু শ্ৰমিক

**ৰচনাৰ সংকেত :** ভূমিকা - বৰ্তমানৰ পৰিস্থিতি -শিশু শ্ৰমিক বৃদ্ধিৰ কাৰণ - প্ৰতিকাৰ - সামৰণি

**ভূমিকা**

শিশুসকলৰ জীৱন পঢ়া-শুনা আৰু খেলা-ধূলাৰ বাবে নিৰ্দিষ্ট। পিতৃ-মাতৃৰ স্নেহ-মমতাৰ মাজতে তেওঁলোক ডাঙৰ-দীঘল হোৱাটোৱেই স্বাভাৱিক। কোৱা হয়, শিশুসকলেই দেশ আৰু জাতিৰ ভৱিষ্যত। কিন্তু ভাগ্যৰ নিষ্ঠুৰ পৰিহাসত, দেশ-কালৰ নিৰ্মমতাত শৈশৱ অতিক্ৰান্ত হোৱাৰ আগতেই বহু শিশু শ্ৰমিকত পৰিণত হ'বলগীয়া হয়। শিশু শ্ৰমিক আজিৰ সৃষ্টি নহয়, প্ৰাচীন কালতো বিভিন্ন দেশত আছিল, কিন্তু আজিৰ দৰে বৃহৎ পৰিমাণে নাছিল, আৰু ফলত ই সমস্যাৰূপে দেখা দিয়া নাছিল। ভাৰতৰ আন

বহু সমস্যাৰ দৰে শিশু শ্ৰমিকৰ সমস্যাও এক জটিল সমস্যা। অতি সম্প্ৰতি পৃথিৱীৰ অন্যান্য দেশৰ দৰে আমাৰ দেশতো এই সমস্যাটোৰ প্ৰতি সকলোৰে দৃষ্টি আকৰ্ষিত হৈছে। ফলত শিশুৰ অধিকাৰ ওভতাই অনাৰো প্ৰয়াস চলিছে সৰ্বত্ৰ। অৱশ্যে সেই প্ৰচেষ্টা কিমান আন্তৰিক বা ই কিমান সফল হ'ব সেই সম্পৰ্কে সন্দেহ থাকিব পাৰে। কিন্তু সমস্যাটো যে অতি জটিল সেই বিষয়ে কোনো সন্দেহ নাই।

**বৰ্তমানৰ পৰিস্থিতি**

আমাৰ দেশৰ বিভিন্ন কাম-কাজত সৰ্বত্ৰ শিশু শ্ৰমিক দেখা পোৱা যায। ঘৰৰ বনকৰা লগুৱা হিচাপে, চাহ-মিঠাইৰ দোকানত কাঁহি-বাতি ধোৱা, নানান কুটীৰ শিল্পত, আনকি কল-কাৰখানাতো লাখ লাখ শিশুৱে শ্ৰমিক হিচাপে কাম কৰে। মাৰাত্মক বিপদাশংকা থকা কামতো শিশু শ্ৰমিক নিযোগ কৰা হয। তাৰ ফলত প্ৰতিবছৰে বহু শিশু শ্ৰমিক দুৰ্ঘটনাত পতিত হয় বা নানান ৰোগ-ব্যাধিত মৃত্যু মুখত পৰে। বিনিময়ত শিশু শ্ৰমিকে লাভ কৰে অতি সামান্য মজুৰি, শোষণ, অৱহেলা, নানা ধৰণৰ অত্যাচাৰ। অমানুসিক পৰিশ্ৰমৰ ফলত তেওঁলোকৰ মুখত হাঁহি, লালিত্য ক'ৰবাত যেন হেৰাই যায, ক্লান্তি, ৰুক্ষতা, অনিশ্চযতা-অসহাযতা আৰু হতাশাই গ্ৰাস কৰি পেলায তেওঁলোকক। বহী-কিতাপ লৈ স্কুললৈ যোৱাৰ সপোন তেওঁলোকৰ সপোন হৈযেই ৰৈ যায। বিভিন্ন কাৰখানাৰ অস্বাস্থ্যকৰ পৰিৱেশত কাম কৰি কৰি এসময়ত তেওঁলোক হাপানি, ৰক্তহীনতা, জণ্ডিছ, কেন্সাৰ আদি ৰোগত আক্ৰান্ত হৈ মৃত্যুৰ ফালে আগুৱাই যায। উপযুক্ত বাসস্থান, পোছাক-পৰিচ্ছদ, খাদ্য, চিকিৎসা, সহানুভূতি-মৰম-ভালপোৱা সকলোৰে পৰা বঞ্চিত হয এইসকল শিশু। অথচ এওঁলোকৰ মাজত লুকাই আছে বিপুল সম্ভাৱনা। উপযুক্ত সুযোগ পালে এওঁলোকৰ মাজৰে বহুতেই অসাধাৰণ প্ৰতিভা প্ৰদৰ্শন কৰিব পাৰিব। আমাৰ দেশত শিশু শ্ৰমিকৰ সঠিক তথ্য কাৰো হাতত নাই। সঠিক সংখ্যাৰ হিচাপ পোৱা সম্ভৱো নহয়।

**শিশু শ্ৰমিক বৃদ্ধিৰ কাৰণ**

পৃথিৱীৰ অনুন্নত, অৰ্ধ উন্নত বা উন্নযনশীল দেশবোৰতেই শিশু শ্ৰমিকৰ সমস্যা প্ৰকট। আমাৰ দেশতো শিশু শ্ৰমিকৰ সংখ্যা ক্ৰমশঃ বাঢ়িছে। পৰিয়ালৰ অন্যান্য সদস্যসকলে যেতিযা জীযাই থকাৰ বাবে প্ৰয়োজনীয় ন্যূনতম অৰ্থও যোগাৰ কৰাত অসমৰ্থ হয, তেতিযা শিশুসকলে শিক্ষা, খেলা-ধূলা সকলো বিসৰ্জন দি শ্ৰমিকত পৰিণত হয়। আমাৰ দেশত জাতীয আয়ৰ অসম বণ্টনৰ পৰিণতিত ধনীসকল ধনী হৈ গৈ আছে। দুখীযাসকল অধিক দুখীযা হৈছে। সেয়ে ক'ব পাৰি শিশু শ্ৰমিক বৃদ্ধিৰ প্ৰধান কাৰণ দৰিদ্ৰতা। দ্বিতীয কাৰণ হ'ল পিতৃ-মাতৃৰ অশিক্ষা। ফলত এনে শিশুৰ পিতৃ-মাতৃয়ে পৰিযাল পৰিকল্পনাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিব নোৱাৰে, সন্তানৰ প্ৰতি তেওঁলোকৰ দায়িত্ব তথা কৰ্তব্য সম্পৰ্কেও সচেতন হ'বলৈ নিশিকে। পৰিণতিত এনে শিশুৰ পিতৃ-মাতৃযে অৱলীলাক্ৰমে সন্তানৰ শৈশৱৰ আৰু কৈশোৰ বিসৰ্জন দি তেওঁলোকক শিশু শ্ৰমিকত পৰিণত কৰায়। তৃতীয়তে, শিশু শ্ৰমিক নিয়োগৰ ক্ষেত্ৰত নিয়োগকৰ্তাসকল যথেষ্ট আগ্ৰহী, কাৰণ, শিশুসকলক সামান্য পাৰিশ্ৰমিক দিয়েই কোনো কোনো ক্ষেত্ৰত খোৱা-পিন্ধাৰ বিনিময়ত, বেচি পৰিশ্ৰম কৰাই ল'ব পাৰি। এনে অৱস্থাত নিয়োগকৰ্তাৰ লাভৰ পৰিমাণ বাঢ়ে।

**প্ৰতিকাৰ**

শিশু শ্ৰমিকৰ সমস্যা সমাধানৰ বাবে প্ৰকৃততে সকলো আগবাঢ়ি আহিব লাগিব। ভাৰতত শিশুশ্ৰম নিৰোধক আইন গৃহীত হৈছে। কোনো কোনো শিল্প শিশুৰ বাবে বিপজ্জনক বুলিও চিহ্নিত হৈছে। ইয়াৰ ভিতৰত কেইটামান হ'ল ঃ বিদ্যুৎ শিল্প, কাঁচ শিল্প, বিড়ি শিল্প, জুইশলা শিল্প, শ্লেট শিল্প, বিষযুক্ত ধাতু শিল্প, হীৰা পালিছ শিল্প, ফটকা, খাৰ-বাৰুদৰ শিল্প আদি। কিন্তু ইয়াৰ পৰা একো লাভ হোৱা নাই। ইয়াৰ বাবে কঠোৰভাৱে আইন বলবৎ কৰিব লাগিব। আইন ভংগকাৰীৰ কঠোৰ শাস্তিৰ ব্যৱস্থা হ'ব লাগিব। দ্বিতীয়তে, সামগ্ৰিকভাৱে দৰিদ্ৰতা দূৰ কৰিব লাগিব। তাৰ বাবে দৰিদ্ৰজনৰ কৰ্ম সংস্থানৰ ব্যৱস্থা কৰিব লাগিব, প্ৰযোজন সাপেক্ষে আৰ্থিক সাহায্য প্ৰদান কৰিব লাগিব। আনহাতে শিশুসকলৰ সামগ্ৰিক উন্নয়নৰ বাবে বিভিন্ন প্ৰকল্প গ্ৰহণ কৰিব লাগিব, যাতে শিশুসকলৰ বাবে উপযুক্ত বাসস্থান, শিক্ষা, চিকিৎসা ইত্যাদিৰ ব্যৱস্থা কৰিব পৰা যায়। আমাৰ দেশত ইতিমধ্যে এনে প্ৰকল্প গ্ৰহণ কৰা হৈছে যদিও প্ৰযোজনৰ তুলনাত সেয়া সামান্য।

**সামৰণি**

সমগ্ৰ বিশ্বতে কোটি কোটি শিশু পৰিণত হৈছে শ্ৰমিকলৈ। শিশু শ্ৰমিক সমস্যা সমাধানৰ বাবে বিশ্বব্যাপী তৎপৰতাৰো সৃষ্টি হৈছে। ৰাষ্ট্ৰসংঘইও নানা উদ্যোগ গ্ৰহণ কৰিছে। ৩০ এপ্ৰিলৰ দিনটো শিশু শ্ৰমিক দিৱস হিচাপে ঘোষণা কৰা হৈছে। আমাৰ দেশতো এই দিশত বিভিন্ন ব্যৱস্থা গ্ৰহণ কৰা হৈছে। কিন্তু শিশু শ্ৰমিকৰ সমস্যা সমাধানৰ কেৱল প্ৰচাৰ সৰ্বস্ব প্ৰচেষ্টা নহয়। প্ৰযোজন এক আন্তৰিক প্ৰয়াস। শিশুসকলৰ দৈহিক আৰু মানসিক পৰিপূৰ্ণতাই হওক সকলোৰে লক্ষ্য। শিশুসকলৰ শৈশৱ আৰু কৈশোৰ যাতে লুপ্ত হৈ নাযায়, শিক্ষা-চিকিৎসা ইত্যাদিৰ সুযোগ লাভ কৰি যাতে ভৱিষ্যতে তেওঁলোক উপযুক্ত নাগৰিক হৈ উঠিব পাৰে তাৰ চেষ্টা কৰিব লাগিব। স্বাৰ্থান্ধ, অৰ্থলোলুপ নিয়োগকৰ্তাৰ হাতৰ পৰা লাখ লাখ শিশু শ্ৰমিকক বচাব লাগিব। কেৱল মাত্ৰ সভা-সমিতি, সমদল, বক্তৃতাৰে এই সমস্যাৰ সমাধান নহয়।

**এইখন ৰচনাৰ অনুকৰণত লিখিব পাৰি** ১ শিশু শ্ৰমিক ঃ এক সামাজিক ব্যাধি ২ ভাৰতত শিশু শ্ৰমিকৰ সমস্যা ৩ শিশু শ্ৰমিক ঃ সমস্যা আৰু সমাধান

# পঞ্চায়তীৰাজ ব্যৱস্থা আৰু অসম

**ৰচনাৰ সংকেত ঃ** ভূমিকা - পঞ্চায়তীৰাজ অনুষ্ঠানৰ ক্ষমতা তথা কাৰ্যাৱলী - সদস্য নিৰ্বাচন - সামৰণি

**ভূমিকা**

সম্প্ৰতি ভাৰতত তিনি প্ৰকাৰৰ প্ৰশাসন ব্যৱস্থা আছে — কেন্দ্ৰীয় প্ৰশাসন, ৰাজ্যিক প্ৰশাসন আৰু স্থানীয় প্ৰশাসন। ১৯৯২ চনত ভাৰতীয় সংবিধানৰ ৭৩ নং সংশোধনীযোগে স্থানীয় প্ৰশাসনৰ প্ৰতিভূ পঞ্চায়তীৰাজ অনুষ্ঠানসমূহলৈ সাংবিধানিক

মর্যাদা আগবঢ়োৱা হৈছিল। ১৯৯৩ চনৰ ২৪ এপ্ৰিলৰ পৰা কাৰ্যকৰী হোৱা এই ৭৩ নং সংশোধনীৰ বৈশিষ্ট কেতবোৰ হৈছে — (ক) ২০ লাখ বা ততোধিক জনবসতিপূৰ্ণ প্ৰতিখন ৰাজ্যতেই তিনি খলপীয়া পঞ্চায়তীৰাজ অনুষ্ঠান প্ৰৱৰ্তন কৰা, (খ) প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে পঞ্চায়ত নিৰ্বাচন অনুষ্ঠিত কৰা, (গ) অনুসূচিত জাতি, অনুসূচিত জনজাতি তথা মহিলাৰ বাবে পঞ্চাযতত প্ৰাৰ্থীৰ আসন সংৰক্ষিত কৰা, (ঘ) পঞ্চাযতবোৰৰ বিত্তীয় ক্ষমতা সম্পৰ্কে পৰামৰ্শ আগবঢ়াবলৈ ৰাজ্যিক বিত্ত পৰিষদসমূহক নিযোগ কৰা, (ঙ) জিলাভিত্তিত উন্নয়নৰ পৰিকল্পনাৰ খচৰা প্ৰস্তুত কৰাৰ বাবে জিলা পৰিকল্পনা সমিতি গঠন কৰি দিয়া ইত্যাদি।

**পঞ্চায়তীৰাজ অনুষ্ঠানৰ ক্ষমতা তথা কাৰ্যাৱলী**

সংবিধানৰ ৭৩ নং এই সংশোধনীতেই পঞ্চাযতীৰাজ অনুষ্ঠানসমূহৰ ক্ষমতা তথা কাৰ্যাৱলীসমূহৰো স্পষ্ট উল্লেখ আছে। সেইমতে, অৰ্থনৈতিক উন্নয়ন আৰু সামাজিক ন্যায়ৰ লগত জড়িত বিষযক লৈ পঞ্চাযতীৰাজ অনুষ্ঠানসমূহে পৰিকল্পনা প্ৰস্তুত কৰিব লাগে। সংবিধানৰ ১১ নং অনুসূচিত এনে ২৯ টা বিষয সন্নিৱিষ্ট কৰা আছে, যিবোৰ আৰ্থিক উন্নযন আৰু সামাজিক ন্যাযৰ সৈতে জড়িত আৰু এই বিষযকেইটা পঞ্চাযতীৰাজ অনুষ্ঠানসমূহৰ গণ্ডীৰ ভিতৰলৈ অনা হৈছে। এই ২৯ টা বিষয়ৰ সৈতে আঁচনিসমূহ ৰূপাযণ কৰা, প্ৰয়োজন অনুসৰি কৰ-কাটল, শুল্ক আদি সংগ্ৰহ কৰাৰ বিধানো এই সংশোধনীত ৰখা হৈছে। ৰাজ্য চৰকাৰসমূহক প্ৰযোজনবোধ কৰিলে এই ২৯ টা বিষযৰ বাহিৰেও অন্যান্য বিষয পঞ্চাযতীৰাজ অনুষ্ঠানৰ তালিকাভুক্ত কৰিবলৈ নিৰ্দেশ দিযা হৈছে। অৰ্থাৎ, পঞ্চায়তীৰাজ অনুষ্ঠানসমূহে পৰিকল্পনা প্ৰস্তুত কৰাৰ লগতে আঁচনি ৰূপাযণ তথা নিজাকৈ সম্পদ (বিত্ত) আহৰণৰ ক্ষমতাও পাইছে। ভাৰতৰ স্থানীয় প্ৰশাসনীয ব্যৱস্থাৰ ই এক সবল পদক্ষেপ।

মন কৰিবলগীযা যে স্বাধীন গ্ৰাম্য প্ৰশাসন আছিল মহাত্মা গান্ধীৰ ভাৱধাৰাৰে সমৃদ্ধ এক বিষয। ৭৩ তম সংশোধনীৰ পূৰ্বেও ভাৰতত পঞ্চায়তীৰাজ অনুষ্ঠানসমূহে ঠায়ে ঠায়ে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আছিল। স্বাধীনতা লাভৰ পিছৰে পৰাই আন বহু ৰাজ্যৰ দৰে অসমেও পঞ্চায়তী শাসন প্ৰৱৰ্তনৰ ব্যৱস্থা লৈছিল। ১৯৪৮ চনত অসমৰ প্ৰথমখন গ্ৰাম্য পঞ্চাযত আইন গ্ৰহণ কৰা হৈছিল। ১৯৫৯ চনত এই আইন সংশোধন কৰি পঞ্চায়তক অধিক ক্ষমতাশালী কৰাৰ ব্যৱস্থা লৈছিল। পুনৰ, ১৯৭২ চনত গ্ৰহণ কৰা হৈছিল অসম পঞ্চায়তীৰাজ আইন। এই আইনযোগে অসমত দুই তৰপীযা পঞ্চায়ত ব্যৱস্থাৰ প্ৰৱৰ্তন কৰা হৈছিল। ১৯৮৬ চনত গ্ৰহণ কৰা অসম পঞ্চাযতীৰাজ আইন মতে তিনি তৰপীয়া ব্যৱস্থা প্ৰৱৰ্তন কৰিবলৈ লোৱা হৈছিল আৰু ইযাকেই অসমত 'পৰিকল্পনাৰ বিকেন্দ্ৰীকৰণ' আখ্যা দিয়া হৈছিল। এই তিনি তৰপীয়া ব্যৱস্থা মতে অসমৰ পঞ্চাযতীৰাজ ব্যৱস্থাত থাকিব — গাঁও পঞ্চায়ত, আঞ্চলিক পঞ্চায়ত আৰু মহকুমা পৰিষদ। ইয়াৰ পিছতে আহিল ভাৰতীয় সংবিধানৰ ৭৩ তম সংশোধনী, যিটোৰ দ্বাৰা আটাইবোৰ ৰাজ্যতেই একে ধৰণৰ পঞ্চায়তীৰাজ অনুষ্ঠান স্থাপন তথা অন্যান্য কাম-কাজবোৰ কৰাৰ নিৰ্দেশ জাৰি কৰা হ'ল। সেইমতে

অসমতো অসম পঞ্চাযত আইন, ১৯৯৪ গ্ৰহণ কৰা হ'ল। এই শেহতীয়া পঞ্চায়ত আইন মতে অসমত এতিয়াও তিনি খলপীয়া পঞ্চাযতীৰাজ অনুষ্ঠানেই আছে। সেইকেইটা হ'ল — গাঁও পঞ্চাযত, আঞ্চলিক পঞ্চাযত আৰু জিলা পৰিষদ।

এই নতুন ব্যৱস্থা মতে গাঁও পঞ্চাযতৰ অধীনত 'গাঁওসভা' থাকিব লাগে। আকৌ পৰিকল্পনা সম্পৰ্কীয় কাম-কাজৰ বাবে থাকিব লাগে 'জিলা পৰিকল্পনা সমিতি'। প্ৰতিখন জিলাতে চৰকাৰে এনে সমিতি গঠন কৰি দিব লাগে। এই সমিতিৰ বৈঠকত জিলা পৰিষদ, আঞ্চলিক পঞ্চাযত, গাঁও পঞ্চাযত, নগৰ কমিটী, পৌৰ সভা আৰু পৌৰ নিগমসমূহে প্ৰস্তুত কৰি উলিওৱা পৰিকল্পনাসমূহ একত্ৰিত কৰি ৰাজ্যখনৰ সামগ্ৰিক পৰিকল্পনাৰ খচৰা প্ৰস্তুত কৰি উলিয়াব লাগে। এই জিলা সমিতিখনে জিলা পৰ্যায়ত স্থানীয় প্ৰশাসনৰ সমন্বযৰক্ষীৰ ভূমিকা পালন কৰিব লাগে। একেদৰে 'গাঁওসভা'বোৰৰ ওপৰতো দাযিত্ব ন্যস্ত কৰা হৈছে। কেন্দ্ৰীয তথা ৰাজ্যিক চৰকাৰে গ্ৰাম্য উন্নয়নৰ অৰ্থে লোৱা আঁচনিবোৰৰ গ্ৰামীণ হিতাধিকাৰীক চিনাক্ত কৰাৰ দাযিত্ব গাঁওসভাৰ। তৃণমূল পৰ্যাযত গাঁওবাসীৰ আৰ্থ-সামাজিক সমস্যাবোৰো গাঁওসভাতেই উত্থাপিত হ'ব লাগে। এবছৰত কমেও চাৰিখন বৈঠক গাঁওসভাসমূহৰ হ'ব লাগে। প্ৰকৃততে, সক্ৰিয় গাঁওসভাৰ স্থিতিযে দেশৰ পৰিকল্পনা তথা উন্নযন প্ৰক্ৰিয়াত তৃণমূল পৰ্যায়ৰ লোকৰ যোগদান তথা সক্ৰিয সহযোগিতাৰ কথাকে বুজায।

**সদস্য নিৰ্বাচন**

এতিযা গণতান্ত্ৰিক পদ্ধতিৰে গাঁও পঞ্চাযতৰ সদস্যসকলক নিৰ্বাচিত কৰা হয। প্ৰতি দুমাহৰ ভিতৰত অন্ততঃ এখনকৈ সভা গাঁও পঞ্চাযতে অনুষ্ঠিত কৰিব লাগে। প্ৰতিখন গাঁও পঞ্চাযতৰ কাম সুচাৰুৰূপে চলাবৰ বাবে তিনিখন সমিতি (উন্নয়ন সমিতি, সামাজিক ন্যায সমিতি, সামাজিক কল্যাণ সমিতি) থাকিব লাগে। পঞ্চাযতসমূহে নিজৰ এলেকাৰ বাবে উন্নযনমূলক কামৰ বাৰ্ষিক পৰিকল্পনা প্ৰস্তুত কৰিব লাগে। বাৰ্ষিক বাজেট প্ৰস্তুত কৰিব লাগে, দুৰ্যোগৰ সময়ত সাহায্য প্ৰদানৰ ব্যৱস্থা কৰিব লাগে, গাঁও এলেকাৰ যিকোনো 'পৰিসংখ্যা' মজুত ৰাখিব লাগে আৰু সামূহিক কল্যাণৰ কামত স্বেচ্ছামূলক বৰঙণি আগবঢাব লগে। গাঁওসমূহৰ কৃষিখণ্ডৰ উন্নযন, মীনপালন, চৰণীযা পথাৰ আৰু ছন পৰি থকা মাটিৰ ব্যৱস্থা, খৰি বা ইন্ধন যোগান ধৰিব পৰা গছপুলি ৰোপণ, গ্ৰাম্যপথ নিৰ্মাণ, চৰকাৰী কাৰ্যসূচী ৰূপাযণত অংশগ্ৰহণ, সামূহিক সম্পদৰ সংৰক্ষণ ইত্যাদি অনেক কাম গাঁও পঞ্চাযতৰ হাতত অৰ্পণ কৰা হৈছে।

সংবিধান মতে প্ৰতিটো উন্নযন খণ্ডৰ বাবে একোটাকৈ আঞ্চলিক পঞ্চায়ত থাকিব লাগে। আঞ্চলিক উন্নয়নৰ বাবে বাৰ্ষিক পৰিকল্পনা, বাৰ্ষিক বাজেট প্ৰস্তুত কৰাৰ উপৰি আঞ্চলিক পঞ্চাযতে নিৰ্ধাৰিত ব্যয সাপেক্ষৰ কৃষি প্ৰকল্প চিনাক্ত কৰিব লাগে আৰু ৰূপায়ণৰ কামত সহযোগ আগবঢাব লাগে। বীজ ফাৰ্ম, উদ্যান শস্যৰ নাৰ্ছাৰী, কৃষকৰ প্ৰশিক্ষণ, কেন্দ্ৰীয় চৰকাৰৰ আঁচনিৰ নিৰীক্ষণ, ক্ষুদ্ৰ তথা খাদী আৰু গ্ৰামোদ্যোগৰ শিল্পীৰ প্ৰশিক্ষণ, প্ৰাথমিক স্কুলৰ গৃহ নিৰ্মাণ, স্বাস্থ্য আঁচনি ৰূপাযণত সহযোগ ইত্যাদি কামবোৰো কৰিব লাগে।

এইবোৰৰ ওপৰত থকা জিলা পৰিষদসমূহ সংবিধান মতে প্ৰতিখন জিলাতে একোখনকৈ থাকিব লাগে। জিলা পৰিষদে গাঁও উন্নয়নৰ সৈতে জড়িত কামসমূহ বৃহৎ পৰিসৰত আৰু অধিক কৰ্তৃত্বৰে সম্পন্ন কৰিব পাৰে। গাঁও উন্নযনৰ সৈতে জড়িত সকলো প্ৰশিক্ষণ জিলা পৰ্যায়ত অনুষ্ঠিত কৰা, ক্ষুদ্ৰ জলসিঞ্চনৰ নিৰ্মাণ তথা চোৱাচিতা কৰা, ভূমি উন্নয়ন সম্পৰ্কীয় কাম-কাজ কৰা, বনানীকৰণ তথা বন উন্নযনমূলক কাম কৰা, পথ নিৰ্মাণ-স্কুলঘৰ নিৰ্মাণ কৰা, সমাজ কল্যাণমূলক অনুষ্ঠান স্থাপন তথা পৰিচালনা কৰা, বৃদ্ধ-বিধৱা-বিকলাংগৰ বাবে পেঞ্চনৰ ব্যৱস্থা কৰা, অনুসূচিত জাতি-জনজাতিৰ বাবে উন্নয়নমূলক কাম সম্পন্ন কৰা ইত্যাদি বহু কাম জিলা পৰিষদে সম্পূৰ্ণ কৰিব লাগে।

**সামৰণি**

২০০৩ চনৰ তথ্য মতে অসমত ২০ খন জিলা পৰিষদ, ২১৯ টা উন্নয়ন খণ্ডত ২০৩ খন আঞ্চলিক পঞ্চাযত আৰু ২,৪৮৯ খন গাঁও পঞ্চাযত আছে। মন কৰিবলগীয়া যে সংবিধান সংশোধনীৰ পিছত নতুনকৈ আইন গ্ৰহণ কৰা সত্ত্বেও ২০০১ চনতহে অসমত পঞ্চাযত নিৰ্বাচন পতা হৈছিল। এই কথাৰ পৰাই অনুমান কৰিব পাৰি যে আইনগত ব্যৱস্থা গ্ৰহণ কৰিলেও অসমৰ পঞ্চায়তীৰাজ ব্যৱস্থা অতি চালুকীয়া অৱস্থাতেই আছে। সবাতোকৈ চালুকীযা অৱস্থাত আছে অসমৰ গাঁওসভাসমূহ। অসমত পঞ্চায়তীৰাজ ব্যৱস্থাৰ বাবে নিৰ্ধাৰিত ধনৰ বিতৰণ সঠিক হোৱা নাই, ৰাজ্যিক বাজেটত পঞ্চাযতীৰাজ অনুষ্ঠানৰ বাবে সুকীয়াকৈ ধন আবণ্টন কৰা হোৱা নাই, পঞ্চায়তীৰাজ প্ৰশাসনৰ বাবে নিৰ্বাচিত প্ৰতিনিধিসকলৰ কোনো প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হোৱা নাই। তদুপৰি জিলা পৰিকল্পনা সমিতিয়েও সঠিকভাৱে কামত অগ্ৰসৰ হোৱা নাই। প্ৰকৃততে, ভালদৰে নিৰীক্ষণ কৰিলে অসমৰ পঞ্চায়তীৰাজ ব্যৱস্থাত আৰু বহু দুৰ্বলতা ওলাই পৰিব। পঞ্চায়তীৰাজ ব্যৱস্থাত বহু দূৰলৈ সফলতা অৰ্জন কৰা ৰাজ্যসমূহ, যেনে গুজৰাট, কৰ্ণাটক, তামিলনাডু, ৰাজস্থান, পশ্চিমবংগ আদিৰ আৰ্হি সৰোগত কৰি অসমেও নিজৰ স্থিতি মজবুত কৰা উচিত। কিয়নো, বৰ্তমানৰ আৰ্থ-সামাজিক ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত, বিশেষকৈ সাম্প্ৰতিক গোলকীয়কৰণৰ দিনত তৃণমূল পৰ্যায়ৰ এই অনুষ্ঠানবোৰৰ ভূমিকা সবল কৰি গঢ়ি তুলিব পাৰিলেহে অসমৰ দুৰ্বল গাঁওবোৰ সবল আৰু সক্ৰিয় হৈ উঠিব। ইতিমধ্যে, সংবিধানত উল্লেখ কৰা বিধি অনুসৰিয়েই অসম চৰকাৰেও অসম বিত্ত আয়োগ গঠন কৰিছে। এই আয়োগে অন্যান্য দিশৰ লগতে পঞ্চায়তীৰাজ অনুষ্ঠানসমূহৰ বিত্তীয় দিশ সুস্থ আৰু সবল কৰাৰ বাবে পৰামৰ্শ আগবঢ়াই ৰাজ্য চৰকাৰলৈ প্ৰতিবেদন আগবঢ়াব। অসমৰ পঞ্চায়তীৰাজ অনুষ্ঠানসমূহৰ নতুন যাত্ৰা হ'ব বুলি আশা কৰিব পৰা যায়।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - লোকপিয়লৰ প্ৰয়োজনীয়তা - ভাৰতৰ লোকপিয়লৰ সংক্ষিপ্ত ইতিবৃত্ত - থোৰতে ভাৰতৰ লোকপিয়ল, ২০০১- ভাৰতত উন্নয়নৰ গতিধাৰা

# ভাৰতৰ লোকপিয়ল, ২০০১

*দেশ মানে কেৱল ভূগোলৰ মানচিত্ৰ নহয়। দেশ মানে মানুহ।*

**— ডঃ নগেন শইকীয়া**

## ভূমিকা

লোকপিযল বা লোকগণনা বুলিলে আক্ষৰিক অৰ্থত 'সংখ্যা নিৰ্ধাৰণ'কে বুজোৱা হয় যদিও বৰ্তমান সময়ত লোকপিয়লৰ মাধ্যমেৰে জনসংখ্যাৰ হিচাপৰ লগতে গণনীয় জনগোষ্ঠীৰ আৰ্থসামাজিক আৰু সাংস্কৃতিক জীৱনৰ সামগ্ৰিক তথ্য বিজ্ঞানসম্মত উপায়েৰে সংগ্ৰহ কৰা হয়। ইয়াৰ ফলত দেশৰ মুঠ জনসংখ্যা, জনসংখ্যা বৃদ্ধিৰ আনুপাতিক হাৰ, জন্ম-মৃত্যুৰ হাৰ, পুৰুষ-নাৰীৰ আনুপাতিক হাৰ, জনেপ্ৰতি আয়, সাক্ষৰতা, বয়স আদি নানা বিষয়ে জানিব পৰা যায়। নিৰ্দিষ্ট সময়ৰ ব্যৱধানত এখন দেশৰ লোকপিয়ল অপৰিহাৰ্য। জাতিৰ অতীত আৰু বৰ্তনামৰ পৰিচয় লাভৰ লগতে ভৱিষ্যত উন্নযনৰ পথ নিৰ্মাণৰ প্ৰযোজনতো লোকপিযল একান্তভাৱে আৱশ্যক।

## লোকপিয়লৰ প্ৰয়োজনীযতা

ভাৰতত প্ৰতি ১০বছৰৰ মূৰে মূৰে লোকপিয়ল হয়। সাধাৰণ লোক গণনাৰ লগতে দেশৰ সামাজিক বিন্যাস, অৰ্থনৈতিক চিত্ৰ আৰু সাংস্কৃতিক ৰূপ-বৈচিত্ৰ্যৰ বিশদ বিৱৰণেই লোকপিয়লৰ গুৰুত্বপূৰ্ণ বিষয। কোনো এখন দেশৰ সামগ্ৰিক উন্নয়নৰ স্বাৰ্থত বৰ্তমানৰ পৰিস্থিতিৰ জ্ঞান যেনেদৰে প্ৰয়োজন, তেনেদৰে প্ৰযোজন অতীতৰ ঐতিহ্য, সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক জীৱন সম্পৰ্কে নিৰ্ভূল ধাৰণা। সেয়ে লোকপিয়ল কেৱল দেশ আৰু দেশৰ মানুহৰ সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক জীৱনৰ কেৱল পৰিকল্পনাহীন সংগৃহীত তথ্যপুঞ্জ নহয়। তাৰ নেপথ্যত প্ৰযোজন এক সুচিন্তিত পৰিকল্পনা আৰু এক সুনিৰ্দিষ্ট লক্ষ্য। সেই লক্ষ্য হ'ব লাগিব জাতীয় কল্যাণৰ উদ্দেশ্যে নিৰ্ভুল তথা বিশ্বস্ত তথ্য-সংগ্ৰহ, তথ্য সংকলন আৰু তাৰ বিশ্লেষণ।

## ভাৰতৰ লোকপিয়লৰ সংক্ষিপ্ত ইতিবৃত্ত

ভাৰতত লোকপিয়লৰ সূচনা হয় ১৮৭১ চনত, ইংৰাজৰ শাসনকালত। সেই সময়ত অখণ্ড ভাৰতৰ জনসংখ্যা আছিল ২০ কোটি ৪৯ লাখ। পৰাধীন ভাৰতৰ অন্তিম লোকপিয়ল হৈছিল ১৯৪১ চনত। তেতিয়ালৈ জনসংখ্যা হৈছিলগৈ প্ৰায় ৩২ কোটি। স্বাধীন ভাৰতত প্ৰথম লোকপিয়ল হয় ১৯৫১ চনত। কোৱা বাহুল্য, দেশ তেতিয়া খণ্ডিত, তথাপিও দেশৰ জনসংখ্যা আছিল ৩৬ ১ কোটি। তাৰপাছৰে পৰা প্ৰতি দহ বছৰৰ অন্তৰে অন্তৰে যথাৰীতি লোকপিয়লৰ কাম চলি আহিছে। কুৰি শতিকাৰ অন্তিমটো।

লোকপিয়ল হৈছিল ১৯৯১ চনত। সেয়া আছিল স্বাধীন ভাৰতৰ পঞ্চম লোকপিয়ল। স্বাধীন ভাৰতৰ ষষ্ঠ লোকপিয়লৰ কাম সম্পন্ন হয় ২০০১ চনৰ ২৬ মাৰ্চত আৰু চূড়ান্ত লোকপিয়লৰ তথ্য প্ৰকাশ হয় ২০০৭ চনত। স্বাধীন ভাৰতৰ লোকপিয়লৰ ইতিহাস মাত্ৰ ৫০ বছৰৰ। পৰাধীন ভাৰতৰ লোকপিয়ল আৰু ক্ৰটীপূৰ্ণ। প্ৰাকৃতিক সম্পদ অনুসন্ধানৰ জৰিয়তে শাসকগোষ্ঠীৰ স্বাৰ্থসিদ্ধিয়েই আছিল অন্যতম লক্ষ্য। স্বাধীন ভাৰতত বৈজ্ঞানিক পদ্ধতিৰে তথ্য নিৰ্ধাৰণৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা হয়। ব্যাপকতা আৰু গভীৰতাৰ দিশৰ পৰা ২০০১ চনৰ লোকপিয়লে পূৰ্বৰ সকলো লোকপিয়লকে অতিক্ৰম কৰিছে।

**থোৰতে ভাৰতৰ লোকপিয়ল, ২০০১**

১৯৯১ চনৰ লোকপিযত দেখা গৈছিল যে তৎকালীন ভাৰত ৰ জনসংখ্যা আছিল ৮৪ ৫কোটি। জনসংখ্যাৰ বাৰ্ষিক বৃদ্ধিৰ হাৰ আছিল ২ ১০ শতাংশ। ২০০১ চনত বাৰ্ষিক বৃদ্ধিৰ হাৰ কমি ১ ৯৩ শতাংশ হৈছে। জন্মহাৰৰ ক্ষেত্ৰত সৰ্বোচ্চ ৰাজ্য হ'ল নাগালেণ্ড (৬৪ ৪১ শতাংশ), সৰ্বনিম্ন জন্ম হাৰৰ ৰাজ্য হ'ল কেৰালা (মাত্ৰ ৯ ৪২শতাংশ)। ২০০১ চনৰ লোকপিযল অনুসৰি ভাৰতৰ জনসংখ্যা ১০২ কোটি ৯০ লাখ (২০০৮ চনত এই জনসংখ্যা ১১৩ কোটি হৈছেগৈ)। ইযাৰে পুৰুষ-মহিলাৰ অনুপাত প্ৰতি ১০০০ জন পুৰুষত ৯৩৩ গৰাকী মহিলা। সাক্ষৰতাৰ সৰ্বোচ্চ হাৰৰ ৰাজ্য কেৰালা (৯০ ৯ শতাংশ) আৰু সাক্ষৰতাৰ সৰ্বনিম্ন হাৰৰ ৰাজ্য হ'ল বিহাৰ (৪৭ শতাংশ)।

২০০১ চনৰ লোকপিযল অনুসৰি অসমৰ জনসংখ্যা ২,৬৬,৫৫,৫২৮। ইয়াৰে ১,৩৭,৭৭,০৩৭ জন পুৰুষ আৰু ১,২৮,৭৮,৪৯১ গৰাকী মহিলা। দেশৰ ভিতৰতে চতুৰ্দশ জনবহুল ৰাজ্য অসম ভাৰতৰ ২ ৫৯ শতাংশ লোকৰ বসতি।

**ভাৰতত উন্নয়নৰ গতিধাৰা**

২০০১ চনৰ লোকপিয়লৰ তথ্যৰ পৰা এটা কথা পৰিস্ফুট হৈছে যে পৃথিৱীৰ মুঠ মাটিকালিৰ ২ ৪ শতাংশ স্থলভাগহে ভাৰতে আগুৰি আছে। আনহাতে ই পৃথিৱীৰ ১৬ ৭ শতাংশ জনসংখ্যাৰ অধিকাৰী। লোকপিয়লৰ তথ্যই আৰু দেখুৱাইছে যে ভাৰতত জনসংখ্যা বৃদ্ধিৰ হাৰ সামান্য কমিছে যদিও মুঠ জনসংখ্যা বিস্ফোৰণক নিয়ন্ত্ৰণলৈ অনাটোও এক প্ৰত্যাহ্বান। জনসংখ্যা বৃদ্ধিৰ সমান্তৰালভাৱে দেখা দিয়া খাদ্য, শিক্ষা, স্বাস্থ্য আৰু বাসস্থানৰ দৰে মৌলিক চাহিদাবোৰ পূৰণ কৰাত সংশ্লিষ্ট পক্ষ ব্যৰ্থ হ'লে আৰ্থসামাজিক আৰু সাংস্কৃতিক উন্নয়নৰ গতি স্তব্ধ হৈ যাব, জনসাধাৰণৰ জীৱন যাত্ৰাৰ মান আৰু পৰিৱেশৰ ওপৰতো ইয়াৰ প্ৰতাক্ষ আৰু প্ৰতিকূল প্ৰভাৱ পৰিব। সেয়েহে বৰ্তমানৰ লোকপিয়লে এটা কথাই স্পষ্ট ইংগিত কৰে যে, যাৱতীয় উন্নয়নমূলক কাম-কাজৰ সমান্তৰালভাৱে জনসংখ্যা নিয়ন্ত্ৰণ কাৰ্যসূচীক অগ্ৰাধিকাৰ দিব লাগিব।

**এই ৰচনাৰ অনুকৰণত লিখিব পাৰি ঃ** ১ লোকপিয়ল আৰু জাতীয় উন্নয়ন ২ নতুন সহস্ৰাব্দৰ ভাৰতৰ প্ৰথম লোকপিয়ল ৩ দেশৰ উন্নয়নত লোকপিয়লৰ প্ৰয়োজনীয়তা

**ৰচনাৰ সংকেত ঃ** ভূমিকা - জোনাকী যুগ - ৰোমাণ্টিক কবিতাৰ বিকাশ আৰু বিস্তাৰ - মহাসমৰৰ পাছৰ পৰিবৰ্তন - সামৰণি

# অসমীয়া কবিতা

## ভূমিকা

ইংৰাজসকল অসমলৈ অহাৰ পাছৰ সময়ছোৱাত ৰচিত কবিতাসমূহকে সামূহিকভাৱে আধুনিক অসমীয়া কবিতাৰ ভিতৰত সামৰিব পাৰি যদিও প্ৰকৃতপক্ষে আধুনিক অসমীয়া কবিতাৰ শুভসূচনা হৈছিল উনবিংশ শতিকাৰ সাঁজলগা পৰত। পূৰ্বৰ ঘাইকৈ ভক্তিমূলক বা আধ্যাত্মিক ভাবৰ উপৰিও এই সময়ছোৱাত ৰোমাণ্টিক, জাতীয়তাবাদী আদি বিবিধ বিষয়ৰ কবিতা ৰচনা হ'বলৈ ধৰিলে। কবিতাৰ যোগেদি ভাব প্ৰকাশৰো পৰিবৰ্তন ঘটিল। 'অৰুনোদই'ৰ পাততে এনে কবিতাই অপৈণত অৱস্থাত গজালি মেলিছিল। ৰমাকান্ত চৌধুৰী, ভোলানাথ দাস,বলদেৱ মহন্ত, কমলাকান্ত ভট্টাচাৰ্য আদি কবিসকলে অমিত্ৰাক্ষৰ ছন্দেৰে আৰু মৌলিক চিন্তাৰে কবিতা ৰচনা কৰি পুৰণি অসমীয়া কবিতাৰ ৰূপ সলনি কৰিছিল যদিও তাৰ পাছত ৰমন্যাস বা ৰোমাণ্টিক যুগতহে আধুনিক অসমীয়া কবিতাই অধিক তীব্ৰ আৰু সমৃদ্ধ ৰূপত আত্মপ্ৰকাশ কৰে। কলিকতাৰ কেইজনমান প্ৰবাসী অসমীয়া ছাত্ৰই প্ৰকাশ কৰা মাহেকীয়া আলোচনী 'জোনাকী'ৰ যোগেদিয়েই অসমীয়া সাহিত্যত ৰোমাণ্টিক যুগৰ সূচনা হয়। কেৱল কবিতাৰ ক্ষেত্ৰতেই নহয়, আধুনিক অসমীয়া সাহিত্যৰ উত্তৰণতো 'জোনাকী'ৰ আবিৰ্ভাৱ এক অতি তাৎপৰ্যপূৰ্ণ ঘটনা। ১৮৮৯ চনত কলিকতাৰ পৰা চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত 'জোনাকী' প্ৰকাশ হয়। 'জোনাকী'য়ে অসমীয়া সাহিত্যলৈ ইংৰাজী ৰোমাণ্টিক ভাবাদৰ্শ আৰু ৰূপ (form) কঢ়িয়াই আনে। প্ৰাচীন অসমীয়া কবিতাৰ ধৰ্মীয় চেতনা আৰু পৰম্পৰাগত আংগিকৰ বিপৰীতে অতীত প্ৰীতি, নৈসৰ্গিক সৌন্দৰ্যৰ মোহ, ক্ষুদ্ৰ বস্তুত অসাধাৰণ ৰূপৰ আবিষ্কাৰ আৰু ব্যক্তিগত প্ৰেম-প্ৰণয়ৰ আবেগিক প্ৰকাশ আদি এই ধাৰাৰ কবিতাৰ বিষয়বস্তু হৈ পৰিল। 'জোনাকী'ক কেন্দ্ৰ কৰিয়েই এই সাহিত্য-ধাৰা প্ৰবাহিত হৈছিল আৰু সেয়ে এই সময়ছোৱাৰ সমূহ সাহিত্য-কৰ্মক 'জোনাকী যুগ' বা 'ৰমন্যাস বা ৰোমাণ্টিক যুগ'ৰ (১৮৮৮-১৯৪০) অন্তৰ্গত বুলি ধৰা হয়। 'জোনাকী'ৰ সম্পাদক চন্দ্ৰকুমাৰ আগৰৱালাৰ উপৰি 'জোনাকী'ৰ আন দুজন ঘাই হোতা আছিল লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী। অসমীয়া সাহিত্যৰ 'ত্ৰিমূৰ্তি'ৰূপে খ্যাত এই তিনিগৰাকী কবি-সাহিত্যিকেই অসমীয়া সাহিত্য-জগতত এক নতুন আন্দোলনৰ পাতনি তৰে।

## জোনাকী যুগ

'জোনাকী যুগ'ত অসমীয়া কবিতাই প্ৰকাশৰ অবধাৰিত স্বাধীনতা লাভ কৰিলে, আত্মসচেতন কাহিনী-গীতি (literary ballad), বৰ্ণনাত্মক খণ্ড কবিতা আদি ৰূপৰ অৱতৰণ ঘটিল। ভাৱাশৈলীয়ে জনগণৰ পৰিচিত ৰূপ ল'লে আৰু কবিতাৰ সংবেদনশীলতা হ'ল প্ৰত্যক্ষ আৰু প্ৰাঞ্জল। 'জোনাকী যুগ'তে প্ৰকৃতিমূলক, প্ৰেম বিষয়ক, ছনেট, শোক কবিতা, ব্যংগ কবিতা আদি ৰচিত হয় আৰু এইবোৰে অসমীয়া সাহিত্যলৈ নতুন কবিতাৰ ধাৰা বোৱাই আনে।

অসমীয়া ৰোমাণ্টিক কবিতাৰ ঘাই কবি হ'ল চন্দ্ৰকুমাৰ আগৰৱালা (১৮৬৭-১৯৩৮)। ৰোমাণ্টিক যুগৰ আটাইতকৈ প্ৰভাৱশালী কবি চন্দ্ৰকুমাৰৰ কবিতাতেই পোনপ্ৰথমে আধুনিক যুগৰ অসমীয়া কবিতাৰ এটা নিজস্ব বৈশিষ্ট্য স্পষ্ট হৈ উঠে আৰু তেওঁৰ কেইটামান কবিতাত ভাবৰ এটা মহিমা-ব্যঞ্জক চৰিত্ৰও প্ৰতিভাত হয়। 'জোনাকী'ৰ প্ৰথম সংখ্যাতে প্ৰকাশিত চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী' কবিতাটোৱেই প্ৰথম অসমীয়া ৰোমাণ্টিক কবিতা। 'জোনাকী যুগ'ৰ সাহিত্যিক আন্দোলনৰ চন্দ্ৰকুমাৰ আগৰৱালা আছিল অন্যতম গুৰিয়াল। 'প্ৰতিমা' আৰু 'বীণ-বৰাগী' নামৰ কবিতাৰ পুথি দুখন চন্দ্ৰকুমাৰৰ কবি-প্ৰতিভাৰ উজ্জ্বল নিদৰ্শন।

ৰোমাণ্টিক যুগৰ এজন শ্ৰেষ্ঠ হোতা হ'ল লক্ষ্মীনাথ বেজবৰুৱা। 'জোনাকী'ৰ যোগেদি সাহিত্যত যুগান্তৰ অনাসকলৰ ভিতৰত লক্ষ্মীনাথ সৰ্বাগ্ৰণী। বহুমুখী সাহিত্যিক প্ৰতিভাৰ দ্বাৰা তেওঁ অসমীয়া সাহিত্যৰ সকলো বিভাগৰ পৰিপুষ্টি সাধন কৰিছিল। অসমীয়া সাহিত্যৰ মুকুটবিহীন সম্ৰাট আখ্যা পোৱা লক্ষ্মীনাথৰ কবিতাৰ সংখ্যা কম আৰু দুই-এটাক প্ৰকৃততে কবিতাৰ শাৰীত থ'ব নোৱাৰি যদিও যিকেইটাত কবিতাৰ পৰশ পৰিছে, সেইকেইটা 'সোণ-পানীৰে চৰাই বন্ধাই থ'বলগীয়া'। 'প্ৰিয়তমা', 'ধনবৰ আৰু ৰতনী', 'বীণ-বৰাগী', 'অসম সংগীত', আদি কবিতাবোৰে বেজবৰুৱাক ৰোমাণ্টিক কবিতাৰ অন্যতম বাটকটীয়াৰূপে প্ৰতিষ্ঠা কৰে।

'জোনাকী যুগ' আৰু তাৰ পৰৱৰ্তী সময়ছোৱাৰ কেইজনমান লেখৰ কবিৰ ভিতৰত হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা, আনন্দচন্দ্ৰ আগৰৱালা, হিতেশ্বৰ বৰবৰুৱা, বেণুধৰ ৰাজখোৱা, চন্দ্ৰধৰ বৰুৱা, ৰঘুনাথ চৌধাৰী, দুৰ্গেশ্বৰ শৰ্মা, অম্বিকাগিৰী ৰায়চৌধুৰী, শৈলধৰ ৰাজখোৱা, যতীন্দ্ৰনাথ দুৱৰা আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। 'জোনাকী যুগ'ৰ সমসাময়িক কবি হ'লেও মফিজুদ্দিন আহমদ হাজৰিকা 'জোনাকী'ৰ লগত জড়িত নাছিল। 'জ্ঞানমালিনীৰ কবি' নামেৰে খ্যাত মফিজুদ্দিন আহমদ হাজৰিকাৰ 'জ্ঞানমালিনী' অন্যতম লেখৰ কবিতা পুথি। 'ভাঙনি কোঁৱৰ' নামে খ্যাত আনন্দচন্দ্ৰ আগৰৱালাই কেইবাটাও বিদেশী কবিতা অসমীয়ালৈ মনোৰমকৈ ভাঙনি কৰে। অসমীয়া ৰোমাণ্টিক কবিতা-জগতলৈ অসামান্য বৰঙণি আগবঢ়োৱা আন এজন কবি হৈছে ৰঘুনাথ চৌধাৰী। প্ৰকৃতি বিষয়ক, বিশেষকৈ, ফুল আৰু চৰাইক লৈ ৰচিত কেইবাটাও উৎকৃষ্ট কবিতাৰে চৌধাৰীয়ে অসমীয়া ৰমন্যাস কবিতাৰ প্ৰকৃতি-প্ৰেমমূলক কবিতাৰ ধাৰাটো অধিক সমৃদ্ধ কৰি তোলে। সেই সময়ৰে আন এজন উজ্জ্বল কবি অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱনৰ মূলমন্ত্ৰ আছিল অসমীয়া জাতিৰ অস্তিত্ব সংৰক্ষণ আৰু সংস্থাপন।

**ৰোমাণ্টিক কবিতাৰ বিকাশ আৰু বিস্তাৰ**

'জোনাকী'ৰ পাছত 'বাঁহী', 'উষা', 'আলোচনী', 'বিজুলী', 'মিলন' আদি কেইবাখনো সংবাদপত্ৰ-আলোচনী প্ৰকাশ হয় আৰু এইবোৰৰ পাততেই ৰোমাণ্টিক কবিতাই অধিক বিকাশ আৰু বিস্তাৰ লাভ কৰে। এই সময়ছোৱাৰ স্মৰণীয় কবি হ'ল যতীন্দ্ৰনাথ দুৱৰা। দুৱৰাৰ কবিতাত ৰোমাণ্টিক ভাবাদৰ্শৰ গীতি-কবিতাই পূৰ্ণ বিকাশ লাভ কৰে। তেওঁ ওমৰ খামৰ ৰুবায়ৎখন 'ওমৰ তীৰ্থ' নাম দি সুন্দৰ আৰু নিমজ অসমীয়ালৈ ভাঙনি কৰে। দুৱৰাৰ

এই ভাঙনি মৌলিক কবিতাৰ দৰেই ৰসাল আৰু সহজ আবেদনশীল। সেই সময়তে অসমৰ কাব্যাকাশত দুগৰাকী বিশিষ্ট মহিলা কবিৰ আবিৰ্ভাৱ ঘটে। তেওঁলোক হৈছে নলিনীবালা দেৱী আৰু ধৰ্মেশ্বৰী দেৱী বৰুৱানী। অতীন্দ্ৰিয়বাদী কবিৰূপে খ্যাত নলিনীবালাৰ কাব্য ৰচনাসমূহ হ'ল ঃ 'সন্ধিযাৰ সুৰ', 'সপোনৰ সুৰ', 'পৰশমণি', 'অলকানন্দা' আদি। ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ কবিতাত ভগৱানৰ প্ৰতি মিলনৰ আকাংক্ষা তীব্ৰভাৱে প্ৰকাশ পাইছে। সেই সময়ৰে আন দুগৰাকী মহিলা কবি যমুনেশ্বৰী শইকীয়া আৰু স্বসেশ্বৰী খাটনিয়াৰৰ কবিতাতো আধ্যাত্মিক ভাব দেখা যায়। অসমীয়া ৰোমাণ্টিক কবিতাক নিটোল ৰূপ দিয়াত সহায় কৰা আন আন কবিসকলৰ ভিতৰত ৰত্নকান্ত বৰকাকতী, লক্ষ্মীনাথ ফুকন, নীলমণি ফুকন, দণ্ডিনাথ কলিতা, সূৰ্যকুমাৰ ভূঞা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, পদ্মধৰ চলিহা, ভৈৰৱ চন্দ্ৰ খাটনিযাৰ, মিত্ৰদেৱ মহন্ত, উমেশ চন্দ্ৰ চৌধুৰী, ভগৱতীপ্ৰসাদ বৰুৱা, পাৰ্বতিপ্ৰসাদ বৰুৱা আদিৰ নাম স্মৰণীয়।

কুৰি শতিকাৰ দ্বিতীয় দশকৰ পৰা অসমীয়া কবিতাত ৰোমাণ্টিক ভাবৰ ঠাইত জাতীয় ভাবৰ উদ্দীপনাময় কবিতাই ঠাই পাবলৈ ধৰে। স্বদেশপ্ৰেমত উদ্বুদ্ধ হৈ কবিসকলে স্বদেশপ্ৰেমমূলক গীত আৰু কবিতা ৰচনা কৰে। এনে গীত-কবিতাৰ ৰচকসকলৰ ভিতৰত 'ইন্দ্ৰধনু'ৰ কবি ডিম্বেশ্বৰ নেওগ, ধ্বনি কবি বিনন্দচন্দ্ৰ বৰুৱা, তপোবনৰ কবি অতুলচন্দ্ৰ হাজৰিকা, প্ৰসন্নলাল চৌধুৰী, জ্যোতিপ্ৰসাদ আগৰৱালাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। লোকগীত আৰু শংকৰী কাব্য-নাট্যৰ ভেটিত অসমীয়া সংস্কৃতিক ন-সাজ পিন্ধোৱাৰ প্ৰয়াস জ্যোতিপ্ৰসাদৰ কবি প্ৰতিভাৰ বৈশিষ্ট্য।

'জোনাকী যুগ'তে আৰম্ভ হোৱা অসমীয়া সাহিত্যৰ ৰোমাণ্টিক ভাবৰ ধল দ্বিতীয় মহাসমৰলৈকে লক্ষ্য কৰা যায়। সেই সময়ছোৱাৰ উল্লেখযোগ্য কবিকেইগৰাকী হ'ল দৈৱচন্দ্ৰ তালুকদাৰ, মহেন্দ্ৰনাথ ডেকা ফুকন, আনন্দ চন্দ্ৰ বৰুৱা, গণেশ গগৈ আৰু দেৱকান্ত বৰুৱা। বকুলবনৰ কবিৰূপে খ্যাত আনন্দ চন্দ্ৰ বৰুৱাই পাৰস্যৰ প্ৰখ্যাত চুফী কবি হাফেজৰ কবিতাৰ অনুবাদ 'হাফিজৰ সুৰে'ৰে অসমীয়া কাব্য জগতত প্ৰতিষ্ঠা লাভ কৰে। অকাল জীৱনাসনৰ লগতে প্ৰচুৰ সম্ভাৱনা মৰহি যোৱা আন এগৰাকী প্ৰেমৰ কবি গণেশ গগৈৰ কবিতাৰ সাৱলীল ছন্দ, মধুৰ শব্দবিন্যাস, সৰল অথচ আৱেগ সঞ্চাৰী ভাষাশৈলীয়ে সকলোকে আকৃষ্ট কৰে। এই সময়ছোৱাতে আত্মপ্ৰকাশ কৰা দেৱকান্ত বৰুৱাই দুৱৰা, গগৈৰ বিপৰীতমুখী ভাবধাৰাৰে, অসমীয়া কবিতাত অভিনৱ এক নাটকীয় স্বকথনৰ ভংগী প্ৰয়োগ কৰি, পাৰ্থিৱ প্ৰেমৰ আৰু বিদ্ৰোহী যৌৱনৰ জয়গীত গাইছিল। দেৱকান্ত বৰুৱা অসমীয়া শেষ ৰোমাণ্টিক কবি। তেওঁৰ একমাত্ৰ কবিতাৰ পুথি 'সাগৰ দেখিছা'ত বিষযবস্তু, ভাব, ৰচনাৰীতি, প্ৰকাশভংগী সকলো বিষযতে নতুনত্ব আছে।

**মহাসমৰৰ পাছৰ পৰিবৰ্তন**

দ্বিতীয় মহাসমৰৰ পাছৰ অসমীয়া কবিতাত বিৰাট পৰিবৰ্তন সাধিত হয়। অসমত কবিতা সম্পৰ্কীয় ধাৰণা আৰু দৃষ্টিভংগীৰ আমূল পৰিবৰ্তন ঘটে, পূৰ্বৰ ৰোমাণ্টিক ভাব-বিলাসিতাৰ পৰিৱৰ্তে প্ৰগতিবাদৰ আদৰ্শৰ কবিতা প্ৰকাশিত হ'বলৈ ধৰে। সেই সময়ছোৱাৰ কবিতাৰ উত্তৰণত ভবানন্দ দত্ত, অমূল্য বৰুৱা, হেম বৰুৱা, কেশৱ মহন্ত আদি কবিসকলে

সমৃদ্ধ অৰিহণা আগবঢ়ায়। এই সময়ছোৱাতে কবিসকলৰ কবিতাৰ বিষয়বস্তু বিশালভাৱে সম্প্ৰসাৰিত হ'ল। যুদ্ধোত্তৰ যুগৰ এই শ্ৰেণীৰ কবিতাকে সাম্প্ৰতিক কবিতাৰ ভিতৰত সামৰিব পাৰি। চল্লিছৰ দশকত প্ৰথম অসমীয়া মুক্ত ছন্দৰ কবিতা মহেশ্বৰ নেওগৰ 'অন্ত্যজা' প্ৰকাশ হয়। সাম্প্ৰতিক কবিতাৰ বিকাশত 'জয়ন্তী'ৰ বিশেষ অবদান আছে। 'জয়ন্তী'য়ে অসমীয়া কবিতাত নতুন ভাবধাৰা আৰু ৰীতিৰ সূচনা কৰি এক নতুন পথৰ সন্ধান দিলে। এই সময়ছোৱাৰ আটাইতকৈ উল্লেখযোগ্য কবিগৰাকী হ'ল নৱকান্ত বৰুৱা। চল্লিছৰ দশকৰ শেষৰফালে কাব্যস্ৰষ্টাৰূপে আত্মপ্ৰকাশ কৰা নৱকান্ত বৰুৱাক তেওঁৰ আধুনিকতাৰ অনুগামী ভাষা, বাকভংগী আৰু ছন্দৰ নানান অভিনৱ পৰীক্ষাৰ বাবে আধুনিক অসমীয়া কবিতাৰ মুখ্য পথিকৃতৰ আখ্যা দিয়া হয়। সেই সময়ছোৱাৰ আন কেইগৰাকীমান উল্লেখযোগ্য কবি হ'ল ঃ চক্ৰেশ্বৰ ভট্টাচাৰ্য, ইব্ৰাহিম আলি, বীৰেণ বৰকটকী, চৈয়দ আব্দুল মালিক, অজিৎ বৰুৱা আদি।

পঞ্চাছৰ দশকৰ সমসাময়িকভাৱে প্ৰকাশিত 'পছোৱা আৰু ৰামধেনু' আলোচনীত সাম্প্ৰতিক কবিতাই অধিক প্ৰসাৰ লাভ কৰে। স্বাধীনতা আন্দোলনৰ অভিজ্ঞতা, স্বাধীনতাই কঢ়িয়াই অনা আশা আৰু সম্ভাৱনা, সাম্যবাদী আন্দোলন আৰু চিন্তাৰ প্ৰভাৱ আদিয়ে পঞ্চাছৰ দশকৰ কবিসকলক বাৰুকৈয়ে প্ৰভাৱিত কৰিছিল। সৃষ্টিৰ উল্লাসে কবিসকলক এনেধৰণে আচ্ছন্ন কৰিছিল যে বহু সময়ত তেওঁলোকৰ কবিতাত জীৱন আৰু জগত সম্পৰ্কে ছিৰিয়াছ চিন্তাৰ চাপ আৰু সমালোচনাত্মক দৃষ্টিভংগীৰ প্ৰকাশ পৰিস্ফুট নহৈছিল। এই দশকৰ কবিতাৰ সুৰ আৰু ভাব-ভাষা পূবৰ দুটামান দশকতকৈ যথেষ্ট বেলেগ আছিল আৰু সেযে বহুতে এই কবিতাক আদৰি লব পৰা নাছিল। এই সময়ছোৱাত অসমীয়া কবিসকল বাংলা কবি, ঘাইকৈ ৰবীন্দ্ৰনাথ আৰু জীৱন দাশ আৰু ইংৰাজ কবি টি এছ ইলিয়ট, এজ্‌ৰা পাউণ্ড আদিৰ দ্বাৰা বাৰুকৈ প্ৰভাৱিত হয়। বিশেষকৈ ন-ৰোমাণ্টিক ভাবধাৰা কবিসকলৰ ওপৰত জীৱনৰ প্ৰভাৱ উল্লেখযোগ্য। এই দশকৰ সক্ৰিয় কবি কেইজন হ'ল ঃ নৱকান্ত বৰুৱা, হোমেন বৰগোহাঞি, মহিম বৰা, বীৰেশ্বৰ বৰুৱা, প্ৰফুল্ল ভূঞা, নীলমণি ফুকন শ্চকনিষ্ঠ, সুশীল শৰ্মা, হেম বৰুৱা, আনন্দেশ্বৰ শৰ্মা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, কেশৱ মহন্ত, অমলেন্দু গুহ, মহেন্দ্ৰ বৰা, ৰাম গগৈ, হেমাংগ বিশ্বাস, দীনেশ গোস্বামী, হীৰেন গোহাঁই আদি।

ষাঠিক দশকত আধুনিক অসমীয়া কবিতাৰ ধাৰাটো অধিক স্বচ্ছল আৰু বলিষ্ঠ তথা সমৃদ্ধ ৰূপত প্ৰবাহিত হ'বলৈ ধৰে। এই দশকতে ভাষা, চিন্তা আৰু ৰূপৰ ক্ষেত্ৰত অসমীযা কবিতাই এটা নতুন আযতন আৰু মৰ্যাদা লাভ কৰে। এই দশকৰ কেইবাগৰাকীও অসমীযা কবিৰ ৰচনাত কবিতাৰ ৰূপগত কলাকুশলতা আৰু ভাবৰ সংহতি সম্পৰ্কে ক্ৰমবৰ্ধমান সচেতনতাৰ উমান পোৱা যায। তদুপৰি এই সময়ছোৱাতে কেইবাগৰাকীও কবিয়ে আৱেগিক, তথাকথিত কাব্যিক ভাষাৰ সলনি কথোপকথনৰ অন্তৰংগ ভাষা আৰু সুৰ, লোক-সাহিত্যৰ উপাদান, মুক্তক ছন্দ গদ্য আৰু অভিজ্ঞতাৰ বিস্তৃত ক্ষেত্ৰৰ পৰা আহৰণ কৰা উপমা আৰু চিত্ৰকল্পৰ ব্যৱহাৰ কৰে। প্ৰথমবাৰলৈ কবিতা কেৱল আৱেগ-অনুভূতিৰ বাহক হৈয়ে নাথাকিল বৌদ্ধিক চিন্তা আৰু দৰ্শন, যুক্তি আৰু বাস্তৱবোধ,

ইতিহাস আৰু যুগচেতনা প্ৰথমবাৰলৈ অসমীয়া কবিতা ভাৱগতৰ অন্তৰ্গত হ'ল। এইটো দশকতে অসমীয়া কবিতাৰ বিষয়বস্তুৰ পৰা আংগিকৰ ক্ষেত্ৰত বৈচিত্ৰ্য আৰু অভিনৱত্ব কৃত পৰে। সেইদৰে কবিতা ভাষা এইটো দশকতে কথোপকথনৰ ওচৰ চাপিল। অসমীয়া জনজীৱনক আৰু ওচৰৰ পৰা চোৱাৰ প্ৰয়াস যাঠিৰ দশকৰ শেষৰ কবিতাত দেখা গ'ল। জাপানী, চীনা কবিতাৰ মূল্যবান অনুবাদ আৰু সমকালীন অসমীয়া কবিতাৰ ওপৰত সিবোৰৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰভাৱ যাঠিৰ দশকৰ আন এটা উজ্জ্বল দিশ। এই দশকৰ উল্লেখযোগ্য কবি কেইগৰাকী হ'ল ঃ নীলমণি ফুকন, হীৰেন্দ্ৰনাথ দত্ত, হৰেকৃষ্ণ ডেকা, নলিনীধৰ ভট্টাচাৰ্য, ৰবীন্দ্ৰ সৰকাৰ, ৰবীন্দ্ৰ বৰা, হেমাংগ বিশ্বাস, চন্দ্ৰ কটকী আদি।

### সামৰণি

সত্তৰৰ দশকৰ পৰাই আধুনিক অসমীযা কবিতাৰ উৎকৰ্ষৰ বাবে অসমৰ বিভিন্ন ঠাইৰ পৰা বহু কেইখন কবিতা আলোচনী আৰু ক্ষুদ্ৰ আলোচনী প্ৰকাশ হ'বলৈ ধৰে। এই আলোচনীসমূহে বহু তৰুণ কবিৰ সৃষ্টি কৰাৰ উপৰিও কবিতাক জনমুখী তথা জনপ্ৰিয় কৰাত আগভাগ ল'লে। এই আলোচনীসমূহক কেন্দ্ৰ কৰি অসম) বিভিন্ন ঠাইত অনানুষ্ঠানিক কবিচক্ৰ বা কবিগোষ্ঠী গঢ়ি উঠিল, নতুন কবিসকলে ভাব-চিন্তাৰ আদান-প্ৰদান কৰাৰ বাট মুকলি হ'ল। সত্তৰৰ দশকৰ পৰা বৰ্তমানলৈকে ৰচিত অসমীয়া কবিতাসমূহত বামপন্থী চিন্তা-চেতনাসমৃদ্ধ কবিতা আৰু কোনো ৰাজনৈতিক দৰ্শন-নিৰপেক্ষ চিন্তাসমৃদ্ধ কবিতা — এই দুটা ভিন্নমুখী প্ৰৱণতা চকুত পৰে। সেইদৰে সত্তৰৰ দশকৰ পাছৰ পৰা অসমীয়া কবিতাত দেশ বা ৰাজ্যৰ পৰিস্থিতিৰ উপৰিও সমগ্ৰ বিশ্বৰ ৰাজনৈতিক, অৰ্থনৈতিক সংগ্ৰাম, পৰিৱৰ্তনৰো চাপ আৰু উমান পোৱা যায়। ন ন আংগিক, শব্দ প্ৰয়োগ আদিৰ ক্ষেত্ৰতো এইবোৰ কবিতাত নানান পৰীক্ষা-নিৰীক্ষা আৰম্ভ হয।

**ৰচনাৰ সংকেত ঃ** ভূমিকা - সংবাদপত্ৰ যুগৰ সূচনা -'জোনাকী'ৰ আৱিৰ্ভাৱ - স্বৰাজোত্তৰ যুগত সংবাদসেৱাৰ ভূমিকা - বৃত্তিগত চিন্তাৰ অংকুৰোদ্গম - ৰুচিসম্মত আৰু বলিষ্ঠ সাংবাদিকতাৰ বাট মুকলি - কাকত-আলোচনীৰ অভাৱনীয় ঢল - মধ্যবিত্তৰ মুখপত্ৰ অসমৰ সংবাদপত্ৰ - সামৰণি

# অসমৰ সংবাদপত্ৰ

### ভূমিকা

ডেৰশ বছৰ অতিক্ৰান্ত অসমৰ সংবাদপত্ৰৰ সংগ্ৰাম আৰু উত্তৰণৰ ইতিহাস এক ঐশ্বৰ্যশালী পৰম্পৰাৰে সমৃদ্ধ। অসমীয়া সমাজ-সাহিত্যৰ কেতবোৰ ক্ৰান্তিকাৰী যুগৰ সৈতেও অসমৰ বহুকেইখন সংবাদপত্ৰ-আলোচনীৰ নাম সম্পৃক্ত। অসমীয়া সাহিত্যৰ উত্তৰণৰ ইতিহাসো সাময়িক পত্ৰ-নিৰ্ভৰ বুলিব পাৰি।

'অৰুনোদই'ৰ যোগেদিয়েই অৰুণ উদয় হোৱা অসমৰ সংবাদপত্ৰই অঞ্চলটোত ভুমুকি মাৰে ১৮৪৬ চনত। অসমত ছপাশাল আৰু সংবাদপত্ৰৰ প্ৰতিষ্ঠা আৰু প্ৰচলনৰ বাটকটীয়া আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলেই 'অৰুনোদই' তথা অসমৰ সাংবাদিকতাৰো প্ৰধান দিক্‌দৰ্শক।

অসমৰ প্ৰথমখন সংবাদপত্ৰৰূপে 'অৰুনোদই'কে স্বীকৃতি দিয়া হয় যদিও 'অৰুনোদই' প্ৰকাশৰ বহু পূৰ্বেই অসমত বাতৰি প্ৰচলন থকাৰ প্ৰমাণ পোৱা গৈছে। পোন্ধৰ শতিকামানতে অসমত এক বিশিষ্ট সংবাদসেৱা থকাৰ কথা জানিব পৰা যায। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে 'বাতৰি সোধা' প্ৰথাৰে পোনতে অসমত বাতৰিৰ সংগ্ৰহ আৰু প্ৰচাৰ কৰিছিল। এই প্ৰথাত আৱশ্যকীয অংশ লিখিতভাৱে বিতৰণ কৰাৰো ব্যৱস্থা আছিল। এই 'বাতৰি সোধা' পদ্ধতিৰে দিনৰ বাতৰি দিনে লিপিবদ্ধ কৰি সেইবোৰ সাধাৰণ প্ৰজাৰ জ্ঞাতাৰ্থে প্ৰচাৰ কৰা হৈছিল। যাতায়াতৰ অসুবিধা, শিক্ষিত লোকৰ নিম্ন সংখ্যা, বহু পৰিশ্ৰম আৰু সময় খৰচ কৰিবলগীযা হোৱা বাবে এই প্ৰথাই জনপ্ৰিযতাৰ উচ্চ শিখৰত হয়তো আৰোহণ কৰিব পৰা নাছিল, কিন্তু ই বাতৰি সম্পৰ্কে মানুহক সম্যক জ্ঞানকণ যোগাব পাৰিছিল বুলি ক'ব পাৰি।

মূলতঃ খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ উদ্দেশ্য লৈযে অসমত 'অৰুনোদই'-এ আত্মপ্ৰকাশ আৰু বিস্তাৰ লাভ কৰিছিল যদিও অসমীযা ভাষা, সাহিত্য, সংবাদপত্ৰ আৰু সমাজ পৰিৱৰ্তনত 'অৰুনোদই'ৰ বৰঙণি কোনো মূল্যৰে জুখিব পৰা বিধৰ নহয়। ১৮৪৬ চনৰ জানুৱাৰী মাহত শিৱসাগৰৰ মিছন প্ৰেছৰ পৰা প্ৰকাশিত 'অৰুনোদই'ৰ প্ৰথম সম্পাদক আছিল ডঃ নাথান ব্ৰাউন। প্ৰথমতে 'অৰুনোদই' নামেৰে প্ৰকাশিত এইখন সংবাদপত্ৰৰ নাম ১৮৬১ চনৰ জানুৱাৰী মাহৰ পৰা হেমচন্দ্ৰ বৰুৱাৰ বানান পদ্ধতি অনুসৰি হযগৈ 'অৰুণোদয়'। কিন্তু আদিৰে পৰা সাধাৰণ মানুহৰ মাজত এই সংবাদপত্ৰ 'অৰুন্দই' বুলিহে জনপ্ৰিয আৰু জনাজাত আছিল। ১৮৮২ চনত অনিযমীযা হৈ 'অৰুনোদই'ৰ প্ৰকাশ বন্ধ হয।

১৮৭১ চনত, অৰ্থাৎ, 'অৰুনোদই'ৰ জীৱদ্দশাতে মাজুলীত স্থাপন কৰা 'ধৰ্মপ্ৰকাশ যন্ত্ৰ'ৰ পৰা অসমৰ দ্বিতীযখন মাহেকীযা সংবাদপত্ৰ 'আসাম বিলাসিনী'ৰ জন্ম হয। মূলতঃ বৈষ্ণৱ ধৰ্মৰ আধাৰত প্ৰতিষ্ঠিত এইখন সংবাদপত্ৰ 'অৰুনোদই'ৰ প্ৰতিদ্বন্দ্বীয়েই আছিল বুলিব পাৰি। 'আসাম বিলাসিনী'ৰ সম্পাদক আছিল শ্ৰীধৰ বৰুৱা। ১৮৮৩ চনলৈকে সুদীৰ্ঘ ১২ বছৰ কাল চলাৰ পিছত সত্ৰ স্থানান্তৰ হোৱাত কাকতখন বন্ধ হৈ যায়। উল্লেখযোগ্য যে স্বদেশী লোকৰ দ্বাৰা প্ৰকাশ কৰা এইখনেই আছিল অসমৰ প্ৰথম সংবাদপত্ৰ।

অসমৰ প্ৰথমখন সাপ্তাহিকীযা সংবাদপত্ৰ 'আসাম মিহিৰ' গুৱাহাটীৰ পৰা প্ৰকাশ হয় ১৮৭২ চনত। চিদানন্দ দাসৰ সম্পাদনাত গুৱাহাটীৰ চিদানন্দ প্ৰেছৰ পৰা প্ৰকাশ পোৱা 'আসাম মিহিৰ' প্ৰথমতে বাংলা ভাষাত আৰু পাছত ইংৰাজী-বাংলা দুয়োটা ভাষাতে চলোৱা হৈছিল। মাত্ৰ এবছৰ বৰ্তি থাকি ১৮৭৩ চনত এইখন সংবাদপত্ৰৰ প্ৰকাশ বন্ধ হয়।

ইয়াৰ পাছত কেইবাখনো কাকত-আলোচনী প্ৰকাশ পাইছিল যদিও এইবোৰৰ জীৱনকাল দীঘলীযা নাছিল। তদুপৰি এইবোৰৰ প্ৰকাশৰ উদ্দেশ্যও ব্যৱসায়িক নাছিল।

ঊনবিংশ শতিকাৰ এখন উল্লেখযোগ্য বাৰ্তালোচনী হ'ল 'আসাম নিউজ' (১৮৮২-৮৫)। পণ্ডিত হেমচন্দ্ৰ বৰুৱাৰ সম্পাদনাত প্ৰকাশ পোৱা এই বাৰ্তালোচনীখন

ইংৰাজী আৰু অসমীয়া দুটা ভাষাত সাদিনীয়াৰূপে প্ৰকাশ পাইছিল। মাত্ৰ তিনি বছৰ কাল প্ৰকাশ হোৱা সত্ত্বেও 'আসাম নিউজে' অসমীয়া ভাষা-সাহিত্যক এটা নিৰ্দিষ্ট গঢ় দিবলৈ সক্ষম হৈছিল। অসমীয়া ভাষাৰ আখৰ জোঁটনিয়েও এই বাৰ্তালোচনীৰ জৰিয়তেই বৰ্তমানৰ গঢ় লয়। ইংৰাজী 'নিউজ পেপাৰ'ৰ (Newspaper) অসমীয়া প্ৰতিশব্দ 'বাতৰিকাকত'ৰ প্ৰচলন ইয়াতেই আৰম্ভ হয়। 'আসাম নিউজে' শিক্ষিত সমাজত জনমত সৃষ্টি কৰাৰ উদ্দেশ্যে ৰাজহুৱা সমস্যা তথা অভাৱ-অভিযোগৰ কথা মুকলিকৈ আলোচনা কৰিছিল। একেদৰে সাহিত্য বিষয়ক ৰচনা আদিকো এই কাকতে যথোচিত স্থান দিছিল। সংবাদপত্ৰত প্ৰকৃত ধৰণৰ পুথি সমালোচনাৰ ক্ষেত্ৰত 'আসাম নিউজ' আছিল বাটকটীয়া। ১৮৮৫ চনৰ জুলাইত 'আসাম নিউজ'ৰ প্ৰকাশ বন্ধ হয়।

১৮৮৫ চনত প্ৰকাশিত এখন উল্লেখযোগ্য মাহেকীয়া আলোচনী হ'ল 'আসাম বন্ধু'। গুণাভিৰাম বৰুৱাৰ সম্পাদনাত বিভিন্ন প্ৰবন্ধ আৰু কবিতাৰে এই আলোচনী আকৰ্ষণীযভাৱে প্ৰকাশ পাইছিল যদিও মাত্ৰ এবছৰ চলাৰ পিছত ইয়াৰ প্ৰকাশ বন্ধ হয়। উল্লেখযোগ্য যে, সেই সময়লৈকে অসমৰ পৰা প্ৰকাশিত আটাইবোৰ আছিল ধাইকৈ সংবাদধৰ্মী কাকত। এই ফালৰ পৰা চাবলৈ গ'লে 'আসাম বন্ধু'বেই হ'ল অসমৰ প্ৰথম মাহেকীয়া সাহিত্য আলোচনী। ১৮৮৫ চনৰ জানুৱাৰীৰ পৰা ১৮৮৬ চনৰ এপ্ৰিল মাহলৈকে আলোচনীখনৰ মুঠ ১৪ টা সংখ্যা প্ৰকাশ পাইছিল।

### সংবাদপত্ৰ যুগৰ সূচনা

উনবিংশ শতিকাৰ মাজভাগৰ পৰা অসমত কেইবাখনো কাকত-আলোচনী প্ৰকাশ পাইছিল যদিও ১৮৯৪ চনত গুৱাহাটীৰ পৰা প্ৰকাশিত 'আসাম' নামৰ জাতীয়তাবাদী সাদিনীযা কাকতখনেহে অসমত প্ৰকৃতাৰ্থত সংবাদপত্ৰ যুগৰ সূচনা কৰিলে। অসমৰ দ্বিতীয় সাপ্তাহিক বাতৰিকাকতৰূপে পৰিগণিত এই কাকতখন মূলতঃ অসমীয়া ভাষাৰ আছিল যদিও তেতিয়াৰ ইংৰাজ চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিবৰ বাবে কেতবোৰ প্ৰবন্ধ আৰু চিঠি ইংৰাজী ভাষাতো প্ৰকাশ কৰা হৈছিল।

১৮৯৫ চনৰ ৫ জানুৱাৰীত ডিব্ৰুগড়ৰ পৰা প্ৰকাশ হৈছিল 'টাইমছ অব্ আছাম' নামৰ এখন সাদিনীয়া ইংৰাজী বাতৰিকাকতৰ। ৰাধানাথ চাংকাকতিৰ সম্পাদনাত প্ৰকাশিত এই কাকতখন প্ৰকাশৰ লগে লগে অসমৰ সংবাদ জগতত এক নৱজাগৰণৰ সূচনা হয়। বাতৰি, প্ৰবন্ধ, ব্যৱসায়-বাণিজ্য, সমসাময়িক-সামাজিক ঘটনা আদি সকলো দিশৰ পৰা স্বয়ংসম্পূৰ্ণ এইখন কাকতক অসমৰ প্ৰথম পূৰ্ণাংগ বাতৰিকাকত বুলিব পাৰি। অসমৰ সংবাদজগতৰ কেইবাগৰাকীও লব্ধপ্ৰতিষ্ঠ সাংবাদিকৰ নিজ কৰ্মময় জীৱনৰ পাতনিও 'টাইমছ অব্ আছাম'ৰ পাততে হৈছিল। তেওঁলোকৰ ভিতৰত নীলমণি ফুকন, লক্ষ্মীনাথ ফুকন, হৰেন্দ্ৰনাথ বৰুৱা, কেদাৰনাথ গোস্বামী, সাৰদা শংকৰ দত্ত আদিৰ নাম উল্লেখযোগ্য।

### 'জোনাকী'ৰ আবিৰ্ভাব

অসমৰ সংবাদপত্ৰৰ ইতিহাসত 'জোনাকী'ৰ আবিৰ্ভাৱ এক অতি উল্লেখযোগ্য ঘটনা। 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ মুখপত্ৰৰূপে ১৮৮৯ চনৰ ৯ ফেব্ৰুৱাৰীত চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত কলকাতাৰ পৰা এই আলোচনীখন প্ৰথম প্ৰকাশ হয়।

অসমীয়া সাহিত্যলৈ পশ্চিমীয়া সাহিত্যৰ ৰূপ (Form) আৰু ভাবধাৰা আমদানি কৰাত, ব্যক্তিনিষ্ঠ খণ্ড কবিতা, উপন্যাস আদি প্ৰবৰ্তন কৰাত, নৱন্যাসমূলক সাহিত্যৰ সৃষ্টি কৰাত 'জোনাকী'ৰ অৱদান পাহৰিব নোৱাৰি। চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী, — এই ত্ৰিমূৰ্তিৰ চেষ্টাতেই 'জোনাকী'ক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল আধুনিক অসমীয়া সাহিত্য আৰু এচাম ন-লেখক।

'জোনাকী'য়ে আৰম্ভ কৰা বাটেৰেই বাট বুলি পৰৱৰ্তী সময়ছোৱাত 'বিজুলী' (১৮৯০), 'আসাম বন্তি' (১৯০০), 'উষা' (১৯০৭), 'বাঁহী' (১৯০৯), 'এডভোকেট অব্ আসাম', 'মিলন' আদি কেবাখনো অল্পায়ু কাকত-আলোচনীৰ জন্ম আৰু মৃত্যু হৈছিল।

অসমৰ সংবাদপত্ৰৰ বুৰঞ্জীত 'অসমীযা'ৰ (১৯১৮-৫৮) প্ৰকাশ এক উল্লেখযোগ্য মাইলৰ খুঁটি। 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীযসী' মতবাদ গ্ৰহণ কৰি 'অসমীযা'ই আত্মপ্ৰকাশ কৰিছিল আৰু ইযাৰ প্ৰেৰণাত অসমীযা সাংবাদিকতাও প্ৰাণৱন্ত হৈ উঠিছিল।

ঊনবিংশ শতিকা আৰু কুৰি শতিকাৰ প্ৰথমাৰ্ধত প্ৰকাশিত অসমৰ সংবাদপত্ৰবোৰ ব্যৱসাযিক দৃষ্টিভংগীৰে প্ৰকাশ কৰা হোৱা নাছিল। (কুটিৰ শিল্প বুলিলেও চলে।) দেশপ্ৰেম, ভাষাপ্ৰেম, স্বাধীনতাৰ প্ৰতি আগ্ৰহেই আছিল সেইবোৰ সংবাদপত্ৰৰ মূল উদ্দেশ্য।

১৯২৯ চনত প্ৰকাশিত 'আৱাহনে' অসমীযা সাহিত্যত এক আলোড়নৰ সৃষ্টি কৰিছিল। জমিদাৰ নগেন্দ্ৰ নাৰাযণ চৌধুৰীৰ পৃষ্ঠপোষকতাত আৰু দীননাথ শৰ্মাৰ সম্পাদনাত 'আৱাহন' কলকাতাৰ পৰা মাহেকীযা আলোচনীৰূপে প্ৰকাশ হৈছিল। সেই সমযত আন ভাৰতীয ভাষাৰ আগশাৰীৰ আলোচনীৰ লগত ফেৰ মাৰিব পৰাকৈ 'আৱাহন'ৰ যেনেকৈ আকৰ্ষণীয বহিৰাৱৰণ, সুন্দৰ ছপা আছিল, তেনেকৈ গল্প, ভ্ৰমণ বৃত্তান্ত, প্ৰবন্ধ, কবিতা আৰু ধাৰাবাহিকভাৱে প্ৰকাশ পোৱা উপন্যাস আদিৰে এই আলোচনী সুখপাঠ্যও হৈছিল। 'আৱাহন'ৰ যোগেদিযেই অসমীয়া চুটি গল্পই স্বকীয বৈশিষ্ট্যৰে সমৃদ্ধ হোৱাৰ সুযোগ পায।

কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধত প্ৰকাশিত এখন উল্লেখযোগ্য আলোচনী হ'ল 'জয়ন্তী' (১৯৩৮-৪৯, ৰঘুনাথ চৌধাৰী)। অসমীয়া সাহিত্যত ৰোমাণ্টিক কবিতাৰ ঠাইত নতুন ভাবধাৰা সম্বলিত বাস্তৱবাদী কবিতা প্ৰকাশত 'জয়ন্তী' আছিল বাটকটীয়া। এইখন আলোচনীৰ যোগেদিযেই এচাম প্ৰগতিশীল কবি-সাহিত্যিকে অসমীয়া সাহিত্যত ভুমুকি মাৰিলে আৰু ইয়াৰ লগে লগে নবীন লেখক-লেখিকাৰ প্ৰতিভা বিকাশৰ বাবেও 'জয়ন্তী'যে এখন সুন্দৰ ক্ষেত্ৰ নিৰ্মাণ কৰি দিলে।

**স্বৰাজোত্তৰ যুগত সংবাদসেৱাৰ ভূমিকা**

ঘাইকৈ মধ্যবিত্ত শ্ৰেণীটোৰ উদ্যোগ আৰু পৃষ্ঠপোষকতাত জন্ম লাভ কৰা অসমৰ সংবাদপত্ৰই মুক্তি আন্দোলনৰ কালছোৱাত জাতীয় আত্মবিকাশৰ চেষ্টা চলাইছিল। বিশেষকৈ প্ৰাক্ স্বাধীনতা আৰু স্বৰাজোত্তৰ যুগত অঞ্চলটোৰ সংবাদসেৱাই জনমত গঠনত এক বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। সেই সময়ছোৱাত অসমৰ পৰা প্ৰকাশিত সংবাদপত্ৰসমূহে অঞ্চলটোৰ মধ্যবিত্ত শ্ৰেণীৰ দ্বিধা-দ্বন্দ্ব, দোদুল্যমানতা যিদৰে প্ৰকাশ কৰিছিল, সেইদৰে জাতীয় আন্দোলনৰ সময়ত ৰাইজৰ মনত প্ৰেৰণাৰো সৃষ্টি কৰি গৈছিল।

এনেবোৰ পৰিস্থিতি, পৰিবেশৰ মাজতে উৎকৰ্ষ লাভ কৰি স্বাধীনতাৰ পাছত, অৰ্থাৎ, ক্ষমতা হস্তান্তৰৰ সমসাময়িক সময়ছোৱাত অসমৰ চালুকীয়া সংবাদপত্ৰই থিয়দণ্ডা দিবলৈ সমৰ্থ হয়।

**বৃত্তিগত চিন্তাৰ অংকুৰোদ্‌গম**

১৯৩৫ চনত অসমৰ প্ৰথমখন দৈনিক বাতৰিকাকত 'দৈনিক বাতৰি'ৰ আবিৰ্ভাৱৰ লগে লগে অসমৰ সংবাদপত্ৰৰ জগতত এক নতুন আৰু উজ্জ্বল অধ্যায় সংযোজিত হয়। যোৰহাটৰ পৰা প্ৰকাশিত 'দৈনিক বাতৰি'য়েই পোনপ্ৰথমে ৰয়টাৰ, এছ'চিয়েট প্ৰেছ আদি বাতৰি প্ৰতিষ্ঠানৰ টেলিগ্ৰাফিক বাতৰি কিনি নিতৌ তপতে তপতে অনুবাদ কৰি কাকতত চকুত লগা শিতানেৰে প্ৰকাশ কৰা পন্থাটো উদ্ভাৱন কৰে। 'দৈনিকবাতৰি'ৰ যোগেদিয়েই অসমৰ সাংবাদিকতাতবৃত্তিগত চিন্তাৰ professionalism অংকুৰোদ্‌গম ঘটে। কাকতখনৰ সম্পাদক আছিল বাগ্মীবৰ নীলমণি ফুকন।

'দৈনিক বাতৰি'ৰ পূৰ্বে ১৯৩১ চনত যোৰহাটৰ পৰাই 'নগৰৰ কথা' নামৰ এখন দৈনিক কাকত মফজ্জল হুছেইনৰ (বাপোতা) সম্পাদনাত প্ৰকাশ পাইছিল। নিতৌ আবেলি প্ৰকাশ পোৱা এই কাকতখন যোৰহাটতে আবদ্ধ আছিল আৰু বাতৰিও আছিল যোৰহাটৰ। মাত্ৰ কেইমাহমান চলা এখিলিয়া আৰু এপইচা দামৰ টেবলয়ড আকাৰৰ 'নগৰৰ কথা'য়ো অসমৰ প্ৰথম দৈনিক বাতৰিকাকতৰূপে স্বীকৃতি দাবী কৰিব পাৰে যদিও প্ৰকৃতাৰ্থত এইখনক দৈনিক বাতৰিকাকত বোলাত অসুবিধা আছে।

১৯৩৯ চনত ডিব্ৰুগড়ৰ পৰা সাদিনীয়া ইংৰাজী বাতৰিকাকতৰ ৰূপত 'আছাম ট্ৰিবিউনে' ভুমুকি মৰাৰ লগে লগে অসমৰ সংবাদপত্ৰৰ বুৰঞ্জীত আন এক উজ্জ্বল অধ্যায় সংযোজিত হয়। এই কাকতৰ প্ৰথম সম্পাদক আছিল লক্ষ্মীনাথ ফুকন। ৰাধাগোবিন্দ বৰুৱাৰ পৃষ্ঠপোষকতাত জন্ম লাভ কৰা 'আছাম ট্ৰিবিউন' ১৯৪৬ চনৰ পৰা অসমৰ প্ৰথম ইংৰাজী দৈনিক বাতৰিকাকতৰূপে প্ৰকাশ হ'বলৈ ধৰে আৰু তেতিয়াৰে পৰা এই কাকতে অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ এক উল্লেখযোগ্য দৈনিকৰূপে সেৱা আগবঢ়াই আছে। দৈনিক 'আছাম ট্ৰিবিউনে' দেখদেখকৈ কংগ্ৰেছৰ মুখপত্ৰ নোহোৱাকৈয়ে নিজস্ব নিৰপেক্ষতাৰে স্বাধীনতা আন্দোলনৰ শেষৰ কালছোৱাত লেখত ল'বলগীয়া বৰঙণি আগবঢ়াব পাৰিছিল। 'আছাম ট্ৰিবিউন'ৰ জনপ্ৰিয়তাকে সাৰথি কৰি ৰাধাগোবিন্দ বৰুৱাই পাছলৈ শক্তিশালী ট্ৰিবিউন গোষ্ঠীৰ কাকতকেইখন নিয়মীয়াকৈ প্ৰকাশ কৰাৰ বুনিয়াদ ৰচনা কৰি থৈ গ'ল।

**ৰুচিসম্মত আৰু বলিষ্ঠ সাংবাদিকতাৰ বাট মুকলি**

'আছাম ট্ৰিবিউনে'ই অসমত এক আধুনিক, ৰুচিসম্মত আৰু বলিষ্ঠ সাংবাদিকতাৰ বাট মুকলি কৰি দিয়ে। প্ৰথম অসমীয়া দৈনিক বাতৰিকাকত 'দৈনিক বাতৰি'ৰ যোগেদিয়েই গজালি মেলা অসমৰ বৃত্তিগত সাংবাদিকতাইও এই কাকতৰ পৰশত পোখা মেলিলে বুলি ক'ব পাৰি। তদুপৰি বাতৰিকাকতক এটা উদ্যোগ হিচাপে প্ৰতিষ্ঠা কৰাত সফল হোৱা বাবে 'আছাম ট্ৰিবিউনে' কাটি যোৱা বাটেৰেই পৰৱৰ্তী কালত বহুকেইখন কাকত আগবঢ়া পৰিলক্ষিত হয়। এইখিনিতে এটা মন কৰিবলগা কথা হ'ল যে অসমৰ প্ৰথমখন সংবাদপত্ৰ 'অৰুনোদই' (১৮৪৬) প্ৰকাশৰ পাছত অসমৰ প্ৰথমখন ইংৰাজী দৈনিক বাতৰিকাকত 'আছাম ট্ৰিবিউন' (১৯৪৬) প্ৰকাশ হওতে সময় লাগিল সম্পূৰ্ণ ১০০ বছৰ।

দৈনিক 'আছাম ট্ৰিবিউন'ৰ সমসাময়িকভাৱে ১৯৪৭ চনত যোৰহাটৰ পৰা প্ৰকাশ হয় সাপ্তাহিক 'জনমভূমি'ৰ। বৰ্তমানে এই কাকতখনেই হ'ল একেৰাহে প্ৰকাশ হৈ থকা অসমৰ আটাইতকৈ পুৰণি সাদিনীয়া বাতৰিকাকত। এই কাকতৰ প্ৰথম সম্পাদক আছিল দুলাল চন্দ্ৰ ভূঞা। কাকতখন বৰ্তমান গুৱাহাটীৰ পৰা প্ৰকাশ হয।

১৯৫১ চনত গুৱাহাটীৰ পৰা প্ৰকাশিত 'ৰামধেনু' অসমৰ এখন উল্লেখযোগ্য আলোচনী। ইন্দ্ৰকমল বেজবৰুৱা, ডঃ মহেশ্বৰ নেওগ, ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আৰু ৰাধিকামোহন ভাগৱতীৰ হাত বাগৰি প্ৰকাশ পোৱা এই আলোচনীয়ে অসমীয়া সাহিত্যৰ ধাৰাটো অধিক সংহত কৰি তোলাত প্ৰভূত বৰঙণি আগবঢ়ায়। 'ৰামধেনু'ৰ বুকুতেই অধিক প্ৰয়োগবাদী, নৱন্যাসমূলক কবিতাই বিস্তাৰ লাভ কৰে। ৰম্য ৰচনা আৰু চুটি গল্পৰ বিকাশতো 'ৰামধেনু'ৰ স্মৰণীয় অৱদান আছে। 'ৰামধেনু'ৰ পাততেই প্ৰকাশিত হেম বৰুৱা, নৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ কবিতা আৰু কবিতাৰ গভীৰ সমালোচনাই এচাম মননশীল পাঠকৰ জন্ম দিলে। যুদ্ধোত্তৰ যুগৰ অসমীয়া মানসিকতাকো সাহিত্যৰ যোগেদি 'ৰামধেনু'ৱে প্ৰকাশ কৰিলে।

'ৰামধেনু'ৰ পাছত সাহিত্যালোচনী হিচাপে পাঠকৰ মনত দ সাঁচ বহুৱাবলৈ সক্ষম হোৱা এখন আলোচনী হ'ল 'মণিদীপ' (১৯৬০-৬৮, মহেন্দ্ৰ বৰা)। ৰামধেনুৰ দৰেই কেইবাজনো সম্পাদকৰ হাত বাগৰি প্ৰকাশ হোৱা 'মণিদীপে' বিশেষ আড়ম্বৰ নোহোৱাকৈ পৰিষ্কাৰ, ৰুচিকৰ ছপাৰে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰি প্ৰসিদ্ধ লেখক-লেখিকাৰ বছা বছা গল্প, কবিতা, প্ৰবন্ধ প্ৰকাশ কৰাৰ উপৰি বিশ্ববিখ্যাত লেখক, শিল্পী আদিৰ সৃষ্টি কৰ্মৰ পৰিচয, সমকালীন সাংস্কৃতিক বা-বাতৰি, অনুবাদ সাহিত্য আদিৰে নতুন স্বাদৰ যোগান ধৰিবলৈ সক্ষম হৈছিল।

'ৰামধেনু' আৰু 'মণিদীপ'ৰ সমসাময়িক আন কেইখনমান উল্লেখযোগ্য আলোচনী হ'ল ঃ 'পছোৱা' (১৯৪৮), 'প্ৰবাহ' (১৯৫৫), 'কাণ্ডাৰী' (১৯৫০), 'নাম নাই' (১৯৫৮), 'আমাৰ প্ৰতিনিধি' আদি। এই কেইখনৰ ভিতৰত 'আমাৰ প্ৰতিনিধি'যে কলা জগতক বিশেষ গুৰুত্ব দি বিভিন্ন শিতান ৰাখিছিল।

আলোচনীৰ ক্ষেত্ৰত পঞ্চম-ষষ্ঠ দশকত অসমত কেইবাখনো উচ্চমানৰ অসমীয়া আলোচনী প্ৰকাশ হৈছিল যদিও বাতৰিকাকতৰ ক্ষেত্ৰত 'আছাম ট্ৰিবিউন'ৰ কেইবা বছৰ পাছলৈকে অসমত তেনে কোনো উল্লেখযোগ্য বাতৰিকাকতৰ লগত আমাৰ পৰিচয় হোৱা নাছিল। ইয়াৰ পাছত 'আছাম ট্ৰিবিউন' প্ৰতিষ্ঠানৰ পৰাই ১৯৫৫ চনত প্ৰকাশিত 'অসম বাণী' আৰু ১৯৬৫ চনত প্ৰকাশিত 'দৈনিক অসম' সাম্প্ৰতিক কালৰ দুখন উল্লেখযোগ্য বাতৰিকাকত। আৰম্ভণিৰে পৰা এই দুয়োখন কাকতে দেশ-বিদেশৰ বাতৰি-প্ৰতিবেদন পৰিৱেশন আৰু জনমত গঠনত গ্ৰহণ কৰা ভূমিকা অসমৰ সংবাদপত্ৰৰ ইতিহাসত সৰ্বজনস্বীকৃত।

ক্ৰমে ১৯৬৪ চনত 'সাপ্তাহিক নীলাচল', ১৯৭১ চনত প্ৰথমে পষেকীয়া হিচাপে আৰু পাছত ১৯৭৩ চনৰ পৰা তিনিদিনীয়াকৈ 'অগ্ৰদূত' আৰু ১৯৭২ চনত যোৰহাটৰ 'জনমভূমি' গোষ্ঠীৰ পৰাই প্ৰকাশ হয 'দৈনিক জনমভূমি'ৰ। আজি কিছু বছৰৰ আগলৈকে অসমৰবাতৰিকাকতবুলিলে এইকেইখন কাকতেই পাঠকৰ চকুৰ আগত ভাহি উঠিছিল।

**কাকত-আলোচনীৰ অভাৱনীয় ঢল**

কিন্তু আশীৰ দশকটোত, অৰ্থাৎ, অসম আন্দোলনৰ সময়ৰে পৰা অসমৰ সংবাদপত্ৰৰ জগতলৈ কাকত-আলোচনীৰ এটা অভাৱনীয় ধল আহিল আৰু পৰৱৰ্তী সময়ছোৱাত ই অধিক তীব্ৰ ৰূপত আত্মপ্ৰকাশ কৰিলে। এই ধলৰ দুপাৰৰ পলসত বৃত্তিগত সাংবাদিকতাযো নতুন ৰূপত গা কৰি উঠিল। অসমৰ সম্বাদপত্ৰৰ ইতিহাসতো এক নতুন সম্ভাৱনাৰ সূচনা হ'ল। পাঠক সমাজৰ মাজত ক্ৰমাগতভাৱে বৃদ্ধি পোৱা চাহিদাৰ বাবে কাকতবোৰৰ মাজত এক প্ৰতিযোগিতাৰো আৰম্ভ হ'ল। অসম আন্দোলনৰ সমযত আন্দোলনটোক সমৰ্থন বা বিৰোধিতা কৰি অসমত বহুকেইখন সম্বাদপত্ৰই আত্মপ্ৰকাশ কৰিছিল আৰু প্ৰকাশ হৈ থকা কেইবাখনো সংবাদপত্ৰযো আন্দোলনটোৰ সমৰ্থক বা বিৰোধী গোট হিচাপে থিয় দিছিল। স্বাভাৱিকভাৱেই সেই গোট, দল-উপ-দলৰ মুখপত্ৰ হিচাপেও একোখন সম্বাদপত্ৰই নিজস্ব ভূমিকা গ্ৰহণ কৰিছিল। সাম্প্ৰতিক সমযছোৱাতো অসমৰ সংবাদপত্ৰ এনে ধৰণৰ স্ৰোত লক্ষ্য কৰা যায় আৰু এই ধাৰাবাহিকতাৰ ৰক্ষাৰ বাবেও সম্প্ৰতি অসমত বহুকেইখন নতুন সম্বাদপত্ৰই জন্ম লাভ কৰিছে বুলি কব পাৰি। অসমত আজি দৈনিক বাতৰি কাকতৰ সংখ্যাই এক ডজনৰো বেছি। সেইদৰে পষেকীযা, সাদিনীযা কাকতৰো সংখ্যা কম নহয। অসমৰ সৰু সৰু চহৰ আৰু বৰ্ধিত গাঁৱৰ পৰাও এনে সামযিক সংবাদপত্ৰ প্ৰকাশৰ উদ্যোগ চকুত পৰিছে।

আশীৰ দশকৰ মাজভাগৰ পৰা অসমত দৈনিক বাতৰিকাকত প্ৰকাশৰ উত্থানে এক বিশেষ স্থান লৈছিল আৰু বৰ্তমান প্ৰায় ১৮ খন দৈনিক বাতৰিকাকত অসমৰ পৰা প্ৰকাশ পায। বৰ্তমান অসমত প্ৰকাশ হৈ থকা দৈনিক বাতৰিকাকতকেইখন হৈছেঃ 'আছাম ট্ৰিবিউন', 'এদিনৰ সংবাদ', 'দৈনিক অসম', 'দৈনিক জনমভূমি', 'দি ছেণ্টিনেল', 'আজিৰ অসম', 'অসমীযা প্ৰতিদিন', 'আমাৰ অসম', 'দৈনিক অগ্ৰদূত', 'আজি', 'অসমীয়া খবৰ', 'দৈনিক বাতৰি', 'দৈনিক জনসাধাৰণ', 'পূৰ্বাঞ্চল প্ৰহৰী', 'দৈনিক পূৰ্বোদয়' আদি।

ইয়াৰ পাছতে কেইখনমান উল্লেখযোগ্য মাহেকীয়া আলোচনীৰ ভিতৰত 'গৰীয়সী', 'ৰংঘৰ', 'শ্ৰীমযী', 'পূবালী', প্ৰিয় সখী', 'নন্দিনী', 'ৰহস্য', 'মায়া', 'মাহেকীয়া কেৰিয়াৰ গাইড' আদিয়ে পাঠকৰ মাজত বিশেষ স্থান ল'বলৈ সক্ষম হৈছে।

**মধ্যবিত্তৰ মুখপত্ৰ অসমৰ সংবাদপত্ৰ**

অসমৰ সংবাদপত্ৰৰ ডেৰশ বছৰীযা ইতিহাসত ডাৱৰৰ ফাঁকে ফাঁকে বেলিৰ কিৰণে ভুমুকি মৰাৰ দৰে অগণন সংবাদপত্ৰই ভুমুকি মাৰিলে আৰু অস্ত গ'ল। এই সমূহ সংবাদপত্ৰই অসমৰ সংবাদ সেৱালৈ আগবঢোৱা বৰঙণি সামগ্ৰিকভাৱে পৰ্যালোচনা কৰিলে দেখা যায় যে ব্যতিক্ৰমধৰ্মী কিছুসংখ্যক সম্বাদপত্ৰক বাদ দিলে অসমৰ সংবাদপত্ৰসমূহে মাজে মাজে আঞ্চলিক বা গোষ্ঠীগত স্বাৰ্থৰ পোষকতা কৰিছে যদিও বিশেষ কোনো গণমুখী ভূমিকা পালন কৰিব পৰা নাই। সেইদৰে এইবোৰ সংবাদপত্ৰৰ অধিকাংশই সৰহীয়া ৰাইজৰ আশা-আকাংক্ষাকো যে যথোচিতভাৱে প্ৰতিফলিত কৰিব পাৰিছে তাকো একে আষাৰে কব নোৱাৰি। ৰাজনৈতিক চেতনা আৰু ৰাজনীতি জড়িত কথাবোৰে ই সততে অধিক সময় অথবা ৰাজহুৱা জীৱনৰ অধিক ক্ষেত্ৰ চুই থকাৰ কাৰণে

অসমৰ সংবাদপত্ৰ ঘাইকৈ মধ্যবিত্ত শ্ৰেণীটোৰ আশা-আকাংক্ষা আৰু মনোজগত লৈয়ে ব্যস্ত। মধ্যবিত্ত শ্ৰেণীৰ আশা-আকাংক্ষাই অসমৰ সংবাদপত্ৰৰ যিমান গুৰুত্ব পায়, অন্যান্য শ্ৰেণীয়ে পোৱা দেখা নাযায়। সেইদৰে অঞ্চলটোৰ জনজাতীয় ৰাইজৰ আশা-আকাংক্ষাক সঘনে যথোচিতভাৱে প্ৰতিফলিত কৰাত অসমৰ সংবাদপত্ৰৰ ভূমিকা মুঠেই সন্তোষজনক নহয়। অৱশ্যে সেৰেঙাকৈ হ'লেও অসমৰ ৰাইজৰ খং-ক্ষোভৰ বিক্ষিপ্ত প্ৰতিধ্বনি, সংগ্ৰাম আৰু আন্দোলনৰ খণ্ডিত ৰূপ অসমৰ সংবাদপত্ৰই প্ৰতিফলিত নকৰাকৈ থকা নাই। সেইদৰে প্ৰতিষ্ঠিত সংবাদপত্ৰৰ সমান্তৰালভাৱে প্ৰকাশিত বহু ক্ষুদ্ৰ কাকত-আলোচনীত জনসাধাৰণৰ আশা-আকাংক্ষাৰ প্ৰতিফলন যথেষ্ট পৰিমাণে দেখা যায। কিন্তু এনে সংবাদপত্ৰৰ আয়ুস চমু আৰু পাঠকৰ সংখ্যাও সীমিত।

অসমত সংবাদপত্ৰৰ প্ৰকাশবৃদ্ধি পোৱাটোৱে সংবাদপত্ৰৰ প্ৰতি পাঠকৰ আগ্ৰহৰ কথাকে সূচাইছে বুলিও কোনো কোনোৱে কʼব খোজে। চৰকাৰ আৰু সমাজৰ সকলো বা-বাতৰি নিৰপেক্ষ আৰু স্বাধীনভাৱে জনসাধাৰণক জনোৱাটো সংবাদপত্ৰৰ ঘাই কাম। সেয়েহেঁ সংবাদপত্ৰ যিমানে প্ৰকাশ হয় সিমানে ই গণতান্ত্ৰিক প্ৰক্ৰিয়া ৰক্ষা কৰাত সহায় কৰে। অৱশ্যে অসমত সংবাদপত্ৰৰ সংখ্যা বৃদ্ধি যেনেদৰে হৈছে, গুণগত উৎকৰ্ষ আৰু বিকাশ সেইদৰে হোৱা বুলি কʼব নোৱাৰি। সংবাদপত্ৰৰ সংখ্যাবৃদ্ধি পাই অহাৰ লগে লগে সংবাদপত্ৰবোৰৰ মাজত বহুক্ষেত্ৰত এক অবাঞ্ছিত প্ৰতিযোগিতাই ঠাই পাইছে, যি সংবাদ সেৱা বৃত্তিটোৰ বাবেই ক্ষতিকৰ হৈ পৰিছে। বহু সময়ত বাতৰি প্ৰকাশৰ ক্ষেত্ৰতো সংবাদপত্ৰসমূহে সমতা বোধ হেৰুৱাইছে আৰু ইয়াৰ ফলত সংবাদপত্ৰৰ নিৰপেক্ষতা সম্পৰ্কে অনেকে অভিযোগ কৰিবলৈ লৈছে। একেদৰে সংবাদপত্ৰৰ সংখ্যা বৃদ্ধি পাই অহাৰ লগে লগে চাঞ্চল্যকৰ অতিৰঞ্জিত সাংবাদিকতাৰো প্ৰাধান্য ক্ৰমাৎ সংশয়ৰ কাৰণ হৈ পৰিছে আৰু ইয়াৰ ফলত অসমৰ সংবাদপত্ৰৰ চৰিত্ৰ আৰু ভূমিকা সম্পৰ্কেও সন্দেহ উপজিবলৈ লৈছে।

**সামৰণি**

দৰাচলতে সংবাদপত্ৰই সকলো স্তৰৰ জনসাধাৰণৰ আশা-আকাংক্ষা প্ৰতিফলিত আৰু বাস্তৱায়িত কৰাত এক সুদূৰপ্ৰসাৰী তথা কাৰ্যকাৰী ভূমিকা গ্ৰহণ কৰিব পাৰিব লাগে। সেইদৰে জনসাধাৰণক ৰাজনৈতিকভাৱে সচেতন আৰু সংগঠিত কৰাত, একোটা অঞ্চলৰ অৰ্থনৈতিক উন্নয়নত, কৌটিকলীয়া অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰ পৰা মুক্ত কৰি জনসাধাৰণক শিক্ষিত আৰু বিজ্ঞানমনস্ক কৰি গঢ়ি তোলাত তথা দেশৰ জনসাধাৰণৰ মূল শত্ৰুবোৰৰ বিৰুদ্ধে ৰাইজক সংগঠিত কৰাত সংবাদপত্ৰৰ এক গভীৰ আৰু ব্যাপক ভূমিকা প্ৰত্যাশিত। তদুপৰি দ্ৰুত, সম্পূৰ্ণ আৰু শুদ্ধ বাতৰি পৰিবেশন কৰিব পৰাটোও এখন সাৰ্থক সংবাদপত্ৰৰ প্ৰাথমিক চৰ্ত। কিন্তু ডেৰশ বছৰ অতিক্ৰান্ত অসমৰ সংবাদপত্ৰৰ এনে ভূমিকা তথা দিশ স্পষ্টকৈ আৰু সম্পূৰ্ণকৈ পৰিদৃষ্ট হোৱা নাই। একেদৰে অসমীয়া ভাষাৰ উচ্চাৰণ, বানান আদি সংশোধন কৰি ভাষাটোক সকলোৱে গ্ৰহণযোগ্য কৰি এটা আধুনিক ৰূপ দিয়াৰ ক্ষেত্ৰত অসমৰ সংবাদপত্ৰসমূহে এক বিশিষ্ট ভূমিকা গ্ৰহণ কৰিব পাৰিব লাগিছিল যদিও এই ক্ষেত্ৰত অসমৰ সংবাদপত্ৰসমূহৰ ভূমিকা চকুত পৰা বিধৰ নহয়।



**এই সংকলনত সন্নিবিষ্ট ২০০-ৰো অধিক ৰচনাৰ**
**কেইখনমান সাম্প্ৰতিক ৰচনা**

- ☑ অসমৰ বিদেশী সমস্যা
- ☑ অসমৰ ভ্ৰাম্যমান থিয়েটাৰ
- ☑ আই এম ডি টি আইন
- ☑ আত্মসহায়ক গোট
- ☑ আন্তৰ্জাতিক ক্ৰিকেটত ভাৰত
- ☑ আধুনিক অসমীয়া কথাছবি
- ☑ ই-কমাৰ্চ
- ☑ ইণ্টাৰনেট
- ☑ ইনফৰমেচন হাইৱে
- ☑ কেৰিয়াৰ
- ☑ ছুনামি
- ☑ তথ্য জনাৰ অধিকাৰ আইন
- ☑ নাথুলা পাছ ঃ এক নতুন সম্ভাৱনাৰ সূত্ৰপাত
- ☑ পঞ্চায়তীৰাজ আৰু অসম
- ☑ পালছ পোলিঅ' অভিযান
- ☑ বেইজিং অলিম্পিক
- ☑ ভাৰতৰ চন্দ্ৰ অভিযান 'চন্দ্ৰযান'
- ☑ ভাৰতৰ পূবলৈ চোৱা নীতি
- ☑ ভাৰতৰ লোকপিযল,২০০১
- ☑ ভাৰতৰ সংবিধানৰ ষষ্ঠ অনুসূচী
- ☑ মূল্য সংযোজিত কৰ বা 'ভেট'
- ☑ সন্ত্ৰাসবাদ
- ☑ সৰ্বশিক্ষা অভিযান
- ☑ সামাজিক বনানিকৰণ আৰু অসম
- ☑ সাক্ষৰতা অভিযান
- ☑ 'হেমকোষ'ৰ এশ বছৰ.....*আদি*